**Eai Gati Nirabadhi -** A Novel written by Padma Borkataki and Published by Shri Nava Kalita on behalf of Kiran Prakashan, D.K. Market, Dhemaji Chariali, Dhemaji-787 057 and Printed at Dhemaji Offset Printers, Ratanpur, Dhemaji.

---

Prices : Rs. 180.00

প্ৰথম সংকলন : নবেম্বৰ' ২০০৫

প্ৰকাশক : নব কলিতা
কিৰণ প্ৰকাশন
ডি. কে. মাৰ্কেট, ধেমাজি চাৰিআলি
ধেমাজি-৭৮৭ ০৫৭
ফোন-(০৩৭৫৩) ২২৫৮০৩

বেটুপাত : ত্ৰৈলোক্য দত্ত

মূল্য : ১৮০.০০ টকা

মুদ্ৰণ : ধেমাজি অফচেট্ প্ৰিন্টাৰ্চ
ৰতনপুৰ, ধেমাজি-৭৮৭ ০৫৭
ফোন : (০৩৭৫৩) ২২৪২৮৮




## এই ৮০ হেজাৰ......

মনত গোট খোৱা ভাৱ-অনুভূতি প্ৰকাশৰ কাৰণেই মানুহে কথা কয়। [illegible] তাৰ বিষয়বস্তু সামান্য ব্যক্তিগত দুখ-আনন্দ, অভিমত বা অন্য তেনে কিবাও হ'ব পাৰে। প্ৰচাৰ সাহিত্য বুলি এবিধ সাহিত্যক উপলুঙা ৱা তিৰস্কাৰ কৰা ৰক্ষণশীল সমালোচকেও প্ৰকৃততে ৰক্ষণশীলতাৰ স্বাৰ্থত প্ৰতিপক্ষক আক্ৰমণ কৰা প্ৰচাৰকে কৰে।

পঢ়ি-শুনি আৰু জানি ভালপোৱা কিছুমান কথা মনতে বহুত দিনৰ পৰাই থুপ খাই আছিল। সেইখিনি কথা আনৰো কামত আহিব পাৰে বুলি ভাবি উপন্যাস আকাৰত লিখি যাওঁতেই 'ৰঙা ৰঙা ৰং' হ'ল। কিন্তু শিকি বুজি মোৰ মনত গোটোৱা তাত্ত্বিক কথাখিনি প্ৰকাশৰ কাৰণে উপন্যাসেই উত্তম মাধ্যম হয়নে বুলি প্ৰশ্ন উঠিব পাৰে। উত্তৰত সৈ কাঢ়ো যে মোৰ সীমিত শক্তি সামৰ্থৰ কাৰণে উপন্যাসেই সুচল মাধ্যম আৰু গৱেষণাগৰ্বী তাত্ত্বিক চিন্তাবিদৰ কাৰণে এই উপন্যাস লিখা হোৱা নাই। কিতাপ পঢ়িব জনা কোটি কোটি সাধাৰণ মানুহে বুজিব পৰাকৈ বহু তাত্ত্বিক বক্তব্য সাধাৰণ ভাষাত প্ৰকাশ কৰাৰ লক্ষ্যও মোৰ আছে। কাৰণ বিৰাট তাত্ত্বিক নিবন্ধবোৰ সাধাৰণ মানুহে নপঢ়ে, অথচ সেইবোৰৰ ভেটিত ৰচিত উপন্যাস পঢ়ে। যি হওক এই বিষয়বস্তুকে ভেটি কৰি লিখা উপন্যাস মই পঢ়া নাই, গতিকে উপন্যাসখনত আংগিকৰ কিবা দোষ থাকিলে সেয়া যেন নতুন বাট কাটোঁতাৰ অনভিজ্ঞতাৰ দোষ বুলি ক্ষমা কৰে। কিন্তু উপন্যাসখনৰ মূল বিষয়বস্তু ব্যাখ্যাৰ যি বস্তুবাদী দৃষ্টিভংগী লোৱা হৈছে, তাত আপোচৰ প্ৰশ্ন নুঠে, কাৰণ সেই দৃষ্টিভংগী এই বিষয়ত স্বনামধন্য ব্যক্তিবৰ্গৰ অধ্যয়ন আৰু গৱেষণালব্ধ সত্যৰ ওপৰত প্ৰতিষ্ঠিত। স্বীকাৰ কৰো, ই মোৰ এক চেষ্টাহে, এই আশী হেজাৰ শব্দ লিখাৰ পাছতো মই মোৰ লক্ষ্যৰ পৰা বহুত দূৰত থাকি যাবও পাৰো। মোৰ তৃপ্তি, চেষ্টাৰ কাৰ্পণ্য নকৰাত।

যুক্তি আৰু বিজ্ঞানক নাকচ কৰি বিশ্বাসৰ বৰপেৰাত মহাসম্পদ বুলি সাঁচি থোৱা ধ্যান-ধাৰণাক অচল টকা বুলি প্ৰমাণ কৰি দিলে, বহুতে মৰ্মান্তিক আঘাত পোৱা স্বাভাৱিক। মোৰ উদ্দেশ্যও কিন্তু সিমান নিষ্ঠুৰেই। 'ঘুমটি যায়োৰে ওৰে কানাই, ওৰে কাণখোৱা আগে' বুলি নিচুকনি সুৰত গীত গালেহে টোপনি যোৱা শিশু চৰিত্ৰ বয়স প্ৰাপ্তিৰ পাচতো থাকিলে, তাক সুস্থতা বুলি ক'ব পাৰি জানো? বয়সত স্বাভাৱিক সাবলকত্ব নোপোৱা মানুহৰে দৰেই অতীতৰ অন্ধবিশ্বাসৰ দুধদানিতে এতিয়াও খাই থকা তথা কথিত শিক্ষিতক কাবু কৰিবলৈ সেইৰূপ নিষ্ঠুৰতা লাগিবই। এলবাৰ্ট আইনষ্টাইনৰ আপেক্ষিকতাবাদে সমগ্ৰ পদাৰ্থ বিদ্যাকে নতুন ৰূপ দিওঁতেই বহুত ৰক্ষণশীল পদাৰ্থবিদ গগ-ৰাই উঠিছিল। তাৰ তুলনাত, মোৰ এই চেষ্টা হাতীৰ ওচৰত মানি তুল্য, কিন্তু লক্ষ্য একেই।

'ৰঙা ৰঙা ৰং'ক উপন্যাস হিচাপে সকলোৱে পঢ়ি ৰস পোৱা উপন্যাস কৰাৰ চেষ্টাৰ লগতে ভাৰতৰ প্ৰাক্ মোগল পৌৰাণিক সাহিত্য বিষয়ত এদল বস্তুবাদী চিন্তা বিজ্ঞানীৰ অৱদানখিনিও জনমানসত সদৰি কৰালেও চকু ৰখা হৈছে। প্ৰাচীন ভাৰতীয় দৰ্শনত এক সবল ধাৰা ইতিমধ্যে আবিষ্কাৰ কৰিছে দেৱীপ্ৰসাদ চট্টোপাধ্যায় আদি গৱেষকবৰ্গই। দেৱী বাবুৰ 'লোকায়ত' পঢ়ি মুগ্ধ হ'লো। কিন্তু এই সত্য জনসাধাৰণে কেনেকৈ পাব, যদি সেইবোৰ পাণ্ডিত্যপূৰ্ণ কথা কিছুমান নিবন্ধ প্ৰবন্ধতে বন্দী হৈ থাকে? নিজে গাঁৱত উপজি আৰু ডাঙৰ হৈ, গাঁৱৰ সমাজত কু-সংস্কাৰ, অন্ধবিশ্বাস আদিৰ বিষয়ে ভালকৈজানো কাৰণে, সেইবোৰ অন্ধবিশ্বাসৰ পৰা মুক্তি পোৱাৰ যুক্তিসন্মত পথ থকা এই কথাবোৰ আমাৰ পঢ়িব জনা বাইজৰ সকলোৱে পঢ়িব পৰা কৰিব নোৱাৰিনে?

এই উপন্যাসত থকা মূল দাৰ্শনিক তত্ত্বৰ বস্তুবাদী ব্যাখ্যা দেৱী বাবু আদি চিন্তাবিদৰ ব্যাখ্যাৰ আশ্ৰয় লৈ কৰা। দেৱীপ্ৰসাদ চট্টোপাধ্যায়ৰ লোকায়ত আৰু Indian Ethiesm ৰাহুল সংস্কৃতায়নৰ ভল্গাৰ পৰা গঙ্গা, এংগেলছৰ পৰিয়াল ব্যক্তিগত সম্পত্তি আৰু ৰাষ্ট্ৰ দাঙ্গেৰ ফ্ৰম প্ৰিমিটিভ কমিউনিজম্ টু শ্লেভাৰি, পানিকৰৰ ভাৰত বুৰঞ্জী, ফ্ৰেজাৰৰ গল্‌ডেন বাও আদিৰ পৰা প্ৰায়বোৰ সমল গ্ৰহণ কৰা হৈছে। মই মাত্ৰ সৰ্বসাধাৰণে পঢ়িব পৰা ভালপোৱা উপন্যাস কৰিব খুজি, সেইসকলৰ যুক্তিবোৰ যিমান পাৰো সকলোৰে বোধগম্য কৰাৰ চেষ্টা কৰাৰ লগতে, চৰিত্ৰ সৃষ্টিৰেও যিসকলৰ ব্যাখ্যা সৰগ কৰাৰ প্ৰয়াস কৰিছো।

এইখিনি কথা ইমান খোলাকৈ প্ৰথম প্ৰকাশত লিখা নাছিলো। সেয়ে সেই সময়ত কোনোবা দুই এক সমালোচকে বোলে কৈছিল— (মই নিজে পঢ়া নাছিলো) উপন্যাসৰ কথাবোৰ নকল কৰা বুলি। আচল কথাটো হ'ল, তেতিয়া ধৰি লৈছিলো যে উপন্যাসৰ ভিতৰত সেই বিখ্যাত চিন্তাবিদসকলৰ নাম আৰু গ্ৰন্থৰ নাম সন্নিবিষ্ট কৰাটোৱেই প্ৰমাণ যে মই সিসৱৰ ব্যাখ্যাকে লৈছো। কিন্তু মই ভুল কৰিছিলো, সেয়ে ইয়াত সম্পূৰ্ণ কথা খোলোচাকৈ কোৱাৰ প্ৰয়োজন অনুভৱ কৰিলো।

সদৌ শেষত কিন্তু কৈ থওঁ যে 'ৰঙা ৰঙা ৰং' উপন্যাসহে, কোনো তাত্ত্বিক ব্যাখ্যাৰ দলিল নহয়। ভাৰতীয় দৰ্শনৰ বিষয়ে লিখা চিন্তাবিদসকলৰ গৱেষণা গ্ৰন্থৰ স্থান ইতিমধ্যে স্বীকৃত, 'ৰঙা ৰঙা ৰং' তাৰে আভাসেৰে ৰঙা হোৱা উপন্যাসহে য'ত ড° অৰবিন্দ ৰাভা, জীয়েক লাহৰী, কটন কলেজৰ পদাৰ্থ বিদ্যাৰ লেকচাৰাৰ দীপক — যি ঘৰত কালী পূজা পাতে, ৰাভাৰ বিশ্বাসী লিটিকাই যামিনী, অভিযন্তা অশোক, ঘিটিৰা বেজ, কবিৰাজ বিশ্বামিত্ৰ, আধুনিকা ৰাকা বৰুৱা, এমেলে বসুমতাৰী, হৰিপ্ৰসাদ সেন, হামিদ, অৰুন, বিপ্লৱী ধৰণী, আদি এই গুৱাহাটীৰ পৰা জীৱন্ত হৈ ওলাই অহা চিনাকি মানুহ যেন আপোনাৰ লাগিব।

বহুত দিনলৈ আপোনাৰ মনৰ খোৰক দিব পৰা 'ৰঙা ৰঙা ৰঙ' অসমীয়া সাহিত্যত ব্যতিক্ৰম বুলি ইতিমধ্যে স্বীকৃত। মোৰ বিশ্বাস, আপুনিও ভাল পাব। উপন্যাস পঢ়িবলৈ লওঁতেই দীঘলীয়া পাতনিৰে আমনি কৰা বাবে ক্ষমা কৰিব।

উদিয়মান প্ৰকাশ নৱ কলিতাই অসমীয়া গ্ৰন্থ প্ৰকাশনত এমূৰীয়া ধেমাজিৰ পৰা যি অভিলেখ স্থাপন কৰিছে, তাৰ তুলনা নাই। এই সংকলন প্ৰকৃততে তেওঁৰ তাগিদাতে ওলোৱা বুলিব পাৰি। শ্ৰীমান নৱৰ কিৰণ প্ৰকাশনৰ উত্তৰোত্তৰ শ্ৰীবৃদ্ধি অসমীয়া সাহিত্যৰ স্বাৰ্থতে সকলোৰে কাম্য।

৩ জুলাই' ২০০৫

**একাষাৰ.....**

বৰ্তমান অসমত প্ৰবন্ধ সংকলন, কবিতা সংকলন আৰু নাট্য সংকলন আদি পাঠকে আগতকৈ সহজে পোৱাকৈ প্ৰত্যেক লেখক আৰু প্ৰকাশকেই চিন্তা কৰা পৰিলক্ষিত হৈছে। ঠিক এনে এটি সন্ধিক্ষণতেই অসমৰ প্ৰতিষ্ঠিত লেখক, উপন্যাসিক শ্ৰীযুত পদ্ম বৰকটকীদেৱৰ জনপ্ৰিয় তথা ব্যতিক্ৰমি উপন্যাস **"ৰঙা ৰঙা ৰং", "নজ্বলা ধূপৰ ইতিকথা", "জীৱন এষণা", "শিৰৰ সেন্দুৰে আঁকা ছবি", "অবঞ্চনা", "পুতলাৰ নমস্কাৰ"** এই গতি নিৰবধিৰেই **"এই গতি নিৰবধি"** নামৰ উপন্যাস সমগ্ৰৰ সংকলন এটি শ্ৰদ্ধেয় পঢ়ুৱৈ সমাজৰ বাবে সহজে পোৱাকৈ ছপা কৰি উলিওৱাৰ কথা কটকীদেৱৰ লগত আলোচনা কৰিবলৈ যাওঁতে তেখেতে সাহস এটা দিলে আৰু তাৰ ফলশ্ৰুতিতে এই উপন্যাস সমগ্ৰই পাঠকৰ হাতলৈ ঢাপলি মেলিলে। কিন্তু কথা হ'ল আমি অকলে এই কাম কৰিব নোৱাৰিলোহেঁতেন যদিহে কটকীদেৱে বিভিন্ন চিন্তা-চৰ্চাৰে সিঁচৰিত হৈ থকা কিতাপকেইখন থুপ খোৱাই নিদিলেহেঁতেন। কিন্তু ভাবিলে আচৰিত লাগে যে তেখেতৰ এই বসয়তো অদম্য সাহস, স্পষ্টবাদিতা, ব্যৱহাৰ আদিৰ বাবে প্ৰথমতে মুখামুখিকৈ দেখা কৰাৰ সাহস গোটাব নোৱাৰিছিলো যদিও সেইকণ সাহসো তেখেতেই দিলে। গতিকে তেখেতৰ নিৰলস প্ৰচেষ্টা আৰু উৎসাহৰ বাবে সংকলনটি উলিয়াবৰ বাবে এই অভাজনে মুৰ পাতি ল'লো। সেয়ে তেখেতৰ ওচৰত আমি চিৰকৃতজ্ঞ হৈ ৰ'লো। আশা ৰাখিছো পাঠক সমাজে সংকলনটি হৃদয়েৰে আঁকোৱালি ল'লে আমাৰ শ্ৰমৰ ফল পোৱা হ'ব।

ধেমাজি - প্ৰকাশক

১ নবেম্বৰ'০৫

# ঃ সূচীপত্ৰ ঃ

# নজ্বলা ধূপৰ ইতিকথা

## আঁৰৰ কথা ঃ

অসমত মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ যুগান্তৰকাৰী বৈষ্ণৱ আন্দোলনৰ বিৰুদ্ধে হিন্দু-ধৰ্মৰ শাক্ত-ধাৰাই ৰাজশক্তিক হাত কৰি জেহাদ্ ঘোষণা কৰা ঐতিহাসিক সত্যক উপন্যাসৰ বিষয়-বস্তু কৰিবলৈ যাওঁতেই "কোনো খেদ নাই"ৰ জন্ম। ৰাজ-বুৰঞ্জীয়ে বিতৃষ্ণাৰে অৱজ্ঞা কৰা ৰাণী ফুলেশ্বৰী। সেই ফুলেশ্বৰীৰ সম্ভাব্য জীৱন-চৰিতক কেন্দ্ৰ কৰি বৈষ্ণৱ-শাক্ত-সংঘৰ্ষৰ যি কাহিনী ইয়াত আছে, সেয়া স্বাভাৱিকতে নিতান্ত কল্পনাশ্ৰয়ী। কিন্তু মই ডাঠি ক'ব পাৰোঁ যে বুৰঞ্জীত পোৱা জুমুঠিৰ ওপৰত হে প্ৰলেপ দিয়া হৈছে ; সেই সীমাৰ বাহিৰলৈ যোৱা নাই। এই উপন্যাসৰ প্ৰথম প্ৰকাশতে ওলাই পৰিল যে ইয়াত লিপিবদ্ধ কিছুমান ৰজা-ঘৰৰ কথা বহুতে বেয়া পাব পাৰে। এইবিধ যুক্তিৰ প্ৰত্যুত্তৰো সেই সময়তে দিয়া হৈছিল। কিন্তু এই উপন্যাসেৰে বা আন কোনো লিখাৰে কোনো ৰাজবংশক ভাবপ্ৰৱণতাক লঘু দৃষ্টিৰে চোৱাৰ কথাটো মোৰ স্বপ্নৰো অগোচৰ। সেয়ে তেনেকুৱাখিনি কথা এইবাৰ বাদ দিয়া হৈছে।

"নজ্বলা ধূপৰ ইতিকথা"ৰ জন্মৰ গুৰিতো এটি সত্য আছে। কলিকতাত থাকোঁতে কথাছবি নিৰ্মাণ কৰাৰ আঁৰত প্ৰযোজকৰপৰা সাধাৰণ অভিনেতালৈকে সকলোৱেই সম্মুখীন হোৱা বহুত সমস্যা, বিশেষকৈ সমাজ-ব্যৱস্থাই গঢ় দিয়া মনবোৰক কথাছবি নিৰ্মাণ-স্তৰত মুক্ত-সমাজৰ ধ্যান-ধাৰণাই কৰা আঘাত ধৰি ৰাখিবলৈকে "নজ্বলা ধূপৰ ইতিকথা"ৰ বাবে কলম ধৰিছিলোঁ। চিনেমা-জগতৰ ভিতৰফাল আৰু সেই জগতৰ বিভিন্ন ব্যক্তিক চিনি পোৱা আৰু জনাৰ সুযোগ পাইছিলোঁ স্বনামধন্য সুহৃদ ড. ভূপেন হাজৰিকাৰ মাৰফৎ। এই উপন্যাসকো কিছুমানে সন্দেহৰ ওপৰত ভেটি কৰি চিনেমা-জগতৰ একাধিক ব্যক্তিৰ সঁচা কথাকে লিখা বুলি ভাবিছিল। কিন্তু সুখৰ বিষয় যে সেই সন্দেহ স্থায়ী নহ'ল।

## এক

তুমি তাৰ মানে উত্তৰ নিদিয়া ?

চিগাৰেট জ্বলাই পেলাই দিয়া জুইশলা-কাঠিৰ খাণ্ডৱ-দাহৰ সম্ভাবনা ছাইদানীৰ পানীকণত ফোচ্ কৰি নোহোৱা হোৱাৰ দৰে জীৱনজিৎ বৰুৱাৰ উত্তেজনাও নিজে শব্দ কৰি নিমাত হ'ল। কোঠাটোত কোনো প্ৰতিক্ৰিয়া তুলিব নোৱাৰিলে। নিমিষাই একো আমনি অনুভৱ কৰাৰ চিন নেদেখুউৱাকৈ নিমাতে একেদৰে উল গুঠি থাকিল। একেটা প্ৰশ্নকে পুৱাই কৰোঁতে নিমিষাই দুই-এবাৰ চাৱনিৰে বৰুৱাক খং কৰি দেখুৱাইছিল। এইবাৰ তাকো নকৰিলে।

ঃ মই কিন্তু এৰা মানুহ নহয় । মোৰ খং তুমি এতিয়াও দেখা নাই।

নিমিষাই এইবাৰ কথা শুনাৰ কোনো লক্ষণ নেদেখুৱালে।

জীৱনজিৎ বৰুৱা দৃঢ়সকল্প। তেওঁ চাব, নিমিষাই কিমানলৈকে জেদ ৰাখিব পাৰে। ইমান অশান্তি তেওঁ কেতিয়াও সহ্য কৰিব নোৱাৰে। তাতকৈ হয় নিমিষা গুচি যাওক, নহ'লে তেওঁ গুচি যাব। নেৰে, নেৰে, নেৰে : তেওঁ কেতিয়াও নেৰে। অফিচৰ চাকৰি যাওক, পৃথিৱী ধ্বংস হওক, কলা-শিল্পৰ সাধনা যাওক, মান সন্মান যাওক (অৰ্থাৎ নিমিষাই পাৰে

যদি তেওঁৰ নাক-কাণ কাটি তেওঁক এৰি যাওক), তথাপি তেওঁ নেৰে। জীৱনৰ বহুত দিনৰ সাধনা এটা সফল কৰিবলৈ যোৱাৰ পথত বিঘি-পথালি কৰা কাকো তেওঁ ক্ষমা কৰিব নোৱাৰে। জীৱন মানেতো আৰু ঘৈণীয়েকৰ সৈতে বজাৰ-সমাৰ কৰি ঘৰ কৰি থকাটোৱেই নহয়। এই কথাটো যদি তেওঁ কোনোবা দিনা নিমিষাৰ মুৰত সুমুৱাই দিব পাৰিলেহেঁতেন।

বিচনাত বহি থকা অৱস্থাতে বৰুৱাই পালেঙৰ আঁঠুৱা-খুঁটিত মূৰটো আউজাই কোঠাটোৰ চাৰিওফালে চালে। শুৱনিকৈ সজোৱা কোঠাতো। কাঠৰ আচবাব-পত্ৰবোৰ নতুন হৈয়ে আছে। ড্ৰেচিং-টেবুলৰ ফুলদানীত ফুলো আছে। ইমান পৰিপাটি এটা কোঠাত বহি বৰুৱাৰ নিজৰ মূৰৰ ভিতৰখন বৰ অবিন্যস্ত যেন লাগিল। অথচ তেওঁৰ মূৰটোকো নিমিষায়েই আকৌ পৰিপাটি কৰিব পাৰে — কোঠাটো কৰাৰ দৰেই। কিন্তু নকৰে। সামান্য এটা প্ৰশ্নৰ উত্তৰ পুৱাৰেপৰা এই দিনৰ এক বজালৈকে তেওঁ নিমিষাৰ মুখৰপৰা উলিয়াব পৰা নাই। তেওঁক ইমান কষ্ট দি ভালপোৱা মানুহজনীৰ মনত তেওঁৰ প্ৰতি কিবা মৰম থকাটো সম্ভৱ হ'ব পাৰে নে?

গুৱাহাটীৰ শাওণৰ ৰ'দে কোনোবা ভৰ-দুপৰটোক এইমাত্ৰ খিৰিকীয়েদি বাহিৰলৈ চাই আৱিষ্কাৰ কৰিলে জীৱনজিৎ বৰুৱাই। ৰ'দ-গধুৰ দুপৰীয়াৰ হেঁচাত গছৰ ডালত পৰি বহুত পৰ ছট্‌ফটাই থকা কাউৰীজনী হঠাৎ ঠোঁট মেলি থৰ হৈ ৰৈ গ'ল। অদূৰত ডাঙৰ ৰাস্তাইদি গুঁজৰি যোৱা মটৰ-গাড়ীৰ শব্দ; তাৰ মাজে মাজে ভাঁহি আহিছিল—মেটমৰা দুপৰীয়াটোক কপৌৰ কণে দূৰে দূৰে গুণ টানি নিয়াৰ সুৰ। কাষৰে গেলা বিলখনত পানী-মেটেকাবোৰ ৰ'দত বেছি সেউজীয়া যেন লাগিল। বিপদ আহিলে ,সকলো দুখ-যন্ত্ৰণাই গা কৰি উঠি এইদৰেই জীৱন ছাটি ধৰে। মদাৰ গছজোপালৈ বগাই উঠিব খুজি শামুক এটা ৰৈ গ'ল — হয়তো গতিহীনতা আৰু মন্থৰতাৰ মাজত পাৰ্থক্য আছে বুলি বৰুৱাক বুজাবলৈকে। শিলপুখুৰী অঞ্চলত আজি কিছুদিন ধৰি এবিধ শামুকৰ প্ৰাৰ্দুভাৱ অত্যাচাৰত পৰিণত হৈছেগৈ। বৰ ঘিণ লাগে। কদৰ্য্যও। ৰ'দৰ তীব্ৰতাই বৰুৱাৰ চকু দুটা সৰু কৰি দিলে। হঠাৎ গুৰুংকৈ আকাশত শব্দ হ'ল। বৰুৱাই ওপৰলৈ চাই দেখিলে, ৰ'দে পখালি থোৱা আকাশৰ পশ্চিম কোণত কেঁচুৰি-ক'লা এবখলা ডাৱৰ। বৰষুণ এজাক আহিলে বৰ ভাল লাগিব। বাঃ, গছ-পাতবোৰ অকণ অকণ কঁপিছে; তাৰ মানে ইমান পৰে থৰ লাগি থকাৰ পিচত বতাহ বৈছে। এই মদাৰ গছজোপাক বৰুৱাৰ অকণো ভাল নালাগে। ল'ৰা-ছোৱালীৰ পেটত পেলু হ'লে তাৰ পাতৰ ৰস খুউৱাৰ বাহিৰে আন কোনো প্ৰয়োজন নাই। অৱশ্যে বিহুগীতত মদাৰ গছত বগোৱা পাণৰ উল্লেখ আছে। বগাওক বাৰু পাণ, দেখিবলৈকে ভাল হ'ব। এনেদৰে এই লঠঙা গছডাল ইয়াত কেলেই ? বছৰেকত একোবাৰ ফুলি নিজে নিজক জাহিৰ কৰি মৌ-লোভী পতঙ্গক বিভ্ৰান্ত কৰা এই গছডাল প্ৰতাৰণা আৰু ফোঁপোলা চৰিত্ৰৰ প্ৰতীক যেন লাগে। এই গছডাল দেখিলে বৰ গৰম লাগে বৰুৱাৰ।

ওচৰতে হাত মেলি পোৱা গাঁৰুটোকে আনি বৰুৱাই বুকুৰ নোমৰ মাজত পিৰপিৰাই থকা ঘামবোৰ মচি পেলালে। চালে। বৰুৱাৰ বুকুৰ ঘামেৰে তিতা অংশতে এডাল দীঘল চুলি লিপিত খাই লাগি আছে। নিমিষাৰ চুলি। সেই চুলিডাল বৰুৱাৰ বুকুতে লাগি আছিল বুলি আৰু ঘাম মচোঁতে বুকুৰপৰা গাঁৰুত লাগিল বুলি ভাবিবলৈ বৰুৱাই ভাল পালেহেঁতেন। কিন্তু তেনেকৈ ভবাৰ উপায় নাই বৰুৱাৰ। যোৱা নিশা নিমিষাই বৰুৱাৰ বুকুত মূৰ থোৱা নাই। কথাটো মনত পৰি বৰুৱাৰ বুকুখন বৰ খালি খালি লাগিল। গাঁৰুটোত নিমিষা নিমিষা গোন্ধ।

খিৰিকীৰে বাহিৰলৈ চাই বহি থকা অৱস্থাৰপৰাই বৰুৱাই কোঠাটোৰ ভিতৰলৈ চকু ঘূৰালে। গাঁৰুটোৰ গোন্ধটোৱে তেওঁক এবাৰ নিমিষালৈ চাবলৈ মনত পেলাই দিলে। ৰ'দলৈ বহুত পৰ চাই থাকি ঘৰৰ ভিতৰলৈ চাই দিলে গোটেইখন এন্ধাৰ এন্ধাৰ লাগে। কোঠাটোৰ ভিতৰত একো নেদেখিলে বৰুৱাই। বুকুখন চিৰিং কৰি গ'ল। এইদৰে এদিন নিমিষা হেৰাই গ'লে বৰুৱাই কি কৰিব বাৰু ? লাহে লাহে ড্ৰেচিং-টেবুল, চকী, বিচনা বৰুৱাৰ চকুত ধৰা পৰিল। নিমিষাও। একেদৰেই ফেন্‌খন আগত লৈ উল গুঁঠি আছে । এবাৰো বোধকৰোঁ লৰফৰো কৰা নাই। জাৰ-কালিৰ জাৰৰপৰা ৰক্ষা পাবলৈ হ'লে গৰমকালিতে গৰম কাপোৰ গুঁঠিব লাগিব; তেহে ওলাবগৈ। সঁচা কথা। কিন্তু সেইবুলি শাওণৰ ভৰ-দুপৰীয়াৰ গৰমত ভাত-পানী নোখোৱাকৈ উলৰ কিবা এটা একান্তমনে গুঁঠি থকাৰ অৰ্থ আছে নে বাৰু?

নঙ্গলা ধূপৰ ইতিকথা

টেবুল-ফেন্‌খনৰ মুখামুখিকৈ বহি লৈ নিমিষাই উল গুঠি আছে। ফেন্‌খন এনেকুৱাকৈ গাৰে ঢাকি লৈছে যে তাৰ অকণমান বতাহো আহি বৰুৱাৰ গাত লাগিবহি পৰা নাই। অথচ বৰুৱাৰো সমানে গৰম লাগিছে। এই গৰম, নিমিষাৰ এই ব্যৱহাৰ, মনৰ এই অশান্তি — সকলোবোৰে যেন বৰুৱাক বলিয়া কৰি দিলে। দুবছৰীয়া বৈবাহিক জীৱনত, তাৰ আগৰো তিনিবছৰৰ প্ৰণয়কালত, বৰুৱাই নিমিষাক কৰা বহুত প্ৰশ্ন উত্তৰ নোপোৱাকৈ পাহৰি গৈছে। কিন্তু আজিৰ কথাটো বেলেগ, আজিৰ প্ৰশ্নটো বেলেগ। এই প্ৰশ্নৰ উত্তৰত বৰুৱাৰ গোটেই ভৱিষ্যৎ জীৱনৰ শান্তি, বৰ্ত্তমান জীৱনত কাম কৰাৰ স্পৃহা, আনকি নিমিষাৰ লগত ভৱিষ্যতে কেনে ধৰণৰ সম্বন্ধ হ'ব—তাকো নিৰ্ভৰ কৰিছে। এই প্ৰশ্নৰ উত্তৰ নোপোৱাকৈ এৰি দিয়া মানে তেওঁৰ গোটেই জীৱনটো নিমিষাক খুলি খুলি খাবলৈ দিয়া। সেইটো কেতিয়াও হ'ব নোৱাৰে। গৰ্ব কৰিয়েই ভাবিলে বৰুৱাই —তেওঁৰ নিচিনা শিল্পী জীৱনৰ সীমা কেৱল ঘৰৰ চাৰি বেৰৰ মাজত থকা নিজৰ পৰিয়ালৰ আয়তন ঘেৰিয়েই নাথাকে, বৰঞ্চ পৃথিৱীৰো সীমা পাৰ হৈ যায়। সংস্কৃতিৰ পোহৰেৰে, শিল্পীৰ মৰমেৰে, পৃথিৱীৰ ঘৰে ঘৰে আনন্দৰ পোহৰ বিলাব লাগিব। শিল্পী মানৱতাবাদী; পৃথিৱীৰ মানুহক উন্নততৰ জীৱনৰ সোৱাদ দিব লাগিব। এইবোৰ কথা লৈ বৰুৱাৰ কেতিয়াবা কমিউনিষ্ট বন্ধুৰ লগত তৰ্কও লাগিছে। সিহঁতৰ মতে মানৱতাবাদৰ নামত বিপ্লৱৰ প্ৰকৃত পথ এৰি আকাশত চাং পতা শিল্পীয়ে ৰাইজ বা দেশৰ একো উন্নতি কৰিব নোৱাৰে। বৰুৱাৰ মতে, ৰাজনীতি আৰু শিল্প-কলা বেলেগ বস্তু। সিহঁতৰ মতে, সুবিধাবাদীয়ে গা এৰ ৱাদিবলৈ সদায় সেইদৰে ভাবে। সিহঁতৰ কথা বাৰু বাদ, নিজৰ ঘৈণীয়েকজনীৰ মনটোকে বৰুৱাই আজিলৈকে বুজিব পৰা নাই। এটা হুমুনিয়াহ এৰি বৰুৱাই ভাবিলে— হয়তো সদায় এনেকুৱাই হয় ; শিল্পীক জীৱন কালত কোনেও নুবুজে। বৰুৱাৰ এচাম বন্ধুমহলৰ মতে, ডাঙৰ শিল্পীৰ জীৱনৰ কিছুমান দোষ-ভুল অনুকৰণ কৰি নিজকো সেইসকলৰ লগত তুলনা কৰি তৃপ্তি পোৱা বুদ্ধি-হ্ৰস্ব এচাম তথা-কথিত শিল্পীৰ প্ৰতীকস্বৰূপ জীৱনজিৎ বৰুৱা। এনেকুৱা কথা শুনি বৰুৱাৰ কেতিয়াবা বেয়া লাগে। কিন্তু নিজৰে নিচিনা আন কেইজনমানৰ লগত শিল্পীৰ মহৎ আদৰ্শৰ বিষয়ে আলোচনা কৰোঁতে সেইবোৰ বন্ধুৰ সমালোচনা বতাহত ধোঁৱা উৰাদি উৰি যায়।

সেই সমালোচনা কৰা বন্ধুবোৰক, এই গৰমটোক, এই মদাৰ গছবোৰক, এই শামুকবোৰক, এতিয়া পেটত লগা ভোকটোক, নিমিষাৰ আজিকালিৰ কথাৰ সুৰ আৰু খং আৰু এতিয়াৰ ব্যৱহাৰক, বেয়া পায় বৰুৱাই। বেয়া, বেয়া, বেয়া পায়। সহ্য কৰিব নোৱাৰাকৈ বেয়া পায়। শাওণৰ গৰম, ওফোন্দা মুখৰ নিমিষা আৰু আগ-জোঙা শলাকিডালত উলসোপা- -এই এটাইকিটাক একেলগে বৰুৱাই আৰু বেছি বেয়া পায়।

আজি ৰাতিপুৱাৰেপৰা একেটা প্ৰশ্নকে নিমিষাক কৰি আছে বৰুৱাই। চাহ কৰাৰপৰা ভাত ৰন্ধালৈ সকলো কাম সহজভাৱে কৰি গৈ আছে নিমিষাই। কিন্তু বৰুৱাৰ প্ৰশ্নটোৰ উত্তৰ দিয়া নাই। মনে মনে থকাটোৱে যদি সমৰ্থন কৰা বুজায়, তেন্তে বৰুৱাৰ সন্দেহটো সঁচা হয়। সঁচা হ'লে জীৱনটোত বহুত ওলট্-পালট্ হৈ যাব। বৰুৱাই ভাবে, তাৰ কাৰণেও তেওঁ প্ৰস্তুত আছে । কিন্তু সেই কথা খোলোচাকৈ নিমিষাই কৈ দিব লাগিব। বৰুৱাৰ মনটোৱে কিন্তু কয়, বৰুৱাৰ সন্দেহ সঁচা নহয়। নিমিষাই বৰুৱাৰ খং তুলি ৰগৰ চাইছে। এতিয়াই যি কোনো এবাৰ খিলখিলকৈ হাঁহি বৰুৱাৰ গাত বাগৰি পৰিব। সেইকণৰ আশাতে বৈ আছে বৰুৱা। এনেকুৱা দুষ্টালি বৰুৱাই ভাল পায়। কিন্তু আজি কিছুদিন ধৰি এনেকুৱা কিছুমান ঘটনা গোট খাইছে যে বৰুৱাৰ মনটোৱে কৰা আশাটো পূৰ্ণ হোৱাৰ সম্ভাৱনাৰ বিষয়ে সন্দেহ হয়। ভয় হয়। সেয়ে বৰুৱাই আজি পুৱা নিমিষাই কৰা মন্তব্যটোৰ বিষয়ে (সঁচা কথা কবলৈ হ'লে মন্তব্যটো মিছাকৈ ধেমালিতে কৰা বুলি) নিমিষাৰ মুখৰপৰা নুশুনাকৈ শান্তি পোৱা নাই।

আন ঘটনাবোৰৰ লগত সম্বন্ধ নথকা হ'লে আজি পুৱাৰ ঘটনাটো বৰ ডাঙৰ নহয়। কিন্তু আজি এমাহ ধৰি নিমিষাৰ ব্যৱহাৰ লক্ষ্য কৰিলে আজি পুৱাৰ ঘটনাটো অতি তাৎপৰ্য্যপূৰ্ণ। এই ঘটনাই বৰুৱাৰ সুখৰ সংসাৰ আৰু শিল্প-সাধনাৰ সকলো সপোন নষ্ট কৰি জীৱনটোকে নষ্ট কৰিব পাৰে। গতিকে, যিমানেই ভয়ানক হওক,বৰুৱাই জানি ল'ব খোজে, জানি লৈ তাৰ

কাৰণে সাজু হ'ব খোজে।

আজি পুৱা বৰুৱাই নিমিষাতকৈ আগতে সাৰ পাই বিচনাতে এলাহ কৰি শুই আছিল। কিছুদিন ধৰি নিমিষাই ৰাতি বিচনাত বৰুৱাৰ লগত স্ত্ৰীৰ দৰে সহযোগ কৰা নাই। বৰুৱাই গাত হাত এখন দিলেও খেংখেঙাই উঠে। যৌন-বিজ্ঞানৰ কিতাপ পঢ়ি বৰুৱাই বুজিছে, বিয়াৰ পিচত কিবাকিবি বহুত কাৰণত ঘৈণীয়েকৰ কেতিয়াবা এনেকুৱা একোটা "ফ্ৰিজিড্ পিৰিয়ড" বা ৰতি-বিৰাগ কাল আহে। সেই কাৰণে বৰুৱাই বৰ বেছি জোৰো কৰা নাই। তাৰ উপৰি ছবি আঁকা, লিখা আদি কাম বেছি হোৱাৰ কাৰণে ৰাতি শোওঁতে বৰুৱা ভাগৰিয়েই শোৱে। আজি কিন্তু ৰাতিপুৱা নিমিষাই সাৰ পাই উঠি আহিব খোজোঁতে বৰুৱাই ঘৈণীয়েকৰ শাড়ীখনত খামোচ মাৰি ধৰিলে। নিমিষাই জোৰ কৰি বৰুৱাৰ হাতৰ মুঠিৰপৰা শাড়ীখন এৰুৱাব নোৱাৰিলে। এৰুৱাব নোৱাৰি অতি বিৰক্তিৰে বৰুৱাৰ মুখলৈ চালে। শাড়ীখন ধৰি থাকিয়েই বৰুৱাই ক'লে ঃ কি হৈছে তোমাৰ আজিকালি? ইমান খং কিহৰ? নিমিষাই একো উত্তৰ নিদিয়া দেখি ৰগৰ কৰিয়েই বৰুৱাই সুধিলে ঃ নে আজিকালি মোক একেবাৰে ভাল-নলগা হ'ল? বৰুৱাই ভাবিছিল, এই প্ৰশ্নৰো উত্তৰ নিদিলে চুমা খোৱাৰ ছলেৰে দুখ পোৱাকৈ কামুৰি দিব। ইতিমধ্যে বৰুৱাৰ হাতৰপৰা শাড়ীখন এৰুৱাব নোৱাৰি গৰমত নিশা একবস্ত্ৰা হৈ শোৱা নিমিষাই বহা অৱস্থাতে এপাক ঘূৰি গাত শাড়ীৰ পাকটো নোহোৱা কৰিলে। তাৰ পিচত এইবাৰ প্ৰশ্নৰ উত্তৰ অতি কঠোৰভাৱে দিলে ঃ তোমাক এতিয়াও ভাল পাই আছোঁ বুলি তুমি কেনেকৈ ভাবিছা? - এইবুলি কৈয়েই শাড়ীখন বৰুৱাই ধৰা অৱস্থাতে এৰি থৈ শৰীৰত একো কাপোৰ নোহোৱাকৈ নিমিষা বিচনাৰপৰা নামি আহিল। নিমিষাৰ উত্তৰে বৰুৱাৰ মনৰ সকলো ভাল-লগা সপোন শেষ কৰি দিলে। বৰুৱাই চালে, নিমিষাই অতি স্বাভাৱিকভাৱে নাঙঠ হৈ গৈ আল্‌নাত থকা আন কিবা কাপোৰ পিন্ধিবলৈ বিচাৰিছে। বৰুৱাৰ নিচিনা মানুহ এটাৰ আগত যেন আবুৰৰ কোনো প্ৰয়োজন নাই। শৰীৰৰ কিবা গুপুত সত্যক ঢাকি ৰাখি যেন বৰুৱাক আৰু নিমিষাই আকৰ্ষণ কৰিব নোখোজে! অকণো খৰ-ধৰ নকৰাকৈ নিমিষাই আল্‌নাৰপৰা আন এখন শাড়ী আনি পিন্ধা বৰুৱাই চাই থাকিল। হাতত থাকি যোৱা শাড়ীখনৰপৰা মুঠি ঢিলা কৰি বৰুৱাই নিজৰ চুলিবোৰ লিৰিকি-বিদাৰি চালে। ইমান কঠুৱা ব্যৱহাৰ যে নিমিষাই কৰিব পাৰে, নিমিষাৰ যে তলে তলে ইমান পৰিবৰ্তন হৈছে, সেই কথা বৰুৱাই নিজৰ ব্যস্ততাৰ মাজত আজিলৈকে মনেই কৰা নাছিল। নিমিষাতো কেতিয়াও আজিৰ দৰে অকণো লাজ নকৰাকৈ, হাত এখনেৰেও নিজক ঢাকিবলৈ চেষ্টা নকৰাকৈ বৰুৱাৰ আগত নাঙঠ হোৱা নাছিল! বৰুৱাই জীৱনত আজি প্ৰথম অনুভৱ কৰিলে যে চকুত কামনাৰ ৰং নাথাকিলে, দুয়ো পক্ষৰ মনে সপোন নৰচিলে, চকুৰ আগত থকা উলঙ্গ নাৰীমূৰ্ত্তিয়ে পুৰুষক তীব্ৰ অৱজ্ঞা কৰাৰ পৰিচয় হে দিয়ে।

'তোমাক এতিয়াও ভাল পাই আছোঁ বুলি তুমি কেনেকৈ ভাবিছা?'— এনেকুৱা এষাৰ কথা কওঁতে নিমিষাৰ মাত কঁপা নাই, নিমিষাই চঁক খোৱা নাই ; অতি ঘিণেৰে যেন শব্দকিটা উচ্চাৰণ কৰিলে নিমিষাই; আৰু সেই ঘিণ বেছি প্ৰকট কৰিবলৈকে যেন তেওঁৰ আগত অতি সহজভাৱে নাঙঠ হৈ দিলে। কি হ'ল নিমিষাৰ? তেন্তে বৰুৱাই ভবাটোৱেই সঁচা নেকি? আন কাকো ভালপোৱাৰ প্ৰমাণতো বৰুৱাই পোৱা নাই! বৰুৱাইতো একো বেয়া ব্যৱহাৰ কৰা নাই! বৰুৱাৰ জীৱনলৈ এইটো আকৌ কেনেকুৱা ধৰণৰ বিপদ আহিল! নিমিষাৰ আজিৰ ব্যৱহাৰে বৰুৱাক আজি এমাহৰ বহুত ঘটনাই মনত পেলাই দিলে। প্ৰতিটো ঘটনা সেই সেই সময়ত একোটা অকলশৰীয়া ঘটনা হিচাপে বিশেষ মন কৰিবলগীয়া একো নাছিল। কিন্তু এই সকলোবোৰ ঘটনাৰ মাজত যেন এক যোগসূত্ৰ বিচাৰি পালে। অবাক হৈ চিন্তা কৰি বিচনাতে পৰি থাকিল বৰুৱা।

স্বাভাৱিকভাৱে নিমিষাৰ দৈনন্দিন কামবোৰ হৈ যোৱালৈ চাই থাকিল বৰুৱাই।

ঘৰ সাৰি নিমিষাই আন দিনাৰ দৰেই ড্ৰেচিং-টেবুল, আল্‌না আদি পৰিপাটি কৰিলে।

বৰুৱাক আগৰ দৰে এপিয়লা চাহ দি "চাহ দিছোঁ" বুলি কৈ গ'ল।

আগৰ দৰে গা ধুলে।

বৰুৱাক দাড়ি খুৰোৱা সামগ্ৰী দি গ'ল। বুৰুজটোত ক'লা কিবা এটা লাগি থকা দেখি এৰুৱায়ো দিলে।

গা-ধোৱা-ঘৰত বৰুৱাৰ কাৰণে গামোচা-চুৰিয়া থ'লে।

একেলগে টেবুলত চাহ-জলপান খাবলৈ বহি সুধিলে - "ৰুটীৰ লগত তুমি কি খাবা? জেলী নে মাখন?"

বৰুৱাই ক'লে। কোৱা মতেই নিমিষাই দিলে। কোনো কথা নপতাকৈ দুয়ো খালে। বৰুৱাই ভাবিলে, খুড়ৰ ভমকতে কিবা এটা কৈ এতিয়া কথা পাতিবলৈ লাজ কৰিছে নিমিষাই। বৰুৱাৰ খুব মন গ'ল, সেই কথা নিমিষাৰ মুখৰপৰা শুনিবলৈ। বৰুৱাই জানে, এনেকুৱা কথা এনেয়ে মুখৰপৰা ওলাব নোৱাৰে। এনেকুৱাকৈ গিৰিয়েকক আৰু ভাল নাপায় বুলি কৈ দিয়াৰ পিচত তাৰ পৰিণতি কি হ'ব পাৰে, তাক নিমিষাই নাজানে নে? তথাপি সেইবোৰ কথাৰ বিশদ ব্যাখ্যা বৰুৱাই এতিয়াই কৰিব নোখোজে। আজি এমাহে এনেকুৱা বহুত ঘটনা হৈছে, যিবোৰৰ অৰ্থ বৰুৱাই একোকে বুজিব পৰা নাই। চিনেমাখনৰ কাম শেষ কৰি লৈ এদিন নিমিষাৰ লগত এই সকলোবোৰৰ বিষয়ে কথা পাতিব। নিমিষাৰ সকলো ভুল বুজাই দিব। কিন্তু আজিৰ এই চৰম সিদ্ধান্ত জনোৱাৰ দৰে কোৱা কথাকিটাৰ বিচাৰ কৰিবলৈ বৰুৱা ৰৈ থাকিব নোৱাৰে। ৰ'লে হয়তো জীৱনৰ সকলো সপোন শেষ হৈ যাব। নিমিষাই খুড়তে কৈছিল বুলিয়েই বৰুৱাৰ বিশ্বাস, আশাও। তাকে নিমিষাৰ মুখৰপৰা শুনিব লাগিব। তেহে বৰুৱাই শান্তি পাব। নে এইবোৰ তিতা-কেঁহা লগা কথা নুসুধিবই নেকি? কিন্তু বহুত কথা এনেকৈ বাদ দি যোৱাৰ পিচতে আজিৰ অৱস্থাটো পাইছেহি। এতিয়াও বাদ দিলে হয়তো আৰু বেয়ালৈ যাব। আৰু, নিজৰ অধিকাৰ দাবী কৰি এনে কথাৰ অৰ্থ জানিবলৈ নিবিচাৰিলে বৰ কাপুৰুষালি হ'ব। কাপুৰুষক তিৰোতাই ভাল নাপায। ভাবি-চিন্তি গহীনাই সুধিব খুজি হাঁহি মাৰিয়েই বৰুৱাই চাহ খোৱাৰ মাজতে সুধিলে ঃ ৰাতিপুৱাই নো ইমান কিহৰ খংটো দেখুৱালা? ৰুটী এটুকুৰা কামুৰি নিমিষাই আবেগহীন কণ্ঠেৰে স্পষ্টকৈ ক'লে ঃ একো খং দেখুওৱা নাই। সঁচা কথাকে কৈছোঁ।

ঃ ধেমালি নকৰিবা দেই।

ঃ ধেমালি ? —অৰ্থপূৰ্ণ হাঁহি মাৰিলে নিমিষাই।

ঃ কিয় তুমি এনেকুৱা কৰিছা নিমিষা? বৰুৱাই অনুনয়ৰ সুৰত ক'লে। নিমিষাৰ কোনো উত্তৰ নাই। খং উঠিল বৰুৱাৰ। কওঁ-নকওঁকৈ কৈ দিলে ঃ তেন্তে তুমি স্পষ্টকৈ কৈ দিয়া, মোৰ লগত আৰু সংসাৰ কৰাৰ তোমাৰ ইচ্ছা নাই । মই অকণো বেয়া নাপাওঁ। কিন্তু মোক এনেকৈ তিল-তিলকৈ পুৰি নামাৰিবা। স্পষ্টকৈ কৈ দিয়া যে তুমি মোক আৰু সহ্য কৰিব নোৱাৰা হৈছা। তেতিয়া, তুমি যেনেকৈ ভালপোৱা তেনেকৈ থাকিবলৈ তোমাক মই এৰি দিম। মই জোৰ কৰি মৰম আদায় কৰাত বিশ্বাস নকৰোঁ।

নিমিষা নিমাত।

ঃ কোৱা তুমি, এতিয়াই ক'ব লাগিব—মোৰ লগত বৈবাহিক সম্বন্ধ তুমি আৰু ৰাখিব নোখোজা নেকি? — প্ৰতিটো শব্দ পৰিষ্কাৰকৈ ফুটাই এক নাটকীয় ভংগিত বৰুৱাই ক'লে। নিমিষাই কিন্তু সেই উত্তৰ দিয়াৰ কোনো চেষ্টা নকৰিলে। চাহ খোৱা থাল-পিয়লা ধুবলৈ গুচি গ'ল।

তাৰ পিচৰপৰা এই দিনৰ এক বজালৈকে হেজাৰবাৰ একেটা প্ৰশ্নকে কৰিলে বৰুৱাই। কিন্তু কোনো উত্তৰ নাই। প্ৰথমতে প্ৰশ্নটো কৰি বৰুৱাই ভয় খাই গৈছিল। যদি সঁচাকৈ নিমিষাই বৰুৱাৰ লগত আৰু থাকিব নোখোজে বুলি কয়, তেন্তে কি কৰিব বৰুৱাই? কিন্তু প্ৰথম দুই-তিনিবাৰ প্ৰশ্নটোৰ কোনো উত্তৰ নিমিষাই নিদিয়াত বৰুৱাৰ লগত আৰু থাকিব নোখোজে বুলি কয়, নিমিষাই নিদিয়াত বৰুৱাৰ সাহ বাঢ়িল। তেন্তে সিমানখিনিলৈকে যাবলৈ নিমিষা প্ৰস্তুত নহয়। তাৰ পিচত বৰুৱাৰ লাহে লাহে সাহস বাঢ়ি আহি আছে। হিন্দুমতে বিবাহিতা তিৰোতা আমাৰ ইয়াত এতিয়াও সিমান আধুনিকা হোৱা নাই যে এৰোঁ বুলিয়েই গিৰিয়েকক এৰি দিব পাৰে। গিৰিয়েকক বেয়া পাব পাৰে, সদায় কাজিয়া কৰিব পাৰে, গুচি যাম বুলি ভয় খুৱাব পাৰে, কিন্তু প্ৰকৃততে যাব নোৱাৰে। আজি এমাহে নিমিষাই কৰি অহা ইমানবোৰ

উৎপাত এটা প্ৰশ্নৰেই শেষ কৰি নিমিষাক কাবু কৰিব পৰা দেখি নিজৰে গৰ্ব বোধ হ'ল বৰুবাৰ। মাইকী মানুহে সাধাৰণতে পৰিণতিৰ কথা নভবাকৈ বহুত কাম কৰে। পৰিণতিটো চকুৰ আগত দাঙি ধৰিলে ভয় খাই যায়। তথাপি নিমিষাই উত্তৰ দিব লাগিব। মুখ খুলি ক'ব লাগিব তেওঁ খঙতে নভবা-নিচিন্তাকৈ কোৱা বুলি। নহ'লে নহ'ব। ক'বই লাগিব। নিমিষাই এইদৰে উপেক্ষা কৰাটো সহ্য কৰি থকা অন্যায় হ'ব—পৰিণতি বেয়া হ'ব। যিমানে দেৰি হৈ আহিছে, সিমানে বৰুবাৰ সাহ বাঢ়ি আহিছে, সিমানে বৰুবা নিশ্চিন্ত হৈ আহিছে যে ইমান ডাঙৰ এটা কঠোৰ সত্যৰ সন্মুখীন হ'বলৈ নিমিষা একেবাৰে প্ৰস্তুত হোৱা নাছিল। কিন্তু সেইবুলি এই অৱজ্ঞা সহ্য কৰিব নোৱাৰি। বৰুবাই জানে, স্বামী-স্ত্ৰীৰ মাজত বন্ধু-ভাব থাকিব লাগে। কিন্তু উভয় পক্ষৰ উভয় পক্ষৰ প্ৰতি সন্মানৰ ভাব নাথাকিলে সেই বন্ধু-ভাব আহিব পাৰে জানো? নিমিষাৰ বৰুবাৰ প্ৰতি সন্মান থকাৰ কথা এনে ব্যৱহাৰে কেতিয়াও নুসুচায়।

দুয়োৰে ভাত টেবুলতে ঢকা আছে। নিমিষাৰপৰা উত্তৰ নাপালে বৰুবাই ভাত নাখায়। নিমিষায়ো খোৱা নাই। বৰুবাই নোখোৱাকৈ নাখায়। সেই কথা বৰুবাই জানে। শিলৰ মূৰ্তিৰ দৰে বহি থকা নিমিষালৈ চাই বৰুবাৰ কিবা খং উঠিল। পুৱাৰেপৰা বৰুবাই বহুত বুজাইছে নিমিষাক। বুজাওতে সাবটি ধৰিছে নিমিষাক, চুলিত হাত ফুৰাই দিছে, পিছুলা চাদৰ টানি বুকু ঢাকি দিছে, জোৰকৈ চুমা খাইছে। নিমিষাই আপত্তি কৰা নাই। যিমানকণ লাজ আৰু আপত্তি কৰিলে, যিমানকণ সহযোগ কৰিলে, স্ত্ৰী-সঙ্গ মধুৰ হয়, সেইকণ কৰা নাই নিমিষাই। বৰঞ্চ বৰুবাৰ সকলো আদৰ-সাদৰ কেৱল সহ্য কৰি গৈছে, লগে লগে উল গুঁঠি আছে আৰু চুমা খোৱাৰ পিচত মুখখন কিবা বেয়া বস্তু লগাৰ দৰে আঁচলেৰে মোহাৰি পেলাইছে।

আৰু সহ্য নহ'ল জীৱনজিৎ বৰুবাৰ। একে জাঁপে বিচনাৰপৰা নামি নিমিষাৰ ওচৰ পালেগৈ। খঙেৰে ডাঙৰকৈ মাতিলে ঃ নিমি?

ঃ ভাত খাবা? — সহজভাৱে নিমিষাই বহাৰপৰাই সুধিলে।

বৰুবাৰ খঙে মূৰৰ চুলি পালেগৈ।

ঃ গুলী মাৰা ভাত। মোৰ উত্তৰ দিয়া।

নিমিষাই নিমাতে গুঁঠি থাকিল। খঙত বৰুবাই ফেনখন বন্ধ কৰি দিলে। নিমিষাই উল গুঁঠি থাকিল।

খঙত বৰুবাই দুই বাহুত ধৰি নিমিষাক থিয় কৰাই দিলে। থিয় কৰাই জোকাৰি দিলে। উলগোঠা শলা এডাল পৰি গ'ল। আচৰিত হৈ নিমিষাই বৰুবালৈ চালে। দুবছৰীয়া বৈবাহিক জীৱনত বৰুবাৰ এনে গাত-হাত-লগোৱা ব্যৱহাৰ এয়ে প্ৰথম। "ঈস্"- মুখ বেঁকা কৰি নিমিষাই এই এটা শব্দ উচ্চাৰণ কৰি বৰুবাৰ খঙক তেওঁ অতি তুচ্ছ জ্ঞান কৰে বুলি বুজাই দিলে। পৰি যোৱা শলাডাল তুলিবলৈ কুঁজা হ'ল নিমিষা।

বেলিটো ডাৱৰে ঢাকি বতৰটো চকা-চমকা কৰিলে। মেঘে সৰুকৈ গিৰিং কৰিলে। ঘৰৰ ভিতৰখনো অলপ আন্ধাৰ যেন হ'ল।

বৰুবাৰ চূৰ্তি হেৰাল। শলাডাল বুটলিব খোজা নিমিষাক বাহুত ধৰি পোন কৰি হাতত থকা উল আৰু শলা কাঢ়ি লৈ দলিয়াই পেলাই দিলে। তাৰ পিচত টানি নি বিচনাত ওপৰলৈ মূৰকৈ ঠেলা মাৰি পেলাই দিলে। নিমিষাৰ দুয়োকাষে হাতত ভেজা দি বৰুবা নিমিষাৰ ওপৰতে উবুৰি খাই ধপচ্‌কৈ কাষতে বহিল। বৰুবাই ফোঁপাইছিল। কিছুমান কাম আছে, যিবোৰৰ এটা কৰিলে তাৰ লগত শাৰী পূৰাই থকা বাকীবোৰো কৰিবই লাগিব। মদ খোৱাৰ লগত ধাৰ কৰা, নিশা পলমকৈ ঘৰলৈ অহা, চিগাৰেট খোৱা, নাৰী সংসৰ্গ আদি শাৰী পূৰাই থকা কাম ; এটা এটাকৈ কৰি যাব লগা হয়। সেইদৰে কিবা এটা দাবী কৰাৰ পিচত তাক পূৰাবলৈ সকলো ব্যৱস্থা ল'বই লাগিব। বৰুবাৰ খং ইমানখিনি আহি পোৱাৰ পিচত এৰি দিয়াৰ উপায় নাই। এতিয়া এই খঙৰ পথেদিয়েই নিমিষাক সৈমান কৰাব লাগিব। ফোঁপাই ফোঁপাই, এটা হাতৰ মুঠি নিমিষাৰ নাকৰ

ওচৰত জোকাৰি বৰুৱাই ক'লে ঃ কোৱা, এতিয়াই কোৱা, মোক তুমি বেয়া পোৱা হৈছা নেকি?

ঃ এৰি দিয়া।

ঃনেৰোঁ।

ঃ মাৰিব খুজিছা? —নিমিষাৰ চকুত জুই।

ঃ মাৰি শেষ কৰি দিম। — বৰুৱা গুজৰি উঠিল।

ঃ হুঁ ঃ, কাপুৰুষৰ সাহটো চোৱা। — এইবুলি নিমিষাই বাগৰ সলাই সাউৎকৰে বৰুৱাৰ হাতৰ তলৰপৰা পিছলি ওলাই ওচৰতে থিয় হৈ নিজৰ চুলি আৰু কাপোৰ ঠিক কৰি ল'লে। বৰুৱাৰ চকুৰেদি যেন জুই ওলাইছিল। আজি মৰিয়াই মৰিয়াই চেপেটা কৰি হ'লেও নিমিষাৰ মুখৰপৰা বৰুৱাই উত্তৰ উলিয়াবই। কিহৰ কাৰণে উত্তৰ লাগে বৰুৱাই খণ্ডত পাহৰি গ'ল। নিমিষাই তেওঁক আগৰ দৰে ভালপোৱাটো হে যে তেওঁ বিচাৰে আৰু তাৰ কাৰণেই হে যে এই কাণ্ড, সেইবোৰ তেওঁ পাহৰি গ'ল। এতিয়া বৰুৱাৰ একমাত্ৰ জেদ, নিমিষাক সৈমান ক-ৰা-ব-ই লাগিব। চুলিকোছাত থাপ মাৰি ধৰাৰ আগতে শেষ সাৱধান বাণী শুনোৱাৰ দৰে বিচনাৰপৰাই বৰুৱাই চিঞৰি সুধিলে ঃ তুমি তেন্তে উত্তৰ নিদিয়া?

সংযত হৈ স্থিৰভাৱে বৰুৱালৈ চাই নিমিষাই ক'লেঃ উত্তৰ? কিছুমান কথা মুখেৰে ফুটাই নোকোৱাকৈও হয়। কিন্তু তুমি নুবুজা। শুনা, তোমাক মই বেয়া পাওঁ, ঘিণ কৰোঁ, অতিপাত ঘিণ কৰোঁ। তুমি মোৰ জীৱনৰ কালশত্ৰু। মই বাচিবলৈ তোমাক এৰিব লাগিব। তোমাৰ প্ৰতি যিকণ পুতৌ আছিল, সেইকণো আজিৰ ব্যৱহাৰেৰে তুমি শেষ কৰি দিলা। কেতিয়াও ভুল নুবুজিবা, তোমালৈ মোৰ কোনো মৰম-প্ৰেম-মমতা নাই, একেবাৰে নাই।

কোনো উত্তেজনা প্ৰকাশ নকৰাকৈ, পেটত থকা বেয়া বস্তু বমিকৰি উলিয়াই দিওঁতে মুখত ঘিণৰ ভাব বিয়পি পৰাৰ দৰে মুখখন কৰি, বমি কৰাৰ পিচত সুস্থ হোৱাৰ দৰে কৈ উঠি শান্ত হৈ, নিমিষাই পৰি থকা উল আৰু শলা বুটলি ল'লৈগে।

নিমিষাই উত্তৰ দিবলৈ আৰম্ভ কৰোঁতে বৰুৱা বিজয়ী বীৰৰ দৰে শান্ত হৈ পৰিছিল। নিমিষাক উত্তৰ দিবলৈ সন্মত কৰাব পৰাটোয়েই যেন এটা ডাঙৰ বিজয়। নিমিষাই কৈ যাওঁতে কথাবোৰৰ অৰ্থ তেওঁ বুজা নাছিল।— বুজিব খোজা নাছিল। কিন্তু লাহে লাহে সেইবোৰ কথাৰ অৰ্থই তেওঁক বিচনাতে কোঙা কৰি বহুৱাই থ'লে। হঠাৎ কাটিলে কাটোঁতেই দুখ অনুভৱ কৰিব নোৱাৰি; লাহে লাহে হে বিষ বাঢ়ে । কথাবোৰে বৰুৱাৰ বুকুত কৰা আঘাতটোৰ বিষ লাহে লাহে বেছি হৈ আহিল। বৰুৱাই আকৌ কিবা প্ৰশ্ন কৰে বুলি সন্দেহ কৰিয়েই যেন অদূৰত বৈ নিমিষাই আকৌ ক'লে ঃ এইবোৰ কথা ক'বলৈ ভাল নালাগে। কিন্তু ক'বই লাগিব যেতিয়া , কৈ পেলালোঁ। নক'লে তুমিও মিছাকৈ আশা কৰি থাকিবা। সেইটো মই নিবিচাৰোঁ। এতিয়া তুমি যি ইচ্ছা কৰিব পাৰা। কিন্তু মোক আৰু কোনো প্ৰশ্ন নকৰিবা।

বাহিৰত আকাশখন ভাগি পৰিল পৃথিৱীৰ বুকুত। টিঙৰ চালত বৰষুণৰ কিনিনি আৰু কেঁকনিয়ে যেন বৰুৱাৰ জীৱনৰ এটা অধ্যায় শেষ হোৱাৰ ইংগিত দিলে। হঠাৎ সকলো হেৰুৱাই ৰিক্ত হোৱা মানুহৰ দৰে বৰুৱা অবাক হৈ বহি থাকিল। কিয় যে চকুৰেদি ধাৰাসাৰে পানী বৈছিল, বৰুৱাই নাজানে। কান্দি থকা গিৰিয়েকলৈ খন্তেক চাই নিমিষাই সহজভাৱে গৈ টেবুলফেনখন চলাই দিলেগৈ। তাৰ পিচত গিৰিয়েকলৈ পিঠি দি বহি, ফেনৰ বতাহ অবাৰিতভাৱে বুকু-পিঠিত লাগিবলৈ বুকুৰ চাদৰখন আঁতৰাই দিলে। নিমিষাৰ ব্যৱহাৰ দেখি অবাক হৈ বৰুৱাৰ হঠাতে ওলোৱা চকুপানী নিজে নিজে বন্ধ হৈ গ'ল।

বিচনাতে পৰি থকা আজি ৰাতিপুৱা অহা চিঠিখনে যেন বৰুৱাক নিজ জীৱনৰ পথৰ নিৰ্দেশ দিবলৈ মাতিলে। সেইখন কলিকতাৰপৰা অহা প্ৰেম শৰ্মাৰ চিঠি। মাত্ৰ চাৰি দিন পিচতে জৰুৰ কলিকতা পাবগৈ লাগে বুলি লিখিছে। সেই চিঠিখনে যেন বৰুৱাক এইবোৰ অশান্তি বাদ দি ওলাই যাবলৈ মৰমেৰে নিমন্ত্ৰণ কৰিছে। বৰুৱাই একেথৰে চিঠিখনলৈ

চাই থাকিল। ........

বৰষুণ কেতিয়াবাই এৰিলে। ভাত খোৱা আৰু নহ'ল। কাষৰে মানুহ ঘৰত কথা পতাৰ শব্দ শুনি বৰুৱাই বুজিলে, নিমিষা তাত আছে ; সেই মানুহগৰাকী নিমিষাৰ স্কুলৰে বান্ধৱী; একেলগে পঢ়া। হয়তো মনটো পাতলাবলৈ গৈছে। কি কথা পাতিছে বাৰু ? নিমিষাৰ এটা আচৰিত গুণ আছে ; সকলো অশান্তিৰ মাজতো স্বাভাৱিক হৈ থাকিব পাৰে। বৰুৱাই কিন্তু নোৱাৰে।

পূৰা তিনি ঘন্টাৰ পিচত জীৱনজিৎ বৰুৱা বিচনাৰপৰা নামিল। বগা পায়জামাটোৰ সৈতে ওখ বগা সুপুৰুষ বৰুৱাৰ পঁচিশ বছৰীয়া দেহাটো শুৱনিকৈ থিয় হ'ল। চুলিখিনি অবিন্যস্ত হ'লেও প্ৰাচুৰ্য্যেৰে শুৱনি। খোৱা-কোঠাত গৈ দেখে, টেবুলতে দুয়োৰে ভাত ঢকা আছে। বৰুৱাই জানে, নিমিষাই তেওঁক এৰি ভাত খাব নোৱাৰে; কেতিয়াও খোৱা নাই। নিমিষাক লঘোনে থোৱা দেখি বৰুৱাৰ মনটো হঠাতে বেয়া লাগিল। ইমান কষ্ট কৰি বেচেৰীয়ে ৰান্ধিলে, বাঢ়িলে! জেদ কৰি একেটা প্ৰশ্নেৰে মানুহজনীক এনেকৈ শাস্তি নিদিয়া হ'লে নো কি ক্ষতিটো হ'লহেঁতেন? ইমান তিতা-কেঁহা অৱস্থা এটাৰ সৃষ্টি কৰাৰ কি প্ৰয়োজন আছিল? অকল মুখৰ কথা এষাৰতে লাগি থাকিব পায় নে ? ক'তা—ব্যৱহাৰত, ঘৰুৱা কাম-কাজ কৰাত, বৰুৱাৰ আলপৈচান ধৰাত, নিমিষাইতো হীন-ডেঢ়ি কৰা নাই। ক'ত পুৱাই কিবা এটা কথা খপ্‌কৰে মুখৰপৰা ওলাল নিমিষাৰ; তাতে লাগি থাকিব পায় জানো? নিমিষাৰো আত্মসন্মান আছে। কোৱা কথাষাৰ মিছা বুলি ক'বলৈ টান পাইছে, হয়তো সঁচা বুলিও পোনপটীয়াকৈ ক'ব পৰা নাই। খঙত সেয়ে যিহকে-তিহকে কৈছে। আৰু, গিৰিয়েক-ঘৈণীয়েকৰ সৰু-সুৰা দন্দ লাগি থকাটো খুব স্বাভাৱিক কথা। সংস্কৃত শ্লোকটো মনত পৰিল বৰুৱাৰ--

"অজা যুদ্ধে ঋষি শ্ৰাদ্ধে প্ৰভাতে মেঘাড়ম্বৰে
দাম্পত্যোঃ কলহে চৈব বহ্বাৰম্ভে লঘু ক্ৰিয়া ।"

ছাগলীৰ যুঁজ, পুৱাৰ মেঘ, গিৰিয়েক-ঘৈণীয়েকৰ দন্দ আদিৰ আৰম্ভণিৰ আয়োজন বিৰাট; কিন্তু শেষত দেখা যায় একোৱেই নাই। ইমানবোৰ জানি-শুনিও বৰুৱাই আজি বাৰু এইখন কি অশান্তি সৃষ্টি কৰিলে! ছিঃ। তিনি ঘন্টাৰ আগতে নিমিষাৰ মুখৰপৰা তেওঁৰ প্ৰশ্নৰ উত্তৰটো উলিওৱাৰ ওপৰতে যেন বৰুৱাৰ কাৰণে গোটেই পৃথিৱী ধ্বংস হোৱা-নোহোৱাটো নিৰ্ভৰ কৰিছিল। আৰু, তিনি ঘন্টাৰ পিচত এতিয়া বৰুৱাৰ সেই কথা মনত পৰিও লাজ লাগিল। নিমিষাৰো কিন্তু অন্যায় হৈছে ; "এনেয়ে কৈছিলোঁ হে" বুলি কৈ দিলেই সকলো অশান্তি শেষ হ'লহেঁতেন; অথচ তাকে নকৰিলে। বৰুৱাক আঘাত দিবৰ কাৰণে ইমান কঠুৱা শব্দবোৰ বাৰু কেনেকৈ উচ্চাৰণ কৰিছিল নিমিষাই! পাৰে, তিৰোতাই পাৰে। মাকে খঙত মৰমৰ পুতেককো মৰিবলৈ শাও দিব পাৰে। তাকে কেৱল মুখেৰে হে ; পেটেৰে ভগৱানক খাটি পুতেকৰ মঙ্গল কামনা কৰি।

জীৱনজিৎ বৰুৱাই চৰকাৰী প্ৰচাৰ-বিভাগত কেৰেণীৰ কামকৰে। কিন্তু আন তথাকথিত কেৰেণীৰ সৈতে বৰুৱা একে নহয়। গুৱাহাটীত বৰুৱা নাম কৰা অভিনেতা; খোজ-কাটল, চাল-চলন, চুলি, কথনভংগি আদিত তাৰ প্ৰমাণ আছে। এতিয়া আজি প্ৰায় এমাহ ধৰি পৰিচালক প্ৰেম শৰ্মাৰ লগত চিনেমাতো অভিনয় কৰিবলৈ ওলাইছে। হয়তো তাতো শ্ৰেষ্ঠ অভিনেতাই হ'ব বৰুৱা। চাৰি দিনৰ পিচতে চুটিঙৰ কাৰণে কলিকতালৈ যাব। এই বাবেই "নতুন জীৱন" নামৰ প্ৰেম শৰ্মাই কৰিব খোজা কথাছবিখনত বৰুৱা সহকাৰী পৰিচালকো হ'ব। তাৰ উপৰি বৰুৱা চিত্ৰকৰ-আৰ্টিস্ট ; কেবাখনো কিতাপৰ বেটুপাত আঁকিছে, বহু প্ৰদৰ্শনীত ছবি দেখুৱাইছে, এইবাৰ প্ৰেম শৰ্মাৰ চিনেমাৰ পোস্টাৰ আঁকি বহুত টকা পাইছে। আলোচনী আদিত বৰুৱাই ছবি অঁকা আৰু অভিনয় সম্পৰ্কে কেবাটাও প্ৰবন্ধ লিখিছে। বহুত অপ্ৰকাশিত কবিতাও লিখি থোৱাতে আছে। জীৱনজিৎ বৰুৱাই গানৰ চৰ্চাও কৰে । নিজৰ গান নিজে ৰচনা কৰি নিজে সুৰ দিয়ে। সভা-সমিতিত বৰুৱাই প্ৰায়ে গান গায়; কিন্তু আকাশবাণীত এতিয়াও গাবলৈ পোৱা নাই কাৰণে প্ৰতিষ্ঠা লাভ কৰা নাই বুলি মনতে প্ৰায়ে ভাবে। চেষ্টা কৰিছিল; কিন্তু বৰুৱাক হিংসা কৰা মানুহ আকাশবাণীত কেবাজনো; গতিকে সফল

নহ'ল। প্ৰতিদিন সেয়ে কাকত-পত্ৰত 'সম্পাদকলৈ চিঠি'ত বৰুৱাই প্ৰায়ে আকাশবাণীৰ গানৰ সমালোচনা কৰে। আৰু বৰুৱাই বাঁহী বজায় (আচলতে , এই বাঁহী বজায়েই এদিন বৰুৱাই নিমিষাক প্ৰথম আকৰ্ষণ কৰে, কোনোবা এটা বিচিত্ৰানুষ্ঠানত, আজি পাঁচ বছৰৰ আগতে)। গতিকে চাকৰিজীৱী হিচাপে যে বৰুৱা ডেৰ শ টকীয়া কেৰেণী, এই কথা কাৰো মনত নাথাকে; বৰুৱাৰ নিজৰো। স্বাভাৱিকতে, যিবোৰ গুণৰ কাৰণে বৰুৱাৰ সুনাম —অভিনেতা ,গায়ক, লেখক, চিত্ৰকৰ, বাঁহীবাদক আদি — সেইবোৰত বৰুৱাই বেছি গুৰুত্ব দিয়ে। চাকৰিটো হাতৰ পাচ। এই সৰু চাকৰিটো বৰুৱাই ইচ্ছা কৰিলে এৰি দিব পাৰে; কেতিয়াবা এৰাৰ কথা ভাবেও। অফিচত ওপৰৱালাকে আদি কৰি সকলোৱে বেলেগ সন্মানৰ চকুৰে চালেও, কেতিয়াবা কোনোবা গুণমুগ্ধই কেৰেণীৰ কাম কৰি থকা অৱস্থাতে পালেহি, বৰুৱাই বৰ লাজ পায়। তেতিয়া বৰুৱাই কথাৰ মাজতে কয় ঃ স্বাধীন ভাৰতত শিল্পীৰ পৰিচয় এয়াই ; কেৰেণীৰ চাকৰি কৰিহে ভাত খাব লাগে। এই সৰু চাকৰিটো কিন্তু বৰুৱাই এনেয়ে কৰি থকা নাই। বৰুৱা এলেহুৱা ; কাম বৰকৈ কৰিব নোৱাৰে। শিক্ষা-দীক্ষাৰ ফালৰপৰাও কেৰেণীতকৈ ওখ চাকৰি নাপায়। আৰু বৰুৱাৰ বাকীবোৰ জনপ্ৰিয় গুণৰ উপাৰ্জন-ক্ষমতাৰ বিষয়ে নিজৰে সন্দেহ আছে। গতিকে চাকৰিটো ৰাখি থৈছে। কি চাকৰি কৰে বুলি কোনোবাই সুধিলে বৰুৱাই বেয়া পায়। এনেকুৱা প্ৰশ্নক অভদ্ৰতা বুলি ভাবে। বিয়াৰ আগতে নিমিষাৰ মনৰ বুজ ল'বলৈ বৰুৱাই কৈছিল, বিয়া কৰায়েই চাকৰিটো এৰি দিব। স্বভাৱতে নাৰীসুলভ যুক্তিৰে এনে কাম্যৰ পৰিণতি বেয়া হোৱাটো সন্দেহ কৰি নিমিষাই উত্তৰ দিছিল; তুমি যত্ন কৰিলে ইয়াতকৈ বহুত ভাল চাকৰি পাবা। চেষ্টা নকৰা কাৰণে হে। এই সাধাৰণ কথাকিটাৰে নিমিষাই বুজাই দিছিল যে চাকৰি এৰা ভাল নহয়; বৰঞ্চ ইয়াতকৈ বেছি দৰমহা চাকৰিৰ কাৰণে চেষ্টা কৰিব লাগে। বৰুৱাৰ মনে মনে ভাল লাগিছিল, নিজে ডাঙৰ চাকৰি পোৱাৰ যোগ্য বুলি নিমিষাই ভবাৰ কাৰণে। কিন্তু বিয়াৰ আজি দুবছৰ পিচলৈকে বৰুৱাৰ ডাঙৰ চাকৰিও হোৱা নাই,কেৰেণীৰ চাকৰিও এৰা হোৱা নাই। বিয়াৰ আগতে নিমিষাক বৰুৱাই ডাঙৰ চাকৰি এটা হে আছে বুলি ফাঁকি দি থৈছিল। ভাগ্য ভাল যে বিয়াৰ পিচত নিমিষাই কেতিয়াও সেই কথা সোধা নাই ।

আগৰ দিনৰ প্ৰতাপী বংশৰ দুখীয়া পৰিয়ালৰ ল'ৰা জীৱনজিৎ বৰুৱা। ঘৰ নগাঁৱত। বাপেক সৰুতে ঢুকাল। ঢুকুৱাৰ আগতে মৌজাটোও গ'ল আৰু মৌজাৰ ধাৰ মাৰি জেললৈ নোযোৱাকে সাৰিবলৈ চাওঁতে মাটি-সম্পত্তি প্ৰায়বোৰেই গ'ল। টকাৰ অভাৱতে পঢ়িব নোৱাৰি বৰুৱাৰ একমাত্ৰ ককায়েকে এখন চাইকেল মেৰামতিৰ দোকান খুলিলে। সেইখন এতিয়াও আছে। ককায়েক প্ৰাণজিৎ বৰুৱাও আনবোৰ চাইকেল-মিস্ত্ৰীৰ নিচিনা নহয়; চাইকেলৰ দোকানত বহি বহিয়েই গোটেই পৃথিৱীৰ ৰাজনীতি আলোচনা কৰে, গ্ৰেপ্তাৰ হোৱাৰ ভয় নথকা কালত নিজক কমিউনিস্ট বুলি জাহিৰ কৰি সময়-সচেতনতাৰ পৰিচয় দিয়ে। চাইকেলৰ দোকানৰ পইচাৰে ককায়েকে ভায়েকক পঢ়াইছিল। কিন্তু ধৰা-বন্ধা নীতি-নিয়মৰ মাজত পঢ়া-শুনা কৰি হাৰাশাস্তি হোৱা জীৱনজিৎ বৰুৱাৰ শিল্পী প্ৰাণে ইন্টাৰমিডিয়েট পৰীক্ষা পাছ কৰিব নুখুজিলে - তিনিবাৰ যুঁজিও। এতিয়া অৱশ্যে ককায়েকেও গৰ্ব কৰে ভায়েকৰ অভিনয় আদিত প্ৰতিভাৰ কথা কৈ । গৰ্ব কৰি কয় ঃ নগাঁৱৰ কেলেহুৱাখনে নুবুজিলে বুলিয়েই প্ৰতিভা হেৰাই যাব নে? সেয়া এতিয়া গুৱাহাটী তথা গোটেই অসমতেই সানটি লৈছে। বৰুৱাৰ ঘৰৰ ল'ৰা হে তেওঁ ......। প্ৰথমতে মাক আৰু তাৰ পিচত বাপেক ঢুকুৱা ঘৰখনত এতিয়া ককায়েক প্ৰাণজিৎ বৰুৱা ঘৈণীয়েক আৰু ল'ৰা-ছোৱালী তিনিটা লৈ থাকে। সৰু ভায়েকটো পুলিচত এচিষ্টেণ্ট-চাব-ইন্সপেক্টৰ ; ধুবুৰীত এতিয়া। বায়েক দুজনীৰ বিয়া হৈ গৈছিল বাপেক জীয়াই থাকোঁতেই। নিমিষাৰ দেউতাক নগাঁৱৰে; গুৱাহাটীত স্টেট ট্ৰেন্সপৰ্টত সৰু বিধৰ মেকানিকৰ চাকৰি এটাকে কৰে। নগাঁৱৰ কোনোবা গাঁৱত ঘৰ আছিল। কোনোবা এটা আৰ্থিক দুৰ্য্যোগত সেইবোৰ কেতিয়াবাই গ'ল। গুৱাহাটীত ভাড়া-ঘৰত থাকে; নিমিষা বৰ জীয়েক; উপজিছে ভাড়া-ঘৰতে। বৰ পুতেক এই বছৰ নগাঁও কলেজত লেকচাৰাৰ সোমাইছে। ককায়েকৰ বৰ আপত্তি আছিল নিমিষাক জীৱনজিৎ বৰুৱালৈ দিয়াত। ককায়েকৰ মতে জীৱনজিৎ বৰুৱা নিজৰ নামটোৰ দৰেই ভুৱা আৰু অপদাৰ্থ। কিন্তু নিমিষাৰ প্ৰেম সেই বাধাই বেছি হে কৰিলে। তাতে কথাই কথাই ওলাই পৰিল যে নিমিষাৰ বাপেক আৰু বৰুৱাৰ বাপেক এসময়ত বন্ধু আছিল। গতিকে ককায়েকৰ আপত্তি কামত নাহিল। নগাঁৱতে ককায়েক থকা ভাড়া-ঘৰত ঘৰোৱালী

## এই গতি নিৰবধি

ঘৰ আৰু বৰুৱাৰ ককায়েকৰ ঘৰত দৰা-ঘৰ হৈ বিয়াখন হৈ গ'ল। বিয়াৰ পিচত কিন্তু বৰুৱাই নগাঁৱৰ নিজৰ ঘৰত নিমিষাক ৰাখিব পৰা নাই। গাঁৱলীয়া নবৌৱেকজনীয়ে নিমিষাক দেখিব নোৱাৰে, নিমিষায়ো থাকি বেয়া পায়। বিয়াৰ আগতে বৰুৱাই এদিন সঁচাই-মিছাই নিজৰ টকা অহাৰ কিমান বাট আছে, সেই টকাৰে কেনেকৈ দুয়ো সুখেৰে থাকিব, আদি কথা বুজাওঁতে নিমিষাই গলি গৈ কৈছিল ঃ তুমি টকা পাই প্ৰথমে এটা সৰুকৈ ঘৰ সাজিবা। আমি তাত থাকিম। গোটেই জীৱনটো ভাড়া-ঘৰত থাকি থাকি আমনি লাগিছে। ভাড়া-ঘৰত যে মোৰ একোকে কৰিবৰ মন নাযায়। এই কথা মনত ৰাখিয়েই বৰুৱাই বিয়াৰ পিচতে নগাঁৱত ককায়েকৰপৰা নিজৰ ভাগৰ মাটিকণ বেলেগ কৰি লৈ বেচি দি গুৱাহাটীত মাটি কিনিলে, ঘৰো সাজিবলৈ আৰম্ভ কৰিলে। কিন্তু আধা কৰাতে ৰ'ল। এতিয়া দুহেজাৰমান টকা হ'লে সোমাব পৰা হয়; কিন্তু সেই দুহেজাৰ বৰুৱাই গোটাব পৰা নাই। আচলতে নগাঁৱত নিজৰ মাটিৰ ভাগ লৈ বেচাৰ কাৰণেই ককায়েক-নবৌৱেকৰ লগত বৰুৱাৰ মনোমালিন্য হয়। ফলস্বৰূপে নিজৰ পুৰণি ঘৰ এখন বুলি ভাবিবলৈ বৰুৱাৰ এতিয়া থল নোহোৱাৰ নিচিনা।

খোৱা-টেবুলৰ ওচৰতে থকা চকীখনত বহি বৰুৱাই ভৰি দুটা টেবুলৰ ওপৰলৈ তুলি দিলে। আজি বৰুৱাৰ অফিচলৈ যোৱা নহ'ল। নিয়মমতে যাব লাগিছিল; কাৰণ, দুই-এদিন পিচতে বৰুৱাক দীঘলীয়া ছুটী লাগিব— চিনেমাৰ চুটিঙৰ কামখিনি কলিকতাত সম্পূৰ্ণ কৰিবলৈ। কিন্তু যায় কেনেকৈ অফিচলৈ? ঘৰুৱা ইমান অশান্তি লৈ অফিচলৈ যাব পাৰি নে? বৰুৱাৰ এনেকুৱা অৱস্থাত কেতিয়াবা নিজকে মাৰি পেলাবৰ মন যায়। আজি প্ৰায় এমাহ ধৰি নিমিষাৰ মনৰ এক বিশেষ পৰিৱৰ্তনে বৰুৱাক আমনি কৰি আহিছে। কিন্তু এই এমাহ বৰুৱা নতুনকৈ প্ৰেম শৰ্মাই কৰিব খোজা কথাছবিখনৰ নানান কামত এনেকুৱাকৈ লাগি আছে যে ঘৰুৱা সৰু-সুৰা বহুত কথাকে চকুত নপৰা হৈছে। আজিৰ ঘটনাটো কিন্তু একেবাৰে চৰম সীমা পালেগৈ। বৰুৱাই ভালকৈ জানে যে হঠাৎ এদিন ইয়াতকৈ চোকা কথা ক'লেও বৰুৱাই হয়তো সাধাৰণ কথা বুলি এৰি দিব পাৰে। কিন্তু আজি কিছুদিন একে লেথাৰিয়ে নিমিষাই এনেকুৱা ব্যৱহাৰ কৰি আহিছে যে সেই সকলোবোৰ ঘটনা একেলগে কৰিলে নিমিষাৰ বৰুৱাৰ প্ৰতি চৰম অৱজ্ঞাৰ ভাবেই প্ৰকট হৈ উঠে। আৰু সেই কাৰণেই আজি বৰুৱাই নিমিষাৰ পুৱাৰ মন্তব্য অৰ্থহীন বুলি এৰি দিব নোৱাৰিলে। আগেয়ে কেতিয়াও বৰুৱাই ভাবি চোৱা নাছিল, কিন্তু আজি বৰুৱাৰ অনুসন্ধান কৰিবৰ মন গ'ল—কিয় নিমিষা এনেকুৱা হৈছে। প্ৰায় দুবছৰ সামান্য খং-ৰাগো নোহোৱাকৈ বৈবাহিক জীৱন কটোৱাৰ পিচত হঠাৎ নিমিষাৰ কি হ'ল! কোনো কথাকে নিমিষাই বৰুৱাৰ আগত নুলুকায়! এইবাৰ তেন্তে কি হৈছে ! নিমিষাই বৰুৱাক কোৱা নাই কিয়? কি হব পাৰে বাৰু নিমিষাৰ? কি হ'ব পাৰে?--এই প্ৰশ্নকে বাৰে বাৰে নিজক কৰি বৰুৱাৰ আজি হঠাতে মনত পৰিল প্ৰায় এমাহৰ আগৰ এটা দিন। হয়, সেইদিনাই প্ৰথম নিমিষাই বৰুৱাৰ লগত ৰুক্ষ ব্যৱহাৰ কৰিছিল। তাৰ আগতে নিমিষাই তেনে কোনো ব্যৱহাৰ কৰাৰ কথা বৰুৱাৰ মনত নপৰে। কেতিয়াও কৰা নাই তাৰ আগতে। সেই এমাহৰ আগতে পাৰ হৈ যোৱা দিনটোত ঘটা ঘটনাবোৰ বৰুৱাই কেতিয়াও একেলগ কৰি চোৱা নাছিল। এতিয়া মনত পৰা সেইদিনাৰ বহুত সৰু কথা আজিলৈকে বৰুৱাৰ কাৰণে অৰ্থহীন আছিল। কিন্তু আজি বৰুৱাই সেইদিনটো মনত পেলাই, প্ৰতিটো সৰু সৰু কথা আৰু ঘটনা একেলগ কৰি যেন বুজিলে, সেইদিনাই প্ৰথম নিমিষা বিৰক্ত হৈছিল বৰুৱাৰ ওপৰত; আৰু তাৰ পিচত সেই বিৰক্তি আজি এমাহে বাঢ়ি আহি আছে। এমাহৰ আগৰ সেই সন্ধ্যাটো মনত পেলাই পৰীক্ষা কৰি চাবলৈ ধৰিলে।

সেইদিনা আছিল দেওবাৰ। নিমিষাক লৈ বৰুৱা ফাঁচি বজাৰত চিনেমা চাবলৈ গৈছিল। আৰম্ভ হ'বলৈ বহুত সময় বাকী। তথাপি নিমিষাই ক'লে, ঘূৰি ফুৰাতকৈ ভিতৰত বহি বাদাম খাই থকা ভাল। বৰুৱা মান্তি হ'ল। টিকট কিনি সোমাব খোজোতেই বৰুৱাই দেখিলে, সমুখতে প্ৰেম শৰ্মাই কিবা এটা বিচাৰি দূৰলৈ চাই আছে। প্ৰেম শৰ্মাৰ গুৱাহাটীত নাম কৰাকৈ বদনাম আছে। পঢ়া-শুনাতো ভাল বুলিয়েই (অসমীয়াত এম.এ. পাছ কৰিলে) এতিয়াও তেওঁক মানুহে মানুহ বুলি ভাবে। বহুতে পিচে কয়, সি চুৰ কৰিয়েই সকলো পৰীক্ষাতে পাছ কৰা বুলি। কঁকালৰ পৰা ভৰিৰ সৰু

গাঁঠিলৈকে লিপিত খাই ধৰা পেন্ট, ৰং-বিৰং চাৰ্ট, মুখত চিগাৰেট আৰু চকুত চোৰ-চাবনিৰে প্ৰেম শৰ্মাক কোনোবা আমেৰিকান কথাছবিৰ গুণ্ডা যেন লাগে। আগ-জোঙা জোতাত ইটালিয়ান নাবিকৰ ভ্ৰাম্যমান জীৱনৰ চিন। মূৰৰ চুলি কিছু সৰি কপালখন ডাঙৰ নোহোৱা হ'লে শৰ্মাক সহজে ২০ বছৰ কমাই ১৮ বছৰীয়া ডেকা বুলিব পাৰি। শৰ্মাক কিন্তু জীৱনজিৎ বৰুৱাই শ্ৰদ্ধা কৰে আৰু তেওঁৰ লগত বন্ধুত্ব সদায় ৰক্ষা কৰিব খোজে আন এটা কাৰণত। শৰ্মা কথাছবিৰ ডিৰেক্টৰ, এখন ছবি বোলে শেষ হ'লেই আৰু এখন এতিয়া হাতত ল'ব। শেষ হোৱা ছবিখন কৰিবলৈ লোৱাৰ আগতেই বৰুৱাক এবাৰ শৰ্মাই কৈছিল ঃ আহক বৰুৱা, আপোনাকো এটা চান্স দিওঁ। প্ৰথমে কিন্তু মোৰ লগত ঘূৰি গোটেই অসমতে থিয়েটাৰ কৰি পইচা তুলিব লাগিব। কিছুদূৰ কৰি লৈ হে ডিষ্ট্ৰিবিউটৰৰপৰা পইচা পোৱা হ'ব। প্ৰথমতে লগা ধনখিনি যেনে তেনে গোটাবই লাগিব। তেনেকুৱা পৰিকল্পনাত বিশ্বাস কৰিব নোৱাৰিয়েই বৰুৱাই মূৰ পোলোকা দিছিল। কিন্তু সেই বুদ্ধিৰেই ছবি এখন কৰি উলিওৱা দেখি এতিয়া বৰুৱাৰ বিশ্বাস জন্মিছে — শৰ্মাই হে তেওঁক বহুত দিনৰ আশা ফলৱতী হোৱাত সহায় কৰিব পাৰিব বুলি। শৰ্মা ভাল অভিনেতাও। সেই সূত্ৰেই বৰুৱাৰ লগত চিনাকি। কিন্তু মদ আৰু নাৰীৰ প্ৰতি শৰ্মাৰ মোহ গোটেই অসমতে সাধুকথাত পৰিণত হৈছে। ২২ বছৰ বয়সতে (বিয়া কৰোৱাৰ এবছৰ পিছতে) ঘৈণীয়েক ঢুকুৱাৰ দিন ধৰি শৰ্মাই মদ আৰু নাৰী লৈ এক উচ্ছৃংখল জীৱন যাপন কৰি আহিছে। বহুতে কয়, তেওঁ চিনেমাত হঠাৎ নামিছে ছোৱালীৰ সঙ্গ পাবৰ কাৰণেই; চিনেমাৰ লগত সম্বন্ধ থকা মানুহৰ প্ৰতি ছোৱালীৰ আকৰ্ষণ সৰহ। ঘৈণীয়েক মৰাৰ পিছত এম.এ. পাছ কৰি চিনেমাত আজি দুবছৰ আগলৈকে নমালৈকে প্ৰেম শৰ্মাই বাপেকৰ সংসাৰত ভাত খাই , কিতাপ পঢ়ি আৰু আড্ডা মাৰি সময় কটাইছিল। তাৰ ভিতৰতে এবাৰ কলেজত শিক্ষকতা কৰিবলৈ গৈ এ[illegible]তে এৰি দিলে — নোৱাৰি বুলি। সিমানেই। প্ৰেম শৰ্মাৰ জীৱনৰ এইবোৰ ঘটনাৰ প্ৰতি কিন্তু জীৱনজিৎ বৰুৱাৰ কোনো আগ্ৰহ নাই। প্ৰেম শৰ্মাই হঠাৎ বৰুৱাক দেখি থাপ মাৰি হাতত ধৰি সুধিলে ঃ কি খবৰ?

এই ছবিখন চাওঁ বুলি আহিলোঁ। আপুনি কেতিয়া আহিল?

কোনোবা এজনক দূৰলৈ ডিঙি মেলি চাই শৰ্মাই ক'লে ঃ কালি কালি। এই বজ্জাত চিনেমা হলৰ মালিকটো। মোৰ নতুন ছবিখন তাৰ 'হল'ত 'বুক' কৰি আজি এড্‌ভান্স্ কৰি দিয়াৰ কথা। এঘন্টা বৈ আছোঁ, তাৰ পাত্তাই নাই। শ্যালা বেইমান।

শৰ্মাৰ মুখৰ ভাষাত লেকাম লগোৱাৰ উদ্দেশ্যেৰে বৰুৱাই ঘৈণীয়েকক শৰ্মাৰ লগত চিনাকি কৰাই দিলে। শৰ্মাই নমস্কাৰ কৰি ক'লে ঃ বৰ ভাল লাগিছে। কিন্তু বৰুৱা, আপুনি যে বিয়া কৰালে, আপোনাৰ যে ইমান সুন্দৰ সংসাৰ এখন আছে — এখেতৰ নিচিনা মৰমলগা পৰিবাৰসহ — সেই কথা মই নাজানিছিলোঁ। শৰ্মাই ডাঙৰকৈ হাঁহি দিলে বৰুৱায়ো লগতে।

নিমিষালৈ চাই শৰ্মাই আকৌ ক'লে ঃ মই কিন্তু বৰুৱাতকৈ ডাঙৰ। বৰুৱাক অৱশ্যে 'আপুনি' বোলোঁ। আপুনি কিন্তু বৰুৱাতকৈ সৰু। আপোনাক এতিয়া 'তুমি' নে 'আপুনি' বুলি সম্বোধন ধৰি মাতিম?— শৰ্মাৰ মুখত হাঁহি। সাধাৰণতে ছোৱালীয়ে 'আপোনাৰ যি ইচ্ছা' বুলি কয় বা তুমি বুলিবলৈ কয়। নিমিষাই কোনো উত্তৰ নিদি বৰুৱালৈ চাইছিল — যেন উত্তৰটো বৰুৱাই দিয়াই ভাল। শৰ্মাক ভাল লগাবলৈকে বৰুৱাই কৈছিল ঃ আপোনাৰ যি ইচ্ছা; বয়সৰ ব্যৱধানলৈ চাই 'তুমি' সম্বোধন হে খাপ খায় অৱশ্যে।

এনেয়ে হাঁহি শৰ্মাই বৰুৱাৰ পিঠিত হাত থলে। কিবা এটা ক'বলৈ শৰ্মাই মুখ মেলোঁতেই কালেকো নোচোৱাকৈ নিমিষাই হঠাৎ ক'লে ঃ "আপুনি" সম্বোধনটোৱেই প্ৰচলিত নিয়ম।

নিমিষাৰ গহীন বক্তব্যই খন্তেকলৈ শৰ্মাকো গহীন কৰি দিলে। কিন্তু তৎক্ষণাৎ আকৌ হাঁহি ক'লে ঃ মই যে সকলো প্ৰচলিত নিয়মৰ বাহিৰ?

ঃ মই কিন্তু সকলো প্ৰচলিত নিয়মৰ ভিতৰত। —নিমিষাৰ উত্তৰত বিৰক্তিৰ সুৰ। বৰুৱাই বৰ অস্বস্তি অনুভৱ

কৰিলে। নিমিষাৰ আকৌ কি হ'ল? পৰিস্থিতিটো সহজ কৰিবৰ কাৰণেই বৰুৱাই ক'লে ঃ এওঁক আপুনি সহজে তর্কত নোৱাৰে। বৰুৱাই হাঁহি দিলে। বিচুৰ্তি হোৱা শৰ্মাই সেই সুযোগ গ্ৰহণ কৰি ক'লে, You like sometimes to be defeated than to win শৰ্মাই হাঁহিলে। বোধকৰোঁ নিমিষাক বৰ সহজ যেন নাপাই শৰ্মাই সেইখিনিতে থিয় হৈ বৰুৱাৰ লগত চিনেমাৰ আলোচনা আৰম্ভ কৰিলে। কৈ গ'ল— কেনেকৈ থিয়েটাৰ কৰি টকা তুলিলে, কিমান ঠাইত কেনেকৈ ৰাইজে তেওঁক মৰম কৰি হাতত ধনৰ মোনা তুলি দিলেহি, তাৰ পিছত ডিষ্ট্ৰিবিউটৰপৰা কিমান টকা ল'লে, কেনেকৈ চুটিং শেষ কৰিলে, ছবিখন কেনেকৈ সকলো অসমীয়া ছবিতকৈ ভাল হৈছে..... ইত্যাদি। নতুনকৈ ল'ব খোজা দ্বিতীয় ছবিখনৰ কথা উলিয়াই শৰ্মাই নিমাত নিমিষালৈ চাই ক'লে ঃ এখেতে মোক আগৰখন ছবিত বৰ ঠগিলে। ইমান মাতিলোঁ, নাহিল। নহ'লে বৰুৱাকে মই 'হিৰো' কৰিলোঁহেঁতেন। বৰুৱাৰ নিচিনা অভিনয় জনা মানুহ অসমতে নাই। You can be proud of him. নিমিষাই মুখত কোনো ভাব প্ৰকাশ নকৰি কেৱল শুনিলে। কিন্তু প্ৰশংসা শুনি বৰুৱাৰ চকু উজ্জ্বল হ'ল। মনতে ভাবিলে, চকু চৰহা মানুহে প্ৰেম শৰ্মাৰ নামত বহুত বদনাম দিব পাৰে, কিন্তু এনেকুৱা উদ্যোগী পুৰুষ অসমত কেইজন আছে? কেইজন অসমীয়াই আনৰ গাত থকা গুণ দেখে? শৰ্মাই এইবাৰ হঠাৎ অলপ গহীন হৈ বৰুৱাৰ বেছি ওচৰলৈ গৈ ক'লে ঃ মোৰ ছবিখন হ'ল, কিন্তু প্ৰচাৰৰ কাম একো এতিয়ালৈকে কৰা হোৱা নাই। পোষ্টাৰ, লিফলেট, বুকলেটখন, বাতৰি-কাকতত ভাল সমালোচনা আৰু বিজ্ঞাপন— এই সকলো পাব্লিচিটিৰ কাম আপোনাকে দিওঁ। প্ৰচাৰ-বিভাগতে কাম কৰা মানুহ, আপুনি জানিবও ভাল, খবৰ-কাগজৰো সকলোকে চিনি পায়। পোস্টাৰতো আপুনি আৰ্টিষ্ট মানুহ যেতিয়া নিজে আঁকিব পাৰিবই। খুব সোনকালে লাগিব কিন্তু। মই কলিকতাতে আপোনাৰ কথা ভাবি আহিছিলোঁ। আঁজি ভগৱানে হে মিলাই দিলে। Luck ভাল।

বৰুৱাই কি ক'ব, কি নক'ব ভাবি নোপোৱা হ'ল। তৎক্ষণাৎ সন্মত হ'লেও বেয়া দেখায়, অথচ প্ৰেম শৰ্মাৰ লগত এইদৰে এতিয়াৰপৰা সম্বন্ধ স্থাপন কৰি পিছৰ ছবিখনত অভিনয় কৰিবলৈ বাট মুকলি কৰি ৰখাৰ দৰকাৰ। বৰুৱাই কি ক'ব ভাবি নিমিষালৈ চালে। নিমিষাই এইবোৰ কথালৈ কৰ্ণপাত নকৰি দূৰত টিকেট কিনিবলৈ ঠেলা-হেঁচা কৰা মানুহবোৰলৈ চাই আছিল। অন্তত বৰুৱাই ক'বলৈ ধৰিলে ঃ খুব সোনকালে ? ..... মানে ..... মই.....

ঃ আপুনি চাগে ভাবিছে বিনা পইচাই ইমানবোৰ কাম কেনেকৈ বা কিয় কৰিব— নহয় জানো? বৰুৱা, বিনা পইচাই নহয়। আশী হেজাৰ টকা খৰচ কৰি ছবিখন কৰাৰ পিচত তাৰ প্ৰচাৰৰ কামত লগা সামান্য ধনত কৃপণালি নকৰোঁ। বেচ, আজিয়েই আপোনাৰ সৈতে তেন্তে কন্‌ট্ৰেক্ট হ'ল— বিশ দিনৰ ভিতৰত সকলোখিনি কৰি দিব আপুনি--কাগজত দিয়া সমালোচনাৰ বাহিৰে। সেইটো পিছত দিলেও হ'ব। মুঠতে আপোনাক আঢ়ৈ হেজাৰ টকা দিম। তাৰে আধা— ১২৫০ টকা এড্‌ভান্স্। হ'ব নে?

বৰুৱাৰ মুখত তৃপ্তিৰ চিন দেখি আৰু টকাৰ কথা কোৱা শুনি নিমিষাই ঘূৰি চোৱা দেখি প্ৰেম শৰ্মাই ক'লে ঃ আপুনি মিছাকৈ চাকৰিত সময় নষ্ট কৰিছে। আপোনাৰ নিচিনা টেলেন্টড্ মানুহে মাহে ৫/৬ হেজাৰ ইন্‌কাম্ কৰিব পাৰে। আৰু ৰ'ব, মোৰ দ্বিতীয় ছবিখনত আপুনি থাকিবই লাগিব— ডায়েলগ লিখাৰ পৰা অভিনয় কৰালৈকে আপুনি। আপোনাক মই সহকাৰী পৰিচালক কৰি ল'ম।

ইমানতো কিবা এটা নক'লে অভিভূত হোৱা যেন দেখুৱায় কাৰণেই বৰুৱাই সুধিলে ঃ গল্পটো কাৰ?

ঃ গল্প মোৰ, 'চিনেৰিও' মোৰ, মিউজিক মোৰ, গানৰ কম্পোজিচন মোৰ, ডিৰেক্‌চন্ মোৰ, প্ৰডিউচাৰ মই — সকলো মোৰ। চব নিজে নকৰিলে সামগ্ৰিক বিউটি ফুটাই তুলিব নোৱাৰি। মই কিবা এটা ভাবিম এটাই গৈ আন কিবা এটা কৰিব। এইবাৰ যিখন কৰিম, ইন্টাৰনেচনেল ছবি হ'ব। আৰে, সত্যজিৎ কি? কেৱল ফটোগ্ৰাফিৰ বাহাদুৰিৰে প্ৰাইজ আনি আছে। এইবাৰ চাব।

বৰুৱাই প্ৰশংসাসুলভ দৃষ্টিৰে অবাক হৈ প্ৰেম শৰ্মালৈ চাই থাকিল। নিমিষাৰ চকুৰ ইংগিতত বৰুৱা 'হল'ত সোমাবলৈ

আগবাঢ়িল — নিমিষাৰ পাচে পাচে। লগতে কিন্তু শৰ্মাও আগবাঢ়ি গেটতে কোনোবা এটাক তিনিটা টিকেট কিনিবলৈ দিলে। বৰুৱাই নিজৰ দুটা আগতে কিনা বুলি ক'লে। বৰুৱাৰ টিকেট দুটা খুজি লৈ শৰ্মাই চিনেমা 'হল'ৰ মানুহ এটাক সেই টিকেট দুটা আৰু টকা দি ক'লে — তিনিটা আনিবি— একে ঠাইতে বহিব পৰাকৈ। টিকেট আহে মানে শৰ্মাই পাব্লিচিটিৰ কাম কি কি হ'ব তাৰ এটা হিচাব দিলে বৰুৱাক। টিকেট আহিলত তিনিও গৈ 'হল'ৰ ভিতৰত বহিলগৈ। নিজে কিনা টিকেটতকৈ দামী ঠাইত বহিব লগা হোৱা দেখি নিমিষাই প্ৰশ্নসূচক দৃষ্টিৰে বৰুৱালৈ চাইছিল। বৰুৱাই সেই চাৱনি বুজি সৰুকৈ নিমিষাক কৈছিল ঃ হ'ব দিয়া।

ভিতৰত গৈ নিমিষাক মাজত লৈ দুয়ো দুফালে বহি শৰ্মাই বৰুৱাক ক'লে ঃ আপুনিতো জানেই মোৰ ভাষা খৰ বেয়া। গল্পটো ভাবো ঠিক, কিন্তু তাক অসমীয়াত প্ৰকাশ কৰিব নোৱাৰোঁ। সেই কাৰণে আপুনি এইবাৰ দ্বিতীয়খন ছবিত মোক ডায়েলগ লিখি দিব লাগিব।

ঃ কিন্তু মই যে কেতিয়াও চিনেমা-ডায়েলগ লিখা নাই! এচিস্টেণ্ট ডিৰেক্টৰ হ'বলৈও বিশেষ একো নাজানো।— বৰুৱাই নিতান্ত বিনয় দৰ্শাই ক'লে।

ঃ আপুনি অভিনয় জনা মানুহ। এইবোৰ টেক্‌নিকেল কথা দুই এদিন দেখিলেই বুজিব। একো নাই। তাৰ উপৰি, আপোনাৰ নিচিনা সৎ মানুহ এজন মোৰ লগত থাকিলে বৰ ভাল হ'ব। নহ'লে চিনেমা লাইনত চব জুৱাচোৰৰ কাৰবাৰ। মোৰ বহুত টকা খালে এতিয়ালৈকে। অসমীয়া ছবিবোৰ এনেকৈয়ে ডুবে। মই বুদ্ধি থকা মানুহ বুলিহে সিহঁতে বেছি সুবিধা কৰিব পৰা নাই।

শিল্প-কৰ্মেৰে অসমৰ সাংস্কৃতিক জগতক উজ্জ্বল কৰিবলৈ শত বাধাৰ মাজতো আগুৱাই অহা প্ৰেম শৰ্মাক ক্ষতিগ্ৰস্ত কৰা সকলো মানুহ অসমৰ শত্ৰু, ভাৰতৰ শত্ৰু — সুকুমাৰ কলাৰ শত্ৰু, ঠিক এনেকুৱাকৈ চিঞৰি যেন কৈ দিব বৰুৱাই! বৰুৱাই যেন চিনেমা-হলৰ চিনেমা বন্ধ কৰি এটা বক্তৃতা দিব। মনৰ আনন্দ প্ৰকাশ কৰিবলৈ বৰুৱাই মনে মনে নিমিষাৰ হাতখন চকীৰ তলফালে নি চেপি দিব খুজিছিল। কিন্তু, অৰ্থপূৰ্ণভাৱে নিমিষাৰ কঁকালত পিৰপিৰাই দিওঁতে নিমিষাই বিৰক্তিৰে হে বৰুৱালৈ চালে; হাত আগবঢ়াই নিদিলে। মনে মনে বৰুৱাই ঠিক কৰিলে, শৰ্মাক নিঃস্বাৰ্থভাৱে সকলো কৰি দিব— অসমৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত। সেই সময়ত মনৰ মাজত উকি মাৰিব খোজা নিজৰ নাম হোৱাৰ স্বাৰ্থ আৰু টকা পোৱাৰ স্বাৰ্থৰ কথা বৰুৱাই নুবুজাৰ ভাও ধৰিলে— নিজৰ মনৰ আগতে।

অলপ সময় কিবা ভাবি প্ৰেম শৰ্মাই ক'লে ঃ বাৰু বৰুৱা, এইবাৰ বিজনেচ-লাইক কথালৈ আহক। আপুনি তেন্তে কাইলৈ পুৱা ৯ বজাত মোৰ অফিচলৈ আহিব। অৰ্থাৎ, ফাঁচি বজাৰৰ সেই.....। বাৰু নালাগে, আপোনাৰ ঘৰ চিনি পাওঁ যেতিয়া ময়েই যাম। আপোনাক কাইলৈ ১২৫০ টকা এড্‌ভান্স দিমগৈ। আৰু কনট্ৰেক্ট লৈ যাম, আপুন চহী কৰিব। তাৰ পিচত কামত লাগি যাব। দৰকাৰ হ'লে ছুটী ল'ব।

কথাখিনি কওঁতে প্ৰেম শৰ্মাৰ মুখ বৰুৱাৰ ওচৰলৈ আহিছিল — নিমিষাৰ মূৰৰ ঠিক পাচফালে। এই কথা শুনাৰ পিচত নিমিষাৰ মুখৰ ভাব লক্ষ্য কৰিবলৈ বৰুৱাই চালে। কিন্তু বুজিব পৰাকৈ কোনো সন্তোষৰ ভাব নেদেখিলে। শৰ্মাই ক'লে— দিয়ক, হাত মিলাওক। নিমিষাৰ গাৰ ওপৰেদি দুয়ো হাত মিলালে। পোন হৈ বহি শৰ্মাই ক'লে— আপুনিয়ে-ময়ে লাগিলে আমাক কোনে পায়। অসম গৰম কৰি দিম।

তৃপ্তিৰ হাঁহিৰে বৰুৱাৰ মুখ চহকী হ'ল। এনেতে হঠাৎ নিমিষাই বৰুৱাক কাণে কাণে ক'লে ঃ তুমি এইফালে আহা; তোমালোকৰ কথা পতাৰ সুবিধা হ'ব; মই তোমাৰ চকীলৈ যাওঁ। প্ৰথমতে কথাকিটাৰ অৰ্থ যেন বৰুৱাই বুজিবই পৰা নাছিল। ইমান আনন্দৰ মাজত এইবোৰ কি কথা? কিন্তু বৰুৱাই নুবুজিলেও সেই কাণে কাণে কোৱা কথা শৰ্মাই শুনিছিল। সেই কাৰণে বৰুৱাই একো কোৱাৰ আগতে শৰ্মাই ক'লে ঃ মোৰ লেক্‌চাৰ শুনি, মিচেচ্ বৰুৱা, আপোনাৰ চাগৈ আমনি লাগিছে। কি কৰিব মই অলপ কথা বেছিকৈ কওঁৱেই। কিন্তু এনেকৈ আপুনি উঠি গ'লে মোৰ নিজকে বৰ

অপৰাধী যেন লাগিব। মিচেচ বৰুৱা মই আপোনাক অনুৰোধ কৰোঁ ইয়াতে বহিবলৈ। আৰু লেক্‌চাৰ নিদিওঁ বাৰু। এই বুলি শৰ্মা মুখ ঘূৰাই বহিল।

সেইদিনা লক্ষ্য কৰা নাছিল যদিও আজি বৰুৱাৰ মনত পৰিছে যে তেতিয়ালৈকে নিমিষাই তেওঁলোকৰ আলোচনাত একবাৰে যোগ দিয়া নাছিল। আনকি মুখত বিৰক্তিৰ ভাব এটা লৈ হে বহি আছিল। সেইদিনা বৰুৱাই বুজিব পৰা নাছিল যে প্ৰেম শৰ্মাৰ সঙ্গ নিমিষাই একেবাৰে ভালপোৱা নাছিল। আপোন স্বাৰ্থৰ খাতিৰত বৰুৱা শৰ্মাৰ প্ৰতি ইমান মুগ্ধ হৈ আছিল যে নিমিষাৰ মনৰ খবৰ লোৱা কথা মনলৈ অহাই নাছিল। তেতিয়া বৰুৱাই ভাবিছিল যে শৰ্মাই বৰুৱাক কৰা প্ৰশংসা, বৰুৱাৰ শিল্প-প্ৰতিভা বিকাশৰ কাৰণে শৰ্মাই খুলি দিয়া পথ, আঢ়ৈ হেজাৰ টকাৰ চুক্তি এক মিনিটতে হোৱা আদিয়ে বৰুৱাৰ ব্যক্তিত্ব আৰু সেই ব্যক্তিত্বক দাঙি ধৰিবলৈ ওলোৱা শৰ্মাৰ প্ৰতি নিমিষাক শ্ৰদ্ধাশীল কৰিব। গিৰিয়েকৰ উন্নতিয়েই ঘৈণীয়েকৰ উন্নতি নহয় জানো? সেয়ে তেনেকুৱা ব্যৱহাৰ কৰাৰ কাৰণে সেইদিনা নিমিষালৈ বৰুৱাৰ খং উঠিছিল। তীক্ষ্ণ চাৱনিৰে বৰুৱালৈ চাই নিমিষা বহি আছিল; যেন ক'ব খুজিছিল— শৰ্মাৰ নিচিনা মানুহে কি কয় মোৰ দৰকাৰ নাই; তুমি এই চকীলৈ আহা। বৰুৱাই বৰ অস্বস্তি অনুভৱ কৰিছিল। কি কৰিব এতিয়া? নিমিষাক বৰুৱাই বেয়া পোৱাব নোখোজে; শৰ্মাক বৰুৱাই বেয়া পোৱাব নোৱাৰেই - শৰ্মাক বেয়া পোৱা মানে নিজৰ ভৱিষ্যত মাটি কৰা। চিনেমা আৰম্ভ হ'ব এতিয়া। বেল্ বাজিছে । এই অস্বস্তিকৰ পৰিৱেশৰ হাত সাৰিবলৈ বৰুৱাই এটা উপায় উলিয়ালে। টিকেট কিনাৰ সময়তে নিমিষাই কৈছিল, "চিনেমা-হল"ৰ ভিতৰত বাদাম খাই থকাৰ কথা। বৰুৱাই সকলৈকে নিমিষাক ক'লে ঃ মই চিগাৰেট এটা খাই আহোঁ; মুখখন বেয়া লাগিছে। তোমালৈ বাদাম লৈ আহিম। বেগেতে আহিম। এইবুলি বৰুৱা বহাৰপৰা উঠি ওলাই গ'ল— নিমিষাই একো কোৱাৰ আগতে।

বাহিৰলৈ আহি বৰুৱাৰ বৰ ভাল লাগিল। চিনেমা চোৱাৰ আৰু অকণো ইচ্ছা নাই বৰুৱাৰ। যেন শৰ্মাৰ দ্বিতীয় ছবিখন কেনেকৈ কি হ'ব, সেই বিষয়েই শৰ্মাৰ লগত আলোচনা কৰি থাকিব। বৰুৱাই এটা চিগাৰেট জ্বলাই তিনি পেকেট বাদাম কিনিলে। ইতিমধ্যে কেবাজনো চিনেমাত কাম কৰিবলৈ বিচৰা চিনাকী ডেকাই বৰুৱাক ঘেৰি ধৰিলে আৰু প্ৰেম শৰ্মাৰ ওলোৱা ছবিখনৰ বিষয়ে, নতুনকৈ কৰিব খোজা ছবিৰ বিষয়ে নানা প্ৰশ্ন কৰিবলৈ ধৰিলে। বৰুৱাই বুজিলে— এইসকলে নিশ্চয় বৰুৱাক শৰ্মাৰ লগত ইমান পৰে কথা পতা চাই আছিল, হয়তো আলেঙে আলেঙে দুই-এটা কথা শুনিছিলো। কাৰণ, তাৰে এজনে ক'লে ঃ দ্বিতীয়খন ছবিততো আপুনিয়েই সৰ্বেসৰ্বা হ'ব। আমালৈকো চাব। তাৰে দুই-এজনে প্ৰেম শৰ্মাক বিশ্বাস কৰিব নোৱাৰি, বৰ ধূৰ্ত বুলি কোৱা শুনি বৰুৱাৰ খঙেই উঠি গৈছিল। খঙত বৰুৱাই নিজকো শৰ্মাৰ লগতে সাঙুৰি লৈ কৈছিল ঃ আমি বেয়া মানুহ হ'ব পাৰোঁ, দুখীয়া কাৰণে আমাৰ বিৰুদ্ধে বহুতে বহুত কথা ক'ব পাৰে, কিন্তু অসম তথা পৃথিৱীত কৃষ্টি-সংস্কৃতিৰ কাম আমাৰ নিচিনা সমাজ-বহিষ্কৃত মানুহবোৰেই কৰি আহিছে । কিতাপ পঢ়িলে পাব, ওঠৰ শতিকাৰ ফ্ৰান্সৰ সকলো মহান শিল্পী সমাজ-বহিষ্কৃত আছিল। আমি ৰাইজৰ ফলীয়া মানুহ; সেই কাৰণে আমাক চহকীসকলে বেয়া মানুহ বুলি বুলি তেওঁলোকৰ সমাজৰপৰা বাদ দিয়ে। আমাৰ আক্ষেপ নাই। সকলো শিল্পীয়েই নিৰপেক্ষ মানৱতাবাদী। কোনো ৰাজনীতিলৈ নোযোৱাকৈ, চহকী-দুখীয়াৰ ভেদাভেদত নোসোমোৱাকৈ আমি মানৱতাৰ কাৰণে কাম কৰি যাম। আপোনালোকৰ ভাল লাগিলে আমাক হাঁহক; আমাৰ কাৰ্য্যেৰে আমি প্ৰত্যুত্তৰ দিম।

বৰুৱাই সঁচাসঁচিকৈ এটা লেক্‌চাৰ দি দিলে। ইমান উত্তেজিত হৈ পৰিছিল যে ক'ত কথা কৈছে ক'ব পৰা নাছিল। এতিয়া বুজাদি বৰুৱাই তেতিয়া বুজা নাছিল যে শৰ্মাই তেওঁক দিব খোজা সুবিধাখিনিৰ কাৰণেই তেওঁ শৰ্মাৰ বিৰুদ্ধে কোনো কথা শুনিব খোজা নাছিল। আৰু, এতিয়া বৰুৱাই বুজিছে যদিও তেতিয়া বুজিব পৰা নাছিল যে দুখীয়া, কেলেহুৱা, ৰাইজ, মানৱতাবাদ আদি শব্দ ব্যৱহাৰ কৰি বৰুৱাই নিজক যুগৰ ফেচন্ অনুযায়ী সমাজতান্ত্ৰিকৰূপে চিনাকি দিব খুজিছিল। সঁচা কথা, মানৱতাবাদ, সংস্কৃতি আদি বহুত শব্দক শব্দ বিচাপে হে জানে বৰুৱাই। তাৰ তাৎপৰ্য্য আৰু সংজ্ঞা বৰুৱাই নাজানে। বৰুৱা বিপ্লৱৰ নিচিনা বিপজ্জনক পথৰ বিৰোধী। বৰুৱাই সেইবিধ সমাজতন্ত্ৰকে ভাল পায়, যিবিধত থাকি

জেললৈ নোযোৱাকৈ চৰকাৰৰ সমালোচনা কৰিব পাৰি, ষিবিধত থাকিলে দুখীয়ায়ো তেওঁলোকৰ হ'কে থিয় হোৱা বুলি ভাবে আৰু চহকীয়েও আপোন বুলি লয়, যি সমাজতন্ত্ৰৰে ধনতান্ত্ৰিক ৰাষ্ট্ৰতো প্ৰিয় অতিথি হ'ব পাৰি, যি সমাজতন্ত্ৰত বিশ্বাসী হ'লে সুবিধা বুজি কংগ্ৰেছী চৰকাৰলৈ সুবিধা বিচাৰি যোৱাৰ পথ মুকলি হৈ থাকে। বৰুৱাৰ মনে কয় যে প্ৰফেচাৰ, ডাক্তৰ আদি বিজ্ঞ আৰু চাকৰি কৰা ভদ্ৰলোকসকলে বাছি লোৱা সেই সমাজতন্ত্ৰৰ পথ ভদ্ৰ পথ। মজদুৰ-শ্ৰমিকৰ লগত চিঞৰ-বাখৰ কৰি, জেললৈ গৈ, কমিউনিস্ট-ফমিউনিস্ট হ'ব নোৱাৰি। শিল্পীৰ সেইটো পথ নহয়। সেই পথেদি আন যিহকে হওক, কৃষ্টি-সংস্কৃতি-সুকুমাৰ কলাৰ সাধনা সম্ভৱ নহয়।

কথা পাতি থাকোঁতে এটা-দুটাকৈ ইটোৰে-সিটোৰে খাই বৰুৱাৰ হাতত থকা ভজা বাদামৰ পেকেটকিটা শেষ কৰিলে। বৰুৱাৰ সেইফালে খেয়াল নাই। হঠাৎ একেদিনাই বৰুৱা ইমান নাম কৰা মানুহ হৈ পৰিল যে 'চিনেমা-হল'তো মানুহে ঘেৰি ধৰিছে। চিনেমাত অভিনয় কৰাৰ মজা এইটোৱেই— একেদিনাই বিখ্যাত হ'ব পাৰি। বৰুৱাই এতিয়াও একো কৰাই নাই। কৰাৰ সম্ভাৱনা আছে বুলি জানিয়েই মানুহে ঘেৰি ধৰিছে। এতিয়া ঘেৰি ধৰা বহুতে হয়তো আগতে বৰুৱাক বাটত দেখিও মাত নলগায়। প্ৰেম শৰ্মাক গোটেই অসমখনে মাতাল গুণ্ডা বুলি ভাবে। এতিয়া চিনেমা এখন পৰিচালনা কৰি আহিলত তাকে লগ পোৱাৰ সুবিধা কৰি দিবলৈ বৰুৱাক দেখোন অনুৰোধ কৰিছেহি। হয়, মানুহক এনেকৈ হে শিক্ষা দিব পাৰি।

হঠাৎ বৰুৱাৰ মনত পৰিল ভিতৰত চিনেমা চলি আছে। লৰালৰিকৈ বৰুৱা ভিতৰ সোমাল। খেপিয়াই খেপিয়াই নিজৰ চিটত বহি নিজকে নিজে কোৱাদি ফুচফুটাই ক'লে ঃ ঈস্, বহুত দেৰি হ'ল। নিমিষাই সুধিলে ঃ বাদাম ক'তা? বৰুৱাই অপৰাধীৰ দৰে উপায় নাপাই ক'লে ঃ পাহৰিলোঁ; ইন্টাৰ্‌ভেলত লাইট জ্বলিলে আনি দিম বাৰু।

ঃ ইন্টাৰভেল তোমাৰ কাৰণে আকৌ এবাৰ হ'ব নেকি?

ঃ হৈ গ'ল নেকি?

নিমিষাই একো নকলে। ইতিমধ্যে শৰ্মাই উঠি ফুচফুচাই বৰুৱাক ক'লে ঃ মই এই 'হল'ৰ মালিকটোক লগ ধৰি আহোঁ। আহিম আকৌ। শৰ্মা চাপৰি চাপৰি ওলাই গ'ল । বৰুৱাই এইবাৰ মন ভাল লগাবলৈ খেপিয়াই খেপিয়াই নিমিষাৰ হাতখনত ধৰিলে। নিমিষাই আঁতৰাই নি যিমান পাৰে সৰুকৈ ক'লে ঃ মই মাজত বহি আমনি পোৱা দেখি তুমি হ'বপায় সহৃদয় বন্ধুৰ লগত মোক অকলে এৰি থৈ যোৱাৰ সুবিধা ল'বলৈকে চিগাৰেট খোৱা আৰু বাদাম ভজা অনাৰ চেলু ল'লা?

চিনেমা চলি আছিল। তাৰ মাজতে বৰুৱাই বাৰু কেনেকৈ বুজাই কয়— কিয়, কি পৰিস্থিতিত পৰি বাহিৰত বেলি হ'ল। "নহয় হে" বুলি বৰুৱা বৈ গ'ল। ভাবিলে — পিচত বুজাই ক'ব। কিন্তু আন বহুত ঘটনাৰ মাজত পৰি সেই কথা নিমিষাক কেতিয়াও বুজাই কোৱা আৰু নহ'ল।

ঃ মোক এনেকৈ এৰি যোৱাৰ মতলবটো কি তোমাৰ? বন্ধুৰ মন ভাল লগাবলৈকে নেকি?

বৰুৱা অবাক। নিমিষাইতো এনেকুৱা কথা কেতিয়াও নকয়। কি হৈছে ? বৰুৱাই উপায় নাপাই ধৰি ল'লে যে খঙতে নিমিষাই সেইবোৰ কৈছে। তাৰ বেলেগ অৰ্থ একো নাই।

শৰ্মা আৰু ভিতৰলৈ নাহিল। চিনেমা শেষ হোৱাৰ পিচত বৰুৱা-বৰুৱানীক বাহিৰতে লগ ধৰিলে আৰু ফাঁচি বজাৰত নতুনকৈ খোলা ৰেস্টুৰাঁখনত চাহ একো পিয়লা খাই যাবলৈ অনুৰোধ কৰিলে। নিমিষাই তেতিয়া কিন্তু ভীষণ আপত্তি কৰিছিল। অন্তত শৰ্মাই কৈছিল ঃ মোক প্ৰথমৰপৰাই আপোনাৰ যেনিবা বেয়া লাগিল; কিন্তু মই নিবেদন কৰা চাহ -পিয়লাৰ কি অপৰাধ?

শৰ্মাই বেয়া পোৱা যেন দেখি বাধ্য হৈ বৰুৱাই ক'লে ঃ তুমি মিছাকৈ আপত্তি কৰিছা নিমি। তুমি নাখালেও মোৰ কিন্তু এপিয়লা চাহ খাবৰ মন গৈছে ব'লা।

চকুৰ তীক্ষ্ণ চাৱনিৰে তেতিয়া নিমিষাই বৰুৱাক যেন বুজাই দিছিল, এনেকৈ নিজ স্বাৰ্থত বশ্যতা স্বীকাৰ কৰা গিৰিয়েকৰ ওপৰত ঘৈণীয়েকে নিৰ্ভৰ কৰিবলৈ ভয় কৰে। এই কথা আজি বুজিলেও সেইদিনা বৰুৱাই বুজা নাছিল। সেইদিনা বৰুৱাই নিমিষাৰ চোকা চাৱনিয়ে তেওঁৰ আনন্দ মাটি কৰে বুলি চকু আনফালে ঘূৰাই নিছিল।

চাহ খাবলৈ যোৱা, চাহ খোৱা, কথা পতা আদি একোতে মুখেৰে এষাৰ মাতো মতা নাছিল নিমিষাই। আনকি শৰ্মাই নমস্কাৰ জনাই বিদায় লওঁতেও নিমিষাই কেৱল মূৰটো বেঁকা কৰিছিল, হাতেৰে প্ৰতি- নমস্কাৰ জনোৱা নাছিল।

শৰ্মা যোৱাৰ পিচত দুয়ো ৰিক্সাত উঠিছিল । মনৰ উলাহত বৰুৱাই "বতৰটো আজি বৰ ভাল" বুলি কৈ নিমিষালৈ চাই ৰৈ গৈছিল। নিমিষা তেতিয়াও গহীন। আজি বৰুৱাই জানিলেও সেইদিনা বুজা নাছিল যে বৈবাহিক জীৱনত তেনেকুৱা ৰুক্ষ ব্যৱহাৰ নিমিষাৰ সেয়ে প্ৰথম। নিমিষাৰ মনৰ অৱস্থালৈ মন দিবলৈ বৰুৱাৰ সেইদিনা সময় নাছিল। জীৱনত অযাচিতভাৱে এটাইতকৈ ডাঙৰ আৰু প্ৰিয়তম সুযোগটো আহি পৰাৰ আনন্দই বৰুৱাক আপোনা-পাহৰা কৰি ৰাখিছিল। সঙ্গী নাথাকিলে, ভাগ ল'বলৈ কোনো নাথাকিলে আনন্দও নিৰানন্দ হয়। সেই কাৰণেই নিমিষাৰ মনটো ভাল লগাই ল'বলৈকে বৰুৱাই সুধিছিল ঃ তুমি আজি ইমান খং উঠাৰ নিচিনা কৰি আছা কিয়?

সেই প্ৰশ্ন উত্তৰ নিদি নিমিষাই কৈছিল ঃ তুমি এই চিনেমা-থিয়েটাৰত অভিনয় কৰিবলৈ পাগল হৈ ফুৰা স্বভাৱটো এৰিব নোৱাৰা নে? এতিয়া বিয়া বাৰু কৰোৱাৰ পিচত ....।

হঠাৎ এনেকুৱাকৈ আক্ৰমণ কৰাত বিৰক্ত হৈ বৰুৱাই কৈছিল ঃ কিয় তুমি সেইদৰে কৈছা নিমি? তুমি চিনেমাত কাম কৰা বেয়া পোৱা?

ঃ চিনেমা কৰিবলৈ যোৱা মানুহ কেতিয়াও ভাল মানুহ হ'ব নোৱাৰে বুলি মোৰ বিশ্বাস। মোৰ সেই বিশ্বাস আজি দৃঢ় হ'ল।

ঃ কিয় ? প্ৰেম শৰ্মাক ভাল মানুহ যেন নালাগিল।

ঃ আজি লগ পাই বেছি বেয়া লাগিল। লগ পোৱাৰ আগতেই বেয়া বুলি জানিছিলোঁ যদিও ইমান বেয়া লগা নাছিল।

সেইদিনা নিমিষাৰ এই কথা শুনি বৰুৱাই বুজিছিল যে কথা-বাৰ্তা আৰু সাজ-পোছাকত শৰ্মাৰ ৰুচি নিমিষাই নিশ্চয় ভাল পোৱা নাই। কিন্তু শৰ্মা যিমানেই বেয়া হওক, বৰুৱাৰ বহুত দিনৰ আশা সফল হোৱাত একমাত্ৰ শৰ্মাই হে সহায় কৰিব পাৰিব। অনন্তঃ বৰুৱাৰ কাৰণে-হ'লেও নিমিষাই পেটে পেটে বেয়া পালেও শৰ্মাক বুজিবলৈ দিয়া উচিত নহয়। বৰুৱাই সেইদিনা মনে মনে ভাবিছিল, টকাৰ উপাৰ্জনটো মনত পেলাই দিলে নিমিষা সৈমান হ'বই। সেয়ে কৈছিল ঃ অলপ ভাবি চাবা নিমি। শৰ্মা আনৰ কাৰণে যিমানেই বেয়া হওক, আমাৰ কাৰণে বহুত ভাল হোৱা নাই জানো? গাখীৰে কাৰোবাৰ পেটৰ অপকাৰ কৰিব পাৰে কাৰণেই গাখীৰ বেয়া বুলি ক'বা নে? তেখেতে মোক ই মান সুবিধা দিছে, তাৰ উপৰি ইমানখিনি ধন উপাৰ্জনৰ বাট দিছে। নিমি তোমাক খোলাখুলিকৈ কোনোদিনা মই কোৱা নাই যদিও তুমি নিশ্চয় জানা যে টকা-পইচাৰ নাটনি মোৰ কম নহয়।

নিমিষাই মুখৰ কথা কাঢ়ি ক'লে ঃ হঠাতে আকৌ সেই কথা ওলাল কিয়? তোমাকতো মই মোৰ কাৰণে বেছি একো খৰচ কৰিবলৈ কেতিয়াও কোৱা নাইয!

ঃ নহয়, মানে, শৰ্মাই এতিয়া দিয়া আঢ়ৈ হেজাৰ টকা আমাৰ বহুত কামত আহিব ।

নিমিষা নিমাত। ৰিক্সাৰ জোকাৰণিত মূৰটো জোকাৰ খাই বৰুৱাৰ কথা সমৰ্থন কৰা যেন লাগিল। উযথে কাম কৰা যেন পাই বৰুৱাই আকৌ ক'লে ঃ জানা, এই টকাৰে ঘৰটো উলিয়াম। এহেজাৰ টকাৰেই কোনোমতে থাকিব পৰাকৈ উলিয়াব পৰা হ'ব। প্ৰায়খিনি কাম হৈয়ে আছে। তেতিয়া আমাৰ এটা নিজা ঘৰ হ'ব। ভাড়াঘৰত থাকি কিমান

আমনি লাগে, তুমি নিজেই কতদিন কৈছা মোক।

নিমিষা নিমাত।

ঃ আৰু নিমি, আৰ্টিস্টৰ নিজৰ আৰ্টৰ প্ৰতি অনুৰাগ মই তোমাক কেনেকৈ বুজাম! মোৰ আৰ্ট অভিনয় কৰা। শৰ্মাই মোক সেই ক্ষেত্ৰত সুবিধা দিব খুজিছে। শৰ্মা মোৰ এই ফালৰ পৰা হে বন্ধু; বাকী তেখেতৰ ভাল-বেয়া দোষ-গুণ একোৰে লগত মোৰ সম্বন্ধ নাই— সেইবোৰ জনাৰ প্ৰয়োজন নাই। লগতে অৱশ্যে আৰ্থিক লাভটোও কম কথা নহয়। চিনেমাৰ মানুহক মই জানো। গতিকে টকা লৈ হে কাম কৰিম। শৰ্মাই সেইটো বুজে কাৰণেই এড্‌ভান্স্ দিব খুজিছে। মোৰ লগত তালিবাজি নাই। তুমি শৰ্মাক আগেয়ে চিনি পোৱা নেকি?

ঃ নাপাওঁ। কিন্তু তেওঁৰ কীৰ্তি বহুত শুনিছোঁ।

ঃ শুনা কথা সঁচা ন'হবও পাৰে।

ঃ স্বাৰ্থান্ধ হৈ বন্ধুৰ বিষয়ে তুমি দিয়া মতামতো মিছা হ'ব পাৰে।

ঃ নিমি, অভিনয়ৰ প্ৰতি থকা মোৰ ভালপোৱাক তুমি স্বাৰ্থ বুলি নক'বা। মই খুব বেয়া পাওঁ। ই মোৰ সাধনা। মই বিচাৰোঁ, মানুহে মোক অভিনেতা হিচাপে মনত ৰাখক, চিনি পাওক। মোৰ বাকী সকলো পৰিচয় পাহৰি যাওক। তাৰ কাৰণে মই সকলো ত্যাগ কৰিবলৈ প্ৰস্তুত।

ঃ জানো, [illegible] না। তাৰ কাৰণে তুমি দৰকাৰ হ'লে পত্নীকো ত্যাগ কৰিবা। .......... এই ৰিক্সাবালা, ৰাখ্।

ৰিক্সা ৰ[illegible] নিমিষা নামিল। ঘৈণীয়েকৰ মন্তব্য শুনি বৰুৱা কিছুপৰ ৰিক্সাৰ ওপৰতে বহি থাকিল। ইতিমধ্যে নিমিষাই গৈ দুৱাৰৰ তলা খোলাৰ পিচত হে বৰুৱা ৰিক্সাৰপৰা নামিল।

সেইদিনা লৰালৰিকৈ কাপোৰ সলাবলৈ লোৱা নিমিষাক বৰুৱাই শান্তি দিয়া নাছিল। বৰুৱাৰ প্ৰতিভাৰ বিষয়ে ইমানবোৰ ভাল ভাল মন্তব্য শৰ্মাই কৰাৰ পিচতো নিমিষাৰ তেনেকুৱা ব্যৱহাৰ বৰুৱাই একেবাৰে বুজিব পৰা নাছিল। চিনেমা-হলৰ বাহিৰত বৰুৱাক মানুহবোৰে ঘেৰি ধৰি নানা প্ৰশ্ন কৰাটো নিমিষাই দেখা হ'লে হয়তো বুজিলেহেঁতেন, বৰুৱাৰ কিমান দাম। বৰুৱাই অনৰ্গল নিমিষাক কৈ গৈছিল। মোক তুমি ভুল বুজিবা কেলেই? কি হৈছে তোমাৰ? কিয় তুমি ক'বা যে মই মোৰ প্ৰতিভাৰ স্বীকৃতি বিচাৰি তোমাকো অৱহেলা কৰিব পাৰোঁ? কেতিয়া মই তেনেকুৱা কথা কৈছিলোঁ?

বাধ্য হৈ নিমিষাই কৈছিল ঃ তেনেকুৱা অৰ্থত কোৱা নাই যদি খুব ভাল কথা।

ৰাতি ভাত খাওঁতে বৰুৱাই আকৌ কৈছিল ঃ তুমি বুজা নাই ? মোৰ প্ৰথম কথা হৈছে টকাখিনি। এই টকাখিনি পালেই আমাৰ ঘৰটো হ'ব। আমাৰ নিজাকৈ ঘৰ এটা আমি দুয়ো কিমান দিনৰপৰা ভাবিছোঁ। তথাপি তুমি যদি কোৱা, মই সেই আশাও বাদ দিব পাৰোঁ। কাইলৈ টকা দিবলৈ আহোঁতে শৰ্মাক ঘূৰাই পঠাম। — বৰুৱাই এইফালৰপৰা নিমিষাক আক্ৰমণ কৰি চালে। বৰুৱাই জানে, ইমান টকাৰ অসুবিধাত চলি চলি নিমিষাই কেতিয়াও টকা নালাগে বুলি ক'ব নোৱাৰে। আৰু, নিজাকৈ ঘৰ এখনৰ লোভ নিমিষাৰ কম নহয়। নিমিষাই একো নোকোৱা দেখি বৰুৱাই কৈছিল ঃ কোৱা আকৌ।

ঃ তুমি যি ভাল দেখা।

ঃ তোমাৰ আপত্তি নাই?

ঃ অৰ্থহীন।

ঃ মানে?

ঃ মইতো তোমাক দুই-তিনি হেজাৰ টকা আনি দিবহি নোৱাৰোঁ। যিটো সহায় মই কৰিব নোৱাৰোঁ, সেইটো তুমি

আনৰপৰা লওঁতেও মই বাধা দিব নোবাৰোঁ নহয় জানা। ........... আন কথা পাতাচোন।

আজি বুজিছে জীৱনজিৎ বৰুৱাই, সেইদিনা সেইবোৰ কথা পাতি থাকিবলৈকে নিমিষাই ভাল পোৱা নাছিল। আৰু, তাৰ পিচৰ ঘটনাৱলী ভাবি চাই বৰুৱাই বুজিছে, সেইদিনাৰ পিচৰপৰা নিমিষাৰ বৰুৱাৰ প্ৰতি বিৰক্তি বাঢ়ি আহি আছে ; অথচ আজি পুৱাৰ এই ঘটনাটোৰ আগলৈকে নিমিষাৰ বিষয়ে ইমানখিনি ভাবি চাবলৈও বৰুৱাই আহৰি পোৱা নাছিল — আহৰি উলিয়াই লোৱা নাছিল। বৰুৱাৰ হঠাৎ উপলব্ধি হ'ল, নিমিষাক এই এমাহে তেওঁ একেবাৰে অৱহেলা কৰি আহিছে, নিমিষাৰ মনটোক উপেক্ষা কৰি আহিছে, নিমিষাৰ নিমাত প্ৰতিবাদক আওকাণ কৰি আহিছে।

দীঘলকৈ হুমুনিয়াহ কাঢ়ি বৰুৱাই টেবুলৰপৰা ভৰি দুটা নমালে। এটা ভৰি জিন্‌জিনাই গৈছে। ভাতবোৰ এতিয়াও টেবুলৰ ওপৰতে। নিমিষা এতিয়াও অহা নাই। জিন্‌জিনোৱা ভৰিটো হাতেৰে মোহাৰি দি বৰুৱাই মনে মনে ঠিক কৰিলে — নিমিষা আহিলেই আজি ওলাই গৈ কোনোবা ৰেস্টুৰাঁতে ভালকৈ খাই ল'ব। তাৰ পিচত ব্ৰহ্মপুত্ৰৰ দলঙৰ ফালে ফুৰিবলৈ যাব টেক্সি এখন লৈ। নিমিষাক বৰুৱাই আৰু একো প্ৰশ্ন নকৰে এইবোৰ বিষয়ে। ব্ৰহ্মপুত্ৰৰ পাৰত বৰুৱাই নিমিষাক ক্ষমা খুজিব— সকলো দোষ নিজে মূৰ পাতি লৈ। নিমিষাই মনে মনে নাথাকি এইবোৰ কথা আদিৰেপৰা বৰুৱাক বুজাই কোৱাহেঁতেন, ইমানখিনি কেতিয়াও নহয়গৈ। যি হওক, এতিয়াও সকলো ঠিক হৈ যাব, হয়তো দুয়ো দুয়োকো এতিয়াৰপৰা বেছি গভীৰকৈ বুজিব, ভাল পাব।

## দুই

**সেই**দিনা চিনেমা-হলত প্ৰেম শৰ্মাক লগ পোৱাৰ পিচত এটা মাহ কোন ফালেদি গ'ল, জীৱনজিৎ বৰুৱাই ক'ব নোৱাৰে। জীৱনত তেওঁ ইমান ব্যস্ত কোনোদিন হোৱা নাছিল। কথা দিয়া মতেই পিচদিনা পুৱাই শৰ্মাই আহি বৰুৱাক নগদ ১২৫০ টকা লেখি লেখি দি বৰুৱাৰ হতুৱাই পাঁচ হেজাৰ টকাৰ কন্‌টেক্ট চহী কৰালে। ক'লে, ইন্‌কমটেক্সত দেখুৱাবলৈ খৰচটো বেছি হ'লে ভাল; টেক্স তেতিয়া কম দিব লাগে। পিচলৈ বৰুৱাই গম পাইছিল যে ডিস্ট্ৰিবিউটৰৰপৰা পাব্‌লিচিটিৰ কাৰণে বুলি বৰুৱাই কন্‌ট্ৰেক্ট দেখুৱাই শৰ্মাই পাঁচ হেজাৰ আদায় কৰিছিল। অৱশ্যে তেতিয়া জনা নাছিল। হঠাতে ইমানখিনি টকা একেলগে পাই বৰুৱাই তবধ মানিলে। চিনেমা-শিল্পত টকা দিব বুলি কৈ কেতিয়াও নিদিয়ে বুলিয়েই বৰুৱাই শুনিছিল। ইমান সহজে ইমানখিনি টকা শৰ্মাই দিব বুলি আগদিনা কওঁতেও বৰুৱাই বৰ বিশ্বাস কৰা নাছিল। টকা দিবলৈ যাওঁতে সেইদিনা শৰ্মা বৰুৱাৰ ঘৰত আবেলিলৈকে থাকিল। প্ৰথমতে তিনি ঘন্টামান ধৰি শৰ্মাই বৰুৱাক বুজালে, কোনখন পোস্টাৰ কেনেকৈ আঁকিব লাগে। ইতিমধ্যে এক বাজিবৰ হ'ল। বাধ্য হৈ বৰুৱাই শৰ্মাক ভাত খোৱাৰ কথা ক'লে। শৰ্মাৰ আপত্তি নাই - যদি অৱশ্যে খাই উঠি বাগৰ এটা মাৰিবলৈ ঠাই অকণমান পায়। খাই উঠি বাগৰ এটা নমৰাকৈ শৰ্মাই নোৱাৰে। লৰালৰিকৈ বৰুৱাই নিমিষাক ক'বলৈ গ'ল। গৈ দেখে খোৱা-টেবুলত বৰুৱাই এৰি থৈ যোৱা অৱস্থাতে টকাখিনি পৰি আছে — যেন বৰ অলাগতিয়াল বস্তু। বৰুৱাৰ মনটো বেয়া লাগিল। কিয় বাৰু বৰুৱাৰ টকাখিনিৰ প্ৰতিও নিমিষাৰ এই অৱজ্ঞা? তথাপি ইটো কথাৰ গুৰুত্বই সেইটোলৈ বেছি মন দিবলৈ বৰুৱাক সময় নিদিলে। নিমিষাই প্ৰশ্নসূচক দৃষ্টিৰে বৰুৱালৈ চালে - ভাত বাঢ়িব নেকি জানিবলৈ। সেই চাৱনি বৰুৱাই চিনি পায়।

লৰালৰিকৈ সৰুকৈ ক'লে ঃ নহয় ৰ'বা, শৰ্মায়ো খাব ইয়াতে। কথাষাৰ শুনি যেন নিমিষাই বৰ আমনি পালে। বৰুৱাই ভাবিলে, খুব স্বভাৱিক কথা। এই গৰমত এতিয়া আকৌ এবাৰ ভাত ৰন্ধাটো কম কথা জানো? অপৰাধীৰ দৰে বৰুৱাই ক'লে ঃ ব্যস্ত হৈ থাকোঁতে আগতে সুধিবলৈকে ন'হল। এতিয়া এনেয়ে ভদ্ৰতা কৰি সোধোঁতে খাব বুলি ক'লে। কি কৰিবা— উপায়তো নাই।

এটা হুমুনিয়াহ কাঢ়ি নিমিষাই ক'লে ঃ ঠিক আছে।

বৰুৱাই সকাহ পালে। সুধিলে ঃ তেন্তে আকৌ ৰান্ধিব লাগিব নেকি?

ঃ নালাগে। কিন্তু তুমি সেই টকাখিনি কাইগুলি বাকচত থৈ যোৱা।

ঃ কিয়? তুমি নোখোৱা কেলেই?

ঃ কিয় জানো মোৰ আজি টকা ছুবৰ মন যোৱা নাই।

বৰুৱাই আপত্তি নকৰিলে। এইবোৰ কথা লৈ এতিয়া তৰ্ক কৰি সময় খৰচ কৰিব নোৱাৰি। টকাখিনি নি বিচনাৰ তলত সুমুৱাই বৰুৱাই কলে ঃ তেন্তে ভাত বাঢ়া।

শৰ্মাক লৈ ভাত খাবলৈ আহি বৰুৱাই দেখে, মাত্ৰ দুজনৰ কাৰণে দিছে। সুধিলে ঃ দুজনক হে দিলা দেখোন?

ঃ মই পিচত হে খাম।

৩৮ বছৰী শৰ্মাই চাল-চলনত এনেকুৱা এক চঞ্চলতা জীয়াই ৰাখিছে যে মুখ নোচোৱাকৈ কেৱল চাল-চলন চালে ১৬/১৭ বছৰীয়া চেঙেলীয়া যেন লাগে। হাত-মূৰ জোকাৰি বহাৰপৰা উঠি শৰ্মাই ক'লে ঃ সেইটো কেনেকৈ হ'ব? আপুনি বহক। তেহে ভাল লাগিব। নহ'লে নিজকে বৰ অভদ্ৰ যেন লাগিব।

নেমুৰ থালখন টেবুলত থৈ নিমিষাই গহীনাই ক'লে ঃ আপোনালোকে খাওক। মই সকলোকে খুৱাইহে পিচত খাওঁ।

কালৈকো নোচোৱাকৈ কথাকিটা কৈ নিমিষা গুচি গ'ল।

বৰুৱাৰ কবৰ মন গৈছিল— আজিলৈকে সদায় দেখোন তুমি মোৰ লগতে খাই আহিছা। কিন্তু নক'লে— বৰ অপ্ৰিয় অৱস্থা এটাৰ সৃষ্টি হ'ব বুলিয়েই। ভাত খাই থাকোঁতেই শৰ্মাই ৰুচিবান মানুহৰ দৰে ৰন্ধাৰ খুব প্ৰশংসা কৰিলে।

বৰুৱাই খোৱা-কোঠালৈ বহা-কোঠাৰপৰা যাব লগা হ'লে শোৱা-কোঠাৰ মাজেদি যাব লাগে। কোঠা এই তিনিটা হি— খোৱাটো সৰু। খাই উঠি শৰ্মাই বৰুৱাৰ লগত শোৱা কোঠাৰ মাজেদি যাওঁতে নিমিষাৰ দুজনীয়া পালেংখনলৈ চাই ক'লে ঃ শুবলৈ ইয়াতে দিছে নেকি? বাঃ। এই বুলি শৰ্মাই চাৰ্টটো খুলি পালেঙৰ আঁঠুৱা-খুঁটিত থ'লেই। বৰুৱা বিবুদ্ধি। আগতেই, ভাত খাই উঠি শৰ্মাক ক'ত শুবলৈ দিব সেই বিষয়ে নিমিষাক সোধোতে, নিমিষাই চোকা উত্তৰ দিছিল ঃ মোৰ পালেঙত কিন্তু শুবলৈ দিব নোৱাৰো; কৈ দিছোঁ। মানুহে শুনিলেও বেয়া বুলিব। নিমিষাৰ সৈতে কথা পাতি ঠিক কৰিছিল, বহা-ঘৰতে নিমিষাৰ বিধুতি হওঁতে শোৱা কেম্প-বেড্‌খনকে পাৰি দিব। কিন্তু এতিয়া কি কৰা যায়! এইখনত শুবলৈ দিব নোৱাৰোঁ বুলি বৰুৱাই বাৰু কেনেকৈ কয় ? তথাপি লৰালৰিকৈ ক'লে ঃ এইখনতো পাৰি; ন'হলে এখন বিচনা আগফালে আপোনাক অকলশৰীয়াকৈ .........

ঃ কোনো দৰকাৰ নাই। ইয়াতে হ'ব। এঘণ্টামান হে। নতুনকৈ বিচনা যোগাৰ কৰাৰ দৰকাৰ নাই। বেড্-ক'ভাৰৰ ওপৰতে শৰ্মাই দীঘল দিলে— জোতাযোৰ খুলি লৈ। নিমিষাই এতিয়া কি কাণ্ড কৰে বুলি ভাবি বৰুৱাৰ বুকুখন চিৰিংকৈ গ'ল। কোনোমতে মানে-সন্মানে শৰ্মাক পঠিয়াই দিব পাৰিলে নিমিষাই বৰুৱাক পিচত অকলে যি লাগে কৰক। নিমিষাক লগ পাবলৈ ভয় কৰি বৰুৱা সেই কোঠাতে শৰ্মাৰ লগত দুই-এটা কথা পাতি বহি থাকিল। সেইদিনা যে দুপৰীয়া নিমিষাৰ ভাত খোৱা নহ'ল, সেই কথাৰ খবৰ কৰিবলৈও বৰুৱাৰ মনত নপৰিল।

## এই গতি নিৰবধি

সেইদিনা শৰ্মা যোৱাৰ পিচত নিমিষাই বিচনাখনৰ তিয়াব পৰা সকলো কাপোৰ তিয়াই দিলে আৰু তুলী-গাঁৰুবোৰ পিচদিনা ৰ'দত দিবলৈ পালেঙৰপৰা আঁতৰাই থলে। সেইদিনা ৰাতি শুবৰ কাৰণে দুখন কম্বলৰ ওপৰত আন এখন বিচনা চাদৰ পাৰি কিবা-কিবি কাপোৰ-কানিৰে গাঁৰু দিলে। এই সকলোবোৰ অকলে আঁজুৰি আঁজুৰি কৰা দেখি বৰুৱাই সহায় কৰি দিলে। নিমিষাই আপত্তি নকৰিলে। মাজতে এবাৰ বৰুৱাই সুধিছিল ঃ তুমি খুব বেয়া পাইছা নহয়? — নিমিষাই কোনো উত্তৰ নিদিলে। সেইদিনাৰ সেই ঘটনাটোৰ বিষয়ে কোনোদিন কোনো আলোচনা কেতিয়াও কৰা নহ'ল। নিমিষাই সেই প্ৰসঙ্গ অৱতাৰণা কৰি বৰুৱাক কেতিয়াও তিৰস্কাৰ নকৰিলে বা কটু কথা নুশুনালে। বৰুৱাই ভালেই পালে।

পোস্টাৰ আদিৰ কামৰ কাৰণে বিশ দিন সময় লৈছিল যদিও বৰুৱাই দিনে-নিশাই কাম ৰি দহ দিনতে শেষ কৰিলে। সেইকিদিন শৰ্মা প্ৰায় দিনটোৱেই বৰুৱাৰ ঘৰত থাকে। তথাপি, নিমিষাই ক'ত কি জগৰ লগায় বুলি ভাবি বৰুৱাই সময় নষ্ট কৰিব লগা হোৱা নাছিল। কাৰণ, নিজৰ ঘৰটো সজোৱা চাই চাই নিমিষাই গোটেই দিনটো তাতে কটায়গৈ। নতুন ঘৰটো নিমিষাৰ বাপেক থকা ভাড়াঘৰৰ দাঁতিতে। গতিকে বাপেকৰ ঘৰৰপৰা চাই থাকিব পাৰে। কেতিয়াবা সন্ধিয়া আহিও নিমিষাই শৰ্মাক পায়হি। কিন্তু আহিয়েই নিমিষা ৰান্ধনি-ঘৰত সোমায় কাৰণে কোনো বিপদৰ আশা নাথাকে। আৰু প্ৰথমতে নিমিষাই চিনেমা, আৰু তাৰ লগত সম্পৰ্ক থকা শৰ্মাক একেবাৰে দেখিব নোৱাৰিছিল। এতিয়া লাহে লাহে সহ্য কৰিব পৰা হ'লহি কাৰণে শৰ্মাৰ প্ৰতিটো কথাতে নিমিষাই আপত্তি নকৰা হ'ল।

পোস্টাৰ আদি প্ৰচাৰৰ সকলোখিনি কাম নি লোৱাৰ পিচত এদিন শৰ্মাই বৰুৱাক এজন ধনী মাৰোৱাৰীৰ ওচৰলৈ লৈ গ'ল। লগতে নিমিষাকো বৰকৈ মাতিছিল, নিমিষাৰ উপস্থিতিয়ে ব্যৱসায়ত বৰুৱাক সুবিধা দিব বুলিও কৈছিল। কিন্তু নিমিষা মান্তি নহ'ল। মাৰোৱাৰীজন কথা-বাৰ্তা আৰু ব্যৱহাৰত বৰ কিবা লম্পট লম্পট লগা। ভিতৰৰ কোঠা এটাত শৰ্মাৰ লগত মদ খাবলৈ বহি বৰুৱাকো বাৰে বাৰে অনুৰোধ কৰিলে, বৰুৱাই কিন্তু ভয়তে হওক বা আন যি কাৰণতে হওক, মদৰ গিলাচত হাত নিদিলে। মদ খাই শৰ্মা আৰু মাৰোৱাৰীজনে কেবল ছোৱালীৰ কথা পাতিলে — কোনজনী চকুত লগা, কোনজনীক এদিন পোৱা হ'লে বেয়া নাছিল, কোনজনী মাতিলেই আহে, কোন কিজনীক শৰ্মাই আনি মাৰোৱাৰীজনক দেখুৱাবহি ..... ইত্যাদি। মাজতে শৰ্মাই ক'লে ঃ বৰুৱা বিয়া কৰোৱা মানুহ। আৰু ভাল মানুহ। এইবোৰত বৰুৱাৰ চখ নাই। মাৰোৱাৰীজনে হাঁহি ক'লে ঃ সেইটো কি কথা ? ময়ো চাদি কৰিছোঁ, আপ্‌নিও কৰিছিল। চাদিটো বেলেগ কথা। আৰে বৰুৱা চাহাব, যি বাঘ মানুচৰ খুন টেস্ট কৰে, সি মানুচ খাবই। চাদি কৰা মানুচ হে ছোৱালীৰ পাচত ঘূৰে। কৈ উঠি খুব হাঁহিলে মাৰোৱাৰীজনে। লগতে ভদ্ৰতা কৰি বৰুৱায়ো। শৰ্মাই তেখেতক কাণে কাণে কিবা এটা ফুচ্‌ফুচাই কোৱাৰ পিচত এখন কাগজত বৰুৱাৰ হতুৱাই চহী কৰাই মাৰোৱাৰীজনে ৩৭৫০ টকা বৰুৱাৰ হাতত দিলে। বৰুৱাই অবাক হৈ শৰ্মালৈ চালত শৰ্মাই চকু টিপ মাৰিলে আৰু ক'লে ঃ কি চাইছে ? এখেতসকলে দিওঁতে দুটকা কমাই নিদিয়ে। দিয়াৰ আগতে হে দৰদাম কৰে। আপোনাৰ ক্ষেত্ৰত অৱশ্যে তাকো কৰা নাই। মই আপোনাৰ বিষয়ে এখেতক সকলো কৈছোঁ — খবৰ-কাগজবোৰ কেনেকৈ আপোনাৰ হাতৰ মুঠিত, তাকো কৈছোঁ।

বৰুৱাই কি উত্তৰ দিব ভাবি পোৱা নাছিল। সেইদিনা মাৰোৱাৰীজনৰ ঘৰৰপৰা ওলাই আহি বাটত বিশ্ৰাম বহি শৰ্মাই বৰুৱাৰপৰা দুহেজাৰ পাঁচশ গণি গণি লৈ, বৰুৱাক বাকী ১২৫০ টকা দি কৈছিল - ঃ মুঠতে আপোনাক পূৰা আঢ়ৈ হেজাৰ টকা দিয়া হ'ল। আপোনাৰ সৈতে ব্যৱসায়ত নামিছোঁ যেতিয়া সঁচা কথাকে কওঁ। পাঁচ হেজাৰ টকাৰ কন্‌ট্ৰেক্ট আপোনাৰ হতুৱাই চহী কৰাওঁতে মোলৈ আঢ়ৈ হেজাৰ ৰাখিছিলোঁ। মাৰোৱাৰীৰপৰা এনেকৈ টকা নুলিয়ালে উপায় নাই। আপোনাক কিন্তু মই যিমান দিম বুলিছিলোঁ, সিমানকে দিছোঁ। নহয় জানো ?

ঃ কেলেই নহয় শৰ্মা। হয়।

ঃ এই মাৰোৱাৰীজন পিচে বৰ ভাল। আজি হয়তো ছোৱালীৰ কথা পাতোঁতে আপোনাৰ প্ৰথম দিনা কাৰণে বেয়া

লাগিব পাৰে। পিচে তাৰ এইবোৰ adult স্ফূৰ্তি অৰ্থাৎ বয়সস্থ মানুহৰ স্বাভাৱিক ৰুচি। কথাকে হে পাতে পিচে। তাতকৈ বেছি একো নাই। আপুনি বেয়া পাইছিল নেকি?

ঃ নাই। কেলেই পাম!

ঃ এৰা। আপুনিওতো adult

দুসপ্তাহৰ ভিতৰতে আকৌ বাৰ শ পঞ্চাশ টকা পোৱাৰ অদম্য আনন্দ আৰু সেই পটভূমিতে ভৱিষ্যতৰ সোনালী সপোনে বৰুৱাক সেইদিনা বলিয়া কৰি তুলিছিল। তাৰ মাজত, কিয় আৰু কি উপায়েৰে ফাঁকি দি শৰ্মাই মাজতে আঢ়ৈ হেজাৰ উপাৰ্জন কৰাৰ কথা,শৰ্মাই মদ তেওঁৰ আগতে খোৱাৰ কথা, শৰ্মা আৰু মাৰোৱাৰীজনৰ কথা-বাৰ্তাত অশ্লীল সুৰ — এইবোৰৰ কথা বৰুৱাই কাকো নক'লে। নিমিষাকো। ঘূৰি গৈ হাতত টকাখিনি লৈ আনন্দত নিমিষাক সাবটি ধৰোঁতে নিমিষাই সেইদিনা শৰ্মাই তেওঁকো যাবলৈ জোৰ কৰাৰ স্পৰ্দ্ধা, ব্যৱসায়ত সুবিধা হ'ব বুলি কৰা শুনাত বেয়া মন্তব্য আদিৰ বিষয়ে নানা আপত্তি দৰ্শাবলৈ আৰম্ভ কৰিছিল। সেইবোৰ শুনাৰ বা ভাবি চোৱাৰ ধৈৰ্য্য বৰুৱাৰ তেতিয়া নাছিল। টকাখিনি হাতত লৈ বৰুৱাই নিমিষাক হেঁচা মাৰি ধৰিছিল।

প্ৰথমবাৰ টকা পোৱাৰ দুসপ্তাহৰ পিচত নিমিষাক অসন্তুষ্ট কৰিলে ঘৰুৱা শান্তি আৰু নাথাকিব বুলি সন্দেহ কৰি, নিমিষাৰ অনুৰোধ মতে বৰুৱাৰো নিজৰ ঘৰটো চাবলৈ গ'ল। এই ১৪ দিনৰ ভিতৰতে নিমিষাই যে ঘৰটো থাকিব পৰা কৰিলে, সেই বিষয়ে ভাবিবলৈকে বৰুৱাই সময় পোৱা নাছিল। নিজে কেতিয়াও চাবলৈ যোৱা নাছিল। ঘৰৰপৰা নিমিষাক কিছুপৰ আঁতৰাই থ'লে কাম কৰাৰ সুবিধা হ'ব বুলি ভাবি বৰুৱাই নিমিষাক ঘৰটো উলিওৱা কামত লগাই দিছিল। সেই কামত ইমান মনপুতি নিমিষা লগা দেখি বৰুৱাই বৰ ভাল পাইছিল। সেই কিদিন বৰুৱাই কি কৰিছে, শৰ্মাই আহি বৰুৱাহঁতৰ বিচনাতে শুই থাকিছিলহি নেকি, শৰ্মা-বৰুৱাই কি কথা পাতিলে, আদি নিমিষাই বেয়া পোৱা কামবোৰলৈ চকু দিবলৈ বেচেৰীৰ আজৰি নাছিল। গধূলি আহিয়েই শোৱালৈকে নিমিষাই কেৱল ঘৰটোৰ কথাকে কয় ঃ মিস্ত্রিবোৰ কিমান বেয়া, গঁজাল ক'ত কিনিলে, চূণত কিমান নীল দিলে ভাল হয়, বাথ-ৰুমটোত কি ৰং দিব ......... আদি। নিমিষাৰ এই ব্যস্ততা বৰুৱাৰ ভাল লাগিছিল নিজৰো কাম কৰাৰ সুবিধা হোৱাৰ কাৰণেই। সেইদিনা বৰুৱাৰ ভাল লাগিছিল নিজৰো কাম কৰাৰ সুবিধা হোৱাৰ কাৰণেই । সেইদিনা গধূলি শৰ্মাৰ ঘৰত বৰুৱাই দ্বিতীয় ছবিখনৰ কাৰণে বহুত গুৰুত্বপূৰ্ণ আলোচনা কৰাৰ কথা আছিল। শৰ্মাৰ ঘৰ মানে হোটেল। হোটেলত হে আছে। কিন্তু নিমিষাক কোনোমতে বুজাব নোৱাৰিলে। মনে মনে ভাবিছিল, ঘৰটো চাই আহি নিমিষাক থৈ বৰুৱা যাব।

ঘৰটোৰ ভিতৰত সোমাই বৰুৱাৰ ভাল লাগি গ'ল। সঁচাকৈয়ে থাকিব পৰা হ'ল। দুটা কোঠা, বাথ-ৰুম, ৰান্ধনি-ঘৰ আদি ওলালেই। মিস্ত্রিবোৰ তেতিয়া গ'ল। জুইশলা কাঠি মাৰি তন্ন-তন্নকৈ নিমিষাই চুকে-কোণে চাই কিবা কিবি একোটাৰ কাৰণে মিস্ত্রিক উদ্দেশি ভোৰভোৰাবলৈ ধৰিলে। যিটো শোৱনি-কোঠা হ'ব সেইটোত থিয় হৈ নিমিষাই বৰুৱাৰ গাত আউজি দিলে। কথা ক'বলৈ একো নাই। দূৰত বাটেদি গাড়ীয়ে গাড়ীয়ে গুৱাহাটীৰ ব্যস্ততাবোৰ যেন ফট্‌ফট্‌কৈ গৈ আছে আৰু সেই ব্যস্ততাৰপৰা ফালৰি কাটি বৰুৱা-বৰুৱানীয়ে খন্তেক যেন জীৱনৰ শান্তি বিচাৰি লৈছে। ঝিলীয়ে চিঞৰিছে। দূৰৰ বাটত ষ্ট্রিটলাইটবোৰ বেৰৰ চূণে পোহৰ কৰিছে।

প্ৰেমিকাই প্ৰেমিকক চুৰকৈ প্ৰথম বাৰ লগ পোৱাৰ পিচত তীব্ৰ আবেগ চেপি ৰাখি সৰুকৈ সোধাদি নিমিষাই সুধিলে ঃ ভাল লগা নাই ?

পৰিৱেশৰ প্ৰৰোচনাত একে সুৰতে বৰুৱাই ক'লে ঃ লাগিছে।

বৰুৱাৰ মুখৰ ওচৰলৈ মুখখন নি নিমিষাই ক'লে ঃ এইটো মোৰ মৰমৰ 'জীৱন' আৰু মোৰ নিজা ঘৰ।

আবেগত সাবটি ধৰি বৰুৱাই পাতল চুমা এটা খাই দিলে।

কিছুপৰ দুয়ো সেই অৱস্থাতে থাকিল। নিমিষা যেন কুঁচি-মুচি বৰুৱাৰ দেহৰ ভিতৰলৈ সোমাই যাব। সেই নতুন

ঘৰটোত পাতি থোৱা ধূলি লগা তক্তাৰ ওপৰতে বৰুৱা-নিমিষা বহি পৰিল। গুৱাহাটী স্টেচনৰপৰা উজনিলৈ যোৱা ৰেলখনৰ গতিবেগ ক্রমাত বেছি হৈ যোৱা দুয়ো শুনি থাকিল। দুয়োৰে আবেগ-উত্তেজনায়ো ৰেলৰ গতিৰ লগত ফেৰ মাৰিলে। আবেগত নিমিষাক সাৱটি ধৰি থাকোঁতে কোনোবা এবাৰ নিমিষাক সাৱটি লৈয়ে বৰুৱা সেই ধূলি-বালিৰ ওপৰতে পৰি গ'ল।

এনেয়ে নিমিষাক সুধিলে ঃ কোনোবা আহিব নেকি?

এনেয়ে নিমিষাই ক'লে ঃ ওহোঁ।

এনেয়ে বৰুৱাই সুধিলে ঃ ওহোঁ?

এনেয়ে নিমিষাক ক'লে ঃ ওহোঁ।

কেইমিনিটমানৰ পিচত বৰুৱাই নিমিষাই চুলি আৰু কাপোৰৰপৰা ৰুমালেৰে ধূলি-বালিবোৰ কোবাই কোবাই আঁতৰাই দিওঁতে আকৌ বৰুৱাৰ কান্ধত আউজি নিমিষাই ক'লে ঃ আজি আমাৰ ঘৰ লোৱা হৈ গ'ল।

বৰুৱাই নিমিষাৰ চুলিত ওঁঠ দুটা হেঁচি ধৰিলে। বাহিৰলৈ ওলাই পুনৰ ঘৰটোলৈ ঘূৰি চাই নিমিষাই ক'লে ঃ লাইট কানেক্চনৰ পইচা জমা দিলোঁ। পানীৰ কানেক্চন পাওঁতে বোলে সময় লাগিব। মই পিচে কাইলৈ পাইপ লগামেই। কিনি থৈছোঁ। শুনা, আমি ইয়ালৈ কেতিয়া আহিম?

ঃ তোমাৰ যেতিয়া ইচ্ছা।

ঃ সেইদৰে নহব। দেউতাই কৈছে, অহা বুধবাৰে — মানে পৰহিলৈ দিন ভাল।

ঃ বাৰু; মানুহক দেখুৱাই পৰহিলৈকে আহিম। আজি কিন্তু আমি মনে মনে ল'লোঁৱেই।

হাঁহি এটা মাৰি নিমিষাই ক'লে ঃ পাচফালৰপৰা চোৱাঁচোন, মোৰ কাপোৰ বা খোপাত কিবা বোকা-বালি লাগি আছে নেকি?

বৰুৱাই চালে। কাঠ-চলি দুটুকুৰা চুলিত লাগি আছিল। এৰুৱাই দিলে। এ ৰাম, খোপাতে গঁজাল এটা। এৰুৱাই আনি বৰুৱাই নিমিষাক দেখুৱালে। গঁজালটো হাতত লৈ নিমিষাই ক'লেঃ মই এবাৰ মূৰত কিহবাই বিন্ধা যেন পাইছিলোঁ। চুলিৰ কাঁটা বুলি ভাবিলোঁ। হাঁহি বৰুৱালৈ চালে। বৰুৱাই নাকটোত ধৰি অকণমান জোকাৰি দিলে। বাৰীৰ চৌহদৰপৰা ওলাই আহিব খুজি নিমিষাই বৰুৱাক আগভেটি বাহুত ধৰি ক'লে ঃ শুনা।

ঃ কোৱা।

ঃ আমাৰতো এতিয়া ঘৰ ওলাই গ'ল।

ঃ পিচে?

ঃ এতিয়া তুমি দেখোন সেই চিনেমা-ফিনেমাবোৰত নলগাকৈও পাৰা।

বৰুৱাই নিমিষাক সাৱটি ধৰি বুজনিৰ সুৰত ক'লে ঃ আৰু এমাহ ধৈৰ্য্য ধৰা সোণ। এমাহতে সকলো শেষ হ'ব। এমাহৰ ভিতৰতে ছবিও হ'ব, টকাও পাম। তাৰ পিচত আৰু নকৰোঁ বাৰু। কৰিলেও তোমাৰ অনুমতি লৈ হে কৰিম।

ঃ আৰু নকৰা?

ঃ নকৰোঁ।

নিমিষাই বৰুৱাক সাৱটি ধৰিলে জোৰেৰে। অন্তৰ উজাৰি ক'লে ঃ তুমি খুব ভাল। আমি খুব সুখী....

এই ঘটনাৰ পিচদিনা পুৱাই বৰুৱাৰ কাৰণে ভাত ৰান্ধি থৈ আৰু নিজে ৰাপেকৰ ঘৰতে খাব বুলি কৈ নিমিষাই নতুন ঘৰটোত হোৱা কাম চাবলৈ গ'ল। আজি বোলে পানীৰ পাইপ লগোৱা হ'ব। নিমিষা যোৱাৰ অলপ পিচতে প্ৰেম

শৰ্মা ওলালহি। হাতত এটা ডাঙৰ ফাইল। সাধাৰণ দুই-এটা কথা পাতি শৰ্মাই গহীনাই আৰম্ভ কৰিলে ঃ বৰুৱা, আজি আপোনাক অকলে পাইছোঁ ভালেই হৈছে। বিজ্‌নেচ্ সম্পৰ্কীয় কিছু কথা আজি পাতি লওঁ। ইয়াৰ পিচত আৰু ভালকৈ কথা পাতিবলৈ হয়তো আজৰিকে নাপাম। দ্বিতীয়খন ছবিৰ কাৰণে কলিকতালৈ যাবই লাগে সোনকালে।

ঃ কেতিয়া?

ঃ দহ-পোন্ধৰ দিনৰ ভিতৰতে। অকল ময়ে নহয়। আপুনিও যাব লাগিব।

ঃ মই তেন্তে ছুটী লওঁ অফিচৰপৰা?

ঃ দহ দিনমানৰ ভিতৰতে লওক। অন্ততঃ এমাহৰ কাৰণে ল'ব। আৰু শুনক, আমাৰ এইখন ছবি ৰিলিজ হ'ব এমাহৰ পিচত। তাৰিখটো আপুনি পোস্টাৰত নিজে লিখি দিছে। এতিয়া খবৰ - কাগজবোৰত ছবিখন ৰিলিজ হোৱাৰ আগতে ছবিখনক প্ৰশংসা কৰি কিছু আলোচনা ওলা'ব লাগে। এনেকুৱা হ'ব লাগে যাতে প্ৰতি কাগজৰ 'নিজা প্ৰতিনিধি'য়ে ছবিখনৰ চুটিং শেষলৈকে চাই হে মন্তব্য কৰিছে।

ঃ আমাৰ ইয়াৰ কাগজৰ কোনোবা গৈছিল জানো?

ঃ নাই যোৱা। এইবোৰ কাম কেনেকৈ কৰিব লাগে তাকে আপোনাক ক'ব খুজিছোঁ। আপোনাক এটাইকিখন কাগজত কাম কৰা এজন এজন মানুহৰ নাম মই দিওঁ। এইবুলি শৰ্মাই মানুহৰ নামৰ এখন লিস্টি বৰুৱাক দি ক'লে ঃ এইকিজন মোৰ মানুহ, মোৰ ভক্ত। মোৰ কাৰণে যি পাৰে সকলো কৰিব। এওঁলোকক মই বিভিন্ন লোভ দেখুৱাই হাত কৰি থৈছোঁ। মানুহকিজন কিন্তু সাংঘাতিক। সুবিধা পালেই লেং মাৰিব। গতিকে সেই সুবিধা তেওঁলোকক যাতে আপুনি কেতিয়াও নিদিয়ে, অৰ্থাৎ কোনো ক্ষেত্ৰতে আমাৰ দুৰ্বলতা কেতিয়াও নেদেখুৱাব। টকা-পইচা আদি সকলো ক্ষেত্ৰতে আমি কিমান সবল তাক দেখুৱাব। এই লাইনটোৱেই এনেকুৱা। আপুনি ভাল মানুহ কাৰণে কৈ থওঁ — চিনেমা-লাইনত কিছু মিছা কথা কোৱাৰ প্ৰয়োজন। অভিনয়টোৱেই ফাঁকি নহয় জানো? আপোনাক এটা উদাহৰণ দিওঁ। ধৰি লওক আপুনি ইয়াৰে এখন কাগজৰ অফিচলৈ গৈ মই নাম দিয়া মানুহজনক লগ ধৰিলেগৈ। কথা প্ৰসঙ্গত ক'লে যে ৰাতিপুৱাৰপৰা দ্বিতীয় ছবিখনত অভিনয় কৰিবলৈ বিচৰা ছোৱালীৰ হেঁচাত শৰ্মাই চাহ এপিয়লা খাবলৈকে সময় পোৱা নাই। ইপিনে ১০ বজাত কলিকতালৈ ফ্লাই কৰিব লাগে — সত্যজিৎ ৰায়ে মাতি পঠাইছে, শৰ্মাৰ শেষ হোৱা ছবিখন আন্তৰ্জাতিক কথাছবি মহোৎসৱলৈ পঠোৱাৰ বিষয়ে আলোচনা কৰিবলৈ। এদিন শৰ্মা তাত নাথাকোঁতেই মিস্টাৰ ৰায়ে বোলে "আমাদেৰ প্ৰেমেৰ ছবিটাৰ এডিটিং দেখি" বুলি এডিটিং কৰি থাকোঁতেই ছবিখন চাই মুগ্ধ হ'ল। তাৰপৰা শৰ্মা দিল্লীলৈ যাব — ফিল্ম ডিভিজনৰ ডকুমেন্টাৰী এখন কৰি দিব লাগে বোলে। তিনি দিনৰ পিচত হে ঘূৰি আহিব। ...... ইত্যাদি। আপোনাক মই এটা উদাহৰণহে দিলোঁ।

ঃ সেইখিনি বাৰু পৰা হ'ব। কিন্তু লিখাটো?

ঃ সেইটোও হ'ব। (এখন কাগজ উলিয়াই দি) এয়া মই লিখি আনিছোঁ। মোৰ আখৰ বেয়া, ভাষাৰতো একেবাৰে আগ-গুৰি নাই। আপুনি ঠিক কৰি দিব। প্ৰতিখন কাগজৰ কাৰণে অলপ সলাই-বদলাই অলপ বেলেগ বেলেগ কৰি লিখিব আৰু মই কোৱা মানুহকিজনক দিব। - এই বুলি হঠাৎ মনত পৰাৰ দৰে শৰ্মাই আকৌ ক'লে ঃ লগতে এটা নিউজ দি আহিব — এইটো। শৰ্মাই আৰু এখন কাগজ উলিয়াই দিলে। বৰুৱাই পঢ়ি চালে —

জানিব পৰা গৈছে যে উদীয়মান পৰিচালক, স্বনামখ্যাত অভিনেতা প্ৰেম শৰ্মাই তেওঁৰ দ্বিতীয়খন কথাছবি 'নতুন জীৱন'ৰ আউট-ডোৰ চুটিং বৰপেটাতে কৰিব। ছবিখনত মহাপুৰুষ শংকৰদেৱৰ প্ৰচাৰিত ধৰ্মৰ নামঘৰৰ বিষয়ে থকা অংশটো আৰু সাধাৰণ ৰাইজৰ বৰ্ত্তমান দুৰৱস্থাৰ প্ৰতীক স্বৰূপে এখন গাঁৱৰ ছবি তুলিবলৈ বৰপেটাই উপযুক্ত স্থান হ'ব বুলি শৰ্মাই ভাৱে। এই মাহৰ ২৬ তাৰিখে তেখেত দলে-বলে বৰপেটাত আউট-ডোৰ চুটিং ল'বলৈ যোৱা কথা। এই নতুন ছবিখনিৰ আন এটা বিশেষত্ব হ'ল ঃ শংকৰদেৱৰ আদৰ্শৰ প্ৰতি আস্থা থকা সত্বেও ছবিখনত ক'তো আন ধৰ্মৰ

*বিৰুদ্ধে একো নাই; বৰঞ্চ শংকৰদেৱৰ উদাৰতাৰে সকলো ধৰ্মকে শ্ৰেষ্ঠ প্ৰতিপন্ন কৰা হৈছে।*

**পঢ়ি উঠি বৰুৱাই ক'লে ঃ আপোনাৰ লিখা হৈ গ'ল নেকি?**

**ঃ হোৱা নাই, কিন্তু মূল-ভাব এইটোকে ৰাখি লিখাৰ কথা ভাবিছোঁ। শংকৰদেৱ বুলিলেই আকৌ শাক্ত আদি আনবোৰ ভাল নাপাব । অথচ শংকৰদেৱক নলৈ উপায়ো নাই ।**

**ঃ কিয় ?**

**ঃ আপোনাক ব্যৱসায়ত সোঁহাত কৰি লৈছোঁ কাৰণেই কৈ থওঁ। এইখন ছবি কৰিবলৈ যিজনৰপৰা টকা সৰকাব খুজিছোঁ, সেইজন শংকৰ ভক্ত, ঘৰো বৰপেটাৰ এখন গাঁৱত। এতিয়া সেই গাঁৱতে কিছু ছবি তুলি আনিম তেওঁক ভাল লগাবলৈকে। সেইবোৰ ছবি পিচত কথাছবিত থাকে নে নেথাকে, পাচ কথা।**

**ঃ যদি তেওঁ টকা নিদিয়া হয় কিবা কাৰণত?**

**ঃ তেন্তে অইন ছবি কৰিম। উত্তৰ সীমান্তৰ কেঁচাইখাঁতী গোসানীক কেন্দ্ৰ কৰি ছবি এখন কৰিবলৈ টকা দিব খোজা মানুহ ওলাইছেই। এওঁ দিয়ে-নিদিয়ে জানিবলৈকে হে মই আউট-ডোৰ চুটিঙৰ লৰালৰি কৰিছোঁ।**

**ঃ বৰপেটাৰ মানুহজনে টকা দিলে ধৰ্মমূলক ছবি হ'ব নেকি?**

**ঃ নহয় নহয়। একেবাৰে সামাজিক। এজন ডেকাই অসমৰ অতীত সংস্কৃতি বিচাৰি ঘূৰি ফুৰিব। ধনীৰ ঘৰৰ শিক্ষিত ডেকা তেওঁ। প্ৰথমতে কামাখ্যালৈ যাব। তাত অতীতৰ কামাখ্যা গোসানীৰ আগত কুমাৰীয়ে নাঙঠ হৈ নচা আদি ফ্লাচ্-বেক কৰি যিমানদূৰ আইনে মতে পাৰি দিয়া হ'ব। তাৰ পিচত হাজোত নটীৰ নাচ আৰু মুছলমান দৰ্শকৰ কাৰণে হাজোৰ পোৱা-মক্কা দেখুৱাম। চবকে লাগিব ভাই। তাৰ পিচত গুৱাহাটীৰে ধনীৰ ঘৰৰ ছোৱালী এজনীয়ে কাগজত সেই ডেকাৰ ছবি দেখি পাগল হৈ তেওঁক বিচাৰি যাব। তেওঁৰ কীৰ্তিৰ কথা শুনি তেওঁক দেৱতা যেন ভাবিব। প্ৰত্নতত্ত্বৰ এক আন্তৰ্জাতিক মহাসভা কলিকতাত হ'ব। সেই সভাত যোগ দিবলৈ যাওঁতে এই ধনীৰ দুলালীও গৈ ওলাব আৰু ডেকাক ব শ কৰাৰ চেষ্টা কৰিব। সেই সুযোগতে কলিকতাৰ ক্লাবত টুইস্ট নাচ, মদ খোৱা দৃশ্য আদি দিব পৰা হ'ব। কিন্তু ডেকাজনে প্ৰকৃততে ভাল পায় হাজোত লগ পোৱা এজনী সাধাৰণ গাঁৱলীয়া অশিক্ষিতা ছোৱালীক। সেই ছোৱালীজনীক মহান কৰি দেখুৱালে দুখীয়া মানুহৰ ego-টো satisfied হ'ব। কলিকতাৰপৰা ঘূৰি আহি সেই ছোৱালীজনী লৈ ডেকা গৈ বৰপেটাৰ নামঘৰতসোমাই দণ্ডৱৎ হ'ব। শংকৰৰ মহৎ আদৰ্শ দাঙি ধৰি ছোৱালীজনীক শংকৰী ধৰ্মী কৰি ল'বলৈ ক'ব। গোড়াসকলে তাত বাধা দিব। ডেকাসকলে সপক্ষে থিয় দিব। শেষত গৈ সেই গাঁওখনত শংকৰৰ নামত ডেকাসকলে ছোৱালীজনীক শংকৰীধৰ্মত দীক্ষা দি জগতত নতুন আদৰ্শ দাঙি ধৰিব। 'আজি জগতত ধৰ্মৰ পাৰ্থক্য নাই ; সকলো মানুহ সমান' — এই সত্য ফুটাই তুলিব পাৰিলে আন্তৰ্জাতিক ছবি হ'ব। গোটেই ছবিখন কিন্তু ইন্‌টেলেক্‌চুৱেল হ'ব। ঘটনা ইমানেই। তাকে আপুনি ৰূপ দিব লাগিব। কিছু কিছুকৈ লিখি আপুনি মোক দেখুৱাই যাব।**

**ঃ এতিয়া লিখিব লাগে কেনেকৈ —মইতো ঠিক নাজানো।**

**ঃ কোনো কথা নাই। নাটক লিখাদি লিখি গ'লেই হ'ল। বাকীখিনি মই কৰি ল'ম।**

**ঃ বাৰু কিছুদূৰ লিখি আগতে আপোনাক এবাৰ দেখুৱাই লওঁ। তাৰ পিচত হে বুজিব পাৰিব।**

**ঃ এতিয়াই লিখিব নালাগে। আগতে বৰপেটাৰপৰা আহি লওঁ। টকা দিয়ে নে নিদিয়ে জানি লওঁ।**

**ঃ বাৰু।**

**ঃ আৰু এটা কথা । আনৰ বাতৰি কাকত আছে, বক্তৃতা দিয়াৰ অভ্যাস আছে .... ইত্যাদি। মোৰতো সেইবোৰ নাই। গতিকে মই ছবিতে মোৰ শত্ৰুবোৰক একোমাৰ মাৰি যাব লাগিব। এই ধৰক, মোৰ অভিনয় সেই বদমাচ**

সম্পাদকটোৱে— ডেকা নেকি— নকল বুলি কয়। 'আজিৰ ভাৰত' কাগজৰ সহকাৰী সম্পাদকক এদিন কৈছিলোঁ — মোৰ জীৱনীটো প্ৰকাশ কৰিবলৈ; ব্যবসায়ত সুবিধা হ'ব কাৰণেই বিচাৰিছোঁ বুলিও কৈছিলোঁ। মোক কি উত্তৰ দিছিল জানে? কৈছিল—তোমাৰ জীৱনী ছপালে বাটৰ-ঘাটৰ কুকুৰ-মেকুৰীৰো জীৱনী ছপাব লাগিব। এনেকুৱাকৈ মোৰ শত্ৰুতা কৰা কেবাটাকো একোশিকনি দি যাব লাগিব। অৰ্থাৎ, আজিৰ ডেকা শক্তিৰ প্ৰতিটো প্ৰচেষ্টাক উপলুণ্ঠা কৰা এই মানুহবোৰ যে দেশৰ শত্ৰু, সেই কথা উলিয়াই দেখুৱাব লাগিব। মই সময়ত আপোনাক কৈ যাম।

ঃ বাৰু । মই কিন্তু আপোনাক এটা কথা সুধিব খোজোঁ।

ঃ কওক।

ঃ নাম কৰা লেখকৰ কিতাপ এখন ল'লে কেনে হয়?

ঃ মোৰ কোনো আপত্তি নাই — যদি সেই কিতাপক কথাছবিৰ ৰূপ দিবলৈ লেখক বা আন কোনোবাই টকা দিয়ে। এতিয়া মই নিজে লিখোঁ—যিটোয়ে টকা দিয়ে তাৰ মন ভাল লগাব পৰাকৈ। আৰু এটা কথাও। কোনজন অসমীয়া লেখকৰ নো আপুনি কিতাপ ল'ব পাৰে?

ঃ কেলেই আহমদ বা মিশ্ৰৰ। দুয়োজনেই লিখেও ভাল, নামো আছে ভাল।

ঃ মিশ্ৰৰ দিন আৰু গ'ল। এখন কিতাপেই অকণমান ভাল লিখিছিল। সেইখন ছবি কৰিব নোৱাৰি। আৰু এই 'ল'ৰাৰ আচাম'ৰ মানুহবোৰৰ লেখা মোৰ ভাল নালাগে। আৰু আহমদ? আহমদে এবাৰ মোক কি বুলি 'এটেক' কৰি থৈছে জানে? মোৰ অভিনয় হেনো ভাওনা-গন্ধী, মই চিনেমা পৰিচালনা কৰিবলৈ যোৱাটো বোলে ঘৰচিৰিকাৰ মৰসাহ। তাক মই সুবিধাত পালে নেৰোঁ। বদ্‌মাচ।

বৰপেটালৈ যোৱাৰ আগতে এদিন নিমিষা আৰু বৰুৱাৰ ঘৰ লোৱাটো হৈ গ'ল। নতুন ঘৰটোলৈ বয়-বস্তু নিয়াই তাত থানথিত নলগোৱাকৈ নিমিষাই সকলো কাম কৰিলে। সেইদিনা শৰ্মাৰ লগত খবৰ-কাগজৰ অফিচে অফিচে বৰুৱা এনেকৈ ঘূৰি ফুৰিব লগা হ'ল যে ৰাতি ভুলতে ভাড়া ঘৰটোলৈকে গৈছিল। পিচত নিজৰ ঘৰ গৈ পালত নিমিষাই বৰুৱাক মৰমৰ খণ্ডেৰে বহুত কিবাকিবি ক'লে, বহুত কিবাকিবি দেখুৱালে, বহুত মানুহক কি কি খুৱালে তাৰো হিচাপ দিলে। বৰুৱাৰ কিন্তু কথাবোৰ বৰ কাণত সোমোৱা নাছিল। কাৰণ পিচদিনা বৰপেটালৈ যোৱাৰ কাৰণে টেক্সি ভাড়া কৰাৰপৰা বহুত কাম কেনেকৈ কৰিব তাকে ভাবি আছিল। শৰ্মাই কৈছিল, নিমিষাকো লগতে ল'বলৈ। কিন্তু বৰুৱাই নতুনকৈ আজি নতুন ঘৰত সোমোৱা নিমিষাক সেই প্ৰস্তাৱ দিবলৈকে সাহ নকৰিলে। নিমিষা যাবলৈ মান্তি নহ'ল বুলি শৰ্মাক ক'বলৈ ঠিক কৰি থ'লে। ৰাতি নিমিষাক ক'লে যে বৰপেটাৰপৰা একেদিনাই ঘূৰি অহাৰ কথা। আহিব নোৱাৰিবও পাৰে। গতিকে ৰাতিটোৰ কাৰণে ওচৰতে থকা বাপেকৰ ঘৰৰপৰা ভনীয়েক বা ভায়েক এটাক যেন মাতি আনে। পিচদিনাৰ কামৰ হিচাপ বৰুৱাই দিওঁতে নিমিষাই কৈছিল ঃ টেক্সি ঠিক কৰা, মানুহ গোটোৱা আদি কাম দেখোন চকীদাৰে কৰিলে হে শুৱায়। তুমি এচিস্টেন্ট ডিৰেক্টৰটোক সেইবোৰত কেলেই? কথাটোৰ সত্যতা বৰুৱাই উপলব্ধি কৰিছিল যদিও তেনেকুৱা চিন্তাৰে মূৰটো গৰম কৰিব নুখুজিলে তেতিয়া।

বৰপেটাত গৈ জীৱনজিৎ বৰুৱা অবাক। আগদিনাই কেজনমানক কিবাকিবি নিৰ্দেশ দি শৰ্মাই পঠিয়াই দিছিল। সেইকিজনে লগত স্থানীয় মানুহক লৈ বৰুৱাইঁতক গাড়ী বৰপেটা সোমাওঁতেই আগচি ধৰিলে। চুৰিয়া-পাঞ্জাৱী পিন্ধি, গাত চাদৰ লৈ, একেবাৰে ভকত বেশত আছিল শৰ্মা। বৰুৱাকো মাতি নি খুব প্ৰতিভাসম্পন্ন অভিনেতা-লেখক- গায়ক বুলি গৰ্বৰে শৰ্মাই সকলোৰে লগত চিনাকি কৰি দি ক'লে ঃ এখেতৰ নিচিনা ভাল মানুহ এজনে আমাৰ লগত যোগ দি আমাৰ লক্ষ্য লাভত সহায় কৰাৰ কাৰণে আমি অৰ্থাৎ সদৌ অসমৰ সংস্কৃতিপ্ৰেমী ৰাইজ কৃতজ্ঞ। বৰুৱাৰ লাজত আৰু গৰ্বত শিৰ দোঁ খাইছিল। স্কুল-কলেজৰ ল'ৰা-ছোৱালীবোৰে অটোগ্ৰাফ বিচাৰি শৰ্মাৰ লগতে বৰুৱাকো ঘেৰি ধৰি নানা প্ৰশ্ন কৰিবলৈ ধৰিলে। বৰুৱাই লক্ষ্য কৰিলে— শৰ্মাই সব্ সব্ কৈ সঁচাই-মিছাই এসোপা কৈ যাব পাৰে। বৰুৱাৰ

তেতিয়াও অভ্যাস হোৱা নাছিল যদিও চেষ্টা কৰিলে। সন্ধিয়া স্থানীয় সাংস্কৃতিক সংঘই দুইজনকে অভিনন্দন দিলে। সেইদিনা ৰাতি টকা দিব খোজা মানুহজন আহি পালত শৰ্মাই বৰুৱাক মাতি নি ক'লে ঃ আপুনি প্ৰথমতে তেখেতৰ সৈতে কথা হওকগৈ। মই 'চিনেৰিও' লিখাত ব্যস্ত বুলি ক'ব। কথাই কথাই আপুনি আমাৰ প্ৰায় এক লাখ টকা কেনেকৈ আগৰখন ছবিত সোমাই আছে সেইটো ক'ব। আৰু নতুনখনত তেখেতৰপৰা ৪০ হেজাৰমান পালে সুবিধা হয় বুলি ক'ব। কথাৰ সুৰত বুজি আপুনি ১০/২০ হেজাৰ বা যিমানটো আদায় কৰিব পাৰি যেন লাগে, সিমানটো এড্‌ভান্স দিলেই হ'ব বুলি ক'ব। মানুহজনক ভালকৈ জুখি চাব। তেওঁৰ ঘৰতে থাকি চুটিং কৰিমগৈ বুলি ক'ব। ছবিখনত তেওঁৰ চেহেৰাৰ লগত মিলা চৰিত্ৰ এটা আছে বুলিও ক'ব আৰু সেইটোত তেওঁকে ল'বলৈ আপুনি মোক ক'ব বুলি জনাব। মই আভাস হে দিলোঁ। বাকীখিনি আপুনি চলাই যাব। তাৰ পাচত আপুনি কি বুজে মোক জনাবহি। তেতিয়া হে মই যাম। যেনে তেনে কিন্তু কিছু টকা উলিয়াই নিবই লাগিব।

এনে ধৰণৰ কামত বৰুৱাৰ এয়ে প্ৰথম পৰীক্ষা। সেই পৰীক্ষাত বৰুৱা আচৰিতভাৱে সফল হ'ল। পুৰা দহ হেজাৰ টকা মানুহজনৰপৰা উলিয়াই লৈ পিচদিনা শৰ্মাহঁত গুছি আহিল। আহিয়েই গুৱাহাটীৰ কেবাখনো কাগজত শৰ্মাই বৰুৱাৰ হতুৱাই খবৰ দিয়ালে —

ঃ নতুন কথাছবি 'নতুন জীৱন'ৰ আউট-ডোৰ চুটিং কৰিবলৈ যোৱা পৰিচালক প্ৰেম শৰ্মা, সহকাৰী পৰিচালক জীৱনজিৎ বৰুৱা আৰু শিল্পীবৃন্দক বৰপেটীয়া ৰাইজে বাটতে আগচি ধৰি অভিনন্দন জনায়। হেজাৰ-বিজাৰ সংস্কৃতিপ্ৰেমী ৰাইজক পৰিচালক শৰ্মাই সোঁৱৰাই দিয়ে যে শিল্পী-প্ৰতিভাক স্বীকৃতি দিয়ালে চায়েই এখন ঠাইৰ মানুহৰ প্ৰগতি জুখিব পাৰি; আৰু সেই ক্ষেত্ৰত বৰপেটা অসমৰে গৰ্বৰ বিষয়।

পৰিচালক শৰ্মাৰ লগত কথা পাতি তেখেতৰ আদৰ্শত মুগ্ধ হৈ স্থানীয় প্ৰতিভাশালী আৰু সংস্কৃতিপ্ৰেমী ব্যৱসায়ী শ্ৰীযুত মোহন দাসে আজি পুৱা এখন মেলত বিশিষ্ট নাগৰিকসকলৰ আগত ঘোষণা কৰে যে এই চেষ্টা ফলৱতী হ'বলৈ তেখেতে চল্লিশ হেজাৰ টকা আগবঢ়াইছে। তাৰে দহ হেজাৰ নগদ টকা সেই মেলতে সসম্মানে শৰ্মাৰ হাতত বিপুল হৰ্ষধ্বনিৰ মাজত তুলি দিয়ে। উত্তৰত শৰ্মাই কয় যে তেখেত মোহিত হৈছে। অসমৰ চুকে-কোণে থকা এনেকুৱা বহুত উদাৰ হৃদয় পুৰুষ চিনেমা-শিল্পত নামিবলৈ আগবাঢ়ি আহিব বুলি তেওঁ আশা কৰে।

পিচদিনা খবৰ-কাগজত নিজৰ নামটোৰে সৈতে খবৰটো পঢ়ি বৰুৱাৰ ভাল লাগিল। নিমিষাকো দেখুৱালে। আৰু, লৰালৰিকৈ চাহ খাই শৰ্মাৰ ওচৰ পালেগৈ। আজিকালি নিমিষাই বাধা দি আমনি নকৰে। বৰুৱা গৈ পাওঁতে শৰ্মাই হোটেলৰ বিচনাতে বহি কেবাজনো মানুহৰ লগত কথা পাতি আছিল। বৰুৱাই লৈ যোৱা কাগজখনত খবৰটো পঢ়ি চাই শৰ্মাই মিহিকৈ ক'লে ঃ আজিকালি অসমীয়া কাগজবোৰে বেচ গৰম খবৰ দিব পাৰে। কালিৰ বৰপেটাৰ খবৰ আজি বেচ বঢ়িয়াকৈ দিছে। এইবুলি লগত থকাকিজনলৈ কাগজখন আগুৱাই দিলে। সেইকিজনে একেলগে উবুৰি খাই খবৰটো পঢ়িবলৈ লৈ তাৰে এজনে ঘৰতে পঢ়ি অহা বুলি ক'লত, শৰ্মাই অলপ সমালোচনাৰ সুৰত ক'লে ঃ পিচে ঠিক ইনটিমেট্‌ নিউজ দিবলৈ আমি ভালকৈ শিকা নাই। এই ৰিপোৰ্টাৰজনে এতিয়া এই খবৰটোকে নিজে দেখা বুলি কৈ, মানুহবোৰে অটোগ্ৰাফ লবলৈ ঘেৰি ধৰা, আমাক মানুহে নিজৰ উদাৰতাৰে দেৱতা যেন ভবা, আদি ঘটনাৰে মিলাই ধুনীয়া খবৰ কৰিব পাৰিলেহেঁতেন। আমেৰিকান কাগজবোৰে তেনেকুৱা কৰে। বৰুৱা আচৰিত নহ'ল। এনেকুৱা কথাবোৰ সহ্য কৰিব পৰা হৈ গ'ল ইতিমধ্যে।

সেই মানুহকিজন আহিছিল, এক শিল্পী সমাৰোহত প্ৰেম শৰ্মাক সভাপতিত্ব কৰিবলৈ মাতিবলৈ। প্ৰেম শৰ্মাই ক'লে, তেওঁ থাকিব পৰা হ'লে বৰ ভাল পালেহেঁতেল। কিন্তু ইমান ব্যস্ত যে একেবাৰে সময় নাপাব। সেই প্ৰসঙ্গতে এটা হুমুনিয়াহ কাঢ়ি শৰ্মাই ক'লে ঃ শিল্পীৰ কথানো কি ক'ব? কলিকতাত সত্যজিৎ ৰায়ে মোক এদিন কৈছিল - "তুমি আসামে আমাকে অতিক্ৰম কৰে যাও ।তুমি পাৰবে।" মৰিবৰ সময়ত লগ ধৰিবলৈ যাওঁতে জ্যোতিপ্ৰসাদ, পাৰ্বতিপ্ৰসাদ

আদি সকলোৱে একে সুৰৰ কথাকে কৈছিল। তেখেতসকলে মোৰ গাত কি চিন দেখে ক'ব নোৱাৰোঁ। অথচ মই আজিলৈকে তেখেতসকলৰ কথা সঁচা কৰিব পৰাকৈ একোকে কৰিব পৰা নাই।

মানুহকিজনে ওপৰা-উপৰিকৈ ক'লে ঃ আপুনি বহুত কৰিছে, বহুত কৰিব। আপোনাৰ লগত বিজাব পৰা মানুহ এতিয়া অসমত নায়েই।

শৰ্মাই হাঁহিৰে নম্ৰতা প্ৰকাশ কৰিলে।

মানুহকিজন যোৱাৰ পিচত বৰুৱাৰ লগত গুৰুত্বপূৰ্ণ কথাৰ আলোচনা চলিল। শৰ্মাই ক'লে ঃ মই কাইলৈ কলিকতালৈ যাম। 'নতুন-জীৱন'ৰ কাম কিছু আগবঢ়াই ল'ব পাৰিলে হে আৰু টকা পাম। প্ৰথমতে গানখিনি আৰু নাচখিনি ৰেকৰ্ড কৰি লওঁ। গান আৰু নাচৰ কাৰণে তিনিজনী ছোৱালী ইয়াৰপৰা যাব। সেইকিজনীক লৈ আপুনি পাঁচ দিনৰ পিচত অৰ্থাৎ অহা দেওবাৰে কলিকতালৈ আহিব। তাতে বহি আমি ডায়েলগ লিখিম। এইবুলি বৰুৱাই তিনিজনী ছোৱালীৰ নাম-ঠিকনা উলিয়াই দি ক'লে ঃ সিহঁত কাইলৈ পুৱা আপোনাৰ ঘৰলৈ যাবই। দেওবাৰে সিহঁতক কোনোবা এঠাইত গোট খাই থাকিবলৈ ক'ব। আপুনি আপোনাৰ পৰিবাৰকো লৈ থব। নহ'লে তাত আপোনাৰ ঘৰৰ চিন্তা কৰোঁতে কামত বাধা পৰিব।

তেনেকৈ কওঁতে বৰুৱাই হঁহা দেখি শৰ্মাই ক'লে ঃ নাহাঁহিব। মই প্ৰেক্‌টিকেল মানুহ। সঁচা কথা কৈছোঁ। এয়া আপোনালোক পাঁচজন যোৱাৰ খৰচ ছশ টকা আপোনাক দিলোঁ। এয়াৰত যাব। আজিয়েই টিকেট বুক কৰিব।

কিছুসময় আৰু কিবাকিবি আলোচনা কৰি থাকোঁতেই ছোৱালী তিনিজনী পালেহি। শৰ্মাই বৰুৱাৰ লগত চিনাকি কৰি দিলে আৰু দুই-এটা লাজ লগা কথা কৈ ছোৱালীহঁতক জোকালে। তাৰ পিচত বৰুৱাক পুৱা লগ ধৰিবলৈ কৈ শৰ্মা ছোৱালীকিজনীৰ লগত ওলাই গ'ল। যাওঁতে কৈ গ'লঃ এওঁলোক কাইলৈ মোক এয়াৰ অফিচত বিদায় দিবলৈ আহিব। তাৰ পিচত আপোনাৰ লগত আপোনাৰ ঘৰলৈ যাব। বাহিৰত আহি শৰ্মা আৰু ছোৱালীকিজনী এখন বৈ থকা গাড়ীত উঠিলহি।

শৰ্মাহঁত যোৱালৈ কিছুপৰ চাই থাকি বৰুৱাই ভাবিলে ঃ আৰু এটা দৃশ্য শেষ হ'ল। ইয়াৰ পিচৰ দৃশ্য কলিকতাত। যিমানেই নাম হওঁক, যিমানেই অভিনয় কৰাৰ সুবিধা থাকক, যিমানেই সহজে বিখ্যাত হোৱাৰ সুযোগ পাওক, চিনেমাত নামিলেই ইমান মিছা কথা ক'ব লাগে বুলি বৰুৱাই জনা নাছিল। এতিয়াও বৰুৱাৰ বিশ্বাস, মিছা কথা নোকোৱাকৈও পাৰি। কেৱল তাৰ কাৰণে মিছাকৈ হোৱা নামখিনি কমিব। এই মিছা কথা কোৱাটো বৰুৱাই ভাল পোৱা নাই। আৰু ভাল পোৱা নাই শৰ্মাই সদায় মদ খোৱাটো। ছোৱালী লগ পালেই লাজে-ওভতে কিবা কিছুমান কোৱা, ছোৱালীৰ বিষয়ে অশ্লীল ইংগিত দিয়া, আদিও বৰুৱাৰ ভাল নালাগে। ভাগ্য ভাল যে নিমিষাৰ লগত তেনেকুৱা কৰিবলৈ শৰ্মাই সাহ কৰা নাই। হয়তো নিমিষা বৰুৱাৰ বিবাহিতা বুলিয়েই ,বা নিমিষাৰ গম্ভীৰ স্বভাৱৰ কাৰণেই। এইটো কথাই মানুহটোৰ ভাল লাগে। কাক কেনেকৈ ব্যৱহাৰ কৰিব লাগে বুজে। আৰু বৰুৱাই বুজে যে নামিলে যেতিয়া এতিয়া আৰু উপায় নাই ; তিতিবই লাগিব। নহ'লে গোটেইখনতে বদনাম ওলাব। কিন্তু বৰুৱাই মনে মনে ঠিক কৰিলে, এখন ছবি কৰিয়েই শৰ্মাৰ লগ এৰিব লাগিব। আন ভাল কোনোবা মানুহ পালেহে আকৌ কৰিব।

সেইদিনা ৰাতি বহুত দিনৰ পিচত বৰুৱা সোনকালে ঘৰলৈ ঘূৰিল। আজি বহুত দিনৰ মূৰত নিমিষালৈ ভালকৈ চাই বৰুৱা অবাক। নিমিষা ইমান খীণাইছে কিয় ? যি কাৰণেই নিখীণাওক, নিমিষাক ইমান দিন বৰুৱাই লক্ষ্য কৰাই নাছিল। প্ৰেম শৰ্মাক চিনেমা-হলত লগ পোৱা প্ৰায় এমাহেই হয়। এই এমাহে, এদিন মাত্ৰ ঘৰটোত আন্ধাৰে-মুন্ধাৰে লগ পোৱাৰ বাহিৰে, ঘৈণীয়েকৰ কথা যেন বৰুৱাই পাহৰি গৈছিল। ঘৰত চাকৰো নাই। অথচ কেনেকৈনো নিমিষাই চাউল-দাইলৰ এই মহাৰ্ঘৰ দিনত বৰুৱাক কোনো আপত্তি নজনোৱাকৈ ঘৰ চলাই গৈ আছে, তাক বৰুৱাই নাজানে। নিশা ভাগৰি-জুগৰি শুই থাকি পুৱাই আকৌ চিনেমাৰ কামত লগা বৰুৱাই এই এমাহে ঘৰৰ খবৰ একো ৰাখিব পৰা নাছিল।

আজি প্ৰথম গোটেই ঘৰটো ভালকৈ চালে বৰুৱাই। ইমান শুৱনিকৈ সজাবলৈ ইমানবোৰ বস্তু বাৰু কেনেকৈ কিনিলে নিমিষাই? সেইকিটা টকাৰেই ঘৰ সজাবপৰা বস্তু কিনালৈকে সকলো হ'ল নে? চাহ লৈ নিমিষাই ওচৰ পালেহি।

ঃ এ ৰাম তুমি হাত - ভৰি ধোৱাই নাই।

ঃ আজি নোধোৱাকৈ খাওঁ দিয়া।

ঃ ওহোঁ, নহ'ব। মই চাহ আকৌ গৰম কৰি দিম। আহা হাত-ভৰি ধোৱাহি। এইবুলি নিমিষাই চাহ টেবুলতে থৈ বৰুৱাক প্ৰায় টানিয়েই বাথৰুমলৈ লৈ গ'ল। লৈ গৈ নিজে পানী ঢালি দিলেগৈ। বৰুৱাৰ হাত- ভৰি নিজে মচি দিলে। নিমিষাৰ কান্ধত ভৰ দি চেণ্ডেল পিন্ধি বৰুৱাই নিমিষাৰ বাহুত ধৰি মুখলৈ চালে । মুখত বিৰিঙি থকা ঘাম হাতেৰে মচি দিলে। বহুত দিনৰ মূৰত জিৰাবৰ ঠাই পাই স্বৰ্গ পোৱাৰ দৰে নিমিষাই বৰুৱাৰ নোমাল বুকুত মূৰটো আউজাই দিলে। বৰুৱাৰ বুকুত মূৰ ৰাখিয়েই নিমিষাই ভাগৰেৰে টোপনি আহিব খোজাৰ নিচিনাকৈ ক'লে ঃ তোমাৰ চাহ একেবাৰে চেঁচা হৈ যাব।

বৰুৱাই নিমিষাৰ মূৰত হাত ফুৰাই সুধিলে ঃ হেজাৰ হেজাৰ পিয়লা চাহ জানো নিমিৰ এইকণ মৰমৰ হেজাৰ ভাগৰ এভাগো হ'ব?

ঃ ঈ — ঈ — ঈ — ঈ — ঈ — স্ —স্। বুলি নিমিষাই আৰামত চকু মুদি দিলে।

বহুত পৰ দুয়ো নিমাত । মুখেৰে কোৱাতকৈ যে বুকুৰে অনুভৱ কৰিলে। বৰুৱাৰ বুকুৰ নোমবোৰ লিৰিকি-বিদাৰি নিমিষাই সুধিলে ঃ এতিয়া আকৌ ওলাই যাবা?

ঃ আজি নাযাওঁ।

নিমিষাই যেন স্বৰ্গ ঢুকি পালে। আনন্দত বৰুৱাক চা খাবলৈ টানি লৈ গ'ল। চাহ গৰম কৰিবলৈ পাহৰি খাবলৈ দিয়া জলপানখিনি নিমিষাই বৰুৱাক লাহে লাহে খুৱাই দিলে। ঃ তোমাক জানা, মোৰ বহুত কথা ক'বলৈ আছে । এইকেইদিন তুমি যেনেকৈ উফৰি ফুৰিছা, কবলৈ মই চলেই পোৱা নাই।

জলপান শেষ কৰি নিমিষাই বৰুৱাক চাহ খুৱাই দিলে। বৰুৱাই একেবাৰতে ঢোক্-ঢোক্কৈ খোৱা দেখি হে নিমিষাৰ মনত পৰিল চেঁচা চাহকে দিলে বুলি ঃ এ ৰাম, চেঁচা চাহকে খুৱাই দিলোঁ তোমাক। পাহৰিলোঁৱেই। ৰ'বা, মই গৰম এপিয়লা আনো।

নালাগে বৰুৱাই উঠিবলৈ ধৰা নিমিষাক থাপ মাৰি বহুৱাই দিলে। ঃ পিচত খাম বাৰু। এতিয়া কোৱাচোন কি কি ক'বলৈ বাকী আছে?

ঃ শুনা। — এই বুলি নিমিষাই খুব প্ৰয়োজনীয় কথা কোৱাদি কৈ গ'ল ঃ ঘৰটোত মুঠতে ১৪০০ টকা পৰিল। বস্তু বহুত অনাই আছিল। মিস্ত্ৰিৰ খৰচ হে বহুত পৰে। মই লিখি থৈছোঁ। তাৰ পিচত ফাৰ্নিচাৰ মুঠতে আঠ শ টকাৰ; চাৰি শ হে দিছোঁ; বাকীখিনি মাহে এশকৈ দিম বুলি কৈছোঁ। ৰান্ধনি-ঘৰৰ বস্তু এশমান টকাৰ। সিদিনা ঘৰ-লোৱাত খুৱাওঁতে পঞ্চাশ টকা। এই এমাহৰ ঘৰ খৰচ দুশ চল্লিশ টকা। বস্তুৰ ইমান টান হৈছে, অথচ কিবা এটা নহ'লেই তুমি চিএন্ব-বাথৰ কৰা। এতিয়া চোৱা মুঠতে ২২০০ টকা খৰচ হ'ল। বাকী ৩০০ টকা আৰু তোমাৰ দৰমহাৰ পইচাকিটা আছে।

ঃ পিচে মই কি কৰিম এতিয়া?

ঃ নহয়, তোমাক হিচাপটো দিলোঁ। কিমান কম খৰচেৰে কিমানখিনি কৰিলোঁ দেখিলা? তুমি নিজে ঘৰৰ কাম চোৱা হ'লে চাহ, চিগাৰেট, ৰিক্সা ভাড়া আদিতে ৩০০ টকামান গ'লহেঁতেন। নহয় কোৱা? — নিমিষাই বৰুৱাৰ বোকোচাত উঠাৰ নিচিনাকৈ বৈ ক'লে।

বিচনাত দীঘল দি বৰুৱাই ক'লে ঃ এতিয়া পিচে এটা কথা জানিছা নে নাই?

: কি কথা?

: দেওবাৰলৈ কলিকতালৈ যাব লাগে।

: কলিকতালৈ ? কিমান দিনৰ কাৰণে?

: বহুত দিনৰ কাৰণে। বব্বাই বহুত দিন বুলি ইচ্ছা কৰি ক'লে ; যাতে নিমিষাই নিজে 'ময়ো যাওঁ' বুলি কয়।

: বহুত দিন মই পিচে অকলে কেনেকৈ থাকিম?

: তুমিও ব'লা।

কিবা এটা ভাবিলে নিমিষাই। তাৰ পিচত বব্বাৰ চুলি লিৰিকি-বিদাৰি ক'লে : এটা কথা কওঁ শুনা। এতিয়াতো আমাৰ ঘৰ হৈ গ'লেই। এতিয়া আৰু বেছি পইচাৰ দৰকাৰ নাই। এতিয়া তুমি চিনেমাৰ কাম বাদ দি দিলে কেনে হয়? (অকণমান বৈ) অৱশ্যে হয়, অভিনয় তুমি সাধনা হিচাপে লৈছা। কিন্তু মই কি ভাবোঁ জানা? আন ভাল মানুহ পালে চিনেমা কৰিবা। এই শৰ্মাজনক তুমি বাদ দিয়া।

কিছুসময় বব্বাই একো ক'ব নোৱাৰিলে। : কিন্তু নিমি, ইমানদূৰ কৰি এৰি দিলে মানুহেই মোক হাঁহিব। তেতিয়া কি কৰিবা?

: হাঁহক দিয়া। আমাৰ কি সুবিধা-অসুবিধা আমি হে বুজোঁ। মানুহে হাঁহিব খোজে, হাঁহক। আমাৰ কি লোকচান?

: তাতকৈ তুমিও ওলালে দুইটা ফুৰি অহাও হ'ব। তুমিতো কেতিয়াও কলিকতালৈ যোৱা নাই।

: যাম কলিকতালৈ। কিন্তু তুমি চিনেমা কৰিবলৈ যাওঁতে মই নাযাওঁ। তুমি বেয়া নাপাবা।

সেইদিনা নিশা নিমিষাক বব্বাই কোনোমতে কলিকতালৈ যাবলৈ সৈমান কৰাব নোৱাৰিলে। নিমিষাৰ বহুত ফাঁকি বব্বাই বুজিব পাৰিলে। এৰোপ্লেনত উঠিবলৈ ভয় লাগে, দেউতাই যাবলৈ নিদিয়ে, আদি ফাঁকি নিমিষাই এনেয়ে দিলে। আচল কথা, প্ৰেম শৰ্মাক নিমিষাই দেখিব নোৱাৰে। ইমান দিন অহা-যোৱা কৰিও এদিনৰ কাৰণেও মানুহটোৱে নিমিষাৰ ভাল মুখৰ মাত এবাৰ নাপালে। কেনেকৈ কি কৰিব বব্বাই ভাবি নাপালে। অথচ অকলে নিমিষাক এৰি যোৱাৰো উপায় নাই। নিমিষাৰ বাপেকৰ ঘৰতো বাপেক আৰু সৰু ভায়েক-ভনীয়েক দুটাৰ বাহিৰে কোনো নাই। নিনিলেও সদায় কলিকতাত গৈ চিন্তা হৈ থাকিব। কিন্তু নগ'লেতো আৰু জোৰ কৰি নিব নোৱাৰি। ইয়াত কোনোবা মানুহ এটা ৰাখি নিমিষাক বাপেকৰ ঘৰতে থৈ যাব লাগিব। বাপেকৰ ঘৰত মানুহ বেছি হোৱা হ'লে ইয়াতে আনি ৰাখিবহি পৰা হ'লহেঁতেন। সিও নাই।

কলিকতালৈ যোৱাৰ কথা ওলোৱাৰেপৰা নিমিষা চিন্তান্বিত হোৱাৰ চিন মুখত ফুটি উঠিল। তাৰ আগলৈকে নিমিষা ৰাংঢালী হৈ আছিল। পিচদিনা পুৱা এয়াৰ অফিচত শৰ্মাক বিদায় দি তিনিজনী সাজি-কাচি অহা গাভৰুৰ সৈতে বব্বা ঘৰলৈ অহা দেখি নিমিষা প্ৰথমতে অবাক হ'ল। পিচত সেইকিজনী চিনেমাৰ ছোৱালী, বব্বাৰ লগতে কলিকতালৈ যাব বুলি শুনাৰ পিচৰপৰাই নিমিষা খঙতে থাকিল। খুব খঙেৰে ছোৱালীকিজনীক বব্বাৰ অনুৰোধত চাহ এপিয়লা দিলে। সিহঁতৰ সৈতে যে কথাকে নাপাতিলে। বোধকৰো সেই ছোৱালিকিজনীৰ লগত বব্বাক দেখিয়েই, আৰু সিহঁতো কলিকতালৈ বব্বাৰ লগত যাব বুলি শুনিয়েই নিমিষাই ঠিক কৰিলে — বব্বাৰ লগতে কলিকতালৈ যাবলৈ। গহীন হৈয়েই নিমিষাই দুপৰীয়া ভাত খাওঁতে বব্বাক ক'লে : তোমাৰ লাজ নেলাগে তেনেকুৱা ওঁঠলৈকে ৰং সনা, তেনেকুৱা পোচাকৰ বাহাৰ মৰা ছোৱালীৰ লগত মানুহক গা দেখুৱাই ঘুৰি ফুৰিবলৈ।

বব্বাই নিজৰ ফালৰপৰা কথাটো বুজাই নিমিষাক ক'ব খোজোঁতে নিমিষাই ক'লে : নালাগে বুজাব মোক; হৈছে। (অলপ বৈ) ময়ো যাম কলিকতালৈ।

বব্বা আচৰিত হ'ল।

### এই গতি নিৰবধি

যাম বুলি নিমিষাই ক'লে হে। কিন্তু যাবৰ কাৰণে কোনো আয়োজন কৰাৰ চেষ্টা নকৰিলে। দিনটো গহীন হৈ থাকিল। ৰাতি বৰুৱাৰ ফালে পিঠি দি শুলে। কথাও নাপাতিলে। আৰু ৰাতিপুৱাই বৰুৱাই শাড়ীখনত ধৰি ৰাখিব খোজোঁতে সেই কাণ্ড হ'ল। দুপৰীয়া ভাত খোৱাও ন'হল। বৰুৱায়ো খণ্ডতে নিজ প্ৰশ্নৰ উত্তৰ বিচাৰি গোটেইখন খেলিমেলি লগাই দিলে।

*আজি বৰুৱাই বুজিছে, এই গোটেই এমাহে নিমিষাৰ মনত গোট খোৱা অভিযোগ একেলগ হৈয়ে বৰুৱাৰ প্ৰতি এনেকুৱা ব্যৱহাৰ কৰাত ইন্ধন যোগালে। বৰুৱাই মনে মনে ঠিক কৰিলে — নিমিষাক আৰু একো নোসোধে। এইমাত্ৰ* নিমিষা আহি পালেই ফুৰিবলৈ ওলাই গৈ ক'ৰবাৰ ৰেস্টোৰাঁত খাব আৰু ব্ৰহ্মপুত্ৰৰ পাৰত নিজৰ ব্যৱহাৰৰ কাৰণে মাফ খুজিব। নহ'লে নিমিষাই কলিকতালৈ যোৱাটোকে নষ্ট কৰি দিব। আগদিনা কলিকতালৈ যাবলৈ ওলোৱা মানুহজনীৰ পিচদিনা পুৱাই কিয় মনটো এনেকুৱা হ'ল, বৰুৱাই বুজি নাপালে।

কাষৰে বন্ধুৰ ঘৰৰপৰা ঘূৰি আহি নিমিষাই টেবুলৰপৰা ভাতবোৰ নিব খুজিছিল। কিন্তু বৰুৱাই নিমিষাক প্ৰায় জোৰ কৰিয়েই কাপোৰ পিন্ধালে আৰু ফুৰিবলৈ লৈ গ'ল। টেক্সিত উঠি ব্ৰহ্মপুত্ৰৰ দলঙৰ ওচৰত নামি দুয়ো এটুকুৰা নিৰ্জন ঠাই বিচাৰি বহিল। টেক্সিখন ৰাখি থ'লে। এই ঔষধে নিমিষাৰ ওপৰত আচৰিত ধৰণেৰে কাম কৰিলে। মৰম কৰি মৰম কৰি, প্ৰশ্নৰ ওপৰত প্ৰশ্ন কৰি, শেষত শপত দি বৰুৱাই নিমিষাৰ পেটৰ কথা উলিয়াই পেলালে। আচলতে ছোৱালীকিজনীৰ লগত বৰুৱাক যাবলৈ দিবলৈ নিমিষা ৰাজী নহয়। গতিকে নিজে যাবলৈ ওলাইছিল। কিন্তু যাবৰ মনো নাই। ভাবি-চিন্তি ৰাতি শুবলৈ যোৱাৰ আগতে ঠিক কৰিলে, মনত আঘাত পোৱাকৈ বৰুৱাক টান কথা ক'লে খণ্ডতে বৰুৱা ঠিক দিনটোত নাযাব। তেতিয়াঁ খং উঠি প্ৰেম শৰ্মাই বৰুৱাক এৰি দিব আৰু বৰুৱা নিমিষাৰ লগতে থাকিব। ইমানখিনি কথা জনাৰ পিচত বৰুৱাৰ মনটো বহুত পাতল হ'ল। কৈ উঠি নিমিষায়ো বৰ যেন সকাহ পালে।

ব্ৰহ্মপুত্ৰৰ পাৰতে নিমিষাও কলিকতালৈ যোৱা ঠিক হ'ল। কিন্তু আগতে ঠিক কৰি ললে যে প্ৰেম শৰ্মাৰ লগত বা সেই ছোৱালীসোপাৰ লগত কেম্পত একেলগে নাথাকে; বৰুৱাও। দুয়ো একেলগে হোটেলত থাকিব। আৰু, কিবা বেয়া পালে দুয়ো একেলগে গুচি আহিব। বৰুৱা আনন্দেৰে মান্তি হ'ল।

ঃ তোমাৰ কাৰণে মই যাবলৈ ওলাইছোঁ - এই নতুনকৈ পতা ঘৰখন অকলে এৰি থৈ। তুমিও কিন্তু মোৰ কাৰণে প্ৰয়োজন হ'লে গুচি আহিব লাগিব।

নিমিষাৰ গালত মৰমেৰে সৰুকৈ চৰ মাৰি দি বৰুৱাই ক'লে ঃ তুমি মোক কাপুৰুষ বুলিছিলা কিয়?

ঃ নহয় নো কি? কাকো তুমি না বুলি ক'ব নোৱাৰা। শৰ্মাই যিহকে কয় তাকে কৰা। সেইটো পুৰুষৰ লক্ষণ নহয়, কাপুৰুষৰ লক্ষণ হে। সেইদিনা শৰ্মা আমাৰ লগত চিনেমা চাবলৈ বহাৰ পিচৰপৰা মোৰ কিমান বদ্‌নাম ওলাইছে মই হে জানিছোঁ। তুমি টকাৰ লোভত মোক শৰ্মাৰ হাতত দিছা বুলিও মানুহে কৈছে।

ঃ হয় নেকি? ইমান অসভ্য নে মানুহ?

ঃ নহয় নো কি? তুমিতো পৃথিৱীৰ একো খবৰ ক'ৰবই নোৱাৰা। মাজত মই হে ক'তো মুখ উলিয়াব নোৱাৰা হৈছোঁ। কালি তোমাৰ লগত ছোৱালীকিজনী দেখি চাগৈ তুমি মোক এৰিলা বুলিয়েই কৈছে।

কলিকতালৈ নিমিষাকো লৈ যাব পৰাৰ আনন্দত বৰুৱা তেতিয়া বিভোৰ। ক'ত গুৱাহাটীত কোনে হিংসা কৰি বদ্‌নাম উলিয়ায়, সেইবোৰ বৰুৱাৰ কাৰণে সাধাৰণ কথা। এনেয়ে থাকোঁতেও মানুহে বদ্‌নাম কয়। আৰু এটা কথা কিন্তু ; বদ্‌নাম ওলোৱাটো বিখ্যাত আৰু জনপ্ৰিয় হোৱাৰে চিন বুলি ক'ৰবাত বৰুৱাই পঢ়িছিল। কথাটো মিছা নহয়। তুলনামূলকভাবে নিৰীহ আৰু সাধাৰণ স্তৰৰ মানুহৰ বদ্‌নাম নোলায়। বিখ্যাত মানুহৰে বদ্‌নাম ওলায়। 'ৰবিঠাকুৰ'ৰ কম বদ্‌নাম জানো?

ব্ৰহ্মপুত্ৰৰ পাৰত সেইখিনি কথা পতাৰ পিচত বহুত সহজ হ'ল নিমিষা; আকৌ আগৰ চিনা হ'ল। নিমিষাৰ ব্যৱহাৰত মনৰ আনন্দেৰে যোবাৰ যোগাৰ কৰাত ব্যস্ত হ'ল বৰুৱা। মাজত মাত্ৰ দুদিন বাকী। এতিয়ালৈকে দিনটোত একোপাক মাৰি অফিচত ছুটী নোলোৱাকৈ চলি আছিল বৰুৱা। এইবোৰ ছুটী লবই লাগিব। নিশা বিচনাত বৰুৱাৰ চুলিত কৃত্ৰিম খঙেৰে টানি ধৰি নিমিষাই ক'লে ঃ মই তোমাক সেই পাষণ্ডবোৰৰ মাজলৈ অকলে যাবলৈ দিব নোৱাৰোঁ। মোৰ 'জীৱন'টোক মই ওচৰত নাথাকিলে সিহঁতে নষ্ট কৰি পেলাব।

সৰু ল'ৰাই মাকৰ কোলাত মুখ লুকুৱাৰ দৰে বৰুৱাই নিমিষাৰ বুকুত নিজৰ মুখখন লুকুৱাই দিলে।

তেতিয়া বহুত ৰাতি।

# তিনি

এইদৰে নহ'ব। আপুনি দিনটো wife wife কৰি ঘূৰি ফুৰিলে মোৰ কাম নচলে। I am fed up.

বহুত মানুহ আছিল । প্ৰায় ১৫ জন, মতাই-তিৰোতাই। তাৰ মাজত এইখিনি কথা হজম কৰিবলৈ জীৱনজিৎ বৰুৱাই বৰ টান পালে। ইপিনে কাষতে বহি নিমিষায়ো কথাখিনি শুনি আছে। জীৱনত ইমান টান কথা বৰুৱাক আজিলৈকে কোনেও কোৱা নাই । নিমিষাৰ চকুলৈ চাবলৈ বৰুৱাৰ সাহস নহ'ল।

ঃ মোৰ ইয়াত থাকিবলৈ ক'লোঁ, আপোনাৰ wife মান্তি নোহোৱা কাৰণে হোটেলত উঠিলগৈ। থাওক তাতে; আপত্তি নাই । কিন্তু সদায় আহোঁতে wife ক লৈ আহে কিয় ? আকৌ wife ক ভাত খাবলৈ নিয়া, ফুৰাবলৈ নিয়া...... অসহ্য। হোটেলৰ পইচা মই ক'ৰপৰা দিম ? আপোনাক হে মই কামত লৈছোঁ; আপুনি মোৰ কেম্পত থাকিব। বাকীবোৰ মই নেজানো।— এনেকুৱাকৈ মুখ বিকটাই খঙেৰে প্ৰেম শৰ্মাই কথাবোৰ ক'লে যেন বৰুৱা তেওঁৰ বহতীয়া চাকৰ হে। বৰুৱাইঁত অহাৰ চাৰি দিন পিচত আকৌ ১২ জন আৰ্টিষ্ট আহিল অসমৰপৰা। সেইকিজন আৰু বৰুৱাৰ লগত অহা ছোৱলীকিজনীও তাতে বহি আছিল। সকলোৱে নিমাতে শৰ্মাৰ দপদপনি শুনি যেন উপভোগ কৰিছিল। বৰুৱাৰ ইচ্ছা হ'ল যেন শৰ্মাৰ মূৰটো ছিঙি পেলাব। হাতৰ মুঠি টান কৰি বৰুৱা এখোজ শৰ্মাৰ ফালে আগুৱাই গ'ল। বৰুৱাৰ চকুত জুই।

বৰুৱাৰ মানসিক অৱস্থাটো বোধকৰোঁ ততালিকে গম পালে নিমিষাই। পাচফালৰপৰা বৰুৱাৰ চোলাত ধৰি শাসনৰ সুৰত ক'লে ঃ আহা।

বৰুৱাৰ খং যেন দুগুণে চৰিল। গা জোকাৰি নিমিষাৰ হাত এৰুৱাই চিএৰি দিলে ঃ ৰ'বা।

নিমিষাই কিন্তু নেৰিলে। 'মোৰে শপত' বুলি প্ৰায় টানি টানি বৰুৱাক শৰ্মাৰ ঘৰৰ বাহিৰ পোৱালেহি। বৰুৱাই তেতিয়া অতিপাত ফোঁপাইছিল।

শৰ্মাৰ কেমেৰামেন, অসমীয়া কথা কোৱা বঙালী, অৰ্দ্ধেন্দু পালে হঠাতে ভিতৰৰপৰা আহি বৰুৱাক সাৱটি ধৰি ক'লেহি ঃ সৰ্বনাশ। কি কৰিছে আপুনি ?

ঃ চুপ। বৰুৱাই যেন কেমেৰামেন জনক কামুৰি কামুৰি খাব।

মাৰক ডাই। মোকে দুটা চৰ মাৰক। তথাপি আপুনি শান্ত হওক। আচল কথাটো নাজানে কাৰণে হে আপোনাৰ খং উঠিছে। শৰ্মাৰ আজি প্ৰায় দহ হেজাৰ টকা লোকচান হৈ গ'ল ; Raw Film বোৰ চুৰি হ'ল। তাৰ উপৰি সেই বহি

থকা আৰ্টিস্টবোৰে কিবা খোৱাৰ অসুবিধা আদি কৈ শৰ্মাক পাগল কৰি দিছে। কোনোবা এজনে শৰ্মাৰ জেপৰপৰা যোৱা ৰাতি এহেজাৰ টকা মাৰি দিলে। ইমানবোৰৰ ওপৰত মানুহৰ ধৈৰ্য্য কেনেকৈ থাকে কওক? আপোনাকতো শৰ্মাই দেৱতা যেন দেখে; খুব সন্মান কৰে। আজি বোধকৰোঁ বাকীবোৰক ভয় খুৱাবলৈকে আপোনাকে টান কথা কোৱাৰ .....

এনেতে শৰ্মাৰ হুৰমূৰকৈ ওলাই আহিল। আহিয়েই বৰুৱাৰ হাতত ধৰি ক'লে ঃ ঈস্ ৰাম বৰুৱা, মোক আপুনি এতিয়াও নুবুজিলে। আগতেই মই কৈছিলোঁ দেখোন আপোনাক — প্ৰয়োজন হ'লে আপোনাকে খং কৰা যেন দেখুৱাই বাকীবোৰক খেদিম। মাহৰ মাৰ দেখি তিলে বেঁত মেলিব। বহি থকা আৰ্টিস্টৰ এসোপা মই খেদিব লাগে। এস্ বৰ ভুল বুজিলে আপুনি। মই অৱশ্যে মিচেচ্ বৰুৱাও ওচৰতে আছে বুলি পিচত হে জানিলোঁ। আহক আহক। — এই বুলি শৰ্মাই বৰুৱাক প্ৰায় টানিয়েই আন এটা কোঠালৈ লৈ গ'ল। তাত কোনো নাই । নিমিষা বাহিৰতে ৰৈ থাকিল। খন্তেক পিচতে শৰ্মাই ওলাই আহি নিমিষাকো সসম্মানে নি-বৰুৱাৰ ওচৰতে বহিবলৈ দি ক'লে ঃ আপোনালোক অকণমান বহক। মই সেইসোপাক খেদি থৈ আহোঁগৈ।

চাকৰটোক মাতি বৰুৱাহঁতক চাহ দিবলৈ কৈ শৰ্মা সিবোৰ মানুহৰ ওচৰ পালেগৈ। তাত গৈ শৰ্মাই কাৰোবাক গালি পৰা বৰুৱা-বৰুৱানীয়ে মনে মনে কিছুপৰ শুনি থাকিল। শৰ্মাই সেই মানুহবোৰৰে কাৰোবাক কৈছিল ঃ আপোনালোক গুচি যাওক। নালাগে। আপোনালোকক লৈ মই চিনেমা নকৰোঁ। আপোনালোকক মই ইয়ালৈ মদ খাই মাতাল হৈ ৰাস্তাই ৰাস্তাই ছোৱালী লৈ কুকুৰ-মেকুৰীৰ দৰে প্ৰেম কৰি ফুৰিবলৈ আনিছিলোঁ নেকি? মিস্টাৰ পাল, এই দুজনক আজিয়েই টিকট কাটি পঠিয়াই দিয়ক ..... ইত্যাদি। অলপ পৰৰ পিচত হুমুনিয়াহ কাঢ়ি নিমিষাই ক'লে ঃ আমি যাওঁগে ব'লা। এইবোৰ ঠাইত থকা ঠিক নহয়। মোৰ বৰ ভয় লাগিছে।

বৰুৱাই নিমিষাৰ মুখলৈ চালে ঃ যাওঁ। সি আহক। মোক এইকিদিনৰ টকা-পইচা দিয়ক। গুচি যাওঁ।

বৰ ভাগৰি অহাদি শৰ্মা আহি বৰুৱাহঁতৰ কোঠাটোত ধপচ্‌কৈ চকী এখনত বহি কিছুপৰ কপালত হাত দি তলমূৰ কৰি থাকিল। তাৰ পিচত হাইৰাণ হোৱা মানুহে কোৱাদি ক'লে ঃ বৰুৱা, মই মৰি গ'লোঁ। মোক ইহঁতে খালে। অমুকটো বেয়া হ'ল তমুকটো বেয়া হ'ল বুলি চিনেমাৰ সমালোচনা কৰা মানুহ বহুত আছে। কিন্তু কি কষ্টেৰে এখন ছবি কৰিব লাগে, কুকুৰহঁতে এবাৰ যদি চাই গ'লহিহেতেন। ... এই, এই মজিদ, চাহ দিয়া নাই কিয় এতিয়াও!

'এই আনিছোঁ' এই বুলি চাকৰটো গুচি গ'ল।

কপালত হাত দি চিন্তা কৰি বহি থকা প্ৰেম শৰ্মাৰ মূৰ্তিটো দেখিলে দুখ লগা হৈছিল। হাৰাশান্তি হোৱা এই মানুহজনে যেন পৃথিৱীৰ মৰমিয়াল মানুহৰ অকণমান অনুকম্পা বিচাৰে। যন্ত্ৰণাত ছাটিফুটি কৰা ৰোগীয়ে ডাক্তৰলৈ করুণ চকুৰে চোৱাৰ দৰে শৰ্মাই এবাৰ চকু তুলি বৰুৱালৈ চালে, তাৰ পিচত নিমিষালৈ। শৰ্মাৰ চাৱনিত অহা কাতৰতাই যেন নিমিষাকো আঘাত কৰিলে। অস্বস্তি অনুভৱ কৰাৰ দৰে ইফালে-সিফালে চাই নিমিষাই তলমূৰ কৰিলে। হঠাৎ শৰ্মাই দুইখন হাতেৰে বৰুৱাৰ হাত এখন চেপি ধৰি ক'লে ঃ মোক বচাওক বৰুৱা। আপোনাৰ আগত মোৰ লুকাবলৈ একো নাই। আপুনি ন'হলে মোৰ চিনেমাতো নহয়েই, মই মানুহটোকো এটাইবোৰে খুলি খুলি খাব। শৰ্মাৰ কথা যেন কান্দোন হে।

বৰুৱাৰ খং তেতিয়াও কমা নাই। ক'লে ঃ সকলো ধৰণেৰে সহায় কৰিম বুলিয়েই আহিছিলোঁ। কিন্তু আপুনি আজি মোক বৰ বেয়াকৈ অপমান কৰিলে। মোৰ মন ভাগি গৈছে।

বৰুৱাৰ চকুলৈ পোনে পোনে চাই শৰ্মাই ক'লে ঃ বৰুৱা, তেনেকুৱা হেজাৰটা অপমান মই দিনে পাইছোঁ। মই পৰিচালক হৈ স্টুডিঅ'ৰ মানুহৰ আগত আৰ্টিস্টে কুকুৰ-মেকুৰী বুলি গালি পৰা সহ্য কৰিছোঁ, প্ৰযোজকে গালি পৰা সহ্য কৰিছোঁ, স্টুডিঅ'ৰ মানুহে মাৰি লাচ্ কৰি দিব বুলি ভয় দেখুওৱা সহ্য কৰিছোঁ। অথচ আপোনাক কোনো বেয়া উদ্দেশ্যেৰে একো কোৱা নাই, অপমান কৰাৰ কথা কোৱাও নাই; কেৱল আনক দেখুৱাবৰ কাৰণে খংটো আপোনাক কৰি দেখুৱালোঁ।

তথাপি বৰুৱা, মই মাফ খুজিছোঁ, মোক ক্ষমা কৰি দিয়ক। মিচেচ্ বৰুৱা! — এই বুলি শৰ্মাই নিমিষালৈ চালে।

বৰুৱাই একো উত্তৰ দিব নোৱাৰিলে।

ঃ কওক বৰুৱা ক্ষমা কৰিছে বুলি। মিচেচ্ বৰুৱা, এখেত বৰ অভিমানী। সহজ-সৰল পোনপটীয়া মানুহ কাৰণেই বেঁকাবেঁকি একো নুবুজে। অথচ আমি চিতলো মাৰিব লাগে, পিতলো খুন্দিব লাগে। আপুনি মোৰ হৈ বৰুৱাক বুজাবচোন।

চাহ আহিল।

শৰ্মাই নিজে চাকৰৰ হাতৰপৰা লৈ বৰুৱা-বৰুৱানীক চাহ দিলে। সৰু-সুৰাকৈ আন দুই-এটা কথা পতা হ'ল। বৰুৱাৰ খং পাতলিল। বৰুৱা আকৌ সহজ হোৱাৰ পিচত শৰ্মাই বৰুৱাক সুধিলে ঃ এতিয়া তেনে আপোনাৰ মোৰ ওপৰত খং নাই নহয়?

হাঁহি বৰুৱাই ক'লে ঃ নাই।

ঃ বাৰু ভাত খাবৰো হ'ল। এতিয়া আপোনালোকক যাবলৈ দিওঁ। নহ'লে হয়তো এইবাৰ আকৌ মিচেচ্ বৰুৱাৰ মোৰ ওপৰত খং উঠিব। কিন্তু যোৱাৰ আগতে আপোনালোক দুয়োকো মই আকৌ এটা অনুৰোধ কৰোঁ।

ঃ কি নো? বৰুৱাই উৎসুক হৈ সুধিলে।

ঃ মই অনুৰোধ কৰোঁ আপোনালোকক ভাবি চাবলৈ। মোৰ এই ফ্লেটটো তৃতীয় মহলত - দেখিছেই নহয়। তলৰ মহলৰ চাৰিটা কোঠাত আমাৰ আৰ্টিস্টবোৰৰ কেম্প। দ্বিতীয় মহলতে দুটা ৰুমৰ এটা ফ্লেট খালী আছে। কালি ঘৰৰ মালিকে মোক ক'লে। ভাড়া এশ টকা; ৰান্ধনি-ঘৰ, পানী, বাথ-ৰুম আদি চব আছে। মই ভাবোঁ আপোনালোক যদি এই ফ্লেটটোলৈ আহে, তেন্তে হোটেলতকৈ খৰচো বহুত কম হ'ব, থাকিও আৰাম পাব, আৰু ওচৰতে থাকিব যেতিয়া মিচেচ বৰুৱাক এতিয়া অনাদি লগত লৈ নুফুৰাকৈও আপুনি পাৰিব। এতিয়া আপুনি লৈ আহিবলগীয়া হয় হোটেলত অকলে এৰি থৈ আহিবলৈ বেয়া কাৰণেহে। ইয়াত থাকিলে আপুনি এই অঞ্চলতে থাকিব - হয় মোৰ ইয়াত, নহ'লে স্টুডিঅ'ত, নহ'লে কেম্পত্। মোৰ বিশ্বাস, ৰন্ধা-বঢ়াৰ বাচন-বৰ্তন যি দুই-এটা লাগে আপুনি আজি কিনি আনক। যাওঁতে সেইবোৰ লৈ যাব পাৰিব ঘৰলৈ। মোৰো স্বাৰ্থ আছে। আপুনি ওচৰত থাকিলে মই বহুত কাম আপোনাৰ মূৰত দিব পাৰিম, লাগ বুলিলেই পাম ; খৰচো কমিব - হোটেলৰ খৰচ আপুনি নিবিচাৰিলেও মই দিবই লাগিব,কাৰণ আৰ্টিস্টৰ কলিকতাত থকা-খোৱাৰ খৰচ আমাৰ বুলি কনট্ৰেক্টত লিখা আছে। আপুনিও কামত বেছি মনপুতি লাগিব পাৰিব। আৰু, যদি মিচেচ্ বৰুৱাই আপত্তি নকৰে, তেন্তে তেখেতক ছোৱালীসোপাৰ গাৰ্জিয়ান কৰি দিম— যাতে সিহঁতে মিচেচ্ বৰুৱাৰ বিনা অনুমতিত এখোজো ইফাল সিফাল কৰিব নোৱাৰে। মাক-বাপেকক কথা দি খুজি অনা এই ছোৱালীবোৰক বদনাম নোহোৱাকৈ ঘৰত ঘূৰাই দিব পৰাটো কিমান টান কাম, তাক ভুক্তভোগীয়েহে বুজে। অ'হকচোন বৰুৱা, ঘৰটো চাওকহি। আহক মিচেচ্ বৰুৱা।

বৰুৱা আৰু নিমিষাই শৰ্মাৰ লগতে গৈ ফ্লেটটো চালেগৈ। শৰ্মাৰ তলৰ মহলাতে। দুটা কোঠাৰে সৈতে বৰ আবুৰ ফ্লেটটো। ভিতৰতে চব। সমুখৰ দুৱাৰেদি নোসোমালে তালৈ সোমোৱা আন বাট নাই। সমুখৰ দুৱাৰত কাঠৰ দুৱাৰৰ উপৰিও লোহাৰ গেট এখন আছে। ইমান সুন্দৰ ব্যৱস্থা যে কলিকতা যেন চহৰতো বৰুৱা দুদিন নাথাকিলেও তাৰ ভিতৰত অকলৈ থাকিবলৈও নিমিষাই ভয় নকৰিব। ফ্লেটটো দেখি আনকি নিমিষাৰো মন খাই গ'ল।

শৰ্মাৰ ঘৰৰপৰা আহি হোটেললৈ বুলি ট্ৰামত উঠি বহি বৰুৱাই নিমিষাৰ মুখলৈ চাই সুধিলেঃ কি কোৱা নিমিষা?

ঃ মোৰ আন আপত্তি নাই। সুবিধাই হ'ব। কিন্তু এই মানুহডালক মোৰ অকণো বিশ্বাস কৰিবৰ মন নাযায়। এটা কাম কৰোঁ। গুচি যাওঁগৈ ব'লা।

ঃ মানুহটোৱে বৰ কাউবাউ কৰিছে । এবাৰ চাওঁ। যদি আকৌ এনেকুৱা কৰে, তেন্তে গুচি যাম।

## এই গতি নিৰবধি

গুৱাহাটীত নিজৰ ঘৰটো লওঁতে নিমিষাই যি উন্মাদনাৰে কাম কৰিছিল,একে উন্মাদনাৰেই সেই দিনাও বৰুৱাৰ লগত বজাৰলৈ গৈ বয়-বস্তু কিনি আনিলেগৈ। বস্তুবোৰ কিনোতেও হিচাপ কৰি কিনিলে যাতে গুৱাহাটীৰ ঘৰত নথকাবোৰ কিনা হয় ; তেহে ঘৰলৈ যাওঁতে লৈ গ'লে কামত আহিব। গুৱাহাটীৰ ঘৰৰ দুৱাৰ-খিৰিকীৰ জোখত পৰ্দা চিলাই আনি দেখিলে, ফ্লেটটোৰ দুৱাৰ-খিৰিকীলৈ দীঘল হয়। হওক, ইয়াত নো কেইদিন? তাৰ পিচত ঘৰত হে লগাবগৈ। অস্থায়ী ঘৰখনক স্থায়ী ৰূপ দি পেলালে নিমিষাই - এদিনৰ ভিতৰতে।

ঘৰ লোৱাৰ দুদিনৰ আগতে, বৰুৱাহঁত হোটেলত থাকোঁতেই এদিন শৰ্মাই বৰুৱাক জানিবলৈ দিলে, কেনেকৈ শৰ্মাই কলিকতালৈ আহিয়েই আন এজন অসমীয়া মানুহৰপৰা ২৫ হেজাৰ টকা পালে - ছবিখনৰ কাৰণে। সেই টকা পাই হে লৰালৰিকৈ গুৱাহাটীৰপৰা বাকী আৰ্টিস্টখিনি অনাইছে। আহোঁতে বৰপেটাৰ মানুহজনেও ত্ৰিশ হেজাৰ টকা লৈ আহিছে। আগৰখন ছবি হৈ গ'ল বুলি কাগজে-পত্ৰে ওলালেও, আচলতে শেষ হোৱা নাই। ডিস্ট্ৰিবিউটৰৰপৰা অনা টকা শেষ হ'ল - কিন্তু ছবিৰ এডিটিং আদি বহুত কাম আৰম্ভই কৰিব নোৱাৰি। আৰু কাম আৰম্ভ নকৰিলে ধনৰ মালিকবোৰে টকা দিওঁতেই দেৰি কৰিব। গতিকে আগৰখন বৰ্ত্তমানলৈ সিমানতে এৰি নতুনখনত হাত দিছে। কলিকতাত টকা দিবলৈ ওলোৱা মানুহজনক কোৱা হ'ল এসপ্তাহতে চুটিং আৰম্ভ হ'ব বুলি। এতিয়া সেই কাৰণে লৰালৰিকৈ বাকীকিজন আৰ্টিস্ট বৰুৱা অহাৰ তিনিদিনৰ পিচতে অনাই সেই টকাখিনি লৈছে। লহ'লে বোলে দিব নোখোজে - বিশ্বাস নকৰে। এতিয়া কেইদিনমানৰ চুটিং কৰিবই লাগে। নহ'লে এই আৰ্টিস্টবোৰ অনোৱা আৰু ইয়াত খুৱাই-বুৱাই ৰখাৰ খৰচবোৰ এনেয়ে যাব। গতিকে কিছু ডায়েলগ লিখিব লাগে। আউটডোৰত চুটিঙৰ খৰচ খুব বেছি। গতিকে স্টুডিঅ'তে ডেকাজনৰ গুৱাহাটী, হাজো, বৰপেটা, কলিকতা আদি ভ্ৰমণৰ চুটিং লোৱা হ'ব। পিচত সেই সেই ঠাইৰ কেইটামান দৃশ্য লৈ লগ লগাই দিলেই হ'ব। অসমীয়া দৰ্শকক তাতকৈ বেছি প্ৰয়োজন নাই। কথা পাতি পাতি বৰুৱাক লৈ শৰ্মা গৈ এটা আভিজাত্যপূৰ্ণ 'বাৰ' বা মদ-খোৱা-দোকানত বহিলগৈ। বৰুৱাক এপিয়লা চাহ দি মদ খাই খাই শৰ্মাই বহুত আদৰ্শৰ কথা কৈ গ'ল। কেনেকৈ তেখেতে দুখীয়াৰ দুখ গুচোৱাৰ উপায় বিচাৰি কমিউনিস্ট পাৰ্টিত যোগ দিছিল (ঃ নাই, মই পাৰ্টিৰ মেম্বাৰ হোৱা নাছিলোঁ, সেইবোৰ ডিচিপ্লিন মই ভাল নাপাওঁ, মই মাত্ৰ তেওঁলোকৰ প্ৰ'গ্ৰাম মতে কাম কৰিবলৈ লৈছিলোঁ); কেনেকৈ তেখেতে পিচত বুজিব পাৰিলে যে এই কমিনিউস্টবোৰ চীন-ৰাচিয়াৰ দালাল; কেনেকৈ তেখেতে আজিকালি সেইবোৰক দেখিব নোৱাৰে; কেনেকৈ তাৰ পিচতে ভাৰতীয় আদৰ্শৰ অহিংস মানৱতাবাদে তেখেতক আকৰ্ষণ কৰে; কেনেকৈ তেখেতে এতিয়া বিশ্বাস কৰে যে একেখন সমাজতে বিৰাট ধনী আৰু ভিকহু সমানে আনন্দেৰে সুখেৰে থাকিব পাৰে— মহাভাৰতত দুৰ্য্যোধন-যুধিষ্ঠিৰৰ লগতে সমান বা ততোধিক মৰ্য্যাদাৰে বিদুৰো থকাৰ দৰে; কেনেকৈ তেখেতে কলা-কৃষ্টিৰ মাজেদি হে মানুহৰ উন্নতি সম্ভৱ বুলি বিশ্বাস কৰে (ঃ বুজিছে বৰুৱা, ৰাজনীতিয়ে দেশত বিপ্লৱ আনিব নোৱাৰে, আনিলেও তাৰ পৰিণতি বেয়া। প্ৰকৃত বিপ্লৱ অহিব সংস্কৃতি-কলাৰ মাধ্যমেৰে মানুহৰ মনৰ পৰিৱৰ্তন আনিব পাৰিলে হে। এইখিনিতে মই মাৰ্ক্সৰ লগত একমত নহয়); কেনেকৈ সেই উদ্দেশ্যেৰেই তেওঁ চিনেমা-শিল্পত নামিল — কাৰণ চিনেমাটো অতি আধুনিক আৰু অতি জনপ্ৰিয় আৰ্ট, ... ইত্যাদি। মাৰ্ক্সৰ লগত মতবিৰোধ হ'ব পৰাৰ স্পৰ্দ্ধাৰদ্বাৰা আৰম্ভ কৰি নিজৰ বিষয়ে সকলো উচ্চ ধাৰণা শৰ্মাই বৰুৱাক বিৱৰি কৈ গ'ল। আৰু, মদ খাই গ'ল। পিচলৈ জিভা ভালকৈ নুঘুৰা হ'লত কথা বুজিব নোৱাৰা হৈছিলগৈ— লেবাই গৈছিল। জিভা নচলা হ'লে কি হ'ব? নিজ জীৱনৰ 'সাধনা'ৰ বিষয়ে কোৱাৰ উৎসাহ শৰ্মাৰ শেষ হোৱা নাছিল। তিনি মহলাৰ ঘৰলৈ শৰ্মাক বৰুৱাই প্ৰায় টানি টানি তোলোঁতে ভাবিছিল ঃ যি মদ-খোৱাক বৰুৱাই মহাপাপ বুলি ভাবে, সেই মদ-খোৱা মানুহৰ লগত বৰুৱা কাম কৰিবলৈ আহিছে। সঁচাকৈ, নিজৰ শিল্প-সাধানৰ কাৰণে আমাৰ দেশত শিল্পীয়ে বহুত ত্যাগ স্বীকাৰ কৰিব লাগে, বহুত ক্ষেত্ৰত কম্প্ৰোমাইজ কৰিব লাগে।

বৰুৱা আৰু নিমিষা কলিকতা আহি পোৱাহি আজি চাৰি দিন হ'ল। চাৰি দিনত বহুত কিবাকিবি হৈ গৈছে। প্লেনত উঠাৰেপৰা নিমিষাৰ আগ্ৰহৰ অন্ত নাই। প্লেনত চীটৰ লগত থকা পেটিডাল কিয় বান্ধি ল'ব লাগে, বাম্পিং কিয় হয়, এই

ডাবৰবোৰ হাতেৰে চুই চাব নোৱাৰি নে, ইত্যাদি প্ৰশ্নেৰে আহি দমদম বিমানকোঠত নমালৈকে নিমিষাই বৰুৱাক এক মিনিটো মনে মনে থাকিবলৈ নিদিলে। দমদমৰ বিশালতা আৰু ব্যস্ততাই নিমিষাক কিছুপৰ নিমাত কৰিলে। তাৰ পিচত শৰ্মাই দি যোৱা ঠিকনা মতে ছোৱালী তিনিজনী আৰু নিমিষাক লৈ বৰুৱা টালিগঞ্জলৈ যাওঁতে, কলিকতাৰ ব্যস্ততায়ো নিমিষাক কম আচৰিত কৰা নাই। শ্যামবজাৰ সোমোৱাৰপৰা টালিগঞ্জ ওলোৱালৈকে নিমিষাই কেৱল অবাক হৈ চায়ে গ'ল। বৰুৱাই এবাৰ সুধিলে ঃ কেনেকুৱা লাগিছে ? সৰু ছোৱালীৰ দৰে আনন্দতে টেক্সিৰ চীটত বহা অৱস্থাতে দোলন খেলি নিমিষাই ক'লে ঃ খুব ভাল লাগিছে । মোক গোটেই কলিকতা ফুৰাই দিবা দেই। আজিৰপৰাই । আমি খোজকাঢ়ি ফুৰিম। তেতিয়া হে ভালকৈ দেখিম। আৰু গঙ্গা দেখুৱাবা । গঙ্গাত এদিন স্নানকৰিম দেই। আৰু কালীঘাট। আৰু দক্ষিণেশ্বৰৰ কালীমন্দিৰ। আৰু ...... আৰু ......... আৰু বহুত — মানে চব। নিমিষাই বৰুৱাৰ হাতৰ ওপৰতে হাতখন থৈ কথা শেষ কৰিছিল।

কিন্তু শৰ্মাৰ ঘৰ পাই বৰুৱাৰ কিকাকিবি লাগিছিল। কোনোবা দুজন মানুহৰ লগ'ত বঙালীতে কথা পাতি বৰ ব্যস্ত শৰ্মা। যেন মুখ তুলিয়েই নাচাব। আনকি ভদ্ৰতা কৰি নিমিষাকো বহিবলৈ ন'কলে। তথাপি বৰুৱাহঁত বহিল। বৰুৱাই চেলু চাই সুধিব খজিছিল — ক'ত থকা হ'ব। কাৰণ টেক্সিখন মাল-বস্তুৰে বাহিৰতে ৰৈ আছিল। এনেতে মানুহ দুজন যাবলৈ উঠিল । শৰ্মাই তেওঁলোকক ক'লে ঃ ভীষণ ব্যস্ত আমি। এই দেখছেন আৰ্টিস্টৰা এসে পড়লেন। আবাৰ দেখা হবে।

মানুহকিজন যোৱাৰ পিচত হে বৰুৱাৰ ফালে চাই ক'লে ঃ আপোনালোক আহি পৰে বুলিয়েই মই ৰৈ আছিলোঁ। এই দুজন আহিছিল মোক কিবা এখন সভাৰ সভাপতি কৰি নিবলৈ। কিয় যাম ? পিচে আপোনালোকৰ মাল-বস্তু ?

ঃ টেক্সিতে আছে।

ঃ হয় নেকি ? এই মজিদ — মজিদ । বেগেতে আহ। শুন, বাহিৰত টেক্সি ৰৈ আছে । মালবোৰ নমাই আন। আৰু টেক্সিখনক পইচা দি আহিবি।

ঃ আমি থাকিম ক'ত ?

ঃ কেম্প এতিয়াও লোৱা নাই। এওঁলোক তিনিজনী মোৰ ইয়াতে এতিয়া থাকিবই লাগিব। আৰু আপোনালোকতো ইয়াতে থাকিবই।

বৰুৱাই নিমিষাৰ মুখলৈ চালে। বোধকৰোঁ বৰুৱাই ক'ব নোৱাৰিব বুলি ভাবিয়েই নিমিষাই নিজে কৈ দিলে ঃ আমি হোটেলতে থাকিম বুলি ঠিক কৰি আহিছোঁ।

ঃহোটেলত খবৰ দি থৈছে জানো ?

ঃ নাই থোৱা।

ঃ আগতে খবৰ নিদিলে ক'ত একেদিনাই হোটেলত ঠাই পাব ? আজি মোৰ ইয়াতে অতিথি হওক। নহয় জানো ? এক মিনিট ৰ'ব দেই। এইবুলি শৰ্মা ভিতৰলৈ উঠি গ'ল।

তৎক্ষণাৎ নিমিষাই ভীষণ আপত্তি কৰিলে বৰুৱাক। কৈ দিলে ঃ মৰি গ'লেও মই ইয়াত নাথাকোঁ। এদিন নালাগে এক মিনিটো নাথাকোঁ। তুমি তাত মোক কিয় কৈছিলা হোটেলত থাকিবা বুলি ? ছোৱালীকিজনীৰ আগতে নিমিষাই বৰুৱাক মুখেৰে মাতিব নোৱৰা কৰিলে।

উপায় নাপাই, শৰ্মাক বেয়া পাব নোৱাৰাকৈ কথাটো বুজাই কৈ (ঃ আপুনি ইয়াত কি ব্যৱস্থা কৰিছে নাজানো কাৰণেই গুৱাহাটীতে নিমিষাক ক'লো হোটেলত থাকিম বুলি। তাতে তেওঁৰ হোটেলত থকাৰ বৰ চখ; কেতিয়াও থকা নাই কাৰণেই বোধকৰোঁ। ইয়াতেতো থাকিবহি লাগিবই। অন্ততঃ ওচৰতে। আজি হোটেললৈকে যাওঁ ); বৰুৱা আগেয়ে কেতিয়াবা আহিলে থাকি যোৱা কলেজ স্কোয়াৰৰ হোটেলতে উঠিলগৈ। আকৌ টেক্সি আনি বৰুৱাহঁতৰ মাল-বস্তু তুলি

দিয়া কামখিনি শৰ্মাৰ চাকৰ মজিদেই কৰিলে। টেক্সি চলাৰ পিচত নিমিষাই নিজকে কোবাদি কৈছিল ঃ সেই ছোৱালীকিজনী অকলে সেই মানুহটোৰ লগত বাৰু থাকিব হয়! ছিঃ। বৰুৱাই অলপ খঙতে কৈছিল ঃ সকলো কিবা তোমাৰ নিচিনা নে? হাঁহি মাৰি নিমিষাই সুধিছিল ঃ মই লোকৰ ঘৰে ঘৰে দুই-এৰাতিকৈ থাকি ফুৰিলে ভাল পাবা নেকি? বৰুৱাৰ খং কেনিবা উৰি গৈছিল। আচলতে বৰুৱাৰ খং উঠা নাছিল ; শৰ্মাই বৰুৱাক তিৰোতা-সেৰুৱা বোলে বুলি লাজ হে লাগিছি। নিমিষাৰ এই প্ৰশ্নই বৰুৱাৰ মন ঘূৰাই দিলে। ভাবিলে ঃ নাথাকি ভালেই হ'ল।

কিন্তু সেইদিনা গধূলিয়েই শৰ্মাৰ ওচৰলৈ বৰুৱা আহিবলৈ ওলালত সমস্যাই প্ৰথম দেখা দিলে। নিমিষা অকলে থাকিব নোৱাৰে হোটেলত। লগত লৈ আহিব লগা হ'ল। শৰ্মাৰ ওচৰ পাওঁতে ৰাতি আঠ বাজিল। আহি দেখে, লগত আৰু দুজনক লৈ শৰ্মা মদ গিলাত ব্যস্ত। লগতে ছোৱালী তিনিজনীয়েও আগত একোটা চাহৰ খালী পিয়লা লৈ বহি বহি শৰ্মাৰ লগত হাঁহি-তামাচাত যোগ দিছে। তিনিজন মতা মানুহৰ ওচৰত তিনিজনী ছোৱালী বহিছে। বহা আৰু কথা পতাৰ ধৰণ ভাল লগা নহয়। ভাগ্য ভাল যে নিমিষা বৰুৱাৰ পাচে পাচে আহিছিল। ভিতৰলৈ নিমিষাৰ চকু পৰিব নোৱৰাকৈ বৰুৱা ৰৈ গ'ল। তাৰ পিচত নিমিষাক চকুৰ ইংগিতেৰে বাহিৰলৈ যাবলৈ ক'লে। বৰুৱা থাকি আহে বুলি নিমিষাই বৰুৱাৰ হাতত ধৰি বাহিৰলৈ খোজ পেলালে। বাহিৰত আহি বৰুৱাই নিমিষাক ক'লে ঃ কেবাজনো বহি কিবা চিৰিয়াচ কথা পাতি আছে। ইয়াত বহিলে দেৰি হব। শৰ্মাই সিহঁতক পঠিয়াই হে মোৰ স'তে কামৰ কথা পাতিব। আজি যাওঁগে ব'লা। কাইলৈ পুৱাই আহিম। এনেতে চাকৰটো ওলাই আহি ক'লেহি ঃ আহক, আহক, বহকহি। মই চাহাবক খবৰ দিওঁ। বৰুৱাই বাধা দিলে ঃ নালাগে, নালাগে। কাইলৈ পুৱাই আহিম। নিমিষাই খুব ভাল পালে। বৰুৱাই শৰ্মাৰ লগত কাম কৰোঁতে বা কথা পাতোঁতে নিমিষা যে এনেয়ে বহি থাকিব লাগিলহেঁতেন! "এই যাত্ৰালৈ তেও ৰক্ষা পালোঁ" — নিমিষাই বাটলৈ ওলাই বৰুৱাক ক'লে। হোটেললৈ ঘূৰি যাওঁতে নিমিষাই বহুত পৰ এচপ্লেনেডত ৰঙা-নীলা নিয়ন লাইটৰ খেলা চালে, এখন চাহাবী ৰেস্টুৰাত সোমাই চাহ খাই উঠি দহ টকাৰ বিল্ পালত চঁক খাই উঠিল। ইমানবোৰ মানহ ইমান ব্যস্ত হে ক'লৈ গৈ থাকে? নিমিষাই বুজিব নোৱাৰিলে। সেই ঠেলা-হেঁচাত বাচত উঠিব নোৱাৰি দুয়ো খোজ কাঢ়িয়েই হোটেল পালেগৈ।

পিচদিনা ৰাতিপুৱা আকৌ একে সমস্যাই উপস্থিত হ'ল। নিমিষা লগতে ওলাল; কিন্তু বৰুৱাই ভাবি নাপালে, নিমিষাক এইদৰে লগে লগে লৈ ফুৰি কেনেকৈ কাম কৰিব। গৈ পোৱাৰ লগে লগে শৰ্মাই ওচৰত বহি থকা বাকী মানুহবোৰৰ লগত কথা পাতিবলৈ এৰি ক'লে ঃ বৰুৱা, আপুনি মধুপুৰ স্টুডিঅ'লৈ যাওক। দেখিছে নহয়। সিহঁতক কওক, দহ দিনৰ কাৰণে আমাক একেলেথাৰিয়ে স্টুডিঅ' লাগে। টকা দিনেই দি যাম। এইদৰে নগদ দি গ'লে কিমান কমাব সুধিব। আৰু ক'ব, স্টুডিঅ' পৰহিলৈৰপৰা লাগে। সকলো একেবাৰে খৰচি মাৰি আহিব। ষ্টুডিঅ'ৰ পৰা ঘূৰি আহোঁতে আমাৰ কেমেৰামেন অৰ্ধেন্দু পালৰ তাত সোমাই আহিব (শৰ্মাই দিয়া ঠিকনা লিখা কাগজখন বৰুৱাই ল'লে)। আৰু তাতে ঠিকনা দিয়া আছে আৰ্ট ডিৰেক্টৰ বাক্‌চিৰ। তেওঁক এতিয়াই মাতিব। চেটিং সাজিব লাগে। তাৰ পৰা আপুনি ঘূৰি আহিলে Script লৈ বহিম। অ' মিচেচ বৰুৱাও দেখোন। পিচে বৰুৱা, এখেতক লৈ ফুৰি আপুনি কাম কৰিব কেনেকৈ? থৈ আহিব। দুই - এদিনলৈ একো নাই। পিচত আপুনি নোৱাৰিবগৈ । আপুনি মিচেচ বৰুৱা, বহিব নেকি ইয়াতে?

ঃ নাই, নালাগে। নিমিষাই দোষী দোষী সুৰত ক'লে।

ঃ বাৰু বৰুৱা, যাওক তেন্তে।

সেইখিনি ঘূৰি আহি নিমিষাই ভাগৰি পৰিছিল। এনেয়ে জহকালিৰ কলিকতীয়া ৰ'দ; তাতে টেক্সি এখনো পাবলৈ নাই। দুবাৰ অকণ অকণ ৰিক্সাত উঠিল। তাৰ বাহিৰে খোজ । মুখখন ৰঙা পৰি গৈছিল নিমিষাৰ। ঘামত কাপোৰ তিতি গৈছিল। শৰ্মাৰ ঘৰৰ ওচৰ পাই বৰুৱাই মৰমেৰে নিমিষালৈ চাই ক'লে ঃ খুব কষ্ট হৈছে নহয়?

ঃ তুমি লগত থাকিলে কষ্ট নহয়। — ভাগৰুৱা মুখত হাঁহি বোলাই নিমিষাই বৰুৱালৈ চালে।

শৰ্মাৰ ঘৰ পাওঁতে প্ৰায় বাৰ বাজে। মানুহ কিছুমানৰ লগত তেতিয়াও শৰ্মাই কথা পাতি আছে। বৰুৱা বা নিমিষাক বহিবলৈ নকৈ নিজেই থিয় হৈ বৰুৱাৰপৰা খবৰবোৰ লৈ ক'লে ঃ আমাৰ একেবাৰে তলৰ ফ্লেটটো আৰ্টিস্টবোৰ থাকিবলৈ লৈছোঁ। আকৌ কেইজনমান পাবহি কাইলৈ। এইয়া টকা নিয়ক আপুনি। (টকা এশ বৰুৱাক দি) প্ৰডাকচন মেনেজাৰ মিণ্টুৰ ঘৰলৈ গৈ তাক দি আহক। অ' নহয়, সি এতিয়া মধুপুৰ স্টুডিঅ'তে আছে। তাতে দিয়কগৈ। ক'ব আৰ্টিস্টবোৰে খোৱা বাচন-বৰ্তন, ৰন্ধা-বঢ়া কৰিবলৈ কি লাগে, আদি আজিয়েই কিনি পেলাব লাগে। ঘৰটোও এবাৰ খুলি পৰিষ্কাৰ কৰিব লাগে। আপুনি যাওক তেনে বৰুৱা। মই ভাত খাওঁ। মিচেচ বৰুৱা, আপুনি আজি ঘূৰি চাইছে, ভাল কৰিছে। সদায় নাহিব; ভাগৰি পৰিব। যাওক দেই।

ওলাই আহি নিমিষাৰ মুখলৈ চাই বৰুৱাই বুজিছিল, নিমিষাই যেন ক'ৰবাত অকণমান বহি জিৰাব খুজিছে। কি কৰিব? শৰ্মাৰ তাতে অকণমান বহিবলৈ নক'লে। কামৰ মানুহ। সেইবোৰ খেয়াল নাই। টালিগঞ্জত বহিবলৈ চাহৰ দোকান এখনো নাই। স্টুডিঅ'লৈ যাবলৈ এইবাৰ এখন টেক্সি পালে যেনিবা। সেই টেক্সিকে এৰি নিদি স্টুডিঅ'ৰপৰা ঘূৰি হোটেল পালেহি। আহিয়েই হোটেলত নিমিষাই বিচনাৰ ওপৰত লাং খাই পৰিলহি। আনকি বৰুৱাই টেক্সিক পইচা দিয়া সময়কণো বৰুৱাৰ ওচৰত ৰৈ নাথাকিল। বৰুৱাক তদাৰক কৰা প্ৰয়োজন যেন সেই টালিগঞ্জত হে। তাৰপৰা ওলাই আহিলেই যেন আৰু ভয় নাই। নিমিষাৰ ইমান ভাগৰ লাগিছিল যে ভাত খাবলৈকে উঠিব খোজা নাছিল। বিচনাত শুই থকা অৱস্থাতে বৰুৱাই বেচেৰীক ভাত খুৱাই দিছিল— সৰু ল'ৰা-ছোৱালীক খুউৱাৰ দৰে।

বহুত বুজায়ো পিচবেলা নিমিষাক বৰুৱাই থৈ যাব নোৱাৰিলে। এই হোটেলটোত প্ৰায়ে অসমীয়া মানুহ থাকেগৈ। যোৰহাটৰ চিনাকি পৰিয়াল এটা বৰুৱাৰ কাষৰে কোঠাটোত আছিল। নিমিষাক আদহীয়া মানুহজনীয়ে জীয়েকৰ দৰে মৰম কৰিছিল। আবেলি তেওঁলোকৰ লগত চিনেমা চাবলৈ যাবলৈ বৰুৱাই ক'লে। নিমিষা কিন্তু নলৰিল। বৰুৱাৰ লগত যাবই। স্পষ্ট কৈ দিলে ঃ কুকুৰৰ দৰে খেদি আছা কিয় মোক? মইতো চখ কৰি কলিকতা চাবলৈ অহা নাই। তোমাৰ লগত থাকিবলৈ হে আহিছোঁ। চিনেমাৰ সেই মানুহগোপাৰ মাজলৈ তোমাক অকলে মই কেতিয়াও পঠিয়াব নোৱাৰোঁ। মোৰ একো কষ্ট নহয়। বৰুৱাৰ খং ক'ৰবালৈ উৰি গ'ল। মৰমত নিমিষাক সাৱটি ধৰি ক'লে ঃ ইমান ভয় কিয় সোণ?

শৰ্মাৰ ঘৰতে বহি ডায়েলগ লিখিলে বৰুৱাই প্ৰায় তিনি ঘণ্টা। শৰ্মাই মাজে মাজে নিৰ্দেশ দিয়ে। অলপ লেখা হ'লেই পঢ়ি চায়হি। ওচৰতে নিমিষা অদৰকাৰী মানুহৰ দৰে বহি থাকিল। কৰিবলৈ একো নাই। কথা পাতিবলৈ কোনো নাই। কেৱল বৰুৱাক ৰখি বহি থাকিল নিমিষা। এবাৰ নে দুবাৰ একেবোৰ প্ৰশ্নকে কৰিলে বৰুৱাই।

ঃ বৰ আমনি লাগিছে নহয়?

ঃ নাই লগা?

ঃ চাহ খাবা?

ঃ নাখাওঁ।

তাৰ পিচত সন্ধ্যা সাত বজাত হে বিপদ হ'ল। শৰ্মাই বৰুৱাক ড্ৰয়িং-ৰুমলৈ মাতি পঠালে লেখাখিনি লৈ। তাতে কেমেৰামেন আৰু আৰ্ট ডিৰেক্টৰক লৈ, লগতে বৰুৱাই লৈ যোৱা ছোৱালী তিনিজনীকো ৰাখি, শৰ্মাই বিভিন্ন দৃশ্য, কেনেকৈ কোনটো দৃশ্য শৰ্মাই বিচাৰে, আৰ্ট ডিৰেক্টৰে কেনেকুৱা দৃশ্য সাজিব লাগিব, আদি বুজাবলৈ ধৰিলে। বৰুৱাক ক'লে ঃ আপুনি মন কৰি যাব। কোনটোৰ পাচত কোনটো হ'ব সেইটো আপুনি হে মনত ৰাখিব লাগিব।

নিমিষাও বৰুৱাৰ লগে লগে গৈছিল। তাত বহিবলৈ ঠাই নোপোৱাৰ কাৰণে বহুত পৰ থিয় হৈ আছিল। পিচত ছোৱালীকিজনীয়ে মাতি নিজৰ দাঁতিতে বহিবলৈ দিছিল। শৰ্মাই সেইবোৰলৈ মন নকৰি কৈ গৈছিল —

ঃ চিনেমাৰ চুটি লওঁতে, বুজিছে বৰুৱা ইটোৰ পাচত সিটোকৈ দৃশ্যবোৰ লোৱা নহয়। এতিয়া ধৰক, এটা কোঠাৰ

ভিতৰৰ দৃশ্য আছে যেনিবা প্ৰথম আৰু তৃতীয় দৃশ্যত। সেই কোঠাৰ দুয়োটা দৃশ্য আমি একেলগে একে চেটিঙতে লৈ পিচত ঠিক ঠাইত সজাই দিম। তেনেকুৱাত আপুনি মন কৰিব লাগিব যে কোঠালৈ সোমোৱা আৰু ওলোৱা দৃশ্য পিচত লওঁতে যাতে তালৈ সোমোৱা আৰু ওলোৱা মানুহবোৰৰ পোছাক একেই থাকে।

কথাছবিৰ বিষয়ে এইবোৰ সৰু-সুৰা কথা বৰুৱাই জানে। তথাপি শুনি গ'ল।

বৰুৱাক বুজোৱা শেষ কৰি শৰ্মাই ছোৱালী তিনিজনীৰ ফালে চাই ক'লে ঃ মিনা তুমি আহাচোন। ওখকৈ, জোঙা নাক আৰু ডাঙৰ চকুৰে দেখাত শুৱনী ছোৱালীজনী থিয় হ'ল।

ঃ আমাৰ নাটকত থকা সেই ধনী- গাভৰুজনীৰ পাৰ্টটো— কি নাম বৰুৱা সেই চৰিত্ৰটোৰ?

ঃ মানলিচা দেৱী।

ঃ মনালিচা দেৱীৰ পাৰ্টটো তুমি সঁচাকৈ পাৰিবা জানো?

ঃ আপোনালোকে শিকাই দিলে পাৰিম।

ঃ তুমিতো আগেয়ে অকল নাচিছা হে ?

ঃ অভিনয়ো কৰিছোঁ।

ঃ তুমি হ'লে অৱশ্যে ভাল হয়। বাৰু, এক মিনিট ৰ'বা। চাওঁ বৰুৱা আহকচোন।

বৰুৱাক মাতি নি অলপ দূৰত ফুচফুচাই কথা পাতিলেগৈ শৰ্মাই । শৰ্মাৰ লগত যাওঁতে বৰুৱাই মন কৰিছিল, নিমিষাও লগতে আহিবই খুজিছিল। যেন শৰ্মাই বৰুৱাক মাৰিবলৈ হে নিছে — তেনেকুৱা ভাবত। বৰুৱাই চকুৰে শাসন কৰিলত হে আকৌ বহিল। বহিল যদিও বৰুৱালৈ একেথৰে চায়ে থাকিল।

বৰুৱাক মাতি নি শৰ্মাই মনে মনে ক'লে যে কলিকতাত যিজন অসমীয়া চাহ-খেতিয়কে ছবিখনৰ কাৰণে পঁচিশ হেজাৰ টকা দিবলৈ ওলাইছে আৰু পিচত তাতকৈও বেছি দিয়াৰ আশা আছে, তেওঁৰ মতে এই মিনাই মনালিচা চৰিত্ৰৰ কাৰণে ভাল হ'ব। কালি এইক তেওঁ গধূলি ফুৰাবলৈ লৈ গৈছিল। বুজিছেই নহয়, ডাঙৰ মানুহৰ চখ। ঘূৰি আহি মোক সেই প্ৰস্তাব। আচলতে মনালিচাৰ চৰিত্ৰৰ কাৰণে কাকো সেইদৰে লোৱাও হোৱা নাই — তেওঁক অৱশ্যে ক'লোঁ আন এগৰাকীক লোৱা হৈ আছে বুলি। সিগৰাকীক ক্ষতিপূৰণ হিচাপে দিবলৈ তেওঁ মোক এহেজাৰ টকা দি দিছে। পৰহিলৈ চুটিং ল'বই লাগে। তেওঁ বোলে চাব। আপুনি কেনে দেখে?

ঃবেয়া নহয়। অভিনয় কেনে কৰে মই অৱশ্যে নাজানো।

ঃ এতিয়া অলপ ৰিহাৰ্চেল কৰাওঁ। আপুনি চাবচোন বাৰু। আজি পুৱা মই অলপ শিকাইছিলোঁ।

শৰ্মাই ঘূৰি আহি ক'লে ঃ আহা মিনা, সেই দৃশ্যটো কৰাচোন। কেমেৰামেন, আৰ্ট ডিৰেক্টৰ আছে। বৰুৱাও আছে। ভালেই হৈছে।

ডেকাজনৰ চৰিত্ৰৰ প্ৰক্সি দিবলৈ শৰ্মা থিয় হ'ল। মাটিত পৰি এটা হাতৰ কিলাকুটিত ভেজা দি গাৰ ওপৰৰ অংশ দাঙি লৈ আনটো হাতেৰে শৰ্মাৰ পেন্টত আঁজুৰি ধৰি শৰ্মাৰ মুখলৈ ছোৱালীজনীয়ে আকুলভাৱে চালে।

ঃ চাওকচোন মিস্টাৰ পাল — আপোনাৰ কেমেৰাত কেনে আহিব। বৰুৱা, বাক্‌চি, চাওকচোন।

তিনিও চালে। কিন্তু কথা ক'লে কেমেৰামেন পালে হে ঃ ক্লোজ আপ্ নিবেন কি মেয়েটাৰ?

নিতেই হবে।

তাহলে ব্যাকুল অবস্থায় সাজ-গোজ এত নিয়ম মাফিক হয়ে থাকে না। কোনো এফেক্ট থাকবে না। বৰঞ্চ এই দৃশ্যটাকে আপনি ইচ্ছা কৰলে বক্স অফিস হিটেৰ জন্য exploit কৰতে পাৰেন।

ঃ চাওঁ বৰুৱা, আপুনি মোৰ ঠাইত থিয় হওকহিচোন। বৰুৱা গৈ শৰ্মাৰ ঠাইত থিয় হ'ল। ছোৱালীজনীয়ে একেদৰে

বৰুৱাৰ পেণ্টত ধৰিলে মাই গৈ দূৰৰপৰা চালেগৈ। চায়ে কলে ঃ এ, একো হোৱা নাই ; বুকুৰ কাপোৰখন গুচাই দিয়া। ছোৱালীজনীয়ে লাজ লাজকৈ কিছুদূৰ গুচাই দিলে। শৰ্মাৰ খং উঠিল।

ঃ নাই হোৱা হে। ইমান লাজ কৰিলে চিনেমাত এক্‌টিং কৰিব নোৱাৰা। এইবুলি শৰ্মাই গৈ বাঁওহাতেৰে মিনাৰ বুকুৰ চাদৰখন টানি আঁতৰাই ব্লাউজটো এনেকুৱাকৈ মাজত ধৰি টানি দিলে যে বুকুৰ মাজেদি বহুত দূৰলৈ পোহৰ সোমাই গ'ল।

কেমেৰামেনে ক'লেঃ এখন হয়েছে । তবে একদিকে আৰ একটু খুলে দেওয়া যায়' বুকেৰ উপৰ চুলটা ফেলে দিলেই হলো। তখন সেন্সৰ ধৰতে পাৰবে না।

যিটো হাতেৰে মিনাই কিলাকুটিৰে ভেজা দি আছিল, সেই বাঁওফালৰ বুকুখন বহুদূৰ উদঙাই দিলে শৰ্মাই । তাৰ পিচত মিনাই বেণীডাল আনি তাৰ ওপৰত ছাঁ পেলাই দিলে। তপিনাত ধৰি ভৰি এটা আৰু অকণমান কোঁচ খুৱাই মেখেলাখন কিছু ওপৰলৈ আনি দিলে । তাৰ পিচত মিনাৰ তপিনাত সৰুকৈ থাপৰ মাৰি শৰ্মাই ক'লে ঃ বাঃ!

দূৰৰপৰা কেমেৰামেনে চাই ক'লে ঃ বাঃ !

শৰ্মায়ো দূৰৰ পৰা চাই ক'লে ঃ চাওঁ বৰুৱা আঁতৰকচোন । বৰুৱা আঁতৰিল।

ঃ এইবাৰ এখন স্টিল ফ'টো লওক। বেগেতে লওক। কোনো মেক্‌-আপৰ দৰকাৰ নাই। অ' ৰ'ব, মোৰ হাতত কিবাকিবি মেক-আপৰ বস্তু আছে। এইবুলি কোঠাটোৰ চুকত থকা সৰু টিঙৰ বাকচ এটা খুলি ক'লে ঃ হেৰি আৰ্ট ডিৰেক্টৰ, ছোৱালীজনীক অলপ চেলাউৰি আদি দিয়কচোন।

তেনেকুৱা অসংযত কাপোৰেৰেই মিনা পোন হৈ বহিল। সেই বহা অৱস্থাতে মুখত কিছু পাউদাৰ ঘঁহি চেলাউৰি আঁকি দিলে আৰ্ট ডিৰেক্টৰ বাক্‌চিয়ে। চুলিখিনি বেণী খুলি আউল-বাউল কৰি দিলে। নহ'লে বৰকৈ ওলাইছিল বুকুখন। তাৰ পিচত আকৌ আগৰ দৰে কিলাকুটিত ভেজা দিয়াই শৰ্মাই নিজে আধা-শোৱা অৱস্থাত মিনাক সজাই ৰাখিলে। এইবাৰ আৰু অলপ বেছি ক'ৰিলে শৰ্মাই। কিবা লোহাৰ বস্তুত হাত দিয়াদি ওলোমা বুকুৰ তলত হাত দি অলপ দাঙি দি ক'লে ঃ অপূৰ্ব হৈছে।

কেমেৰামেনক পিচদিনাই এই ফ'টোৰ পাঁচটামান কপি দিবলৈ নিৰ্দেশ দি শৰ্মাই বৰুৱাক ক'লে ঃ আপুনি আজিয়েই নিউজ এটা লিখক — প্ৰেম শৰ্মা পৰিচালিত নিৰ্মীয়মান কথাছবি 'নতুন জীৱন'ৰ ইনডোৰ চুটিঙৰ কাম পূৰ্ণগতিত আগবাঢ়িছে । এইবুলি আপোনাৰ নামো দিব। কেমেৰামেন, আৰ্ট ডিৰেক্টৰ সকলোৰে নাম দিব। আমাক টকা দিয়া মানুহ দুজনৰ নামো উল্লেখ কৰিব — অতিপাত সহায় কৰা বুলি। আপুনি ভাষা লগাই ভালকৈ লিখিব। আৰু এই ছবিখনৰ তলত চিনাকী দি লিখিব — নিৰ্মীয়মান কথাছবি 'নতুন জীৱন'ত মানলিচাৰ ভাৰত নৱাগতা মিনাদেৱী। ওহোঁ, মিনা দেৱীটো কিবা কিবা লাগে। হেৰা মিনা, তোমাৰ নামটো মিনাবাঈ কৰি দিওঁ। তেন্তে দিব, নৱাগতা মিনাবাঈ।

মিনাই কাপোৰ ঠিক কৰি লৈ হাঁহিলে।

দুটা দৃশ্য পুৱাই লিখি অনাৰ দায়িত্ব দি বৰুৱাক বিদায় দি শৰ্মাই ক'লে ঃ ৰাতিও হ'ল; আপুনি যাওক। ইমান কামৰ পিচত ময়ো অকণমান কিবা নাখালে নোৱাৰোঁ। ইংগিতেৰে শৰ্মাই বুজাই দিলে মদ খাব খুজিছে বুলি।

যাবলৈ ওলাই নিমিষালৈ চাই হে বৰুৱাই বুজিলে, ইমানপৰে নিমিষাৰ কথা পাহৰিয়ে আছিল বুলি। মিনাক ফ'টো ল'বলৈ সজাওঁতেই বোধকৰোঁ নিমিষাৰ মুখৰ ভাব সলনি হ'ল। মানুহ বলি দিবলৈ লোৱা দেখিলে আজিৰ মানুহৰ মুখত যিমান আতংকৰ ভাব ফুটি উঠিব, সিমান আতংকৰ ভাব তেতিয়াও নিমিষাৰ মুখত জিলিকি আছিল। আনকি বৰুৱাই যাবলৈ মাতিলতো চক্‌ খাই সাৰ পোৱাৰ নিচিনাকৈহে নিমিষা উঠি আহিছিল— কাকো মাত নলগোৱাকৈ ওলাই আহিছিল। তাৰপৰা ওলাই আহি হে নিমিষাই প্ৰথম ক'লে ঃ ইমান দীঘলীয়া সময় কথা নোকোৱাকৈ মই

কেতিয়াও থকা নাই। কথা ক'বলৈ পাহৰি যামগৈ যেন লাগিছিল। নিমিষালৈ বৰ বেয়া লাগিল বৰুৱাৰ। বৰুৱাৰ কিবা বিপদ, কিবা পতন হয় বুলিয়েই বেচেৰীয়ে ইমান কষ্ট কৰিছে। আহি পোৱাৰ দিনাই ঘূৰি ঘূৰি কলিকতা চোৱাৰ কথা কৈছিল; অথচ এতিয়া সেই আশাও বেচেৰীয়ে পাহৰি গৈছে। কিন্তু দিনে দিনে বৰুৱাৰ কাম এতিয়া বেচি হে হৈ যাব। সেই মাতাল আৰু নীতি-লঘু ছোৱালীবোৰৰ মাজলৈ সদায় নিমিষাক লৈ যাবলৈ বৰুৱাৰ বেয়াই লাগে। মানুহবোৰে কেনেকৈ চায়! ছিঃ। যেন বৰ লোভ লগা বস্তু এটাহে দেখিছে। অকণো ভাল নালাগে বৰুৱাৰ। মনে মনে ঠিক কৰিলে, এদিন আজৰি উলিয়াই জোৰেৰে হ'লেও নিমিষাক গুৱাহাটীত থৈ আহিবগৈ।

মাতালবোৰৰ কথা ভাবোঁতেই বৰুৱাৰ আজি শৰ্মাৰ ড্ৰয়িং-ৰুমত এইমাত্ৰ হোৱা দৃশ্যটো ভাঁহি উঠিল। সেই অভিনয় কৰি দেখুউৱাৰ বাৰু কি প্ৰয়োজন আছিল শৰ্মাৰ? যদি কেৱল ফটো এখন লোৱাই উদ্দেশ্য হয়, তেন্তে বৰুৱাক মাতি ননা হ'লেও হয় দেখোন! বৰুৱাই ভাবি চালে। নিমিষাৰ স্পষ্ট আৰু পোনপটীয়া স্বভাৱ দেখি, নাৰীৰ গৰ্ব কিমান নগণ্য তাক প্ৰমাণ কৰিবলৈকে শৰ্মাই নিশ্চয় সেই অভিনয় কৰি দেখুৱালে। যেন সেই ব্যৱহাৰেৰে ক'ব খুজিলে—হেৰা নিমিষা দেৱী, তোমাৰ নাৰীত্বৰ গৰ্ব এয়া। বৰুৱাৰ মনতে বৰ খং উঠিল। কিখনত যে পৰিলহি! আকৌ ভাবি চালে বৰুৱাই; তেনেকুৱা উদ্দেশ্য শৰ্মাৰ নাথাকিবও পাৰে। আনকি নিমিষা থকাৰ কথাটোও শৰ্মাই উপলব্ধি কৰিব নোৱাৰা যেন লাগিল। শৰ্মাইতো আৰু নজনা নহয় বৰুৱা কেনেকুৱা মানুহ। এষাৰ টান কথা বৰুৱাই শুনিব পাৰে; কিন্তু নিমিষাক দুৰ্ব্যৱহাৰ কৰিলে ৰক্ষা নাই; বৰুৱাই তেনেকুৱা মানুহৰ টেঁটু ছিঙি দিব। এই কথা নিশ্চয় শৰ্মাই জানে। হয়তো প্ৰথমতে ৰিহাৰ্চেল কৰাৰ কথাকে ভাবিছিল। পিচত দৃশ্যটো ভাল পাই কাগজৰ কাৰণে চবি এখন লৈ ৰিহাৰ্চেলৰ কথা পাহৰি গ'ল।

ঃ খোজ কাঢ়িয়েই গৈ থাকিবা নেকি?

নিমিষাৰ কথাত বৰুৱাই যেন সাৰ হে পালে। লৰালৰিকৈ টেক্সি এখনত দুয়ো উঠি বহিল।

ইয়াৰ পিচদিনাই প্ৰথমতে বৰুৱাৰ ওপৰত অযাচিতভাৱে দম্‌দমাই উঠি পিচত মাফ খুজিব লগা হ'ল শৰ্মাই।

সেইদিনাই বৰুৱা-নিমিষাই বজাৰ কৰি, বাহিৰে বাহিৰে ৰেস্টুৰাঁত ৰাতিৰ সাজ খাই, নতুন ফ্লেটটোত থাকিবলৈ আহিল।

আৰু সেইদিনাৰপৰাই আৰম্ভ হ'ল বৰুৱা-নিমিষাৰ জীৱনৰ নতুন অধ্যায়।

নতুন ঘৰটো লোৱাৰ পিচদিনা নিমিষা বৰুৱাৰ লগত ওলাই নগ'ল; কিন্তু বৰুৱা অহালৈ আবেলি তিনি বজালৈকে ভাত খাবলৈ ৰৈ থাকিল। বৰুৱাই মৰমতে খং কৰি দেখুৱালেও বুজিলে যে ঘৰটোত নিমিষাই নিৰাপদ যেন পাইছে; নিমিষাৰ মুখত কোনো চিন্তাৰ ৰেখা নাই। তাৰ পিচদিনা প্ৰথম চুটিং চাবলৈ বুলি নিমিষাও স্টুডিঅ'লৈ গ'ল। কি চুটিং হ'ব বৰুৱাই নাজানে। আগদিনাই শৰ্মাই ক'লে ঃ মই চব ঠিক কৰি ৰাখিছোঁ। আপুনি ঠিক সময়ত আহিব মাথোন। বৰুৱা গৈ পালতে শৰ্মাই বৰুৱাক মেক-আপ কৰিবলৈ ক'লে। 'মেক-আপ-মেন'জনক মাতি আনি বৰুৱাক প্ৰত্নতাত্ত্বিক ডেকাজনৰ মেক-আপ দিবলৈ ক'লে। প্ৰডাক্‌চন মেনেজাৰক ক'লে — বৰুৱাক কি কি সাজ-পাৰ দিব লাগিব। স্টুডিঅ'ৰ পাচফালে মেক-আপ ৰুম। বৰুৱা বহিল এখন চকীত। আন দুজনে তাতে মেক-আপ লৈ আছে। ওচৰতে থকা খালী টুলখনত নিমিষাও বহিল। বৰুৱাই বাৰে বাৰে নিমিষাক ক'লে স্টুডিঅ'টো ঘূৰি-পকি চাই আহিবলৈ। নিমিষাই চমুকৈ উত্তৰ দিলে তোমাৰ লগত চাম।

এবাৰ হুৰমুৰকৈ শৰ্মা সোমাই আহি 'মেক-আপ' হ'ল নে বুলি সুধি ওলাই যাওঁতে কৈ গ'ল ঃ মেক-আপ ৰুমত চব সোমাব নালাগে; কোনেও নাচাই কেলেই এইবোৰ? নিমিষাই বৰুৱালৈ চাই খুব সৰুকৈ, কেৱল বৰুৱাই বুজিব পৰাকৈ শৰ্মা যোৱাৰ ফাললৈ চাই ক'লেঃ অসভ্যটো।

বৰুৱাই মেক-আপ কৰিব নালাগে। আজি সেই চুটিং নহয়। দৌৰা-দৌৰিকৈ বৰুৱা শৰ্মাৰ ওচৰ পালেগৈ। বৰুৱা ঘূৰি নাহে মানে সেইকণ সময় মেক-আপ ৰুমতে থাকিবলৈ নিমিষাই আপত্তি নকৰিলে। এইকণ সময়তে মেক-আপ মেনজনক ভাল মানুহ যেন লাগি গ'ল নিমিষাৰ। বৰুৱা ঘূৰি আহিল। চুটিং নহয়, কাৰণ মিনাৰ অসুখ, খুব বমি কৰিছে। পৰি আছে। মেক-আপ এৰুৱালে বৰুৱাই। আন কিবা দৃশ্য-গ্ৰহণৰ কাম তেতিয়াও ষ্টুডিঅ'ত চলি আছিল। তাকে চাবলৈ নিমিষাক লৈ বৰুৱা ষ্টুডিঅ' পালেগৈ। চুটিং হৈ থকা নাই, কিন্তু কোনোবা এটা দৃশ্যাংশ গ্ৰহণৰ আয়োজন চলিছে। কিবাকিবি দুআষাৰমান লৰালৰিকৈ লিখি শৰ্মাই এজনক দিছে। মুখেৰে কিবাকিবি ভোৰভোৰাই আছে। নাই, সেই দৃশ্যটোও লোৱা নহ'ল। বোধকৰোঁ সেই দৃশ্য কামত লাগিব নে নালাগে, শৰ্মাই ঠিক কৰিব নোৱাৰিলে। ছবিখনৰ ঘটনা, ডায়েলগ, আদি নিয়মীয়ালৈ লিখি সাজু কৰা হোৱা নাই। শৰ্মাৰ মূৰত যি খেলাইছে তাকে কৰিছে। আগদিনা বৰুৱাক কৈছিল ঃ সেইবোৰ নতুন পৰিচালকক হে লাগে। মোৰ চব মূৰতে থাকে। বৰুৱাই সুধিছিল সত্যজিৎ ৰায় আদিয়ে বোলে সকলোখিনি আগতে ঠিক কৰি লয়। উত্তৰত শৰ্মাই একো কোৱা নাছিল।

হঠাৎ শৰ্মাই চিঞৰি ক'লে ঃ আজি আৰু চুটিং নহয়। কৈ উঠিয়েই খং উঠা প্ৰকাশ কৰিবলৈ হাতৰ চুৰটৰ পেকেটটো দলি মাৰি চকী এখনৰ ওপৰত পেলাই দিলে। বৰুৱালৈ চাই ক'লে ঃ মোৰ সৰ্বনাশ কৰিব এই মানুহবোৰে। বৰুৱা ওচৰ চাপি গ'ল। নিমিষা অলপ দূৰতে ৰৈ থাকিল।

দুই-এজন মানুহ ষ্টুডিঅ'ৰ গেলা গৰম আৰু ঘুগুলাৰ মাজৰপৰা ওলাই যাব খোজা দেখি শৰ্মাই পুনৰ চিঞৰি ক'লে ঃ শুনক, সকলোৱে শুনক। কোনো নপলাব। কাইলৈ চুটিং হ'ব পুৱাৰপৰাই। আজি ষ্টুডিঅ'ৰ ভাৰা মোৰ এনেয়ে গ'ল। ভৱিষ্যতে এনেকুৱা হ'লে মই সহ্য নকৰিম (যেন আৰ্টিস্টবোৰৰ হে দোষ!)। মই কাৰো আপত্তি নুশুনিম। হেজাৰ হেজাৰ লোকৰ টকা খৰচ কৰি মই ইয়াত ধেমালি কৰিবলৈ অহা নাই। মোক সতী-সাধ্বী নালাগে; চৰিত্ৰবান পুৰুষো নালাগে। অভিনেতা লাগে। কোনোবাই এই পৰিবেশত কাম কৰি বেয়া পালে কৈ দিব। অসমত গণ্ডাই গণ্ডাই আৰ্টিস্ট পৰি আছে। আৰু মই কৈ দিছোঁ, মোৰ ছবি নষ্ট হ'লে, টকা অবাবত খৰচ হ'লে, কাকো ক্ষমা নকৰিম। অসমত গৈ মুখ দেখুৱাব নোৱাৰা কৰি দিম। সেই এজনীয়ে ৰাতি মদ খাই আজি চুটিঙৰ দিনা মৰিবলৈ ওলাল। কোনোবাই প্ৰেমিকৰ লগত, কোনোবাই নিজা কামত, কোনোবাই ঘৈণী-গিৰিহঁত কৰি, মোৰ কাম কিমান নষ্ট কৰিছে, মই চাই আছোঁ। এনেকুৱাকৈ শিকাম যাতে জীৱনলৈ নাপাহৰে। মোৰ অনিষ্ট কৰিলেময়ো জীৱন, ভৱিষ্যৎ সকলো কেনেকৈ নষ্ট কৰিব লাগে জানো।

কৈ উঠি শৰ্মাই খণ্ডত ফোঁপাবলৈ ধৰিলে। এপাল গৰুক হে যেন শাসন কৰিব লগা হৈছে শৰ্মাই। দুই-এজনকৈ আকৌ ওলাই যাবলৈ ধৰিলে। এচৰতে ৰৈ থকা বৰুৱাক শৰ্মাই ক'লে ঃ ভয় খুৱাই দিছোঁ। নহলে ইহঁতক শাসন কৰা বৰ টান।

বৰুৱাই কোনো উত্তৰ দিব নোৱাৰিলে। শৰ্মাই কোৱা কিবা কথা যে বৰুৱাৰ গাতো লগা নাই, সেই কথা বৰুৱাই নিশ্চয়কৈ ক'ব নোৱাৰে। বৰঞ্চ বৰুৱাৰ সন্দেহ হ'ল — বহুত কথা শৰ্মাই বৰুৱা আৰু নিমিষাক উদ্দেশিয়েই কৈছে। মনত কপট ৰাখিব নোৱাৰা বৰুৱাই সুধি পেলালে ঃ মোৰ কামতো আপুনি গাফিলতি পাইছে নেকি?

শৰ্মা যেন আচৰিত হ'ল ঃ আপোনাৰ কামত? এই কেলেহুৱাবোৰৰ লগত আপোনাক মই ৰিজাম নে? আপুনি ডিৰেক্চনৰ মানুহ— মোৰ অনুপস্থিতিত আপুনিয়েই সৰ্বেসৰ্বা। আপোনাক কিবা ক'ব লাগিলে আপোনাৰ আৰু মোৰ মাজত হ'ব। সেইটো কেতিয়াও ভুল নুবুজিব বৰুৱা।

ঘূৰি যাওঁতে বাটত নিমিষাই ক'লে ঃ তুমি কিন্তু যিহকে কোৱা, তোমাৰ এই শৰ্মাটোক মোৰ ভাল মানুহ যেন নালাগে। সি বৰ সাংঘাতিক মানুহ। দৰকাৰ হ'লে সি মানুহ মাৰিব পাৰে। তোমাৰ কিবা অপকাৰ কৰে বুলি মোৰ বৰ ভয় লাগে।

ঃ সি মোৰ কি অপকাৰ কৰিব? তাকো মই নেৰো নহয়। খাই ল'ম। একমাত্ৰ অভিনয়ৰ কাৰণে মই বহুতে সহ্য

কৰিছোঁ।

ঃ তুমি কিন্তু তাক জোকাই ন'লবা। তাক ঠিক কৰিবলৈ কেতিয়াও নাযাবা। লৰালৰিকৈ নিজৰ কামখিনি শেষ কৰি আমি গুচি যাম।

ঃ তুমি ভয় খাইছা নিমি?

ঃ তাক আজি বাঘৰ দৰেই হিংসুক লাগিল। তাৰ একোলৈকে লাজ বা ভয় নাই। অইন নহ'লেও সি তোমাৰ এনেকুৱা বদ্‌নাম উলিয়াই দিব যে গুৱাহাটীত তুমি মুখ দেখুৱাব নোৱাৰা হ'বা। তোমাৰ চাকৰি লৈ টনা টনি হ'ব। একো বিশ্বাস নাই তাৰ ।

নিমিষাই বৰুৱাৰ মনতো সন্দেহৰ ছাঁ পেলাই দিলে।

আৰু পাঁচ-ছয়দিন পাৰ হৈ গ'ল।

তাৰ ভিতৰতে শৰ্মাই নতুন নতুন ৰূপ দেখুৱালে। আজিকালি হাতত মদৰ গিলাচটো লৈয়েই শৰ্মা আহি বৰুৱাৰ ফ্লেট পায়হি। নিমিষাৰ আগতো নুলুকায়।

নিমিষা সদায়ে বৰুৱাৰ লগে লগে থকা দেখি শৰ্মাই বোধকৰোঁ আন আৰ্টিস্টবোৰৰ আগত কিবা ইতিকিং কৰিছে। কাৰণ বৰুৱা আৰু নিমিষাক দূৰত দেখিলেই শৰ্মাই বিৰবিৰাই কিবা কয় আৰু ওচৰত থকা সকলোৱে ফিচিঙা-ফিচিঙি কৰি হাঁহে। এইটো অৱশ্যে খুব স্বাভাৱিক কথা বুলি বৰুৱাই ধৰি লৈছে। নীতি-নিয়ম মানি চলা সমাজত লম্পট যেনেকৈ হাঁহিৰ খোৰাক, সেইদৰে লম্পটৰ সমাজতো চৰিত্ৰ-শক্তি উপলুঙাৰ বস্তু। মানুহে কাপোৰ পিন্ধা দেখি বান্দৰে নিশ্চয় হাঁহে।

চুটিং কি হৈছে বৰুৱাই বুজা নাই। মাত্ৰ ইমানকে বুজিছে যে টকা দিয়া মানুহ দুজনক আগত বহুৱাই ৰাখি শৰ্মাই কিবাকিবি দৃশ্যাংশ গ্ৰহণ কৰি আছে। আৰু সেই চুটিঙৰ সময়ত আৰ্টিস্টৰ ওপৰত কিমান অসীম ক্ষমতা, তাক কথাই-বাতাঁই প্ৰকাশ কৰি থাকে।

আৰ্টিস্ট থকা কেম্পটোত দিনেই হুলস্থুল। ৰাতি তাত চিএৰ-বাখৰ হয়। ওচৰৰ মানুহে আপত্তি কৰাত দুদিনমান চিএৰ-বাখৰ হোৱা নাই। কিন্তু বৰুৱাই গম পাইছে, একোজনী ছোৱালীক লৈ কেবাটাৰো মাজত দন্দ।

কেম্পৰ খোৱা-বোৱা বোলে বৰ বেয়া। সুদা দাইল-ভাত খাই থাকিবলৈ বহুতে টান পাইছে। কেইজনমানৰ বোলে চুৰট খোৱাৰ পইচাও নাই। শৰ্মাক ক'লে শৰ্মা হে বোলে দম্‌দমাই উঠে।

বৰুৱাক লাহে লাহে শৰ্মাই আজিকালি চিগাৰেটৰ পেকেট, চাহ একাপ আদি আনিবলৈ কৈ সাধাৰণ চাকৰৰ পৰ্য্যায়লৈ নমাই আনিছে। আগৰ দৰে শৰ্মাই একো কথাকে আলোচনা নকৰে। কেৱল আদেশ দিয়ে বৰুৱাক। ক্ৰমাৎ হৈ অহা কাৰণে বৰুৱাৰো তেনে ব্যৱহাৰ সহ্য হৈ আহিছে।

নিমিষাই আজিকালি বৰুৱাক ওলাই যাবলৈ বাধা নিদিয়ে। বৰঞ্চ লৰালৰি কৰি নিজে উলিয়াই পঠিয়া। আগৰ দৰে বৰুৱাৰ লগে লগেও যাব নোখোজে। বেচেৰীৰ ভয় সোমাইছে — তাইক লৈ ফুৰা দেখিলে হিংসাতে শৰ্মাই বৰুৱাক কিবা অপকাৰ কৰে বুলি। বৰুৱাৰ অনিষ্ট হোৱাৰ ভয়তে যেতিয়াই শৰ্মাই মাতে তেতিয়াই উলিয়াই পঠিয়ায় নিমিষাই।

নিমিষা আগতকৈও খীণাইছে। দুৰ্বল হৈছে।

এটা নতুন পাৰ্টি নগাঁৱৰপৰা আহিছে আন এখন অসমীয়া ছবি কৰিবলৈ। নগাঁৱৰ ডাক্তৰ অৰুণ কাকতী। আদহীয়া মানুহজনক বৰুৱাই চিনি পায়। তেখেতসকলে সমবায় ভিত্তিত টকা তুলিছে। ১৯৪২ চনৰ স্বাধীনতাৰ যুদ্ধ তেওঁলোকৰ ছবিৰ বিষয়-বস্তু। কাকতী নিজে ভাল চিকিৎসক ; ভালেখিনি টকা তেখেতেই দিছে। তেখেতে আগেয়ে কেবাখনো ছবিত কাম কৰিছে; দুখন বঙালী আৰু দুখন উৰিয়া ছবিতো সহকাৰী পৰিচালকৰ কাম কৰিছে। প্ৰথমে বহুত দিন বম্বেত

চিনেমাৰ বিষয়ে শিকিছিল— ডাক্তৰি পঢ়ি থকা অৱস্থাতে। তাৰ পিছত কেবাবছৰো কলিকতাত ডাক্তৰি কৰোঁতে ছবি-জগতৰ লগত ঘন সম্পৰ্ক ৰাখিছিল। তেখেত নতুনকৈ ছবি কৰিবলৈ আহিছে বুলি খবৰ-কাগজত ওলোৱা নাই। কিন্তু তেখেতে কৰিলে যে ভাল ছবিকে কৰিব সকলোৱে কয়। তেখেতৰ পৰিচালনাত (নামত সহকাৰী যদিও আচলতে তেখেতেই পৰিচালনা কৰিছিল) ওলোৱা দুয়োখন বঙালী ছবি খুব ভাল চলিল আৰু দুয়োখনেই ৰাষ্ট্ৰীয় পুৰস্কাৰো পালে। তাৰ পিচত তেখেতে নগাঁৱত চিকিৎসা আৰম্ভ কৰিলেগৈ আজি ছবছৰ আগতে। সংবাদ-পত্ৰত কাকতীৰ নাম বৰকৈ নাই। তেখেতে বোলে কয়, ভাল কাম হ'লে প্ৰচাৰ নিজে নিজে হ'ব। কামতকৈ প্ৰচাৰ বেছি হোৱা মানেই বেয়া বস্তু বেচিবলৈ দোকানীয়ে চিঞৰি মানুহ গোটোৱাৰ নিচিনা কথা। ডাক্তৰ কাকতী ছবি কৰিবলৈ অহা কথাটো প্ৰথমতে বৰুৱাই পালে শৰ্মাৰ মুখৰপৰাই। নিজৰ ভিতৰুৱা কথা পাতিব পৰা দলটো গোটাই লৈ সেইদিনা শৰ্মাই আলোচনা কৰিছিল — কেনেকৈ ডাক্তৰ কাকতীৰ ছবিখনৰ কাম বুদ্ধি কৰি বন্ধ কৰিব পাৰি। নহ'লে সেইখন আগতে হৈ গ'লে শৰ্মাৰ বিপদ হ'ব। কেমেৰামেন অৰ্ধেন্দু পালে কৈছিল,কাকতীক নিজৰ চিনাকি এটা কেমেৰামেন দিব আৰু তাক ক'ব ফিল্ম-তিল্ম নষ্ট কৰি পলম কৰিবলৈ। আৰ্ট ডিৰেক্টৰ বাক্‌চিয়েও তেনেকুৱা সহায় কৰিব বুলি ক'লে। অসমৰ বিখ্যাত চিত্ৰাভিনেতা গিৰি দাস, শিব সেনাপতি, ৰুদ্ৰ বৰা আৰু বিখ্যাত চিত্ৰাভিনেত্ৰী নিভা দেৱী, সুকণ্ঠী দীপা আদি আহিছে কাকতিৰ দলটোত। শৰ্মাই ইতিমধ্যে মানুহ লগাই দিলে - যাতে সেই নাম কৰা শিল্পীসকলক আনি কিবাকিবি একোটা দৃশ্যত অলপ উলিয়াই চবিখনৰ দাম বঢ়াব পৰা হয়। ইতিমধ্যে বম্বে আৰু কলিকতাৰ কেবাগৰাকী আৰ্টিস্টক একোটা দৃশ্যৰ চুটিঙত অলপ অলপ লৈ থৈছেই। সেইবোৰ ক'ত লগাব বৰুৱাই নাজানে। এতিয়া বোলে খবৰ পাইছেই - এই বিখ্যাত অসমীয়া শিল্পীকিজনেও শৰ্মাৰ অনুৰোধ ৰাখিব বুলি। শৰ্মাই বৰুৱাক ক'লে, ততাতৈয়াকৈ গুৱাহাটীৰ খবৰ-কাগজলৈ এটা বাতৰি পঠাবলৈ— বম্বে, কলিকতা আৰু গুৱাহাটীৰ বিখ্যাত শিল্পীসকলে শৰ্মাৰ 'নতুন জীৱন' কথাছবিত অভিনয় কৰা বুলি। তাৰ উপৰি শৰ্মাই মানুহ লগাই চেষ্টা কৰিবলৈ ঠিক কৰিলে, যাতে কাকতীয়ে ষ্টুডি'অ নাপায়, পালেও বহুত অসুবিধা পায়। ইমানখিনি আয়োজন কৰাৰ পিচত শৰ্মাই বৰুৱাক ক'লে— আপুনি এতিয়া এবাৰ খবৰ কৰাৰ ছলেৰে ডাক্তৰ কাকতীহঁতৰ কেম্পলৈ যাব। গৈ তেখেতৰ ছবিৰ কথা আলোচনা কৰোঁতে কিবা অসুবিধা পাইছে নেকি সুধিব। অসুবিধাতো পাবই; পকা ব্যৱস্থা কৰিছোঁ। কি কি অসুবিধা পাইছে আপোনাক কলেই আপুনি কথা প্ৰসঙ্গতে ক'ব - 'এইবোৰ অসুবিধাত নপৰিবলৈ হ'লে আপুনি আমাৰ শৰ্মাৰ সহায় লওক। তেখেতক পৰিচালকৰ উপদেষ্টা কৰি ল'লেই হ'ল। মানুহটোক সকলোৱে ভয় কৰে। বৰ hold আছে এই চিনেমা লাইনত।' লগতে আপুনি ক'ব যে শৰ্মা নিজৰ ছবি লৈ বৰ ব্যস্ত। তথাপি, অসমীয়া ছবিৰ প্ৰতি আগ্ৰহ থকা কাৰণে তেখেতে যি পাৰে সকলো কৰি দিয়ে। অলপ অনুৰোধ কৰিলেই হ'ল। আপুনি দায়িত্ব লৈ ক'ব যে ডাক্তৰ কাকতীয়ে ক'লে আপুনি নিজে মোক কৈ ৰাজী কৰোৱাৰ দায়িত্ব ল'ব পাৰে। টকাও বেছি নালাগে বুলি ক'ব। হাত খৰচ বুলি দুই -তিনি হেজাৰ দিলেই হ'ল। মুঠতে তেওঁক আপুনি বুজাই দিব যে মোক নোলোৱাকৈ কৰিলে তেওঁ অতিপাত ক্ষতিগ্ৰস্ত হ'ব। আমাৰ ছবিখনৰ কথা সুধিলে ক'ব - প্ৰায় হ'লেই। অ', তেওঁ অনা আৰ্টিস্টকিজন আমি মাজতে দুই-এদিন সুবিধা পালে ল'ব পাৰিমনে— এনেয়ে সুধি চাবচোন। নিদিয়ে বুলি জানো। আমিয়েই দিম জানো?

সেইমতেই বৰুৱা পিচদিনা কাকতীৰ কেম্প ওলাইছিলগৈ। তাত উপস্থিত হৈয়েই আচৰিত হৈছিল কেম্পৰ আবহাওৱা দেখি। এটা ডাঙৰ পৰিয়ালৰ ঘৰ যেন লাগে। ক'তো শৰ্মাহঁতৰ কেম্পৰ উচ্ছৃংখলতা নাই। ডাক্তৰ কাকতীয়ে বৰুৱাক আদৰ-সাদৰ কৰি নি ক'লে ঃ জীৱন, তোমাক মই খবৰ কৰিছিলোঁ গুৱাহাটীত। পিচে তুমি শৰ্মা ডাঙৰীয়াৰ ছবিৰ কাৰণে আহিছা বুলি শুনি ইয়াত আহি আৰু খবৰ কৰা নাই। ঠিকতো নাই ; কোনোবাই হয়তো ভাবিব তোমাক হাত কৰিব খুজিছোঁ বুলি। তোমাকো অবিশ্বাস কৰিব, মযো লাজ পাম। গতিকে আৰু খবৰ কৰা নাই।

তাৰ পিচত সাধাৰণ প্ৰশ্নবোৰ ঃ যেনে, ছবিৰ কাম কেনে চলিছে, ভালে আছা নহয়, ইত্যাদি। কথাৰ মাজতে ডাক্তৰে ক'লে ঃ আমাৰ এই কথাছবি শিল্পটো বৰ কিবা হৈ আছে। ইয়াক এতিয়াও ঠিক আৰ্টৰ পৰ্য্যায়লৈ আনিব পৰা নাই। সাৱধানে চলিবা, বৰ ভয়ানক চিনেমা-লাইন। এতিয়াও ভদ্ৰ হোৱা নাই। এই কথাকিটা যেন বৰুৱাৰ মনত খাই

গ'ল। বৰুৱাই মনে মনে ভাবিলে, ভবিষ্যতে কেতিয়াবা চিনেমা কৰিবলৈ আহিলে কাকতীৰ নিচিনা মানুহৰ লগতে আহিব। বৰুৱাৰ লগত সকলো আৰ্টিস্টকে মাতি মাতি পৰিচয় কৰাই দিলে কাকতীয়ে। মুগ্ধ হ'লেও বৰুৱাই শৰ্মাৰ কামৰ কথা পাহৰা নাছিল। বৰুৱাৰ প্ৰশ্নৰ উত্তৰ দি গ'ল ডাক্তৰ কাকতীয়ে।

ঃ নাই, বিশেষ একো অসুবিধাত পৰা নাই। কোনোবা স্টুডিঅ'ই, কোনোবা কেমেৰামেনে, কিবা অসুবিধা কৰিব খুজিছিল বোলে। পিচে কোনোবা এজন অসমীয়াৰে প্ৰৰোচনাত সেইবোৰ কৰা বুলি পিচত সৈ কাঢ়ি দিলে। মানুহজনৰ নাম ন'কলে। ময়ো জোৰ নকৰিলোঁ। মোক যেতিয়া অপকাৰ কৰিব নোৱাৰিলেই, তেওঁৰ নামটো জানিনো মই কি কৰিম?

ডাক্তৰ কাকতীয়ে আৰু ক'লে যে অসুবিধাত নপৰিলেও তেখেতে শৰ্মাৰ নিচিনা জনা-বুজা মানুহক উপদেষ্টা হিচাপে পালে ভাগ্য ভাল বুলিয়েই ক'ব। পিচে সেই ভাগ্যৰ সুযোগ ল'ব পাৰিব নে নোৱাৰে, লগৰ আনসকলক সুধি ল'ব লাগিব। টকাৰ কথা আছে নহয়। তথাপি ডাক্তৰে এবাৰ গৈ শৰ্মাক লগ ধৰিবগৈ এনেয়ে কথা পাতিবলৈকে হ'লেও। শৰ্মাক উপদেষ্টা হিচাপে লোৱাটো হ'লে বৰুৱাক খবৰ দিব - শৰ্মাৰ লগত কথা হ'বলৈ। শৰ্মাক ল'লে খৰচ কম হ'ব বুলি বৰুৱাই বুজালত ক'লে যে আচলতে তেখেতসকলে খৰচলৈ বৰকৈ চোৱা নাই। খৰচ এনেয়েও বোলে তেখেতসকলৰ আন অসমীয়া ছবিতকৈ কম হ'ব। সকলোকে সুবিধা দি আগ্ৰহীসকলক এই শিল্পৰ বিষয়ে শিকিবলৈ দিয়াই তেখেতসকলৰ কাম। অৱশ্যে হয়, ছবিখন ভাল হোৱাটো মূল কথা। বাৰু, কেতিয়াবা দৰকাৰ হ'লে শৰ্মাক কাকতীয়ে নিজে সুধি আহিবগৈ। ডাক্তৰ কাকতীৰ লগত অহা অসমৰ বিখ্যাত আৰ্টিস্টকিজন শৰ্মাৰ ছবিতো কাম কৰিবলৈ যাব খুজিলে কাকতীয়ে একো বেয়া নাপায়। অসমীয়া আৰ্টিস্টক যিমান দিব লাগে সিমান ধন দিব নোৱাৰিয়েই। তেনেস্থলত তেওঁলোকে এবাৰ আহিয়েই দুখন ছবিত কাম কৰাৰ সুবিধা পালে কাকতীয়ে কিয় বাধা দিব? ভাল হে পাব। শিল্পীৰ শিল্প-প্ৰতিভা বিকাশৰ স্বাধীনতাটো কাকতীৰ ছবিত কাম কৰিবলৈ অহা কাৰণেই নোহোৱা হ'ব নে? নিশ্চয় নহয়। এইবোৰ কথাৰ শেষত বৰুৱাই নিজৰ খু-দুৱনি মাৰিবলৈ দুই-এটা কথা সুধিলে। সেইবোৰ প্ৰশ্নৰ উত্তৰ কাকতীয়ে দি গ'ল।

ঃ নাই, কেম্পত কিয় গণ্ডগোল হ'ব? আমাৰ সাতগৰাকী ছোৱালী আহিছে। পিচে ছোৱালীৰ কেম্প একেবাৰে বেলেগ কৰি দিছোঁ।

ঃ আছে, আছে ; দুই-এজন শিল্পীৰ মদ খোৱাৰ অভ্যাস আছে । এদিন বা দুদিনৰ কাৰণে অভিনয় কৰাবলৈ আনি ইমানদিনীয়া অভ্যাস কেনেকৈ বদলাবা? আৰু নিচা এৰা সিমান সহজ নহয়। তাতে ইয়াত মুকলিকৈ খোৱাৰ সুবিধা পায়। সেয়ে আমি তেনেকুৱা অভ্যাস থকা সকলক অলপ বেলেগাই থকা-খোৱাৰ ব্যৱস্থা কৰি দিছোঁ।

ঃ নাই, ছোৱালীৰ কেম্পলৈ যাবলৈ দিয়াৰ অভ্যাস আমি কৰা নাই। কিবা দৰকাৰ থাকিলে মতাই দিছোঁ। একেবাৰে আবুৰত থকা মানুহ আমি। হঠাৎ সমুলঞ্চে মুকলি কৰি দিলে বেয়া ফলৰে আশংকা সৰহ। সেয়ে সেইকণ আবুৰ ৰাখিছোঁ। তথাপি যে কাৰোবাৰ মনত প্ৰেম আদি ভাব নাজাগে, সেইটো নহয়। সেইবোৰ ভাব আদান-প্ৰদানত আপত্তি মোৰ নাই। কেৱল চিনেমা কৰিবলৈ অহাৰ নামত তেনেকুৱা হোৱাৰ সুবিধা দিয়াৰ মোৰ ইচ্ছা নাই। এনেয়ে এই শিল্পৰ মানুহৰ চৰিত্ৰৰ ওপৰত সকলোৰে সন্দেহ। এই সন্দেহ কমাব পাৰিলে হে আমাৰ মঙ্গল।

ঃ প্ৰচাৰ কৰি কি হ'ব হে ? নাম কিনিবলৈ চোৱাটো বৰ চালুকীয়া কাৰবাৰ! বয়স হ'লে বুজিবা; তেতিয়া নামতকৈ কাম কৰাৰ মন হে হ'ব। অৱশ্যে ব্যতিক্ৰমো আছে। তথাপি; তুমি ডেকা ল'ৰা মনত ৰাখিবা— Fame is a young man's passion.

আৰু বহুত যেন নতুন নতুন কথা শিকিলে বৰুৱাই। চিনেমা কৰিবলৈ আহি প্ৰথমৰেপৰা যিখিনি ফাঁকি, যিখিনি চিঞৰ-বাখৰ, যিখিনি অসততা শৰ্মাৰ লগত পাইছে, তেওঁ সেইবোৰ চিনেমা- লাইনত আছে বুলিয়েই ভাবিছিল, সেইবোৰ

দেখোন এইখন চিনেমা কৰিবলৈ অহা মানুহৰ মাজত একেবাৰে নাই। ভুল কৰিলে নেকি শৰ্মাৰ লগত আহি? যিহকে হওক, শৰ্মাক এতিয়া এৰি দি বিশ্বাসঘাতকতা কেতিয়াও কৰিব নোৱাৰি। এইখন ছবি শেষ হওক। তাৰ পিচতো শৰ্মাৰ কোনো পৰিবৰ্ত্তন ন'হলে দেখা যাব। বেয়াও লাগে বেচেৰাৰ্লৈ। মাজে মাজে কেনেকুৱা কৰে!

# চাৰি

কলিকতাত বৰ গৰম পৰিছে। বৰষুণো মাজে মাজে।

নিমিষাজনীৰ ইমান ভয় হৈছে কিয়? ওলাই যাওঁতে সদায় বৰুৱাক উপদেশ দিয়ে সাৱধানে যাবলৈ, শৰ্মাৰ লগত কাজিয়া নকৰিবলৈ, কোনোমতে ছবিখন শেষ কৰি ঘৰলৈ ঘূৰি যাবলৈ লৰালৰি কৰিবলৈ। কেইদিনমানৰপৰা আৰু এটা কথা বৰুৱাই লক্ষ্য কৰিছে। পুৱাই লৰালৰিকৈ ঘৰ সাৰি গা ধুই শ্ৰীকৃষ্ণৰ ফ'টো এখনৰ আগত ধূপ জ্বলায় নিমিষাই। লাগে বৰুৱাই চাহকে নোখোৱাকৈ যাওক, তথাপি ধূপ জ্বলাই সেৱা কৰাৰ আগতে বৰুৱাক কেতিয়াও ওলাই যাবলৈ নিদিয়ে। শ্ৰীকৃষ্ণৰ সৰু ছবিখন নিশ্চয় ওচৰতে বাটত বহা কোনোবা বিশ-পইচীয়া দোকানৰপৰা কিনি আনিছে। কথাই কথাই নিমিষাই প্ৰায়েই কয় যে শৰ্মাই ইচ্ছা কৰিলে মানুহ মাৰি পেলাব পাৰে; বৰ ভয়ানক মানুহ সি। আৰু, কিবা খং উঠি সি মাৰ-ধৰ কৰিলেও ইয়াত বৰুৱাক কোনে চাব? সকলো শৰ্মাৰ ফলীয়া হ'ব। নাই, ছবি শেষ নোহোৱাকৈ বৰুৱাক লৈ যোৱাৰ কথা এতিয়া আৰু নিমিষাই নকয়। সেইদিনা ষ্টুডিঅ'ত শৰ্মাই যে চিঞৰি কৈছিল—তেওঁক যি ক্ষতিগ্ৰস্ত কৰিব তাক তেওঁ শুদাই নেৰে বুলি, সেইদিনাৰ পৰা নিমিষাই ছবি শেষ হোৱাৰ আগতে যোৱাৰ কথা ভবাই নাই। হিংসাকুৰীয়া মানুহ এই শৰ্মাডাল; তেনেকৈ ছবি শেষ হোৱাৰ আগতে বৰুৱা গুচি গ'লে গোটেই জীৱন কুকুৰটোৱে বৰুৱাক অপকাৰ কৰাৰ চেষ্টা কৰিব। তাতকৈ লেঠা মাৰি তাৰ লগত সম্বন্ধ ছিঙি গুচি যোৱাই ভাল।

ঃ আচ্ছা, মোৰ আজিকালি কিয় ভয় ভয় লাগি থাকে বাৰু?

ঃ জানো। তুমি এনেয়ে চিন্তা কিছুমান মূৰত সোমাই লৈছা।

ঃ (হমুনিয়াহেৰে) কিখনত যে সোমালোঁহি আমি!

ঃ তুমিহে সেইটো ভাবিছা। মই খুব ভাল দিন অহা যেন পাইছোঁ। আমাৰ নগাঁৱৰ ডাক্তৰ কাকতীহঁত আহিছে ছবি কৰিবলৈ। পৰহি গৈছিলোঁ।

ঃ পিচে কি হ'ল?

ঃ তেওঁলোকৰ তাত গৈ বুজিলোঁ, শৰ্মাৰ যি বোৰ উদ্ভগুলি, সেইবোৰ নোহোৱাকৈও চিনেমা কৰিব পাৰি। পিচত কেতিয়াবা ছবি কৰিলে তেওঁলোকৰ লগত হে কৰিম।

ঃ পিচত তুমি আৰু ছবি কৰিব নালাগে ভাই। আৰু, এতিয়া এই শৰ্মাটোক এৰি গ'লে তোমাক যে সি খাব। এইখন শেষ কৰি এইবাৰলৈ যাওঁচোন ব'লা। মোৰ বৰ আমনি লাগিছে।

ঃ নিমি..........

ঃ অৱশ্যে হয়, তোমাৰ জীৱনৰ সাধনাটো তুমি মোৰ কাৰণে কিয় এৰিবা। ময়ো এৰিবলৈ নকওঁ। মাত্ৰ নিৰাপদ

মানুহৰ লগত কৰিব লাগে। বাৰু, ডাক্তৰ কাকতী ভাল মানুহ যদি পিচত বাৰু তেখেতৰ লগতে কৰিবা। এতিয়াই কিন্তু শৰ্মাৰ চকুত ধূলি মাৰি একো নকৰিবা দেই। মোৰ বৰ ভয় লাগে।

বেচেৰীলৈ বৰুৱাৰ বেয়া লাগে। শৰ্মাৰ প্ৰতি ভয় সোমাইছে মানুহজনীৰ। বৰুৱাই নিমিষাক বুজাবলৈ চেষ্টা কৰে যে তেওঁ পৰি মৰা মানুহ নহয়। তথাপি নিমিষাই সাহস সঞ্চয় কৰিব নোৱাৰে।

ইপিনে শৰ্মাৰ ব্যৱহাৰ একধৰণৰ হৈ আহিছে। এদিন নিশা প্ৰায় এঘাৰমান বজাত বৰুৱাক জগাই ক'লেহি যে মাত্ৰ দহ হেজাৰ টকা দিয়াৰ পিচত সেই চাহ-খেতিয়কজনে আৰু টকা দিব নোৱাৰে বুলি কৈছে। সি কাইলৈ আকৌ মিনাক নি ফুৰ্তি কৰিবলৈ কেম্পলৈ আহিবই। গুণ্ডা লগাই মাৰি তাৰ হাড় গুৰি কৰি পঠিয়াব। খাৰ-খোৱাই কলিকতীয়া গুণ্ডা দেখা নাই।

শৰ্মাই মাতিলত নিমিষাই বৰুৱাক অকলে উঠি আহিবলৈ দিয়া নাছিল—ভয়ত। নিজেও অসংযত সাজ-পাৰেৰেই উঠি আহিছিল। শৰ্মাই কোৱা শুনি নিমিষা জিকাৰ খাই উঠা বৰুৱাই দেখিছিল।

পিচদিনা পুৱা কেম্পৰ বজাৰ কৰিবলৈ প্ৰডাক্‌চন মেনেজাৰে পইচা খুজিলত শৰ্মাই দম্‌দমাই উঠি ক'লে ঃ কেলেহুৱাসোপাই মোক উদ্ধাৰ কৰিবলৈ আহিছে। নালাগে বজাৰ কৰিব। নাখাই মৰক। দিনেই ভোজ খুৱাবলৈ মোৰ পইচা নাই।

তাৰ পিচদিনা স্টুডিঅ'ত এজন আৰ্টিস্টক বৰ অভদ্ৰভাৱে স্টুডিঅ'ৰপৰা উলিয়াই দিলে শৰ্মাই। এনেকৈ ডিঙিত ধৰি উলিয়াই দিলে যেন সেইটো কুকুৰ হে। তেওঁৰ অপৰাধ ঃ শৰ্মাই তেতিয়া লৈ থকা দৃশ্যটো বেয়া হোৱা বুলি কৈছিল। শৰ্মাকে কৈছিল। শুনিয়েই শৰ্মা গৰজি উঠিল ঃ মোক ডিৰেক্‌চন শিকাবলৈ আহে। গেট্ আউট্। ওলাওক। আপোনাৰ নিচিনা অপদাৰ্থ নহ'লেও মোৰ ছবি হ'ব। আৰ্টিস্টজনে প্ৰতিবাদ কৰিছিল ঃ আপুনি অভদ্ৰ হৈছে কেলেই ? ভদ্ৰতাৰ সকলো চিন এৰি শৰ্মা খেদা মাৰি গ'ল ঃ কি ক'লি শ্যালা? কোনোবা কোনোবাই শৰ্মাক বাধা দিবলৈ আগুৱাই আহিল। বোধকৰোঁ নিজৰ ফলীয়া মানুহ গোট খোৱা দেখি সাহ পাই আৰু বাকীবোৰক ভয় খুৱাই ৰাখিবৰ উদ্দেশ্যেৰেই শৰ্মাই সঁচাকৈ বেচেৰাক ডিঙিত ধৰি উলিয়াই দিলে। বৰুৱা সেই ঠাইত নাছিল — মেক-আপ ৰুমত আছিল। নিমিষাই চুটিং চাই আছিল। দৌৰি গৈ খবৰটো দিলেগৈ। ভীষণ ভয় খাই গৈছিল নিমিষাই। কি হৈছে চাওঁ বুলি বৰুৱা স্টুডিঅ'লৈ আহিব খুজিলত কাতৰ অনুৰোধেৰে নিমিষাই বৰুৱাক ধৰি ৰাখিলে — স্টুডিঅ'লৈ আহিবলৈ নিদিলে।

টকা যিমানে কমি আহিছে, শৰ্মাৰ মূৰ সিমানে গৰম হৈ আহিল। ডিষ্ট্ৰিবিউটৰে এতিয়াও টকা দিয়া নাই। বৰুৱাক কথাটো এদিন শান্তভাৱেই শৰ্মাই জনাই অনুৰোধ কৰিলে ঃ আমাৰ আৰ্টিস্টৰ ভিতৰতে কাৰোবাৰ পাঁচ হেজাৰমান টকা ধাৰলৈ দিয়াৰ অৱস্থা আছে নেকি মনে মনে খবৰ কৰি চাওকচোন। মই বেগেতে ঘূৰাই দিম। বৰুৱাই তলে তলে খবৰ কৰিলে। কিন্তু তেনেকুৱাকৈ কাৰো টকা নাই। হয়তো শৰ্মাই ভাবিছিল বৰুৱাই দিব পাৰিব বুলি। যোগাৰ নহ'ল বুলি সেইদিনা সন্ধিয়া খবৰ দিওঁতে শৰ্মা গোঙোৰা মাৰি থাকিল।

পিচদিনা স্টুডিঅ'ত এনে এটা দেখাত সৰু ঘটনা হ'ল যে বৰুৱাৰ কাৰণে সিয়েই যথেষ্ট তাৎপৰ্য্যপূৰ্ণ হ'লগৈ। স্টুডিঅ'ত চুটিং চলি আছিল। আজিকালি চুটিঙৰ প্ৰতি বৰুৱাৰ কিবা আগ্ৰহ নাইকিয়া হ'ল। প্ৰথমতে আগ্ৰহ আছিল বহুত কিবা শিকিব পাৰিব বুলি। এতিয়া দেখিছে 'চিনেৰিঅ' লিখা, 'ডায়েলগ' লিখা আদি একো নহ'লেই। দুই-এদিন বৰুৱাৰ হতুৱাই যিসোপা লেখালে (টকা দিয়া মানুহ দুজনক দেখুৱাই বিশ্বাস জন্মাবলৈ) সেইসোপা এনেয়ে পৰি আছে। শৰ্মাই খেয়াল মতে যেতিয়া যি পাৰে চুটিং কৰি গৈছে। তাৰ উপৰি ইমান অসভ্যৰ দৰে চিঞৰ-বাখৰ কৰিব ফুৰে শৰ্মাই। নিমিষাকো আগত লৈ সেইবোৰ শুনি থাকি অসহ্য লাগে বৰুৱাৰ। কেতিয়াবা হাতৰ মুঠি টান হৈ আহে। নিমিষাই কিন্তু আজিকালি বৰুৱাৰ শৰ্মাৰ ওপৰত খং উঠা যেন দেখিলেই নানা কথা কৈ শৰ্মাই তেনেকুৱা কৰা স্বাভাৱিক

বুলি বুজাই বৰুৱাক শান্ত কৰিবলৈ চেষ্টা কৰে। নিমিষাই কয় ঃ বৰ ব্যস্ত হৈ থাকিলে সকলো মানুহৰে মাজে মাজে খং উঠে। তুমি সেইবোৰত নালাগিবা। কেতিয়াবা যে বৰুৱাৰ নিমিষাক শৰ্মাৰ ফলীয়া হোৱা যেন লাগে। আৰু, বেছি খং উঠে। কিন্তু বৰুৱাই বুজে যে শৰ্মাৰ লগত কাজিয়া হোৱাটো বন্ধ কৰিবলৈকে নিমিষাৰ সেই চেষ্টা। সেই কাৰণেই ইমান বেয়া পায় যদিও বৰুৱাৰ লগতে প্ৰায়ে স্টুডিঅ'লৈ আহে— বৰুৱাক শাসন কৰি ৰাখিবলৈকে। তথাপি মনটোৱে কেতিয়াবা খণ্ডতে সন্দেহ কৰিব খোজে।

সেইদিনা দিনৰ এঘাৰমান বজাত স্টুডিঅ'ৰ বাহিৰতে বৰুৱাই নিমিষাৰ লগত কথা পাতিছিল— আজি শৰ্মাক কিছু টকা খুজিব নেকি বুলি। কাৰণ, নিমিষাৰ নিজৰ টকা পাঁচশৰ বাহিৰে সেইদিনা বৰুৱাৰ হাতত এপইচাও নাছিল। সকলো শেষ হ'ল। খোজাত নিমিষাৰ বাধা নাই। কিন্তু মানুহটো সদায় যিটো মূৰ্ত্তিত থাকে। পইচা নিদিলেও, আনকি কিবা ক'লেও, বৰুৱাই নিজে একো খং বা কাজিয়া নকৰে বুলি নিমিষাই বৰুৱাক শপত খুৱাইছিল। হাঁহি হাঁহি বৰুৱাই শপত খাইছিল। বৰুৱা-নিমিষাৰ এই সুখৰ পৰিবেশ দূৰে দূৰে অহা-যোৱা কৰি থকা আৰ্টিস্ট আৰু স্টুডিঅ'ত কাম কৰা মানুহে চাই চাই উপভোগ কৰি গৈছিল। ভিতৰত শৰ্মাই চুটিং পৰিচালনা কৰি আছিল। এনেতে হঠাৎ শৰ্মা ধুমুহা অহাদি ওলাই আহিল। আহিয়েই বৰুৱাক দেখি ক'লেহি ঃ হেৰি বৰুৱা কি কৰিছে? ডাক্তৰ কাকতীৰ লগত অহা সেই আৰ্টিস্ট দুজনক— গিৰি দাস আৰু ৰুদ্ৰ বৰাক আজি চুটিঙৰ কাৰণে অনোৱাৰ কথা আছিল নহয়?

ঃ হয় নেকি ? মইতো নাজানো।

ঃ এস্, আপুনি একো খবৰকে নাৰাখে।

বৰুৱাই বুজি নাপালে, তেওঁক খবৰটো নিদি যদি শৰ্মাই মূৰৰ ভিতৰত থৈ দিয়ে, তেন্তে সেই খবৰ তেওঁ কেনেকৈ পাব পাৰে। আন একো কথা নকৈ শৰ্মা ঘপ্‌কৰে ওচৰতে থকা টেক্সিখনত উঠি বহিল - আৰ্টিস্ট আনিবলৈ ওলাল। সকলো অবাক হৈ চাই ৰ'ল। গাড়ী স্টাৰ্ট কৰিলে। অকণমান চলিলো। আকৌ ৰ'ল। শৰ্মাই গাড়ীৰপৰা বৰুৱাক হাত বাউল দি মাতিলে। দহ হাতমান দূৰ মাত্ৰ; বৰুৱা আগুৱাই গ'ল। শৰ্মাই ক'লে ঃ আপুনিও উঠক। বৰুৱাই ঘূৰি নিমিষালৈ চালে। বেচেৰীক কেতিয়াও অকলে এৰি যোৱা নাই। বেয়া লাগিল। বৰুৱাই চোৱা দেখি নিমিষা দুখোজমান আগুৱাই গ'লেই। "উঠক হেৰি, কি ধেমালিখন কৰি আছে।"—এইবুলি শৰ্মাই বৰুৱাক প্ৰায় টানিয়েই গাড়ীত তোলাৰ লগে লগে গাড়ী চলিল। আধা ফাৰ্লংমান গৈয়েই নিজৰ ঘৰৰ আগত শৰ্মা নামিল। বৰুৱাক ক'লে ঃ আপুনি বেগেতে আৰ্টিস্টকিজনক লৈ আহকগৈ। মই খোজ কাঢ়িয়েই স্টুডিঅ'লৈ ঘূৰি যাম। বৰুৱাৰ এবাৰ ইচ্ছা হ'ল, টেক্সি ঘূৰাই নিমিষাক লৈ আহোগৈ। বৰ কৰুণভাৱে চাইছিল বেচেৰীয়ে। শৰ্মাৰ লগত গৈ কিবা বিপদত বৰুৱা পৰিব পাৰে বুলি ভয় খাইছিল চাগে। কিন্তু আকৌ কেনেবাকে বাটতে শৰ্মাক লগ পালে বৰ কেলেঙ্কাৰী হ'ব। মানুহবোৰেও তেওঁক বৰ তিৰোতা-সেৰুৱা বুলি ভাবিব। তাতকৈ বেগেতে আৰ্টিস্টকিজনক লৈ অহাই ভাল। কিমান সময় নো লাগিব? খুব বেছি আধা ঘন্টা। নিমিষাই অকণমান বেয়া পাব আৰু। কিন্তু নিমিষাৰ মন ভাল লগাবলৈ নো কিমান সময় লাগে?

বৰুৱা গৈ ডাক্তৰ কাকতীৰ আৰ্টিস্টসকল থকা কেম্প পালেগৈ। কালিয়েই গিৰি দাস আৰু ৰুদ্ৰ বৰালৈ খবৰ পঠাইছিল শৰ্মাই— পুৱাই নিয়াব বুলি। দুয়োজন অসমৰ বিখ্যাত শিল্পী। তেওঁলোক ৰৈ আছে। কাৰণ তেওঁলোকে ধৰি লৈছে যে চিনেমাৰ কামত এনেকুৱাকৈ সময় ৰাখিব নোৱৰাটো আচৰিত নহয়। কাকতীৰ লগত কথা পতাৰ লগে লগে চাহ এপিয়লা খাই দুয়োকে লৈ ঘূৰি আহোঁতে এঘন্টামান হ'ল। আহি পাই দেখে শৰ্মা নাই। নিমিষাক বিচাৰিলে পইচা আছে নেকি সুধিবলৈ। ইটো-সিটোক সুধিও গম নাপালে ক'লৈ গ'ল। এনেতে মিনা নামৰ ছোৱালীজনী আগবাঢ়ি আহি ক'লেহি তেওঁৰ লগৰ ছোৱালী দুজনীৰ লগত বাটৰ ফালে নিমিষা ফুৰিবলৈ ওলাই গৈছে। এতিয়া টেক্সিক ক'ৰপৰা পইচা দিয়ে? বৰুৱা টেক্সি লৈয়ে শৰ্মাৰ ঘৰ পালেহি। শৰ্মা ঘৰতো নাই বুলি চাকৰটোৱে ক'লে। আকৌ স্টুডিঅ' পালেহি। নাই। নিমিষাও ঘূৰি অহা নাই। বৰুৱাৰ অৱস্থাটো দেখি পুতৌ হৈ কাকতীৰ কেম্পৰপৰা অহা গিৰি দাসে

টেক্সিৰ পইচাটো দিয়া দেখি লাজ পাই বৰুৱাই ক'লে ঃ মই হাতত পইচা ৰখাই নাছিলোঁ। শৰ্মা আহিলেই দিম।

তেখেতসকলে 'বাৰু, হ'ব বাৰু' বুলি সৰু কথাৰ দৰে সেই প্ৰসঙ্গ এৰি পেলালে।

এঘন্টাৰ পিচতো শৰ্মা নোলালহি।

দুঘন্টামানৰ মূৰত স্টুডিঅ'ৰ অফিচৰ মানুহ এজন আহি বৰুৱা নামৰ মানুহজনক বিচাৰি ফুৰা দেখি জীৱনজিৎ বৰুৱা আগবাঢ়ি গ'ল। মানুহজনে ক'লে— শৰ্মাই বোলে ক'ৰবাৰপৰা ফোন কৰি জনাইছে আজি আৰু চুটিং নহয়। তেখেত কিবা আন কামত ব্যস্ত হৈ পৰিল বোলে। মেক-আপ্ কৰি বহি থকা আৰ্টিস্টবোৰে ভোৰভোৰাই মেক-আপ এৰুৱাবলৈ গৈছিল। ভাগ্য ভাল যে তেতিয়ালৈকে সেই বিশিষ্ট শিল্পী দুজনক মেক-আপ্ কৰোৱা হোৱা নাছিল। তেওঁলোক কেতিয়া গুচি গ'ল, সেই ফাললৈ বৰুৱাই লাজতে চকু নিদিলে। বাকীবোৰো প্ৰায় গৈছেই। তেতিয়াহে বৰুৱাৰ মনত পৰিল নিমিষাৰ কথা। নিশ্চয় ঘৰলৈকে গ'ল। সেইটোহে ঘৰ; বৰুৱা গুচি যোৱাৰ পিচত ওফোন্দ পাতি চাগে অকলে যাবলৈ বেয়া পাই ছোৱালীকিজনী লৈ গুচি গ'ল। বৰুৱাই তথাপি ঘৰলৈ যোৱাৰ আগতে তাতে কথা পাতি ৰৈ থকা মেক-আপ্-মেনজনক ক'লে— নিমিষা আহিলে বৰুৱা ঘৰলৈ যোৱা বুলি ক'বলৈ।

মাত্ৰ আধা ফাৰ্লং দূৰ। স্টুডিঅ'ৰপৰা ঘৰ দেখি থাকি। ঘৰত গৈ বৰুৱাই দেখে তলা বন্ধ। সন্দেহ কৰি ওপৰ-তলাত গৈ দেখে, শৰ্মাৰ তাত কেৱল মজিদ নামৰ চাকৰটো আছে। তাকে সুধিলে বৰুৱাই। সি ক'লে যে এঘাৰমান বজাতে এবাৰ আহি এক মিনিটো নোৰোৱাকৈ শৰ্মা গুচি গ'ল। তাৰ পিচত আৰু অহা নাই। নাই, সেই ছোৱালী দুজনী বা নিমিষা তালৈ যোৱা নাই— অকলেও যোৱা নাই, শৰ্মাৰ লগতো যোৱা নাই।

বৰুৱা আকৌ স্টুডিঅ'লৈ গ'ল। নাই, তাতো কোনো নাই। নিমিষা নিশ্চয় ইমানপৰ বৰুৱা নোহোৱাকৈ নিশ্চিন্তমনে ঘূৰি ফুৰা মানুহ নহয়। নিমিষাৰ নিশ্চয় কিবা বিপদ হৈছে। কি কৰিব এতিয়া বৰুৱাই। শৰ্মা আৰু নিমিষা দুয়োটা নাইকিয়া হোৱাত বৰুৱাৰ মনলৈ বহুত সন্দেহ আহিল। বৰুৱাক সন্দেহে বিতত কৰিলে। কিন্তু সেই সময়তে আকৌ মনত পৰিল যে নিমিষাই শৰ্মাক ইমান বেয়া পায় যে আন যি কোনো কথাতে নিমিষাক সন্দেহ কৰিব পাৰিলেও শৰ্মাৰ লগত যোগ হোৱা বুলি সন্দেহ কৰিব নোৱাৰি। তাতকৈ নিমিষাই নিজে টেঁটু চেপি মৰিব। কিন্তু ক'লৈ যাব পাৰে? এই চৰিত্ৰৰ ঠিক নাইকিয়া ছোৱালীবোৰৰ লগত ফুৰিবলৈ যোৱাই বেয়া হৈছে নহয়। ৰিক্সা এখনত বা টেক্সি এখনত উঠি বিছাৰি চাবলৈও জেপত প'ইচা এটা নাই। নিৰুপায় বৰুৱা প্ৰায় আধা ঘণ্টা মূৰত আকৌ ঘৰ পালেহি। আহি দেখে দুৱাৰত তলা নাই। বৰুৱাই 'নিমি' বুলি মাতিলত দুৱাৰ খুলি নিমিষাই অবাক হৈ বৰুৱালৈ চালে। এই মাত্ৰ গা ধুই উঠিছে নিমিষা; চুলিৰপৰা পানী পৰি আছে। ভয়ত চকু কিট্ৰ ডাঙৰ কৰি নিমিষাই প্ৰায় চিঞৰি দিলে ঃ তু — ম্ — ম্ —মি— ই — ই !!

বৰুৱা ভিতৰত সোমাই গ'ল ঃ ইমান বিচাৰিলোঁ তোমাক। স্টুডিঅ'ৰ পৰা ঘৰ ; আকৌ স্টুডিঅ'; আকৌ ঘৰ। ছোৱালীকিজনীৰ লগত ক'ত ফুৰিলা?

ৰাস্তাই ৰাস্তাই। (সেপ গিলি) মই ভাবিলোঁ তুমি বৰ দেৰি কৰিবা। (স্বাভাবিক হ'বলৈ যত্ন কৰি) ইমান ভাল লাগিল।

বৰুৱাই ভাল পালে নিমিষাৰ ভাল লগা কাৰণে। কিন্তু অকলে স্টুডিঅ'ত এৰি যোৱাৰ বাবে খং নুঠাৰ কাৰণে যেন অলপ দুখো পালে। ইমান ভয় খোৱা যেন লাগিছে নিমিষাক। দিনৰ ভিতৰতে ঘৰৰ ভিতৰত থাকোঁতেই কোনোবাই দুৱাৰত শব্দ কৰিলেই ইমান ভয় লাগে নে? বৰ ভয় এই নিমিষাজনীৰ। বিচনাতে বহি বৰুৱাই চাৰ্টৰ বুতাম খুলিলে।

ঃ ইমান ভয় খোৱা যেন লাগিছে তোমাক। আন কোনোবা আহিছে বুলি ভয় খালা?

বুকুত হাত দি ভয় কমোৱাৰ চেষ্টা কৰি নিমিষাই ক'লে ঃ ওঁ। বৰ ভয় খালোঁ। তাতে মই গা ধুই আছিলোঁ।

বৰুবাই তেতিয়াহে মন কৰিলে। নিমিষাই লৰালৰিকৈ তিতা গাৰ ওপৰতে কাপোৰ পিন্ধি আহিছে। কাপোৰ আধাআধি তিতা।

ঃ এ ৰাম। যোৱা, কাপোৰবোৰ সলাই পেলোঁৱাগৈ। — বৰুবাই হাত মেলি নিমিষাক টানি আনিব খুজিলে।

নিমিষাই আঁতৰি লৰালৰিকৈ ক'লে ঃ ৰ'বা, মই গা ধুই আহোঁ। আধা ধোৱা হ'ল। তুমি এটা কাম কৰিবা দেই সোণ। মই ষ্টোভটো জ্বলাই দি যাওঁ; পিয়লা আদিও যোগাৰ কৰি দি যাওঁ। তুমি চাহ এপিয়লা নিজে কৰি খাবা দেই। মই দুটামান কাপোৰ ধুবলৈ লৈছোঁ। বেয়া পাবা?

কিয় বেয়া পাব বাৰু বৰুবাই? নিমিষাই সদায় কৰা চাহ-ভাতৰ কামবোৰত অকণমান লাগি দিবলৈ পালে বৰুবাই ভালেই পায়। বৰুবাই থিয় হৈ চাৰ্ট খুলি ক'লে ঃ আজি তেন্তে অলপ ঘৰুৱা কামকে কৰোঁ। মই চাহ কৰোঁ। তোমাকো দিম।

সকাহ পোৱাৰ হাঁহি মাৰিলে নিমিষাই । বৰুৱালৈ বৰ ভয় লাগি যোৱাকৈ চালে। বৰুৱা চাহৰ বস্তু যোগাৰ কৰাত লাগিল — নিজে ষ্টোভ জ্বলোৱাৰপৰা আৰম্ভ কৰি মাজে মাজে বাথৰুমৰ দুৱাৰৰ ওপৰেদি থকা ফুটাইদি চাহপাত ক'ত, চেনি ক'ত আদি সুধি থাকিল। এবাৰ বৰুবাই বাথৰুমত থকা নিমিষাক চাহ কৰাৰ পৰাই ক'লে ঃ তুমিতো মোক সোধাই নাই ; আজি কি হ'ল জানা?

ঃ কি হ'ল?

আৰ্টিস্ট দুজন টেক্সিত অনাৰপৰা শৰ্মাক বিচাৰি নোপোৱালৈকে সকলো কৈ গ'ল বৰুবাই।

বাথ-ৰুমৰ ভিতৰৰপৰা নিমিষাই ক'লে ঃ জানো কি কৰা তোমালোকে।

চাহ হ'ল। নিমিষাৰ ওলাবৰ হোৱাই নাই। বৰুবাই "চাহ চেঁচা হ'ল" বুলি কেবাবাৰো কোৱাৰ পিচত ওলাই আহিল। আহিয়েই ক'লে ঃ তুমি খোৱাচোন সোণ। মই একেবাৰে আঞ্জৰি হৈ লওঁ। গোসাঁইৰ আগত ধূপডাল লগাই লওঁ।

বৰুবাই আপত্তি নকৰিলে। শ্ৰীকৃষ্ণৰ সৰু ফ'টোখনৰ আগত নিমিষা ধূপ লগাবলৈ গ'ল। বৰুবাই চাহ খাবলৈ আৰম্ভ কৰিলে।

ঃ আজি সোনকাল হ'ল ধূপ লগোৱা।

ঃ হওক!

বৰুবাই চাহ খাই ওপৰলৈ চাই আকাশ-পাতাল গুণি বিচনাত পৰিল। ভৰিৰ জোতাও তেতিয়া খোলা নাই। হঠাৎ উচুপনি শুনি ঘূৰি চাই দেখে হাতত ধূপ লৈ উচুপিছে নিমিষাই। জাঁপ মাৰি উঠি বৰুৱা নিমিষাৰ ওচৰ পালেগৈ।

ঃ কি হ'ল নিমিষা ?

ঃ ধূপকিডাল নজ্বলে। ধূপ নজ্বলিলে মোৰ বৰ ভয় লাগে।

ধূপ নজ্বলিলেই, বিশেষকৈ এডাল জুইশলাৰে নজ্বলিলেই , নিমিষাই ভাবে ভগৱানে খং কৰিছে। নিমিষাৰ সেইটো ভয় বৰুবাই জানে। আজি কিন্তু নিমিষাৰ ভৰিৰ ওচৰত কেবাডালো কাঠি পৰি আছে। তথাপি ধূপ জ্বলা নাই। বৰুবাই চালে। জুইশলাবোৰ আজিকালি এনেয়ে বেয়া। তাতে নিমিষাৰ হাত তিতা। কেনেকৈ জ্বলে বাৰু? বৰুবাই নিজে এডাল জুইশলাৰে ধূপ জ্বলাই নিমিষাৰ মুখলৈ চালে। মুখত হাঁহি বিৰিঙাই নিমিষাই ক'লে ঃ মই গা ধূলে কি হ'ব; তুমি মোতকৈ বহুত পবিত্ৰ। ভগৱানে তোমাৰপৰা হে গ্ৰহণ কৰে।

ধূপ জ্বলাই উঠি নিমিষাই চাহ খোৱাৰ আগতে বৰুবাই খাই থোৱা থাল-পিয়লা ধুই ঠাইকণ নিকা কৰি পেলালে । ইতিমধ্যে বৰুবাই চোলাটো গাত সুমাই ক'লে ঃ মই আকৌ এবাৰ খবৰ কৰি আহোঁচোন—শৰ্মা ক'লৈ গ'ল।

নিমিষাই চঁক্ খাই বৰুৱালৈ চালে— যেন বৰুৱা যুদ্ধলৈ যাবলৈ হে ওলাইছে। বৰুৱাই হাঁহি ক'লে ঃ একো ভয় নাই। মই ওপৰ-মহলাত তেওঁৰ ঘৰতে হে খবৰ কৰি আহিম। দূৰলৈ নাযাওঁ।

ঃ কিমান সময় কৰিবা?

ঃ লগ পালে অকণমান দেৰি হ'ব। বহুত কথা পাতিব লগা আছে। নহ'লে পাঁচ মিনিট।

ঃ কি কথা পাতিবা?

ঃ ছবিখনৰ বিষয়েই।

ঃ ছবিখনৰ বিষয়েনো আৰু কিমান কথা পাতা? কাম দেখোন হৈয়ে আছে।

ঃ ঠিক নিয়মমতে হোৱা নাই।

ঃ হ'ব হে হে'ব। তুমি মিছাকৈ বেছি ব্যস্ত হোৱা। লগ পালে দেৰি হ'ব বুলি মোক খবৰ দি যাবাহি।

মূৰ জোকাৰি বাৰু বুলি কৈ বৰুৱা নিমিষাৰ ফালে আহিল - ওলাই যোৱাৰ আগতে চুমা খাই যোৱাৰ কৰ্তব্যটো কৰিবলৈ।

হাঁহি মাৰি নিমিষাই আঁতৰি দিলে ঃ মই বুজিছোঁ। নালাগে।

ঃ কিয়?

ঃ (হাঁহি মুখেৰে) মই কিমান পৰ গা ধুলোঁ দেখিছা?

এইটো আকৌ কি প্ৰশ্ন বুলি বৰুৱাই ভাবোঁতেই নিমিষাই আকৌ ক'লেঃ এতিয়াও চাহ মই খোৱা নাই দেখিছা?

বৰুৱাই এতিয়া হে মন কৰিলে যে নিমিষাই চাহ খোৱা নাই।

ঃ কিয়?

ঃ আজি এটা ব্ৰত আছে। গতিকে তুমি মোক এতিয়া মৰম কৰিব নালাগে।

এতিয়াহে বৰুৱাই বুজিলে। কিবা একোটা বিপদৰ সন্দেহ কৰি মাজে মাজে এনেকুৱা ব্ৰত নিমিষাৰ চলি থাকে। কলিকতাতো পাহৰা নাই।

ঃ আকৌ আৰম্ভ হ'ল নে?

ঃ তোমাৰ বিশ্বাস নাথাকিলে কি হ'ব? দেখিছিলা নে, আজি ধূপকে নজ্বলা হৈছিল?

ঃ অ', ব্ৰত নকৰাৰ কাৰণে ভগৱানে বেয়া পাইছে?

ঃ চুপ। উপলুঙা নকৰিবা।

হাতযোৰ কৰি "ভাল বাৰু"বুলি সেৱা কৰাৰ ভংগিৰে খন্তেক বৈ বৰুৱা ওলাই গ'ল।

জীৱনজিৎ বৰুৱাই গৈ দেখে কেমেৰামেন পাল আৰু আৰ্ট ডিৰেক্টৰ বাক্‌চিৰ লগত হাঁহি-ধেমালিত শৰ্মা মচগুল। আৰ্টিস্ট দুজন আনিও চুটিং ল'ব নোৱাৰাৰ কাৰণে বৰুৱাৰ যি চিন্তা, সেই চিন্তাই তেওঁলোকক অকণো আমনি কৰা নাই। এই পাল আৰু বাক্‌চিক প্ৰথমৰেপৰাই বৰুৱাই ভাল পোৱা নাই। দুইটাকে কিবা গুণ্ডা- চৰ্দাৰ যেন লাগে। আৰু বৰুৱাৰ বিশ্বাস, এই দুটা মানুহেই বেয়া বুদ্ধি কিছুমান দি শৰ্মাক নষ্ট কৰিছে। গুৱাহাটীত লগ পোৱা শৰ্মা আৰু কলিকতাত লগ পোৱা শৰ্মাৰ মাজত বহুত পাৰ্থক্য পাইছে বৰুৱাই।

ঃ বহক বৰুৱা।

ঃ বহোঁ বাৰু। কিন্তু সেই আৰ্টিস্ট দুজনক আনি আজি ঘূৰাই পঠোৱাটো বৰ বেয়া কথা হ'ল। আনকি টেক্সিৰ ভাৰাও তেওঁলোকেই দিব লগা হ'ল। মোৰ হাতত এটাও পইচা নাছিল।

হাঁহিলে শৰ্মাই ঃ ভয় নাখাব বৰুৱা। সেইবোৰ আৰ্টিস্ট আকৌ ঘূৰি ঘূৰি মোৰ ওচৰলৈকে আহিব।

ঃ কিন্তু কথাটো দেখিবলৈ বৰ বেয়া হ'ল।

ঃ একো নাই।

ঃ আপুনি আজি হঠাৎ যে ক'ৰবালৈ গুচি গ'ল। স্টুডিঅ'ৰ ভাড়াও এনেয়ে দিব লগা হ'ল।

ঃ হওক দিয়ক। আজি মোৰ এটা ডাঙৰ কাম হৈছে। এতিয়া ছবি হ'ব— খুব ভালকৈ হ'ব।

ঃ কিবা....

ঃ আপোনাক এতিয়াই ক'ব নোৱাৰোঁ। সময়ত ক'ম।— শৰ্মাই অৰ্থপূৰ্ণভাৱে পাল আৰু বাক্‌চিলৈ চালে।

পাল আৰু বাক্‌চিয়ে মূৰ দুপিয়াই সমৰ্থন কৰিলে যে এতিয়াই বৰুৱাক ক'ব নোৱাৰি।

জানিবলৈ বৰুৱাই কোনো নতুন আগ্ৰহ প্ৰকাশ নকৰিলে। কিন্তু ক'লেঃ মোক অলপ টকা লাগিছিল।

ঃ অ' এৰা। আপোনাক টকা দিয়া হোৱা নাই। আপোনাৰ ওপৰতে সকলো ভাৰসা। আপোনাকে আকৌ টকা-পইচাৰ অসুবিধাত পেলাইছোঁ।

শৰ্মা টকা আনিবলৈ বুলি ভিতৰলৈ গ'ল। অলপ পিচতে ভিতৰৰপৰা কেমেৰামেন পালক চিঞৰি মাতিলে। কিছু সময় দুয়ো কথা পাতি হাতত টকা দুশ লৈ ওলাই নৌ আহোঁতেই ভিতৰতে ডাঙৰকৈ শৰ্মাই ক'লে -

ঃ আপুনি অকলে যি পাৰে কৰক। মোৰ গা বৰ বেয়া লাগিছে। যায় যদি বৰুৱাকে লৈ যাওক।

কৈ কৈয়েই শৰ্মা ওলাই আহিল আৰু বৰুৱাক টকা দুশ দিলেহি। মিষ্টাৰ পালে অনুৰোধ কৰাদি বৰুৱাক বঙালীতে ক'লে ঃ আমি স্টুডিঅ'ত যিকিদিন পুৰাকৈ চুটিং কৰিব নোৱাৰিলোঁ, সেইকিদিনৰ ভাড়া কিছু কমোৱাৰ কাৰণে চেষ্টা কৰোঁগৈচোন ব'লক। শৰ্মাৰ গা ভাল লগা নাই কাৰণেহে আপোনাক অনুৰোধ কৰিছোঁ।

ছবিখন সংক্ৰান্ত কোনো কামকে কৰিবলৈ বৰুৱাৰ ভাগৰ নাই। কিন্তু আজি কিবা বৰুৱাৰ ভাল নালাগিল। শৰ্মাৰ কাৰণে অৰ্ধেন্দু পাল আৰু বাকৃচি বেছি বিশ্বাসী; বৰুৱাক নোকোৱা কথাও সিহঁতক কয়। এনেকুৱা ব্যৱহাৰৰ পিচতে সেই পালৰ লগতে যাবলৈ বৰুৱাৰ অকণো ভাল নালাগিল। ছবিৰ কামত শৰ্মাৰ লগত লগাৰ পিচত বৰুৱাই প্ৰথমবাৰৰ কাৰণে প্ৰত্যাখ্যান কৰিলে। বৰুৱাই ক'লে ঃ মই নাযাওঁ; আপুনিয়েই যাওক।

ঃ আপুনি ক'ৰবালৈ যাব নেকি এতিয়া? - পালে পুনৰ বৰুৱাক সুধিলে।

ঃ নাযাওঁ। ঘৰতে হে থাকিম।

শৰ্মাৰ তাৰপৰা নামি আহি নিজৰ ফ্লেটৰ সন্মুখত খট্‌খটীৰ ওপৰতে বৰুৱা খন্তেক ৰল। ভবিলে—নিমিষাই আজি ব্ৰত কৰিছে যেতিয়া, ৰাতিৰ সাজৰ ৰন্ধা-বঢ়াৰ কাম কিছু বৰুৱাই কৰিবই লাগিব। নিমিষাই নিজে নাখালে বেচেৰীৰ হতুৱাই ৰন্ধাই অকলে খাবলৈ বেয়া লাগে। বৰুৱা নোসোমাল। পোনে পোনে নামি টেক্সি এখনত গৈ লৰালৰিকৈ নিশা খাবৰ কাৰণে লুচি-ভাজি-মিঠাই আদি কিছু কিনি লৈ বৰুৱাই নিজৰ দুৱাৰত শব্দ কৰিলেহি। দুৱাৰৰ ফাকেদি প্ৰথমে জুমি চাই নিমিষাই দুৱাৰ খুলিয়েই ক'লে -

ঃ আহিলাই আজি? মই ঘৰটোকে মচি শেষ কৰিব পৰা নাই।

ঃ তুমিটো আজি ৰাতি ভাত নাৰান্ধা?

ঃ তুমি কেনেকৈ জানিলা?

ঃ তুমিতো এইবাৰেই প্ৰথম ব্ৰত কৰা নাই। আগেয়েও দেখিছোঁ নহয়।

ঃ মই সকলো যোগাৰ কৰি দিম। তুমি সোণ ৰান্ধি খাবা দেই।

বৰুৱাই হাঁহিলে। পিঠিৰ ফালে লুকাই থোৱা খোৱা-বস্তুবোৰ আগলৈ আনি দেখুৱাই ক'লে ঃ মই জানি-শুনি

যোগাৰ কৰি লৈ আহিছোঁ। তোমাৰ কাৰণে আনিছোঁ দৈ আৰু ছানাৰ মিঠাই। তুমি হে কোৱা মোৰ একো ঘৰুৱা কথা মনত নাথাকে বুলি।

নিমিষাৰ চকুত বৰুৱাৰ গোট খোৱা মৰমখিনি যেন চকুপানী হৈ বাগৰি পৰিব। ব্ৰত কৰি থকা অৱস্থাত বৰুৱাক স্পৰ্শ কৰি মৰম প্ৰকাশ কৰিব নোৱাৰিলে নিমিষাৰ চকুৰ চাৱনিত মৰমৰ তীব্ৰতা বাঢ়ে। খোৱা-বস্তুখিনি থ'বলৈ নি বৰুৱাই ক'লে ঃ তোমাৰ চকু দুটা বৰ মৰমিয়াল। চাই থাকিলে তোমাৰ ব্ৰত ভাঙি দিবৰ মন যায়।

চঁক্ খাই নিমিষা আঁতৰি যায়। সোণটো মোক তেনেকুৱা নকৰিবা আকৌ। তোমাৰ ভালৰ কাৰণে হে কৰিছোঁ।

স্পৰ্শেৰে দিব পৰা সকলোখিনি মৰম নিমিষাৰ চাৱনি আৰু মাতত যেন উপচি পৰিছে। নিমিষাৰ চকুৰেদি যেন মৰমৰ চকুপানী এই বাগৰোঁ - এই বাগৰোঁ।

ঃ চাবা, চকুপানী ওলাই যাব আকৌ।

ধেৎ বুলি নিমিষাই আঁচলখন খন্তেকৰ কাৰণে চকুত হেঁচি ধৰিলে।

এদিন, দুদিন, তিনি দিন গ'ল।

নিমিষাৰ ব্ৰত সাধাৰণতে এবেলাৰ বা এৰাতিৰ থাকে। এইবাৰৰ দৰে দিনৰ পিচত দিন ধৰি নিমিষাই কেতিয়াও ব্ৰত কৰা নাই। তিনি দিনলৈকে বৰুৱাই সহ্য কৰি আছিল। চতুৰ্থ দিনা দুপৰীয়া বৰুৱাৰ খং উঠা যেন দেখি নিমিষাই বৰুৱাক ৰান্ধি-বাঢ়ি খুৱালে। গালি খাই নিজেও খালে। কিন্তু ৰাতি বৰুৱাৰ সৈতে একেখন বিচনাত শুবলৈ তথাপি মান্তি নহ'ল। বৰুৱাই আৰু ধৈৰ্য্য ধৰিব নোঁৱাৰিলে। নিমিষাক টানি বিচনালৈ লৈ আহিল। টানি আনি বৰুৱা আচৰিত হ'ল। বতাহত গছ-পাত কঁপাদি গোটেই মানুহজনী কঁপিবলৈ ধৰিলে। মুখত যিমান আহিল সিমান শপত দিলে নিমিষাই। কান্দি কান্দি ক'লে ঃ মোক ক্ষমা কৰা সোণ। মই সকলো তোমাৰ মঙ্গলৰ কাৰণেই কৰিছোঁ, আমাৰ ভালৰ কাৰণেই কৰিছোঁ...

বৰুৱাৰ মনত কিবা খু-দুৱনি লাগিল। আজি তিনি দিনে নিমিষাৰ ব্যৱহাৰত বহুত কিবা আচৰিত পাইছে বৰুৱাই। ক'বলৈ লাজ লাগিলেও, এটাইতকৈ ডাঙৰ কথা হৈছে - নিমিষাই এই তিনি দিন শৰ্মালৈ আগৰ দৰে ভয় নকৰা হ'ল। পৰহি আহিছিল শৰ্মা। বৰুৱাই কাপোৰ পিন্ধোমানে নিমিষাই আগফালৰ কোঠাত শৰ্মাৰ লগত কথা পাতিলে। শৰ্মাই ক'লে ঃ বৰুৱা সঁচাকৈ প্ৰতিভা থকা মানুহ। তেখেতৰ অভিনয় বৰ ভাল হৈছে। জীৱনত তেখেতৰ সাধনা সফল হ'ব। খুব সোনকালে চুটিং শেষ কৰি টকা-পইচা দি বৰুৱাক গুৱাহাটীলৈ পঠিয়াই দিব। তাৰ মাজতে নিমিষাই হঠাৎ সুধিলে ঃ তেখেতৰ কিবা অ পকাৰ কোনোবাই কৰিব নেকি? শৰ্মাৰ উত্তৰ ঃ বৰুৱাৰ অপকাৰ কোনে কৰিব? কাৰ সাহ আছে। আপোনাৰ বৰুৱাক মই বেছি বিখ্যাত কৰি দিওঁ। তাৰ পিচত আপুনি লৈ যাব। আপোনাৰো কষ্ট হৈছে ইয়াত। নিমিষাৰ উত্তৰ ঃ মোৰ আৰু কষ্ট কি? সেইকণ কষ্ট সকলো ঘৈণীয়েকে কৰে, কৰিব পাৰে। এনেকুৱাকৈ শৰ্মাৰ লগত নিমিষাই কেতিয়াবা কথা পাতিব পাৰিব বুলি বৰুৱাই কল্পনাও কৰা নাছিল।

কালি আহিছিল শৰ্মা। বৰুৱাৰ লগত কথা পাতি আছিল। ভিতৰৰপৰা হঠাৎ ওলাই আহি নিমিষাই শৰ্মাক পোনে পোনে চাই প্ৰশ্ন কৰিছিল ঃ আমি কেতিয়া যাব পাৰিম? আপুনি সোনকালে এওঁৰ কাম শেষ কৰি দিয়ক দেই!

আজি শৰ্মাক খট্‌খটীয়েদি নামি যোৱা দেখি নিমিষাই নিজে আগবাঢ়ি গৈ ক'লে ঃ চিনেমাৰ ক্ষেত্ৰত প্ৰাণৰো সংশয় আছে নেকি? আমাৰ এওঁক কিন্তু বিপদৰ মুখত পেলালে আপোনাক মই শুদাই নেৰোঁ।

বৰুৱাই খুব ভালকৈ বুজে যে এইবোৰ কথাৰ অৰ্থ বৰুৱাক নিৰাপদে নি গুৱাহাটী পোওৱাগৈ। তথাপি শৰ্মাৰ লগত ইমান সহজভাৱে কেতিয়াৰপৰা নিমিষাই কথা পাতিব পৰা হ'ল? সিদিনা নিমিষা ছোৱালীকিজনীৰ লগত ফুৰিবলৈ যোৱাৰ পিচৰপৰাই বহুত কিবাকিবি হোৱা নাইনে? সেই ছোৱালীকিজনীয়ে নিমিষাক কিবা বুজালে নেকি? সেইদিনাৰপৰাই

নিমিষাৰ ব্ৰত; তাৰ পিচৰপৰাই শৰ্মাৰ লগত নিমিষাৰ কথা-বাৰ্তা! এইবোৰৰ অৰ্থ কি?

বাহিৰত শৰ্মাৰ মাত। ইমান ঘন ঘনকৈ শৰ্মা আহিবলৈ লৈছে কেলেই? নে সেইদিনা ছোৱালীকিজনীৰ লগত গৈ ক'ৰবাত নিমিষাই শৰ্মাক লগ পালে আৰু তাৰ পিচৰপৰাই এই পৰিৱৰ্তন! হ'বওতো পাৰে। তেনেকুৱা কিবা এটা হ'লে নিমিষাই তেওঁক কিয় ক'ব?

শৰ্মাই বাহিৰত মাতি আছিল। নিমিষাক টানি বিচনাত পেলোৱাৰ পিচত বেচেৰীয়ে কাউবাউ কৰি থকা অৱস্থাতে এৰি বৰুৱাই আহি শৰ্মাক বহিবলৈ ক'লে।

শৰ্মাৰ কথা দেখোন এক ধৰণৰ—

ঃ আপুনি কি কৰিছে বৰুৱা? আজি তিনিদিন ধৰি ঘৰতে সোমাই আছে। মই ইপিনে দিনে পাঁচশকৈ ভৰি স্টুডিঅ' বুক কৰি দেওলীয়া হৈছোঁ। আপুনি এইদৰে ঘৰত সোমাই থাকিলে হ'ব নে?

ঃ মই একো কাম কৰিব নোৱাৰোঁ। আপুনি যাওক। ওলাওক। — বৰুৱাই হাতৰ মুঠি টান কৰি শৰ্মাৰ ফালে চোঁচা ল'লে।

দৌৰি আহি নিমিষা দুয়োৰে মাজতে থিয় হ'ল। ঃ কি কৰিছা তুমি? ইমান খং কিয় তোমাৰ? (শৰ্মাক) যাওক আপুনি শৰ্মা, মই পঠিয়াই দিছোঁ।

ঃ ইমান খং কিহৰ? — শৰ্মাই বৰুৱাৰ ফালে চাই ক'লে।

ঃ আপোনাক কৈছোঁ নহয়, মই পঠিয়াই দিছোঁ। যাওক আপুনি। লগে লগে গৈ শৰ্মাক দুৱাৰমুখ পাৰ কৰি থৈ নিমিষা বৰুৱাৰ ওচৰ পালেহি। ক'লেঃ সোণ, তুমি মোৰ মূৰটো একেবাৰেই খাবা নেকি? তোমাৰ কাৰণে মই কিমানখিনি ত্যাগ কৰিছোঁ, তুমি কিয় নুবুজা সোণ!

ঃ সেইবুলি সেইটোৰ অসভ্য কথা মই সহ্য কৰিম নেকি?

ঃ তেনেকুৱা নকৰিবা সোণ। তুমি জানো মোক অকণো ভাল নোপোৱা? মোক যে তুমি কি বিপদত পেলাইছা। সেইবোৰ মানুহে এই আচহুৱা ঠাইত তোমাৰ কিবা অপকাৰ কৰে যদি মই বাৰু কি কৰিম? — হুকহুককৈ কান্দিবলৈ ধৰিলে নিমিষাই।

কিছুপৰৰ পিচতে বৰুৱাক লৈ নিমিষা শৰ্মাৰ ওচৰ পালেগৈ। কেমেৰামেন পাল বহি আছিল শৰ্মাৰ লগত। বৰুৱাক দেখিয়েই শৰ্মাই হাঁহি ক'লেঃ আজি বৰুৱাৰ কি খং! মাফ কৰিব দেই বৰুৱা। মই আপোনাক কোনো বেয়া অৰ্থত কোৱা নাছিলোঁ। কথা কওঁতে শৰ্মাই নিমিষাৰ ফালে চাই আছিল। বৰুৱা বহাৰ পিচত শৰ্মাই ক'লেঃ আপোনাৰ কাৰণেই বৈ আছিলোঁ। স্টুডিঅ'লৈ যাব লাগে, ফিল্ম কিনিব লাগে, আৰ্টিস্টৰ ৰিহাৰ্চেল কৰাব লাগে। মইনো কিমান কৰিম। আপুনি এওঁ পালৰ লগতে গৈ কিছু কৰি আহকচোন।

বৰুৱাই নিমিষাৰ ফালে চালে। নিমিষাই ক'লে ঃ যোৱা। কাম শেষ হ'লেই গুচি আহিবা। মই ঘৰতে থাকোঁ। পালৰ চকুত বিৰিঙি উঠা দুষ্টালিৰ হাঁহিটো তাৰ স্বভাৱৰ দোষ বুলি ভাবিলে বৰুৱাই। নিমিষাক নিজৰ ফ্লেটত থৈ নিমিষাই দুৱাৰ বন্ধ নকৰালৈকে বৈ থাকি, বৰুৱা কেমেৰামেন পালৰ লগত ওলাই গ'ল।

মিস্টাৰ পালৰ লগত বৰুৱা প্ৰথমে গ'ল স্টুডিঅ'লৈ। স্টুডিঅ'ৰ মালিকসকলতো দপদপাই আছে। এসপ্তাহমানৰ পইচাও বোলে দিবলৈ বাকী। মানুহজনৰ কি খং! খঙতে ক'লে ঃ এজনী ছোৱালী পালেই চুটিং এৰি স্ফুৰ্তি কৰিবলৈ যোৱা মানুহে কি ছবি পৰিচালনা কৰিব! শৰ্মাৰ বিষয়ে তেখেতে বোলে বহুত বদনাম শুনিছে। বৰুৱাক ক'লে, বৰুৱাৰ কথাও বোলে তেখেতে শুনিছে। বৰুৱা বোলে খুব ভাল মানুহ। ভাল মানুহ এইবোৰত থাকিব নাপায়। গতিকে বৰুৱাই ঘৈণীয়েকক লৈ গুচি যোৱা উচিত। স্টুডিঅ'ত কি কথা পাতিবলৈ গৈছিল, বৰুৱাই নাজানে। "আমাক আকৌ স্টুডিঅ' লাগে" আদি কথা কিছু মিস্টাৰ পালে কোৱাৰ পিচত স্টুডিঅ'ৰ মালিকে পৰিষ্কাৰকৈ কৈ দিলে যে আগৰ বাকী টকাখিনি

আগতে দিয়াৰ পিচত হে আন কথা হ'ব। তাত এঘন্টামান কটাই বৰুৱাক লৈ মিস্টাৰ পাল ডাক্তৰ কাকতীৰ কেম্প পালেগৈ। তাত গৈ মিস্টাৰ পালে সেইদিনা মাতি অনা আৰ্টিস্ট কিজনৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰিলে। ক'লে যে বিশেষ অসুবিধাত পৰি সেইদিনা চুটিং বন্ধ কৰি দিব লগা হ'ল। তাৰ পিচত ডাক্তৰ কাকতীয়ে বৰুৱাক নিলগাই মাতি নি শৰ্মাৰ ছবিৰ বিষয়ে দুই-এটা প্ৰশ্ন কৰিলে। বৰুৱাৰ মনটো ভাল লাগি থকা নাছিল। একো লুকাবলৈ চেষ্টা নকৰি বহুত আগত কথা কৈ দিলে। ডাক্তৰ কাকতী অলপ গহীন হ'ল। বৰুৱাক ক'লে ঃ তুমি মোৰ ল'ৰাৰ লগৰ ল'ৰা। একে ঠাইৰে মানুহ। সেই কাৰণেহে কৈছোঁ, সোনকালে যোৱাৰ চেষ্টা কৰা। ঘৈণীয়েৰাক পাৰা যদি আগতে পঠিয়াই দিয়া। চিনেমাৰ জগৎখন এনেকুৱা যে ইয়াত ভাল মানুহ থাকিব নোৱাৰে বুলিয়েই মানুহে ভাবে। বহুতে বহুত কথা উলিয়াব। কাইলৈকে ধৰাচোন, ঘৈণীয়েৰাৰ বিষয়ে কিবা এষাৰ এনেয়ে উলিয়াই দিলেও চিৰ-জীৱনলৈ তোমাৰ ঘৰুৱা অশান্তি নহ'ব নে?

বৰুৱাৰ মনটো একেবাৰে কেনেবা হৈ গ'ল। কথাটো অকণো মিছা নহয়। নিমিষাৰ চিনেমাত কোনো কাম নাই। আহি আছেহি শৰ্মাৰ ফ্লেটৰ তলৰ মহলতে। ধুনীয়া ঘৈণীয়েকক পৰিচালকৰ সৈতে প্ৰেম কৰিবলৈ দি বৰুৱাই সুবিধা গ্ৰহণ কৰিছে বুলি কোনোবাই কথা উলিয়ালে বৰুৱাই কেনেকৈ সেইবোৰ মানুহৰ মুখ বন্ধ কৰিব? নিমিষাৰ চৰিত্ৰ কিমান ভাল সেই বিষয়ে কোনে চাবলৈ যাব? আৰু, ভালকৈ ভাবি চাবলৈ গ'লে, এই প্ৰলোভনৰ মাজত থাকি এদিন যদি নিমিষাৰ মনৰো পৰিবৰ্তন আহে, তেন্তে তাৰ কাৰণে বৰুৱাই দায়ী নহ'ব নে? যিটো মানুহক প্ৰথমতে নিমিষাই সহ্য কৰিব নোৱাৰিছিল, সেইটো মানুহৰ সৈতে এতিয়া সহজভাৱে নিমিষাই কথা পাতিবলৈ বাধ্য হোৱাটো বৰুৱাৰ কাৰণেই হোৱা নাই জানো? আজিয়েই এতিয়া নিমিষাক অকলে এৰি থৈ আহিছে। শৰ্মাই যদি এই সুবিধা গ্ৰহণ কৰে? বৰুৱাৰ মনটো চিৰিং কৰি গ'ল। সেই মানুহটোৱে কৰিব নোৱাৰা কাম একো নাই। বৰুৱাৰ একো অনিষ্ট কৰিবলৈ এতিয়ালৈকে সুবিধা পোৱা নাই কেৱল বৰুৱাৰ চৰিত্ৰৰ কাৰণে আৰু নিমিষাৰ মনৰ পবিত্ৰতাৰ কাৰণে। বৰুৱাই নিজকে বুজালে যে ইমানখিনি হ'বগৈ নিশ্চয় নোৱাৰে। তাৰ আগতে শৰ্মাৰ মূৰ গুৰি কৰি দিব। কিন্তু সম্ভাৱনা যে আছে, সেইটো সত্য।

তাৰপৰা মিস্টাৰ পালৰ লগত বৰুৱা গ'ল শ্যামবজাৰলৈ - কোনোবা এক্সট্ৰা আৰ্টিস্ট খবৰ কৰিবলৈ। মুঠতে পূৰা পাঁচ ঘন্টাৰ মূৰত বৰুৱা আহি পাওঁতে নিমিষাই তিতা গাৰেই আহি দুৱাৰ খুলি দি ক'লে ঃ ইমান দেৰি কৰিলা?

ঃ মই বাৰু দেৰি কৰিলোঁ। কিন্তু তুমি গা ধুই ধুই মৰিব খুজিছা নেকি?

কিবা এটা ক'ব খুজি নিমিষা ৰৈ গ'ল! বৰুৱাই লক্ষ্য কৰি ক'লে ঃ কোৱা কি ক'ব খুজিছা?

ঃ নাই নালাগে। তোমাৰ খং উঠিব।

ঃ নুঠে; কোৱা।

ঃ মই ক'ব খুজিছিলোঁ— মাৰিবলৈকে তুমি মোক কলিকতালৈ অনা নাছিলা জানো?

ঃ কেলেই সেইদৰে ক'ব খুজিছিলা?

ঃ ইতিমধ্যেই মই আধা-আধি মৰি গৈছোঁ যেন লাগিছে।

সঁচাকৈ, নিমিষাজনী বৰ খীণাইছে। ক'লা পৰি গৈছে।

ঃ তুমি আজিকালি মোৰ লগত নোখোৱাই হ'লা। কি খোৱা? নে একেবাৰে খাবলৈ বাদ দিছা?

নিমিষাই হঠাৎ ভয় খাই জিকাৰ মাৰি উঠিল। বৰুৱাই ব্যস্ত হৈ বাহুত ধৰি সুধিলে ঃ কি হ'লঃ তিতা কাপোৰেৰে থাকি জাৰ লাগিছে চাগৈ।

ঃ নহয় হে। চাওঁ এৰি দিয়াচোন।

বৰুৱাই এৰি দিলে। ক'লে ঃ তেন্তে কি হ'ল?

ঃ মানে, মানে মাজে মাজে মোৰ আজিকালি বৰ ভয় লাগে।

বৰুৱাই আচৰিত হৈ সুধিলে ঃ কিয়?

নিমিষাই এবাৰ এবাৰকৈ কথা যুকিয়াই তললৈ মূৰ কৰি কৈ গ'ল ঃ ঠিক বুজাব নোৱাৰোঁ। কিন্তু ভয় লাগে।

ঃ বাৰু, মই এতিয়া আছোঁ নহয়; ভয় নাই।— বৰুৱাই ভাবিলে বৰুৱা ওলাই গ'লে বিপদত পৰে বুলিয়েই নিমিষাৰ ভয়। এতিয়া বৰুৱা ঘৰত থাকোঁতে কিহৰ ভয়?

ঃ নহয় জানা, তুমি ওচৰত থাকিলেহে বেছি ভয় লাগে। তুমি মোক মৰম কৰিব খুজিলে বেছি ভয় লাগে। এতিয়া তুমি মোক বাহুত ধৰোঁতে মই ভয় খাই গ'লোঁ।

হঠাৎ নিমিষাই কান্দি দিলে। ফেকুৰি ফকুৰি ক'বলৈ ধৰিলে ঃ তোমাৰ মৰম মই ইমান বিচাৰোঁ! অথচ তুমি মোক কেনেকুৱা কৰিলা। তোমাৰ মৰমলৈ ভয় লগা কৰিলা। তুমি মোক খালা খালা খালা। তুমি মোক কি কৰিলা! উস্ বুলি ধাঁচকৈ পৰি গ'ল নিমিষা। বৰুৱাই ধৰিবলৈ সময়কে নেপালে। সাউৎকৰে বৰুৱাই নিমিষাৰ মূৰটো কোলাত লৈ মজিয়াতে বহি দিলে। নিমিষা অজ্ঞান। বৰুৱা বিবুদ্ধি হ'ল। নিমিষাৰ মূৰটো মজিয়াতে থৈ লৰালৰিকৈ পানী এবাল্টি আনি নিমিষাৰ চকুৰে-মুখে মাৰি দিলে। নিমিষাৰ মূৰটো আকৌ কোলাত ললে। হঠাৎ সাৰ পোৱাদি নিমিষাই চকু মেলি বিৰবিৰকৈ কৈ গ'লঃ কি ক'লে? বৰুৱাৰ অভিনয় ভাল হ'ব? কাম শেষ হৈ আহিছে? আমি যাব পাৰিম? বৰুৱাৰ বিপদৰ ভয় নাই? বাৰু তেন্তে। ঠিক আছে। কিন্তু সাৱধান..

বৰুৱাৰ চকুপানী বৈ আহিল। "নিমি" বুলি জোৰেৰে সাবটি ধৰি হুৰাওৱাৰে কান্দি দিলে বৰুৱাই। কান্দি কান্দি ক'লে ঃ মই আদৰ্শ আদৰ্শ কৰি তোমাক চাবলৈ পাহৰি গৈছোঁ নিমি!

নিমিষাই লৰালৰিকৈ উঠি চকুপানী মচি দিলে। মুখেৰেও কৈ থাকিল ঃ ধেৎ, তুমি একো কৰা নাই। মোৰ একো হোৱা নাই। মই তোমাৰ নিমি হৈ আছোঁ। ধেৎ, শুনা আকৌ নাকান্দিবা! কান্দিলেহে তুমি মোক অন্যায় কৰা হ'ব।

নিমিষাৰ কথা কাণত পৰিছিল বৰুৱাৰ। বহাৰ পৰা উঠিল বৰুৱা। শাড়ী এখন আনি দি ক'লে ঃ প্ৰথমতে কাপোৰ সলোৱা। তিতা কাপোৰ পিন্ধি নাথাকিবা। তোমাৰ গাটোও গৰম।

বাধ্য ছোৱালীৰ দৰে নিমিষাই কাপোৰ সলালে। কন্দা বন্ধ হোৱাৰ পিচতো বাগৰি থকা চকুপানী দুয়ো দুয়োকে মচি দিলে। কোনো কথা নপতাকৈ দুয়ো বহুত পৰ মুখামুখিকৈ বহি থাকিল। তেতিয়া সন্ধ্যা প্ৰায় সাত বাজিছিল। বৰুৱাই ভাবিছে, কেনেকৈ ডাক্তৰ এজন অনা যায়! নিমিষাক এই অৱস্থাত অকলে এৰি যোৱা ইচ্ছা নাই। হঠাৎ যদি আকৌ অজ্ঞান হৈ যায়। নিমিষাৰ কাৰণে শৰ্মাক একো অনুৰোধ বৰুৱাই কৰিব নোখোজে। কিবাকিবি বহুত সন্দেহ বৰুৱাৰ মনত থুপ খাইছে। কেনেকৈ কি কৰা যায় এতিয়া? নে ৰাতিপুৱালৈকে অপেক্ষা কৰিব? হঠাৎ বৰুৱাৰ মনত পৰিল ডাক্তৰ কাকতীৰ কথা। কলিকতাতে বহুত দিন ডাক্তৰি কৰি যোৱা মানুহ। আন ক'ৰবাত দেখুৱাবলৈ হ'লেও বুদ্ধি-পৰামৰ্শ দিব পাৰিব। নিমিষাকো লৈ গ'লে কেনে হয়? অকলে এৰি যোৱাতকৈ বহুত ভাল হ'ব। ডাক্তৰৰ ওচৰলৈ নিওঁ বুলিলেই পইচা খৰচ হোৱাৰ ভয়ত নিমিষাই আপত্তি কৰিবই। বৰুৱাই বুদ্ধি সাজিলে।

ঃ নিমি, অলপ ফুৰি আহোঁ ব'লা। ভাল লাগিব!

ঃ তোমাৰ এতিয়া কাম নাই?

ঃ নাই।

ঃ শৰ্মাই বিচাৰে যদি কিবা কাৰণত?

বৰুৱাৰ ক'বৰ ইচ্ছা হৈছিল, শৰ্মাই বিচৰালৈ তোমাৰ ইমান চিন্তা কিহৰ! কিন্তু বেচেৰীৰ অৱস্থাটো দেখি নক'লে।

ঃ আজি বিচাৰিবলগীয়া একো নাই।

ঃ ব'লা তেন্তে। তুমি....বাৰু, লগতে ময়ো, কোনোবা ৰেস্টুৰাঁত খাই আহিমহঁক। ৰাতি বান্ধিবৰ মন যোৱা নাই।

## এই গতি নিৰবধি

ধুনীয়াকৈ সজ্জি-কাচি ওলাল নিমিষা। বৰুৱাৰ ভাব হ'ল, এই মানুহজনীৰ বেমাৰ বুলি ডাক্তৰক কোৱাই টান হ'ব। কেৱল মুখলৈ ভালকৈ চালে বুজিব পাৰি যে মানুহজনীৰ গাত তেজ অকণো নাই।

আকাশৰ জোন-তৰাৰ লগত প্ৰতিযোগিতাত কলিকতাৰ বাটৰ দাঁতিয়ে দাঁতিয়ে, ঘৰে-বাহিৰে থকা লাইটবোৰ জিলিকিছে। সেই লাইটবোৰ পাৰ হৈ মানুহৰ চকু আকাশলৈ যাবই নোৱাৰে। কিছুদূৰ খোজকাঢ়ি যোৱাৰ মন গৈছিল বৰুৱাৰ। কিন্তু নিমিষা ভাগৰি পৰিল। এখন টেক্সি পাই দুয়ো উঠিল। নিমিষা ইমান ভাগৰি পৰিছিল যে টেক্সিত উঠিয়েই এলাই পৰিল।

ডাক্তৰ কাকতীৰ কেম্পৰ আগত টেক্সি ৰখাই বৰুৱাইঁত নামিল। পকা দেৱালেৰে ঘেৰা আহল-বহল বাৰীৰ মাজত ডাঙৰ ঘৰটোলৈ চাই নিমিষাই কাৰ ঘৰ সুধিলে। নগাঁৱৰে এজন চিনাকী মানুহ আছে বুলি বৰুৱাই ক'লে। চিনেমা কৰিবলৈ অহা মানুহ বুলি বৰুৱাই ইচ্ছা কৰি নক'লে। চিনেমাৰ মানুহ বুলি ক'লেই নিমিষা সোমাবই নুখুজিব বুলি বৰুৱাৰ সন্দেহ হ'ল।

চকীদাৰটোক ডাক্তৰ কাকতীৰ কথা সুধিলত সি দুয়োকে বাট দেখুৱাই লৈ গ'ল। ভাগ্য ভাল যে 'ডাক্তৰ' শব্দটো নিমিষাই মন নকৰিলে। এটা আহল-বহল কোঠাত মেজৰ দুয়োকাষে বহি ডাক্তৰ কাকতী আৰু তেখেতৰ পৰিবাৰে কথা পাতি আছিল। বৰুৱাক দেখিয়েই কাকতীয়ে মৰমেৰে মাতিলে ঃ আহা জীৱন! এইমাত্ৰ এওঁক কৈছিলোঁ অলপ আগতে তুমি কেমেৰামেন পালৰ লগত আহিছিলা বুলি। অ' শ্ৰীমতীকো লৈ আহিছা বুলি কোৱা নাই কেলেই? সোমাই আহা। বহা বহা। এওঁৰ নাম কি? নিমিষা। বাঃ, বৰ ধুনীয়া নাম। হেৰা, নিমিষা তেন্তে তোমাৰ আলহী, আৰু এওঁ জীৱন বোপা মোৰ। নিমিষাক তোমাৰ মহললৈ নিয়া। তেওঁ আমাৰ কথাত কি ৰস পাব?

ডাক্তৰ কাকতীৰ পৰিবাৰে নিমিষাক গালে-মুখে মৰম কৰি ভিতৰলৈ লৈ গ'ল। গোটেই কেম্পটোত এটা ঘৰুৱা পৰিবেশ। আন কথা পতাৰ আগতে নিমিষা নথকাৰ সুযোগ লৈ বৰুৱাই ডাক্তৰ কাকতীক নিমিষাৰ অসুখৰ কথা ক'লে। কাকতীয়ে আশ্বাস দি ক'লে ঃ বাৰু বহা, চাম বাৰু। এনেয়েও হ'ব পাৰে। একো ভয় নাই। এঃ, তুমি ফোন কৰি দিয়া হ'লে মৰেই গ'লোঁহেঁতেন নহয়।

এৰা, হুলস্থূলত বৰুৱাৰ মনতে পৰা নাছিল যে ডাক্তৰ কাকতীক ফোন কৰিও মাতিব পাৰি।

চাহ আৰু খোৱা বস্তু লৈ কাকতীৰ পৰিবাৰ ওলালহি। শকতকৈ বয়সস্থা মিঠা মানুহগৰাকী। পাচে পাচে নিমিষা। হাঁহি হাঁহি তেখেতে বৰুৱাক ক'লে ঃ নিমিষাৰ দেখিছোঁ বৰ মৰম তোমালৈ। অকণমান বহিয়েই তোমাক চাই যাবলৈ উঠিছিল। মই কিয় বুলি সুধিলত কৈছিল, তুমি খং উঠি গুচি যাব পাৰা বুলি। মই চাহ কৰোঁতেও তুমি কিমান চেনি খোৱা, কি খাই ভাল পোৱা, কৈয়ে ৰক্ষা নাই। বৰ মিলিছা দুইটা।

নিমিষাই লাজতে তলমূৰ কৰিলে। এটাও কথা নোকোৱাকৈ বৈ থাকিল।

ঃ দেখিলা নহয়? ব'লা এতিয়া চাহ খোৱাগৈ তুমিও। — এই বুলি নিমিষাক মূৰত হাত ফুৰাই কাকতীয়নীয়ে লৈ গ'ল। স্ত্ৰী-পুৰুষক একেলগে চাহ দিয়া আধুনিকতা কাকতীৰ তাত চলা নাই। হঠাৎ কাকতীয়ে সুধিলে ঃ মিনিষা প্ৰেগনেণ্ট নেকি?

বৰুৱাই লাজ কৰি ক'লে ঃ নহয়।

ঃ আগৰেপৰা এনেকুৱা তেজ নাইকিয়া নে?

ঃ নহয়, আজি এমাহমানৰপৰা হে।

ঃ তেজ নোহোৱাৰ কাৰণেই দুৰ্বল। তাতে খং উঠি চাগৈ অজ্ঞান হৈ গ'ল।

ঃ হ'ব পাৰে। কিন্তু ভয়টো যে ইমান বেছি হৈছে।

ঃ বাৰু, চাম বাৰু।

চাহ খাই নিমিষা ওলাই আহিল। পাচে পাচে হাঁহিমুখে কাকতীয়নী।

ঃ হেৰা জীৱন, এওঁ মোক কি সুধিছে জানা? মোক কি বুলি মাতিব সুধিছে।

বৰুৱাই সুযোগটো ল'লে। ক'লে ঃ এখেতসকলক মই খুড়া আৰু খুড়ী বুলি মাতোঁ। আমাৰ একেবাৰে আপোনেই বুলিবা। নগাঁৱত আমাৰ একে চুবুৰীতে ঘৰ আমোলাপট্টিত।

ঃ ময়ো ভাবিছিলোঁ, খুব আপোন সম্বন্ধ এটা ধৰিম বুলি। ইমান ভাল লাগিছে। এখেতসকলেও চিনেমা কৰিব বোলে। কিন্তু আমাৰ তাতকৈ ইমান বেলেগ কিয়? ইয়াত ইমান ভাল লাগে।

ঃ শুনা, খুড়া ডাক্তৰ, জানা নহয়?

ঃ এতিয়া জানিছোঁ।

ঃ তোমাক দেখুৱাওঁ বুলি লৈ আহিছোঁ।

ঃ মোকতো একো হোৱা নাই।

ঃ গলহেকাৰি মাৰি কাকতীয়ে ক'লে ঃ বাৰু বাৰু; মোৰ ভতিজা বোৱাৰীজনীৰ কি হৈছে মই নিজেই চাম; তোমালোকে তৰ্ক কৰিব নালাগে। জীৱন, হেৰা তুমিও খুড়ী-শাহু, তোমালোক দুয়ো ওলোৱাচোন। বহা-কোঠালৈ যোৱা। মই ইয়াতে ডাক্তৰী আৰম্ভ কৰোঁ।

কাকতীৰ কথাৰ ভংগিত নিমিষাই হাঁহি দিলে। বৰুৱা আৰু কাকতীয়নী আগফালৰ বহা ঘৰ পালেগৈ।

প্ৰায় আধা ঘণ্টা। কাকতীয়নী আৰু বৰুৱাই কাকতীৰ ৰোগীচোৱা শেষ হোৱালৈ অপেক্ষা কৰি থাকোঁতে বিশেষ একো কথা পতা নাছিল। এনেয়ে সময় কটাবলৈ ইটো-সিটো কথা পাতি আছিল। মাত্ৰ মাজতে কাকতীয়নীয়ে ক'লে ঃ দুয়ো ভাত খাই যাবা। ঘৰত ৰান্ধিলেগৈ হে হ'ব। নিমিষাক ক'লত তাই ভালেই পাইছে বুলি ক'লেই সৰল ছোৱালী বেচেৰী। মনৰ কথা লুকুউৱা নাই; কৈ দিছে।

আকৌ এবাৰ ক'লে ঃ নিমিষাক চাইছে বুলি ভাবিছা হ'বপায়? কিবা ফুচুৰি কথা উলিয়াই হাঁহি আছে চাগৈ। তেখেত কেনেকৈ বেমাৰী চায় মই জানো নহয়। কথা পাতিবলৈ পালে একো নালাগে।

এইবোৰ কথা পাতি থাকোঁতেই কাকতীৰ চেগুল চোঁচোৱাই অহা শব্দ শুনা গ'ল। পিঠিত থপৰিয়াই থপৰিয়াই আনি কোঠাটোৰ মাজত থিয় কৰাই ক'লেঃ কি বেমাৰটো হ'ব? একো নাই। মই আকৌ বোলোঁ মোৰ জ্ঞানে ঢুকি পোৱাৰ ভিতৰৰ বেমাৰ নহে লাজেই পাওঁ নেকি? জীৱন বোপা, তুমি দেখিছোঁ কেতিয়াবা গাখীৰবোৰ বগা দেখিছা বুলিও চিকিৎসা কৰাবলৈ আহিবা— গাখীৰ বগা দেখাটোও বেমাৰ বুলি ভাবি।

কাকতীৰ লগতে নিমিষাকে আদি কৰি সকলোৱে প্ৰাণ খুলি হাঁহিলে। নিমিষাই যে হাঁহি ৰাখিবকে নোৱাৰে। কোনোমতে হাঁহি বন্ধ কৰি ক'লে ঃ বহুত দিনৰ মূৰত ইমানকৈ আজি প্ৰথম হাঁহিলোঁ।

ঃ ৰ'বা, ৰ'বা। দৰৱ হিচাপে এওঁলোকক ইয়াতে ভাত খুৱাই পঠিয়ালে কেনে হয়?

ঃ আপুনি নেলাগে ক'ব। মই আগতেই ক'লোঁ। — কাকতীয়নীয়ে গৰ্বেৰে ক'লে।

ঃ তেন্তে এওঁক হাঁহি হাঁহি বহি থাকিবলৈ দিছা কেলেই? ৰন্ধা-বঢ়াত লগাই দিয়াগৈ। আৰু, আমাৰ অভিনেত্ৰী-অভিনেতাসকলক যিকিজন আছে, তেওঁলোকক চিনাকি কৰাই দিয়া।

হঠাৎ নিমিষাই আপত্তি কৰি ক'লে ঃ নালাগে। চিনেমাৰ মানুহ লগ পাই আমনি লাগিছে। আজি ভাত ৰন্ধাতে আপোনাক সহায় কৰি দিওঁ।

ঃ বেচ সেয়ে হওক। কিন্তু কি ক'লা তুমি? চিনেমাৰ মানুহ বেয়া পোৱা? ময়ো-আমিও দেখোন চিনেমাৰ মানুহহে! — অভিনয়ৰ ভংগিৰে নিমিষালৈ কুঁজা হৈ চাই কাকতীয়ে ক'লে।

ঃ আপোনালোকৰ কথা একেবাৰে বেলেগ। - নিমিষাই সঁচাই অন্তৰৰপৰা ক'লে।

## এই গতি নিৰবধি

নিমিষাক লৈ কাকতীয়নী ওলাই গ'ল। তেওঁলোক গ'লত কাকতী গহীন হ'ল। বৰুৱাক মাতিলে ঃ আহা। — দুয়ো আকৌ কাকতীৰ কোঠাটো পালেগৈ।

বৰুৱাক প্ৰথম সুধিলে কাকতীয়ে ঃ তুমি অকল বয়সত হে ডেকা, নে ডেকাৰ সাহো আছে? মানে, তোমাক যদি মই এতিয়া কওঁ যে তুমি এদিন মৰিবা, তেন্তে তুমি ভয়তে আগতে মৰাৰ নিচিনা হ'বা নেকি?

হাঁহি বৰুৱাই উত্তৰ দিলে ঃ নহওঁ।

ঃ তেন্তে বেচ। শুনা তেন্তে। এইবুলি কাকতীয়ে গুপুত কথা কোৱাদি কৈ গ'ল যে ভয়ৰ বিশেষ কাৰণ নাই যদিও কাকতীয়ে নিমিষাক ভালকৈ কিছুদিন চিকিৎসা কৰাব লাগে বুলি ভাবে। এতিয়াই। দেখাত নিমিষাৰ কেৱল এনিমিয়া আছে। কিন্তু, কাকতীৰ খুব সন্দেহ যে নিমিষাৰ মানসিক কিবা অসুখ হৈছে। নাই, বলিয়া হোৱা নাই। কিন্তু কিবা অসুখ হৈছে। ইয়াৰে ভাল চাই মানসিক ৰোগ-চিকিৎসক এজনক কাইলৈ নিমিষাক দেখুৱাবা। নহ'বও পাৰে; কি সন্দেহ আঁতৰাই থোৱা ভাল। অকলশৰীয়া হৈয়েই বোলে নিমিষাই প্ৰথম কাকতীক সুধিলে বৰুৱাৰ অভিনয় ভাল হ'ব নে? তাৰ পিচত বৰুৱাৰ কিবা বিপদ আছে নেকি, বৰুৱাক কোনোবাই অনিষ্ট কৰিব নেকি, সোনকালে ছবি শেষ কৰি ঘৰলৈ যাব পাৰিব নেকি - আদি প্ৰশ্ন। সকলো প্ৰশ্নৰে উত্তৰ নিমিষাই বিচৰাৰ নিচিনাকৈয়ে কাকতীয়ে ইচ্ছা কৰি দিলে। তাৰ পিচত নিমিষাই ভয় কৰি কাষতে থকা চালপীৰাখনত ওপৰলৈ মুখকৈ পৰি দিলে। "মই পৰীক্ষা কৰিবলৈ তুমি শুব নালাগে, উঠা" বুলি কাকতীয়ে ক'লত নিমিষাই আচৰিত হৈ ক'লে, "আপুনি হে মোক গঁতা মাৰি ইয়াত পেলাই দিলে।" এইবোৰ অসংলগ্ন কথা বৰ ভাল লক্ষণ নহয়। তাৰ পিচতো প্ৰশ্ন কৰি কাকতীয়ে বুজিলে যে অকলে বৰুৱাৰ লগত থাকিবলৈ নিমিষাৰ ভয় লাগে— বিশেষকৈ বৰুৱাই জোৰ কৰি মৰম কৰে বুলি। আনকি সেই ঘৰটোত ৰাতি বৰুৱাৰ লগত অকলে থাকিবলৈও ভয় কৰে। এই লক্ষণটোকে এটাইতকৈ বেয়া দেখিছে ডাক্তৰ কাকতীয়ে।

সকলো কৈ উঠি কাকতীয়ে ক'লে ঃ আন মানুহ হোৱা হ'লে নকলোহেঁতেন। ভয় খাব পাৰেতো মানুহে। তুমি পিচে ভয় খোৱা মানুহ নহয় যেন লাগি হে কৈছোঁ। বিশেষকৈ, তুমি ইয়াত অকলে আছা যেতিয়া, ৰোগটোৰ বিষয়ে জানি থলে বেছি যত্ন ল'ব পাৰিবা। এতিয়াই ধৰা, নিমিষাক কেতিয়াও একেখন বিচনাত শুবলৈ নামাতিবা। তাই আকৌ অজ্ঞান হ'ব পাৰে। সজ্ঞানে বাধা দি ৰাখিব নোৱাৰিলেই অজ্ঞান হৈ নজনা হৈ থাকিবলৈ বিচাৰিব।

কি ভাগ্যৰ বলত কাকতীৰ ওচৰলৈ অহাৰ কথা বৰুৱাই ভাবিলে বাৰু? আহি কিমান উপকাৰ হ'ল বৰুৱাই এতিয়াহে বুজিলে। মানসিক কিবা বিকৃতি হ'বলৈ আৰম্ভ হৈছে বুলি বৰুৱাৰ দৃঢ় বিশ্বাস হ'ল। কাৰণ, আজি কিছুদিনৰ পৰা নিমিষাৰ এটাইবোৰ পৰিবৰ্তন হঠাৎ মনত পৰি গ'ল। কাকতীৰ স'তে কথা পাতোঁতে মাজে মাজে বৰুৱা অন্যমনস্ক হৈ গ'ল। এবাৰ কাকতীয়ে বৰুৱাক ক'লে ঃ আহা চোন জীৱন, এওঁলোকে কি ভোজ ৰান্ধিছে চাওঁগৈ।

দুয়ো গৈ দেখে, ৰন্ধা শেষ কৰি নিমিষাই-কাকতীয়নীয়ে বহি লৈ কথা পাতিছে। নিমিষাই কাপোৰ সলাই কাকতীয়নীৰ এযোৰ পিন্ধি লৈছে। কাকতীয়ে ক'লে ঃ তুমি দেখোন কাপোৰ সলালা? বহিবলৈ পালেই শুবলৈ বিচৰাটো কৰিব খুজিছা নেকি?

ঃ থাকিম ইয়াতে। বেয়া পাব নেকি?

ঃ সেইটো ভাবি চাব লাগিব। হয় নে হেৰা,এওঁবিলাকক ৰাতিখন নো পঠিয়াই দিওঁ কেলেই? তোমাৰ কোঠাতে নিমিষা, আৰু মোৰ তাত জীৱন দেখোন মাটিয়ে-বালিয়ে পৰি থাকিব পাৰে।

ঃ পৰি থাকিব পাৰে আৰু কি? থাকিবই। ৰাতিখন অকলে কিয় পঠিয়াম? সৰু ছোৱালীৰ দৰে আনন্দতে হাত চাপৰি মাৰি নিমিষাই ক'লে ঃ খুব ভাল হ'ব। কিন্তু আপোনালোকক প্ৰথম দিনাই বৰ আমনি দিছোঁ নেকি!

ঃ হেঃ আচল কথাটো কি নাজানা? আমাৰ ইয়াত মুঠতে ত্ৰিশজন মানুহ আছিল। আজি পোন্ধৰ জনমান কাম শেষ কৰি গ'লগৈ। খালী খালী লাগিছে। এনেয়ে আই ইমানখিনি মৰম নকৰোঁ। হয় নে জীৱন , তোমাৰ ফ্লেটত আকৌ চুৰি

হ'ব পৰা কিবা বস্তু আছে নেকি? তাততো আৰু কোনো নাই।

নিমিষাই তপৰাই ক'লে ঃ মোৰ টকাখিনি, কাপোৰবোৰ!! আঙঠি দুটা আৰু চেইন এডালো আছে।

ঃ এ, সেইটো যে বৰ ভাল কথা নহ'ব। কলিকতাত একো বিশ্বাস নাই। তোমালোকক যাবলৈ দিবৰ মন যোৱা নাই; কিন্তু ........

কাকতীয়নীয়ে সহজভাৱে ক'লে ঃ কিহৰ কিন্তুটো আকৌ! কিনো তেওঁলোকৰ চিৰদিনীয়া ঘৰখন। দামী বস্তু থকা বাকচ দুই-এটা আছে, এতিয়া জীৱন গৈ লৈ আহিব পাৰে দেখোন। কেইমিনিট নো লাগিব!

ভয় খোৱাৰ দৰে থিয় হ'ল নিমিষা। ক'লে ঃ ময়ো যাও। তেওঁ অকলে যাব নালাগে।

ঃ কিয়? — কাকতীয়ে ডাক্তৰৰ চোকা চাৱনিৰে চাই সুধিলে।

ঃ ভয় লাগে। — সৰুকৈ ক'লে নিমিষাই।

ডাঙৰকৈ হাঁহি দিলে কাকতীয়ে ঃ বাৰু, মই যাওঁ। লগতে চকীদাৰটোও লৈ যাওঁ। তেতিয়া তুমি যোৱাতকৈ বেছি কাম হ'ব নেকি? চকীদাৰটোৱে বাকচকিটা টেক্সিলৈ লৈ আহিব পাৰিব। তুমি নিজে হে বোজা এটা হ'বা।

নিমিষাই যেন বৰ ডাঙৰ বিপদ এটাৰ পৰাহে ৰক্ষা পালে। ভাগৰ পলুওৱা দীঘলীয়া উশাহ এটাৰ পিচত বহি লৈ ক'লে,

ঃ ভালেই হ'ল। মই খুড়ীৰ লগত কথাকে পাতোঁ। বহুত দিন কথা পতা নাই। আপোনালোকে কিন্তু দেৰি নকৰিব।

সঁচাকৈ টেক্সিত বৰুৱা, চকীদাৰটো আৰু কাকতী গৈ বৰুৱা-নিমিষাৰ কাপোৰ-বিচনা-বাকচ আদি সোপাকে লৈ আহিলগৈ— ৰান্ধনি-ঘৰৰ বস্তুৰ বাহিৰে বাকী সকলো। বৰুৱাই মাল-বস্তু লৈ অহা কোনেও লক্ষ্য কৰাও নাছিল। আহোঁতে এবাৰ আৰু যাওঁতে এবাৰ টেক্সিত যাওঁতে কাকতীয়ে মুঠতে দুবাৰ বৰুৱাক একেটা কথাকে ক'লে ঃ বৰুৱাক বস্তুবোৰ নিবলৈ পঠিওৱাৰ কথা ওলাওঁতে ভয় খাই নিমিষাও ওলোৱাটো খুব স্বাভাৱিক কথা নহয়। তথাপি, নিমিষাৰ অসুখৰ চিন্তা মূৰত লৈও সেইদিনা কাকতীৰ কেম্পত বৰুৱাৰ ভাল টোপনি আহিল। কাকতীৰ আশ্ৰয় পাই যেন বৰুৱাৰ বহুত ভয় আঁতৰি গ'ল। পিচদিনা পুৱা নিমিষায়ো ক'লে— ৰাতি এবাৰো সাৰ নোপোৱাকৈ বোলে তেওঁৰ টোপনি আহিছিল। কাকতীয়নীয়ে কিন্তু নিমিষাই নুশুনাকৈ কৈছিল - ৰাতি নিমিষাই বোলে কিবাকিবি চিঞৰিছিল আৰু দুবাৰ বৰুৱা বুলি ভাবি কাকতীয়নীক ঠেলা মাৰি নিজে বিচনাত বহি দিছিল।

পুৱাই কিন্তু নিমিষাক ইমান সহজ-সৰল আৰু নিশ্চিন্ত যেন লাগিল যে বৰুৱাৰ মনটো ভাল লাগি গ'ল। ইমান মুকলি মনেৰে নিমিষাক থকা যেন বৰুৱাই কেতিয়াও দেখা নাই।

# পাঁচ

আজি এসপ্তাহ হ'ল, নিমিষাক চিকিৎসা কৰিছে এজন চাইকোথেৰাপিস্টে— নিজৰ ভিতৰুৱা চিকিৎসালয়, 'মেণ্টেল নাৰ্চিং হোম'ত ৰাখি। আজি আঠ দিন আগতে যে বৰুৱা-নিমিষা কাকতীৰ কেম্পলৈ আহিল, তাৰ পিচত আৰু ঘূৰি যোৱা নাই। এতিয়া নিমিষা নাৰ্চিং হোমত আৰু বৰুৱা কাকতীৰ লগত। কাকতীৰ ঘৰলৈ অহাৰ পিচদিনাই ডাক্তৰ কাকতীয়ে নিজৰে ভালকৈ চিনাকিবন্ধু মানসিক-চিকিৎসক এজনক লগ ধৰি নিমিষাক চিকিৎসাৰ কাৰণে দি দিলে। বুদ্ধি কৰি ফুৰিবলৈ যাওঁ বুলি নি নিমিষাক থৈ অহা হ'ল । থৈ অহাৰ পিচত আজি প্ৰথম নিমিষাক লগ পাবলৈ দিব বৰুৱাক।

কাকতীৰ ঘৰলৈ অহাৰ পিচদিনাই শৰ্মাই লগত দল-বললৈ আহি ডাক্তৰ কাকতীৰ আগত দপ্‌দপাইছিলহি — বৰুৱাই টকা-পইচাৰ গণ্ডগোল কৰি আহিছে, বৰুৱাক এশিকনি দিব, পুলিচত দিব ইত্যাদি বুলি। ডাক্তৰ কাকতীয়ে নিজৰ স্বভাৱসুলভ গাম্ভীৰ্যেৰে শৰ্মাক সেইদিনা জনাই দিছিল যে তেখেতে যিখিনি অন্যায় এতিয়ালৈকে কৰিছে তাৰ সীমা নাই। আকৌ নতুনকৈ কিবা কৰিবলৈ গ'লে জেলত সোমাব লাগিব। শৰ্মাৰ সকলো ফাকি-ফুকা জানে বুলিও জনাই দিলত মানুহটো মেকুৰী যেন হৈ ওলাই গ'ল। আনকি ইমান সেও মানি গ'ল যে ফ্লেটটোত বৰুৱাই এৰি অহা লাম-লাকতিখিনিও ডাক্তৰ কাকতীৰ নিৰ্দেশমতে পঠিয়াই দিলেগৈ। সেইদিনা শৰ্মাই আহিয়েই দপ্‌দপাই কোৱা কথাবোৰ ভিতৰৰপৰা শুনি থাকি বাৰে বাৰে নিমিষাই বৰুৱাক কৈছিল ঃ মই শৰ্মাৰ লগত অকলে কথা পাতিলে শান্ত কৰিব পাৰিম। তুমি নোলোবা। শৰ্মা ওলাই যাওঁতে ময়ো ওলাই গৈ বাটত লগ ধৰি সকলো ঠিক কৰি পেলাম। তেতিয়া তেওঁ তোমাৰ একো অপকাৰ নকৰে। তেওঁক কেনেকৈ বুজাব লাগে মই জানো। এইবোৰ কথা শুনি বৰুৱা অবাক হৈছিল। শৰ্মাৰ লগত নিমিষাৰ ইমান আন্তৰিকতা কেতিয়াৰপৰা হ'ল যে নিমিষাই অকলে লগ ধৰি শৰ্মাক বুজাই শান্ত কৰিব পাৰে? বৰুৱাৰ মনত ঘোৰ সন্দেহে ঠাই ল'লে। কেবাদিনো নিমিষাক অকলে ঘৰত এৰি যোৱা দিনবোৰত শৰ্মাই নিমিষাৰ লগত এই সম্বন্ধ স্থাপন কৰিলে নেকি? প্ৰথমতে শৰ্মাক অতি বেয়া পাইছিল নিমিষাই। ঘিণ কৰিছিল। এনেকুৱা তীব্ৰ ঘিণেই নিবিড় ভালপোৱালৈ ৰূপান্তৰিত হোৱা ঘটনাতো পৃথিৱীত বিৰল নহয়। তেন্তে বৰুৱাক অকলে যাবলৈ দিবলৈ ভয় লাগে বুলি কৈ কৈ নিমিষাই সদায় শৰ্মাক চাবলৈকে যায় নেকি? শৰ্মাৰ ঘৰত গৈ বৰুৱা ব্যস্ত হৈ থাকোতে নিমিষা অসীম ধৈৰ্য্যেৰে বহি থাকেগৈ অকল শৰ্মাৰ কাৰণেই নেকি? ব্ৰত কৰা বুলি নিমিষাই যে বৰুৱাৰ লগত শুবলৈ এৰি দিলে, শৰ্মাক অৰ্পণ কৰা দেহা বৰুৱাৰ স্পৰ্শেৰে অপৱিত্ৰ নকৰিবৰ কাৰণেই নেকি? তেন্তে এতিয়াও বৰুৱাৰ লগত কিয় আছে ? কিয় শৰ্মাৰ লগত দন্দ লাগিলে বৰুৱাৰ বিপদ হ'ব পাৰে বুলি ভয় কৰে? হয়তো তাৰো কাৰণ আছে।

বৰুৱাৰ খং নিমিষাই জানে। হঠাৎ সন্দেহ হ'লে শৰ্মাক বৰুৱাই খণ্ডতে শেষ কৰি দিব বুলি ভয় খায়। আৰু, সেই ভয়কে লুকুৱাবলৈ বৰুৱাৰ বিপদ হ'ব পাৰে কাৰণে হে শৰ্মাৰ লগত দন্দ কৰাটোলৈ ভয় খোৱা যেন দেখুৱায়। নিমিষাৰ হয়তো ইচ্ছা, কোনোমতে গুৱাহাটী পাই নানা অজুহাত উলিয়াই বৰুৱাক এৰি এদিন গুচি আহিব। তাৰ পিচত শৰ্মাক গ্ৰহণ কৰিবহি। তাৰ আগলৈকে বৰুৱাক ফাকি দি মনে মনে চলাই থাকিব। কথাবোৰ ভাবি ভাবি বৰুৱাৰ মূৰ গৰম হৈ গৈছিল। কিন্তু লোকৰ ঘৰত এতিয়া নিমিষাক জোৰ কৰি কথা উলিয়ায় কেনেকৈ? তাতে তাইৰ শৰীৰৰ অৱস্থাও এনেকুৱা। নিমিষালৈ চাই হঠাৎ বৰুৱাৰ ঘিণ লাগি গৈছিল। বৰুৱাই মনে মনে ঠিক কৰিছিল, ডাক্তৰ কাকতীক কৈ সেইদিনাই নিজ ফ্লেটলৈ যাব আৰু গৈ নিমিষাক জেৰা কৰি সঁচা কথাটো উলিয়াই ল'ব। নিমিষাৰ মনত কি আছে, সেই কথা জানিবৰ বৰ ইচ্ছা হৈছিল বৰুৱাৰ। নিমিষাই যদি বৰুৱাৰ প্ৰশ্নৰ উত্তৰত কৈ দিয়ে যে আচলতে শৰ্মাৰ প্ৰতি হে তেওঁৰ মন আকৰ্ষিত, তেতিয়া বৰুৱাই কি কৰিব নাজানে। কিন্তু বৰুৱাৰ সন্দেহটো মিছা হ'লে বৰ ভাল লাগিব। সন্দেহে পলম সহ্য নকৰে। বৰুৱাৰো অসহ্য লাগিছিল। কিন্তু ইতিমধ্যে ডাক্তৰ কাকতী আহি বৰুৱাৰ সকলো পৰিকল্পনা নষ্ট কৰি দিলে। শৰ্মাক বিদায় দি আহি ডাক্তৰ কাকতীয়ে ক'লেহি যে শৰ্মাই আনকি বৰুৱাৰ বস্তু যিকিটা ফ্লেটত এৰি আহিছে, তাকো পঠিয়াই দিব। কাকতীয়ে শৰ্মাক তেওঁৰ সকলো কীৰ্তি জানে বুলি ভয় খুৱাই দি ক'লে যে এবাৰ পুলিচৰ হাতত পৰিলে শৰ্মা সাৰিব নোৱাৰে। তাৰ পাচতে মানুহটো সেও হ'ল আৰু কাকতীয়ে কোৱা মতে সকলো কৰিবলৈ মান্তি হ'ল। ডাক্তৰ কাকতীয়ে বৰুৱাক মনে মনে ক'লে যে সেইদিনাই নিমিষাক নি তেখেতৰ বন্ধু মানসিক-ৰোগ চিকিৎসক ডাক্তৰ গুহক দেখুৱাবগৈ লাগে। গা এৰা দিবলৈ বৰুৱাই টকাৰ নাটনিৰ কথা ক'ব খুজিছিল। "সেইবোৰ হ'ব বাৰু" বুলি কাকতীয়ে তালৈ কাণসাৰ নকৰিলে।

সেইদিনাই দুপৰীয়া ভাত খোৱাৰ পিচতে নিমিষাই হঠাৎ বৰুৱাক ক'লে ঃ তুমি অলপ জিৰোৱা।

বৰুৱাই এনেয়ে সুধিলে ঃ তুমিনো কি কৰা?

অলপ ভবাৰ নিচিনা কৰি নিমিষাই ক'লে ঃ মই শৰ্মাৰ ওচৰৰপৰা আহোঁ। অকলৈ গ'লে হে ভাল হ'ব। তোমাৰ কাৰণেই যাওঁ।

বৰুৱাৰ আৰু সহ্য নহ'ল। দাঁত কামুৰি নিমিষাক বাহুত ধৰি খাওঁ খাওঁ মূৰ্তিৰে মাত চেপি ক'লে ঃ মোৰ কাৰণে যাবি? মোৰ কাৰণে? মোৰ কাৰণে? ...... বে — ই — ই — শ্যা — আ।

নিমিষাই উত্তৰ দিবলৈ নাপালে। ডাক্তৰ কাকতী "জীৱন" বুলি মাতি সোমাই আহিল। বৰুৱাই লৰালৰিকৈ নিমিষাক এৰি নিজক শান্ত আৰু স্বাভাৱিক কৰাৰ চেষ্টা কৰিলে। ডাক্তৰ কাকতীয়ে বৰুৱালৈ চাই ক'লে ঃ চাওঁ এইপিনে আহা।

তাৰ পাচতে ফুৰাবলৈ নিয়াৰ ছলেৰে নিমিষাক চাইকোথেৰাপিস্ট ডাক্তৰ গুহৰ ওচৰলৈ নিয়া হ'ল। দুঘণ্টা পৰীক্ষা কৰি তেওঁ নিমিষাক নিজৰ নাৰ্চিং হোমত ৰখাৰ ঠিক কৰিলে। আৰু কৈ দিলে যে তেওঁ অনুমতি নিদিয়ালৈকে কোনেও নিমিষাক লগ ধৰিব নোৱাৰিব। এক গধুৰ অৱসাদ আৰু বিষাদ লৈ সেইদিনা বৰুৱা নাৰ্চিং হোমৰ পৰা ঘূৰি আহিছিল ডাক্তৰ কাকতীৰ লগত। কিছুদিনৰ ভিতৰতে ক্ষিপ্ৰগতিত ঘটি যোৱা ঘটনাবোৰে বৰুৱাক ক'ৰপৰা আনি ক'ত পেলাই দিছেহি, সেই কথা বৰুৱাই বুজিবলৈকে টান পালে। 'নতুন জীৱন' কথাছবিৰ কি হ'ল, নিমিষাৰ কি হ'ল, গুৱাহাটীৰপৰা কেতিয়া আহিল, ইয়াত কিমান দিন থাকিল, আজি কি বাৰ, কি তাৰিখ এইটো কোন মাহ — বৰুৱাৰ একো মনত নপৰা হ'ল। অভিনয়টো বৰুৱাৰ জীৱনৰ সাধনা নে বৰুৱাৰ সুখী জীৱনৰ যৱনিকা? ডাক্তৰ কাকতীৰ ঘৰত বিচনাত জোতাই-মোজাই দীঘল দি বৰুৱাই নিজকে বৰ অকলশৰীয়া যেন পালে। নিমিষাই বৰুৱাক একেবাৰে অকলশৰীয়া কৰি দিলে। মনে মনে বৰুৱাই ভাবিলে, নিমিষাই মনেৰে কেতিয়াবাই বৰুৱাক এৰি গ'ল; আজি মাত্ৰ চিকিৎসাৰ নামত হস্পিটালত আছে। অদূৰ ভৱিষ্যতত নিমিষা হয়তো বৰুৱাৰ শত্ৰু হৈ পৰিব। প্ৰেম শৰ্মাই আৰু নিমিষাই হয়তো বৰুৱৰ দোষ-ভুল

খুঁচৰি বহি বহি আলোচনা কৰিব। দুখ লাগে বৰুৱাৰ — প্ৰেম শৰ্মাৰ নিচিনা মানুহ এটাক নিমিষাই বাছি লোৱা কাৰণে। কিন্তু তাতকৈ ভাল কোনোবা এটাক লোৱা হ'লেও বৰুৱাই আনন্দ কৰিব পাৰিলেহেঁতেন জানো? এতিয়া বৰুৱাই জানে গুহ'নে কি সেই মানসিকৰোগৰ চিকিৎসকজনে কিছুদিনৰ পিচত কি ক'ব। এনেকুৱা বহুত ঘটনা বৰুৱাই কিতাপে-পত্ৰে পঢ়িছে, শুনিছে। কিছুদিনৰ পিচত তেওঁ মাতি নি ক'ব যে স্বামী হিচাপে বৰুৱাই নিজ-কৰ্তব্য পালন কৰিব নোৱাৰা কাৰণেই নিমিষাৰ বৰুৱাৰ প্ৰতি থকা অসীম ভালপোৱা ক্ৰমাৎ নষ্ট হৈ আহিল। বৰুৱাই তাৰ কাৰণে দায়ী। তাৰ পিচত এদিন হঠাৎ প্ৰেম শৰ্মাৰ নিচিনা বৰুৱাৰ প্ৰকৃতিৰ বিৰোধী একেবাৰে উদণ্ড মানুহ এটা লগ পাই নিমিষাই বুজিলে যে তেওঁৰ মনে তেনেকুৱা মানুহ এটাক হে স্বামী হিচাপে বিচাৰে। কিন্তু ধৰ্মপৰায়ণা সতী নিমিষাই মনৰ সেই ভাৱক জোৰ কৰি বাধা দি নিজক ঠিক কৰি ৰাখিছিল। সেই কাৰণেই প্ৰেম শৰ্মা নামৰ মানুহজনক প্ৰথমৰেপৰা ঘিণাৰ চকুৰে চাইছিল। নিমিষা কৃতকাৰ্যও হৈছিল — মনৰ অভিলাষক দমন কৰাত। কিন্তু বৰুৱাই নিজে নিমিষাক আনি প্ৰেম শৰ্মাৰ হাতত পেলাই দিলেহি । জুইৰ ওচৰত থাকিলে ঘিঁউ গলিবই। তেতিয়াও বৰুৱাই অকণমানো যদি নিমিষাৰ মনটোক তৃপ্ত কৰিবলৈ মন-কাণ দিলেহেঁতেন, তেন্তে নিমিষাই আমাৰ সংস্কাৰৰ স্বাভাৱিক বন্ধনক মানি লৈ নিজে-নিজৰ প্ৰেম শৰ্মাৰ প্ৰতি থকা দুৰ্বলতাক প্ৰশ্ৰয় নিদিয়াৰ ব্যৱস্থা কৰিলেহেঁতেন। কিন্তু বৰুৱাই নিজৰ সাধনা বুলি কথাছবিত অভিনয় কৰাত এনেকুৱাকৈ নিজক ব্যস্ত কৰিলে যে নিমিষাক একেবাৰে আওকাণ কৰিলে। সেই সুবিধাতে সামান্য মৰমেৰে প্ৰেম শৰ্মাই নিমিষাৰ মন জয় কৰি পেলালে। এতিয়া বহুত দেৰি হ'ল। এতিয়া আৰু নিমিষাৰ মন ঘূৰোৱাৰ উপায় নাই। গতিকে সাহসী ডেকাৰ দৰে এই অৱস্থাকে গ্ৰহণ কৰি নিমিষাক নিজৰ ইচ্ছা অনুযায়ী প্ৰেম শৰ্মাক গ্ৰহণ কৰিবলৈ দিয়া ভাল। নিমিষাই বৰুৱাৰ লগত কেতিয়াও সুখী জীৱন-যাপন কৰিব নোৱাৰিব। ...... ইত্যাদি। মানসিক ৰোগ চিকিৎসকৰ বক্তৃতা শুনি আহি বৰুৱাই হয়তো আকৌ এটা একেধৰণৰ লেক্‌চাৰ শুনিব ডাক্তৰ কাকতীৰপৰা। মিচেচ কাকতীয়ে হয়তো ক'ব — তেনেকুৱা ছোৱালী এৰি দিয়াই ভাল। আন বহুতেও হয়তো একেধৰণৰ উপদেশকে দিবহি। কিন্তু কোনেও নুবুজিব, নিমিষা যেবৰুৱাৰ কাৰণে গোটেই জীৱনটোৱেই, নিমিষাক বাদ দিলে বৰুৱাই জীৱনটোকে বাদ দিব লাগিব। অকলৈ হুক্-হুক্কৈ কান্দিলে বৰুৱাই, গাঁৰুৰ তুলাত কান্দোনৰ শব্দ নোহোৱা কৰি। আজিৰপৰা বৰুৱাৰ চকুপানী দেখি ব্যাকুল হোৱা নিমিষা আৰু নাই, আজিৰপৰা নিমিষাই বৰুৱাৰ চকুপানী মচি নিদিয়েহি, আজিৰপৰা বৰুৱাৰ নিমিষা নাই।

সেইদিনাৰ বৰুৱাৰ কান্দোনৰ পিচত আজি এসপ্তাহে বহুত ঘটনাই হৈ গৈছে। বাটটে এদিন লগ পাই কেমেৰামেন পালে বৰুৱাক ওচৰৰে চাহৰ দোকানত চাহ খাবলৈ মাতিলে। আচলতে চাহ খোৱাৰ ছলেৰে কথা পতাৰ উদ্দেশ্যে। বৰুৱাৰ অকণো ইচ্ছা নাছিল। কিন্তু, বৰুৱাৰ মনত পৰিল যে মিস্টাৰ পাল আৰু শৰ্মা দুয়ো অভিন্নহৃদয়; গতিকে এওঁৰপৰা নিমিষা-প্ৰেম শৰ্মা বিষয়ৰ কিবা কথা উলিয়াব পাৰি নেকি চেষ্টা কৰি চোৱাৰ মন হ'ল। দুয়ো বহিল চাহৰ দোকানত। প্ৰথমতে কিছু সাধাৰণ খবৰ দিলে অৰ্ধেন্দু পালে। যেনে, প্ৰেম শৰ্মাই ছবিখনৰ কিছু কাম বাকী ৰাখি চুটিং বন্ধ কৰি দিছে। এমাহমান পিচত কৰিব বোলে। বৰুৱা অহাৰ পিচদিনাই কেম্পো বন্ধ কৰি দিলে। প্ৰায়বোৰ আৰ্টিস্ট ঘৰলৈ গ'ল। দুই-এজন নিজৰ খৰচতে ক'ৰবাত হোটেলত আছে। বৰুৱাৰ বিষয়ে শৰ্মাই কি কৈছে সুধিলত মিস্টাৰ পালে ক'লে যে বিশেষ একো কোৱা নাই। কেতিয়াবা মাত্ৰ "সেই পাগলটো", "সি ঘৈণীয়েকক লৈয়েই পাগল", "ঘৈণীয়েকেও ঠগিছে বেচেৰাক" আদি কথা মৰমেৰেই কয়। দুই-এটাকৈ প্ৰশ্ন কৰি বৰুৱা আচল কথাটোলৈ আহিল। ইচ্ছা কৰি বৰুৱাই নিমিষাৰ বিৰুদ্ধে দুই-চাৰি কথা কৈ পালক বুজাই দিলে যে নিমিষাৰ চৰিত্ৰক তেওঁ সদায় সন্দেহ কৰি আহিছে। বৰুৱাৰ মন বুজি তেতিয়া মিস্টাৰ পালে যিখিনি কথা ক'লে, সেইখিনিৰ পিচত বৰুৱা কিয় বলিয়া নহ'ল সেই কথা আজিও বুজিব নোৱাৰে। পালে ক'লে যে আচলতে শৰ্মাৰ গাত দোষ নাই। শৰ্মাই ছোৱালীৰ লগত ফূৰ্তি নকৰে বুলি কোৱা নাই, কিন্তু লোকৰ বিবাহিতা স্ত্ৰীলৈ শৰ্মাই চকু নিদিয়ে। তাতকৈ কলিকতাত হেজাৰে হেজাৰে থকা বেশ্যাপাৰালৈ যায়। কিন্তু নিমিষাই বৰুৱা নথকা অৱস্থাত সদায় আগফালৰ খিৰিকীৰ মুখত বৰুৱালৈ অপেক্ষা কৰাদি বহি থাকে; ওপৰলৈ উঠোঁতে-নামোতে খট্‌খটীত শৰ্মাক দেখিলেই চকু টিপ মাৰি হাঁহে; মাতেও। তথাপি বোলে শৰ্মাই সেইবোৰক প্ৰশ্ৰয়

দিয়া নাছিল, আৰু মানুহজনীয়ে ইমান ভাল গিৰিয়েকটোক ঠগিব খুজিছে বুলি প্রায়ে মিস্টাৰ পালক কয়। সেই কাৰণেই নিমিষাৰ ব্যৱহাৰৰ ওপৰত খং উঠিয়েই শৰ্মাই প্রায়ে বৰুৱাকে খং দেখুৱাই ঘৈণীয়েকক লগত লৈ নুফুৰিবলৈ কৈছিল। আচল কথাটো কবলৈ বেয়া পাইছিল। কিন্তু এদিন....

বৰুৱাই আগ্রহেৰে সেই সময়তে সুধিলে ঃ কোন দিনা?

মিস্টাৰ পালে কৈ গ'ল যে সেইদিনা কোন তাৰিখ আছিল মনত নাই। কিন্তু সেইদিনাই বৰুৱাই শৰ্মাৰ লগত স্টুডিঅ'ৰপৰা লৰালৰিকৈ ডাক্তৰ কাকতীৰ কেম্পৰ আৰ্টিস্ট দুজনক আনিবলৈ গৈছিল। নিজৰ ঘৰত শৰ্মা নামিল; বৰুৱা অকলে গ'ল। তাৰ পিচত শৰ্মাই ঘৰৰপৰা টেক্সিৰে কেইমিনিটমানৰ পিচতে আকৌ স্টুডিঅ'লৈ আহোঁতে কেম্পৰে আন দুজনী ছোৱালীৰ লগত নিমিষাক বাটতে লগ পালে। ভাবিলে — কলিকতাত এনেকৈ অকলে ঘূৰি ফুৰা ঠিক নহয়। গতিকে তিনিওকো টেক্সিত তুলি ল'লে— ঘূৰি গৈ ছোৱালীকিজনীক কেম্পত আৰু নিমিষাক নিজৰ ফ্লেটত থৈ অহাৰ উদ্দেশ্যেৰে। কিন্তু ঘৰৰ আগত ছোৱালীকিজনী নমাৰ পিচতো নিমিষা নানামিল টেক্সিৰপৰা। ক'লে — ফুৰিবলৈ যাব। ছিঃ, বিবাহিতা তিৰোতা প্রেমত পৰিলে বৰ নিলাজ হয়। বাধ্য হ'ল শৰ্মা যাবলৈ। আৰু ক'বলৈ লাজ লাগে, এঠাইত গৈ সেইদিনাই নিমিষাই শৰ্মাক জোৰ কৰি বাধ্য কৰিলে নিমিষাৰ কামনাৰ বলি হ'বলৈ। এইবোৰ কথা বৰুৱাক কোৱাৰ অকণো ইচ্ছা নাছিল মিস্টাৰ পালৰ। কিন্তু বৰুৱাই নিজে যেতিয়া সকলো জানেই, তেতিয়া লুকুৱাই থোৱাৰ লাভ নাই। তাৰ পিচত আৰু কি হ'ল, সেই বিষয়ে জানিবলৈ বা শুনিবলৈ বৰুৱাৰ তেতিয়া ধৈৰ্য নাছিল। মাইকী মানুহ যে ইমান বিশ্বাসঘাতক হ'ব পাৰে, বৰুৱাই কেতিয়াও কল্পনা কৰিব পৰা নাছিল। নিমিষাৰ চিকিৎসাৰ বৰুৱাই ওপৰত সকলো আগ্রহ হেৰুৱাই পেলালে। এক তীব্র প্রতিহিংসাৰ ভাব বৰুৱাৰ বুকুত জুই জ্বলাদি জ্বলিবলৈ ধৰিলে। হঠাৎ বৰুৱাৰ মনত পৰিল, প্রথম দিনা চিনেমা-হলত শৰ্মাৰ সৈতে একেলগে চিনেমা চোৱাৰ কথা। সেইদিনাও তেন্তে নিমিষাই মনত থকা শৰ্মাৰ প্রতি আকৰ্ষণ লুকুৱাবলৈকে চকী সলাই দাঁতিত বহিব খুজিছিল। তাৰ কিছুদিন পিচত যে বৰুৱাক নিমিষাই "কাপুৰুষ" বুলিছিল। অৰ্থাৎ শৰ্মাৰ তুলনাত বৰুৱা কাপুৰুষ হৈছিল! তাৰ পিচত সকলোবোৰ নিমিষাই অভিনয় কৰি গৈছে! নিজৰ চুলিবোৰকে ছিগি যোৱাকৈ টানি দিলে বৰুৱাই। নাই, এই প্রতাৰণা কেতিয়াও সহ্য কৰিব নোৱাৰি। দেখা যাব নিমিষাই কেনেকৈ শৰ্মাৰ লগত প্রেম চলায় বা কেনেকৈ শৰ্মাক নিজৰ কৰি লয়। মূৰ খুৰাই তাইক ঘৰত চাকৰণী কৰি ৰাখিব। গোটেই জীৱন তাইক শাস্তি দিব। তাইক প্রতাৰণাৰ পুৰস্কাৰ ভালকৈ দিব বৰুৱাই। অতি কঠোৰ হ'ব সেই শাস্তি। ইচ্ছা হ'ল বৰুৱাৰ, এই মাত্রই যেন নিমিষাক চুলিকোছাত ধৰি নাৰ্চিং হোমৰপৰা লৈ আহিবগৈ চোঁচৰাই। তাই কাৰ লগত খেলা কৰিছে জনা নাই? নাই, নিমিষাৰ চিকিৎসাৰ কাৰণে একো আগ্রহ নাই বৰুৱাৰ। এতিয়া মাত্র ইচ্ছা হৈছে নিমিষাক আনি শাস্তি দি দি, প্রশ্ন কৰি কৰি, সৈ কঢ়োৱাৰ।

কিন্তু ডাক্তৰ কাকতীৰ ঘৰত থাকিব নোৱাৰি। শিল্পৰ সাধনা বৰুৱাৰ জীৱনত শেষ। শৰ্মা যিমান বেয়া মানুহেই হওক, বৰুৱাই তাৰ লগত ছবি কৰিব পাৰিলেহেঁতেন— যদি তাৰ মাজত নিমিষা নোসোমালেহেঁতেন। অৰ্ধেন্দু পালে তো ক'লেই, তাক জোৰ কৰি সৰ্বনাশৰ পথলৈ টানি নিলে নিমিষাই। কি নিখুঁত অভিনয়, নিমিষাৰ!! উস্!!

এইকিদিন বৰুৱা ডাক্তৰ কাকতীৰ কেম্পতে আছে উপায় নাপাই আছে। নহ'লে ক'লৈ যাব? কলিকতাত কিয় ৰৈ আছে বাৰু? কাৰ কাৰণে? নিমিষাৰ? ইমান দুখতো হাঁহি উঠি যায় বৰুৱাৰ। খৰচ-তৰচ কৰি চিকিৎসাৰ পিচত সুস্থ কৰি উলিয়াই আনি বৰুৱাই নিমিষাক চিকিৎসকৰ উপদেশ মতে প্রেম শৰ্মাৰ হাতত গতাই দি যাব। তাৰ কাৰণে ৰৈ আছে ? কিন্তু নৰৈ কি কৰিব বৰুৱাই? বৰুৱাৰ জীৱনত তো আৰু একোৰে কাৰণে লৰালৰি নাই। ৰবক্ত ৰৈ; নিমিষাৰ লগত অধ্যায়টো একেবাৰে ইয়াতে শেষ কৰি বৰুৱাই বহল পৃথিৱীত নিজক এৰি দিব। বহল পৃথিৱীত নিজকে এৰি দিব মানে কি? বৰুৱাই নাজানে। কেৱল জানে যে নিমিষাৰ ওপৰত উপযুক্ত প্রতিশোধ লোৱাৰ পিচত জীৱনত কি হ'ল সেই বিষয়ে বৰুৱাই আৰু নাভাবে।

সেই সাত দিনৰ প্রতিদিনেই ডাক্তৰ কাকতী চাইকোথেৰাপিস্ট ডাঃ গুহৰ ওচৰলৈ পুৱাই একোবাৰকৈ গৈছিল।

পিচবেলা স্টুডিঅ'ত চুটিঙত থাকিব লাগে কাৰণে যাব নোৱাৰে। কোনো দিনেই কাকতীয়ে বৰুৱাক নিমিষাৰ বিষয়ে বিশেষ একো খবৰ দিব পৰাহি নাছিল। মাত্ৰ কয়হি — ভাল হৈ যাব। মনৰ বেমাৰ একেদিনাই ভাল নহয়। অলপ ধৈৰ্য ধৰিব লাগে। আজি-কালি বৰুৱাৰ ক'লৈকো যাবলৈ মন নাই। কেৱল বিচনাতে পৰি থাকে। কোনো মানুহকে ভাল নলগা হ'ল। আনকি ডাক্তৰ কাকতী বা কাকতীনীয়ে মাত লগালেহিও আমনি পোৱা হ'ল। বিচনাত পৰি পৰি কেৱল নিমিষাৰ প্ৰতাৰণাৰ কথাকে ভাবে, প্ৰতিটো সৰু-সুৰা কথা মনত পৰে, একোবাৰ অসহ্য হৈ নিজকে কয় ঃ দেখি ল'ম।

আজি সাত দিনৰ মূৰত চাইকোথেৰাপিস্ট ডাক্তৰ গুহই বৰুৱাক মাতি পঠিয়াইছে। আজি হয়তো নিমিষাক লগ পাবলৈ দিব। বৰুৱাৰ ভাল লগা নাই। লগ পায়েই যদি নিমিষাক টেঁটু চেপি মাৰি পেলাবৰ মন যায় বৰুৱাৰ। তথাপি যাব বৰুৱা। অস্বীকাৰ কৰাৰ উপায় নাই যে এতিয়াও বৰুৱাৰ অন্তৰে নিমিষাৰ কাৰণে কান্দে। এতিয়াও কিবা ঘটনাচক্ৰত পৰি বৰুৱাই এতিয়ালৈকে শুনা আৰু সন্দেহ কৰা সকলো কথা মিছা হৈ যাব পাৰে বুলি আশা পোহে। তাকে আশা কৰাৰ বাহিৰে যে বৰুৱাৰ জীৱনত আশা কৰিবলৈ আন একো নাই।

আবেলি চাৰি বজাত ডাক্তৰ কাকতীয়ে আহি বৰুৱাক নাৰ্চিং হোমলৈ লৈ যাওঁতে সুধিলে ঃ তুমি আকৌ ইমান মন মাৰি আছা কিয়?

বৰুৱাই একো উত্তৰ নিদিলে। কি হ'ব বাৰু?

'মেণ্টেল নাৰ্চিং হোম' কলিকতাৰ এক অভিজাত অঞ্চলত। বিৰাট ডাঙৰ ৰাজপ্ৰাসাদ হেন ঘৰ। বোধকৰোঁ এসময়ত কোনোবা ৰজা-মহাৰজাৰ প্ৰাসাদ আছিল। বাৰীৰ চাৰিওফালে ইটাৰ প্ৰাচীৰ; তাৰ ওপৰত কাঁইট থকা তাঁৰৰ জেওৰা। দুৰ্গ যেন লাগে। বাৰী গোটেইখনেই ধুনীয়া ফুলনি। বহুত তিৰোতাই ফুলনিয়ে ফুলনিয়ে ঘূৰি ফুৰিছে। অকল মহিলা মানসিক-ৰোগীক হে ৰখা হয় এই ঘৰত। তাৰে যোৱা ৰোগীৰ আপোন মানুহ বহিবৰ কাৰণে আছুতীয়া কোঠাটোত বৰুৱা আৰু কাকতী সোমাল। চকীদাৰটোৱে গৈ খবৰ দিয়াৰ লগে লগে সুপুৰুষ ডাক্তৰ গুহ হাঁহি হাঁহি ওলাই আহিল। আহিয়েই বৰুৱাক ক'লেহি ঃ you are a lucky man. বৰুৱাৰ মনটো ভাল লাগি গ'ল। কিন্তু লগে লগে ভাবিলে, ডাক্তৰে সদায় মৰিবলৈ ধৰা ৰোগী চায়ো আশা আছে বুলি কয়। কাকতীৰ সৈতে কেইমিনিটমান কথা পাতি ডাক্তৰ গুহই কাকতীক বহিবলৈ ক'লে আৰু বৰুৱাক ভিতৰলৈ মাতি নিলে। মাতি নি এটা সৰু কোঠাত টেবুল এখনৰ ওচৰত থকা একমাত্ৰ চকীখনত বৰুৱাক বহিবলৈ দি ডাক্তৰ টেবুলৰ ওপৰত বহিল। বহিয়েই ডাক্তৰে পোনপটীয়াকৈ আৰম্ভ কৰিলে। ক'লে যে খুব ভাল সময়ত ৰোগীক তেওঁ পাইছে; আৰু পলম হোৱা হ'লে বিপদ আছিল; এতিয়া এমাহমানতে লৈ যাব পাৰিব: কেৱল কিছুদিন ডাক্তৰৰ নিৰ্দেশ মানি চলিব লাগিব। তাৰ পিচত ক'লে যে, এতিয়া বৰুৱাই ডাক্তৰৰ লগত অলপ সহযোগিতা কৰিব লাগে। প্ৰথমে নিমিষাই একো প্ৰশ্নৰে উত্তৰ দিয়া নাছিল। এতিয়া ঠিক হৈ আহিছে। কিন্তু বৰুৱাই সহযোগিতা কৰিলে ডাক্তৰৰ কাৰণে বেছি সহজ হ'ব। এইমাত্ৰ নিমিষাক ডাক্তৰে মাতি আনিব। তাইক যেন বৰুৱাই নোছোৱে। আৰু তাইক ক'ব লাগে যে বৰুৱাই সকলো কথা জানে। তাই কৰা ত্যাগখিনিৰ কথা জানে কাৰণেই বৰুৱাই এতিয়া তাইক বেছি ভাল পায়। এতিয়া বৰুৱাই বুজিছে যে নজনাকৈ তেওঁ সকলো ভুলকে কৰি আহিছিল। এতিয়া সেই কাৰণে বৰুৱাই নিমিষাৰ ক্ষমা বিচাৰে। মুঠতে বৰুৱাই নিজেক দোষী কৰি নিমিষাৰ অনুকম্পা জগাব লাগিব আৰু নিমিষাক বুজাই দিব লাগিব যে নিমিষাই কৰা একো দোষেই ইমান ডাঙৰ নহয় যে তাৰ কাৰণে বৰুৱাই নিমিষাক ভুল বুজিব পাৰিব। আৰু, নিমিষাই দিয়া সকলো উপদেশ মানি ল'ব লাগিব। লগতে যাবলৈ ওলালেই ক'ব লাগিব, ভাল হ'লেই লৈ যাব। বৰুৱাই মানি ল'লে, আৰু যিমান পাৰে সিমান নিমিষাৰ প্ৰতি থকা প্ৰতিহিংসাৰ ভাব দমন কৰিবলৈ চেষ্টা কৰিলে। ডাক্তৰৰ কথাৰপৰা বৰুৱাৰ ধাৰণা হ'ল যে নিমিষাক অভয় দিলে নিমিষাই প্ৰেম শৰ্মাৰ লগত থকা প্ৰেম বেকত কৰিব আৰু তাৰ পিচত বৰুৱাই যি কৰে কৰিব। ঠিক এনে সময়তে কোন মুহূৰ্তত নিমিষা কোঠাটোৰ ভিতৰত সোমাই আগফালে থিয় হ'ল বৰুৱাই ক'ব নোৱাৰে। মূৰ দাঙি চকুৰ আগত নিমিষাক দেখি সপোন যেন লাগিল। বৰুৱা থিয় হ'ল। নিমিষাক আগত দেখি যেন নিমিষাৰ বিষয়ে ভবা সকলো বেয়া কথা বৰুৱাই পাহৰি

গ'ল। এইজনী নিমিষাই মিছা কথা কেনেকৈ ক'ব? প্ৰথম নিমিষায়েই প্ৰশ্ন কৰিলে ঃ সিদিনা মোক ইয়াত ফাঁকি দি এৰি গ'লা কিয়?

ফাঁকি শব্দটো শুনি নিমিষাৰ বিষয়ে শুনা সকলো কথা বৰুৱাৰ মনত পৰি গ'ল। কৈ দিবৰ মন গ'ল যে তুমি মোক দিয়া ফাঁকিৰ তুলনাত এই ফাঁকি নগণ্য। নহ'লেনো কি ক'ব? এই প্ৰশ্নৰ কি উত্তৰ দিব লাগিব ডাক্তৰ গুহইতো কৈ যোৱা মনত নপৰে। কি ক'ব এতিয়া?

এনেকুৱাতে ওচৰতে ৰৈ থকা ডাক্তৰ গুহই আহি বঙালীতে ক'লেহি ঃ ক'ত তেখেতে এৰি থৈ গৈছে। আপোনাক অসুখীয়া যেন দেখি মই হে জোৰকৈ ৰাখি দিলোঁ। তেখেতে আকৌ জোৰ কৰি লৈ যাবহে খুজিছিল।

ডাক্তৰৰ কথাৰ উত্তৰ নিদি বৰুৱালৈ চাই থাকিল নিমিষাই — একেথৰে, চকুৰ পলক নপৰাকৈ। চায়ে থাকিল। চাৰি চকুৰ চাৱনি যেন আঠা লাগি ৰৈ গ'ল। চাই চায়ে লাহে লাহে সন্মোহিতা হোৱাৰ দৰে বৰুৱাৰ ফালে কেইখোজমান আগুৱাই আহিল নিমিষা। কিবা আক্ৰমণ আদি কৰে বুলি সন্দেক কৰি ডাক্তৰো চুপে-চাপে এখোজ আগুৱাই আহিল। সেইফালে কিন্তু বৰুৱাৰ-নিমিষাৰ খেয়াল নাই। ওচৰ পাই নিমিষাই বৰুৱাক সুধিলে ঃ তুমি মোক ঘিণ কৰা?

ঃ কেতিয়াও নকৰোঁ। বৰুৱাই প্ৰাণৰ আবেগেৰে ক'লে।

আকৌ চাই থাকিল নিমিষাই। হঠাৎ বৰুৱাৰ বুকুত মূৰ থৈ হুক্‌হুক্‌কৈ কান্দি দিলে নিমিষাই। বৰুৱাই ঠিক সময়ত নধৰা হ'লে নিমিষা পৰি গ'লহেঁতেন। কি কান্দোন! কিমান সময় গ'ল বৰুৱাই নাজানে। ডাক্তৰে চকুৰ চাৱনিৰে বৰুৱাক বুজালে, কিবাকিবি কৈ থাকিবলৈ। কিন্তু একো ক'ব নোৱাৰিলে বৰুৱাই। সেইদৰে কান্দি থাকোঁতেই গুৰু-গম্ভীৰ স্বৰেৰে ডাক্তৰ গুহই বঙালীতে ক'লে ঃ এতিয়া? এতিয়া বুজিছা নে? মই কৈছিলোঁ নহয় বৰুৱাই তোমাক ভুল নুবুজে। তুমি মোক সকলো কথা ক'ব পাৰা। মোক সকলো কথা ক'লে হে মই বুজাই দিব পাৰিম, তোমাৰ মনটোৱে তোমাক ক'ত ফাঁকি দিয়ে। তেহে তুমি বুজি ভাল হ'ব পাৰিবা। ........ ডাক্তৰে অনৰ্গল কথা কৈ গ'ল।

নিমিষাই বৰুৱাৰ বুকু তিয়াই দিলে।

নিমিষাৰ বিৰুদ্ধে বৰুৱাৰ মনত থকা সকলো চিন্তা উটি গ'ল।

তাৰ পিচত ডাক্তৰে মাতিলে নিমিষাক যাবৰ হ'ল বুলি। নিমিষাই অনুৰোধ কৰিলে— আৰু অকণমান কান্দি ল'বলৈ সময় দিবলৈ। "বৰ ভাল লাগিছে কান্দি"— নিমিষাই কান্দি কান্দি ক'লে। বৰুৱাই কান্দোন আৰু ৰাখিব নোৱাৰিলে। বৰুৱাৰ চকুত পানী দেখি নিমিষাই বেছি জোৰেৰে কান্দিবলৈ ধৰিলে। ডাক্তৰে কৈ গ'ল ঃ এতিয়া দেৰি কৰি লাভ নাই। আগতে তুমি মোৰ সকলো প্ৰশ্নৰ উত্তৰ দিয়া। তাৰ পিচততো তোমাক মই এৰি দিম — চৌবিশ ঘণ্টা ধৰি এনেকৈ থাকিবলৈ।

সঁচাকৈয়ে ডাক্তৰে নিষ্ঠুৰৰ দৰে কান্দি থকা নিমিষাক ধৰি লৈ গ'ল।

ইমানপৰে নিমিষাৰ চুলিত পৰি থকা বৰুৱাৰ চকুপানী এইবাৰ অৱহেলিত হৈ মাটিত পৰি ঠেৰেঙা লাগিল।

## ছয়

নিমিষাক জীৱনজিৎ বৰুৱাই 'মেণ্টেল নাৰ্চিং হোম'ত লগ পাই অহাৰ পিচত এমাহ পাৰ হৈ গ'ল। বৰুৱাই কিন্তু আজিকালি সময়ৰ কথা নাভাবে। কিমান দিন গ'ল, কি হ'ল, সেইবোৰত মন দিবলৈ বৰুৱাই কেতিয়াবাই পাহৰি গ'ল।

ডাক্তৰ কাকতীহঁতো তেওঁলোকৰ কথাছবিৰ চুটিং শেষ কৰি প্ৰায় বিশ দিন আগতে অসমলৈ গ'ল। দুই-এদিনতে এডিটিং চাবলৈ আকৌ অহাৰ কথা। ভাড়া দিয়া আছে কাৰণে ডাক্তৰ কাকতীহঁতৰ সেই ঘৰটোতে এতিয়া জীৱনজিৎ বৰুৱা, কাকতীৰ এচিস্টেন্ট ডিৰেক্টৰ হিতেশ ভট্ট আৰু চকীদাৰটো থাকে। এটা কোঠাত ভট্ট আৰু বৰুৱা থাকে। ওচৰৰে কোঠাটোত নেপালী চকীদাৰটো। সিয়েই ৰান্ধি খুৱায়। ঘৰটোত বাকী দহোটামান কোঠা খালী। আৰু চাৰি দিনৰ পিচতে ভাড়া উচল হ'ব— গতিকে ঘৰটো এৰিব লাগিব। এৰি দিয়াৰ পিচত বৰুৱা ক'লৈ যাব নাজানে। হয়তো কোনোবা হোটেলত উঠিব।

গুৱাহাটীত চাকৰিৰ কি হৈছে বৰুৱাই নাজানে। কোনোবা এজন বন্ধুৱে বৰুৱাৰ দুমাহৰ দৰমহাটো লৈ পঠিয়াই দিছিল। আন আন বন্ধু-বান্ধৱৰপৰা পোৱা চিঠিত বৰুৱাই শুনিছে যে প্ৰেম শৰ্মাই বৰ্তমান অসমত ঠায়ে ঠায়ে থিয়েটাৰ কৰি ভাৰতৰ কোনোবা ঠাইত দুৰ্ভিক্ষ-পীড়িতৰ কাৰণে টকা তুলি ফুৰিছে। সকলো ঠাইতে বোলে কৈ ফুৰিছে যে চুটিঙৰ দায়িত্ব সকলো বৰুৱাৰ হাততে দি থৈ গৈছে। দেশৰ মানুহ খাবলৈ নাপাই মৰাৰ দিনত চুটিঙ কৰি কলিকতাত বহি থাকিব তেওঁ নোৱাৰিলে বোলে। প্ৰাণে কান্দি উঠিল। গুৱাহাটিৰপৰা যোৱা আৰ্টিস্টসকলে বোলে গুৱাহাটীত গৈ কৈছে চুটিঙ বঢ়িয়া হৈছে, তেওঁলোকে চুটিঙৰ সময়ত বৰ আৰামত কলিকতাত কটালে বোলে। দাইলও নোহোৱাকৈ শুদা ভাত যে কেম্পত কেবাদিনো চলিছিল, সেই কথা বৰুৱাৰ মনত পৰে চিঠি পঢ়ি। বেচেৰাহঁতে চাগৈ চিনেমাৰ জগতৰ বিষয়ে মানুহৰ সপোন ভাঙিবলৈ টান পাই সেই সপোনকে বেছিকৈ ৰহণ সানি দিয়ে। নিমিষাৰ বাপেকৰপৰা অহা চিঠিবোৰৰ উত্তৰত নিমিষা ভালেই আছে বুলি লিখি আছে বৰুৱাই।

ডাক্তৰ কাকতী যোৱাৰ পিচৰপৰা হিতেশ ভট্ট মানুহটোক বৰুৱাৰ বেছি ভাল লাগি আহিছে। চিনেমাৰ কাম ভাল জানে। এতিয়া এডিটিঙত সহায় কৰি আছে। মানুহটোৱে মদ খায়, স্ত্ৰী-সংসৰ্গৰ কাৰণেও লোভ আছে। লুকুৱাব নোখোজে। মদ খাই বোলে গাটো ভাল লাগে। আৰু পইচা দি এঘণ্টাৰ কাৰণে বেশ্যাৰ দেহা কিনি প্ৰেমৰ অভিনয় কৰি ভাল লাগে। প্ৰেম-ত্ৰেম তেওঁ নুবুজে। বৰুৱাক প্ৰায়ে মদ খাবলৈ কয়। আৰু কয়, তেওঁৰ লগত বেশ্যালয়লৈ যাবলৈ। এনে এবিধ ব্যৱসায় কৰা তিৰোতা আছে যেতিয়া, ঘৰে ঘৰে গৈ লোকৰ ভাল ভাল ছোৱালী-বোৱাৰীবোৰ নষ্ট কৰাৰ দৰকাৰ কি? — হিতেশ ভট্টৰ প্ৰশ্ন। আৰু ভাবি-চিন্তি বহি থকাতকৈ মদ খাই ফুৰ্তি কৰাটো কি বেয়া। বৰুৱাই মনে মনে ঠিক কৰে ঃ কি হয় চাওঁ। মই নিজে আগতে অন্যায় নকৰোঁ। যিদিনা ডাক্তৰ গুহই নিমিষাৰ মন যে পৰপুৰুষকামী, সেই কথা স্পষ্টকৈ কৈ দিব, সেইদিনাৰপৰা হিতেশ ভট্টৰ পথকে বাছি ল'ব। সুৰা, সুন্দৰী আৰু সংগীতৰ সুৰত জীৱন উপভোগ্য কৰি তুলিব। আগেয়ে বৰুৱাৰ মদৰ গোন্ধ পালে বমি আহিব খোজে। আজি-কালি প্ৰায়ে খাবৰ মন যায়। আগেয়ে বেশ্যালয়লৈ যোৱাৰ কথা কল্পনাও কৰিব নোৱাৰে, মহাপাপ বুলি ভাবে। এতিয়া কেতিয়াবা গৈ চাই আহিবৰ মন যায়। জীৱনৰ ভৱিষ্যতটো য'ত কটাব বুলি ঠিক কৰিছে, সেই ঠাইখন চাই ল'বৰ মন বাৰু কিয় নাযাব বৰুৱাৰ?

এই এমাহে ডাক্তৰ গুহই নিমিষাক লগ পাবলৈ দিয়া নাই বৰুৱাক। বৰুৱাই সদায় ফোন কৰে ডাক্তৰ গুহক। গুহই সদায় কিবা একোটা কয়। যেনে,

ঃ আজি সুধিছিলি আপুনি আহিব নে নাহে। মই কলোঁ অমুক প্ৰশ্নটোৰ উত্তৰ দিলেহে ক'ম।

ইমানেই। লাহে লাহে নিমিষাক পাহৰি যাব পাৰিব নেকি বৰুৱাই! এতিয়াই দেখোন আগৰ দৰে মনত নপৰে। আগেয়ে লগত থাকোঁতে নিমিষাই মুৰ আঁচুৰিলে নে নাই, তালৈকো মন কৰে বৰুৱাই । এতিয়া বাৰু নিমিষাই কি খাইছে, কি কৰিছে, সেইবোৰ নজনাকৈ থাকিব পৰা হ'ল কিয়? এনেকৈয়ে মানুহে পাহৰি যায় গৈ নেকি?

হিতেশ ভট্টই মদ খাই উঠি কয় ঃ বুইছে বৰুৱা, ঘৈণীজনীয়ে আপোনাৰ লগত শুই থকালৈকে আপোনাক কিন্তু মনে-প্ৰাণে ভাল পায়। বাকী সময়খিনিত স্ত্ৰীৰ মনৰ খবৰ লবলৈ গ'লে বিপদ হ'ব।

বৰুৱাই ভাবে, কথাটোতো মিছা নহয়। নিমিষা যিদিনাৰপৰা বৰুৱাৰ লগত নোশোৱা হৈছে, সেইদিনাই মিস্টাৰ অৰ্ধেন্দু পালৰ মতে নিমিষাই প্ৰেম শৰ্মাক সকলো দিছে।

ছিঃ।

আজি ডাক্তৰ গুহই ৰাতিপুৱাই বৰুৱাক নিজে ফোন কৰি কৈছিল ঃ আজি আবেলি তিনি বজাত যাবলৈ; মনটো মতা মানুহৰ দৰে শক্তিশালী কৰি নিবলৈ; যি ঘটিল, ঘটি গ'ল, তাক স্বাভাবিকভাৱে গ্ৰহণ কৰিব পৰা হৈ যাবলৈ। তেহে জীৱন সুখী হ'ব বোলে। আৰু কৈছিল ঃ মই আপোনাৰ সেইকণ মনোবল আছে বুলি ভাবোঁ। আপুনি সবল হ'লে আজিয়েই মই মিচেচ বৰুৱাক এৰি দিম। আপুনি লৈ যাব পাৰিব। ডাক্তৰ কাকতীও ইয়াতে থকা হ'লে ভাল আছিল। কিন্তু তেখেতৰ কাৰণে অপেক্ষা কৰি মিচেচ বৰুৱাক ৰাখি থোৱাৰ দৰকাৰ নাই। তেখেত এতিয়াও সম্পূৰ্ণ সুস্থ।

ডাক্তৰ গুহই কোৱা কথাখিনিৰ পিচত নিমিষাক আনিবলৈ যোৱাটো ঠিক হ'ব নে নহয়, তাকে বৰুৱাই থিক কৰিব নোৱাৰিলে। যি ঘটি গ'ল, তাক গ্ৰহণ কৰিব পৰাকৈ মনৰ বল বৰুৱাৰ হ'ব জানো? নিমিষাক আনিবলগীয়া হোৱাতকৈ হস্পিটালতে সদায় থকা হ'লে ভাল আছিল। তেতিয়া বৰুৱাই মাজে মাজে গৈ খবৰ কৰিলেহেঁতেন, নিমিষাৰ মনৰ খবৰ কেৱল ডাক্তৰে জানিলেহেঁতেন, নিমিষাই কেতিয়াবা একোদিন বৰুৱাৰ বুকুত মূৰ থৈ কান্দিলেহেঁতেন, বৰুৱাৰ মনটো সিমানকণ পায়েই সুখী হৈ থাকিলহেঁতেন। এতিয়া যেন আনিবলৈ যাবলৈ ভয় লাগিছে বৰুৱাৰ। ডাক্তৰে আজি বৰুৱাক নিশ্চয় নিমিষাৰ মনৰ প্ৰকৃত সত্যটো কৈ দিব। সেই সত্যটোকে যে বৰুৱাই আটাইতকৈ বেছি ভয় কৰে। সত্য যে ইমান বেছি ভয় লগা হয়, বৰুৱাই আগতে জনা নাছিল।

মানুহৰ মনে একো সময়ত আচৰিত ধৰণেৰে কাম কৰে। নিমিষাক আনিবলৈ যাবলৈ বৰুৱাৰ মনে ভয় কৰিছিল, নিমিষাৰ বিষয়ে সত্যটো জানিলে সহ্য কৰিব নোৱাৰিব বুলি ভয় খাইছিল; অথচ সেই বৰুৱাই সেইবোৰ কথা ভাবি থাকোঁতেও কেতিয়া আবেলি দুটা বাজে বুলি বাৰে বাৰে ঘড়ী চাইছিল। সময় যেন যাবই নোখোজে। হঠাৎ বৰুৱাৰ মনত পৰিল, নাৰ্চিং হোমত টকা দি আহিব লাগিব। কিমান হৈছে বৰুৱাই নাজানে। এই সাতত্ৰিশ দিনত খুব কমেও তিনি হেজাৰ টকা হ'ব; দিনে থকা-খোৱাৰ খৰচেই বোলে পঞ্চাশ টকা। ইমানবোৰ টকাতো বৰুৱাৰ হাতত নাই। নিমিষাৰ বাকচত বৰুৱাই পাইছিল ৯০০ টকা। নিজৰ দুমাহৰ দৰমহা ধৰি বৰুৱাৰ হাতত আৰু ৫০০ মান টকা আছে। টকাৰ অভাৱটো হোৱাত ভালেই পোৱা বুলি নিজকে নিজে ক'লে বৰুৱাই । টকা যোগাৰ কৰি অনালৈকে আৰু কিছুদিন থাকক। কিন্তু ক'ৰপৰা যোগাৰ কৰিব? বৰুৱাই নাজানে। অথচ নিজে নিজক টকাৰ অভাৱ হোৱাত ভাল পোৱা বুলি ক'লেও, মনৰ ভিতৰত ক'ৰবাত যেন এনে অভাৱ অসহ্যও হ'ল। যিমানেই হওক, নিমিষাই বৰুৱাক বেয়া পালেও, অকলে নিমিষাৰ লগত বহি দুআষাৰ কথা পাতিবৰ ইচ্ছা বৰুৱাৰ হোৱা নাই জানো? "কিয় মোক এনেকৈ প্ৰতাৰণা কৰিলা" বুলি এষাৰ সুধিবলৈকে নিমিষাক লগ পাবৰ খুব মন যোৱা নাই জানো?

হাতত থকা প্ৰায় ১৩০০ টকা লৈ বৰুৱা আবেলি তিনি বজাৰ আগে আগে নাৰ্চিং হোম পালেগৈ।

ডাক্তৰ গুহই বৰুৱাক দেখিয়েই হাঁহিমুখে মাতি নিলে — সেই সৰু কোঠাটোলৈ। আজি কোঠাত দুখন চকী। মাজত সৰু টেবুল এখন। ডাক্তৰ আৰু বৰুৱা মথামুখিকৈ বহিল। ডাক্তৰ গুহই বঙালীতে কৈ গ'ল—

ঃ মিস্টাৰ বৰুৱা, আপুনি খুব ভাগ্যবান। আপুনি বোধকৰোঁ জানে যে আমাৰ চিকিৎসা-পদ্ধতি হৈছে প্ৰশ্ন কৰি কৰি মানসিক-ৰোগীৰ মুখৰপৰা ৰোগৰ কাৰণটো উলিয়াই লওঁ। আৰু প্ৰকৃত কাৰণটো ৰোগীক বুজাই দি মানসিক সুস্থতা ঘূৰাই পোৱাত সহায় কৰোঁ। কিন্তু, কামটো বৰ সহজ নহয়। প্ৰায়বোৰ মানসিক-ৰোগীয়েই সুন্দকৈ ফাঁকি দি মানসিক-ক্ষত ঢাকি ৰাখে— সমাজ বা আপোন মানুহৰপৰা লুকুৱাই ৰাখে; আৰু সেইদৰে লুকুৱাই ৰাখিবলৈ যাওঁতেই মানসিক অসুস্থতা বাঢ়ি যায়। আপুনি হিস্টিৰিয়া বেমাৰ নিশ্চয় জানে— মাইকী মানুহৰ যে অজ্ঞান হৈ যোৱা বেমাৰটো আছে। সেই বেমাৰৰ ৰোগীয়ে সমাজে পাপ বুলি কোৱা যৌন-জীৱন লুকুৱাই ৰাখিবলৈ চেষ্টা কৰোঁতে বাস্তৱৰ লগত সংঘাত

কৰিব লগা হয়। সেই সংঘাত অসহ্য হ'লেগে অজ্ঞান হৈ মনটোক জিৰণি দিয়ে, আৰু সেই সুযোগতে পাৰে যদি প্ৰণয়প্ৰাৰ্থীৰ পৰশ অনুভৱ কৰে— মানুহে নজনাকৈ। আপোনাক মই বৈজ্ঞানিক পদ্ধতিৰে নকৈ সহজভাৱে সাধু কোৱাদি কৈছোঁ। নিমিষাৰো প্ৰায় তেনে এক পৰিস্থিতিয়েই হৈছিল। এতিয়া নিমিষা আৰু আপোনাৰ ভৱিষ্যৎ জীৱন সুখী কৰাৰ সকলো দায়িত্ব আপোনাৰ ওপৰত। নিমিষা এতিয়া সুস্থ। আমি মুকলিকৈ কথা পাতিছোঁ। আপোনাক সকলো কৈ দিম বুলি তেওঁৰ কালি অনুমতি লৈছোঁ। তেওঁ আনন্দেৰে অনুমতি দিছে। আপোনাৰ ওপৰত তেওঁৰ অগাধ বিশ্বাস। এতিয়া তেনে ধৰণৰ সহযোগিতা আপোনাৰপৰাও প্ৰয়োজন।

ডাক্তৰে থিয় হৈ ওচৰতে থকা আলমিৰাৰ ওপৰৰপৰা এটা ফাইল আনি খুলি ল'লে। বৰুৱাই ভালকৈ বুজিলে যে এতিয়া ডাক্তৰে নিমিষাৰ মনৰ পৰিবৰ্তনৰ ইতিহাস দাঙি ধৰিব— কেনেকৈ লাহে লাহে প্ৰেম শৰ্মাই নিমিষাৰ মন জয় কৰিলে, তাকে ক'ব। আৰু তাকে বৰুৱাই সাহসেৰে শুনিব লাগিব। তাৰ পিচত ডাক্তৰে অনুৰোধ কৰিব নিমিষাক সুখী জীৱন যাপন কৰিবলৈ এৰি দিবলৈ আৰু বৰুৱাক নিমিষা নোহোৱাকৈ সুখী জীৱন যাপন কৰিবলৈ। অসহ্য হ'ল বৰুৱাৰ। ঘপ্‌কৰে ক'লে ঃ মই আজি পইচা অনা নাই। কিমান টকা হৈছে তাকো নাজানো। কেনেকৈ নিম?

ডাক্তৰে ফাইলৰপৰা বিল্‌খন দাঙি ক'লে যে টকা সাধাৰণতে প্ৰায় আঢ়ৈ হেজাৰ হয়। পিচে ডাক্তৰ কাকতীৰ ভতিজাক। গতিকে অকল থকা-খোৱাৰ খৰচ হিচাপে মাত্ৰ ৫০০ টকা দিলেই হ'ব। এতিয়া নহ'লে পিচত দিলেও হ'ব। এতিয়াই টকা নিদিয়াকৈও নিমিষাক লৈ যাব পাৰিব।

ডাক্তৰ গুহই মুখত হাঁহি লৈ আনন্দেৰে কৈ গ'ল ঃ মই জানো আপুনি আজিৰ ডেকা, আপুনি বহল দৃষ্টিভংগিৰে সকলো ল'ব পাৰিব (হায়, ডাক্তৰে তো নাজানে যে স্ত্ৰী-সম্পত্তিৰ ক্ষেত্ৰত উদাৰতা আজি চাৰি-পাঁচ হেজাৰ কিয়, তাতকৈ বেছি বছৰৰ আগতে থকাতকৈও বেলেগ হোৱা নাই)। আপোনাক কোৱাৰ প্ৰয়োজন আছে; কাৰণ আপোনাক ময়ে কৈ নিদিলে আপুনি নিজে প্ৰশ্ন কৰি তেওঁৰপৰা উলিয়াবলৈ চেষ্টা কৰিব আৰু তেওঁ আকৌ লুকুৱাবলৈ চেষ্টা কৰোঁতে হয়তো মানসিক-বিকৃতিত ভুগি অবাঞ্ছনীয় পথ ল'ব। হয়তো তেতিয়া চিকিৎসা কৰিও ভাল কৰোৱা টান হ'ব। আপুনি শিক্ষিত মানুহ বুলিয়েই বাকী কিছুদিনৰ চিকিৎসা নিৰ্দেশানুসাৰে কৰিবলৈ আপোনাকে এৰি দিব খুজিছোঁ। কাৰণ, আপোনাৰ ওচৰত সহজ হ'ব পাৰিলে ৰোগী সোনকালে ভাল হ'ব।

ডাক্তৰ অলপ ৰ'ল। বৰুৱাৰ বুকু কঁপি উঠিল। এইবাৰ ডাক্তৰে সেই নিষ্ঠুৰ সত্যটো কৈ পেলাব। ডাক্তৰে ফাইলৰ এখিলা কাগজ পঢ়ি চাই ক'লে ঃ এতিয়া আপোনাক মই পোনপটীয়াকৈ ঘটনাবোৰ কৈ যাওঁ — যিবোৰ ঘটনাৰ ফলত নিমিষা দেৱীৰ আজি এই মানসিক-বিকৃতি। ক'বলৈ বাধ্য হৈছোঁ যে তাৰ কাৰণে জগৰীয়া আপুনি। অতি সহজ-সৰল ছোৱালী এজনীক আপুনি আপোনাৰ আদৰ্শৰ নামত সম্ভাব্য সকলো বিপদৰ মুখলৈ ঠেলি দিছিল।

বৰুৱাই মনে মনে ভাবিলে ঃ তাৰ কাৰণে মই এতিয়া যি শাস্তি ভুগিব লাগিব, সেইটোও জানো কম হ'ব!

ডাক্তৰে আকৌ হাঁহি মাৰি ক'লে ঃ এতিয়া শুনক। বিয়াৰ আগৰ প্ৰণয়-কালত আপুনি নিজকে বৰ ধনী-গুণী-মানী আৰু ভৱিষ্যৎ উন্নতিৰ আশাৰে পূৰ্ণ মানুহ হিচাপে নিমিষাৰ আগত দাঙি ধৰিছিল। আনকি আপোনাৰ বহুত ডাঙৰ চাকৰি এটাও যোগাৰ হৈ আছে বুলি কৈছিল । কিন্তু বিয়াৰ পিচত বহুত কথাই মিছা প্ৰমাণিত হ'ল। নিমিষাই কিন্তু সেইবোৰ কথা উলিয়াই কোনো দিন আপোনাক একো নক'লে - আপুনি দুখ পাব বুলিয়েই। নহয় নে?

ঃ হয়।

বৰুৱা আচল কথাটো শুনিবলৈ সাজু হ'ল। ডাক্তৰে কৈ গ'ল ঃ কিন্তু সেই উদাৰতাৰ প্ৰতিদান আপুনি কি দিলে? বিয়াৰ দুবছৰ পিচত আপুনি আপোনাৰ বন্ধু প্ৰেম শৰ্মাক এদিন এটা চিনেমা-হলত লগ পালে। নিমিষাই সেই মানুহজনক একেবাৰে দেখিব নোৱাৰে। আপুনি কিন্তু চিনেমাত অভিনয় কৰিবলৈ সুযোগ পোৱাৰ লোভত সেই অসৎ চৰিত্ৰৰ মানুহজনৰ ওচৰতে বহি নিমিষাক চিনেমা চাবলৈ দিলে । আনকি, যি কাৰণতেই নহওক, মাজতে এবাৰ বাহিৰলৈ উঠি

গৈ বহুত পৰ নাহিল। সেই মানুহজনে সেই সময়তে দুবাৰ নিমিষাৰ কৰঙনত চিকুটিছিল। নিমিষাই দ্বিতীয়বাৰ পুলিচ মাতিম বুলি ভয় দেখুৱালত হে সি এৰি দিলে। তথাপি মুখেৰে সি কৈ থ'লে "চাম বাৰু"। আপুনি বাহিৰৰপৰা সোমাই অহাৰ পিচত ঠিক সেই কথাটোকে নক'লে নিমিষাই - আপুনি মাৰপিট্ আৰম্ভ কৰে বুলি ভাবি ভয় কৰি। কিন্তু কিমান বেয়া পাইছিল সেই মানুহটোৰ লগত অকলে বহি থাকি, সেই কথা আপোনাক জনালে। আপুনি কিন্তু নিমিষাৰ অভিযোগলৈ কাণ নিদিলেই; বৰঞ্চ চিনেমাৰ পিচতো নিমিষাক জোৰ কৰি নি তাৰে সৈতে বহি দোকানত চাহ খালেগৈ। সেই দোকানতে সেই মানুহজনে পিচদিনাই বহুত টকা এড্‌ভান্স দিবলৈ ওলাল আৰু আপোনাক চিনেমাৰ কামৰ কাৰণে ল'লে বুলি ক'লে। সেই নিশাৰ আৰু তাৰ পিচদিনাৰ নিমিষাৰ ব্যৱহাৰ মনত পেলাই চালে আপুনি বুজিব, সেই মানুহটোৰ সঙ্গ নল'বলৈ নিমিষাই আপোনাক বহুত ধৰণেৰে বুজালে। আনকি ৰাতি বিচনাতো আপোনাৰ লগত অসহযোগ কৰিলে, আৰু পিচদিনা পুৱাও তেনে মানুহৰ সঙ্গ লোৱাৰ কাৰণে আপোনাৰ ওপৰত বিতৃষ্ণা বঢ়িয়াকৈ ফুটাই তুলিলে। নিজৰ আদৰ্শৰ কথাত মচগুল হৈ আপুনি সেইবোৰ নুবুজিলেই। এতিয়া ভাবি চাওকচোন।

বৰুৱাই ভাবি চালে। এতিয়া যেন বহুত কথাৰ অৰ্থ বৰুৱাই বুজিব পাৰিলে। পৰপুৰুষৰ লোলুপ ব্যৱহাৰৰপৰা ৰক্ষা কৰিব নোৱাৰা কাৰণেই এদিন গুৱাহাটীত তেন্তে নিমিষাই বৰুৱাক "কাপুৰুষ" বুলিছিল। ছিঃ, এই সহজ কথাবোৰ বৰুৱাই বাৰু তেতিয়া বুজিব পৰা নাছিল কেলেই?

ডাক্তৰে কৈ গ'ল ঃ নিমিষাৰ কোনো আপত্তি আপুনি নুশুনিলে, নুবুজিলে। পিচদিনা আপুনি বহুত টকা সেই অসৎ মানুহটোৰপৰা আগধন হিচাপে ল'লে। নিমিষাক ফুচুলালে সেই টকাৰে আপোনালোকৰ নিজা ঘৰটো হ'ব বুলি। নিমিষাই নিজে ঘৰটোৰ প্ৰয়োজন সিমান বেছি বোধ কৰা নাছিল। কিন্তু ভাবিলে, নতুন ঘৰটো হ'লে সেইটোৰ মৰমতে আপুনি বান্ধ খাই থাকিব বুলি; তেতিয়া আৰু অভিনয়ৰ নামত পাগল হৈ নুফুৰিব বুলি। সেই কাৰণে নিমিষাই অকলে অকলে লাগি ঘৰটো উলিয়ালে। অৱশ্যে ঘৰ সজোৱাৰ কামত লাগি থাকোঁতে আপোনাৰ ওচৰত আহি বহি থকা সেই মানুহটোক দেখাৰপৰা দূৰত থকাৰ সুবিধাটোও নিমিষাই ভাল পাইছিল। নিমিষাক কিন্তু আপুনি সেই সময়ত বৰ অপমান কৰিছিল। তিৰোতাই নিজৰ বিচনাখন গুপুত বস্তুৰ দৰে ৰাখিবলৈ বিচাৰে। নিমিষাৰ হেজাৰ প্ৰতিবাদ সত্বেও আপুনি আপোনাৰ অসৎ বন্ধুক নি আপোনালোকৰ বিচনাত শুৱালেগৈ। ঘৈণীয়েকৰ লগত নিজে শোৱা বিচনাখনত পৰপুৰুষক শুবলৈ নিজে স্বাভাৱিক মনৰ পুৰুষে দিব পাৰে বুলি মোৰ বিশ্বাস নহয়। আপুনি তাকে কৰিলে। তাৰ পিচতো নিমিষাই নতুন ঘৰটো উলিয়াই আপোনাক ঘৰটোৰ প্ৰতি মৰম সুমুওৱাৰ চেষ্টা কৰিলে। সেই চেষ্টাক আপুনি নিষ্ঠুৰভাৱে উপেক্ষা কৰিলে। সেই সময়তে কেইবাদিনো নিমিষাই আপোনাক বুজাবলৈ চেষ্টা কৰিছিল-- সেই প্ৰেম শৰ্মাটো কিমান বেয়া মানুহ। আনকি সদায় মনে মনে ঠিক কৰিছিল, চিনেমা-হলত তাৰ অসভ্যালিৰ কথা আপোনাক কৈ দিব। আজি-কালিৰ বহুত ছোৱালীয়েই কৈ দিব পাৰিলেহেতেঁন। কিন্তু নিমিষাই নোৱাৰিলে-- লাজত আৰু সেই মানুহটোৱে আপোনাক শাৰীৰিক আঘাত কৰে বুলি ভয়ত। আৰু প্ৰেম শৰ্মাৰ বিৰুদ্ধে কথা কোৱাৰ সুবিধাও নিদিলেই আপুনি। তথাপি আপোনাক বহুত ধৰণেৰে তাৰ সঙ্গ এৰিবলৈ অনুৰোধ কৰিছিল। আপুনি তাৰ উত্তৰত আপোনাৰ আদৰ্শৰ বক্তৃতা দিছিল আৰু সেই আদৰ্শ লাভত সহায় কৰা কাৰণে সেই অসৎ মানুহটোক প্ৰশংসা কৰিছিল। ইমান অৱজ্ঞা বোধকৰোঁ একমাত্ৰ নিমিষাৰ নিচিনা তিৰোতাই হে সহ্য কৰি তাৰ পিচতো গিৰিয়েকক ভাল পাব পাৰে আৰু মানসিক সুস্থতা ৰাখিব পাৰে।

সিমানতো আপুনি ক্ষান্ত নহ'ল । কলিকতালৈ আহিবলৈ ওলাল নিমিষাক লৈ-- সেই অসৎ মানুহটোৰ লগত চিনেমা কৰিবলৈ। শুনিয়েই বেচেৰীয়ে ভয় খালে। আপোনাক অহাটো বন্ধ কৰিব নোৱাৰি, নিজে মৰি গ'লেও নাহে বুলি ঠিক কৰিলে। কিন্তু আপুনি তেওঁক সিমানতো নেৰিলে। এদিন পুৱা তিনিজনী সন্তীয়া ছোৱালী ঘৰলৈকে আনি ক'লে, সিহঁতৰ লগতে আপুনি কলিকতালৈ যাব। কোন ঘৈণীয়েকে বাৰু গিৰিয়েকক সেইদৰে এৰি দিব পাৰে? নিমিষা আপোনাৰ লগত আহিবলৈ বাধ্য হ'ল--- ইচ্ছাৰ বিৰুদ্ধেও-- কেৱল আপোনাক বিপথগামী হোৱাৰপৰা ৰক্ষা কৰিবলৈ। বেচেৰীৰ

সেই ত্যাগক আপুনি নিজৰ জয় বুলি গ্ৰহণ কৰি অপমান কৰিলে।

তাৰ উপৰি গুৱাহাটীত কথা দিয়া মতে আপুনি কাম নকৰিলে। কলিকতাত আহি আপুনি সেই অসৎ মানুহটোৰ ঘৰতে থাকিবলৈ ওলাল। লাজ-মান কাতি কৰি নিমিষাই নিজে জোৰ কৰি আপোনাক তাৰ পৰা লৈ আহিল। সেইদিনা আন যি কোনো ছোৱালী হোৱা হ'লে কলিকতাত প্ৰথম দিনা এজন চিনাকী মানুহৰ থাকিবলৈ কৰা অনুৰোধ উপেক্ষা কৰি অচিনাকি ঠাইত হোটেল বিচাৰি ৰাতি ওলাই নাহিলহেঁতেন; আৰু, অৱশেষত আপোনাৰ চকুৰ আগতে হয়তো আপোনাৰ স্ত্ৰীক আনে সম্ভোগ কৰিলেহেঁতেন— কাৰণ সেইবিধ অসৎ মানুহে নিজৰ যৌন-বিকৃতি চৰিতাৰ্থ কৰিবলৈ তেনেকুৱা কৰিব পাৰে। কিন্তু, নিমিষাৰ ওপৰত প্ৰতিশোধ ল'বলৈকে কৰাদি বেচেৰীক হোটেলত ৰাখি আপুনি কাম কৰাটো কিমান টান বুজাই দিলে। আৰু, সেই অসৎ মানুহটো থকা ঘৰটোৰ এটা ফ্লেটতে আপুনি থাকিবলৈ ল'লেহি।

বহি থকা অৱস্থাতে বৰুৱা জিকাৰ খাই উঠিল; হাতৰ মুঠি টান কৰিলে— যেন প্ৰেম শৰ্মাক হে আগত দেখিছে নিমিষাৰ ওপৰত অত্যাচাৰ কৰিবলৈ অহা।

ডাক্তৰে কৈ গ'ল ঃ ৰ'ব, এতিয়াই জিকাৰ নাখাব। কাৰণ, তাৰ পিচতো নিমিষাক আপুনি হেলাৰঙে চৰম ত্যাগ কৰিবলৈ বাধ্য কৰালে। মনত আছে নে, স্টুডিঅ'ত এদিন আপুনি অকলে এৰি আহিল নিমিষাক? অথচ আপুনি ভালকৈ জানিছিল যে নিমিষাক অকলে এৰি যোৱা ঠিক নহয়। কিন্তু নিমিষাৰ প্ৰতি সিমান মনোযোগ দিয়াটো বেয়া হ'ব বুলি চাগে আপোনাৰ পুৰুষ-গৰ্বই আপোনাক ক'লে। আপুনি যোৱাৰ পিচতে প্ৰেম শৰ্মাই বুদ্ধি কৰি সেই সন্তীয়া ছোৱালী দুজনীৰ হতুৱাই নিমিষাক বাটত ফুৰাবলৈ বুলি লৈ গ'ল। তাৰ পিচতে টেক্সিত উঠি সেই অসৎ মানুহটো সেইখিনিত হাজিৰ। নিমিষাক ক'লে, ঘৰত নমাই থৈ যাব টেক্সিত উঠিব লাগে। নিমিষা নুঠে। অন্তত সেই পাষগুই ছোৱালী দুজনীক টেক্সিত তুলি লৈ ক'লে ঃ থাকি যায় যদি যাওক। অকলে ইয়াত কিন্তু ভাল নহয়। কি কৰিব নিমিষাই? স্টুডিঅ'লৈ অকলে ঘূৰি যাবলৈও ভয় লাগিল। ছোৱালী-কিজনীকো অনুৰোধ কৰি ৰখাব নোৱাৰিলে। অন্তত বাধ্য হৈ টেক্সিত উঠিল। ঘৰৰ আগতে টেক্সি ৰ'লহি। নিমিষা লৰালৰিকৈ ওপৰলৈ উঠিল— নিজৰ ফ্লেটত সোমাবলৈ। কিন্তু ইতিমধ্যে প্ৰেম শৰ্মাই আহি ক'লে ঃ মোৰ আপোনাৰ লগত কথা আছে। বৰুৱাৰ জীৱন বচাব খোজে যদি আপোনাৰ সৈতে কথা পতা প্ৰয়োজন। সেই কাৰণেই মাতি আনিছোঁ। এইবুলি অবাক নিমিষাক প্ৰায় টানি টানি পাষগুই নিজৰ ফ্লেটলৈ লৈ গ'ল। ফ্লেটত নি, নিমিষাক নাপালে বৰুৱাৰ প্ৰাণ মাৰি হ'লেও নিমিষাক এদিনলৈ ল'ব বুলি ভয় দেখুৱাই সেই অসৎ মানুহটোৱে প্ৰায়-অজ্ঞান নিমিষাক উপভোগ কৰিলে। কেনেকৈ নিমিষাই বাধা দিছিল, সেইবোৰ আৰু নকওঁ। তেতিয়া আপুনি এবাৰ প্ৰেম শৰ্মাৰ ফ্লেটলৈ গৈছিল। চাকৰটোৱে শৰ্মা নাই বুলি ক'লে। কিন্তু আচলতে তেতিয়া সি আপোনাৰ স্ত্ৰীক উপভোগ কৰি আছিল; আৰু বাহিৰত আপোনাৰ মাত শুনি কৈছিল ঃ বৰুৱাক আগত ৰাখি তোমাক উপভোগ কৰিবলৈ বেছি ভাল লাগিলহেঁতেন।

সেইদিনাৰপৰা নিমিষাই ব্ৰত কৰাৰ নামত আপোনাৰ লগত নোশোৱা হ'ল। আপোনাক ৰান্ধি-বাঢ়িও নুখুউৱা হ'ল। কাৰণ, নিজক অশুচি হোৱা বুলি ভাবিলে। সেই অশুচি অৱস্থাত আপোনাক চুলে বা আপোনাক ৰান্ধি খুৱালে আপোনাৰ অপকাৰ হ'ব বুলি ভাবিলে। আপুনি কিন্তু নিমিষাক ভুল বুজিলে। সেইদিনা নিজৰ ফ্লেটত প্ৰেম শৰ্মাই নিমিষাক ভয় খুৱাই কৈছিল যে আপুনি কামত কিবা গণ্ডগোল কৰি খং দেখুৱালে টালিগঞ্জৰ গুণ্ডা লগাই টুকুৰা-টুকুৰ কৰি আপোনাক গঙ্গাত উটুৱাই দিব। নিমিষাই প্ৰমাণ চাব খুজিলে সেইদিনাই দেখুৱাব পাৰে বুলিও ভয় দেখুৱালে। সেই কাৰণেই পিচতো প্ৰেম শৰ্মাৰ লগত আপুনি খঙেৰে কথা পাতিলেই নিমিষাই ভয় খোৱা হৈছিল। প্ৰেম শৰ্মাৰ সেই ব্যৱহাৰ আৰু আপোনাৰ অমনোযোগিতাৰ মাজত পৰি মানুহজনীৰ মনৰ অৱস্থা ইতিমধ্যে স্বাভাবিক নোহোৱা হৈছিল। তাৰ পিচত এদিন কেমেৰামেন পালৰ লগত মিছাকৈ শৰ্মাই ক'ৰবালৈ আপোনাক পঠোৱাৰ দিনা শৰ্মাই যে সেই সুযোগতে নিমিষাক উপভোগ কৰিবলৈ বিচাৰিব সেই কথা নিমিষাই আগতে জানিছিল। আপুনি যোৱাৰ পিচতে নিমিষাক নি তাৰ

সকলো যৌন-বিকৃতি চৰিতাৰ্থ কৰোঁতে নিমিষা প্ৰায় আধা মৰা হৈছিল। তাৰ পিচতে নিমিষাৰ মানসিক সুস্থতা একেবাৰে হেৰাই গৈছিল। সদায় ভাবিছিল, আপোনাক প্ৰেম শৰ্মাৰ নৃশংস উদ্দেশ্যৰ বলি হোৱাৰপৰা ৰক্ষা কৰাৰ একমাত্ৰ উপায় হ'ল — প্ৰেম শৰ্মাক নিজৰ দেহ দিয়াটো। সেই কাৰণেই ডাক্তৰ কাকতীৰ ঘৰত থাকোঁতে শৰ্মাই গৈ আপোনাক পুলিচত দিব আদি বুলি ভয় খুউৱাৰ সময়ত আৰু তাৰ পিচতো নিমিষাই অকলে প্ৰেম শৰ্মাক লগ পাবলৈ বিচাৰিছিল— নিজ দেহাটো উপভোগৰ কাৰণে শি আপোনাক ৰক্ষা কৰিবলৈ। তেতিয়া আৰু নিমিষা সুস্থ নাছিল; প্ৰায় বাউলী হৈছিল বুলি ক'ব পাৰি। সেই অৱস্থাতো আপুনি নিষ্ঠুৰভাৱে নিমিষাক বেশ্যা বুলি দাঁত কামুৰি মাৰিবলৈ গৈছিল। নিমিষাক কিমান নিষ্ঠুৰভাৱে আপুনি অৱজ্ঞা কৰিলে, যেনেকৈ নিজৰ আদৰ্শৰ নামত লোকৰ ভোগৰ সামগ্ৰী হ'বলৈ বাধ্য কৰিলে, তাৰ কাৰণে আপোনাৰ নিচিনা মানুহ শাস্তি পাবৰ যোগ্য।

মোৰ আৰু কবলৈ নাই। ভাগ্য ভাল যে ভগবানে কেনেবাকৈ আনি নিমিষাক মোৰ বন্ধু ডাক্তৰ কাকতীৰ ওচৰ পোৱালেহি। নহ'লে কি হ'লহেঁতেন কোৱা টান।

এতিয়া মোৰ সাধাৰণ দুটামান প্ৰশ্ন আছে। ইমানখিনি জনাৰ পিচত নিজৰ দোষ স্বীকাৰ কৰি নিমিষাক গ্ৰহণ কৰাত উদাৰতা আপোনাৰ আছে নে নাই? নিমিষাৰো যে মন এটা আছে আৰু সেই মনটো যে সদায় হেঁচা খাই থাকিলে বিকৃত হ'ব পাৰে, এই কথা মনত ৰাখি আপুনি চলিব পাৰিব নে? ঘটি যোৱা এইবোৰ কথা আপুনি একেবাৰে পাহৰি যাব পাৰিব নে? মৰম, চেনেহ, সহানুভূতি, সন্মান,আদিৰে নিমিষাক কিছুদিন আবৰি ৰাখিব পাৰিব নে? আৰু, নিজৰ দোষ আপুনি সঁচাকৈ স্বীকাৰ কৰে নে? যদি কৰে, তেন্তে নিমিষাক এতিয়া, ইমানখিনি শুনাৰ পিচত, একেবাৰে নিৰ্দোষ আৰু আপোনাৰ গ্ৰহণযোগ্যা বুলি ভাবে নে?

আপুনি প্ৰশ্নবোৰ ভাবি চাওক। মই দহ-পোন্ধৰ মিনিটৰ পিচত আহিম, লাগিলে আৰু দেৰিকৈ আহিম। আপুনি ভাবি চাই মোক উত্তৰ দিব। যদি আপুনি নিজৰ দোষৰ কাৰণে অনুতপ্ত হিয়াৰে নিমিষাক সৰ্বান্তকৰণেৰে গ্ৰহণ কৰিব পাৰে, তেন্তে আপুনি এতিয়াই লৈ যাব। যদি নোৱাৰে, তেন্তে আপুনি কিছুদিনলৈ খং-অভিমান-ভয়-হিংসা আদি সকলোৰেপৰা দূৰত ৰাখিব লাগিব আৰু সেই অসৎ চৰিত্ৰৰ মানুহটোক একেবাৰে নেদেখাকৈ অন্ততঃ কিছুদিনলৈ ৰাখিব লাগিব। আপুনি তেন্তে ভাবি চাওক।

ডাক্তৰ ওলাই গ'ল। হতভম্ব হৈ বহি থাকিল বৰুৱা। সপোনৰ দৰে নিমিষা যেন চকুৰ আগত ওলালহি বৰুৱাৰ। নিমিষাতো নহয়— কোনোবা দেৱী হে যেন। আহি যেন কৈছে— তোমাক মই ক্ষমা কৰিছোঁ 'জীৱন'। তুমি ভয় নাখাবা। বেয়া লাগিলে মই তোমাৰ লগত নাথাকোঁ। মই কিন্তু সদায় দূৰে দূৰে হ'লেও তোমাৰ হৈয়ে থাকিম। বৰুৱাই নমতা যেন দেখি নিমিষাই যেন বৰুৱাৰ মনত সন্দেহ আছে বুলি, নিমিষাক অপবিত্ৰ বুলি ভাবিছে যেন পাই, গুচি যাব খুজিছে! খকমককৈ বৰুৱা "নিমি মোক ক্ষমা কৰা, আহা" বুলি নিমিষাক ধৰিবলৈ হাত মেলি থিয় হ'ল। ডাক্তৰ সোমাই আহি সুধিলে ঃ কি হ'ল?

ঃ মোক আপুনি যি কয় তাকে কৰিম। নিমিষাৰ প্ৰতি মোৰ কিন্তু কোনো বেয়া ভাব এতিয়াও নাই, কেতিয়াও নহয়ো?

ডাক্তৰে বৰুৱাক পিঠিত থপৰিয়াই কলে ঃ Bravo ! you are nice. But be careful in future. এতিয়া বহক। আপুনি কিমান ভালকৈ নিমিষাক গ্ৰহণ কৰিছে, মই কওঁগৈ। আৰু নিমিষাক মাতি আনো।

অধীৰভাৱে বৰুৱা বৈ থাকিল। প্ৰথমে কি ক'ব নিমিষাক? মুৰটোৱেও যেন কাম নকৰা হ'ল। একোটা চেকেণ্ড একোটা ঘন্টা যেন লাগিল বৰুৱাৰ। কেতিয়া আহিব? কিয় ইমান পলম কৰিছে?

ভৰিৰ শব্দ শুনি বৰুৱাই বহাৰপৰা উঠি দুৱাৰমুখ পালেগৈ। সমুখত ডাক্তৰৰ লগত নিমিষা। নিমিষাৰ স্বাস্থ্য ইমান ভাল হ'ল! গাল দুখন আগৰ দৰে ৰঙা হৈ পৰিছে। বৰুৱাই চাই থাকিল।

ডাক্তৰে ক'লে ঃ মিচেচ বৰুৱা, আপোনাৰ সকলো কথা মই মিস্টাৰ বৰুৱাক কৈ দিছোঁ। তাৰ পিচতো মিস্টাৰ বৰুৱাই আপোনাৰ চৰিত্ৰ বেয়া হোৱা বুলি কল্পনাও কৰা নাই। আৰু, আপুনি আজি পুৰা সুধিছিল, সেই প্ৰেম শৰ্মা মানুহটোৱে যদি কেতিয়াবা প্ৰতিশোধৰ ভাব লৈ বৰুৱাক অপকাৰ কৰে। সেইটো আপোনাৰ মিছা চিন্তা। সেইবিধ অসৎ মানুহে মুখেৰে হে ভয় খুৱায়। বৰুৱাৰ নিচিনা আচল সৎ মানুহক সদায় সিহঁতে ভয় কৰে। তাৰ উপৰি, তাক পুলিচে ধৰিলে। বহুত দিনলৈ জেল হ'ল— প্ৰায় ১২ বছৰ। গতিকে সেই চিন্তা আপোনাৰ নাই।

আৱশ্যক বুজি প্ৰেম শৰ্মাৰ জেল হোৱা বিষয়ে ডাক্তৰে মিছা কথা কোৱাটো বৰুৱাই বুজিলে। ডাক্তৰে লাহেকৈ আঁতৰি দিলে। খপ্‌কৰে নিমিষাই বৰুৱাৰ ভৰিত ধৰি হুক্‌হুক্‌কৈ কান্দি কান্দি ক'লে ঃ মোক ক্ষমা কৰা, মাফ কৰা সোণ! বৰুৱাই কান্দি কান্দি নিমিষাক দাঙি ধৰি ক'লে ঃ মোক হে তুমি ক্ষমা কৰা নিমি।

প্ৰায় এঘন্টা হ'ল নাৰ্চিং হোম এৰি অহাৰ। তেতিয়াও বৰুৱা-নিমিষা একেখন টেক্সিতে ঘূৰিয়ে আছে কলিকতাত। দুইটাৰ চকুৰ পানী তেতিয়াও বৈ আছে। মুখত হাঁহিও বিৰিঙি আছে।

ঃ ইমান ভাল লাগে কান্দি।

নিমিষাই বৰুৱাৰ চকুপানী মচি দিলে।

ঃ নিমি!

বৰুৱাই নিমিষাৰ চকুপানী মচি দিলে।

আকৌ ওলাল চকুপানী।

আকৌ মচিলে দুয়ো দুয়োৰে।

আকৌ বৈ আহিল।

এইবাৰ আৰু নমচিলে। চকুৰ পানীৰে হাঁহিত বোল সানি নিমিষাই ক'লে ঃ এতিয়া আমাক ডাক্তৰ গুহই দেখিলে দুইটা বলিয়া হ'লোঁ বুলি ক'ব।

তেতিয়াও টেক্সিখন ৰোৱা নাছিল।

কেৱল নিমিষাৰ চকুপানী জীৱনজিৎ বৰুৱাৰ বুকুৰ নোমত লাগি এইবাৰ বৈ গৈছিল।

আৰু বৰুৱাৰ চকুপানীৰে নিমিষাৰ গালত আখৰ লিখিছিল।

তেতিয়া কলিকতাত ৰান্ধনি-বেলিয়ে পিচদিনাৰ সমাগত নতুন প্ৰতিজ্ঞা আঁকি আকাশত ৰঙা নিচান উৰুৱাইছিল।

ৰান্ধনি-বেলি খন্তেকলৈ আকাশত থাকি হেৰাই গ'ল। গুৱাহাটীৰ উলুবাৰীৰ সেই ঘাঁহ-বনেৰে ঢাক খোৱা ঘৰটোৰ আগফালে হাতত কাঠি এডাল জ্বলাই লৈ প্ৰণাম কৰাৰ ভংগিত বৈ থকা সেই মানুহজনক আজি দুবছৰে সকলোৱে দেখিছে। হাতত সেইডাল জ্বলা ধূপকাঠি। সেই এটাই পাগলামি মানুহটোৰ। পইচা পালেই ধূপ কিনি জ্বলাই ভগবানক প্ৰণাম কৰি থাকে। আপুনি খবৰ কৰিলে জানিব যে মানুহটোৰ নাম জীৱনজিৎ বৰুৱা। খবৰ কৰিলে আৰু জানিব যে দুবছৰ আগতে কলিকতাত ঘৈণীয়েক নিমিষাক মানসিক-চিকিৎসাৰ পিচত সুস্থ অৱস্থাত আনি আনন্দত আপোন-পাহৰা হৈ নিশা শুবলৈ গৈছিল— কোনোবা দামী হোটেলত দুয়ো ভাত খাই আহি। শুবলৈ যোৱাৰ আগতে দুয়ো জীৱনজিৎ বৰুৱাক চুমা এটা খাই বাথৰুমলৈ যাওঁ বুলি নিমিষা দেৱী আৰু ঘূৰি নাহিল। পিচদিনা অলপ দূৰত থকা পুখুৰীটোৰপৰা

নিমিষা দেৱীৰ মৃতদেহ পুলিচে উদ্ধাৰ কৰিছিল। নিমিষাই কিয় আত্মহত্যা কৰিলে? — হঠাৎ পোৱা অসীম আনন্দ অসহ্য হৈ, নে ইমানবোৰ ঘটনা বৰুৱাই জনাৰ পিচত মনে মনে বৰ দুখ আৰু লাজ পাই?

ডাক্তৰ গুহই ভাবে— জীৱনজিৎ বৰুৱা নিৰাপদ বুলি জনাৰ পিচত সেই অশুচি দেহত থাকিবলৈ নিমিষা দেৱীৰ পৱিত্ৰ প্ৰাণ মান্তি নহ'ল। নহ'লে হয়তো মনৰ খু-দুৱনি মাৰিবলৈ কিবা প্ৰশ্ন কৰি নিমিষাক বৰুৱাই আকৌ ভয় খুৱাই দিছিল।

আপুনি সেইখিনিতে কিছুপৰ ৰৈ থাওক। দেখিব, নজ্বলা ধূপৰ কাঠি এডাল লৈ জীৱনজিৎ বৰুৱাই কান্দি কান্দি ক'বহি ঃ মোৰ ধূপডাল নজ্বলে; নিমিষাৰ অমঙ্গল হ'ব; বেগেতে জ্বালাই দিয়কচোন।

ডেকা বলিয়াটোৰ কৰুণ অনুৰোধে আপোনাৰ চকুও পানীৰে ওপচাব। বলিয়াটোৱে আপোনাক অনুৰোধ কৰিব, আপোনাৰ ঘৰত গৈয়েই ধূপ এডাল জ্বালাই দিবলৈ- নিমিষাৰ মঙ্গলৰ কাৰণে। কান্দি কান্দি কৰা সেই অনুৰোধ বহুত মানুহে নাৰাখি নোৱাৰে। বৰুৱাক লগ পাই যোৱা বহুত মানুহে ঘৰত ধূপ জ্বলায়গৈ। কিন্তু কিমানে জানে যে প্ৰতি সন্ধিয়া ঘৰত জ্বলোৱা সেই ধূপত নিমিষাবোৰৰ বেদনাভৰা জীৱনৰ জীৱনৰ ত্যাগৰ সম্বন্ধ আছে— নিজক শেষ কৰি আনৰ মঙ্গল কামনা কৰাৰ চৰম উদাৰতা আছে, আৰু আছে নিমিষাবোৰৰ মনটোহঁতক অৱজ্ঞা কৰা জীৱনজিৎবোৰৰ নিষ্ঠুৰতাৰ ইতিহাস।★

# এক

**বাটটো** গাঁৱৰ শান্তি এৰি চহৰলৈ আগুৱাই গৈছে ।

দুই-এখন চাইকেল, দুই এটা বাট বুলা মানুহ, কান্ধত ভাৰ লৈ দুই এটা বেপাৰী, দুই এখন গৰু-গাড়ী সকলো চহৰমুখী (আবেলি পৰত এই বাটেদি যাত্রা এনেকুৱাকৈ চহৰমুখী যে গাঁৱলৈ উভতি অহা মানুহ-গৰু কিবা পালে আচৰিত লাগে);-যেন কোনোবা শিপিনীয়ে হে চহৰত আবেলিৰ এলাহেৰে এই বাটটোক উঘাত পকাইছে, আৰু সেয়ে ইয়াৰ ওপৰত থকা মানুহ আদি লগে লগে চহৰৰ উঘালৈ আগবাঢ়ি গৈ আছে — সূতাত থকা আঁহ-দাগ উঘালৈ আগুৱাই যোৱাৰ দৰে ।

হয়, গাঁৱৰ শান্তি এৰি চহৰমুখী এই বাট। ইয়াৰ দুই দাঁতিৰ ঘৰ আৰু ওপৰলৈকে আহি পৰা গছ-গছনিবোৰে যেন বাধা দিয়াৰ চেষ্টা কৰি বিফল মনোৰথ হৈ আগুৱাই যোৱা বাটটোকে চাই ৰৈ আছে — অতীতৰ বুকুৰ পৰা ভৱিষ্যতৰ আহ্বানলৈ আগুৱাই যোৱা সংস্কাৰমুক্ত শ্রমজীৱী মানুহক হে যেন অলস সংস্কাৰপ্রিয় মধ্যবিত্তই বাধা দিবলৈ চেষ্টা কৰি বিফল মনোৰথ হৈ চাই ৰৈ আছে— কোনোবা দৈৱশক্তিয়ে আহি বাধা দিয়াৰ আশাৰে। চহৰে গাঁৱৰ সম্পদ শোহে, গাঁৱে 'আমাৰ ঐতিহ্য আছে' বুলি তলিত পৰি থকা গেদেৰিখিনি সাৱটি বহি থাকে। চহৰে তোষামোদী সুৰত গাঁৱৰ গুণ বখানে; গাঁৱে তৃপ্তিৰে শুনি গর্ব কৰে। গাঁৱে চহৰত ঈর্ষাত সমালোচনা কৰে, চহৰে পুতৌ কৰি হাঁহে। চহৰৰ অকৃতজ্ঞতাক যুগৰ প্ৰয়োজনে পাপমুক্ত কৰে, গাঁৱৰ সৰলতাই মূর্খালিৰে মিতিৰালি পাতে।

এইখন ৰাজবাহৰ গাঁও। এইটো ৰাজবাহৰৰ পৰা যোৰহাট চহৰলৈ যোৱা আলিবাট। এই বাট ৰাজবাহাৰৰ সোণ-খোৱা চুকৰ মাজেদি গৈছে। প্রায়বোৰ ঘৰেই বাটৰ ওপৰ পোৱাহি যেন লাগে। একোঠাইত দুই ফালৰ বাঁহ-গছে বাটৰ ওপৰত আলাসতে আলিংগন কৰিছে। প্রায়বোৰেই সাধাৰণ ঘৰ সৰু সৰু। কিছুমানত বহুত দিন আগতে চুণ দিয়াৰ চিন। কিছুমানত একোটা পকা খুটা বা একোখন ইটাৰ বেৰে দাৰিদ্র্য বেছি প্রকট কৰি তুলিছে। সম্পূর্ণকৈ পকা ঘৰ এটাই মাত্র আছে; সেইটোৱেই হীৰা ঠিকাদাৰৰ । কিন্তু.... এনেয়ে শান্তিপূর্ণ এই গাঁৱত আজি যেন কিবা হুলস্থূলৰ সম্ভাৱনা ।

সেয়া :

**মীনা, মীনা, মীনা, মীনা, মীনা, মীনা .....**

**আজি ৰাজবাহৰ গাঁৱত এই শব্দটো আঁখে হেনৈকে উকৰি ফুৰিছে— মুখে মুখে। ১৯৬৪ চনৰ চেপ্তেম্বৰ মাহৰ**

পলম আৰেলি। 'মীনা' শব্দটোৰে যেনে বিনোৱা ভাৱে' হৈ চৰকাৰক সহায় কৰিছে : চাউল-তেল-চেনি নোপোৱা হোৱা—আৰু পালেও তাৰ উগ্ৰ দামৰ কথা পাহৰি গৈ সকলোৱে মীনাৰ আলোচনা কৰিছে। মাটিহীন খেতিয়কে বিনোৱাৰ 'ভূমিদান' অভিযানত দেশৰ মাটিৰ সমস্যা সমাধান হোৱাৰ সপোন দেখাৰ দৰেই, গাঁৱৰ মানুহে চাউল-তেল-দাইলৰ কথা বাদ দি মীনাৰ কাণ্ড-কাৰখানাৰ ৰকলা মেলিছে। ভাতৰ দেখুৱাই দৰৱ কিনাৰ পইচাৰ অভাৱত বিহলঙনিৰে জাৰি আপোন মানুহ সিকলীয়া কৰি বুকুত কেনাকণ সৈয়ে জীয়াই থাকি সন্তুষ্ট হোৱা ৰাইজে, দেশ-নেতাৰ- মৃত্যু-শোকত, পেটৰ ভোকৰ কথা লাজতে পাহৰিব পৰা ৰাইজে, মীনাই সৃষ্টি কৰাৰ নিচিনা সমস্যা পালেও বহুত দুখ-অভাৱৰ কথা পাহৰিব পাৰে— পাহৰিছে বুলি ভাবে।

আকাশৰ নিৰ্মেঘ কোনাত কাতিৰ কঙাল দিনৰ ইংগিত। ধাননি পথাৰত ন ধানৰ থোক কিচাৰি বতাহে পিয়াপি দিছে। জোনৰ মৰম সহিব নোৱাৰি শেৱালি সৰিছে। ঘৰচিৰিকাই ৰাজহাঁহৰ খোজ দিব খোজাদি নিয়ৰে গছ পাতক বৰ্ষাৰ বৰষুণৰ অভাৱ পাহৰাব খুজিছে। কিন্তু এই সকলোবোৰে ৰাজবাহৰৰ পঞ্চ ৰাইজৰ এভাগকো আকৰ্ষণ কৰিব পৰা নাই। মানুহৰ মনে নিৰ্কিচৰা প্ৰকৃতিৰ সৌন্দৰ্য উপেক্ষিতা ৰাজ-মহিষী হেন; ৰূপ-যৌৱন-ৰাজসন্মান সকলো থাকে, কেৱল নাথাকে ৰজাৰ আকৰ্ষণ। মানুহ সঁচাকৈয়ে প্ৰকৃতিৰ স্বামী।

হীৰা ঠিকাদাৰৰ আগচোতাল ভৰি পৰিছে। ভালে কিজন থিয়াথিয়ি কৰি আছে। সকলোৰে চকু আঢ়ে কুৰি বছৰীয়া বুঢ়া প্ৰবোধ সোণাৰিৰ ওপৰত। প্ৰবোধ সোণাৰি মীনাৰ বাপেক। এবাৰ এটা দীঘল হুমুনিয়াহ এৰি প্ৰবোধ সোণাৰিয়ে মূৰ নদঙাকে হীৰা ঠিকাদাৰক উদ্দেশি ক'লে—

: উস্ প্ৰভু, এই শত্ৰুকজনীয়ে ভাল বুকুত কামোৰটো মাৰিবলৈ বাট চাই আছিল। সৰুৰেপৰা ইয়ালৈকে তাইক লেদেলা উকটি তুলিলোঁ। হেৰ' হীৰা, তয়ে কিবা এটা কৰ। তোৰ ওপৰতেহে আশ্ । আন কাৰ শক্তি আছে....

পুৰা আধা ঘণ্টা হাতত বন্দুকটো মুঠি মাৰি ধৰি ভগা মূঢ়া এটাত বহি আছে হীৰা ঠিকাদাৰ। ডিঙিৰ সিৰবোৰ উখহি আছে, চকু ৰঙা। বয়সে দিয়া মুখৰ ৰেখা বেছি স্পষ্ট হৈছিল। আটিল গাত বগা বনিয়নটো ফিটফিটীয়া হৈ লাগি ধৰিছিল। এইবাৰ প্ৰবোধ সোণাৰিৰ কথা শেষ হোৱাৰ আগতেই হীৰা ঠিকাদাৰে দূৰৰ ৰাজবাটলৈ একেথৰে চাই থাকি হুংকাৰ দিলে —

: হুঁ ... গুলী কৰি দিম।

গুলী কৰাৰ শব্দ হোৱাদি উচ্চাৰিত শব্দ কিটাই উপস্থিত সকলোকে ভয় খুৱাই দিলে। যেন কিবা অঘটন ঘটে হে এতিয়া। বন্দুকৰপৰা এটা হাত আনি হীৰা ঠিকাদাৰে ভৰিৰ কলাফুলত পৰা মহ এটা আৱশ্যকতকৈ জোৰেৰে মাৰিলে ; ইমান পৰে আঁঠুলৈকে কোঁচাই থকা দীঘল পেণ্টটো সৰু-গাঁঠিলৈকে মেলি দি বন্দুকতে মূৰ লগাই ভাবিবলৈ ধৰিলে। ভিকাৰ খাই উঠি প্ৰবোধ সোণাৰিয়েও আশাৰ চাৱনিৰে হীৰা ঠিকাদাৰলৈ চালে। কাৰো মুখত কিন্তু কোনো কথা নাই ।

এয়া সোণ-খোৱা চুকৰ হীৰা ঠিকাদাৰৰ চোতাল।

আৰু,

সোণ-খোৱা চুক ৰাজবাহৰ গাঁৱৰে এটা অংশ। যোৰহাট চহৰৰ সীমাৰপৰাই ৰাজবাহৰ গাঁও আৰম্ভ। চহৰ চুবুৰীয়া গাঁও। নামতহে গাঁও, আচলতে 'বাটৰ' বিজুলী- চাকি আৰু প্ৰায়ে শুকান হৈ থকা পানী 'টেপ'কিটাৰ বাহিৰে, চহৰেই। 'বাটৰ' বিজুলী- চাকি বুলিছো, কাৰণ ঘৰত বিজুলী-চাকি বহুতৰে আছে; আজি কিছুদিন আগতে চৰকাৰৰ কিবা পৰিকল্পনাৰ অনুগ্ৰহত এই গাঁৱলৈও বিজুলী-চাকি আহিছে। প্ৰথম দিনা কোনে জ্বলাব, সেই লৈ খুব প্ৰতিযোগিতা চলিছিল ; এতিয়া, কোনে কি প্ৰভাৱৰ বলত গাঁৱলৈ বিজুলী-চাকি আনিলে, সেই বিষয়ে কৈ বহুতে নিজে বাহ্‌বা লয়। যিজনে প্ৰকৃততে আনিলে, তেওঁ ডেকা-ল'ৰা কাৰণে বুঢ়াসকলে তেওঁৰ গুণ বখানিব নোখোজে। গাঁৱত প্ৰথম দিনা বিজুলী-চাকি জ্বলোতে

উৎসৰ এটাই হৈছিল। বাপুজী মন্দিৰত পোনতে এজন কৰ্মক্ষম ব্যক্তিয়ে বিজুলী-চাকি জ্বলাই ‘পৃথিৱী জ্ঞানৰ আভাৰে উদ্ভাসিত হ’ল’ বুলি বক্তৃতা দিছিল — যেন ৰাজবাহৰত বিজুলী-চাকি জ্বলাৰ আগলৈকে পৃথিৱী অজ্ঞান আন্ধাৰত লুকাই আছিল । তেখেতে বক্তৃতাত আৰু কৈছিল, কেনেকৈ মাটিৰ চাকি, কেৰাচিনৰ লেম্প, আদিৰ পাছত আমি বিজুলী চাকি পাইছো। কিন্তু, আধুনিক বিজ্ঞানে কেনেকৈ কাৰ অৱদানেৰে বিজুলী-চাকি জ্বলোৱা সম্ভৱ কৰিলে, সেইকথা নকলে। ক’লে যে, ‘আধুনিকৰ সৃষ্টিক স্বীকাৰ কৰা হয়। আৰু সেইবোৰৰ বিষয়ে দুআষাৰ ক’বলৈ হ’লে নাম কিটা জানিবলৈকে যে পঢ়া-শুনা কৰিব লাগে! সকলোৱে হাত চাপৰি বজাইছিল।

এইখন ৰাজবাহৰ গাঁও ।

ৰাজবাহৰক নাজানিলে আপুনি আজিৰ দিনৰ গাঁৱক নাজানে, অসমক নাজানে, ভাৰতক নাজানে। যেনেকৈ ভাৰতৰ এক গৌৰৱময় অতীত থকাটো প্ৰায়ে দুৰ্ভাগ্যৰ কথা হয়, সেইদৰেই ৰাজবাহৰ গাঁৱৰো অতীত আছে। ভাৰত কিয়, পৃথিৱীখনেই জানো আজি বৰ্তমানৰ মতে চলিছে? অতীতৰ বহুত মহাপুৰুষে সময়ৰ লগত মিলাই বহুত ভাল কথা কৈছিল। সেইবোৰকে ধৰ্ম-সংস্কাৰ-নীতি হিচাপে মানি আমি আজিৰ বৰ্তমানক চলাও। আমি সেই মৃতসকলৰ বাণীৰ ভাৰ কঢ়িওৱা দোলাভাৰী মাত্ৰ। মৃতসকলৰ প্ৰতি আমাৰ অবিচলিত শ্ৰদ্ধা ; সেইদৰেই মৰিবলৈ আগবঢ়া বৃদ্ধৰ প্ৰতিও। সেয়ে সেইসকলে কোৱা মতেই আমি পৃথিৱী চলাওঁ ; আকৌ আমিও আমাৰ মৰণ-কালৰ বাণীৰে আমাৰ উত্তৰাধিকাৰীক সাৱধান কৰি যাম। এনেকুৱা চিৰাচৰিত নীতিৰে এক অবিকল সংস্কৰণ ৰাজবাহৰ গাঁও। সকলো নতুন কথাই ইয়াত মানুহক ভয় খুৱাই দিয়ে। ইয়াৰ কাষেদি বোৱা ভোগদৈ নদীত প্ৰথম লোহাৰ দলং দিওঁতে আজি মাত্ৰ ৩০ নে ৩৫ বছৰ আগতে ৰাজবাহৰৰ মানুহে বোলে কোবাকুই কৰিছিল, এনেবোৰ অতপালিৰ ফলত ভোগদৈয়ে গাঁও-নগৰ সমান কৰি পেলাব। সৰু ল’ৰা-ছোৱালী ঘৰকপৰা ওলাবলৈ নিদিয়া হৈছিল দলং বান্ধিবৰ কাৰণে ভোগদৈক ভোগ দিবলৈ বলি দিয়েগৈ বুলি। ইয়াত মৰা প্ৰতিজন মানুহেই ভূত হৈ কেতিয়াবা কেতিয়াবা এতিয়াও ওলাই থকাৰ কথা গাঁৱৰ চেঙেলীয়া ল’ৰায়ো কয়। আনকি যোৰহাট চহৰৰ বিজুলীবাতিয়েও ভূতৰ ভয়ত বাতি এই গাঁৱলৈ নাযায়।

এইখন ৰাজবাহৰ গাওঁ। এইবিধ আধাচুৰীয়া গাঁৱত চহৰৰ ধুঁই মৰীচিকা বহে ; তাতকৈ তিতকৰা গাঁৱে তাকে খেদে। কেবাখনো সৰু সৰু চুবুৰী হৈছে গাঁৱৰ সমষ্টি এই ৰাজবাহৰ গাঁও। এসময়ত অসম বজাই আহি এই গাঁৱত বাহৰ পাতিছিলহি। সেয়ে বজাৰৰত লাগ বুলিলেই লগা সোণাৰি, পুৰোহিত, কুকুৰা যোগনীয়া মুছলমান, মাছমৰীয়া, মানৰ দিনত পলাই অহা মান ভগনীয়া, আদি সকলো মানুহ আছে। প্ৰতিটো চুবুৰীৰ নিজা নিজা নাম থাকিলেও বাহিৰত সদায় সকলোৱে ৰাজবাহৰৰ বাসিন্দা বুলি চিনাকি দিয়ে। বাহিৰত ৰাজবাহৰীয়া বুলিলে মানুহে সহজে বুজে ; কাৰণ, ৰাজবাহৰ বজা দিনৰে নাম থকা গাঁও, সৰু ল’ৰাৰ ভূগোলতো আছে ‘বহুত ভদ্ৰলোক বসতি থকা ডাঙৰ গাঁও’ বুলি। সেই বজাৰৰীয়া ডাঙৰ গাঁৱৰে ‘ভদ্ৰলোক’ বুলি চিনাকি দিদি নিজ নিজ চুবুৰীৰ কথা কোৱা মানে নিজকে সৰু কৰা নহয় জানো? বোধকৰোঁ বজাৰৰীয়া নামটো ৰাখিবৰ কাৰণেই, ১৯২১ চনতে মহাত্মা গান্ধী যোৰহাটলৈ অহাৰ কালমতে, গাঁৱৰ নেতৃস্থানীয় কিজনে এটাইকিখন সৰু গাঁও-চুবুৰীকপৰা তোলা চান্দা ৰাজবাহৰৰ নামতে দিছিল। এনে একতাক গান্ধীয়েও প্ৰশংসা কৰি গ’ল। তেতিয়াৰপৰাই মহাত্মা গান্ধীৰ প্ৰশংসা পোৱা ‘ৰাজবাহৰ গাঁৱৰ’ মানুহ বুলি এই অঞ্চলৰ মানুহে চিনাকি দিবলৈ ধৰিলে। বামুণ চুবুৰীৰ মাজত থকা পূজা মন্দিৰৰ ওচৰতে মহাত্মাৰ নামেৰে ‘বাপুজী ক্লাব’ নাম দি ডেকাচিয়াকসকলে ক্লাব-ঘৰ এটাও তৰিলে। বিৰল অতীতৰ আঁচল ৰাজবাহৰ গাঁও, তাত আছে এশ ঘৰমান কায়স্থ পৰিয়াল ; এতিয়াৰ নাম ‘নিজ ৰাজবাহৰ’। বৰ্তমানৰ বহল ৰাজবাহৰ গাঁৱত আছে, এই ‘নিজ ৰাজবাহৰ’ৰ উপৰিও, চল্লিশ ঘৰমান মুছলমানেৰে কুকুৰাকটা চুক, চাৰিকুৰি ঘৰমান মাছ-মৰীয়াৰে নৈ পাৰ গাঁও, আঠকুৰি ঘৰমান সোণাৰিৰে সোণ-খোৱা চুক, লগতে আছে বামুণৰ চুক, ভগনীয়া চুক ইত্যাদি। এইবোৰ নাম এতিয়াও এইদৰেই মৌজাদাৰৰ বহীত আৰু চৰকাৰী ৰেকৰ্ডত লিখা আছে। কেৱল সোণ-মিঠিং কৰা তথাকথিত শিক্ষিত কিজনৰ মুখত আৰু তাৰ কাৰণে

ছপোৱা জাননী আদিত হে গোটেই অঞ্চল ৰাজবাহৰৰ বুলি জনাজাত। আনকি ইয়াত থকা শাখা ডাকঘৰটোৰ নামো এটা চুবুৰীৰ নামেৰে হে- ৰাজবাহৰৰ নামেৰে নহয়। বাহিৰৰপৰা যোৱা বৰ বৰ নেতাক আদৰিবলৈ পতা সভাত, বা বাহিৰৰপৰা যোৱা আন বিশিষ্ট অতিথিৰ আগতো, ৰাজবাহৰৰ মানুহে নিজ গাঁৱৰ ঐক্যৰ কথা পঞ্চমুখে কয়। কিন্তু নির্বাচনৰ আগতে নেতা আৰু প্ৰচাৰকৰ বক্তৃতা শুনি ইয়াৰ ৰাইজ সাময়িকভাৱে সম্প্ৰদায় —খেল—ধৰ্ম নিৰ্বিশেষে ভাগ ভাগ হয়। নির্বাচনৰ পাচত আকৌ সেই ভেদ ভাব তল পৰে। ৰাজবাহৰৰ মানুহে নিজৰ মাজত কথা পাতোঁতে সৰু সৰু চুবুৰী বা গাঁওবোৰৰ অস্তিত্ব ৰক্ষা কৰে। কয়, বামুণ-চুকৰ দেউ, কুকুৰাকটাৰ ঠিকাদাৰ, ইত্যাদি। কিন্তু মীনাৰ নিচিনা শব্দ উচ্চাৰণ কৰিবলগা ঘটনায়ো কেতিয়াবা সম্প্ৰদায়-খেল-ধৰ্মৰ পাৰ্থক্য প্ৰকট কৰি তোলে। শিক্ষা-দীক্ষা পোৱা ৰাজবাহৰীয়া মানুহে সেই গাঁৱত এইবোৰ ভেদনীতি নাই বুলি কয় — মানুহে খাবলৈ নাপালেও চৰকাৰী খাদ্য-নীতি সফল হোৱা বুলি চৰকাৰী প্ৰচাৰ বিভাগে চিঞৰাৰ দৰে। কিন্তু 'মীনা'ৰ নাম ল'বলগীয়া হোৱাৰ নিচিনা ঘটনাই প্ৰমাণ কৰে ঃ মানুহৰ মাজত ধৰ্ম-সম্প্ৰদায়-খেল লৈ থকা পাৰ্থক্য বৰ বৰ নেতাই প্ৰয়োজনত ঢাকি ৰাখিব খুজিলেও, ৰাইজে তাৰ অস্তিত্ব সহ্য কৰিব নোৱাৰি সদায় প্ৰতিবাদ কৰে। আৰু সেই ভেদ-নীতিৰ বিৰুদ্ধে মানুহৰ বিক্ষোভেই কেতিয়াবা ইদল-সিদলৰ মাজত অৰিয়া-অৰিৰ ৰূপ লয়। ৰাজবাহৰ গাঁৱৰ হীৰা ঠিকাদাৰৰ ঘৰৰ আগত গোট খোৱা মানুহখিনিয়ে বৰকৈ কথা কোৱা নাই। চহৰমুখী দুই এজনে ৰাটৰপৰাই ৰৈ চাই আছে— কি হৈছে বুজিবলৈ চেষ্টা কৰি। কিছুপৰ সকলো নিমাত। যেন আচল কথাটো কোনোবা এজনে উলিয়াই দিয়ালৈ সকলোৱে অপেক্ষা কৰিছে। যেন এজনে কৈ দিলেই সকলোৱে মুখপাতি ধৰিব। মতা মানুহৰ লগতে গোট খোৱা মাইকী মানুহৰ মাজত মীনাৰ মাকও আছে। তেওঁ কিন্তু গোটেই ঘটনাটো গুৰিৰে পৰা জানে। আনকি বহুত্ত ক্ষেত্ৰত তেওঁ জীয়েকক সহায়হে কৰি দিলে। সেই কথা কেনেবাকৈ ওলাই পৰিলে দোষ গৈ তেওঁৰ ওপৰতে পৰিবগৈ। গতিকে মানুহক দেখুৱাই বেজাৰত মৰি যোৱা যেন হৈ আছে।

ৰাজবাহৰৰ সোণ-খোৱা চুকত এনে প্ৰতিক্ৰিয়া সৃষ্টি কৰা মূল ঘটনাটোত আছে বলীন আৰু মীনা। ৰাজবাহৰৰ বামুণৰ চুকৰ বলীন ঠাকুৰ গুৱাহাটীত চৰকাৰী ডাক্তৰ। সোণ-খোৱা চুকৰ মীনাই এইবাৰ যোৰহাটৰ পৰাই বি.এ. দিয়াৰ কথা। কিন্তু দুইটাই আজি কাচাৰীত মনে মনে 'ৰেজেষ্ট্ৰি' বিয়া কৰাই শিয়াল পলোৱাদি এৰোপ্লেনত উঠি গুৱাহাটী পালেগৈ। বলীন ২৮ বছৰীয়া চফল ডেকা, মীনা ২৪ বছৰীয়া দেখনিয়াৰ গাভৰু। মীনাক বাপেকে ছোৱালীৰ কলেজত পঢ়াইছিল— ল'ৰামখাৰ লগত পঢ়িলে ছোৱালীৰ স্বভাৱ-চৰিত্ৰ নষ্ট হ'ব পাৰে বুলি। ইতিমধ্যে হীৰা ঠিকাদাৰলৈ দিবলৈ ঠিক কৰিও থৈছিল। ঠিকা কৰি পাঁচ বছৰমানৰ ভিতৰতে ধনী হৈ পৰা হীৰা ঠিকাদাৰৰ লগত জাত-কুলো মিলে। তাৰ উপৰি সেই অঞ্চলত হীৰাই সবাতোকৈ ধনী ; তাৰ ঘৰটোৱেই জাকত জিলিকা। মটৰগাড়ী এখনো আছে। বয়স চল্লিশ বছৰ মান। পঢ়াত হে অলপ কম ; কিন্তু লক্ষ্মী থাকিলে সৰস্বতীৰ আশীৰ্বাদ নহলেও হয়। এই খবৰেই আজি এঘন্টামানৰ আগতে ৰাজবাহৰত বিয়পি পৰিছে। কুকুৰা-কটা চুকৰ হাফিজ ডাক্তৰেই কথাটো মীনাৰ বাপেকৰ কাণ ছোৱালে। ৰাজবাহৰত এনে ঘটনা প্ৰথম বুলি দুই-একে কোৱাকুই কৰিলে। আচলতে আগেয়ে কেতিয়াবা এনে ঘটনা ঘটিলেও মানুহৰ স্মৃতিয়ে ঢুকি পোৱাৰ ভিতৰত নাই। এবাৰ এজন অব্ৰাহ্মণ মাস্টৰে এজনী বামুণৰ ছোৱালীক ফুচুলাই নিব খুজিছিল ; বামুণ হেড্ মাস্টৰে বুদ্ধি কৰি তেওঁক জিলাৰ বাহিৰ কৰি বদলি কৰি দিলে। ছোৱালীজনীক গাঁৱৰে স্বধৰ্ম-ৰক্ষাকাৰী দুকুৰি বছৰীয়া, এজনী ঘৈণীয়েক মৰা, উত্তৰাধিকাৰীসূত্ৰে পুৰোহিত বাব পোৱা এজনে উদ্ধাৰ কৰা মনোবৃত্তিৰে বিয়া কৰাই থলে। তাৰ পাচত আৰু তেনে দুৰ্ঘটনা হোৱা নাই।

সৰুতে মাউৰা কৰি বাপেক-মাক দুয়ো সিফলীয়া হোৱা বলীনক দদায়েক ৰত্ন ঠাকুৰে পঢ়াই-শুনাই ডাঙৰ-দীঘল কৰিলে। ৰত্ন ঠাকুৰ চাহ বাগিচাৰ মাইকী মহৰী আছিল। সেই সময়তে ঘৰ-দুৱাৰ সজাই লৈ এতিয়া বাগিচাৰ চাকৰি এৰি (কিছুমানৰ মতে খেদা খাই) ঘৰতে আছে। কথাটো শুনিয়েই তেওঁ মূৰে-কপালে হাত দি কলে— "ইয়ালৈকে এই কাল সৰ্পক পুহি ডাঙৰ দীঘল কৰিলোঁ? পাৰোঁতেনো সি উপজিয়েই মাক-বাপেক হালৰে মূৰ খাইছিলনে ? উস্ ...."

বামুণ চুকত দুই-চাৰিজন গোট খাই খাই আলোচনা চলিল ঃ ল'ৰাটো ভাল বুলি ভাবিছিলোঁ। মিলিবৰ মন গৈছে, অজাতিৰ লগতো মিল ; দেশ-কালৰ সলনি হৈছে যেতিয়া সেইবোৰত আমি নধৰোঁ। সেইবুলি এনেকৈ নিজক জাহ দি গোটেই সমাজৰ বদনাম কিনিব পায়নে? বলীনক অলপ ভালপোৱা আৰু বলীনলৈ ছোৱালী দিবলৈ আশা কৰি থকা এজনে ক'লে ঃ ল'ৰাটো ভাল আছিল, সেই বদ্‌মাইচ হাফিজ নে কি সেই মুছলমান ডাক্তৰটোৰ লগত পৰি হে সি এনেটো কাম কৰিলে। সকলোবোৰত গুৰি হ'ল সেই হাফিজটোৱেই। তাৰ লগত ইমানকৈ হলিগলি কৰা দেখিয়েই ভাবিছিলোঁ, কিবা এটা কুকাণ্ড হ'বগৈ বুলি। —বামুণৰ চুকৰ সোণ পূজাৰীয়ে ক'লে ঃ এইবোৰ সিহঁতৰ ফন্দী হে; ইমান ভাল বামুণৰ ল'ৰা এটা হাত কৰিবলৈ সিহঁতে চেষ্টা চলায়ে আছিল; প্ৰবোধ সোণাৰিক মই কিবা নাজানো নে? এতিয়া আচল কথা তল পেলাবলৈ চিঞৰ-বাখৰ কৰিছে।

সোণ-খোৱা চুকত হীৰা ঠিকাদাৰে কলে ঃ বামুণৰ শিয়াল বুদ্ধি ; দুদিন পিচতে তাইক এৰি দিব। তাৰ পাচতো বামুণৰ ল'ৰা বামুণ হৈয়ে থাকিব। মৰিব তাই হে।

হাফিজ ডাক্তৰক কুকুৰা—কটা চুকৰ মুছলমান ৰাইজে ক'লে ঃ— তুমি এইবোৰত লাগিছিলাগৈ কিয়? কিয় সিহঁতক গাড়ীখন দিলা এৰোড্ৰোমলৈ যাবলৈ। বলীনে ছোৱালী পলুৱাই নিব পাৰে তেতিয়া আন গাড়ী এখন ভাড়া কৰিব নোৱাৰিলেহেঁতেন নে? হিন্দুৰ বামুণ-সোণাৰিৰ মাজৰ খৰিয়াল নোহোৱা হে সকলো খং তোমাৰ কাৰণেই আমাৰ ওপৰত হে পৰিবহি এতিয়া.....

নৈ-পাৰ গাঁৱৰ ৰাম দাস মহাজনে সিহঁতক গুৱাহাটীৰপৰা ধৰি আনিবলৈ নিজৰ গাড়ীখনকে দিবলৈ ওলাল। কাচাৰীৰৰ বাৰ-লাইব্ৰেৰিৰ এচুকত বহি থকা বামুণ চুকৰ উপেন উকীলক ক'লে ঃ এইটো গোটেই গাঁৱৰে কলংক হ'ল। ককাইদেউ, বলীন ডাক্তৰক আপুনি এবাৰ টানি কলে সি মেকুৰীটো হৈ ছোৱালীজনী এৰি দিব। মোৰ গাড়ীখনকে লৈ যাওক। জাত-বিচাৰ আপোনালোক বামুণেই নোহোৱা কৰিলে আমি বাৰু কি কৰিম? (ৰাম দাসৰ মোকৰ্দমা এটা লাগি আছে, উপেনে তেওঁৰ হৈ ওকালতি কৰিছে)।

পিচদিনা পুৱালৈ কথাৰ সুৰ বদলিল। বুঢ়াসকলে এই সমস্যাত হাত দিলে। সোণ-খোৱা চুক, বামুণৰ চুক, কুকুৰা-কটা, নিজ-ৰাজবাহৰ আদি সকলোৰে বুঢ়া মেথাসকলে গোট খাই ৰাতিয়েই ঠিক কৰিলে — এই বিষয়ে এটা পৰামৰ্শ বৰুৱা প্ৰফেচৰক সোধা যাওক। উকীলক সুধিলে তালিবাজি কৰিব। তাৰ উপৰি, ৰাজবাহৰত সবাতোকৈ বেছি পঢ়া-শুনা কৰা মানুহ বৰুৱা প্ৰফেচৰেই। বয়সত কম হ'লেও কথাই-বাৰ্তাই, আচাৰে-ব্যৱহাৰে একেবাৰে প্ৰবীণ । মানুহজন সজ; কাৰো পক্ষ নলয়। এই সিদ্ধান্ত শুনি প্ৰথমতে হীৰা ঠিকাদাৰ আদি সোণ-খোৱা চুকৰ এভাগ ৰাইজে আপত্তি কৰিছিল। কৈছিল ঃ বামুণ প্ৰফেচৰে বামুণৰ পক্ষ ল'বই । কিন্তু সোণ খোৱাতে কেবাজনো ওলাল—যিকিজনে আলোক বৰুৱাৰ সম্প্ৰদায়-নিৰপেক্ষ মনৰ বহুত প্ৰমাণ দাঙি ধৰিব পাৰে। অন্তত ; কিনো কয় চোৱা যাওকচোন বুলি হীৰা ঠিকাদাৰেও সমৰ্থন কৰিলত পুৱাই গাঁৱৰ বৰমুৰীয়াসকল বৰুৱাৰ ওচৰ পালেগৈ।

সকলো শুনি লৈ আলোক বৰুৱাই উত্তৰ দিলেঃ "জাতিভেদ, সম্প্ৰদায়-ভেদ, ধৰ্ম-ভেদ আদি মই নামানো। সেইবুলি, সমাজত যি এক ব্যৱস্থা পুৰণি কালৰেপৰা চলি আহিছে, তাক মই বিশ্বাস কৰো। সমাজক অৱজ্ঞা কৰি ছোৱালীজনী এনেকৈ নি বলীনে অন্যায় কৰিছে বুলি সমজুৱা স্বাৰ্থৰ খাতিৰত মই কবই লাগিব। এনে কাৰ্যৰ ফলস্বৰূপে ব্ৰাহ্মণ সমাজত কি বিপদ হৈছে সেই বিষয়ে মই নাজানো, কিন্তু প্ৰবোধ ককাইটিহঁতৰ সমাজক বলীনে বুঢ়া আঙুলি দেখুৱালে। আৰু হাফিজ ডাক্তৰ গাঁৱৰে ডাক্তৰ যেতিয়া, গঞা ৰাইজে বেয়া পোৱা কামত উজান দি ভুল কৰিছে। বলীন বা হাফিজ ডাক্তৰৰ ওপৰত মোৰ অকণো বেয়া ভাব নাই। মই উচিতটো হে কৈছোঁ। সমাজৰ মত জোৰ কৰি হ'লেও আদায় কৰি হে বলীনে মীনাক বিয়া কৰোৱা হ'লে, মই তাক প্ৰশংসা কৰিলোহেঁতেন ।

সকলোৱে ‘সাধু সাধু’ বুলিলে। এয়াহে শিক্ষাৰ গুণ। এৰা! কিন্তু জাতি-ধৰ্মৰভেদ নমনা বৰুৱা প্ৰফেচৰে এই বিয়াত জাতিভেদৰ বাহিৰে আন কি বেয়া দেখিলে, সমাজৰ মত লৈ এনেকুৱা বিয়া হোৱা সম্ভৱ জানো, আদি প্ৰশ্ন কাৰো মনত উদয় নহ'ল । ইয়াৰ প্ৰতিকাৰৰ এটা উপায় বৰুৱাই দিলে। বামুণ মন্ত্ৰীজনাক আমাৰ ‘এম-এল-এ’ৰ যোগেদি কোৱাই বলীনক চাকৰি যোৱাৰ ভয় দেখুৱাব লাগে। মুছলমান মন্ত্ৰীজনাক ক'ব লাগে, হাফিজে এনেকৈ হিন্দু ধৰ্মৰ ভিতৰুৱা কথাত মূৰ সুমাই সাম্প্ৰদায়িকতাৰ মনোভাৱ বঢ়াইছে। বামুণ মন্ত্ৰীয়ে “টেলিফোন”তে এটা টান কথা কলেই বলীনে নিজে আহি ছোৱালীজনী থৈ যাবহি । আৰু তেতিয়া ব্ৰাহ্মণসকলে নিজ খৰচত ছোৱালীজনীক পা-পৰাচিত কৰি শুদ্ধ কৰি দিব লাগিব। তাকে এতিয়া সোনকালে কৰিব লাগে।

সকলোৱে বৰুৱাক ধৰিলে — এইবোৰ কাম তেখেতেই কৰিলে হে হ'বগৈ। বৰুৱাই ক'লে “এইবোৰ কামত মোক নুসুমাব। মই এইবোৰত নামি সময় নষ্ট কৰিব নোৱাৰোঁ।”

এই ঘটনাৰ এমাহৰ পাচতে প্ৰফেচাৰ আলোক বৰুৱাই বিয়া কৰালে । ❑❑

এইখন ৰাজবাহৰ গাঁও। এইটো আলোক বৰুৱাৰ ঘৰ।

ইয়াৰ প্ৰতিখন সৰু সৰু গাঁও বা প্ৰতিটো সৰু সৰু চুবুৰীৱে নিজাকৈ একোটাইঁত নামঘৰ, মন্দিৰ বা মছজিদ আছে। কিন্তু সকলোৰে সমূহীয়া নাটঘৰ এটা ; লগতে বাপুজী ক্লাব আৰু গ্ৰন্থাগাৰ। ইয়াতে দুৰ্গাপূজাও পাতে। অনুমান কৰিব পাৰি যে এই গাঁৱলৈ দুৰ্গাপূজাৰ উছৱ বহুত পলমকৈ অহা। ইয়াত প্ৰধানকৈ শংকৰপন্থীৰ হিন্দুৱেই বেছি। সেই কাৰণে নামঘৰ কেবাটাও। কিন্তু বামুণ-চুকৰ ওচৰতে থকা এই মন্দিৰত ব্ৰাহ্মণ ঘৰচাৰেকেই প্ৰথম দুৰ্গাপূজা আৰম্ভ কৰে। ইয়াতে মেল-মিটিঙো হয়। এই বামুণৰ চুকতে আলোক বৰুৱাৰ ঘৰ। ইয়াৰপৰা চহৰৰ সীমালৈ আধা মাইল, কলেজলৈ এমাইল, স্টেট ট্ৰেন্সপোৰ্টৰ স্টেচনলৈও এমাইলেই । বৰুৱা চহৰৰ কলেজৰ লেক্‌চাৰৰ; মানুহে ‘প্ৰফেচৰ’ বা ‘পফেচৰ’ বুলি মাতে। এই গাঁৱত বৰুৱাই সৰ্বাধিক শিক্ষিত মানুহ। মানে— এম. এ.।

ডিঙিত ‘টাই’ডালৰ গাঁঠিটো হাতেৰে ছুই চাই পৰীক্ষা কৰি কৰি বৰুৱাই বাৰাণ্ডাত অহা-যোৱা কৰিবলৈ ধৰিলে। বৰুৱাৰ বাৰীৰ দাঁতিতে ককায়েকৰ ঘৰ-বাৰী; এতিয়াও আগফালৰপৰা একেখন বাৰী যেন লাগে। বাপেক প্ৰতুল ঠিকাদাৰৰ দিনত দুইখন গোটাই এখন বাৰী আছিল। আজি দুবছৰৰ আগতে বাপেক মৰাৰ পাচতেহে দুই ভাই-ককাই বেলেগ হ'ল। ককায়েকৰ ল'ৰা-ছোৱালী চাৰিটা। মাক থাকে সৰু পুতেক আলোক বৰুৱাৰ লগতে। ককায়েকৰ পঢ়া-শুনা কম; অতি ভোলানাথ মানুহ। বাপেক মৰাৰ পাচত ঘৰখন ধৰি ৰাখিবলৈ ঠিকাৰ কামতে হাত দিলে। নিজৰ পঢ়া-শুনা কম কাৰণে ভায়েককে বেছি পঢ়াই গাঁৱৰ মূৰ জিলিকা মানুহ কৰিব খুজিছিল। মনে মনে ভাবিছিল—কিবা উপায় কৰি এবাৰ বিদেশত ঘূৰাই আনিব পাৰিলে...: । কিন্তু এম. এ. পৰীক্ষা দি আহি আলোক বৰুৱা স্থানীয় কলেজত লেক্‌চাৰাৰ হৈ সোমাল, আৰু লগে লগে তেওঁৰ কথা-বাৰ্তাও কেনেবা ধৰণৰ হ'ল। কলেজৰ প্ৰথম বাৰ্ষিকত পঢ়াৰ দিনলৈকে অকলে চহৰলৈকে যাবলৈ ভয় কৰা ল'ৰা আলোক এতিয়া বেলেগ হ'ল। ককায়েকক অতি সাধাৰণ মানুহ যেন দেখে। ককায়েকে

ভায়েকৰ ভালৰ কাৰণে এজনী ছোৱালী ঠিক কৰিছিল— ছোৱালীৰ বাপেকে আলোকক বিদেশত পঢ়াৰ খৰচ দিবলৈ ওলোৱাত। তাৰ পাচতো ককায়েকে ঠিক কৰা কেবাখনো বিয়া আলোক বৰুৱাই ভাঙিলে। ককায়েকৰ ৰুচিৰ নিন্দাও কৰিলে মাকৰ আগত। এনেতে এদিন হঠাতে আলোক বৰুৱা কলেজলৈ যাবৰ সময়লৈ নবৌয়েকে ভাত ৰান্ধি দিব নোৱাৰিলে। সৰু ল'ৰাটোৰ অসুখ হৈছিল; তাতে ব্যস্ত হৈ থাকোঁতে নবৌৱেকে কৈছিল — 'আজি এবাৰ মাজতে আহি ভাত খাই যাবাহি। কলেজৰপৰা অহাটোনো কি ডাঙৰ কথা!' তাৰ মানে কলেজটো একোৱেই নহয়। ঠিকা কৰা হে ডাঙৰ কাম। তাৰ মানে কলেজত অধ্যাপক হ'লে ঠিকাতকৈ কম পইচা পোৱাটোকে নবৌৱেকে পাকে প্ৰকাৰে কৈছে! তাৰ মানে ককাইদেৱে ঠিক কৰা ছোৱালী বিয়া নকৰোৱা কাৰণে নবৌয়ে এনেকুৱা এলেং-এথেং কৰিবলৈ লৈছে! — আদি কথা ভাবি ভাবি আলোক বৰুৱা ভাত নোখোৱাকৈ কলেজলৈ গ'ল। দুপৰীয়াও খাবলৈ নাহিল। গধূলি আহি নিজৰ শোৱা-কোঠাতে চকু জুৰিলেহি। মাকে প্ৰথমে বুজালে। গোঁৱাৰ ল'ৰাই নুবুজা দেখি মাকে নিজে লাগি-মেলি দিলে। পেট-মোচা সন্তানৰ কষ্ট চাই থকা টান। সেয়ে আদি। তাৰ কিছুদিনৰ পাচতে সম্পত্তিৰ ভাগ হ'ল, বাৰী দুভাগ হ'ল আৰু আলোক বৰুৱাৰ বেলেগ ঘৰ হ'ল। ককায়েকেই নিজে লাগি-মেলি সজাই দিলে ।

দুৱাৰমুখত শুকান আমপাত ওলমি আছে। চোতালতো ৰভাৰ খুটা পোতা গাঁতবোৰ এতিয়াও ভালকৈ পূৰাই দিয়া হোৱা নাই। আজি দুমাহ আগতে বৰুৱাৰ বিয়া হৈ গ'ল। মাকেই সকলো ঠিকঠাক কৰিছিল। বৰুৱায়ো অৱশ্যে আগেয়ে দেখা ছোৱালী। নিজৰ গাম্ভীৰ্য আৰু চৰিত্ৰ নিষ্কলংক কৰি ৰখাৰ ওপৰত বেছি গুৰুত্ব দিয়া বৰুৱাইও এবাৰ মনে মনে ভাবিছিল— এনেকুৱাবোৰ ছোৱালীৰ প্ৰেমতে চাগে ল'ৰা পৰে। বৰুৱা কিন্তু নিজে সিমান 'তললৈ' নমা নাছিল। আনন্দতে বিয়াৰ খৰচ আটাইখিনি ককায়েকেই কৰিলে বুলিব লাগে—- আলোক বৰুৱাই মুখ ফুটাই কোনো সাহাৰ্য নোখোজাকৈয়ে। মাকে কৈছিল ঃ "ককায়েৰটোক মাত এষাৰ দিবি। ভাইৰ সমান বন্ধু পাবলৈ নাই। দেখিছ, কেনেকৈ সকলোবোৰ নিজে কৰিছেহি? আনে হ'লে কৰিব জানো?" আলোক বৰুৱাই কৈছিল — "একো বেছি কৰা নাই। দেউতাৰ গোটেই ব্যৱসায়টো সিয়েই লৈছে। মইতো ভাগ বিচৰা নাই।" মাক মনে মনে আছিল। পুতেকে বিয়া কৰাবলৈ ওলোৱাটোৱেই ডাঙৰ অনুগ্ৰহ। তাৰ ওপৰত ককায়েকক ভাল ব্যৱহাৰ কৰিবলৈ ক'ব নোৱাৰি। বিয়া কৰাবলৈ কৈ কৈ বাপেক মৰি গ'ল, ককায়েকো বেলেগ হ'ল ; এইবাৰ কোনো মতে হৈ যাওক। শিক্ষিত পুতেকক বুঢ়ীয়ে বৰকৈ টান কথাও কব নোৱাৰে। পুতেকে একে আষাৰতে মুখ বন্ধ কৰি দিয়ে।

আজি দুমাহ আগতে আলোক বৰুৱাৰ বিয়া হৈ গ'ল। আৰু আজি পোন্ধৰ দিনৰ আগতে নতুন বোৱাৰী বিনীতা মাকৰ ঘৰলৈ গ'ল — ডিব্ৰুগড়লৈ। হঠাতে যাবলৈ ওলাল, আৰু গ'ল। ৰাতিপুৱা বৰুৱা কলেজলৈ যাবলৈ ওলাইছিল। পেন্‌টো নিজে থোৱা ঠাইত নাপাই বৰুৱাই বিনীতাক সুধিছিল — পেন্‌টো কলৈ গ'ল বুলি। বৰুৱাৰ লগত সাধাৰণতে ধেমালি কৰিবলৈ বিনীতাই সাহস নকৰে। কিন্তু যোৱা নিশাৰ বৰুৱাৰ আধা ঘণ্টামানৰ অসংযমৰ কথা সুঁৱৰিয়েই আজি বিনীতাৰ অকণমান লঘু কথা কবৰ মন গ'ল। ক'লেঃ 'মই কি জানো ?' তাকে শুনি এক আচৰিত হোৱাৰ আৰু খং উঠাৰ মুখভঙ্গী কৰি বৰুৱা ওলাই যাব খুজিছিল। বিনীতাই ভয়তে ক্ষমা খোজাৰ সুৰত সুধিছিল — 'খঙেই উঠিলনে?' ফুচুলাব খোজাৰ দৰে বৰুৱাৰ থুঁতৰিটোত ধৰি জোকাৰি দিছিল। খং উঠা লগৰ ছোৱালীক থুঁতৰিত ধৰি জোকাৰি দিয়াৰ অভ্যাস যাবৰ নৌ এথোন। "এস্ ৰবা হে" বুলি বৰ নিষ্ঠুৰভাৱে মুখ বিকটাই কৈ বৰুৱাই এখন হাতেৰে বিনীতাক নিজৰ আগৰপৰা মকৰাজাল আঁতৰোৱা দি আঁতৰাই দিলে। অসাৱধান হৈ থকা বিনীতা কোনোমতেহে পৰি নগ'ল। অবাক হৈ বেৰত আউজি ৰৈ গ'ল। খিৰিকিয়েদি দেখিলে, বৰুৱা গৈ চাইকেলত উঠিলগৈ। তিনি ঘণ্টামান উচুপি উচুপি কান্দিলে বিনীতাই। শাহুৱেকে উমানতে বুজিছিল, কিবা এটা লগা বুলি। মাকে পুতেকক ভালকৈ চিনি পায়। গতিকে নজনাৰ ভাবতে বোৱাৰীয়েকক এনেয়ে কোৱাদি কৈছিল — 'ই ল'ৰাটো বৰ গোঁৱাৰ। মই আৰু তাক বুজাব নোৱাৰিলোঁ। এতিয়া তইহে পাৰিবি।" সেইদিনা আন দিনাতকৈ পলমকৈ ঘূৰি আহিছিল বৰুৱা। আৰু আহি, ঘৈণীয়েকক কোৱাৰ

পৰিবৰ্তে মাকক সুধিছিল, "চাহ-তাহ কিবা দিবিনে?" মাকেই চাহ জলপান আগফালৰ বহা কোঠাতে পুতেকক দি গৈছিলহি। বিনীতাৰ নিজক বৰ অলাগতিয়াল যেন লাগিছিল। চাহ খাই বৰুৱা কিতাপ এখন মেলি লৈ আগফালৰ কোঠাতে বহি থাকিল। খণ্ডতে বিনীতাই ওলাব খোজা চকুপানীবোৰকে বন্ধ কৰি দিলে। অসহ্য হ'ল আৰু। সাউতকৰে ওলাই আগফালৰ কোঠাত বহি থকা বৰুৱাৰ ওচৰ পালেগৈ। কোনো পাতনি নেমেলাকৈ সহজ সুৰত কলে, "কাইলৈ আমাৰ ঘৰলৈ যাম বুলি ভাবিছোঁ।" বৰুৱাই কোনো উত্তৰ নিদিলে; কিতাপৰপৰাও মূৰ নুতুলিলে। খন্তেক পিচত খণ্ডটো চেপি ৰাখি বিনীতাই আকৌ সুধিলে, "আপত্তি আছে নেকি?" বৰুৱাই চিগাৰেটৰ ধোঁৱাৰ লগত এটা মাত্ৰ শব্দ উলিয়াই দিলে — "নাই"। মনটো বিৰক্তিৰে ভৰি পৰিলেও দৈনন্দিন জীৱনৰ সৰুসুৰা কামবোৰ বাদ দিয়াৰ উপায় নাই। বিনীতাই মূৰ আঁচুৰিলে, প্ৰসাধন কৰিলে, কাপোৰ সলালে, শ্ৰীকৃষ্ণৰ ফটোখনৰ আগত ধূপ তিনিডাল লগাই দিলে, শাহুৱেকৰ লগত ৰাতিৰ খোৱাৰ আয়োজন কৰিলে, বৰুৱাক ভাত খাবলৈ মাতিলে, নিজেও শাহুৱেকৰ লগত খাবলৈ বহিল। আৰু দেখাত নিতান্ত কুৎসিত হয় কাৰণেই বেলেগে নুশুই বৰুৱাৰ সতে একেখন বিচনাতে শুবলৈ গ'ল। বিনীতাই ভাবিছিল, মুখেৰে নিজৰ দোষ স্বীকাৰ কৰিবলৈ লাজ কৰা বৰুৱাই নিশাৰ অন্ধকাৰত হাতৰ পৰশেৰে নিজৰ ৰুক্ষতাৰ কাৰণে অনুতাপ কৰিব। বৰুৱাই নকৰিলে। বৰঞ্চ বৰুৱাই মনে মনে ঠিক কৰি থৈছিল, অসাৱধনতাৰ কাৰণে বা ইচ্ছা কৰিয়েই বিনীতাই চাদৰখনো বৰুৱাৰ গাত লগালে বৰুৱাই বিৰক্তি প্ৰকাশ কৰিব। এতিয়াই ঠিক নকৰিলে ল'ৰালি স্বভাবটো তাইৰ থাকিয়ে যাব। অৱস্থাত পৰি ধৰ্মগুৰুৰ লগতে শুবলগীয়া হোৱা ভকতীয়া শিষ্যৰ দৰে মাজত প্ৰায়খিনি ঠাই খালী ৰাখি বিনীতা পালেঙৰ দাঁতিত খণ্ডৰ ভাগৰতে টোপনি গ'ল। পিচ দিনা বৰুৱা কলেজলৈ যোৱাৰ আগতেই বিনীতা ৰিক্সা এখনত উঠি চৰকাৰী বাচ-ষ্টেচনলৈ ওলাল। বৰুৱাক মাত লগাওঁতেও বৰুৱাই কিতাপতে চকু ৰাখি কেৱল "ওঁ" বুলি কলে। বৰুৱাৰ ককায়েকৰ চাকৰটোৱে ৰিক্সা এখন আনি বিনীতাৰ সৰু চুটকেচটো তুলি দিলেগৈ। শাহুৱেক অবাক। বোৱাৰীয়েকৰ আগতে পুতেকক একো সুধিবলৈও সাহ কৰা নাছিল। বোৱাৰীয়েকক সোধোঁতে একো মুখেৰেই নামাতিলে। যোৱাৰ পাত হে নিশ্চিন্তমনে গহীন হৈ বহি থকা পুতেকক মাকে সুধিলে, — "হঠাৎ তাই গুচি গ'ল কিয়?" বৰুৱাই একো নামাতিলে। মাকে আকৌ অকণমান খং মিহলাই কলে, "গৈছে বাৰু যাওক, কিন্তু অকলে পঠিয়ালি কিয়?" বৰুৱাই কিতাপৰপৰা মূৰ নদঙাকৈ কলে, "পাৰিব কাৰণে।"

বৰুৱাই ভবা নাছিল বিনীতা যাব বুলি, কিন্তু গ'ল। বিনীতাই ভবা নাছিল বৰুৱাই যাবলৈ দিব বুলি ; কিন্তু দিলে।

মাকৰ ঘৰ পাই বিনীতাৰ মনৰ বহুখিনি পৰিবৰ্তন হ'ল। জীৱনত প্ৰথম এইবাৰ অনুভৱ কৰিলে — এইখন ঘৰত নিজে এতিয়া অতিথিহে ; আদৰ-সাদৰ কৰিব, কিন্তু সদায় নাৰাখে। গিৰিয়েকৰ বহুত দোষ একো ধৰিবলগীয়া নহয় যেন লাগিল। বৰুৱালৈ পিছদিনাই চিঠি দিলে বিনীতাই । ঘৈণীয়েকে গিৰিয়েকলৈ লিখিব পৰা সকলো কথা লিখিলে। কিবা অসুবিধা হৈছে নেকি সুধিলে। কেৱল নিলিখিলে — কিয় হঠাতে মাকৰ ঘৰলৈ গ'ল। হাতী বশ কৰাৰ আনন্দেৰে বৰুৱাই উত্তৰ দিলে। গাম্ভীৰ্যৰ মাত্ৰা কমাই গিৰিয়েকে ঘৈণীয়েকলৈ লিখিব পৰা দুই চাৰিটা কথাও লিখিলে। বহল বিচনাখনত শুবলৈ যাওঁতে মনত পৰে বুলিও লিখিলে। কেৱল নিলিখিলে — বিনীতা এইদৰে হঠাৎ মাকৰ ঘৰলৈ গুচি যোৱাটোৱে তেওঁৰ অসন্তুষ্ট কৰাৰ কথা।

আকৌ এবাৰ 'টাই'ৰ গাঁঠিটো ছুই চালে বৰুৱাই।

আজি বিনীতা ষ্টেট ট্ৰেন্সপোৰ্টৰ বাচত আহিব। সন্ধিয়া চাৰে সাতমান বজাত বাচখন পাবহি। আগতেই চিঠি দি বিনীতাই বৰুৱাক ট্ৰেন্সপোৰ্ট অফিচলৈ শপত দি মাতি পঠিয়াইছে— আন কাকো নপঠিয়াবলৈ দহোকুৰি অনুৰোধ কৰি। গতিকে বৰুৱাই আজি কলেজৰপৰা আহি সাজ-পাৰ খোলা নাই— যাবই লাগিব যেতিয়া। এবিধ মানুহৰ ওপৰত কোনোবা একান্ত নিৰ্ভৰশীল হ'লে, সেইবিধৰ মনত দেৱতাৰ উদাৰতা জাগে, ভক্তৰ কাৰণে বহুত কিবাকিবি কৰিব পৰা হয়। বিনীতাৰ চিঠিত তেনে নিৰ্ভৰতাৰ সুৰ পাই বৰুৱা বহুত গলিল। কিন্তু এতিয়াও চাৰে ছয়কে বজা নাই। বাচ্ ষ্টেচনত

বহুতপৰ খাপ দি থাকিবলৈও ভাল নালাগে। কোনোবা ছাত্ৰই দেখিলে মান-সম্মান সকলো যাব। বৰুৱাই হঠাতে ভাবি চালে— বিনীতাজনীৰ প্ৰতি সঁচাকৈ অন্যায় কৰা হৈছিল। নতুনকৈ আহিয়েই তাই বাৰু কেনেকৈ জানিব যেন পেন্‌টো বা আন যিকোনো বস্তু থোৱা ঠাইতে নাপালে তেওঁৰ বৰ খং উঠে? আচলতে সেইদিনা তেওঁ পেন্‌টো জেপত লৈয়ে বিচাৰি ফুৰিছিল। হয়তো অকণমান মৰম আশা কৰিয়েই তাই আগভেটি ধৰিছিল। তাইকণ বিচৰাৰ অধিকাৰ তাইৰ আছে। আৰু, গিৰিয়েকৰ লগতে অকণমান ধেমালি নকৰি কাৰ লগতনো কৰিব? বৰ লাজ লগাকৈ তাইক 'গাঁৱলীয়া' খং দেখুউৱা হ'ল। এইবাৰৰপৰা আৰু এনেকুৱা নকৰিবলৈ বৰুৱাই মনে মনে ঠিক কৰিলে। বয়স আৰু শিক্ষাত নিজে ডাঙৰ যেতিয়া, তেওঁ সদায় বিনীতাক ক্ষমা কৰা উচিত। এক গুপ্ত আনন্দেৰে বৰুৱাই মনতে ঠিক কৰিলে, স্টেট ট্ৰেন্সপোৰ্ট অফিচতে 'জিৰণি-ঘৰ'ৰ পিচ বাৰাণ্ডাৰ অন্ধকাৰত বা ৰিক্সাত উঠিয়েই বিনীতাক আচৰিত কৰি চুমা এটা খাই দিব। তেতিয়া মুখেৰে ক্ষমা খোজাতকৈ বেছি সুন্দৰ হ'ব। যিবোৰ কাম কেতিয়াও কৰিব নোৱাৰি বুলি বৰুৱাই ভাবে, তেনেকুৱা এটা কামকে বিনীতাৰ সুখৰ কাৰণে কৰিবলৈ সিদ্ধান্ত কৰাৰ ফলত বিনীতাৰ প্ৰতি কৰা অন্যায়ৰ অনুতাপ বৰুৱাৰ নোহোৱা হ'ল। এনেতে মাকে আহি ক'লে, "তই যা আকৌ; তাই আহি অকলে অকলে ক'ত বৈ থাকিবহি।" বহুত দিনৰ মূৰত বৰুৱাই ধেমালি কৰি কলে, বোৱাৰীয়েৰলৈ তোৰ বৰ মৰম দেখিছোঁ। আনন্দেৰে 'জানো বোপাই' বুলি মাক আঁতৰি গ'ল। বৰুৱা গহীন-গম্ভীৰ মানুহ। আনকি মাকৰ লগতো ভালকৈ মন খুলি কথা নাপাতে। আনন্দ বা শোক, খং বা ভালপোৱা, একোৰে আতিশয্য বৰুৱাৰ নাই, বা প্ৰকাশ নাপায়-- ঠিক যেন সিদ্ধ পুৰুষৰ লক্ষণ। কোনোবা ছোৱালীক কাষ চাপিবলৈ দিয়াৰ ক্ষেত্ৰত বিনীতাই প্ৰথম—তাকো বিয়াৰ পাচত। বৰুৱাৰ স্বভাৱ-চৰিত্ৰ, আচাৰ-ব্যৱহাৰ, বয়সীয়া বা বুঢ়া মানুহৰ লগত বুঢ়াৰ দৰে বহি বহি আলোচনা কৰাৰ অভ্যাস দেখি কলেজত লগৰ ল'ৰা এটাই এদিন কৈছিল — "এওঁ ওপজোঁতেই আগৰ জন্মৰপৰা ২৫ বছৰ লৈ আহিছিল, সেয়ে এই ২৫ বছৰ বয়সতে ৫০ বছৰীয়া বুঢ়া যেন হৈছে।" বৰুৱাৰ মতে, বৰুৱাই বিনীতাক ভদ্ৰজনোচিত ভালপোৱা দিছে। গোটেই জীৱনতেই আন কোনো তিৰোতাক অকণো নিদিয়াকৈ ৰখা মৰমখিনিৰ বিনীতায়েই গৰাকিনী। এক উচ্চ শিক্ষিত ডেকাৰ সকলো মৰম, সকলো ভালপোৱাৰ গৰাকিনী হোৱাৰ পাচত বিনীতা সুখী নহৈ থাকিব নোৱাৰে। সাধাৰণ ডেকা ল'ৰাৰ দৰে সাত ঠাইত প্ৰেম বিলাই অহাৰ পাচতহে বিনীতাক তেওঁ বিয়া কৰোৱা নাই। এই বিষয়ত তেওঁ নিষ্কলংক বুলি সাত শত্ৰুৱেও ক'ব। আনকি কিছুমান দুষ্ট ছোৱালীয়ে বৰুৱাক 'মাইকী ল'ৰা' বুলি হাঁহাৰ কথাও বৰুৱাই জানে।

বৰুৱা লাহে লাহে খোজ কাঢ়ি ওলাই গ'ল। পদুলিমুখত ৰিক্সা এখন পাই উঠি ললে। মনতে ভাবিলে, ঘূৰি আহোঁতে বিনীতাক ৰিক্সাত অনাতকৈ টেক্সি এখনতে অনা ভাল হ'ব। যোৰহাটৰ টেক্সিবোৰে ইচ্ছা মতে ভাড়া লয়, সিহঁতৰ সৈতে দৰ-দাম কৰাটো ভদ্ৰলোকৰ কাৰণে টান। তথাপি চেষ্টা কৰি চাব লাগিব। কিতাপৰ দোকানখনৰ আগ পাই দেখিলে, তেতিয়াও বহুত সময় বাকী। তাতে নামি বৰুৱাই নতুন কিতাপ চোৱাটোকে ঠিক কৰিলে। ডেকা ল'ৰা কিতাপৰ দোকানীজন টেঙৰ। ব্যস্ত হৈ বৰুৱাক 'আহক চাৰ' বুলি অভ্যৰ্থনা কৰিলে। বহুত কিতাপ চাই হেনৰি ডেভিড্ থৰোৰ এখন বহুত দিনৰেপৰা আহি পৰি থকা দাৰ্শনিক কিতাপ কিনিলে। কোনোবা প্ৰকাশকে আন কিতাপৰ অৰ্ডাৰৰ লগতে ভুলতে হয়তো পঠাই দিছিল। দামটো কি সুধিলে, "এনেকুৱা কিতাপ বিক্ৰী হয়নে ইয়াত?" ডেকা ল'ৰা দোকানীজনে বৰুৱাক ভাল লগাই কলে, "চাৰ এনেকুৱা দুই এখন কিতাপ আপোনাৰ কাৰণেই আনো। নহ'লে এনেকুৱা কিতাপৰ মোল বুজা মানুহ ইয়াতনো আপোনাৰ বাহিৰে কোন আছে চাৰ? সেই লেতেৰা উপন্যাসবোৰহে বিচাৰেহি। বাধ্য হৈ ৰাখোঁ আৰু।" অযাচিত প্ৰশংসাই বৰুৱাৰ অহংকাৰক সন্তুষ্ট কৰিলে। তাৰপৰা ওলাই ঠিক চাৰে সাত বজাত বাচ স্টেচন পালেগৈ। ডিব্ৰুগড়ৰ বাচ অহা নাই। এটুকুৰা আন্ধাৰ ঠাইত বৰুৱা অকলৈ থিয় হৈ থাকিল। ঘূৰিপকি চাই দেখিলে, সেইখিনিতে বিনীতাক আচৰিত কৰি চুমা খাই দিব পৰা হ'ব। বিনীতাইতো ভাবিবও নোৱাৰে যে বৰুৱাই তেনে কাম কৰিব পাৰে। আজি সঁচাকৈ আচৰিত হ'ব বিনীতা। সদায় থকাদি ভয় ভয় ভাবটো লৈ গহীন হৈয়ে নিশ্চয় আহিব।

বাচৰপৰাই বৰুৱাক দেখি সংযতভাৱেই সৰুকৈ হাঁহি এটা মাৰি লাহে লাহে নামি আহিব । বিশেষ কথা-বাৰ্তা একো নকবই । মোৰ খং উঠিছে নেকি বুজিবলৈ হয়তো চেষ্টা কৰি মোৰ মুখলৈ চাব। আৰু তেতিয়াই......। বৰুৱাই যেন আজিহে প্ৰথম বিয়া কৰাব বিনীতাক, আজিহে প্ৰথম লগ পাব বিনীতাক, আজিহে প্ৰথম মৰম কৰিব বিনীতাক।

ইস্ ৰাম, আঠ বাজিবৰ হ'ল। থিয় হৈ হৈ বৰুৱাৰ অসহ্য লাগিল। এনেকুৱা বেয়া মেনেজ্‌মেন্ট। মানুহৰ সময়ৰ মূল্য দেখিছোঁ কোনেও নুবুজা হৈছে। চৰকাৰ আৰু চৰকাৰী ব্যৱস্থাসমূহৰ অধঃপতনৰ কথা ভাবি থাকোঁতে বৰুৱাৰ বিৰক্তি গৈ বিনীতাৰ ওপৰত পৰিলগৈ। এই শেষৰ বাচখনত অহাতকৈ পাঁচ বজাৰখনত অহা হ'লেই হয় দেখোন। আনৰ সুবিধা অসুবিধালৈ এই মাইকী মানুহবোৰে একেবাৰে নাচায়। কোনোবা ভদ্ৰলোক বাৰু এইদৰে বাচ স্টেচনত ৰাতি বৈ থাকিব পাৰেনে? উস্, কি মহৰ কামোৰ। ইপিনে জাৰ। লাইটৰ তলত বহিলে নতুন কিতাপখনৰে পাত লুটিয়াব পৰা হ'লহেঁতেন। কিন্তু কিবা বৰ চেঙেলীয়া ল'ৰাৰ কাৰবাৰ যেন লাগিব।

আঠ বাজিও পোন্ধৰ মিনিট যোৱাত হে বাচ আহিল। আমন-জিমনকৈ সংযত উৎকণ্ঠাৰে বৰুৱাক বিচাৰি পিয়াপি দিয়া চকু এহাল আৰু, গাম্ভীৰ্যত বাচৰ সকলো মানুহতকৈ বেলেগ হৈ অহা বিনীতা এজনী বিচাৰি বৰুৱাই বাচখনলৈ চালে। কিন্তু দূৰৰপৰাই দেখিলে, অতি 'সস্তীয়া' ছোৱালীৰ দৰে কোনোবা এজনী বান্ধৱী ধৰণৰ ছোৱালীৰ লগত হাঁহি হাঁহি বাগৰি পৰা যেন হৈ বিনীতা বাচৰপৰা নামিব খুজিছে আৰু বাচৰ দুৱাৰমুখতে বৈ হাঁহিছে কাৰণে পিচত বহুত মানুহ নামিবলৈ বৈ আছে। কোনোবা এজন ফিটফাট মানুহে আগবঢ়াই দিয়া হাতত ধৰি বিনীতা নামিল — বোধকৰো সেইজন ইজনীৰ গিৰিয়েক, কাৰণ ইজনীয়ে তেওঁৰ পিচফালে পেন্টৰপৰা ওলোৱা চোলাটো ইতিমধ্যে খুঁচি দি আছিল; তেতিয়ালৈকে বিনীতাই যেন বৰুৱা আহিব বুলি ভবাই নাছিল; এবাৰো বৰুৱাক বিচাৰি চকু ঘূৰোৱা নাছিল। এনেতে বৰুৱা আগবাঢ়ি আহিল। বিনীতাই এসোপামান অদৰকাৰী হাঁহি মাৰি বৰুৱাক চিনাকি কৰি দিলে — বান্ধৱী মিনতি আৰু বান্ধৱীৰ গিৰিয়েক ইঞ্জিনিয়াৰৰ লগত। চিনাকি হওঁতে ভদ্ৰতা ৰক্ষা কৰি কোৱা দুই চাৰিটা শব্দৰ পাচত বাকী দুজনক উপেক্ষা কৰি বৰুৱাই বিনীতাক প্ৰায় খঙেৰে সোধাদিয়েই সুধিলে, "ইমান দেৰি হ'ল কিয়?" বিনীতাই হাঁহি দিলে, "মই কিবা বাচ চলাইছোনে?" ইঞ্জিনিয়াৰজনে ৰসিকতা কৰি ক'লে,– "আপুনি নচলালে কি হ'ল? তেখেত যে আপোনাৰ কাৰণে অধৈৰ্য হৈ বহুত সময় বৈ আছে, সেইটোহে বুজাব খুজিছে। বুজিছে মিস্টাৰ বৰুৱা, এওঁলোকক ভেদ ভাঙি পোনাই কথা নকলে এওঁলোকে একো নুবুজে।" বিনীতাৰ কাৰণে বহুত পৰ বৈ থকা বুলি আন মানুহেও বুজি পোৱাত বৰুৱাৰ নিজকে বৰ তললৈ নমা যেন লাগিল। এনেতে বিনীতাৰ বান্ধৱীয়ে গিৰিয়েকক কলে —

"তোমাৰ নিচিনাতো নহয়। তুমি হে মই ক'ৰবাৰপৰা আহিলে ড্ৰাইভাৰটোক পঠিয়াই দি ঘৰত বহি থাকা। বিনীতা Lucky."

''Excuse me Mr. and Mrs. Barua; এওঁ মিস্টাৰ বৰুৱালৈ চাই থকা আৰু মিষ্টাৰ বৰুৱাৰ পক্ষ লোৱা দেখি প্ৰশ্ন কৰিবলৈ বাধ্য হৈছোঁ — মানে তুমি সলনাসলনি কৰি লব খুজিছানেকি ? I know, professor's status and intellgence appeal you ঠিক আছে — I think I will be much gainer.''

বিনীতা আৰু মিনতিয়ে কপট খঙেৰে হাঁহি বন্ধ কৰাৰ চেষ্টাত মুখ ৰঙা কৰি বৰুৱাৰ মুখৰ অভিব্যক্তি বুজিবলৈ চেষ্টা কৰিলে। বৰুৱাই বেয়া পোৱা যেন অনুমান কৰি বিনীতাৰ বান্ধৱীয়ে গিৰিয়েকক কোৱাদি কলে — "তুমি বৰ অসভ্য; তোমাৰ নিচিনা slang কথা সকলোৱে ভাল নাপায়। মিস্টাৰ বৰুৱাই চাগৈ কি ভাবিছে বাৰু?"

ইংগিত বুজি ইঞ্জিনিয়াৰে 'I am sorry'' বুলি অপৰাধ স্বীকাৰ কৰিলে। ইঞ্জিনিয়াৰ আমেৰিকা ফেৰৎ; উচ্চ শিক্ষিত ডেকা। বহুত দৰমহাৰ চাকৰি। সাজ-পাৰ আৰু কথা-বাৰ্তাত জীৱনটোক সহজ কৰি লোৱাৰ চিন সুস্পষ্ট। তেওঁৰ আগত বৰুৱাক বৰ বান্ধত থকা মানুহ যেন লাগিছিল। ইয়াৰ পিচতো ইঞ্জিনিয়াৰ আৰু বান্ধৱীৰ লগত বিনীতাই

কথা পাতি গ'ল— কিন্তু বৰুৱাৰ কাৰণে অলপ যেন অস্বস্তি বোধ কৰিছিল। বৰুৱাই হয় হো কৰাৰ বাহিৰে একো কথা নকলে। কেতিয়া বাচৰ ওপৰৰপৰা বস্তু নামিল, কেতিয়া সেই বস্তু ৰিক্সাত উঠিল, বৰুৱাই ক'বই নোৱাৰিলে। তাৰ মানে টেক্সিত যোৱাটো হৈ নুঠিলগৈ ? চাৰিও ৰিক্সাৰ ওচৰলৈ আগবাঢ়িল। বিনীতাই কলে, "আমি স্থানীয় মানুহ, আপোনালোকক আগতে ৰিক্সাত তুলি দিওঁ। ইয়াত কিন্তু টেক্সি নাপায়।" ইঞ্জিনিয়াৰ আৰু পত্নী দুয়ো দুখন ৰিক্সাত উঠিল— মালবস্তুখিনি দুভাগ কৰি। নতুনকৈ আহিছে যোৰহাটলৈ। দুয়ো একেখন ৰিক্সাতে উঠি মালবস্তুবোৰ অকলে এখনত দিয়াটো নিৰাপদ নহয় যেন পালে। ঘৈণীয়েকৰ ৰিক্সাখন আগে আগে যাবলৈ কোৱাত ঘৈণীয়েকে ভেকাহি মাৰি কলে, কিয় ? তুমি আগত কলে কি হয় ? নে মই যোৱাৰ পাচত কিবা সুযোগ লব খুজিছা ?" ইঞ্জিনিয়াৰে উত্তৰত ক'লে, "ভয় হয় মিচেচ বৰুৱাৰ লগত তুমি rivalry আৰম্ভ কৰা বুলি।" "কি অসভ্য" বুলি ঘৈণীয়েকে কপট খং দেখুৱালে। আকৌ হাঁহি। হঠাতে কলেজৰ ল'ৰা এটাই চাইকেলৰপৰা নামি সেমেনাসেমেনিকৈ বৰুৱাক 'চাৰ' বুলি মাত লগাই গ'ল। হাঁহিৰ পাচত টা-টা, কৰমৰ্দন, আৰু 'আকৌ লগ পাম দেই' চলিল। বৰুৱাই টা-টাৰ নিচিনা বজৰুৱা শব্দ মুখেৰে উচ্চাৰণ কৰিব নোৱাৰিলে। বহুত দূৰলৈকে হাত জোকাৰি জোকাৰি তেওঁলোক যোৱাৰ পাচত হে বৰুৱাই অনুভৱ কৰিলে— তেওঁ যেন এক দুৰ্বোধ্য পৰিস্থিতিত অবাক হৈ বহুত সময় ৰৈ আছিল। বিনীতাই ভাগৰৰ উশাহ গৈ তেতিয়াও শেষ নোহোৱা উন্মাদনাৰেই ক'লে, "উস্, কি যে হুলস্থূল কৰি আহিছোহঁক গোটেই বাটটো। বাচৰ সকলো মানুহে আমালৈ অবাক হৈ চাইছিল। বহুত দিনৰ মূৰত লগ পালো তাইক—মিনতিক। ইমান বন্ধু আছিল মোৰ। মোতকৈ পিচে দুবছৰ আগতে বিয়া হৈ গ'ল । আজি যে মোক এৰিকে নিদিয়ে। লৈ যাব খুজিছিল। বহুত ফাকি দিহে সাৰি আহিছোঁ। আমাৰ ঘৰতে থাকিবলৈ মাতিছিলো। কিন্তু সিহঁত বোলে আজিয়েই পেহীয়েকৰ ঘৰৰপৰা গাড়ী লৈ গুৱাহাটীলৈ যাব। মিলিছে দুয়োটা...।" বান্ধৱীৰ সুখত অভিভূত হৈ নিজৰ কথা পাহৰি গৈছিল বিনীতাই — পাহৰি গৈছিল বৰুৱা গহীন হৈ পৰাৰ কথা। হঠাৎ সাৰ পোৱাদি পাই বিনীতাই বৰুৱাৰ মুখলৈ চালে। সকলো আনন্দ নোহোৱা হ'ল বিনীতাৰ। প্ৰথমবাৰ আহোঁতে মাকৰ ঘৰত এৰি থৈ অহা কিতাপৰ বাকচটোও এইবাৰ বিনীতাই লৈ আহিছে। লগতে ডঙাৰ চুটকেচটো আৰু পেটুৱা হেণ্ডবেগটো। এতিয়া কি কৰিব ? বান্ধৱীৰ দৰে মালখিনি দুভাগ কৰি দুয়ো দুখন ৰিক্সাত উঠিব, নে দুয়ো এখনত উঠি মালখিনি এখনত দিব? মিনতিহঁতৰ বৰ সুবিধা এটাই কথা কলে সিটোৱে মানি লয়, নহ'লে সিটোৱে কৰা আপত্তিটো ইটোৱে মানি লয়। বৰুৱাৰ লগততো তেনেকুৱা কৰা সম্ভৱ নহয়। ওলাব খোজা হুমুনিয়াহ এটাক মুখত আঙুলি দি বাধা দিলে বিনীতাই; তাৰ পাচত বৰুৱাক সুধিলে, "কি কৰা ভাল হ'ব।" বৰুৱাৰ খং কঠি আহিছিল, ক'লে, "যি কৰা বেগেতে কৰা, মই আৰু ৰৈ থাকিব নোৱাৰো।" এই বুলি বৰুৱা এখন ৰিক্সাত উঠি বহিল আৰু লগে লগে ৰিক্সাৱালাই তাতে কিতাপৰ বাকচটো তুলি দিলে। বিনীতাই ভাবিলে, বৰুৱাই বোধকৰো দুয়ো দুখন ৰিক্সাতে উঠাটো ঠিক কৰিছে। গতিকে ইখনত হেণ্ডবেগ আৰু চুটকেচটো লৈ বিনীতা উঠিল। ৰিক্সা চলিবলৈ আৰম্ভ কৰোঁতে বৰুৱাই কলে — "ছড়টো পেলাই লোৱা হ'লে ভাল আছিল। বিনীতাই নালাগে পাই" বুলি হুড নিদিয়াকৈ যাবলৈ অনুমতি বিচাৰি গিৰিয়েকলৈ চাই এটা স্থিৰ হাঁহি মাৰিলে। বৰুৱাই আপত্তি নকৰিলে। আগে আগে বিনীতাৰ ৰিক্সা ; পিচে পিচে বৰুৱাৰ। বাকচটো তুলি দিলত বৰুৱাৰ ভৰি থোৱাৰ অসুবিধা হৈছে। এবাৰ ভাবিলে, মালবোৰ এখনত দি তেওঁ বিনীতাৰ ৰিক্সাতে উঠিবগৈ নেকি ? কিন্তু সেইটো কৰিলে বিনীতাৰ ওচৰত বৰ সৰু হোৱা যেন হ'ব। ৰিক্সাৱালাই বা কি ভাবিব! ভৰি থোৱাৰ অসুবিধাই বৰুৱাক ওৰে বাট বিৰক্ত কৰি গ'ল। চুমা খাই আচৰিত কৰি দিয়াৰ পৰিকল্পনাটো কাৰ্যকৰী কৰাৰ সুবিধা বিনীতায়েই নিদিলে। নিজৰে প্ৰতি দুখ লাগি বৰুৱাই বেদনা অনুভৱ কৰিলে। ৰিক্সাৰ জোকাৰণিৰ লগতে আজি যেন বৰুৱাৰ গোটেই জীৱনটোৱেই, গোটেই জীৱনৰ পৰিকল্পনাটোৱেই জোকাৰ খাই গ'ল।

ঘৰত গৈ বিনীতা প্ৰথমে ৰান্ধনিঘৰত থকা শাহুৱেকৰ ওচৰ পালেগৈ। সেৱা কৰিবলৈ ধৰোঁতেই শাহুৱেকে "নালাগে নালাগে" বুলি মূৰত ধৰি তুলি মৰম কৰি দিলে। লৰালৰিকৈ চাহৰ কাৰণে পানী উতলিবলৈ দি বিনীতাৰ মাক-বাপেকৰ

কুশল-মঙ্গল সুধিলে। খুড়ীটি আহিছে বুলি আনন্দৰ ল'ৰা-ছোৱালীকিটাও দৌৰি আহি ৰান্ধনিঘৰ পালেহি। হাতত চাহ এপিয়লা লৈ বৰুৱাক দিবলৈ গ'ল বিনীতা। বৰুৱাই তেতিয়া কাপোৰ সলাই নিজৰ টাই, পেন্ট, চাৰ্ট আদি বিধে বিধে ভাজে ভাজে আঁৰি লৈ কেনেবাকৈ লগা ধূলি-বালি গুচাবলৈ আঙুলিৰে টুকুৰিয়াইছিল। ভোৰভোৰাই বৰুৱাই কলে- "ৰিক্সাৱলাক পইচা দিয়া, বাকচবোৰ ক'ত থব দেখুৱাই দিয়াৰ চিন্তা নকৰাকৈ পোনে পোনে মেল মৰাত লাগিলাগৈ। সেইবোৰ হবপায় চাকৰৰ দৰে মই কৰিব লাগিব?" বিনীতাই কোনো উত্তৰ নিদিলে। তাৰ পাচত আৰু বৰুৱাৰ লগত কোনো কথা পতা নহ'ল। মনে মনে অভিমান এটা বুকুত লৈ বৰুৱাই নতুনকৈ অনা কিতাপখনৰ পাত লুটিয়াবলৈ ধৰিলে। বৰুৱাই ভাবি থাকিল, বিনীতা ওচৰলৈ আহি অনুনয় কৰিলেহি নিজে খঙটো এৰিব, আৰু বাচ স্টেচনত বা তেনেকুৱা ঠাইত কেনেকৈ ব্যৱহাৰ কৰিব লাগে, বন্ধু পালেই নিজক পাহৰি যাব নালাগে, আদি কথা বুজাই ক'ব। আনপিনে, বৰুৱা খং এটা লৈয়ে বহি আছে বুলি জানি বিনীতা ভয়তে ওচৰলৈ নাহিল। আহিয়েই প্ৰথম দিনাই বৰুৱাৰ খঙৰ কথা শুনাতকৈ কথা নপতাই ভাল বুলি ভাবিলে। ভাবি থলে, একো নকৈ ৰাতি বিচনাত বৰুৱাৰ বুকুত মূৰটো গুজি দিব।

শুবলৈ আহি বিনীতা বিচনাত ভৰি ওলোমাই বহি আছে। বৰুৱাই চুৰট এটা হুপি খিৰিকিয়েদি বাহিৰলৈ চাই আছে — কিবা ভবাৰ দৰে। দুয়ো দুয়োকো মতা নাই। চিঠিত পোৱা মৰমিয়াল গিৰিয়েকে সাৱটি ধৰিবহি বুলি এটা দুৰ্বাৰ আশা মনে মনে পুহি ৰাখিছিল বিনীতাই লাজ লাজকৈ। চুৰটটো খিৰিকিয়েদি পেলাই দি বৰুৱাই টেবুলৰ আগত কিবা এখন কিতাপ মেলি ললে আৰু উমানতে বিনীতা বহি থকাটো বুজি লৈ কিতাপলৈ চায়েই ক'লে, "তুমি শোৱা। মোৰ অলপ দেৰি হ'ব।" ভাবিছিল, বিনীতাই অনুনয় কৰি মাতি নিবহি। কিন্তু নিনিলে। বৰঞ্চ বৰুৱাৰ পিঠিলৈ বৰ দুখেৰে চাই বিনীতা শুই পৰিল।

এৰাতিৰ সংযমৰ অৱসাদ লৈ পিচদিনা বিনীতাই সাৰ পাওঁতে বৰুৱাই মাকে কৰি দিয়া চাহ এপিয়লা ওচৰতে লৈ দাড়ি খুৰাইছিল। ❑❑

# তিনি

খীণোৱা, মিহি, দীঘল-চানেকীয়া আলোক বৰুৱাৰ মুখত ফুটি উঠা গাম্ভীৰ্য্য আৰু উদাস ভাবটো প্ৰসাধন মাত্ৰ। ভালকৈ চালে চকুত পৰে ভীতিসূচক ৰুক্ষতা। ৩০ বছৰীয়া বৰুৱাৰ মুখমণ্ডলত এডালো পুৰুষসুলভ বয়সৰ ৰেখা পৰা নাই। কপালো ষোল বছৰীয়া গাভৰুৰ কপালৰ দৰে মিহি। কিন্তু মসৃণতাৰ মাজত জিলিকি উঠা কঠোৰতাই বয়সৰ কথা কয়। সোমোৱা চকুৰ উজ্জ্বলতা আৰু শুকান হাতৰ আঙুলি দেখি পেটৰ কিবা পুৰণি ৰোগ থকা যেন লাগে। এক ধনাঢ্য আৰু প্ৰতিপত্তিশালী পৰিয়ালত জন্ম হৈছিল বৰুৱাৰ। কিন্তু হঠাতে অৱস্থা বেয়া হৈ যোৱাৰ কষ্ট সৰু বয়সতে পাইছিল তেওঁ। সেই পৰিয়াললৈ আগৰ দৰে ধন ঘূৰি নাহিল; কিন্তু ভেম থাকি গ'ল। গাঁৱৰ আন ল'ৰাই বৰুৱাক স্কুলত 'চেঁচুকৰ ডেম-ডেউকা' বুলি জোকাইছিল। বৰুৱাৰ গাৰ শেঁতা বগা ৰং, মেনমেনীয়া স্বভাৱ, শাৰীৰিক কষ্টলৈ ভয় কৰা প্ৰবৃত্তি, সাজ-পাৰ বা হাত-ভৰিত ধূলি অকণো লাগিবলৈ নিদিয়া প্ৰবৃত্তি, সৰুৰে দৰে থাকি গ'ল। শিক্ষাই বৰুৱাৰ এইবোৰ স্বভাৱ

সলাব নোৱাৰি গাঢ় কৰি দিলে। সকতে স্কুলৰ সহপাঠীবোৰে জোকাওঁতে একো প্ৰতিশোধ ল'ব নোৱাৰাৰ নিজ অক্ষমতাক নিজৰ আগতে লুকুৱাবলৈ বৰুৱাই নিজে নিজক মনে মনে কৈছিল, তহঁতে মোক কি বুজিবি? তহঁতকৈ মই বহুত ওপৰৰ।" বৰুৱাই ইতিমধ্যে লিখা গোটাচেৰেক কবিতাই সেই ভাবৰ স্থিৰতা এতিয়াও প্ৰমাণ কৰে। কবি হিচাপে বৰুৱাৰ নাম আছে, অসমত এটা কবিতা, এখন উপন্যাস বা এটা গল্প লিখিয়েই নাম কৰিব পৰা দিন এতিয়াও আছে। এমুঠি একে স্তৰৰ কবিৰ বাহিৰে বোলে আনে বৰুৱাৰ কবিতা বুজিব নোৱাৰে। স্কুলৰ দিনৰ কোনোবা পুৰণি বন্ধুৱে লগ পাই এতিয়াও বৰুৱাক কবি বুলি অভিনন্দন জনাই যেতিয়া কয়, "তোমাৰ কবিতা পিচে আমি বুজিবকে নোৱাৰোঁ," তেতিয়া বৰুৱাই মিচিকি হাঁহিৰে নিমাতে থাকি মনে মনে ভাবে, "তহঁতে মোক আগেয়েও বুজিব নোৱাৰিলি, এতিয়াও বুজিব নোৱাৰ, বহুত ওপৰত মই।" বৰুৱাৰ এই চৰিত্ৰ-বৈশিষ্ট্যৰ কিছু আভাস বিনীতাই ইতিমধ্যে পাইছে। এইবাৰ ঘৰলৈ যাওঁতে কিন্তু বাপেকেও বিনীতাক প্ৰায় সাৱধানবাণী শুনোৱাদি কৈ পঠাইছে, "আলোক উচ্চ শিক্ষিত গৰ্বিত ল'ৰা, তাতে কবি অৰ্থাৎ ভাবুকও। অলপ খেয়ালী হোৱা স্বাভাৱিক। কিছুদিন মন বুজি চলিবি।" গতিকে এইবাৰ বিনীতাই মাকৰ ঘৰতে ঠিক কৰি আহিছে, গিৰিয়েকৰ একো কথাতে নিজে বিৰক্ত নহ'বলৈ। লাহী গাৰে তেজ-গোৰা ৰঙৰ বিনীতাৰ কিচকিচীয়া টো খেলা চুলিৰ অপৰ্য্যাপ্তিত জীৱন-ক্ষুধাৰ চিন যেনেকৈ আছে, চকুৰ প্ৰশান্তিত আছে সেই ক্ষুধাক বশীভূত কৰাৰ ক্ষমতা। চতুৰ্থ বাৰ্ষিকলৈকে পঢ়া ছাত্ৰী, বাপেকৰ একমাত্ৰ আদৰৰ জীয়েক বিনীতাৰ কলেজীয়া জীৱনত লগা দুই এক ডেকাৰ চকুৰ আকুলতাৰ পৰশ, মনটোক ছুই চালে এতিয়াও গম ধৰিব পাৰি। কিন্তু সিমানেই। তাতকৈ বেছি একো নহয়। ক'ৰবাত ভুলতে কিবা এটা হৈ যোৱাদি হোৱা হ'লে বিনীতাই হয়তো বেয়া নাপালেহেঁতেন। নহ'ল যেতিয়া, তাৰ কাৰণে বিনীতাই দুখ নকৰে। আলোক বৰুৱাৰ পত্নী হৈ পোৱা সন্মানখিনিও বিনীতাৰ কাৰণে তাকৰ হোৱা নাই। বাটত কলেজৰ লৰাই বাট এৰি দিয়া, ফুৰিবলৈ অহা ছোৱালীয়ে 'চাৰ'ৰ প্ৰশংসা কৰা, বিনীতাৰ ভাল লাগে। গৌৰৱৰ অংশীদাৰ হৈ কোনে বেয়া পায়?

সেয়ে পলম-পুৱাত বৰুৱা সাজ-পাৰ পিন্ধি ওলাওঁতে বিনীতাই ৰাতিৰ উপেক্ষাৰ কথা জোৰ কৰি পাহৰি বৰুৱাৰ আলপৈচান ধৰি দিলে। বাথৰুমত বৰুৱাৰ এঘণ্টা লগাটো আগেয়ে বিনীতাৰ অসহ্য লাগিছিল; আজি নালাগিল। ফণিখন মচি মচি অকণো মলি বা ছিগা চুলি নথকা কৰি থলে। ফণিত কিবা লাগি থাকিলেই বৰুৱাই বিৰক্তিৰে চাফা কৰি পুনৰ চাবোনেৰে হাত ধোৱে। ভাত খাই উঠি, কাপোৰ-কানি পিন্ধি বৰুৱাই মুখত চুৰটটো লৈ দহ মিনিটমান চচ্‌মাযোৰ চাফা কৰাও বিনীতাই চাই থাকিল। তাৰ পাচত বৰুৱাই নিৰ্দিষ্ট ঠাইৰপৰা ফটা কাপোৰ এটুকুৰা আনি চাইকেলৰ ধূলি-বালি কোবাই ললে। চাইকেলৰ তলাটো খুলি ৰুমালেৰে হাতখন মোহাৰি পুনৰ ৰুমালখন ভাঁজ কৰি জেপত ভৰাই ললে। দুই হাতেৰে চুলিখিনি ঠিক আছেনে চুই চাই 'টাই'ৰ গাঁঠিটো আকৌ এবাৰ লৰাই চালে। মাকে ভিতৰতে শুনাকৈ ডাঙৰকৈ 'মা মই আহোঁ' বুলি; ওচৰতে থকা বিনীতাক "ওঁ" বুলি কৈ বাহিৰলৈ ওলাল। স্টেপত চাইকেলখন থিয় কৰাই চোতালত ৰৈ বৰুৱাই ভাবিলে, প্ৰথম এমাহত অভ্যাস কৰাৰ দৰে বিনীতাক চুমা এটা এতিয়াও খাই যোৱা উচিত। কিবা এটা পাহৰি যোৱাৰ অজুহাতত বৰুৱা নিজ কোঠালৈ সোমাই গ'ল। বিনীতা কিন্তু আগফালৰ দুৱাৰমুখতে ৰৈ থাকিল। এতিয়া মাতি আনি চুমা খাবনে? পুনৰ ওলাই চুমা নোখোৱাকৈ বৰুৱা গুচি গ'ল।

গুচি যোৱা বৰুৱালৈ একেথৰে চাই চাই, আৰু বৰুৱা নেদেখা হোৱাৰ পাচতো এনেয়ে সেইফাললৈ চাই চাই বিনীতা ৰৈ থাকিল। জোৰ কৰি নিজকে ভাগ্যৱতী বুলি বুজাই থাকিলেও বিনীতাৰ মনটো একেবাৰে ভাল লগা নাছিল। হঠাতে ভাবিপেলালে— কিয় বাৰু মোক বিয়া দিলে? মই এজনী ছোৱালী ঘৰতে থকা হ'লেনো কি ক্ষতিটো হ'লহেঁতেন? ভাবিব নোপোৱা কথাবোৰ মনলৈ অহাত বিনীতাই সাৰ পোৱাদি পালে। এবিধ দুখ আছে, যিবিধত কন্দাতকৈ কিবা ভাঙি-ছিঙি বা কাৰোবাক মৰিয়াইহে আৰাম পোৱা যায়। শোৱা-কোঠাত সোমাই বিনীতাই কাপোৰ-কানিবোৰকে লাং লাং থাং থাং কৰি নিজকে দুখ পোৱাকৈ বিচনাত পেলাই দিলে। ডিঙিটো শুকাই যোৱা যেন লাগিল। এগিলাচ পানী খাবলৈ ৰান্ধনিঘৰলৈ আহি দেখে, শাহুৱেকে চাহ কৰিছে। বিনীতাৰ বেয়া লাগিল। এই সাদৰী বুঢ়ী গৰাকীক যেন

উপেক্ষা কৰা হৈছে। লৰালৰিকৈ ওচৰলৈ গৈ কলে, "মই কৰি দিওঁ মা, আপুনি এতিয়া চাহ খাব বুলি মই ভবাই নাছিলোঁ। নহলে আগতেই কৰিলোহিহেঁতেন।"

হ'লেই মোৰ। নালাগে আই। এই পিয়লা তোৰ। সি থাকিলে চাহ খালে গোৰগোৰাই থাকে। সেয়ে সি যোৱালৈ বৈ আছিলোঁ। —বুঢ়ীয়ে বাৱাৰীয়েকলৈ চাহ এপিয়লা আগবঢ়াই দিলে।

চাহৰ পিয়লাটো দাণ্ডি লৈ বিনীতাই দুআষাৰ কথাৰেই শাহুৱেকক শুশ্ৰূষা কৰাৰ কথা ভাবি ক'লে, "মই নাথাকোঁতে আপুনিয়েই ভাত ৰান্ধিছে বুলি মনত পৰি বৰ বেয়া লাগিছিল ।"

বুঢ়ীয়ে ধুনীয়া বগা নাকটো চাদৰৰ আগেৰে মোহাৰি হাঁহো হাঁহো কৰি কলে, "বুজিছোঁ মই। পিচে গৈছিলানো কি অভিমানত ?"

বিনীতাই মজিয়াত পিয়লাটো ঘঁহাই কি উত্তৰ দিব ভাবিবলৈ ধৰিলে।

"মই বুজিছো । সি তেনেকুৱাই । পিচে তয়ো একে হ'লে মোৰ হে অশান্তি হ'ব। গতিকে ভাবি চাবি।" বুঢ়ীয়ে শেষ সোহা খাই পিয়লাটো আঁতৰাই থলে। বহাৰপৰা আঁঠুত ভৰ দি উঠি আকৌ কলে, "অকলে অকলে নো কি কৰিবি ? মন যায় যদি মন্দিৰাৰ ওচৰলৈকে যা। তায়ো সদায় সুধি আছে। তই নাথাকোতে তায়ে ৰন্ধা-বঢ়া প্ৰায়খিনি কৰি দি যায়হি। আলোকে দেখিলে ভোৰভোৰাই থাকে কাৰণে সি নথকা সময়ত কৰি দি যায়হি। তাৰ মতে আকৌ নবৌৱেকজনী বোলে লেতেৰা।" বৰ বোঁৱাৰীয়েকৰ ওচৰলৈ যাবলৈ বুঢ়ীয়ে উপদেশ দি কলে। বিনীতাই ভালেই পালে। বীণা, ৰীণা, দীনা আৰু পুতু — চাৰিওটাকে বৰ ভাল লাগে তাইৰ। কিমান যে প্ৰশ্ন সিহঁতৰ। এতিয়া চাগৈ ডাঙৰ তিনিওজনী স্কুললৈ গ'লেই। পিয়লা কিটা ধুই থৈ বিনীতা যাবলৈ ওলাল ।

বুঢ়ীয়ে মৰমেৰে আৰু আশাৰে বিনীতাৰ মুখলৈ চাই কলে, "যা, ময়ো গৈছোঁ। ইয়াতনো অকলে কি কৰিবি ? তাত তেওঁ ল'ৰা-ছোৱালী কিটাই আছে।" বিনীতাৰপৰাও ল'ৰা- ছোৱালী বিচৰাৰ আশাটো, সেই ল'ৰা-ছোৱালীৰে এইখন ঘৰো থাকিবলৈ ভাল লগা কৰাৰ আশাটো, বুঢ়ীৰ কথাৰ মাজত প্ৰকাশ পোৱাত বিনীতাৰ লাজ লাগি গ'ল।

মন্দিৰাই টানি নিয়াদি নিলেহি বিনীতাক। ছোৱালী কিজনীক স্কুললৈ উলিয়াই পঠিয়াওঁতেই এঘণ্টা নলগা হ'লে নিজেই আগতে আহি বিনীতাক মাতি নিব বুলি ভাবি আছিল বুলি কলে। অভিযোগ কৰিলে, কিয় তেওঁক আগতে নোকোৱাকৈ গুচি গ'ল। বুজালে ঃ "আলোকৰ ওপৰত অভিমান নকৰিবা ; তেওঁ তেনেকুৱাই। কিন্তু অন্তৰত মৰম কালেকো কম নহয়।" চতুৰ্থ সন্তান দুবছৰীয়া পুতুৱে কেৰাচিন তেলৰ টিন এটা মাকোটোৰে বজাই আছিল। বিনীতাক দেখি দৌৰি আহি সাৱটি ধৰিলেহি "খুড়ীটি" বুলি। মাকে ধমকি দিলে, তেওঁৰ কাপোৰবোৰ লেতেৰা নকৰিবি তই। বিনীতাই ক্ষুন্ন হোৱাদি ক'লে, "কিয় নকৰিব ? তুমি কৰিবা দেই পুতু।" মৰম পাই পুতু খুড়ীয়েকৰ কোলাত সোমাল।

সেইদিনা দুপৰীয়া নিজৰ ঘৰত ৰন্ধাখিনিও আনি বুঢ়ী আৰু বিনীতাই মন্দিৰাৰ পাকঘৰতে একেলগে হাঁহি মাতি খালেহি। ৰ'দত ঘামিজামি বৰপুতেক ওলালহি। মাকক দেখিয়েই 'হে মাতৃ' বুলি সেৱা কৰাৰ ভাও ধৰিলে, মাকে মৰমেৰে "যা এইটো" বুলি মখলৈ চাই ক'লে, "ইস এই ৰদখনত তেনেই ক'লা পৰি আহিছ।" ভাই বোৱাৰীয়েকক দেখি চিঞৰ মাৰি দিলে— "এওঁ পলাইছিল নহয় ?" বুঢ়ীৰ বৰপুতেক আন্দৰ বৰ ৰসিক মানুহ। ভায়েকৰ সকলোবোৰ খং হাঁহি উৰাই দিয়ে। বেলেগ হওঁ বোলোতেও নিজে হাঁহি হাঁহি ঘৰ সাজি দি ক'লে, "অকলে ভয় লাগিলে ৰাতি গুচি আহিবি।" এতিয়াও বোৱাৰীয়েকক বুজালে, "সৰুৰেপৰা মৰমত উঠি সি বৰ অভিমানী। খঙটোও আমাতকৈ বেছি। তুমি ঠিক কৰি ল'বা।" বিনীতাই বুজিলে, কিবা খঙতে মাকৰ ঘৰলৈ যোৱা বুলি সকলেৱে অনুমান কৰি লৈছে। নিজৰে' বৰ লাজ লাগিল।

আবেলি বীণা, ৰীণা, দীনা, পুতুহঁতে বিনীতাৰ কোঠাতে এঘণ্টামান লেখিলেহি। সিহঁতৰ অত্যাচাৰত বিনীতাও

এবাৰ পুতলা কন্যাৰ মাক হ'বলগীয়া হ'ল। এনেতে গাঁৱৰে কেইগৰাকীমান বয়সিয়াল তিৰোতা ফুৰিবলৈ অহাত চাহ-তামোল দিবলৈ বিনীতা যাব লগা হ'ল।

শাহুৱেকে কোৱা মতে চাহ কৰি আনি দি বিনীতা মানুহ কেইগৰাকীৰ ওচৰতে বহিল। শাহুৱেকে চিনাকি কৰি দিলে। মানুহকেইগৰাকীয়ে "বঢ়িয়া বোৱাৰী পাইছে" বুলি বিনীতাৰ প্ৰশংসা কৰিলে।

মৌজাদাৰণী বুঢ়ীয়ে ক'লে, "আই, তোমাকো কওঁ, ভাগ্যৰ বলত হে এনেটো ল'ৰা পাইছা। গোটেই গাঁওখনৰ মূৰ সি। দাঁতত ভাত এটা লাগিলেও মানুহে তাৰ পৰামৰ্শ লয়হি। কলেজতো বোলে তাৰ সমানৰ আন প্ৰফেচৰ নাই। কাকতে-পত্ৰেও নাম ফুটি ফাটি গৈছে ।"

নামতী ঠাকুৰনীয়ে কলে, "এনেকুৱা মাটি হেন ল'ৰা পাবলৈ নাই। গাঁৱৰ ক'ত ল'ৰাৰ ক'ত কথা শুনিলোঁ। আলোকৰ বেয়া কথা এটা কোৱা মানুহ নোলাল।"

গৰ্বই ওঁঠ কপালে বিনীতাৰ। ভালকৈ কথা-বাৰ্তা পাতি তেখেতসকলক বিদায় দি ভিতৰ সোমাব খোজোতেই চাইকেলৰ শব্দ শুনি ঘূৰি চালে। আলোক বৰুৱা আহিছে। বৰুৱাই চাইকেলখন চোতালত থৈ ভিতৰ সোমায়েই দেখিলে, বহা কোঠাত চাহৰ পিয়লা, তামোলৰ বাকলিৰ ৰাজত্ব। চোফা এখনৰ দাঁতিত কোনোবা এগৰাকীয়ে চূণ সানি গৈছে। "ইস" বুলি বৰুৱাই নিজৰ ৰুমালেৰে একেবাৰে চিন নোহোৱাকৈ মচিলে। তাৰ পাচত নিজৰ কোঠাত সোমাই দেখে, পুতলাৰ ফটাকানি, মাটি-বালিৰ ভাত, ফুল-গছপাত আদিৰে ঘৰৰ মজিয়া ঢাক খাই আছে। লৰালৰিকৈ চাফা কৰিবলৈ লোৱা বিনীতাক বৰুৱাই সুধিলে, —

ঃ কোনে কৰিলে এইবোৰ ?

ঃ বীণাহঁতে ।

ঃ কিয় সোমাবলৈ দিছিলা ইয়াত? সিহঁত সোমালে কিতাপ-পত্ৰ, কাপোৰ-কানি সকলো থানবান হ'ব। মই কেতিয়াও সোমাবলৈ নিদিওঁ ।

মনে মনে বিনীতা চাহ-জলপান আনিবলৈ ভিতৰলৈ গ'ল। আলোক বৰুৱাই ভাবিলে, কথাকিটা অলপ পিচত ভালকৈ কোৱা হ'লেও হ'লহেঁতেন। কিন্তু ল'ৰা-ছোৱালী লৈ শোৱা কোঠাত খেলা কৰি গোটেইখন লেতেৰা কৰাৰ কি প্ৰয়োজন বাৰু? বাহিৰত খেলিব নোৱাৰিনে — যদি খেলাৰ ইমানেই ইচ্ছা ? মই কলেজত দিনটো কাম কৰি মৰোঁগে, আৰু এওঁ... । এই ব্ৰহ্ম বাক্যটোৰ শেষলৈকে ভাবিলে নিজকে বৰ স্বাৰ্থপৰ যেন লাগিব বুলি ভাবি আধা ডোখৰতে এৰি দিলে।

চাহ আহিল । মলিব দাগ লগা পিয়লাৰ নালটোলৈ কিছুপৰ চাই থাকি বৰুৱাই নালটোত নধৰাকৈ চাহ খালে। বিনীতাই ভাবিবলৈ ধৰিলে, কি কথা আৰম্ভ কৰিব। হঠাতে কলে,

"আজি গাঁৱৰে কেবাগৰাকীও মানুহ আহিছিল ।"

"চোফাত চূণ দেখিয়েই গম পাইছিলোঁ। পিচে, হেৰি কৰিব লাগে। গাঁৱৰে মানুহ আহিলে চোফাত বহিবলৈ নিদি ভিতৰৰ বাৰাণ্ডাত বহুউৱাই ভাল। অভ্যাসৰ দোষ, চূণ সানিবই ।" বৰুৱাই অলপ কোমলকৈ কোৱাৰ চেষ্টা কৰিলে। কৈ উঠি হাঁহি এটা মৰাৰ উদ্দেশ্যেৰে বিনীতাৰ মুখলৈও চালে। বিনীতাই তেতিয়া খিৰিকিয়েদি বহুত দূৰলৈ চাই আছিল। গতিকে বৰুৱাই হাঁহিটো খৰচ নকৰিলে। নিজক সংযত কৰিব নোৱাৰি বৰুৱাই আকৌ কৈ পেলালে — "পিয়লাৰ নালটোত এনেকৈ মলি লাগি থাকিলে চাহ খাবলৈকে ঘিণ লাগে।" আপোনপাহৰা হৈ থকা বিনীতাই ফেঁটী সাপৰ দৰে মুখ ঘূৰাই বৰুৱালৈ চালে। এইটো যেন অতি নগণ্য কথা, এইটো যেন বিয়াৰ দুমাহৰ পাচত স্বামীয়েকক শাসনৰ সুৰত কোৱা কথা নহয়, বিনীতা যেন এই কথা শুনি অতি আচৰিত হ'ল!

এনেতে গোপাল মাস্টৰৰ মাত শুনি বৰুৱা বাহিৰৰ কোঠালৈ ওলাই গ'ল। ভিতৰৰপৰাই বিনীতাই অনুমান কৰিলে, চহৰৰ পৰা প্ৰফেচাৰো আহিছে চাগৈ। হাঁহিটোতে গম পালে বিনীতাই। এনেকুৱা কাঠ হাঁহি! এতিয়াই মাতিব বুলি বিনীতাৰ সন্দেহ হ'ল আৰু সন্দেহ কৰাৰ দৰেই বাহিৰৰপৰা বৰুৱাই মাতিলে — "চাওঁ বিনী।" একমাত্ৰ গোপাল মাস্টৰ আৰু বৰা প্ৰফেচাৰ আহিলেহে এইটো মাতেৰে ইমান মিহিকৈ বৰুৱাই বিনীতাক মাতে । মানুহ দুজনক কিন্তু বিনীতাৰ অকণো ভাল নালাগে। গোপাল মাস্টৰ খীণোৱা, শুকোৱা, বয়স ৬৫ মান হ'ব, মুখত প্ৰায়ে কেবাদিনো নুখুৰুৱা পকা দাড়ি, আধা ময়লা খাদ্দৰৰ চুৰীয়া আৰু পাঞ্জাবী, চেগুলতকৈ ভৰি কিটা বেছি লেতেৰা আৰু ফাটে ফাটে মলি সোমোৱা, মুখত সন্তীয়া চিগাৰেট। পাঞ্জাবীৰ দাঁতিয়েদি ডিঙিত ওলাই থকা লগুণডালৰ ৰং দেখিলে ঘিণ লাগে। বৰা প্ৰফেচাৰো একে বিধৰে, কেৱল সাজ-পাৰ অলপ বগা আৰু বয়স ৫৫ মানহে হ'ব। এই বুঢ়াবোৰৰ লগত বৰুৱাৰ কিয় ইমান হলিগলি, ডেকা মানুহ বৰুৱাৰ ওচৰলৈ নাহে কিয়, বিনীতাই একো ভাবি নাপায়। এওঁবিলাক আহিলেই যি দৃশ্য আৰম্ভ হয় সেই দৃশ্যৰে আজিও পুনৰাভিনয় হ'ব বুলি বিনীতাই বুজিলে। বৰ অসহ্য লাগে ; সাহিত্য-ৰাজনীতি আদিৰ বৰ ডাঙৰ ডাঙৰ কথাবোৰ পাতে, তেওঁলোকৰ কথা শুনি থাকিলে পৃথিৱীত তেওঁলোকতকৈ জ্ঞানী মানুহ নাই যেন লাগে। সেইবোৰৰ মাজত বাৰু নিবোকা গৰুৰ দৰে বহি থাকিবলৈ বিনীতাক মতাৰ কি দৰ্কাৰ? আৰু এই দুজন আহিলে যে মাতে, কথা পাতি ভাল লগা আন মানুহ আহিলে আগলৈ ওলাবলৈকে নিদিয়ে কিয় ?

"চাওঁ শুনিছানে ?" — বাহিৰৰপৰা বৰুৱাৰ মিহি মাত ।

"গৈছো" বুলি কৈ চাদৰখন ঠিক কৰি লৈ বিনীতা বহা কোঠা পালেগৈ। তিনিও কথাত ব্যস্ত। নেহৰুৰ অভাৱত ভাৰতৰ কি কি বিপদ হ'ব পাৰে সেই বিষয়ে আলোচনা চলা যেন লাগিল। কাৰণ, বিনীতা গৈ পাওঁতে বৰুৱাই কৈ আছিল "এতিয়া এইবোৰ মিডিওকাৰ ব্ৰেইন্। নেহৰু অন্ততঃ এনলাইটোণ্ড আছিল। ... What all his shortcomings he was a true aristocrat. বিনী অলপ চাহৰ যোগাৰ..."

"নালাগে, নালাগে । বহক আপুনি মিচেচ্ বৰুৱা — যদি বিশেষ কাম নাই। আপোনাৰ দুই এটা মন্তব্য বেচ ভাল লাগে।" — বৰা প্ৰফেচাৰে ক'লে ।

বহিব নে নবহে বিনীতাই ভাবিলে। গোপাল মাস্টৰে দীঘলকৈ হোপা এটা মাৰি চিগাৰেটৰ টুকুৰাটো খিৰিকিয়েদি দলিয়াই পেলাই নাকটো মোহাৰি ললে।

"বহাঁ" — বৰুৱাৰ মাতত অনুৰোধতকৈ অনুমতিৰ সুৰ বেছি স্পষ্ট। বিনীতা বহিল।

"হেৰি বৰুৱা, নতুনকৈ এখন গল্পৰ কিতাপ ওলাইছে, পঢ়িছেনে নাই?" বৰা প্ৰফেচাৰে সুধিলে।

"মই অসমীয়া কিতাপ নপঢ়োঁ দেও । মোৰ অৱশ্যে কোনো বেয়া ভাব নাই । But I do not find anything worthreading''--বৰুৱাই আলোচনাৰ যাত্ৰা-পথত গুৰি কাটি পথালিকৈ গছ পেলোৱাদি কৈ দিলে ।

"তুমি পঢ়িছা নিশ্চয় ?" — গোপাল মাস্টৰে বিনীতাক সুধিলে — যেন বিনীতাৰ মানদণ্ড-বিদ্যাবুদ্ধিৰ মানুহে সেইবোৰ কিতাপ পঢ়া স্বাভাৱিক ।

"হয়, পঢ়িছো।"

"ক'ত পালা?" বৰুৱা আচৰিত।

"ডিব্ৰুগড়ত পঢ়ি আহিলোঁ।"

"এৰা, তেনেকুৱা কিতাপ মই অনা মনত নপৰে।" বৰুৱাই সকাহ পোৱাদি পালে।

"পিচে কেনে পালে পঢ়ি ?" বৰা প্ৰফেচাৰে সুধিলে।

"ভাল পালো।"

"ভালতো পাবাই ।" এই বুলি বিনীতালৈ গুপ্ত ৰহস্যভেদৰ হাঁহি এটা মাৰি বৰুৱাই বৰাক সুধিলে, "কি আছে নো কিতাপখনত?"

"একো নাই । সাধাৰণ গাঁৱলীয়া গল্প কিছুমান। মূক জনসাধাৰণ বুলি লেক্‌চাৰ; যেন কেৱল মানুহ সংখ্যাধিক্যই সকলো। সিহঁতৰ ধাৰণা, পাঁচ হেজাৰমান মানুহ গোটালে এজন চেক্সপিয়েৰ হৈ যাব।" বৰাই কৈ যায়।

বিনীতাৰ বাহিৰে তিনিও হাঁহে।

হাঁহিক "এংকৰ প্লিজ" বুলি ধৰি লৈ বৰাই আকৌ কলে "আৰু টুলুঙা প্ৰেম।..."

বৰুৱাই আঙুলিৰ-ফেৰেঙণি মেলি দুই হাত দাঙি সকলোকে মনে মনে থাকিবলৈ কোৱাৰ ভংগী কৰি, চিগাৰেটৰ টুকুৰা- ধপাতৰ সৈতে ধোঁৱা অকণমান মুখৰপৰা থুৱাই পেলাই কলে, "মই বুজিছোঁ। নপঢ়াকৈয়ে কব পাৰোঁ মই — কি আছে তাত। অলপ চাগৈ so called socialistic প্ৰচাৰপত্ৰগন্ধী বক্তৃতাৰ মাজত ডেকা-গাভৰু, জনতা আদি সুমাই দিয়া গল্প ; মই আন্দাজত কৈছো ঃ কাৰণ এওঁ সেইবিধৰ গল্প ভাল পায়।"

"এঃ, আপুনি তেখেতক এনেয়ে আক্ৰমণ কৰিছে। মাক্সিজিমৰ গৱেষণা কৰি, ভালকৈ বুজি, সেইবোৰ লিখিলে ময়ো ভাল পাওঁ— অকল তেখেতেই নহয়। ইয়ো এটা মতবাদ অৱশ্যেই হয়। তাক deny কৰিব নোৱাৰোঁ। কিন্তু তাকে ভালকৈ নুবুজি চিএৰ-বাখৰ কৰি ফুৰাবোৰলৈহে মোৰ খং উঠে। আপুনি কি কয় মিচেচ্ বৰুৱা?" —প্ৰফেচাৰ বৰাই কিবা এটা সহজ মধ্য-পন্থা আৱিষ্কাৰৰ গৰ্বেৰে বিনীতাক সুধিলে।

এবাৰ ভাবি চালে বিনীতাই । তাৰ পাছত ঠিক কৰিলে — এওঁলোকৰে কথা শুনি থকাতকৈ এওঁলোককো শুনোৱা বেয়া নহব।

"কোৱা!" বৰুৱাই নিজেও বিনীতাৰ কথা শুনিব খোজা যেন লাগিল।

"মই ভাবোঁ, গণতন্ত্ৰৰ দেশত সকলো মানুহেই যেনেকৈ গণতন্ত্ৰৰ কথা খৰচি মাৰি জানে বুলি কব নোৱাৰি, সেইদৰে সমাজতন্ত্ৰৰ বিষয়েও হয়তো সকলোৱে সকলো কথা নাজানে । সেই বুলি সেই মতবাদ ভালপোৱা বুলি দু-আষাৰ কোৱাৰো তেওঁলোকৰ অধিকাৰ নাই বুলি নাভাবো..... ।" আৰু কিবা ক'ব খুজিছিল বিনীতাই । কিন্তু বৰুৱাই মাজতে ধৰি কলে,

"চাহৰ যোগাৰটো কি হ'ল ?"

ইংগিত বুজি বিনীতা উঠি গ'ল ।

এইখন ৰাজবাহৰ গাঁও। এই গাঁৱৰে সকলোৰে পৰিচিত একমাত্ৰ "মাস্টৰ" গোলাপ শৰ্মা। ৰজবাহৰত 'মাস্টৰ' বুলিলে গোপাল মাস্টৰকহে বুজায়। গোপাল মাস্টৰে ২০/২১ বছৰ বয়সতে ১৯২১ চনতে কংগ্ৰেছত নাম লিখিছিল। নেতা হোৱাৰ সপোন দেখিছিল। কিন্তু নেতা হ'বলৈ – আনকি ফাকি দি নেতা হ'বলৈও মানুহৰ বিশ্বাস জন্মাবৰ কাৰণে হ'লেও কিছু ত্যাগৰ প্ৰয়োজন। গোলাপ মাস্টৰে কিন্তু সিমানকণো ত্যাগ কৰিব নোৱাৰিলে। কংগ্ৰেছনো কিমান উধাব পাৰিব বুলি কংগ্ৰেছৰ স্তম্ভৰ চাৰিওফালে খাদ্দৰৰ পোচাক পিন্ধি ভালে কিবছৰ ঘূৰি ঘূৰি চাওঁতে গোলাপ শৰ্মাই পাক ঘূৰণি খালে। অকল খদ্দৰ পোচাকটো লৈ গোপাল শৰ্মা কংগ্ৰেছৰ স্তম্ভটোৰ পৰা আঁতৰি আছিল, কিন্তু পাকঘূৰণি থাকি গ'ল কাৰণে এতিয়াও কংগ্ৰেছৰ সেৱা কৰি আছে বুলি ভাবে। ত্যাগ? — শৰ্মাই কিছু ত্যাগ কৰিলে। বাগিচাৰ চাকৰিৰপৰা খেদা খাই কংগ্ৰেছৰ কাৰণে ওলাই অহা বুলি ক'লে। হাফ্‌পেন্ট এৰি খাদ্দৰৰ চুৰীয়া পিন্ধিলে। কিন্তু ঘৰখন এৰি জেললৈ যাব নোৱাৰিলে। নতুনকৈ বিয়া কৰোৱা ঘৈণীয়েকে এৰি নিদিলে। এবাৰ এটা শোভাযাত্ৰাত পুলিচৰ লাঠী-চালনা আৰু গ্ৰেপ্তাৰৰ হুলস্থূলৰ মাজত ওচৰতে পোৱা গৰুগাড়ী এখনত জাপ মাৰি উঠি শৰ্মা ঘৰ পালেহি। তাৰ পাচত আৰু

তেনেকুৱা বিপদৰ আগলৈ শৰ্মা নোযোৱা হ'ল। ভাৰতে স্বাধীনতা পোৱাৰ দিনালৈকে বৃটিছ চৰকাৰে কৰা কোনো অত্যাচাৰে শৰ্মাক ছুবই নোৱাৰিলে। মহাত্মা গান্ধীয়ে যেতিয়া কলে, "প্ৰতিখন গাঁৱেই শিক্ষা-দীক্ষাত উন্নতি কৰিলেহে দেশৰ উন্নতি হ'ব", তেতিয়া শৰ্মাই এক নতুন সুযোগ পালে। শাস্ত্ৰৰ সকলো বাক্যকে নিজে কৰি লোৱা অৰ্থত বুজি লৈ চোৰ-ডকাইতেও দুৰ্গাপূজা কৰে বা ভগবানৰ নাম লয়। মহাত্মাৰ এই বাণীও ভীৰু শৰ্মাই নিজ অৰ্থত ব্যৱহাৰ কৰিলে। গাঁৱতে এটা স্কুল পাতি ললে। উদ্বোধনৰ দিনা ভাষণত কলে, "মহাত্মাৰ বাণী শিৰত লৈ দেশক শিক্ষাৰ ক্ষেত্ৰত আগুৱাই নিবলৈ এই বিদ্যালয় স্থাপন কৰা হৈছে। আমাৰ প্ৰতিটো ল'ৰাকে সৈনিক কৰি গঢ়ি তুলিলেহে আমি বৃটিছক খেদিব পাৰিম। সেই দায়িত্ব মই নতশিৰে কান্ধত লৈছোঁ। এটা সুবিধা হ'ল শৰ্মাৰ। স্কুলখন এৰিব নোৱাৰে বুলি কংগ্ৰেছৰ সকলো আন্দোলনত যোগ নিদিয়াকৈও নামত কংগ্ৰেছী হৈ থাকিল। আৰু, কংগ্ৰেছৰ সকলো কথাই ভাল হ'ব পাৰে, কিন্তু সকলো জাতৰ মাজত এই লেটিপেটিখন শৰ্মাই সহ্য কৰিব নোৱাৰে। শূদিৰ আকৌ বামুণৰ সমান হব কেনেকৈ? গাঁৱলৈ অহা কংগ্ৰেছী নেতাৰ লগত এইবোৰ কথা আলোচনা নকৰিলেও নিজে সেই পুৰণি নীতি-নিয়ম মানি চলিল আৰু এতিয়াও তাক সলোৱা নাই। "মাস্টৰ" গোড়া বামুণ ; কিন্তু এই গোড়ামি ওপৰে ওপৰে চালে মানুহে ধৰিব নোৱাৰে। যি বুদ্ধিবৃত্তিয়ে মানুহক প্ৰতিভা অৰ্জাত সহায় কৰিব পাৰে, সেই বুদ্ধিবৃত্তিয়েই মানুহক ধৰিব নোৱাৰাকৈ শিয়ান কৰিবও পাৰে। মাস্টৰ এই বিষয়ত ইমান বুধিয়ক যে কোনেও তেওঁক ধৰা পেলাব নোৱাৰে। গাঁৱৰ স্বাভাৱিক সৰল ৰাইজৰ মানত মাস্টৰ লাহে লাহে নেতা হৈ আহিল। কাৰোবাৰ ঘৰত অসুখ হ'লে খবৰ কৰা, বিয়া সকামত পইচা খৰচ নোহোৱাকৈ দিহা পৰামৰ্শ দিয়া, আদি কামৰ মাজেদি ৰাজবাহৰত 'মাস্টৰ'ৰ নিচিনা মানুহ দ্বিতীয় এজন নোহোৱা হ'ল।

ক্ষুদ্ৰ পৰিসৰত ক্ষুদ্ৰ বস্তুৱেই বিৰাট যেন লাগে। ঘৰৰ কোঠাৰ মজিয়াত সৰু শিলগুটি এটা সকলোৰে চকুত পৰে ; কিন্তু বিৰাট পথাৰৰ মাজত তাৰ অস্তিত্ব বিচাৰি পোৱা টান। এই কথা মাস্টৰে ভালকৈ জানে। গতিকে গাঁৱৰ সীমাৰ ভিতৰতে মাস্টৰ নেতা হৈ থাকিল; বাহিৰলৈ নোলাল। বিৰাট ক্ষেত্ৰত নিজক প্ৰতিষ্ঠা কৰিবলৈ বিৰাট শক্তিৰ প্ৰয়োজন। সেই অভাৱ নিজৰ আছে বুলি মাস্টৰে জানে। অথচ নিজৰ 'মই বৰ' ভাৱটো সন্তুষ্ট কৰি ৰখাৰো মন। গতিকে ৰাজবাহৰ গাঁৱেই মাস্টৰৰ সীমিত ক্ষেত্ৰ হ'ল। স্কুলৰ লগত শিক্ষাৰ, শিক্ষাৰ লগত এক পৱিত্ৰ জীৱনৰ সম্বন্ধৰ ছবি প্ৰতি মানুহৰে মনত আছে। সেই প্ৰতিষ্ঠানৰ প্ৰতি থকা মানুহৰ শ্ৰদ্ধা, শিক্ষাগুৰুৰ প্ৰতি থকা মানুহৰ ভক্তি, 'মাস্টৰে' পালে। তাৰ যোগেদিয়েই নপতা ফুকনৰ দৰে গাঁৱৰ নপতা গুৰু হৈ মাস্টৰে সকলোতে আগভাগ ল'বলৈ ধৰিলে। নিৰ্বাচনৰ সময়ত ৰাজনৈতিক নেতাসকল মাস্টৰৰ ঘৰলৈ অহা, আন কোনোবা ডাঙৰ মানুহ আহিলেও মাস্টৰ আগবাঢ়ি যোৱা, চৰকাৰৰ ঘৰত কিবা আবেদন কৰিব লগা হ'লেও মাস্টৰে লেখি মেলি দিয়া, আদিৰ মাজেদি গাঁৱত মাস্টৰ অপৰিহাৰ্য্য হৈ পৰিল। আন ঠাইৰ দৰে ৰাজবাহৰতো এনে ডেকা ল'ৰা বহুত উপজিল, যি ২০ বছৰতে ৪০ বছৰীয়া যেন হয়। ওপজোঁতেই বুঢ়া, অকৰ্মণ্য, সেই ল'ৰাবোৰো মাস্টৰৰ শিষ্য হ'ল। বামুণে বামুণৰ স্বাৰ্থ ৰক্ষাৰ্থে, অবামুণে বামুণৰ বিপক্ষে মেল পাতিবলৈ, মাস্টৰকে কোৱা হ'ল। সদায় মিতমাতৰ সপক্ষে থকা গাঁৱৰ মানুহে এনেয়েও সকলো বিৰোধিতা আলোচনাৰ যোগেদিয়েই নোহোৱা কৰে ; কিন্তু ৰাজবাহৰত তাৰ কাৰণে নাম হ'ল মাস্টৰৰ।

এই মাস্টৰৰ লগৰে বৰা প্ৰফেচাৰ ওপজোঁতেই বোধকৰো ২০ বছৰীয়া আছিল। সকলো নতুনে তেওঁক আতংকিত কৰে। কাগজে-পত্ৰে তেওঁ মহাভাৰত-ৰামায়ণৰ গল্প লিখে। ছাত্ৰক উপদেশ দিয়ে সকলো উত্তেজনা নোহোৱা কৰিবলৈ। আৰু, মাস্টৰৰ লগত গাঁওখন ঠিক কৰাৰ আলোচনা কৰে। বৰাৰ ককাক এইখন গাঁৱতে আছিল। বহুত দিনৰ আগৰ কথা। কিবা বিশেষ কাৰণত বৰাৰ ককাকক গাঁৱে এঘৰীয়া কৰাৰ দুখত তেওঁলোক চহৰলৈ উঠি গ'ল। হয়তো তাৰে পোটক তোলাৰ গুপ্ত ইচ্ছা এটা লৈ বৰাই প্ৰায়ে গাঁৱৰ কথাত মূৰ সুমায়। চহৰত ৰবাই স্থান পোৱা নাই ; তাত পৰিসৰ ডাঙৰ। কিন্তু গাঁৱত প্ৰফেচাৰ বুলিয়েই সম্মান পায় কাৰণে ভাল পায়।

প্ৰফেচাৰ বৰুৱা, প্ৰফেচাৰ বৰা আৰু গোপাল মাস্টৰ এই তিনিওকো ৰাজবাহৰৰ আজিকালিৰ ডেকা ল'ৰাই ব্ৰহ্মা-

বিষ্ণু-শিৱ বুলি কয়। ৰাজবাহৰৰ সৃষ্টি-স্থিতি-লয় এই তিনিওৰ হাতত বুলি অন্ততঃ এই ত্ৰিমূৰ্ত্তিয়ে ভাবে। সেয়ে, আজি দহদিনমান আগতে খবৰ পোৱা মাইচেনা নামৰ ব্ৰাহ্মণ-বিধবা গৰাকী অন্তঃসত্ত্বা হোৱাৰ সমস্যাটোকে লৈ এই তিনিও দিনৌ আলোচনা কৰিছে। দোষী ৰূপৰামেই হয়—শূদিৰৰ ডেকা এটা; মানুহজনীয়েও তাকে কৈছিল। কিন্তু গোপাল মাস্টৰে ভাবি চাই দেখিলে যে, ৰূপৰাম দোষী বুলি উলিয়ালে বামুণৰ নাক কটা যায়। গতিকে, দুবছৰমান আগতে এনেয়ে অহা- যোৱা থকা বামুণৰ ল'ৰা, তিনিশ টকীয়া চাকৰি কৰা জনাৰ্দনেই দোষী বুলি ক'বলৈ বিধবাক বুদ্ধি দিলে; আৰু ক'লে তেতিয়া জনাৰ্দনলৈকে তেওঁক বিয়া দিয়াৰ ব্যৱস্থা কৰি ভৱিষ্যতটো ভাল কৰি দিব মাস্টৰে। ইপিনে ৰূপৰামক কলেঃ "তোৰ দোষ নহ'লেও আছে; জনাৰ্দন আহে বুলি তই আমাক আগতে খবৰ নিদিলি কেলেই (বিধবাৰ বাৰী চুকতে ঘৰ এটা সাজি ৰূপৰাম থাকে)? এতিয়া তই নিজৰ গা বচাব খুজিলে ৰাইজ এখন মাতি সকলো কথা কৈ দে। জনাৰ্দন অহাৰ কথাও ক।" মাস্টৰৰ কথা মতেই ৰূপৰামে কৰিলে। সেই সভাত মাস্টৰে, আগেয়ে একো নজনাৰ দৰে সকলো কথা মনোযোগেৰে শুনি, বিধবাগৰাকী আৰু জনাৰ্দনৰ ঘৰখন এঘৰীয়া কৰিব লাগে বুলি পৰামৰ্শ দিলে। সমাজৰ নামত গোটখোৱা কিজনে তাকে কৰিলে। এইবোৰ কাম কৰাৰ আগতে অৱশ্যে বৰা আৰু বৰুৱাৰ লগত আলচ কৰি লৈছিল মাস্টৰে। আজি গোপাল মাস্টৰ আহিছে এক নতুন সমস্যা লৈ। তিৰোতাজনীয়ে বোলে কিবা ঔষধ খাই সন্তানটো নষ্ট কৰিলে আৰু তাই এতিয়া কৈ ফুৰিছে— এইবোৰ মাস্টৰহঁতে উলিওৱা মিছা কথা বুলি।

আগতে মাতি অহা মতে ইতিমধ্যে উপেন উকীলো ওলালহি। উকীলে আহিয়েই কলেহিঃ 'এইবোৰ জনাৰ্দনৰ বুদ্ধি। তাৰ লগতে আৰু কেইটামান গোট খাই বিধবাজনীক বোলে কৈছে, 'মাস্টৰহঁতৰ ওপৰত মান হানিৰ মোকৰ্দমা কৰি দে।' উপেন উকীলে নিজ অভিজ্ঞতা আৰু আইনৰ জ্ঞানেৰে ক'লে — মোকৰ্দমা হ'লে কিমানদূৰ বদনাম 'মাস্টৰ' আদি সকলোৰে হ'ব পাৰে। বৰুৱাই বহুত পৰ আলোচনাৰ মূৰত মত প্ৰকাশ কৰিলেঃ "আমি যেনে তেনে মানুহজনী হাতত ৰাখিব লাগে, তেহে এই সুবিধাতে জনাৰ্দনৰ নিচিনা বদ্‌মাইচ কিটাকো লগতে চেঁচা কৰিব পৰা হ'ব। ইহঁতক ভালকৈ এশিকনি দিব নোৱাৰিলে গাঁৱত ধৰ্ম ৰক্ষা কৰি থকাই টান হ'ব। ৰূপৰাম আৰু বিধবাজনীক আকৌ এখন সভা পাতি তালৈ মাতি আনি কোৱাব লাগে। জনাৰ্দন আৰু তাৰ লগৰ আন কেইটামানৰ প্ৰৰোচনাত পৰিয়েই তাইৰ এই দশা। আৰু এতিয়া জনাৰ্দনে তাইক বিয়া নকৰালে তাই মোকৰ্দমা কৰিব বুলি। এনে মোকৰ্দমাত তাইক আমি ধনে- জনে সহায় কৰিম বুলি সমাজতে কৈ সমজুৱাৰে পৰা টকা তুলিব লাগে। ৰূপৰামক সৰুৱাই দিয়াৰ কাৰণে ৰূপৰামেই প্ৰথমে কিছু ধন দিয়া উচিত।"

এজন আদবয়সীয়া শিক্ষিত প্ৰফেচাৰৰ মুখত এনে কথা আচৰিত যেন লাগে। কিন্তু এইখন ৰাজবাহৰ গাঁও, এইবোৰ মাস্টৰ বৰা-বৰুৱাৰ মাজৰ কথা। তেওঁলোকে নোহোৱাকো হোৱা কৰিব পাৰে, হোৱাকো নোহোৱা কৰিব পাৰে। সকলো নতুনৰ লগত যুদ্ধ ঘোষণা কৰিয়েই যেন এওঁলোকে ৰাজবাহৰৰ ঐতিহ্য ৰাখিবলৈ ভগবানৰ ওচৰত শপথ খাই আহিছে। এই বিধবাগৰাকীৰ হোৱাৰ নিচিনা ঘটনা আগেয়েও হৈ গৈছে এই গাঁৱত। কিন্তু সেইবোৰ অলপ ধনাঢ্য কিঘৰত হৈছিল। উপেন উকীলৰ বিধবা জীয়েকজনী কিয় কোনোবা আশ্ৰমত আছেগৈ আৰু তাতে সদায় থাকিবও, সেই কথা সকলোৱে জানিলেও মাস্টৰহঁতে নজনাৰ নিচিনা কৰে। এসময়ত বৰুৱাৰ পতিতা মাহীয়েক এজনীক কেনেকৈ জাহাজৰ খালাচীক মনে মনে দি মৰিল বুলি কোৱা হ'ল, সেই কথাও ৰাজবাহৰ-ৰাইজে পাহৰা নাই। গোপাল মাস্টৰে সৰু ভনীয়েকজনী বিয়া দি থওঁতেই শান্তি দিয়াৰ আগতে গা-ভাৰী হোৱাত গিৰিয়েকে নিনিলে বুলি ৰাজবাহৰত সকলোৱে আলোচনা কৰে; গিৰিয়েকটো বেমাৰী কাৰণে তাই নগল বোলা কথাষাৰ কেৱল মাস্টৰ আৰু মাস্টৰৰ লগৰ কিজনেহে বিশ্বাস কৰে। সকলোৰে একোটা জীৱন-কাল আছে, এনেকুৱা অপবাদ বহুত বয়সপ্ৰাপ্ত হোৱাৰ পাচত, নতুন অপবাদ তাৰ পৰিবৰ্তে আলচ কৰিবলৈ পোৱাৰ পাচত, ৰাজবাহৰ গাঁৱে পুৰণিবোৰ পাহৰি গৈছে, বা এৰিছে। কিন্তু কোনোবা দুষ্টই, জনাৰ্দনৰ নিচিনা দুষ্টই সুবিধা বুজি সেইবোৰ এটাইবোৰ উলিয়াই দিলে নাক দেখুৱাবলৈকে টান হ'ব।

ইয়াকে ভাবি, বিধবাজনীক হাত কৰি এনেকুৱা সম্ভাৱনাক গুৰিতে নোহোৱা কৰিবলৈ মাষ্টৰ আৰু উপেন উকীলে সেই সন্ধিয়াই বিধবাজনীৰ ঘৰলৈ বুলি যাত্ৰা কৰিলে— তাইক বুজাবলৈ। বৰুৱা আৰু বৰাও লগত ওলাল ; কিন্তু মানুহ ঘৰলৈ নাযায়। বাটতে মাস্টৰহঁতক পঠিয়াই অলপ ৰব আৰু মাস্টৰহঁতে কি খবৰ আনে শুনিব। বৰুৱাই এইবোৰ সমস্যাত বুদ্ধিহে দিয়ে, নিজে নাযায়। বৰাই গাঁৱৰ ইমান ভিতৰুৱা কথাত গা দেখুৱাই লাগিবলৈ টান পায়। চাৰিওজন একেলগে অন্ততঃ বিধবাৰ ঘৰৰ আগলৈকে যোৱাৰ প্ৰস্তাৱটো মাস্টৰেই দিলে। এনেকৈ গ'লে বাটত লগ পোৱা গাঁৱৰ মানুহে অন্ততঃ তেওঁলোকৰ দলৰ শক্তিটো বুজিব। বিধবাৰ ঘৰৰ আগ পাই মাস্টৰে বৰুৱাহঁতক অকণমান ৰবলৈ কলে— তেতিয়াই কথা উলিয়াব পৰাকৈ মানুহজনী অকলশৰে আছে নে নাই চাই আহিবলৈ।

কথা কিন্তু বেয়া হ'ল। জনাৰ্দনহঁতৰে কোনোবা দুই-এটা তাইৰ ঘৰত বহি কিবা আলচ কৰি আছিল বোধকৰোঁ। মাস্টৰক দেখিয়েই লুকাল। বিধবা গৰাকীক বুদ্ধি শিকাই দিলে— বাটতে ৰৈ থকা বৰুৱাহঁতকো মাতি নিবলৈ। মানুহগৰাকীয়ে আথে-বেথে মাস্টৰক বহিবলৈ দিলে। মাস্টৰে কলে — "বাটত আলোকহঁত ৰৈ আছে, সিহঁতক যাবলৈ কৈ আহোঁ। তুমি আছা নে নাই চাই যাওঁ বুলিহে তেওঁলোকক ৰখাই থলোঁ।" দুজন মানী ভদ্ৰলোক বাটত ৰৈ থকাত অতি কষ্ট পোৱা যেন দেখুৱাই মানুহগৰাকীয়ে দুখেৰে কলে, "আমাৰ নিচিনা পতিতা মানুহৰ ঘৰলৈ তেখেতসকলনো কিয় আহিব? আপুনি অহাটোৱেই মোৰ ভাগ্য। আপোনাৰ লগতে তেখেতসকলো এখন্তেক আহি মোৰ ঘৰত ধূলা পেলাই গ'লে মোৰ পাপী অন্তৰে সকাহ পায়, মনটোৱেও সাহ পায়।" অগত্যা মাস্টৰে গৈ বৰুৱা আৰু বৰাক প্ৰায় জোৰ কৰিয়েই লৈ আহিলগৈ। নিজৰ মান- সম্মানক তুচ্ছ জ্ঞান কৰি খন্তেকীয়া তৃপ্তিৰ কাৰণে পতিতা হোৱা তিৰোতাবোৰনো কেনেকুৱা বুলি বৰুৱাৰো তাইক এবাৰ দেখাৰ ইচ্ছা হৈছিল ; কাৰণ, আগেয়ে কেতিয়াও দেখা নাই। তেওঁবিলাক গৈ চাৰিও থিয় হৈ চাৰিওফালে চাইছে মাথোন ; এনেতে বাহিৰত জনাৰ্দনৰ লগৰ ল'ৰা এগালে "চোৰ চোৰ" কৈ চিঞৰিবলৈ ধৰিলে। তেতিয়া সন্ধ্যা সাতমানহে বাজিছিল যদিও ৰাজবাহৰত বহুতেই খোৱাৰ পৰ্ব শেষ কৰিছিল। ইয়াত বেছিভাগ মানুহ চাৰে আঠ বজাত বিচনাত উঠে। লগতে ভিতৰত বিধবাইও 'ধৰিলেঔ, নিলেঔ' কৈ চিঞৰিবলৈ ধৰিলে। চুবুৰীয়া মানুহ দা-টাঙোন লৈ ওলাই আহিল। ল'ৰাজাকে ঘৰটো ঘেৰাও কৰি পেলালে। ভিতৰত চাৰিও ভদ্ৰলোক সাজপাৰৰ তলত বেঙেমূতা গৰুৰ দৰে কঁপিবলৈ ধৰিলে। মানুহে দেখি অবাক। এই অৱস্থাতো নিজৰ শিয়াল বুদ্ধিৰে মাস্টৰে জোৰকৈ হাঁহি এটা মাৰি কিবা বুজাব খুজিছিল। কিন্তু ল'ৰাহঁতৰ চিঞৰ বাখৰে তল পেলাই দিলে। তাৰ মাজতে মাত্ৰ বিধবাগৰাকীয়ে ক'লে, "এখেতসকলে মোক নি সৌ নতুন মানুহজনৰ হাতত গটাই দিব খুজিছে"— এইবুলি বৰা প্ৰফেচাৰক দেখুৱাই দিলে। পুলিচ নহালৈকে তেওঁলোকক তাত ঘেৰি ৰাখিবলৈ ল'ৰাহঁতে ঠিক কৰিলে। চাৰিওজনৰ কাৰো মুখলৈ চাব নোৱৰা হ'ল। প্ৰত্যেকেই কৰা একোটা মন্তব্যই তেওঁলোকক যাঠিয়ে বিন্ধাদি বিন্ধিবলৈ ধৰিলে। মূৰ ঘূৰোৱা মানুহৰ দৰে বৰুৱা বহি পৰিল। এনেতে হঠাৎ সেইখিনিতে আহি এখন গাড়ী ৰলহি। সকলোৱে পুলিচ আহিল বুলি ডিঙি মেলি চালে। কিন্তু নহয়। গাঁৱৰে ব্যৱসায়ী গুৰুপদ নেওগ। বিৰাট হটঙা এই মানুহজন মহাত্মা গান্ধীৰ আহ্বানত তাহানিয়ে স্কুল এৰি জেললৈ বাৰ চাৰেক গৈছিল। তাৰ পাচত নেতৃত্বৰ কাৰণে খোৱা কামোৰা নকৰি নিজে স্বাধীন ব্যৱসায় আৰম্ভ কৰিলে— বাগিচাত যন্ত্ৰ-পাতি সৰবৰাহ কৰাৰ। চৰকাৰক কোনো সহায় নোখোজাকৈ ব্যৱসায়ত উন্নতি কৰিলে নেওগে। ৰাজবাহৰত প্ৰথম মটৰগাড়ী এওঁৱেই কিনিলে। গাঁৱলীয়া সৰু-সুৰা কথাত মূৰ সুমাবলৈ এওঁৰ সময় নাই, কিন্তু সকলো ৰাজহুৱা ভাল কামতে চান্দা দিয়া, ল'ৰাহঁতক থিয়েটাৰ আদি পতাত উৎসাহ দিয়া আদি কামৰ মাজেদি নেওগ ডেকা চামৰ বৰ প্ৰিয়। তেওঁ সেই ফালেদি দোকানৰপৰা ঘৰলৈ ঘূৰোঁতে তাত মানুহ গোট খোৱা দেখি গাড়ী ৰাখিলে। কালৈকো পৰোৱাই নকৰা মানুহ। গাড়ীৰপৰাই চিঞৰি সুধিলে "কি হৈছে?" তাৰ পাচত নামি আগবাঢ়ি গ'ল। গৈ দৃশ্য দেখি প্ৰথমে হতভম্ব। মাস্টৰহঁতে এনেয়ে নেওগক বেপাৰী বুলি বৰ সন্মান নিদিয়ে। কিন্তু আজি যেন তেওঁ দেৱতা অহাদি আহিল। নেওগে ল'ৰাহঁতক সুধিলে — 'কি হৈছে?' ল'ৰাহঁতে সকলো কথা বিৱৰি ক'বলগীয়া

হ'ল; কাৰণ এইবোৰ ঘটনাৰ তেওঁ একোকে নাজানে। শুনি উঠি তেওঁ ল'ৰাইঁতক মৰমেৰে ধমকি দি কলে, 'কি অসভ্যালি কৰিছহঁক? কিহৰ গাঁৱলৈ পুলিচ আনহঁক? যি হ'ল হ'লেই, এতিয়া আৰু এইবোৰ লেতেৰা কথা ৰাষ্ট্ৰ কৰিব নালাগে যাহঁক।" নেওগক লৰাইঁতে সন্মান কৰে, কোনেও একো মুখেৰে নামাতিলে। নেওগে আকৌ কলে— "বাকী মই পিচত সকলো বিচাৰ কৰি দিম। হেৰ গৰুহঁত, আমি বুঢ়াবোৰতো মৰিমেই। গাঁও এইখন তহঁত উঠি অহাবোৰৰ হে। গতিকে যেনেকৈ ভাল পাব ঠিক কৰি লবিহঁক।" – এই বুলি ওচৰতে পোৱাটোক পিঠিত ঢকা এটা মাৰি নিজে হাতেৰে ধৰি মাস্টৰক আৰু বাকী তিনিওজনকো নিজৰ গাড়ীলৈ লৈ আহিল। দুই এটা উদণ্ড লৰাই মাস্টৰহঁতক এৰি দিবলৈ টান পাইছিল — যেন এই সুবিধাতে বহু খণ্ডৰ পোটক তুলি লব। দুই-একৰ অসন্তুষ্টি নেওগে বুজিবও পাৰিছিল। সেয়ে, মাস্টৰহঁতক এৰি গ'লে আকৌ উৎপাত কৰে বুলি সন্দেহ কৰি নিজৰ গাড়ীতে তুলি ল'লে। গাড়ী ষ্টাৰ্ট কৰি ল'ৰাহঁতক কলে—" এতিয়া ঘৰলৈ যাহঁক।" এনেতে গাড়ীৰ লাইটৰ পোহৰত বাঁহৰ আঁৰত লুকাব খোজা নিজৰ ২০ বছৰীয়া পুতেকক দেখি নিজকে নিজে কলে, "সেয়া, মই জানিছো নহয়।" গাড়ীৰপৰা মূৰ উলিয়াই পুতেকক মাতিলে, "এই ভাইটি, লুকাব নালাগে— আহ এতিয়া।" মেকুৰীটো অহাদি পুতেক আহি গাড়ীত উঠিলহি। নেওগে হাঁহি মাৰি ওচৰত ৰৈ থকা আন ল'ৰাবোৰক কলে, "আমাৰ এওঁ, ভাইটিৰ চাগৈ মই অহাৰ আগলৈকে বীৰত্বই সীমা চেৰাইছিল নহয়?" সকলোৱে গিৰ্জনি মাৰি হাঁহি দিলে।

নিজৰ ঘৰৰ আগত পুতেক নামি যোৱাৰ পাচত নেওগে গাড়ীৰে মাস্টৰহঁতক থৈ আহিবলৈ গ'ল। মাস্টৰৰ ঘৰৰ আগতে চাৰিওকো নমাই দিওঁতে চাৰিও অনুৰোধ কৰিলে নেওগক — মাস্টৰৰ ঘৰতে খন্তেক বহি অলপ দিহা দি যাবলৈ। বহাৰ পাচত সকলো কথা বিবৰি কৈ মাস্টৰে কলে — "সেই মানুহজনীক এঘৰীয়া কৰাৰ পাচতো তাই তোমাৰ ঘৰত ধান বানি, পিঠাগুৰি খুন্দি দিয়াৰ উপৰিও সদায় চাহে-ভাতে খাই থকাৰ কথা জানিও আমি একো কোৱা নাই। গাঁৱৰ আন মানুহে তাইৰ লগত আৰু জনাৰ্দনৰ ঘৰৰ লগত জুই-পানীৰো অসঙ্গাৰ কৰিছে। তথাপি তোমাক কোৱা নাই, কাৰণ আমি জানো যে, গম পালেই তুমি ৰাইজে নিবিচৰাটো নকৰা। সেয়ে আজিয়েই গৈ তোমাক কথাটো জনাই আহিম বুলি ভাবিছিলোঁ। পিচে ইহঁতে আজি কি কাণ্ডখন কৰিলে দেখিলাই নহয়? এনেকুৱা হ'লে গাঁও উচ্ছন্ন নহবনে? তোমাৰ ঘৰতে জীয়াৰী-বোৱাৰী ৰাখিবা কেনেকৈ? আমিতো আৰু নিজৰ স্বাৰ্থত এইবোৰ কৰি ফুৰা নাই। কৰিছোঁ ৰাইজৰ স্বাৰ্থতে।"

উকীলে ক'লে —"একেলগে সোপাকে এতিয়া জেলত ভৰাই থব পাৰি। আপোনালোক সকলোৱে হাঁ বুলিলে মই আছোঁৱেই।"

বৰুৱাৰ তেতিয়াও হাত ভৰি কপিছিল। ক'লে — "disgraceful."

বৰা নিমাত।

গৰম লগা যেন পাই হেলাৰঙে গৰম চোলাটো খুলি লৈ নেওগে ক'লে — "মই তোমালোকৰ সমান আইন বা শাস্ত্ৰ জনা নহয়। গতিকে মোক কৈ লাভ নাই।" এই বুলি হাঁহি এটা মাৰি মাস্টৰক ক'লে — "মাস্টৰ কাক সমাজে এঘৰীয়া কৰিলে, কোনে কি পাপ কৰিলে, সেইবোৰৰ খবৰ ৰখাৰ মোৰ সময়ো নাই আৰু ভগৱানেও মোক তেনেকুৱা চকীদাৰী কৰিবলৈ কৈ পঠোৱা মনত নপৰে। আৰু ,হেৰা মাস্টৰ তোমালোকৰ বিচাৰ কিবা মই নাজানোনে ? আমাৰ ঘৰখনকে তোমালোকে কিমানবাৰ এঘৰীয়া কৰিলা মনত আছেনে?" এই বুলি বৰা প্ৰফেচাৰলৈ চাই কলে, "বুজিছানে হে প্ৰফেচাৰ, (নেওগে পৰাপক্ষত কাকো আপুনি নোবোলেই; গাঁৱৰো সকলোৱে— আনকি নেওগতকৈ ডাঙৰসকলেও-নেওগক 'দদাই' বুলি মাতে) মোৰ ককাইটোৱে গুৱাহাটীৰ ছোৱালী এজনী বিয়া কৰালে। ভাল বামুণৰ ঘৰৰ ভাল ছোৱালী। কিন্তু আমাৰ গাঁৱত কথা ওলাল, বোলে বিদেশৰ অচিন ছোৱালী, জাত-কুলৰ ঠিক নাইকিয়া ছোৱালী বিয়া কৰালে। এই মাস্টৰকে মই আহি নিজে বুজাই কৈছিলোঁহি— মোৰ নবৌ কিমান ভাল ঘৰৰ । মাস্টৰে গহীনাই মোক

উত্তৰ দিছিল "আমাৰ ইয়াৰ কোনো মানুহৰ চিনাকি নোহোৱা মানুহ যেতিয়া আমি কেনেকৈ কম ভাল নে বেয়া? তুমি মেটোৰৰ ছোৱালী আনিও বামুণী বুলি কব পাৰা।" বাৰু কোৱাচোন বৰা, গুৱাহাটীকো বিদেশ বুলিব লাগেনে? গুৱাহাটীৰ মানুহো অচিন হ'ব পাৰেনে ? এওঁলোকৰ মতে ইফালে শিৱসাগৰ, সিফালে দেৰগাঁও—তাৰ মাজতে বিয়া হ'ব লাগিব। পিচে, সেইবাৰ আমাক এওঁলোকে এঘৰীয়া কৰিলে ; কিন্তু ককাইটো মহকুমা হাকিম হৈ আহিলত সেইবোৰ পাহৰি তাতে চেলেকি চেলেকি খালেগৈ। মোক পৰাচিত হ'বলৈ এওঁ মাস্টৰেই কৈছিলগৈ । তেনেকুৱা কথা কবলৈ আহিলে দীঘল দাৰে ঘপিৰাম বুলি হুমকি এটা দিলত তুমি মেকুৰী পলোৱাদি পলোৱা নাছিলানে হে মাস্টৰ ?"

"সেইবোৰ আমাৰ চেঙেলীয়া বয়সৰ কথা। ময়ো গৈছিলো দেউতাই পঠোৱা কাৰণেহে" মাস্টৰে একো বেয়া নোপোৱা যেন দেখুৱাই হাঁহি মাৰি কলে, "ভাল মনত আছে তোমাৰ!"

নেওগে গালত পৰা মহ এটা মাৰি কলে, "এ, আৰু আছে হে বৰা, শুনা। মোৰ খুড়া গৈছিল ডাক্তৰী পঢ়িবলৈ। দেউতায়ে পঠাইছিল। গাঁৱৰ মানুহে উলিয়ালে বোলে ডাক্তৰ গৈ বিভিন্ন জাতৰ মৰা মানুহৰ লগত শুব লাগে। ডাক্তৰী পঢ়া মানে জাত যোৱা। গতিকে গাঁৱে সমাজ পাতি আমাক এঘৰীয়া কৰিলে। দেউতাই কিন্তু আমাক পৰাচিত হ'বলৈ নিদিলে। এই মাস্টৰৰ বাপেকেই কপালত ৰক্তচন্দনৰ ফোট লৈ কৈছিল— "তোৰ মৰা শ পুৰিবলৈ কোনো নাহে, শগুণে খাব। পিচে পাঁচ বছৰৰ মূৰত সি ডাক্তৰ হৈ অহালৈ মাস্টৰৰ বাপেক ঢুকাল; সময়বো সলনি হ'ল। মোৰ খুড়ায়েই সকলোৰে ডাক্তৰ হ'ল। আমিও পৰাচিত নোহোৱাকৈয়ে সমাজৰ ভিতৰুৱা হ'লো।"

"সেইবাৰ কিন্তু মই এইবোৰত নাছিলোঁ"— মাস্টৰে সুবিধা পাই কলে।

"তাৰ পাচত শুনা বৰা ; আমাৰ ঘৰত কাম কৰা, বাগানৰপৰা অনা কুলী-মালী জাতীয় মানুহটো মৰিল। এতিয়া মৰা শটো কুকুৰক দিমনে? ঘৰৰ ল'ৰাহঁতৰ সতে ময়ে নি পুৰি আহিলোঁগৈ। তাৰ শৰাধ বুলি মাহ-চাউল দুটামানো দুঘৰমানক বিলালোঁ। বঙালীৰ শৰাধ খোৱা বুলি সেই সোপাকে মানুহক এওঁ পৰাচিত কৰাই ভায়েক পুৰোহিতৰ জেপ ভৰালে। মোক কৰিলে এঘৰীয়া— পৰাচিত নোহোৱা কাৰণে । পিচে মই এনেয়েও কামতে ব্যস্ত হৈ এঘৰীয়া হৈ থাকোঁ। কেতিয়া সেইবোৰ নোহোৱা হৈ মানুহ আমাৰ ঘৰলৈ আহিবলৈ ধৰিলে, মোৰ মনতে নপৰে।"

নেওগ যাবলৈ থিয় হ'ল। আন আলোচনা একো নহ'ল। যাবৰ সময়ত নেওগে ক'লে ঃ হেৰা মাস্টৰ, তুমি ল'ৰা পঢ়োৱা মানুহ, ল'ৰা পঢ়াবা । আৰু, এই আলোক, একেটা ধমকিতে কাপোৰ-কানি নষ্ট কৰা মানুহটো হৈ এইবোৰত কিয় লাগ? ভাগ্য ভাল, পৰীক্ষা পাছ কৰিলি। কোনোমতে ল'ৰা পঢ়োৱা চাকৰি এটা পাইছ, কৰি থাক। কাৰ বোৱাৰীয়ে কি কৰিলে, কোন বিধবা কলৈ গ'ল? সেইবোৰ খবৰ তহঁতক কেলেই? গাঁৱত গাঁওবুঢ়া আছে, অন্যায় কাম হ'লে আইনৰ ঘৰত খবৰ দিব। সৰু কথা হ'লে দহ ৰাইজ গোটাই নিজে বিচাৰ কৰিব। এইবোৰ এৰা তোমালোকে মাস্টৰ" — এই বুলি নেওগ ওলাই গ'ল আৰু গাড়ীত এটা ভৰি তুলি চিঞৰি কলে — "মই যাওঁ। তাই তোৰ ঘৰত পিঠাগুৰি খুন্দা কাৰণে এইবাৰো পাৰিলে মোক এঘৰীয়া কৰাইক।" বিৰাট হাঁহি এটাৰ কঁপনি এৰি থৈ নেওগৰ গাড়ী গুচি গ'ল। চাৰিও তেতিয়াও অবাক হৈ একে ঠাইতে বহি নেওগ যোৱা ফাললৈ চাই আছিল।

ৰাতি প্ৰায় এঘাৰমান বাজিছিল। উৎকণ্ঠাৰে বিনীতা আৰু শাহুৱেক আগফালে দুৱাৰমুখত আহি ৰৈ আছিলহি। ককায়েক আনন্দই বৰা আৰু মাস্টৰৰ লগত ওলাই যোৱা শুনি ভোৰভোৰাই কলে, "সেই কপটীয়া কিটাৰ বাহিৰে ই আৰু লগ বিচাৰি নাপায়।" এই বুলি জিপ গাড়ীখন লৈ চহৰত বৰা প্ৰফেচাৰৰ ঘৰ বিচাৰি ওলাই গ'ল। তাত নাপাই, ঘৰত সোমাই, আহিলনে বুলি খবৰ কৰি, পুনৰ কলৈ বিচাৰি যাব ভাবোঁতেই আলোক বৰুৱা পদূলিমুখ পালেহি। ককায়েকে সুধিলে ঃ "ইমান ৰাতিলৈকে কলৈ গৈছিলি?" ঘৰ পাই বৰুৱাৰ সাহ বাঢ়িল। গম্ভীৰ হৈ কলে, "কাম আছিল।" তাৰ পাচত ককায়েকক তাতে এৰি ঘৰৰ ভিতৰ সোমাল। ভায়েক যোৱা ফাললৈ চাই হাঁহি এটা মাৰি গাড়ীখন গেৰেজত থৈ আনন্দই শুই থাকিলগৈ।

ভাত খাবলৈ গৈ বৰুৱাই খোৱাৰ নামটো হে কৰিলে। কি হৈছে, কলৈ গৈছিলি বুলি মাকে বাৰে বাৰে কৰা প্ৰশ্নৰ উত্তৰত মাথোন কলে, "মই কামত গৈছিলোঁ; তোৰ কি দৰ্কাৰ কলৈ গৈছিলোঁ?"

বিচনাত দীঘল দি পৰি চিগাৰেট হুপি থকা বৰুৱাৰ কাষতে শুবলৈ আহি বিনীতাই তথাপি সুধিলেঃ

"সেই মাইচেনা নে কি — তেওঁৰ বিষয়েই কিবা আলোচনা হৈছিল চাগৈ?"

"তুমি কেনেকৈ জানিলা?"

"ইয়াত তোমালোকে কথা পাতোতে মই দুই-এটা কথা শুনিছিলোঁ।"

বৰুৱাই কিছুপৰ ভাবিলে। তাৰ পাচত ক'লে, "এই গাঁৱৰ ল'ৰা এজাক বৰ সাংঘাতিক হৈছে। সিহঁতে কাকো নমনাই হৈছে। এতিয়া আকৌ সিহঁত সেই মাইচেনাৰ ফলীয়া হৈ গণ্ডগোল আৰম্ভ কৰিছে। এইখন গাঁৱত থাকিব নোৱাৰি আৰু।"

বৰুৱাৰ চুলিত হাত ফুৰাই বিনীতাই কলে, "মই এটা কথা কওঁনে ?"

"কোৱা।" বৰুৱাই আগ্ৰহেৰেই কলে ।

"মাস্টৰৰ নিচিনা বুঢ়া মানুহ সেইবোৰত লাগে লাগক। আপোনাৰ প্ৰফেচাৰ হিচাপেও বেলেগ সন্মান। সেইবোৰত লাগি ফুৰাৰ কি দৰ্কাৰ? আৰু আজিকালি সেইবোৰত লাগি ফুৰাৰ দিন উকলিল — মোৰ মতে। নিজে কোনোমতে ঠিক থাকিব লাগে।"

শোৱাৰপৰা উঠি বহিল বৰুৱা। খঙত প্ৰায় কঁপি কঁপি কলেঃ "মই তোমাক উপদেশ সোধা নাই। I know my responsibilities। সেই নষ্ট চৰিত্ৰৰ মানুহবোৰৰ প্ৰতি তোমাৰ দয়া হয় বুলি মই নাজানিবলৈ পালে ভাল পাম। নিজৰ সীমা চেৰাই যোৱাটো মই পচন্দ নকৰোঁ। অযাচিত উপদেশ মই বেয়া পাওঁ।"

বৰুৱা বিচনাৰপৰা নামি গ'ল আৰু বাথৰুমত গৈ মুখখন ধুই আহিলগৈ। তাৰ পাচত কোঠাৰ ভিতৰতে খোজ কাঢ়িবলৈ ধৰিলে। বিনীতা বিচনাতে বহি থাকিল। এইবাৰ বৰুৱাই বিচনাৰ নিজ ঠাইত দীঘল দি পৰি কিতাপ এখন মেলি ললে। বিনীতাইও বাগৰ দিলে আৰু আকাশ-পাতাল ভাবিবলৈ ধৰিলে। প্ৰায় এঘণ্টামানৰ পাচত বিনীতাৰ চিলমিলকৈ টোপনি আহিল। এনেতে, যিকোনো উচ্চাৰিত শব্দই এটা হে অৰ্থ প্ৰকাশ কৰিব পৰাকৈ বিনীতাৰ গাত হাত দি বৰুৱাই কলে— "চাওঁ।" বিনীতাৰ কোনো আপত্তি নাই ; কিন্তু নাৰীসুলভ সহজাত প্ৰবৃত্তিৰে বাধা দিয়াৰ নিচিনা নকৰাকৈ কোনোবাই পাৰে জানো? বিনীতাই সাৰে থাকিও টোপনিৰ ভাও ধৰি কলে —"ওঁ ওঁ ওঁ ওঁ ...."

"কি হ'ল?...... বেয়া পাইছা? ..... টোপনি ধৰিছে?.... মন যোৱা নাই ? ...."

বিনীতা নিমাত ।

বৰুৱাৰ হাত কিখনকো এলেং এথেং কৰি আঁতৰাই দিয়াৰ নিচিনা কৰিলে বিনীতাই। বাগৰি কাতি হৈ শুলে। অকণমান জোৰ কৰাৰ অনুৰাগ নহ'লে নিজকে কিবা যন্ত্ৰ যেন লাগে।

"মোৰ আগ সংযম দেখুৱাইছা?"

বিনীতা অবাক । লাজকাজ কাটি কৰি কলে— "কি হ'ল?"

হাত আঁতৰাই নি বৰুৱাই ক'লে, "বুজিছোঁ। বাৰু নালাগে। সংযম তোমাৰে বেছি নে মোৰে বেছি আজিৰপৰা পৰীক্ষা হওক তেন্তে ।" বৰুৱাৰ মাতত খঙৰ সুৰ। অলপ ডাঙৰকৈ কৈছিল বোধকৰোঁ। দাঁতিৰ কোঠাত তেতিয়াও টোপনি নহা মাকে ডাঙৰ ডাঙৰকৈ পুতেকে কথা কোৱা শুনি কিবা বিপদ বা অসুখ হোৱাৰ আশংকা কৰিলে। তাতে ভালকৈ ভাতো খোৱা নাই পুতেকে। সেয়ে, কাণ পাতি শুনি বিচনাৰপৰাই মাত লগালে —

"কি হ'ল অ'আলো ?"

দুগুণে খং উঠিল বৰুৱাৰ। কাঢ়কণ্ঠেৰে উত্তৰ দিলে— "কিটো হ'ব মাজ ৰাতি?"

বুঢ়ীয়ে লাজ পালে। আৰু একো নামাতিলে। শোৱা-কোঠাত ঘৈণীয়েকৰ সৈতে ৰাতি কথা পতা পুতেকক 'কি হ'ল' বুলি সোধাটো সঁচাকৈয়ে লাজ লগা কথা।

ইতিমধ্যে বিনীতাই "নিজৰ তৃপ্তিৰ কাৰণে যি কৰে কৰি থাকক" বুলি আত্মসমৰ্পণ কৰি ওপৰলৈ মুখ কৰি গা এৰি দিলে। বৰুৱাৰ টোপনি অহাৰ পাচত হে দীঘলকৈ হুমুনিয়াহ কাঢ়ি বিনীতা কাতি হৈ শুলে। ❑❑

# চাৰি

জীয়াই থকাৰ বহু আহুকাল পাহৰিবলৈ দিনৌ নতুন বদনামৰ জুতি বিচৰা এইখন ৰাজবাহৰৰ গাঁও। আন সকলো গাঁৱৰ দৰে ইয়াৰ ৰাইজো কাকো অনিষ্ট কৰিবলৈ নিবিচৰা বিধৰ। কিন্তু আনৰ দোষ-খুঁতে আনন্দ দিব পৰা স্বভাৱটো ইয়াতো আছে; বিভিন্ন প্ৰেমৰ উপন্যাস আৰু প্ৰেমমূলক কথাছবিৰ অভাৱ, ইয়াৰ ৰাইজেও, গাঁৱৰে বোৱাৰী-জীয়ৰীৰ কোনোবা গুপ্ত কথা জিভা পিছলি আহি কাণত পৰিলেহি, তাৰেই পূৰাই লয়। যৌবনৰ বোৱতী সুঁতিক বাট ভেটি ধৰ্মভীৰু, সমাজভীৰু আদি হোৱা মানুহ ইয়াতো আছে। যৌবনৰ দোষত এটা একোটাহঁত অসামাজিক ঘটনাই ইয়াৰ মানুহকো সোৱাদ দিয়ে; সেই বিষয়ে আলচ কৰিবলৈ পোৱাটোৱেই ভালেখিনি তৃপ্তি দিয়ে— আনকি ঘিণত নাক কোঁচাওঁতেও মনে উপভোগ কৰে।

এই বিধবাজনীৰ ঘৰত বৰুৱাহঁতক অপমান কৰাৰ মাত্ৰ পাঁচ দিন আগতে বলীন সপৰিবাৰে ৰাজবাহৰলৈ আহিছিল। আহি অৱশ্যে থাকিছিলহি স্থানীয় চহৰৰ ডাকবঙলাত। ইতিমধ্যে প্ৰবোধ সোণাৰি বা ৰাজবাহৰৰ আন মানুহেও বলীনক সেও মনোৱাৰ একো ব্যৱস্থা লব নোৱাৰিলে। ইপেন উকীলে সদৌ শেষত হীৰা ঠিকাদাৰক কৈছিল, "মীনাৰ বয়সৰ ছোৱালীয়ে ইচ্ছামতে বিয়া কৰালে আইনমতে কোনো বাধা নাই।" এম. এল. এ.ৰ হতুৱাই মন্ত্ৰীক কোৱাটোও হৈ নুঠিলগৈ। টিলিঙা পিন্ধায় কোনে ? কিন্তু কিবা এক আচৰিত ধৰণেৰে বলীনৰ ঘটনাটো, আনকি বলীন মানুহটোৰ অস্তিত্বকে, গাওঁখনে যেন পাহৰি পেলাইছিল। মনত থাকিলে যে গাঁওখন সমাজ-ব্যৱস্থাৰ পৰাজয় হিচাপে বলীনৰ মূৰ্তিটো প্ৰতিজন বয়সিয়াল মানুহৰ সমুখত থিয় হয়হি! বিস্মৃতিৰে অস্ত্ৰোপচাৰ কৰি যেন বলীন নামৰ ৰোগটো ৰাজবাহৰৰ স্মৃতি দেহৰপৰা গুচাই পেলাইছিল। মীনাক বিয়া কৰাই নিয়া মাত্ৰ দুমাহৰ ভিতৰতে গোটেই গাঁওখনে বলীনৰ কুকাৰ্যক এনেকৈ পাহৰিব পাৰেনে বাৰু? — সুবিধা পালে পাৰে অৱশ্যে।

মীনা মাকৰ ঘৰলৈ আহিল। প্ৰবোধ সোণাৰিৰ এতিয়া একো আপত্তি নাই। কেৱল হীৰা ঠিকাদাৰৰ মনত এটা খং থাকিল। বলীন যাওঁতেও প্ৰবোধ সোণাৰিয়ে আৱশ্যকতকৈ বেছি আদৰ-সাদৰ কৰিছিল। গাঁৱৰ সকলো তিৰোতাই জুমি জুমি চাইছিল— যেন বলীনক এইবাৰহে প্ৰথম দেখিলে। কিন্তু খুড়াকৰ ঘৰলৈ অকলে গৈও বলীন বিপদত পৰিছিল। বামুণ চুকৰ সকলোৱে তাক নেদেখাৰ ভাও জুৰি মুখ ঘূৰাই লৈছিল। বাটত লগ পাওঁতে আলোক বৰুৱাই তাক নেদেখাৰ ভাও ধৰিছিল। সৰু সৰু ল'ৰাবোৰে আচৰিত হৈ দূৰৰপৰা ৰ লাগি চাইছিল; ওচৰ পালত সেমেনাসেমেনিকৈ তলমূৰ কৰিলে। কোনেও যেন বলীনক চিনি নাপায়। ঘৰত খুড়াক আৰু খুড়ীয়েকে ওলায়ে মাত নিদিলে। ১২ বছৰীয়া পুতেকটোৰ আগত ভিতৰৰপৰা কৈ পঠাইছিল, "তাক কগৈ, কাইলৈ কাচাৰীলৈ আহিব; তাৰ যি মাটি-বাৰী আছে তাতে নামজাৰী কৰি দিমগৈ। ইয়ালৈ আহি যেন সি মোকো সমাজৰপৰা বাহিৰ নকৰে।" অগত্যা ওলাই আহিছিল বলীন।

চোতালৰপৰা ভিতৰত খুড়াকে কোৱা শুনিছিল, "ভালৰ ঘৰত হে ভাল ল'ৰা হ'ব। লোকৰ সেইটো আলোক মানুহ নহয় যেন এটুকুৰা সোণ হে। সেয়া হে শিক্ষা। গোটেই গাঁওখনে দেৱতা হেন দেখে। আমাৰ ঘৰৰ ল'ৰা সোণ হওক চাৰি সোণাৰিৰ ছোৱালীত পৰিলগৈ..."

হেম ঠাকুৰৰ পুতেক বলীন ছবছৰীয়া হওঁতেই মাক-বাপেক দুয়ো একেটা অচিন বেমাৰত ওৰাতিৰ অগাপিচাকৈ মৰি থাকিল। হেম ঠাকুৰ আছিল হটঙা বাগিচাৰ বৰ কেৰেণী । চাহাবে কেৰেণীৰ একেটা মাত্র পুতেক বলীনক পঢ়াৰ খৰচ বাবদ কোম্পানীৰ পৰা মাহে ৪০ টকাকৈ দিবলৈ গাত ললে। ভায়েক ৰত্নধৰ চাকৰি বিচাৰি গৈ তাতে আছিল; তেওঁকো চাকৰিত সুমাই ললে মহৰী কৰি। ৰত্নধৰে তেতিয়া ককায়েকৰ লৰা বলীনক ৰাখিলেই মাহে ৪০ টকাকৈ পঢ়োৱাৰ খৰচ পায়। গতিকে তাক গাঁৱৰ ঘৰলৈ পঠাই দি স্কুলত নাম লিখাই দিলে। গৰু-গাই চপোৱা, পানী অনা, গৰুৰ ঘাঁহ কটা আদি কাম কৰি বলীনে ভালকৈয়ে মেট্রিক পাছ কৰিলে। কিন্তু ৰত্নধৰৰ পুতেক চতুৰ্থ শ্ৰেণীৰপৰা আৰু উধাব নোৱাৰি পুৰোহিত লগত বিধি-ধৰা হ'ল। মেট্রিকৰ পাচত খুড়াকৰ অমত সত্বেও বলীনে বাগিচাৰ নতুন মেনেজাৰক কৈ অধিকাকৈ ২০ টকা মাহে আদায় কৰি ডাক্তৰী পঢ়িবলৈ গ'ল। তেতিয়ালৈ আৰু ডাক্তৰী পঢ়িলে জাত নোযোৱা হ'ল। ডাক্তৰি পঢ়ি অহাৰ আগতে বাগানৰ বস্তু চুৰকৈ আনি ঘৰ সজা অপৰাধত খুড়াকৰ চাকৰি গ'ল। খুড়াকে আহি গাঁৱত কলেহি — বলীনক বিলাতত পঢ়াবলৈ বেছিকৈ টকা খুজি চাহাবক টান কথা কোৱা কাৰণে চাকৰি যোৱা বুলি। ডাক্তৰী পাছ কৰি আহিয়েই বলীন মাত্র ছমাহ বাগিচাত ডাক্তৰ হৈ থাকিলগৈ— কৃতজ্ঞতাৰ চিন স্বৰূপে। সেই ছমাহ বলীনে খুড়াকৰ ঘৰৰপৰাই অহা-যোৱা কৰিছিল — মাত্র ছমাইল বাট হে। সেই সময়তে চহৰৰে বন্ধু এটাৰ ঘৰত মীনাক প্ৰথম লগ পায় বলীনে। "আমাৰ গাঁৱৰে ছোৱালী, অথচ চিনি নাপাওঁ " বুলি বলীনে মীনালৈ অবাক হৈ চাওঁতে কিবাকিবি হৈ গ'ল। তাৰ পাচত, বলীন চৰ্কাৰী ডাক্তৰ হৈ গুৱাহাটীলৈ যোৱাৰ আগদিনা, আগতে ঠিক কৰি থোৱা মতে হাফিজ ডাক্তৰৰ ঘৰলৈ গৈছিল। হাফিজৰ ভনীয়েকে মীনাৰ লগতে একে কলেজতে পঢ়ে — একে ক্লাচতে। দুয়ো অন্তৰঙ্গ বন্ধু। হাফিজৰ ঘৰত আবেলিৰ বেলিৰ হেলনীয়া কিৰণক সাক্ষী কৰি এটা অকলশৰীয়া কোঠাত বলীনে মীনাৰ সোহাঁতখন নিজৰ মুঠিত লুকুৱাই বুকুত চেপি ধৰি কৈছিল, "আমাৰ দুয়োৰে জীৱন আমি চহকী কৰিমেই।" প্ৰবোধ সোণাৰিৰ জীয়েক মীনা দেহ-ভংগিমা আৰু মুখৰ গঢ়ত কুন্দত কটা। বৰণত সোপাই কেঁচাসোণ। সবাতোকৈ সুন্দৰ মীনাৰ ৰুচি আৰু মাৰ্জিত ব্যৱহাৰ। প্ৰবোধ সোণাৰিৰ ঘৰত অমূল্য হীৰাৰ দৰে মীনা। হাফিজৰ ভনীয়েকে কেৱাটাও চিকুটেৰে মীনাৰ ৰঙা পৰা মুখ বেছি ৰঙা কৰি দি ঘৰৰ আগলৈকে আগবঢ়াই থৈ আহিলগৈ। হাফিজে বলীনক আগবঢ়াই দিবলৈ গৈ কলে — "তোৰ ওপৰত মোৰ বিশ্বাস আছে। তথাপি ভাই–মোক ভুল নুবুজিবি — কোনো কাৰণতে তই যেন মীনাক প্ৰতাৰণা নকৰ। Please don't take me amiss.''

খুড়াকৰ ঘৰৰপৰা ঘূৰি যাওঁতে এইবোৰ কথাকে বাৰে বাৰে মনত পৰি গৈছিল বলীনৰ । বাটত গোপাল মাস্টৰে দেখিও নেদেখাৰ ভাও জুৰিলত তাৰ অকণো বেয়া নালাগিছিল। মীনাক বিয়া কৰাই সি এক নতুন জগতৰ পৰিচয় পাইছিল — য'ত গোপাল মাস্টৰবোৰ নাই, য'ত ৰাজবাহৰেই পৃথিৱীৰ সীমা নহয়, য'ত মীনাই তাৰ জীৱনক মীনা কৰায় ।

বলীন খুড়াকৰ ঘৰৰপৰা ঘূৰি যোৱা মাত্র ছদিন হৈছিল। এই ছদিনে বলীন অহাৰ কথা ঘৰে--পদূলিয়ে দুই-একে কোৱা-কুই কৰিলেও এই বিষয়ে আলোচনাত বিশেষ ৰস নাছিল। কথাটো পুৰণি হ'ল ; তাৰ উপৰি বলীনক ভগৱানেও একো শাস্তি নিদিলে। গতিকে তাত নতুনকৈ আলচ কৰি ৰস পাবলৈ একো নাই। কিবা অভিসন্ধি কৰিও লাভ নাই। কাৰণ বলীনে গাঁও এৰিলেই বুলিব লাগে।

কিন্তু ছদিন পিছতে নতুন আলোচনাৰ বিষয় আহি পৰিল। যোৱা নিশা মাইচেনা নামৰ মানুহজনীৰ ঘৰত গোপাল মাস্টৰহঁত ধৰা পৰা কথাটো গোটেই গাঁৱতে পুৱাৰ ভিতৰতে ৰাষ্ট্ৰ হৈ গ'ল। নিমৰ ডালেৰে দাঁত ঘঁহি ঘঁহি সোণ বামুণে,

আগ চোতাল সাৰোঁতে হীৰা ঠিকাদাৰৰ মাকে, কুকুৰা খুলি দিওঁতে কুকুৰা কটা চুকৰ মহীউদ্দিনে, জালখন লৈ ওলাওঁতে নৈৰ পাৰৰ ঘনই, পুৱাই প্ৰথম দেখা মানুহটোকে বা মানুহজনীকে খবৰ পাইছানে বা পাইছেনে' বুলি মূল ঘটনাৰ লগতে ৰহন সানি বিবৰি কলে। নৈৰ পাৰত জীৱৰী-বোৱাৰীয়ে এইবোৰ কথাকে পাতি ভোগদৈত গা ধোওঁতে দেৰি কৰিলে। স্কুললৈ যোৱা মানুহে, স্কুললৈ যোৱা ল'ৰা-ছোৱালীয়ে, বেপাৰলৈ ওলোৱা বেপাৰীয়ে, বাটে বাটে এই ঘটনাৰ কথাকে পাতিলে। কোনোৱে কলে, বুঢ়া মাস্টৰৰ পৰিকিতি লৰিছে, কোনোৱে কলে, আলোক বৰুৱাই হেৰ' সিদিনা বিয়া কৰাই আনিছে হে, ঘৰৰ ঘাঁহ ভাল নালাগে চাহাবৰ, কোনোৱে কলে এনেয়ে বৰা প্ৰফেচাৰ গাঁৱলৈ দিনৌ অহা নাছিল। কোনোৱে কলে, উপেন উকীলৰ ভীমৰতি জাগিছে। চাইকেলত উঠি গহীন হৈ কলেজলৈ ওলোৱা বৰুৱাৰ আগেদি কাৰোবাক খেদি যোৱাদি নৈৰ পাৰৰ ল'ৰা এগালে "চোৰ চোৰ" বুলি চিঞৰি দৌৰ মাৰিলে। ওচৰতে থকা গাভৰু দুজনীয়ে হাঁহি দিলে। সাউতকৰে বৰুৱাৰ চকুৰ আগত ৰাতি তেওঁলোকক "চোৰ চোৰ" বুলি ঘেৰি ধৰাৰ ছবি ভাহি উঠিল ; বৰুৱা জিকাৰ খাই উঠিল। কোনো ফালে নোচোৱাকৈ ক'লা কোট পিন্ধি উপেন উকীলে চাইকেল চলাওঁতে কোনোবা এটাই "এই এজন" বুলি চিঞৰি দিলে। স্কুললৈ আহোঁতে গোপাল মাস্টৰক ল'ৰাবোৰে আচৰিত হৈ চালে। একো যেন হোৱা নাই এনেকুৱা ভাব লৈ গোপাল মাস্টৰে স্কুল সোমায়েই দেখিলে স্কুলৰ আগফালৰ জেওৰাখনৰ এটুকুৰা নাই। চকীদাৰক মাতি সুধিলে — কি হ'ল বুলি। চকীদাৰে ক'লে— "চাৰ, ৰাতি চোৰে নিলে।" "চোৰ" শব্দটো কৈয়ে চকীদাৰৰ হাঁহি উঠিব খুজিছিল। এনেতে গোপাল মাস্টৰে দমদমাই উঠি ক'লে — "তোক চকীদাৰ ৰখা হৈছে এইবোৰকে চাবলৈ। তই 'চোৰ চোৰ' কৰিলেই হ'ব নেকি?" মাস্টৰে কোৱা "চোৰ চোৰ" শব্দ দুটা শুনি চকীদাৰে আৰু হাঁহি ৰাখিব নোৱাৰিলে। হাঁহি দিলে। নেদেখাৰ ভাও ধৰি গোপাল মাস্টৰ ভিতৰ সোমাল ।

উপেন উকীল, গোপাল মাস্টৰ আৰু আলোক বৰুৱাৰ ঘৰলৈ চুবুৰীয়া তিৰোতাৰ সমাগম আৰম্ভ হ'ল — দুপৰীয়া এঘাৰমান বজাৰপৰাই। উপেন উকীলে গোটেই ঘটনাটো ঘৈণীয়েকক কৈছিল, কিন্তু গাঁওখনৰ ভিতৰত বৰুৱা আৰু মাস্টৰৰ ঘৰৰ তিৰোতা মানুহে তেতিয়ালৈকে একো জনা নাছিল। বিনীতা আৰু শাহুৱেকে ভাত খাই উঠোতেই গাঁৱৰে তিনি গৰাকীমান ওলালহি । তামোল খাই উঠি এগৰাকীয়ে আৰু ধৈৰ্য্য ধৰিব নোৱাৰি মাত লগালে —

ঃ হয়নে এইবোৰ নো কি শুনিছোঁ? মই হ'লে বিশ্বাস কৰা নাই । সেয়ে বোলো মাকক সুধি আহোঁ বুলি আপোনাৰ ওচৰ পালোঁহি ।

আলোক বৰুৱাৰ মাক অবাক । কি কথানো ? বিনীতাইও আচৰিত হৈ চালে।

ঃ তুমিও নাজানানে আই ?

বিনীতাই মূৰ জোকাৰি নাজানে বুলি কলে ।

ঃ আলোক তেনেকুৱা ল'ৰা হ'বই নোৱাৰে। এইবোৰ কোনোবা শতুৰুৰ বুদ্ধি। মিছাকৈয়ে বদনাম উলিয়াই ফুৰিছে। — আন এগৰাকীয়ে কলে ।

এবাৰ দুবাৰকৈ কথা উলিয়াই উলিয়াই তেওঁলোকেই সকলো কথা কলে। আলোকহঁত বোলে কিবা অসৎ উদ্দেশ্যেৰে গৈছিল, সেই বৰা প্ৰফেচৰটোক গটাই দিবলৈ বুদ্ধি কৰিছিল। তাইক হাতত ধৰি টানোতেই তাই চিঞৰি দিলে। ডেকা ল'ৰা এমখা আহি বোলে এটাইকিজনকে ভালকৈ খুন্দিলে। তেহে নেওগ ডাঙৰীয়াই আহি এৰুৱাই দিলেহি।

শাহুৱেক-বোৱাৰীয়েক দুয়ো দুয়োলৈ অবাক হৈ চাই ৰ'ল। সেই কিগৰাকী গ'ল। আকৌ কেইগৰাকীমান আহিল। তাৰ পাচত আকৌ। দিনটো তিৰোতা মানুহৰ সোঁত বলে। সকলোৱে ঘৈণীয়েক-মাকৰ আগত বৰুৱাক প্ৰশংসা কৰি গ'ল। আৰু সকলোৱেই বৰুৱাৰ বিষয়ে এনে কথা ক'বলৈ পাই ভাল পালে। আবেলি বেলিকা বিনীতা ভাগৰি পৰিল;

বিচনাত পৰি হুকহুককৈ কান্দিবলৈ ধৰিলে। শাহুৱেকে মৰম কৰি কলে— "তাৰ কিবা দিন বেয়া পৰিছে। নাকান্দিবি আই, কান্দি অমঙ্গল নচপাবি।"

আগতকৈ বেছি গহীন হৈ আবেলি পাঁচমান বজাত বৰুৱা আহি ঘৰ পালেহি। আজি বিনীতাই নিজে বৰুৱাৰ কাপোৰ ঠিক কৰি থৈ দিলে; লৰালৰিকৈ চাহ-জলপান দিলে, আনকি ওচৰত নি চিগাৰেট, জুইশলা আৰু আগদিনা পঢ়া কিতাপখনো থলেগৈ। বিনীতাৰ সঁচাকৈ মায়া হৈছিল। গোটেই গাঁওখন বৰুৱাৰ বিপক্ষে উঠোতে নিজে কাষত থাকি সাহ দিয়াৰ বাসনাই ঠাই লৈছিল বিনীতাৰ মনত। কাৰ্যেৰে বুজাইছিল, "ভয় নাই, তুমি অকলে নহয়, ময়ো আছোঁ।"

বৰুৱাই এবাৰ বিনীতালৈ মুখ তুলি চালে। বিনীতাই ইতিমধ্যে সকলো খবৰ পাইছে বুলি তেওঁ বুজিছে। আজি চহৰতে মাস্টৰ আৰু উকীল দুয়ো একেলগে আহি বৰুৱাক লগ ধৰিছিল। তিনিও আলচি ললে যে ৰাতি ল'ৰাজাকে প্ৰফেচাৰ বৰাক হে খেদিছিল। এওঁবিলাক এৰুৱাবলৈ গৈ হে তাত পৰিলগৈ। আচৰিত কথা যে, এই মিছা কথাটোকে সঁচা বুলি তিনিও বিশ্বাস কৰি ললে। তেতিয়াই মাস্টৰে বৰুৱাক কৈছিল— "তোমাৰ ঘৰলৈ গাঁৱৰ মানুহৰ একেবাৰে সোঁত বৈছে।" গতিকে পোনে পোনেই বৰুৱাই বিনীতাক সুধি পেলালে —

ঃ গাঁৱৰ মানুহৰ কথা শুনিছানে নাই ?

বিনীতাই বৰুৱাৰ চকুলৈ চালে। দুখ লাগিল। ইয়াৰ গৰ্বিত মানুহটো যেন চেঁচা পৰি গৈছে। বৰুৱাৰ চুলিত ভাজ নভঙাকৈ ওপৰে ওপৰে হাত বুলাই বিনীতাই কলে, "কোনোবাই সেইবোৰ কিবাকিবি কৈছিলহি। মানুহে বহুত কথাকে কয়। মই একো মন কৰা নাই।"

ঃ মায়ে চাগৈ পেঘেনিয়াই পেঘেনিয়াই সুধি লৈছে ?

ঃ কেলেই সুধিব ? মায়ে বৰঞ্চ সেইবোৰ কথাৰ মোৰ দৰ্কাৰ নাই বুলি সকলোকে খেদি পঠোৱাদি হে পঠাইছে।

ঃ নবৌৱে ৰস পাইছে চাগৈ ?

ঃ বাইদেৱে এতিয়াও নাজানেই চাগৈ । কোনো তেওঁৰ ওচৰলৈ যোৱাও দেখা নাই।

খবৰখিনি লৈ বৰুৱাৰ মন গ'ল বিনীতাৰ মনটো জুখি চাবৰ। সুধিলে —

ঃ প্ৰথমে শুনি তুমি কি ভাবিলা ?

ঃ কি ভাবিম আৰু? লগত যোৱা দেখি মানুহে বদনাম উলিওৱাৰ সুবিধা পাইছে।

ঃ এইখন গাঁৱত আৰু থাকিব নোৱাৰি ।

ঃ "ময়ো তাকে ভাবিছোঁ।" – বিনীতাৰ মনেৰে —বৰুৱাক এই মাস্টৰহঁতৰ সঙ্গটো এৰুৱাব লাগে।

ঃ "তুমি আজি খুব ধুনীয়া হৈ আছা।" – বৰুৱাই হঠাৎ কৈ পেলালে। সকলো মানুহে বৰুৱাক হেয় কৰাৰ পাচত বিনীতা যেন একমাত্ৰ আপোন মানুহ হৈ ওলাইছে। আজি হে যেন বিনীতাক প্ৰথম দেখিছে বৰুৱাই। বিনীতাক নতুনকৈ বুজিবৰ চেষ্টা কৰিলে বৰুৱাই। এখন হাতেৰে বহাৰপৰাই কঁকালত সাবটি ধৰি মুখখন বিনীতাৰ বাহুত লগাই দিলে। আজিৰ আদৰকণে বিনীতাক যেন বিয়াৰ পিচৰেপৰা পোৱা সকলো মনৰ দুখ পাহৰাই দিলে। পৰম তৃপ্তিত বিনীতাৰ চকুপানী ওলাব খুজিলে। এক পৰম আশ্ৰয় পাই আউজি পৰাৰ দৰে বিনীতাৰ বাহুতে মূৰটো থৈ বৰুৱাই দীঘলকৈ উশাহ ললে। গাঁৱৰ মানুহৰ হাঁহি-ইতিকিঙে ইয়াত যেন তেওঁক ঢুকি নাপায়হি।

ধনীৰ ঘৰৰ ছোৱালী বিনীতা। বাপেক চাহ বাগিচাৰ মেনেজাৰ আছিল। বাই- ভনী নায়েই ; ককায়েক মাত্ৰ এটা, সিও চিৰ-বেমাৰী; তাৰ চিকিৎসাতে বাপেকৰ ধনৰ থলী প্ৰায় উদং। বিনীতাক বিয়া দিওঁতে বুঢ়াই হেপাহ পলুৱাই খৰচ কৰিবলৈ নাপালে। শিক্ষিত পৰিবেশত ডাঙৰ হোৱা ছোৱালী বিনীতা। আগেয়ে গাঁও বুলিলে ভয় কৰিছিল। ডেকা প্ৰফেচাৰৰ প্ৰতি বিনীতাৰ এটা আকৰ্ষণ আছে, এজন ডেকা প্ৰফেচাৰক এবাৰ মনে মনে ভাল পাই পেলাইছিল — প্ৰফেচাৰজনেও নজনাকৈ। সেয়ে বৰুৱাৰ লগত বিয়া ঠিক হওঁতে বহুত কল্পনা কৰিছিল। প্ৰথমৰেপৰা বৰুৱাক আচৰিত

যেন পাই আহিলেও বিনীতাই এতিয়াও ভাগ্যক দোষ দিবলৈ শিকা নাই। আজি যেন হঠাৎ বুজি পালে — বিনীতাৰ ভাগ্য সঁচাকৈ ভালেই। অকল বৰুৱাৰ কাষত থিয় হৈ পৃথিৱীৰ বিপক্ষেও থিয় হোৱাৰ সাহস বিনীতাই যেন নিজৰ মাজত আৱিষ্কাৰ কৰিলে। পশ্চিম আকাশত মেলি লোৱা ৰাঙলী চুলি বেলিয়ে সামৰি ললে। বিনীতাই জীৱনত প্ৰথমবাৰৰ কাৰণে নিজে নিজৰ ওঁঠদুটা বৰুৱাৰ গালত চেপি ধৰিলে।

ৰাজবাহৰৰ ৰাইজে বহুত অভাৱ অভিযোগ পাহৰাৰ সুযোগ পালে। সন্ধিয়া কোনোবা ঘৈণীয়েকে দাইল-চেনি কিবাকিবি নাই বুলি কওঁতে গিৰিয়েকে কলে — "মোক এতিয়া সেইবোৰ নকবা। মই এটা কামত ওলাইছো।" কিনো কাম বুলি সুধিলত কলে — "মাস্টৰৰ ঘৰলৈ যাব লাগে। তাত এখন মিটিং হৈছে। কালি নিশা ল'ৰাজাকে কৰা এই অসভ্যালিৰ কিবা এটা ব্যৱস্থা ল'ব লাগে।" ঘৈণীয়েকে ভোৰভোৰাই উঠিলঃ "এইবাৰ দেখিছোঁ নিজেও মাস্টৰৰ লগত কোনোবা বাৰী তিৰোতাৰ কল তলত ধৰা পৰিবগৈ।"

কো- ওপাৰেটিভ্ ষ্টোৰত বস্তু নিবলৈ অহা মানুহে হাতত মোনা লৈ এই সংক্ৰান্তৰ বিবিধ উৰা-বাতৰিৰে মনৰ মোনা ভৰাবলৈ ধৰিলে।

মাস্টৰ একে খুন্দাই বাগৰি পৰা মানুহ নহয়। গাঁৱত এনে এদল মানুহ আছে যিবিলাক কেৱল মাস্টৰে শিপা হৈ ধৰি থকা গছৰ ডাল-পাত হে। মাস্টৰৰ টোপনি গ'লে তেওঁলোকে বাগৰে। সেই দলৰ হতুৱাই মাস্টৰে পুৱাৰেপৰা প্ৰচাৰ কৰালে — বৰা প্ৰফেচাৰক এৰুৱাবলৈ যাওঁতে হে তেওঁলোক পৰিল। সন্ধিয়ালৈ এই কথা সকলো গঞাই শুনিলে। ল'ৰাহঁতে বহুত ঠাইত প্ৰতিবাদ কৰিলেও ডাঙৰে বিশ্বাস নকৰিলে। আৰু, জনাৰ্দনৰ ফলীয়া লৰাৰ কথা বিশ্বাস কৰিবলৈ ৰাইজ সন্মত নহ'ল। মুখে মুখে মানুহৰ মাত্ৰ এটা কথা হ'ল — বৰা প্ৰফেচাৰ গাঁৱলৈ অহাটো বন্ধ কৰিব লাগে। তিৰোতাৰ মহলে কিন্তু নিজৰ সৃজনী শক্তিৰে না না কথা উলিয়াই দোষৰ চেকা মাস্টৰ, বৰুৱা আৰু উপেন উকীলৰ গাতো লগাই থলে। গাভৰু বোৱাৰী-জীয়ৰীয়ে কোৱা-কুই কৰিলে— "এইবোৰ কৰাতকৈ বলীনৰ দৰে বিয়া কৰোৱা বহুত ভাল।" এই ঘটনাৰ তুলনাত বলীনৰ কাৰ্য বেছি ভাল বুলি বহুতে ভাবিবলৈ ললে।

বাটত ল'ৰাবোৰৰ অশ্লীল উক্তিৰ হাত সাৰিবলৈ এসপ্তাহৰ ছুটী লৈ বৰুৱা ঘৰতে বহি থাকিল।

# পাঁচ

এইবোৰ ঘটনাৰ তিনি দিন পাচতে এক আচৰিত সংবাদে ৰাজবাহৰক অবাক কৰি দিলে। খবৰ কাগজত আহিছে ঃ উচ্চ শিক্ষাৰ কাৰণে আমেৰিকালৈ যাবলৈ বলীনে সেই চৰকাৰৰ বৃত্তি পাইছে। ৰাজবাহৰৰ সমাজৰ গুৰিয়ালসকল খন্তেক থমক খাই ৰল। মাস্টৰে প্ৰথম মন্তব্যত কলে, "পঢ়া-শুনাত সি ভাল, সেই বুলি তাৰ সকলো কুকাৰ্যও ভাল নে? গৰুৱে গাখীৰ দিয়োটা ভাল কাম কৰে বুলি জেওৰা ভাঙি ধান খোৱাটোও ভাল বুলি কম নে ?" শুনোতাসকলে সাধু সাধু বুলিলে। কিন্তু ৰাজবাহৰৰ বেছি ভাগ ৰাইজে যেন সাৰ পালে। এই গাঁৱৰ প্ৰথম ডেকাটো বিদেশলৈ যাব, বিদেশী চৰকাৰে টকা দি নিব। তাৰ মানে ৰাজবাহৰত এনে মানুহো ওপজে, যাৰ গুণ-গৰিমা বিদেশেও স্বীকাৰ কৰে ! তেনে ৰাজবাহৰে সমাজচ্যুত কৰিলেই পৃথিৱীয়েও সমাজচ্যুত নকৰে। তাৰ মানে পৃথিৱীৰ সমাজত ৰাজবাহৰৰ ভিতৰুৱা কথাৰ কোনো অস্তিত্ব নাই। ৰাজবাহৰৰ ঘৰে ঘৰে আলোচনা চলিল। ডেকা ল'ৰাবোৰ আনন্দত ফুটোঁ ফুটোঁ। আমাৰ

বলীনদা আমেৰিকালৈ যাব। পদুলিমুখত থিয় হৈ বৰুৱা আৰু মাস্টৰে মেল মাৰি থকালৈ চাই এটাই কলে ঃ তোমালোকে বিধবা-বামুণীৰ কল তলত জোপ দিওঁতেই যাব। সঁচা কথা — এই খবৰে বৰুৱা আৰু মাস্টৰক অকণো আনন্দ দিব নোৱাৰিলে। আলোক বৰুৱাই আনে নোসোধা দেখি দুই এজনক উপযাচিয়েই কলে, আজিকালি বিদেশলৈ যোৱাটো সাধাৰণ কথা। হেজাৰে হেজাৰে ভাৰতবৰ্ষৰ গৈয়ে আছে। এইবাৰ অসমৰো ডাক্তৰ এজন পঠোৱাটো চাগে চৰকাৰৰ ইচ্ছা—অসমক সন্তুষ্ট কৰিবলৈ। এপ্লিকেন্ট একমাত্ৰ বলীনেই হে আছিল। সিও কোনোবা মন্ত্ৰীৰ ভৰিত তেল দি খবৰটো যোগাৰ কৰিছিল।"

এইবাৰ কিন্তু আলোক বৰুৱাৰ কথাত গুৰুত্ব দিয়া মানুহৰ সংখ্যা কমিল। বিধবাৰ ঘৰৰ ঘটনাটো মানুহৰ মনত আছেই। তথাপি বয়সিয়াল দুই এজনে প্ৰফেচাৰৰ দৰেই কলে, "চালাক চতুৰ ল'ৰা ই বলীন। কম নহয়। ছোৱালী বিয়া কৰালে আন কুলৰ, ভাগ্যও তাৰ — সেই কুলৰে মন্ত্ৰীও আছে এজনা। পায় কোনে ?" কিন্তু আলোক বৰুৱাক "চাৰ" বুলি মতা ডেকাদলৰ এইবাৰ দুজনমান ওলাল বলীনৰ ফলীয়া হৈ। মৰ সাহ। সিহঁতে ঠিক কৰিলে বলীনক যোৱাৰ আগতে অভিনন্দন জনাব। কিন্তু ক'ত ? নিয়মমতে বাপুজী ক্লাবত হ'ব লাগে। অথচ বাপুজী ক্লাবত এই সম্বৰ্দ্ধনা সভা পাতিবৰ কাৰণে অনুমতি বিচাৰিবলৈ সাহ নহ'ল সিহঁতৰ । ঠিক কৰিলে — হাইস্কুলটোতে পাতিব। মৰ সাহ কৰি হেড্ মাস্টৰ গোপাল শৰ্মাক গৈ অনুমতি খুজিলে। এইটো স্কুল এৰি কলেজলৈ যোৱা এবছৰহে হৈছে সিহঁতৰ। গতিকে স্কুলটোৰ ওপৰত অধিকাৰ যেন সিহঁতৰ এতিয়াও আছে। হেড মাস্টৰ কথা শুনি গৰ্জি উঠিল, 'চেপা মৰা পেন্ট পিন্ধি কলেজলৈ গৈ ডেকা হলিহঁক ? বৰ সাহ দেখোন তহঁতৰ।' হেড্ মাস্টৰৰ এই গোজৰণিৰ ফল কিন্তু বিপৰীত হ'ল। সিহঁতৰ মনে মনে জিদ হ'ল — সিহঁতে এই সভা পাতিবই ; আৰু স্কুল ছুটীৰ পাচত স্কুলৰ সমুখৰ পথাৰতে পাতিব।

এটাই কিটাই এদিন গৈ বলীনক ডাকবঙলাতে অনুৰোধ কৰিলেগৈ সেই সভালৈ আহিবলৈ। বলীনৰ আপত্তিৰ কোনো কাৰণ নাই । ৰাজবাহৰ গাঁৱৰ গুৰিয়ালসকলক বলীনে জানে। এবাৰ বলীন যুবক সংঘৰ সম্পাদক থাকোঁতে সংঘৰ টকা তুলিবলৈ বাপুজী ক্লাবত সহ-অভিনয়ৰ আয়োজন কৰিছিল। ভাবিছিল, গাঁৱত এই প্ৰথম হোৱা সহ-অভিনয় চাবলৈ মানুহ ভৰি পৰিব ; টকাও উঠিব। গাঁৱৰ ছোৱালীক বাপেক-মাকে নিদিলে; কাৰোবাৰ দিয়াৰ ইচ্ছা থাকিলেও বাকীবোৰৰ সাৱধান বাণী শুনি ভয় খালে। অগত্যা যোৰহাট চহৰৰ দুগৰাকীক ৰিক্সাৰে অনা-নিয়া কৰি এসপ্তাহ ৰিহাৰ্চেল কৰিলে। অন্তত অভিনয়ৰ আগদিনা বাপুজী ক্লাবৰ পৰিচালকসকলে জনাই দিলে — সেই ক্লাবত সহ– অভিনয়ৰ নিচিনা (বেয়া) কাম কৰিবলৈ দিব নোৱাৰি। টিকত বিক্ৰী হৈ গৈছে। কি কৰা যায় ? বলীনহঁতে সকলোৰে হাতে-ভৰিয়ে ধৰাদি ধৰিলে। অন্তত ক্লাবৰ পৰিচালনা সমিতিৰ সেইদিনা সন্ধিয়াই এখন জৰুৰী সভা বহিল — সিদ্ধান্ত ল'বলৈ। বলীনহঁতে যোগাৰ কৰা চাহ-তামোলৰ শৰাধ কৰি চাৰি ঘন্টা আলোচনা কৰি সমিতিয়ে ৰায় দিলে— "ৰাজবাহৰৰ নিচিনা গাঁৱত সহ-অভিনয় আৰম্ভ কৰিলে গাঁৱৰ ঐতিহ্য আৰু সুনাম নষ্ট হোৱাৰ আশংকা। গতিকে অনুমতি দিব নোৱাৰি ।" বলীনহঁতে সেইবাৰ ক্লাবৰ বাহিৰৰ চোতালত দিনতে দুখন কাপোৰ আঁৰি যথা সময়ত অভিনয় কৰিছিল। গাঁৱৰ বুঢ়া-মেথা কোনো অহা নাছিল ; আৰু সেই অভিনয়ৰ লগত থকা আটাইবোৰ ডেকা সমাজ বিদ্ৰোহী বুলি অভিহিত হৈছিল ; গতিকে ল'ৰাহঁতৰ এই সম্বৰ্দ্ধনা সভাৰ আয়োজনতো যে গাঁৱৰ গুৰিয়ালসকলৰ সমৰ্থন নাই, সেই কথা বলীনে কাকো নোসোধাকৈয়ে বুজিব পাৰিলে।

বিক্ষোভ, বিদ্ৰোহ আৰু জেদৰ ভাব উঠি অহা বয়সতে বেছি থাকে; বন্ধ দুৱাৰ দেখিলেই খুন্দিয়াই খুলিবৰ মন যায়। চেঙেলীয়া ডেকা কিজনৰ এই সভা আয়োজন কৰোঁতে বলীনক সম্বৰ্দ্ধনা জনোৱাতকৈ হেড্ মাস্টৰহঁতক কিবা এটা কৰি দেখুউৱাৰ হেপাহ বেছি হ'ল। যোগাৰ-যন্ত্ৰ মনে মনে চলিল। বলীনক উপাহৰ দিবলৈ এটা ফাউন্টেন পেন কিনি আনিলে। সভাৰ দিনা শনিবাৰে স্কুল ছুটী হোৱাৰ পাচতে স্কুলৰ আগৰ মুকলি পথাৰত আধা ঘন্টাৰ ভিতৰত প্লেটফৰ্ম তৈয়াৰ হ'ল, ফুল আদিৰে ধুনীয়াকৈ দুখন মেজ সজোৱা হ'ল, এটা হাৰ্মনিয়াম আহিল। ল'ৰাই-ছোৱালীয়ে

পথাৰ ভৰি পৰিল। ঠিক সময়ত হাফিজ ডাক্তৰৰ লগত বলীন আৰু মীনা আহিল। হাফিজ সভাপতি। গান আৰম্ভ হ'ল।

ঘৰৰ সমুখৰে স্কুলটোৰ পথাৰত ল'ৰাবোৰ গোটখোৱা দেখি বিনীতাই প্ৰথমতে ভাবিছিল, ছুটীৰ পিচত কিবা খেল-ধেমালি হ'ব বুলি। অকলশৰে— এৰা, বৰুৱা আৰু শাহুৱেক থকা স্বত্বেও অকলশৰে বৈচিত্ৰ্যহীন জীৱন আজি চাৰি পাঁচ মাহে কটাই অধৈৰ্য্য হৈ পৰা বিনীতাই স্কুলৰ ল'ৰাবোৰ চাই চাই প্ৰায়ে ভাবে— ইহঁতৰ জীৱনটোৱেই সুখৰ। হঠাতে লাউডস্পিকাৰত গান শুনি বিনীতাই স্কুলৰ পথাৰৰ ফালে চাই দেখিলে — কিবা মিটিং হৈছে। বিনীতা আচৰিত হ'ল। আজি ঘৰৰ আগতে এখন মিটিং আছে বুলি বৰুৱাই এতিয়ালৈকে কোৱা নাই কিয়? যিকোনো ঠাইত মিটিং থাকিলে বৰুৱাই দেখোন এসপ্তাহমান আগৰেপৰা বিনীতাক শুনাই থাকে। আৰু, এই গাঁৱত বৰুৱাক বাদ দি কোনো মিটিং আজিলৈকে হোৱা বিনীতাই শুনা নাই। লৰালৰিকৈ ভিতৰলৈ গৈ দেখিলে, পৰীক্ষাৰ বহী চোৱাত বৰুৱা ব্যস্ত। মিটিঙলৈ পলম হয় বুলি ভয় কৰিয়ে যেন বিনীতাই বৰুৱাক লৰালৰিকৈ কলে —

ঃ মিটিং আৰম্ভ হ'ল কিন্তু।

ঃ কৰ মিটিং?

ঃ সৌৱা স্কুলৰ আগত।

ঃ সেইখন? — এই বুলি বৰুৱাই হাঁহিৰে অৱজ্ঞা প্ৰকাশ কৰিলে। বিনীতা অবাক হৈ থকা দেখি বৰুৱাই কলমটোৰ পিচ ফালেৰে টেবুলত আঁক পাৰি পাৰি কলে —

ঃ স্কুলীয়া ফটুৱা ল'ৰা কেইটামানৰ কাণ্ড সেইখন। এইবোৰ উৎপাত চিনেমা চাই চাই আৰু উপন্যাস-গল্প পঢ়ি পঢ়ি আমাৰ ইয়াতো সোমাইছেহি দেখিছোঁ।

ঃ কি উৎপাত ?

ঃ আমাৰ বলীন মহাপুৰুষক বোলে অভিনন্দন জনাইছে। গণ্ডাই গণ্ডাই ঘটিৰাম-বাটিৰাম বিদেশলৈ গৈয়ে আছে। আমাৰ নাইকিয়া ঠাইত এড়া গছেই বৰ গছ হৈছে। গোটেই গাঁওখনক হাঁহিয়াতৰ পাত্ৰ কৰি সিদিনা সেইখন কাণ্ড কৰা বদমাইচটো আজি বিদেশলৈ যাবলৈ ওলালতে অভিনন্দনৰ উপযোগী হ'ল। এয়ে উঠি অহা ল'ৰাৰ বিচাৰ বুদ্ধি। ক্লাবততো এইবোৰ ল'ৰা-ধেমালি কৰিবলৈ নিদিওঁ। স্কুলতো নিদিলে হেড্‌মাস্টৰে। কিয় দিব? উপায় নাপাই পথাৰতে পাতিছে।

বিনীতাৰ সোধাৰ ইচ্ছা হৈছিল — এই সৰু সৰু ল'ৰাবোৰে বলীনক অভিনন্দন জনোৱাৰ মাজেদি নিজেও ভৱিষ্যতে বিদেশত শিক্ষা আৰ্জিবলৈ যোৱাৰ হেপাহকে প্ৰকাশ কৰা নাই জানো? এই গাঁৱৰ পৰা বলীনেই প্ৰথম বিদেশলৈ শিক্ষাৰ কাৰণে যোৱাটো ডাঙৰ কথা নহয় জানো? সিহঁতক ক্লাবত বা স্কুলত মিটিং পাতিবলৈ নিদি তোমালোকেনো কি মহৎ কাম কৰিলা?

কিন্তু বিনীতাই মুখেৰে ফুটাই একো নকলে। লাহে লাহে বিনীতা আগফালৰ বাৰাণ্ডা পালেহি। বলীনক চাবৰ বৰ ইচ্ছা হ'ল বিনীতাৰ। বৰুৱাৰ মুখত শুনা কথাৰ মাজেদি বলীনক সাহসী, নিৰ্ভীক, সুন্দৰ আৰু কৰ্তব্যপৰায়ণ ল'ৰা যেন লাগিল। ইমান দূৰৰপৰা ভালকৈ নেদেখি। তথাপি বলীনৰ মুখখন এক বীৰৰ সৌন্দৰ্য্য আৰু মৰ্য্যদাৰে উদ্ভাসিত হৈ বিনীতাৰ চকুৰ আগত ভাহি উঠিল। ৰাজবাহৰ গাঁৱে বলীনৰ নিৰ্ভীকতাক তীব্ৰ সমালোচনা কৰি যেন আওপাকে বলীনৰ যুগ-সচেতন সাহসী মনটোক স্বীকৃতি হে দিছে। ই যেন গছৰ সৰা পাতে নতুনকৈ ওলোৱা কুঁহি পাতক মৰ্মৰণি তুলি ইহঁতৰ নিচিনা কথা। কিবা এক ভয়ত, আশংকাত, বিনীতা ভিতৰি ভিতৰি শিঁয়ৰি উঠিল। এনেকুৱা কথাতো এই গাঁৱত কেতিয়াও হোৱা নাই। বৰুৱাক বাদ দি গাঁৱত মিটিং। মাস্টৰৰ স্কুলৰ আগতে মাস্টৰৰ বাধা নামানি পতা মিটিং? গিৰিয়েকৰ গাঁৱত যিখিনি প্ৰতিপত্তি আৰু সন্মান, সেইখিনিকে— কেৱল সেইখিনিকে লৈ বিনীতা বাচি থকা নাই

জানো? এতিয়া সেইখিনিকে হেৰুৱাৰ এক অশুভ অথচ জ্বলন্ত ইঙ্গিত নহয় জানো— গাঁৱত এই বৰুৱাবিহীন প্ৰথম মিটিং? বৰুৱাক সৰা পাতৰ লগত এৰি এয়া নতুনৰ জয়যাত্ৰাৰে আয়োজন নহয় জানো ?

পৰীক্ষাৰ বহী চাই থাকিলেও বৰুৱাও কম আচৰিত হোৱা নাই। তেওঁৰ চকুৰ আগতে তেওঁকে খবৰ নিদিয়াকৈ মিটিং! মাস্টৰৰ অনুমতি নোহোৱাকৈ মিটিং! ইয়াত গোটখোৱা প্ৰায়বোৰ ল'ৰাই মাস্টৰ আৰু তেওঁৰে ছাত্ৰ নহয় জানো? কি হৈছে গাঁওখনত? এইখন গাঁৱত থাকি কি লাভ! তাতকৈ চহৰত গৈ থাকিলে কলেজলৈকো ওচৰ হ'ব। কিন্তু সেই কথা ভবাৰ লগে লগে বৰুৱাই অনুভৱ কৰিলে যে চহৰত বহুত তেওঁৰে নিচিনা লেকচাৰাৰৰ মাজত তেওঁ অতি সাধাৰণ মানুহ হৈ পৰিব। ঠিক সজ্ঞানে নাভাবিলেও এই শংকাই তেওঁৰ মনটোক কামোৰ মাৰি দিয়া যেন বৰুৱাই গম পালে।

বিনীতাই মিটিংখনৰ ফাললৈকে চাই থাকিল। বহুত মানুহ হৈছে। প্ৰায়খিনিয়েই ল'ৰা অৱশ্যে। ছোৱালীও আছে। ছোৱালীবোৰ নিশ্চয় সোণ-খোৱা চুক আৰু কুকুৰা- কটা চুকৰ। সঁচাকৈয়ে মিটিংত মানুহ হৈছিল। সোণ-খোৱা চুক প্ৰায় উবুৰি খাই পৰিছে। আনকি হীৰা ঠিকাদাৰও আহিছে। বাটেদি যোৱা আন আন মানুহো প্ৰথমে বাটতে ৰৈ থাকি পিচত ওচৰ চাপি গৈছে। মীনাক বিয়া কৰোৱা ঘটনাটোৰ পাচত বলীনৰ নাম গাঁৱত ফাটিফুটি গ'ল। এতিয়া মানুহটোক চাবলৈকে বহুত আহিছে। তাৰ মাজত কাষতে মীনা বহি থকা বলীন ডাক্তৰক স্বৰ্গীয় দূত যেন লাগিছে। মীনাজনীও বৰ ধুনীয়া, কিমান ধুনীয়া যদি ওচৰৰপৰা চাব পাৰিলেহেঁতেন! মীনা ভাগ্যৱতী। বিনীতাৰ মনত পৰিল, এইদৰে কোনো সভা-সমিতিলৈ বৰুৱাই তেওঁক আজিলৈকে লগত লৈ যোৱা নাই।

অভিনন্দনৰ উত্তৰত বলীনে কোৱা কথা লাউড্স্পিকাৰত ভাহি আহিছে। "আমি উদণ্ড, আমি অবাধ্য, আমি অশ্লীল, আমি সমাজক বিপদত পেলাওঁ ; কিন্তু বন্ধুহঁত, আমিয়েই ভৱিষ্যৎ। অতীত আমাক লাগে, কিন্তু আমি কেৱল অতীতৰ বোজা ভাৰ বোৱা গাধ হ'লেই নহব, আমি ভৱিষ্যতকো গঢ়িব লাগিব। সকলো পুৰণি ৰীতি-নীতিয়েই শ্ৰেষ্ঠ হোৱা হ'লে, শাস্ত্ৰ -পুৰাণেই একমাত্ৰ সত্য হোৱা হ'লে বিজ্ঞান মৃতজাত হ'লহেঁতেন, মানুহৰ প্ৰগতি সিমানতে ৰৈ থাকিলহেঁতেন...।" নিজৰ মনে ভাল বুলি গ্ৰহণ কৰি লোৱা বলীনৰ প্ৰতিটো শব্দই যেন বিনীতাক কৈ গ'ল তুমি অভাগিনী, তুমি অতীতক বৰিলা ...। বিনীতা জিকাৰ খাই উঠিল।

- কৰ্মব্যস্ত দিনটোক আমনি লগাৰ কাৰণে যেন ৰাজবাহৰ গাঁৱে সদায় সন্ধিয়াটোক আগতীয়াকৈ কাতৰ অনুৰোধেৰে মাতি আনে । বেলি লহিওৱা দেখিলেই গৰু-গাই ঘৰলৈ ঘূৰে। গৰু ঘৰলৈ অহা দেখিলেই গাঁৱৰ জীয়ৰী-বোৱাৰীয়ে শুকাবলৈ দিয়া কাপোৰ চপায়, চাকি-লেমত তেল ভৰায়, পানী আনে। আয়োজন সম্পূৰ্ণ দেখি বাৰী- চুকৰ আম-কঁঠালৰ তলত লুকাই থকা সন্ধিয়াৰ সেনাবোৰ আহি পৰে। তাৰ পাচত একমাত্ৰ কাম হ'ল — ভাত খাবৰ হোৱালৈকে সময়টো কটাই দিয়া। ভাত খালেই শুব পাৰি।

এইখন ৰাজবাহৰ গাঁও ভাৰতৰে ক্ষুদ্ৰ সংস্কৰণ ; অসমৰ অৱিকল সৰু প্ৰতিচ্ছবি। ভাৰতৰ বা অসমৰ আন ঠাইৰ মানুহৰ দৰে ইয়াৰ মানুহেও সকলো নতুনকে ভয় কৰে, সকলো পৰিৱৰ্তনকে সন্দেহৰ চকুৰে চায়। ইয়াতো মানুহে পুৰণিকে সাবটি থাকিব খোজে, অচিন কাঠৰ খোৱাও নলগায়, চিনাকি শত্ৰুও ভাল ভুলি ভাবে। ইয়াতো এতিয়াও মানুহে বিহলঙনিৰে জৰা-ফুকা কৰা বেজ আৰু গাঁৱলীয়া ঔষধ ডাক্তৰি ঔষধতকৈ ভাল বুলি ভাবে, মৰিবৰ সময়ত ডাক্তৰক দেখুৱাই মাৰি ডাক্তৰে মাৰিলে বুলি কয়। ইয়াতো মানুহে এতিয়াও ব্যৱসায়তকৈ চৰকাৰী চাকৰি ভাল বুলি ভাবে, চাকৰিৰ কাৰণে পঢ়ে। ইয়াতো মানুহে সম্প্ৰদায় বা খেল বা পন্থৰ মাজত থাকিবলৈ নিৰাপদ হেন পায় আৰু তাৰে সুবিধা নেতাসকলে সুবিধা বুজি লয়। যৌনপ্ৰেমৰ বনৰীয়া শক্তি ইয়াতো গোহালিত বান্ধি থোৱা গৰু নহয়। অবৈধ আৰু অশ্লীল প্ৰেমমূলক ঘটনাবোৰ ইয়াত সকলোৱে নিজ বয়সৰ আৰু দলৰ মাজত মুখ বাগৰি জানি লোৱাৰ পাচত নজনাৰ ভাও ধৰি থাকে। আন সকলো ঠাইৰ দৰে ইয়াতো কাৰোবাৰ হঠাৎ উন্নতিয়ে বাকী বেছিভাগকে ঈৰ্ষান্বিত কৰে। ইয়াতো

মদ খোৱা মানুহ আছে, চোৰ আছে, নাৰীলৈ লোভ থকা পুৰুষ আৰু পুৰুষলৈ লোভ থকা নাৰী আছে। ইয়াত হোৱা বহুত কল তলৰ প্ৰেম-কাহিনীৰ চূড়ান্ত দৈহিকতাই উপন্যাস আৰু বোলছবিৰ বহুত নগ্নতাক ল'ৰা-ধেমালি বুলি উপলুঙা কৰিব পাৰে। একেলগে চাৰিজনী চাৰি ঠাইৰ তিৰোতা লৈ সুন্দৰ গোঁসায়ে 'ক্ৰীড়া' কৰোঁতে ঈৰ্ষাত মোহন ভকতে গাঁৱৰ ৰাইজক মনে মনে মাতি নি দেখুৱাই ধৰা পেলাই দিয়াৰ ঘটনাটো, জুমি চাই দেখা দৃশ্যৰ বিৱৰণটো, এতিয়া কেতিয়াবা ৰাতি ঘৈণীয়েকেহে গিৰিয়েকক 'পুৰুষত বিশ্বাস নাই'ৰ উদাহৰণ দিবলৈ কয়।

ভাৰতৰ আন বহুত ঠাইৰ দৰে ইয়াতো প্ৰতি মাহে বিয়াৰ ধুমধাম চলিয়ে থাকে। বিয়াতকৈ যেন আন কোনো ডাঙৰ দুঃসাহসিক কাম কৰিব নোৱাৰে! এইটো দুঃসাহসিক কামত ৰাইজে সমৰ্থন কৰে, আৰু সেই সাহতে এজনী ছোৱালীক এটা কোঠাত অকলে লগ পাবলৈ সাহ কৰে। তাৰ পাচত ল'ৰা-ছোৱালী হয়, বিশেষ কোনো যত্ন নোহোৱাকৈ চোতালৰ বনৰ দৰে ডাঙৰ হয়। ৰাজবাহৰতো আন গাঁৱৰ দৰে খেতিয়ক আছে। কোনোবা বহুত কবিৰ কবিতাত 'শুৱনি আমাৰ গাঁওখনি'ৰ বৰ্ণনা শুনি তেওঁলোকে ভাবে সেইবোৰ চাগৈ সত্য যুগৰ গাঁও । লোকগীতত তেজাল স্বাস্থ্যৱতী 'মোক খা মোক খা' গাভৰুৰ দেহ ভংগিমা আৰু চকিত চাৱনিৰ কথা পঢ়ি এই গাঁৱৰ ডেকা ল'ৰায়ো শৈতা-শীৰ্ণ বিষাদকাতৰ দুৰ্বল গাঁৱলীয়া গাভৰুৱে কেঁকোজেকোকৈ পানী কঢ়িয়াই নিয়া চাই ভাবে— এইবোৰ গীতত চাগৈ বোলছবিত দেখা গাঁৱৰ গাভৰুৰ কথা হে আছে। কুলি চৰাইক স্বাগতম জনাই লিখা কবিতা পুতেকে পঢ়ি কথা শুনি শুনি বাপেকে আমত পৰা কুলিলৈ দলিয়ায়— আমকিটা নষ্ট কৰে বুলি। কবিয়ে বৰ্ণোৱা চিৰ সেউজীয়া সুন্দৰ গাঁৱৰ উত্তেজনাহীন সীমাবদ্ধ জীৱনে গাঁৱৰ ডেকা-গাভৰুক চহৰৰ চিনেমা-ঘৰলৈ টানে। আঁকি থোৱা ছবিৰ দৰে পৰিৱৰ্তনহীন গাঁও হয়তো ছবি হিচাপে ভাল। কিন্তু তাত মৰাৰ দৰে জীয়াই থাকিবলৈ? বক্তৃতাত আৰু সাহিত্যত গঞা ৰাইজৰ শক্তিটো অলৌকিক আৰু অপৰাজেয় যেন লাগে। কিন্তু গাঁৱত সোমালে বুজা যায় — "ৰাইজৰ মাত" বুলি আমি বাহিৰত শুনা কথাবোৰ গাঁৱৰে দুজনমান বৰমূৰীয়া ক-ক-ম-ম শিকা মানুহৰ হে মাত। গঞা ৰাইজৰ সমূহীয়া শক্তিৰ মাত তাত নাই। সেয়ে বহুত নিজকে বিশিষ্ট বুলি চিনাকি দিব খোজো মানুহে গাঁৱত ঘৰ এখন ৰাখে — যাতে তেওঁৰ পাচত গাঁও এখন আছে বুলি গণতন্ত্ৰৰ যুগত নিজৰ গুৰুত্ব বুজাব পাৰে।

ভাৰতৰ আন গাঁৱৰ দৰে ৰাজবাহৰতো আৰ্থিক দুৰৱস্থাই ৰাজ্য বিস্তাৰ কৰিছে। নাঙল ঠেলি ঠেলি পথাৰত তেজ পানী কৰি ঘামেৰে সাৰ দিয়া খেতিয়কেও বুজি উঠিছে — যন্ত্ৰই এঘণ্টাত কৰা কামটো তেওঁলোকে এবছৰত কৰিছে। কুটীৰ-শিল্পৰ উন্নতি কৰাৰ নামত গাঁৱৰ মানুহক ঢেঁকী, বেতৰ সূত, খৰাহী-পাচি, কাঠৰ-নাঙল আদিৰ মাজত আমি যন্ত্ৰৰ চিন্তা কৰিব নোৱাৰাকৈ ভৰাই থৈছোঁ। কিন্তু তাৰ মাজতো কাগজে-পত্ৰে আন দেশত যন্ত্ৰৰ খবৰ পঢ়ি গাঁৱতো মানুহৰ দুৰ্বল লোভ জাগে। সেয়ে চুবুৰীয়া চহৰত দেখা অতি সাধাৰণ দুই এটা যন্ত্ৰইও মানুহৰ মন আকৰ্ষণ কৰে। সেয়ে গাঁৱৰ মুখিয়াল খেতিয়কৰ পুতেকে খেতি কৰাতকৈ মটৰৰ কাৰখানাত চাকৰি কৰিবলৈ আহে আৰু চহৰতে থাকি মাজে মাজে জোতা পেণ্ট-চাৰ্ট পিন্ধি গাঁৱলৈ গৈ গাভৰুহঁতক আচৰিত কৰি দিয়েগৈ! সাহিত্যত, গল্পত, কবিতাত গাঁও আজিও সুখ-শান্তিৰ প্ৰতীক। কিন্তু অকণমান লিখা-পঢ়া জনা মানুহেই আজি বিজ্ঞান আৰু যন্ত্ৰযুগৰ সামান্যতম পোহৰ পোৱা চহৰবোৰলৈ বাট লয়।

আজি বিনীতা কিবা হঠাতে একেবাৰে হতাশ হৈ গ'ল। গাঁৱৰ বিষয়ে ইমানখিনি কেতিয়াও নভবা কথা মনৰ পৰ্দাত কথাছবিৰ দৃশ্যৰ দৰে বাগৰি গ'ল। হয়, কথাছবিৰ দৃশ্যৰ দৰেই । ৰাজবাহৰলৈ অহাৰপৰা বিনীতাই কথাছবি দেখা নাই ; বৰুৱাই সেইবোৰ বেয়া পায়। ইমান দিনে বৰুৱাৰপৰা পাই অহা অৱজ্ঞা, সেই অৱজ্ঞা ঢাকিবলৈ চেষ্টা কৰি দুগুণে অসহ্য কৰা শাহুৱেকৰ মৰম, নাদৰ ভেকুলীৰ দৰে জীৱন, আদি সকলোবোৰেই জীৱনক সুহি সুহি খোৱা ৰাক্ষস যেন লাগিল। হঠাতে মনত পৰিল, কিছুদিন আগতে এদিন শাহুৱেকৰ লগত উকীলৰ ঘৰলৈ যোৱাৰ কথা। উকীলৰ গাভৰু জীয়েক মাইজনীৰ লগত কথা পাতি থাকোতে বিনীতাই কাষতে কিবাকিবি কৰি থকা মাইজনীৰ সৰু ভায়েকটোক লক্ষ্য

কৰিছিল। নাম তাৰ মন্টু। সি দেখোন সৰু ফটাকানি এখনেৰে চকীখন কোবাই, হাত মচি, পুনৰ ফটাকানিকণ জাপিকুচি জেপত ভৰাই জাপ মাৰি চকীখনত উঠিছিল । গল হেকাৰি এটা মাৰি থুই পেলাইছিল। আকৌ জাপ মাৰি নামি ডিঙিত হাতেৰে চুই কিবা এটা ঠিক কৰি লৈছিল। তাৰ পাছত বায়েকজনীলৈ চাই গ'ল হেকাৰি মাৰি সুধিছিল, "অ, আছেনে?" তাৰ পাচত বায়েকৰ ওচৰত বৈ কৈছিল, "বহক বুলি ক"। বায়েকে প্ৰথম বাৰ যা এইপাট বুলি ঠেলা মাৰি দিছিল আকৌ কেনকেনাই আহি দিগদাৰী কৰাত বায়েকে উপায় নাপাই 'বহক' বুলি কৈছিল। বায়েকে বহক বুলি কোবাৰ পাছত সি মুখখন বিকটাই কৈছিল, "কিনো বহিব? মই কাণ্ড দেখি অবাক হৈছোঁ।" তাৰ পাচত বাওঁফালে চাই কৈছিল, "ইহঁতক পঢ়িবলৈ লগাই নিদিয়ে কিয়? ল'ৰাবোৰ যে কি হৈছে, কি কম আৰু!" এইবুলি বায়েকলৈ কিবা এটা দিয়াৰ দৰে হাতখন আগবঢ়াই দিছিল। বায়েকে এইবাৰ খঙেৰে 'যা এইপাট' বুলি ঠেলি আঁতৰাই দিছিল। বিনীতাই আচৰিত হৈ চাই আছিল। ল'ৰাটোৰ মূৰৰ কিবা দোষ আছে নেকি ? সুধিয়ে পেলাইছিল বায়েকক। উপায় নাপাই মাইজনীয়ে কৈছিল, "নকব নবৌ, বৰ বদমাচ ই । আপোনাক দেখি তাৰ আলোক ককাইদেউলৈ মনত পৰিল। সেয়া সি আলোক ককাইদেউৰ ভাও দিছে। যাকে দেখে, তাৰে ভাও দিয়ে সি। আচলতে আৰু এটা কথা ; আলোক ককাইদেৱে সদায় পঢ়িবলৈ কয় কাৰণেও তাৰ খং।" কৈ উঠি মাইজনীয়ে হাঁহি দিছিল। লগতে বিনীতাইও হাঁহিছিল। আজি হঠাৎ ভাৱি চালে বিনীতাই সৰু সৰু ল'ৰাইও ৰাজবাহৰত আলোক বৰুৱাক ভেঙুচালি কৰে। চেঙেলীয়া ডেকাবোৰে সভা-সমিতিলৈ মাতিবলৈও এৰিছে। তেন্তে গিৰিয়েকক এই উঠি অহা ল'ৰাবোৰে পৰিত্যাগ কৰিছে? তেন্তে গিৰিয়েকক বুঢ়াসকলৰ লগলৈ ঠেলি দিছে ?

উশাহ নসলোৱাকৈ বিনীতা শোৱা-কোঠা পালেগৈ । আলোক বৰুৱাই একেদৰে পৰীক্ষাৰ বহী চাই আছিল। বিনীতাৰ সহ্য নহ'ল।

ঃ কিমাননো চাই থাকা সেই সোপা? —এই কিমাহে বিনীতাৰ সাহ বাঢ়িছে।

বহী চোৱাৰপৰা মূৰ তুলি অবাক হৈ বৰুৱাই বিনীতালৈ চালে। কলে ঃ "ইয়াৰ কাৰণে পোৱা পইচাখিনি অহালৈ তুমিয়েই অপেক্ষা কৰিবা।" বৰুৱাই বিনীতাক মনত পেলাই দিলে যে মাহৰ শেষত বিনীতাই সৰু-সুৰা অৰ্ডাৰ একোটা দিয়ে — দৰ্মহা পায়েই কিনি আনিবলৈ ।

সেইবোৰ কথা কিন্তু বিনীতাৰ কাণত নোসোমাল; বৰঞ্চ কিবা ভাবি হঠাৎ কৈ পেলালে ঃ 'আমি ইয়াৰপৰা যাওঁগৈ ব'লা ।'

ঃ কি হ'ল ? গাঁৱত ভাল নালাগে হবপায় ?

ঃ তোমাক ইয়াত সকলোৱে বেয়া পায়। কোনেও দেখিব নোৱাৰে।....

বৰুৱাই আচৰিত হৈ বিনীতালৈ চাই থাকিল।

ঃ সৰু সৰু ল'ৰায়ো তোমাৰ ভাও দি ভেঙুচালি কৰে।

ঃ তুমি কি কৈছা এইবোৰ। কি হ'ল তোমাৰ ?

ঃ মায়েও কয়-- তুমি কাৰো লগত মিলিব নোৱাৰা । মায়ে তুমি যোৱাৰ পাচতহে লুকাই চাহ অকণমান খায়। আনন্দই কোৱা কথাবোৰো বিনীতাৰ কৈ দিবৰ মন গৈছিল।

ঃ তুমি এইবোৰ....

ঃ তুমি কিতাপতে মূৰা সুমাই কিবা হৈ গৈছা । মোৰ কথাতো বাদেই, নিজৰ জন্মদাত্ৰী মাৰাৰ খবৰো তুমি নাৰাখা। নিজৰ ককায়েকজনে ইমান মৰম কৰে, অথচ তেওঁকো তুমি দেখিব নোৱাৰা ... ।

হুকহুকাই কান্দি দিলে বিনীতাই। বৰুৱা অবাক হৈ বৈ থাকিল।

ৰান্ধনিঘৰত বৰুৱাৰ মাত শুনি বিনীতাই কান্দোন বন্ধ কৰিলে। বৰুৱাই মাকক কোৱা শুনিলে, "বৰ পুতেকৰ লগ লাগি এইবাৰ মোৰ ঘৈণীজনীকো মোৰ শত্ৰু কৰিব খুজিছে.... ।"

বিনীতাৰ খণ্ডে মূৰৰ চুলি পালেগৈ। শাহুৱেকে নিশ্চয় ভাবিছে বিনীতায়ে কিবা লগোৱা বুলি। মাকৰ আগত সেই কথাকিটা কৈ নিজে বৰ মতা নোবোলোৱাকৈ থকা হ'লে কি সৰু মানুহটো হ'লহেঁতেন । বিনীতাইতো কেতিয়াও সেই অৰ্থত কোৱা নাছিল। পুনৰ বৰুৱা শোৱা কোঠালৈ আহিলতে বিনীতাই বৰুৱাক খণ্ডেৰেই সুধিলে —

ঃ মায়ে মোক এতিয়া কি ভাবিছে বাৰু ?

ঃ তোমাক কি ভাবিছে মোৰ দৰ্কাৰ নাই। মোৰ কাম মই কৰিম ।

ঃ তুমি... তুমি... তুমি... ভীষণ নিষ্ঠুৰ... অসহ্য.. উস্ ...

বিনীতা কান্দি কান্দি বিচনাত বাগৰি পৰিল। কান্দি কান্দিয়েই পুনৰ কলে— "তুমি অমানুহ — মানুহ নহয় .... "

"চুপ" বুলি বৰুৱাই বিনীতাৰ গালৰ ওচৰত চৰ মাৰিব খোজাৰ দৰে খন্তেক হাতখন ৰাখিলে ; তাৰ পাচত আগফাললৈ ওলাই গুচি গ'ল।

অবাক হৈ বিনীতাই কান্দোন বন্ধ কৰিলে। ❐❐

## ছয়

সৃষ্টিকাৰ্য্যই আবৰ্জনাও বঢ়ায়। যিমান ডাঙৰ সৃষ্টি, সিমান বেছি আবৰ্জনা। স্থপতিয়ে মূৰ্তি সাজোঁতে কটা শিলৰ টুকুৰাবোৰ আবৰ্জনা হৈ চাৰিওফালে পৰি থাকে। লেখকৰ পেলনীয়া কাগজেৰে ঘৰ ভৰে। শিল্পীৰ ৰঙ লাগি কাপোৰ-কানিও নষ্ট হয়। কিন্তু প্ৰকৃতিৰ সৃষ্টিত তাৰ ব্যতিক্ৰম। প্ৰকৃতিয়ে সৃষ্টিৰ লগে লগে আবৰ্জনা পৰিষ্কাৰৰ ব্যৱস্থাও কৰি গৈছে। পুৰণিক আঁতৰোৱাৰ ব্যৱস্থা কৰিহে নতুনৰ সৃষ্টি কৰে। তথাপি মানুহৰ অজ্ঞতাৰ অন্ত নাই, অজ্ঞতাই দিয়া অনিশ্চয়তাৰ ভাব আৰু তাৰপৰা হোৱা ভয়ৰ কাৰণে মানুহে পুৰণিকে ধৰি থাকে— পানীত পৰাৰ দৰে। এই পুৰণিৰ প্ৰতি আক্ৰোহ যিমানে বেছি হয়, নতুনৰ আগমন সিমানে লেহেমীয়া হয়। সেই একে কাৰণতে হয়তো অসময়ত মানুহে বিজ্ঞানৰ সত্য উদ্ধাৰৰ চেষ্টাক ভয় কৰি মানুহক বিজ্ঞানৰপৰা আঁতৰাই ৰাখিবলৈ পুৰাণৰ অলীক কাহিনীৰ সৃষ্টি কৰিছিল।

এইখন ৰাজবাহৰ গাঁও। ভাৰতৰ আন যিকোনো গাঁৱৰ দৰেই ইয়াতো পুৰাণ বা mythology সংস্কৰণৰ মানুহ আছে — যি নতুনক ভয় কৰে, যাৰ ধাৰণা যে অতীততই সৰ্বশ্ৰেষ্ঠ পণ্ডিতসকল উপজিছিল আৰু ক্ৰমাৎ প্ৰতি পুৰুষতে মানুহ মূৰ্খ হৈ আহিছে। তেওঁলোকৰ মৃত্যুৰ পাচতে পৃথিবীখন ৰসাতলে যাব বুলি তেওঁলোকে ভাবে। তাৰ ফলত প্ৰতিখন গাঁৱেই হৈ পৰিছে পুৰণিক ধৰি ৰাখিবলৈ চেষ্টা কৰা একোটা যাদুঘৰ হেন। ৰাজবাহৰো ব্যতিক্ৰম নহয়। কিন্তু সমাজত্যুত কৰিও বলীনক বশ মনাব নোৱাৰি; এঘৰীয়া কৰিও জনাৰ্দনক ডেকা দলৰ পৰা বেলেগ কৰিব নোৱাৰি,

মাস্টৰহঁতে প্ৰমাদ গণিলে। লাহে লাহে মানুহে বলীন আৰু জনাৰ্দনক হে ভাল বুলিবলৈ ধৰিলে। সমাজৰ ওপৰত উঠি থাকোঁতে তলিৰ সমাজখন কেতিয়া আঁতৰি গ'ল, মাস্টৰে গমকে নাপালে। নিয়ম-নীতি মানি সমাজৰ ওপৰত বহি থকা মাস্টৰ, বৰুৱা আদিক ঢুকি নোপোৱা প্ৰাণী বুলি গাঁৱৰ প্ৰায়বোৰ মানুহে তেওঁলোকৰপৰা আঁতৰি ফুৰিবলৈ ধৰিলে। মাস্টৰে ভয় খালে। এতিয়া তেওঁলোক হে নিজে নিজে এঘৰীয়া হ'ল নেকি ?

হঠাতে মটৰগাড়ী এখন আলোক বৰুৱাৰ ঘৰৰ আগত ৰলহি। বিকাশ গগৈয়ে বাটৰপৰাই চিঞৰি আহিল 'আলোক আলোক' বুলি। বিকাশ গগৈ বৰুৱাৰ সহপাঠী বন্ধু। সুন্দৰ মজবুত চেহেৰা, কেঁকোৰা চুলি, গাৰ ৰং সেন্দুৰ সনা হেন। বৰুৱাই বাৰাণ্ডালৈ ওলাই 'অ বিকাশ' বুলি হাঁহি এটা মাৰি আগবঢ়াই নিলে। "চাওঁ শকত হৈছ নে নাই" বুলি বিকাশে বৰুৱাৰ পিঠিতে ঢকা এটা মাৰিলে। বৰুৱাৰ পিঠি বেঁকা হৈ গ'ল। কিয় বিয়ালৈ নামাতিলি– কিয় এনেয়েও চিঠি-পত্ৰ নিদিয়, আদি বহুত প্ৰশ্ন বিকাশে কৰি গ'ল। চাহ বাগিচাৰ মেনেজাৰ বিকাশ গগৈয়ে কথা কওঁতে প্ৰায় চিঞৰি চিঞৰি কয়। "আৰু এটা কথা শুন" বুলি গগৈয়ে হাঁহি হাঁহি বাগৰি পৰা যেন হৈ ক'লে "কলেজত খবৰ কৰিলো তই নাই। তহঁতৰ গাঁৱৰে বুলি চিনাকি দিয়া ল'ৰা এটাক সুধিলো তই ঘৰতে আছ নে নাই, আৰু কলেজলৈ কিয়া অহা নাই। সি কলে— বোলে কিবা বিধবা বামুণীৰ ঘৰত অপকৰ্ম কৰিবলৈ গৈ ধৰা পৰি তই বোলে লাজতে ওলোৱা নাই। শুনিয়েই মই চিধা আহিছো। মই বোলো — আও, আলোকেও বিধবা বিচাৰি যাব পৰা হ'লনে? মনে মনে কলো —— চাবাইচ। কিন্তু তই বিয়া কৰাই সেইবোৰ কৰিছ, নে বিয়াৰ আগতে ?"

বৰুৱাৰ সকলো আনন্দ মুখৰপৰা নোহোৱা হ'ল। কি উত্তৰ দিব এতিয়া? কোন ল'ৰা সেইটো? বৰুৱাৰ অপ্ৰস্তুত অৱস্থা দেখি বিকাশে কলে ঃ আৰে, সঁচা হ'লেও সেইটো একো বেয়া কথা নহয়; বৰঞ্চ তোৰ পৌৰুষত্বৰ চিন হে। কিন্তু খুব সম্ভৱ মিছাই, কাৰণ তই সিমানখিনি কৰিব পাৰিবি বুলি মই বিশ্বাস নকৰোঁ। মিছা নহয় নে বাৰু কচোন ?

ঃ ঠিকেই ধৰিছ — তই ।

ঃ তেন্তে ? মাত এইবাৰ ঘৈণীয়েৰক । মোক চিনাকি কৰি দে। কাণৰ ওচৰলৈ মুখ নি সৰুকৈ কলে, "ভয় নাই, মই চকু নিদিওঁ । কলেজত তোক কৈছিলো অৱশ্যে, তোৰ ঘৈণীয়েৰক মই পলুৱাই নিম বুলি ; কিন্তু এতিয়া আৰু সেই প্ৰবৃত্তি নাই। পাৰিলে তিনিওটা ল'ৰা-ছোৱালীৰে সৈতে মোৰজনীহে কাৰোবাক দিব খোজোঁ।" গিৰ্জনি মাৰি হাঁহি দিলে বিকাশ গগৈয়ে ।

বৰুৱাৰ ইচ্ছা হৈছিল বিকাশ গগৈক বুজাই কয়—আচল ঘটনাটো কি আৰু সেয়ে গৈ কি ৰূপ লৈছেগৈ । সেয়ে মাত লগালে—

ঃ আচল কথাটো কি জান ?

ঃ কিহৰ আচল কথা?

ঃ তোক মোৰ বিষয়ে ল'ৰাটোৱে কোৱা...

ঃ বাদ দে, বাদ দে। মই তাক তাতে চৰ এটা মাৰি দিব খুজিছিলোঁ। কলেজৰ ভিতৰত কাৰণে বেয়া লাগিল।

হঠাৎ বৰুৱাই সাহ পালে। তেন্তে বৰুৱাৰো এনে বন্ধু আছে যাৰ শাৰীৰিক শক্তিক গাঁৱৰ দহটায়ো বলে নোৱাৰে। ভিতৰলৈ গৈ বিনীতাক মাতিলেগৈ বৰুৱাই। বিনীতাই সকলোবোৰ কথা ভিতৰৰপৰা শুনি আছিল। এই জন যেন অলপ বেলেগ মানুহ। বৰুৱাৰ ওচৰলৈ সাধাৰণতে অহা মানুহবোৰৰ নিচিনা যেন নহয়। বৰুৱাৰ পিচে পিচে বিনীতা ওলাই আহিল। গগৈয়ে থিয় হৈ নমস্কাৰ দিলে। কলে,

ঃ জানে মিচেচ বৰুৱা ; ক্লাচত ই মোৰ দাঁতিতে বহিছিল। অথচ বিয়ালৈকো নামাতিলে।

বিকাশ গগৈৰ অনুৰোধক্ৰমে বিনীতাও বহিল। হাঁহি-ধেমালি আৰু কথা-বাৰ্তাৰ মাজেদি আধা ঘণ্টা পাৰ হৈ গ'ল। কেবাবাৰো অনুৰোধ কৰোঁতেও বিকাশে চাহ নাখালে। শেষত আকৌ এবাৰ বিনীতাই অনুৰোধ কৰিলত কলে — "বেয়া নাপাব মিচেচ বৰুৱা। বাগিচাত দেহা ভাঙি খাটিব লাগে। ইহঁতৰ দৰে Intellectual levelত স্বৰ্গীয় আনন্দও বিচাৰিব নোৱাৰোঁ। গতিকে অকণ অকণ মদ খাওঁ । আমি বেয়া মানুহ। এতিয়াও খাই আহিছোঁ। তাৰ ওপৰত চাহে অপকাৰ কৰিব।" —আকৌ গিৰ্জনি মাৰি হাঁহি দিলে গগৈয়ে । গগৈ যোৱাৰ পাচতো এঘন্টামান আলোক বৰুৱা আৰু বিনীতাই গগৈৰ কথাকে পাতি থাকিল। নিৰানন্দময় ঘৰ এখনত খন্তেকৰ কাৰণে আহি বিকাশ গগৈয়ে যেন আনন্দৰ সোঁত বোৱাই থৈ গ'ল। বৰুৱাই গৰ্বেৰে কলে —

ঃ য'তে ত'তে মোৰ বন্ধু-বান্ধৱৰ অভাৱ নাই । কিন্তু প্ৰত্যেকেই বেলেগ বেলেগ কামত সোমাই পৰিছে। গতিকে দেখাদেখিয়েই নহয়।

ঃ ইমান ভাল মানুহ। তুমি আকৌ এইবোৰক এৰি মাস্টৰহঁতৰ নিচিনা বুঢ়াবোৰৰ হে লগ লোৱা ।

ঃ ই বিকাশ বৰ স্থূল মানুহ হে। খোৱা-পিন্ধা-ফূৰ্তি কৰাকে জীৱন বুলি ভাবে। মূৰত একো নাই। এইবোৰ লগ এনেকৈ এখন্তেকৰ কাৰণেহে ভাল।

হাতত থকা ঘড়ীটো চালে বৰুৱাই । পাঁচ বাজিবৰ হ'ল। মাস্টৰ পাবহিয়েই এতিয়া। বৰুৱাই পোচাকীসাজ পিন্ধিলে। বিনীতাই উমানতে ধৰিলে, মাস্টৰৰ লগত ক'ৰবালৈ যাব বুলি। বাধা দিয়াৰ অকণো ইচ্ছা নহ'ল বিনীতাৰ। কেইমিনিটমান কিবা গুপুত কথা পাতি মাস্টৰ আৰু বৰুৱা ওলাই গ'ল। আজি যাবৰ সময়ত বিনীতাক মাত লগাই যাবলৈও পাহৰিলে বৰুৱাই। বৰুৱা যোৱাৰ পাচত অকলশৰে আগফালৰ কোঠাটোত বহি থাকোঁতে কোনোবাই পিছফালৰ পৰা কুলকুলাই দিয়াত বিনীতা উচপ খাই উঠিল। ঘূৰি চাই দেখে— বৰ জাক মন্দিৰা ।

ঃ ইমান ভয় খালোঁ বাইদেউ। — মন্দিৰাক বহিবলৈ দি বিনীতাই কলে ।

ঃ ইমান আপোন পাহৰি বহি থাকিলে ভয় খাবাই । কোনফালে ওলাই গ'লনো আলোক?

ঃ মই নুসুধিলো — বিনীতাই চমুকৈ কলে ।

সন্ধিয়াৰ আন্ধাৰবোৰ আহি কোঠাৰ চুক আৰু মেজ— চকীৰ তলত সোমাইছিলহি। বিনীতাই সুধিলে — "লাইট জ্বলাই দিম নেকি ?"

ঃ নালাগে, এনেকৈ হে ভাল লাগিছে।

বহুত সময় দুয়ো নীৰব ।

ঃ এটা কথা কওঁ বিনীতা । তুমি কিন্তু মোৰে শপত কাকো নকবা । মই আনকি ৰাণাহঁতৰ দেউতাককে কোৱা নাই

অতি উৎকণ্ঠাৰে বিনীতাই মন্দিৰাৰ গা চুই শপত খালে।

আমাৰ চাকৰৰ ল'ৰাটোক কালি বোলে কেইটামান দুষ্ট ল'ৰাই কৈছিল— "তহঁতৰ প্ৰফেচাৰক সাৱধানে থাকিবলৈ কবি। গধূলি যেন ওলাই-মেলি নুফুৰে।" চাকৰৰ ল'ৰাও কম নহয়। ঘাঁহ কটা কাঁচি লৈ খেদি নিছিল বোলে। পিচে, গাঁৱৰ ল'ৰা অতি অসভ্য ; কিবা এবাৰ বেয়া কথা কলেও লাজটো আমাৰ হে হ'ব। গতিকে তুমি তেওঁক কিবা বুদ্ধি কৰি গধূলি ওলোৱাটো বন্ধ কৰিবা। মই কোৱা বুলি কলে তেওঁ জেদ ধৰি ৰাতি হে ফুৰিবলৈ ওলাব। কেতিয়াও নকবা। মাকো নকবা; মিছাকৈয়ে চিন্তা কৰিব।

বিনীতা নিমাত। গোটেই পৃথিৱীখন তেতিয়া অন্ধকাৰ হৈ আহিছে। লাহে লাহে কলে — "আজি যে ওলাই গ'ল?"

ঃ মই চাই আছিলোঁ; চহৰৰ ফালেই গৈছে। চাকৰৰ ল'ৰাটোক বীণাহঁতৰ বাপেকৰ ওচৰলৈ পঠিয়াই দিছোঁ—

নেওগৰ দোকান বা ঘৰাৰ ঘৰত বিচাৰি গাড়ীত লৈ আহিবলৈ কবলৈ। তুমি আকৌ চিন্তা কৰি নাথাকিবা।

ঃ নাই, নকৰোঁ।

বিনীতা-মন্দিৰাৰ নীৰৱতাৰ আগত সান্ধ্য প্ৰকৃতিৰ নীৰৱতাই হাৰ মানিলে; ক'ৰবাত জিলিয়ে চিঞৰি উঠিল। নামঘৰত ডবা কোবোৱাৰ শব্দ হ'ল। বিনীতা-মন্দিৰা উভয়ে কপালত হাত লগাই ভগৱানক স্মৰিলে।

গুৰুপদ নেওগৰ আজিকালি লোহা-লস্কৰ, খেতিৰ যন্ত্ৰ-পাতি আদিৰ ব্যৱসায়। বেচিবলৈ অনা প্ৰতিটো যন্ত্ৰ-পাতিকে তেওঁ ঘৰচীয়া জন্তুক চোৱাদি মৰমৰ চকুৰে চায়। এনেকুৱাকৈ সেই লোহাৰ যন্ত্ৰ-পাতিবোৰৰ ওপৰেদি হাত ফুৰায় — যেন কপাহ কোমল কোনোবা শিশুৰ দেহতহে হাত দিছে। নেওগে নিজেও কয় "এইবোৰ আমাৰ সন্তান, ইহঁতেই আমাৰ ভৱিষ্যত। ইহঁতক কামত লগালে হে ভগৱানে চকু মেলি চাব।" কেতিয়াবা কোৰ এখন, কেতিয়াবা কুঠাৰ এখন কিনিবলৈ অহা গাঁৱৰ মানুহক সেইবোৰ যন্ত্ৰ দেখুৱাই তাৰ উপকাৰিতা শতমুখে কয়। বহুতে ভাবে, বিক্ৰীৰ কাৰণে বখনা বুলি। আচলতে কিন্তু যন্ত্ৰক কামত লগাবলৈ আগবাঢ়ি অহা মানুহকো তেওঁ ভাল পায়। অলপ টকাৰ টান পৰি কিনিব নোৱাৰা মানুহক তেওঁ মাহে মাহে টকা দিবলৈ ৰচিদ লিখাই লৈ বাকীকৈ দিয়ে। ৰাজবাহৰৰ খেতিয়কক তেওঁ এটা ট্ৰেক্টৰ ভাৰাত দিবলৈ ললে— কোনেও নিকিনাৰ কাৰণে । তাৰ পাচত সমস্যা আহিল মাটি লৈ। একোখন পথাৰত সৰু সৰু একো টুকুৰাকৈ ৪০।৫০ ঘৰ মানুহৰ মাটি। ট্ৰেক্টৰেৰে হাল বাওঁতে মাটিৰ সীমাবোৰ ৰাখি যাব নোৱাৰি। শেষত বিচাৰি বিচাৰি ৮ ঘৰ খেতিয়কৰ মাটি থকা পথাৰ এখন পালে। দোকানৰপৰা গৈ ৰাতি ৰাতি তেওঁ সেই আঠ ঘৰৰ লগত বহি কথা পতিলে, মাটিৰ পৰিমাণ উলিয়াই শস্য হ'লে কোনে শতকৰা কিমান পাব হিচাব কৰি দিলে। সেই কিঘৰে সেইবাৰ মাটিত চৰকাৰী সাৰ দি ট্ৰেক্টৰেৰে খেতি কৰি ফচলো বেছি পালে আৰু কম সময়তে হোৱা কাৰণে আন আন কামত লাগিবলৈ সময় পালে। নেওগৰ আনন্দৰ সীমা নাই । নিজৰ ল'ৰা তিনিটাকো তেওঁ ইঞ্জিনিয়াৰিং, মেকানিক আদি পঢ়াইছে। সিহঁতক সদায় হাফপেণ্ট পিন্ধায়, কলাফুল সৰু হ'লে বেত খাবি বুলি কয়। গাঁৱৰ কোনো পূজা-সেৱা, সকাম-নিকামত নেওগে সময় খৰচ নকৰে। বিয়াত পইচা খৰচ হোৱাটো তেওঁ বেয়া পায়। ল'ৰা-ছোৱালীৰ বাপেক-মাকক কয় — "নিজ সন্তানৰ উপকাৰ কৰাৰ মন থাকিলে নগদ টকাটো বেংকত জমা দিয়াহঁক, নহ'লে কিবা এটা যন্ত্ৰ কিনি সিহঁতৰ উপাৰ্জন পথটো উলিয়াই দিয়াহঁক।" সকলোৱে নেওগক সমুখত 'দদাই' বুলি মাতিলেও পিচতে নুশুনাকৈ 'যন্ত্ৰ-দেৱতা' বুলি কয়। এইবোৰ কথা শুনি সকলোৱে হাঁহে। কিন্তু টকাৰ বল, শৰীৰৰ জোৰ আৰু সাহস এই এটাইকিটা আছে কাৰণে গাঁৱত কোনেও তেওঁক জোকাই নলয়। গাঁৱত পূজাত দিবলগীয়া চান্দাৰে তেওঁ গাঁৱৰে দুখীয়া ল'ৰা এটাক কিতাপ কিনি দিয়ে বা ফিজ দি দিয়ে। এইবোৰ কাৰণতে মাস্টৰহঁতে তেওঁক গাঁৱৰে বিশেষ কোনো সকাম-নিকামতে লেখত নধৰে, অথচ তেওঁৰপৰা জোৰ কৰি চান্দা উলিয়াবলৈও সাহ নকৰে।

নেওগৰ লোহা-লস্কৰৰ দোকানত বিভিন্ন কোৰ, কুঠাৰ, যন্ত্ৰ-পাতিৰ মাজত বিৰাট বপু লৈ বহি থকা শ্ৰেষ্ঠ যন্ত্ৰ হেন গুৰুপদ নেওগৰ ওচৰত আজি বৰুৱা, মাষ্টৰ আৰু উপেন উকীল বহি আছে। লোহাৰ যন্ত্ৰ আৰু কোৰ- কুঠাৰৰ মাজত যিমান সহজ হৈ নেওগ বহি আছে, সিমান সহজ হৈ মাস্টৰ-উকীল-প্ৰফেচাৰ বহিব পৰা নাই। তেওঁবিলাক যেন কিবা কাঁইটনিত পৰিছে। হালোৱা-হজুৱা মানুহবোৰৰ অহা-যোৱা কোনোবাখন কোৰ বা কুঠাৰ আনি তেওঁলোকৰ আগতে টেবুলত থোৱা, মাজে মাজে গ্ৰাহকৰ লগত নেওগৰ আগ-গুৰি নোহোৱা কথা-বাৰ্তা, আদিয়ে বিশেষকৈ আলোক বৰুৱাক আচৰিত কৰি দিলে। পৃথিৱীখনত মানুহ বাস কৰিবলৈ ইমানবোৰ কোৰ—কুঠাৰ লাগে বুলি তেওঁ কেতিয়াও কল্পনাও কৰা নাছিল।

এবাৰ মাজতে গ্ৰাহকৰ হেঁচা পাতলিলত নেওগে চুৰিয়াখন আঁঠুৰ ওপৰলৈকে কোঁচাই লেপেটা কাঢ়ি বহি, ওচৰতে থকা নতুন দাখনেৰে পিঠিটো খজুৱাই তিনিওলৈকে চাই কলে ঃ এতিয়া কোৱাহঁকচোন। বহুত সময় বহুৱাই থলোঁ তোমালোকক। (আন এফালে চাই) এই, কটা বন্দী, তামোল আনি দে খনচেৰেক। (মুখ ঘুৰাই) হেৰৌ সেই

বস্তাবোৰ নতুন মেচিনটোৰ ওপৰত থৈছ কেলেই গৰু? .. কিবা কামতে আহিছাহঁক নিশ্চয়। ... চাওঁ বুদাই, তই সৌ গ্ৰাহকৰ ওচৰলৈ যাচোন; যা বেগেতে, হিচাপ পিচত লিখিবি।

ঃ তুমি ইমান ব্যস্ত ; কিনো কথা কম ?

ঃ এ, ব্যস্ত নুবুলিবা। এয়া একো নহয়। কেতিয়াবা উশাহ্ লবলৈকে সময় নাপাওঁ। আমাৰ মানুহবোৰে লাগে লাহে বুজি আহিছে, বুজিছা? সিদিনা টিয়কৰ এজনে আহি সুধিছে, ধান দাবলৈ কিবা যন্ত্ৰ নাপায়নে? মই কিবা নাপায় বুলি কমনে? লিখিছোঁ কলিকতালৈ। দেখিছা, মানুহে কিমান দূৰ ভাবিব পৰা হৈছে ? ... কি হ'ল তেওঁ একো নললে দেখোন।

ঃ তেওঁ কাঠৰ নাঙল বিচাৰিছিল ।— বুদায়ে কলে ।

ঃ হঁ। নকলি কেলেই যে সোপাকে কাঠৰ নাঙলেৰে আমাৰ আগৰ পুৰুষৰ বুঢ়া সোপাক খৰি দিলো। বাৰু, এতিয়া মই এওঁলোকৰ সৈতে কথা হওঁ । তইঁতে চাবি । ... বাৰু, কোৱাচোন মাস্টৰ।

কথাটো আৰম্ভ কৰা বৰ টান ; বিশেষকৈ এই পৰিবেশত । তথাপি মাস্টৰে, আৰু মাজে মাজে উকীল আৰু বৰুৱাই একোষাৰ কৈ বুজাই দিলে যে গাঁৱৰ ল'ৰামখাৰ বৰ উৎপাত হৈছে, বাটতো মানুহক অপমান কৰে, অসভ্যৰ দৰে জোকায়। নীচ জাতৰ মানুহৰ ল'ৰা, সেইবোৰৰ লগত টান কথা কৈ বা চৰ এটা মাৰি নোৱাৰি। ক'ৰবাত নিজে হে অপমান পাব লাগিব। গতিকে উকীলৰ সৈতে পৰামৰ্শ কৰি ৰাজহুৱা শান্তি ভঙ্গ কৰা বুলি সিঁহতৰ কেইটামানক কিছুদিনলৈ জেল খুউৱাৰ ব্যৱস্থা কৰা হৈছে। ৰাইজ একমত হৈছে, সকলোৱে যি পাৰে ধন দিবলৈ গাত লৈছে। সাক্ষীও পোৱা গৈছে। এতিয়া তালৈকে অলপ বেছিকৈ ধন দি নেওগেই এক নম্বৰ দাতা হ'ব লাগে। এই কথাখিনিকে ঘূৰাই-পকাই নানা প্ৰকাৰে কওঁতে, মাজে মাজে মন বুজি নেওগে আগেয়ে স্কুললৈ, দলং সাজিবলৈ, টকা দিয়াৰ প্ৰসঙ্গ উল্লেখ কৰি কওঁতে প্ৰায় আধা ঘন্টা লাগিল। এইবোৰ কথা ওলোৱাৰ আগলৈকে আনন্দময় হৈ থকা নেওগৰ মুখখন কঠোৰ হৈ আহিল। মাস্টৰহঁতে কথা শেষ কৰাৰ পাচতো বহুত পৰ মনে মনে থাকিল। মাস্টৰে তেনেতে লাহেকৈ কলে "তোমাৰ অসুবিধা আছে যদি জোৰ নকৰোঁ। মাত্ৰ দিম বুলি কোৱা ; আমি পাচে-পৰে নিলেও হ'ব। তোমাকে বাটত কোনোবা এটাই অপমান কৰে যদি কাইলৈ, ভাল পাবা জানো?"

এটা হুমুনিয়াহ কাঢ়ি নেওগে মাস্টৰৰ ওচৰলৈ মুখখন নি তীক্ষ্ণ দৃষ্টিৰে মাস্টৰৰ চকুলৈ চাই সুধিলে—

ঃ কোৱাচোন মাস্টৰ, সেইবোৰ কাৰ ল'ৰা ?

ঃ বেছি ভাগেই নৈৰ পাৰ আৰু সোণ-খোৱাৰ....

ঃ ৰবা। তোমালোকেই মহাত্মা গান্ধীৰ ওচৰত এই সোপাই গোটাই এখন গাঁও বুলি কৈছিলাগৈ নহয়? এতিয়া নৈৰ পাৰ, সোণ-খোৱা চুক গাইছা কিয়? সেইবোৰ ৰাজবাহৰৰে ল'ৰা তেন্তে।

ঃ ঠিকেই কৈছে। হয় — উকীলে মাত লগালে।

ঃ ৰবা হে উকীল। তোমাকনো কোনে পেকপেকাবলৈ কৈছে ? মই মাস্টৰকহে সুধিছোঁ। .....হেৰি নহয় মাস্টৰ, ৰাজবাহৰৰে ল'ৰা যেতিয়া তোমাৰ, মোৰ, আমাৰ চুবুৰীয়া, আমাৰ চিনাকি আৰু অঙহী-বঙহীৰে ল'ৰা। সিহঁতক একোটা টান মাতেৰে এসপ্তাহলৈ উঠ-বহ কৰাব পাৰি। সেই পেটুকণা ল'ৰাকেইটা ওপৰত মোকৰ্দমা তৰিবলৈ তোমালোকক কোনে বুদ্ধি দিছে ওঁ ?

ঃ শাসনৰ বাহিৰ হৈছে কাৰণে হে'তাকে ভবা হৈছে ।

ঃ বলাইকচোন মোৰ লগত। গাঁৱৰ কোনাটাৱে জোকায় মই চাওঁ ।

ঃ তোমাক ভয় কৰে অৱশ্যে ....

ঃ তোমাকনো নকৰিব কেলেই ? নিশ্চয় নিজে অপমান পোৱা কাম কৰিছা। অ', তোমালোকে বিধবা এজনীকো শান্তিত থাকিবলৈ নিদিয়া, অথচ নিজক শান্তি লাগে? কি দৰকাৰ তোমালোকৰ ? নিজে মন নাযায় তাত নাখাবাগৈ । সেইবুলি আনক বাধা দিবলৈ তুমি কোন ?

মাস্টৰহঁত নিমাত ।

ঃ শুনা মাস্টৰ, আৰু উকীল, আৰু হেৰ' আলোক, তোকো কৈছোঁ। মান বচাই চলিব খুজিলে এইবোৰত নাক সুমাই ফুৰিবলৈ বাদ দিয়াহঁক। তেতিয়া ল'ৰাহঁতক মই একেটা ধমকিতে ঠাণ্ডা কৰি দিম । বৰ বেছি লাগে যদি দুটামানক একোটাকৈ কাণতলীয়া চৰ শোধালেই হ'ব। আৰু তাকে নকৰাহঁত যদিও মোৰ আপত্তি নাই। সেইবুলি এনেকুৱা কামত ভৱিষ্যত ধন বিচাৰি আহিলে মই তোমালোকক ৰাস্তাই পছখেদা দিম। টকা দিম, কোনোবা ল'ৰাক দেশে-বিদেশে পঢ়াবলৈ ধন বিচাৰি আহা, গাঁৱত এটা ট্ৰেক্টৰ কিনিবলৈ চান্দা বিচাৰা, টিউবৱেল বহুৱাবলৈ চান্দা বিচাৰা, নিশ্চয় দিম। এতিয়া যোৱাহঁক। ... এই, দুৱাৰবোৰ বন্ধ কৰ। সময় হ'ল। বজাৰ কৰিলিনে? গাড়ীখন দেখোন এতিয়াও নাহিল।

মাস্টৰহঁত ওলাই আহি দেখে বাহিৰত আনন্দ। আনন্দয়ে প্ৰথম মাত দিলে— "মাস্টৰ দেখোন? মই অলপ বজাৰ কৰিবলৈ এই ফালে আহিলোঁ। এতিয়া পিচে..."

ঃ এতিয়া ঘৰলৈ ।

ঃ উঠক তেন্তে জিপতে।

মন্দিৰাই পঠোৱা চাকৰে আহি দিয়া খবৰৰ পাচত আনন্দ বাহিৰতে বৈ আছিলহি। উপায় নাপাই লগতে আলোক বৰুৱাও উঠিল। নহ'লে ককায়েকৰ গাড়ীত তেওঁ পৰাপক্ষত নুঠে। কাঠ-ইটা কঢ়িয়াই ফুৰা কনট্ৰেক্টৰৰ জিপত উঠিবলৈ তেওঁ লাজ পায়।

নিশা বিনীতাই অতি অনুনয়েৰে কলে ঃ –

ঃ আগেয়েতো তুমি ৰাতি ফুৰিবলৈ নোযোৱা । আনকি ৰাতি ফুৰিবলৈ ওলোৱাটো বেয়া কাম বুলি কোৱা। আজিকালি কিয় যোৱা ?

ঃ কাম আছিল কাৰণ হে ।

ঃ দিনত কৰিলে নহয় ?

ঃ হোৱা হ'লে নগলোঁহেঁতেন ।

ঃ গাঁওখনৰ কথাবোৰ মই কিবা কিবা পাইছোঁ । ৰাতি ওলাব নলগীয়া কৰি লবাচোন— যদি সম্ভৱ হয় ।

বৰুৱাই মুখেৰে নামাতিলে। কিবা আশংকা কৰি বিনীতাইঁতেই ককায়েকক পঠিয়াই দিছিলনেকি — আজি তেওঁক লৈ আহিবলৈ ?

ঃ কোৱা আকৌ নোযোৱা বুলি।

ঃ ৰবাচোন, অলপ ৰেস্ট লবলৈ দিয়া। – বৰুৱাই প্ৰায় ভেকাহি মৰা সুৰত ক'লে।

পোহৰ বিচাৰি হাবাথুৰি খাই কেবাবাৰো বেৰে-চালে খুন্দিয়াই ফুৰা গুবৰুৱা এটা সশব্দে মাটিত সৰি পৰিল। কিবা আশংকাত ক'ৰবাত কুকুৰ এটাই ৰাউচি জুৰি চিঞৰি উঠিল। বিনীতাক অকলে পাই টোপনিয়ে বুকুত সুমাই ললে।

## সাত

প্ৰকৃতিত নিষ্ঠুৰতা আছে — দুখ লগাকৈ। ৰুণ দি দি জেঠৰ গধুৰ দুপৰীয়াক গুণ টানি নিয়া কপৌ চৰাইটো নিশকতীয়া হ'লে ক'ৰবাত আও মৰণে মৰেগৈ। দুষ্ট বুদ্ধি কামত লগাই ধৰফৰাই ফুৰা কাউৰীজনী অৱশ হৈ পৰিলে লগৰ কাউৰীয়েই খুঁটিবলৈ আৰম্ভ কঁৰে। মৰি যোৱা গছজোপাৰ কাৰণে ওচৰৰ বন এডালেও বেজাৰ নকৰে। হয়তো নতুন সৃষ্টিৰ প্ৰয়োজনতে প্ৰকৃতিৰ এই নিষ্ঠুৰতা। ছবিক তুলি ধৰিব নোৱাৰা ৰংখিনিৰ কাৰণে বেজাৰ কৰি শিল্পী জানো বৈ থাকে? —বৰঞ্চ তাৰ ওপৰত সবল ৰং সানি দুৰ্বল ৰঙক কবৰ দিয়ে। গাঁৱৰ সৃজনধৰ্মী-শিল্পীমনে বৰুৱাক দুৰ্বল ৰঙৰ দৰে অৱহেলা কৰিবলৈ ধৰিলে।

কলেজলৈ যাওঁতে-আহোঁতে ল'ৰাহঁতৰ বিদ্ৰূপ-ইতিকিং শুনি শুনি বৰুৱাৰ সহ্য নোহোৱা হ'ল। গাঁৱত কাৰো ঘৰলৈ যাবলৈ ঠাই নাইকিয়া হ'ল। বৰুৱাই আকৌ ছুটী ললে।

ইতিমধ্যে গাঁৱত 'ফ্লু' বেমাৰে বেয়াকৈ দেখা দিলেহি। সদায় সাধাৰণতে 'পানী লগা জ্বৰ' নামেৰে জনা এই বেমাৰেই ইমান মাৰাত্মক ৰূপ লোৱা দেখি মানুহ অবাক হ'ল। আনন্দ বৰুৱাৰ ডাঙৰ ছোৱালীজনীৰে প্ৰথমতে হ'ল। তাৰ তিনি দিনৰ পাচত দ্বিতীয়জনীৰ। আলোক বৰুৱাৰ মাক ৰাতিও নাতিনীয়েকহঁতৰ ওচৰতে থাকেগৈ। বৰুৱাই ভয় খালে। ঘৰত ধূপ-ধুনা লগোৱাৰ ব্যৱস্থা কৰিলে। এদিন পুৱাই চহৰলৈ গৈ বহুত কিবাকিবি প্ৰতিষেধক দৰব কিনি আনিলে। বাৰে বাৰে বিনীতা আনন্দৰ ঘৰলৈ গৈ থকা দেখি ধমকি দিলে। বিনীতাই আচৰিত হৈ কলে —

ঃ ককায়েৰাৰ ল'ৰা-ছোৱালীৰ অসুখ । তুমি ঘৰতে আছা যেতিয়া তুমিও যাবহে লাগে। মোকো দেখোন ঘৰলৈ যাবলৈ বন্ধ কৰিছা? মানুহৰ ঘৰলৈ বিপদৰ সময়ত নগলে কেতিয়া যাবা ?

ইতিমধ্যে মাক আহিছিল। বৰুৱাই মাকক ক'লে, "তহঁতৰ সৈতে মই তৰ্ক কৰি থাকিব নোৱাৰোঁ। সেইবোৰ সোঁচৰা বেমাৰ। দৰকাৰ হ'লে নাৰ্চ আনি ৰখাৰ পইচা আছে তাৰ। তহঁতে বেমাৰ আনি মোকো জুলুমত নেপেলাবি ।"

মাকৰ খং উঠিল। কলে, "আমি মৰিলে মৰিম। তোক চাবলৈ কোৱা নাই। তই নিজে খুপৰীতে সোমাই থাক।" —কৈ মাক গুচি গ'ল ।

তাৰ মানে 'আমি' মানে বিনীতা আৰু মাক একগোট হৈছে! অন্তত নিজৰ ঘৈণীয়েকজনীৰ ওপৰতো বৰুৱাৰ কৰ্তৃত্ব নোহোৱা কৰিব খুজিছে! ঘৰে-বাহিৰে কেৱল শত্ৰুৱেই হৈছে!

ভাবি ভাবি বৰুৱা বহি আছিল। সৰু পুতেকক টান কথা কৈ আহি মাকৰ বেয়া লাগিল। পুনৰ ঘূৰি আহি কিবা এটা বিচৰাৰ ছলেৰে আগফালৰ কোঠালৈ গৈ আলোক বৰুৱাক কলে —

ঃ মই বা বিনীতাই তাৰ পৰা আহিয়েই হাত-মুখ ধুই কাপোৰ—কানি সলাই পেলাওঁ। তই ভয় কৰিব নালাগে। যি অমূৰ্তক জ্বৰ ছোৱালী কিজনীৰ ; কেঁকাই থকা দেখিলে এৰি আহিবৰে মন নাযায়। আনন্দ আৰু মন্দিৰাও বেঙ্চ হৈ পৰিছে ।...

বৰুৱাই মুখেৰে একো নামাতিলে।

তাৰ চাৰি দিন পাচতে বৰুৱাই চহৰত ভাড়া ঘৰ ঠিক কৰি গাড়ী এখন আনি নিজৰ মালবস্তু তোলাবলৈ ধৰিলে। বেমাৰীৰ ওচৰৰপৰা মাক আৰু বিনীতা দৌৰি আহিল। কি হ'ল? খুব সহজভাৱে বৰুৱাই কলে, চহৰত ভাড়া-ঘৰ লোৱা বুলি। মাক থৰ লাগিল। বৰুৱাই বিনীতাক ওলাবলৈ কলে। মাকে হুকহুকাই কন্দা দেখি বিনীতাই শাহুৱেকৰ ওচৰতে বহি চকুপানী মচি দিলে। বৰুৱাই খঙেৰে কলে, "ইয়াতে থাকিবা নে মোৰ লগত যাবা ?"

অগত্যা শাহুৱেকক সেৱা কৰি বিনীতাই গিৰিয়েকৰ পাচ ললে । স্কুলৰ ল'ৰাবোৰে ক্লাচৰ পৰাই জুমি জুমি চালে। মাকে আকৌ এবাৰ শেষত কলে — "হেৰ বধ শপত দিছোঁ, নাযাবি ।" বৰুৱাই কলে, "বৰপুতেৰৰ লগতে সুখত থাকিব পাৰিবি। থাক।" ঘৰটোত তলা লগাই চাবি এটা মাকৰ হাতত দি দিলে। নিজৰ ঘৰৰ বাৰাণ্ডাৰপৰা মন্দিৰাই করুণ চকুৰে চাই ৰ'ল। গাড়ীত উঠি বিনীতা চেপি ৰখা খঙৰ উত্তেজনাত ক্লান্ত হৈ গাড়ীৰ চিটত ধাঁচ কৰে পৰি গ'ল। বৰুৱা নিৰ্বিকাৰ।

ৰাজবাহৰৰ ৰাইজ আচৰিত হ'ল। গুৰিৰ ঘটনাটো উদ্ধাৰৰ চেষ্টাত মন্তব্যবোৰ উফৰি ফুৰিল—

ঃ আমাৰ প্ৰফেচৰৰ বিদ্যা মূৰত উঠিলগৈ ।

ঃ তিৰোতাৰ বুদ্ধি শুনিলে ।

ঃ শাহুৱেক-বোৱাৰীয়েকৰ চুলীয়াচুলি লাগিল।

ঃ গাঁৱত প্ৰতিপত্তি হেৰোৱাত চহৰত বিচাৰি গৈছে ।

ঃ গাঁৱত থাকিলে সন্মান নৰয় চাগৈ ।

ঃ চহৰীয়া ঘৈণীয়েক গাঁৱত থাকিব নোৱাৰে ।

ঃ মাকে ভাগৰ খোৱা যেন পালে।

ঃ টকাৰ গৰম হৈছে বোধকৰোঁ । শহুৰেকে দিছে চাগৈ ।

ল'ৰাবোৰে কলে ঃ আমাৰ ভয়তে পলাল ।

বৰুৱা যোৱাৰ দিনাৰপৰা বৰুৱাৰ ঘৰ খালী। মাক আনন্দৰ লগলৈ আহিল। গধুলি আহি কাণ্ড শুনি ককায়েকে কলে, "সি তেনেকুৱাই ; বেমাৰলৈ বৰ ভয় কৰে। আকৌ ঘূৰি আহিব।"

ইঘৰ-সিঘৰৰ মানুহ আহিবলৈ ধৰিলে — খবৰ কৰিবলৈ, আৰু লগতে বৰুৱা যোৱাৰ আচল কাৰণটো বুজিবলৈ। মাকে ফাকি দিলে। কলে ঃ "অহা-যোৱা কৰোঁতে অসুবিধা পায় কাৰণে কলেজৰ ওচৰতে ভাড়া-ঘৰ এটা পোৱাত আমিয়ে যাবলৈ কলো।" ককায়েকে তেনে প্ৰশ্নৰ উত্তৰত হাঁহি হাঁহি কলে ঃ "ককাই-ভাই দূৰে দূৰে থাকিলে বোলে আকৰ্ষণ বেছি হয়। প্ৰমাণ চাব খুজিছোঁ।"

কিন্তু, মানুহক কওঁকে তেনেকৈ কলেও, ককায়েক আনন্দই সঁচাকৈ বৰ দুখ পালে। নিজৰ ছোৱালী কিজনীৰ অসুখত ঘৈণীয়েক-মাকক আহিবলৈ বাধা দিয়াত তেওঁ দুখ পোৱা নাই; বেমাৰলৈ ভয় কৰা মানুহে তেনেকুৱা কৰিবই।

ক'ত আছে— বেমাৰলৈ ভয় কৰি বেমাৰী বাপেক-মাকৰ ওচৰলৈ নোযোৱা এনে মানুহ। আচলতে দুখ পাইছিল মাকক সেইদৰে এৰি যোৱাৰ কাৰণে। আলোকৰ কাৰণে সৰুৰেপৰা মাকৰ বৰ মৰম। তাৰ কোনো দোষকে মাকে দোষ বুলি নাভাবে। আনকি এতিয়াও তাক সৰু ল'ৰা বুলি ভাবি থাকে। সেয়ে আনন্দৰ লগত থাকিলে বেছি সুখত থাকিব পাৰে যদিও, বুঢ়ী সদায় আলোকৰ লগত থাকে। সেই মাকজনীক এনেকৈ টান কথা কৈ সি বাৰু শুচি যাব পায়নে? কি পঢ়িলে সি স্কুল-কলেজত। খঙতে ৰাতি ঘৈণীয়েকক কলে — "চৰ দুপাটমান মাৰি চোঁচোৰাই আনোঁগৈ নেকি ?"

মন্দিৰা মাটি হেন মানুহ। কলে, "কি দৰকাৰ? এনেয়েও গুচি আহিব তেওঁ। ক'ত অকলৈ থাকিব পাৰিব? তাতে গাঁৱৰ ল'ৰাবোৰ যিমান হে অসভ্য হৈ আহিছে। বাটত যাওঁতেও তেওঁক জোকায় বুলি শুনিছোঁ। দুদিনমান আঁতৰি থকা ভাল হে হ'ব।"

ঃ গাঁৱৰ ল'ৰাই তাক কিবা ভয় খুৱাইছে নেকি ? সেই কাৰণেই তুমি সেইদিনা ৰাতি তাক গাড়ীৰে লৈ আহিবলৈ মোক কৈ পঠিয়াইছিলা নেকি ? কোন সেইকেইটা কোৱাচোন; চাই লওঁ সিহঁতক এবাৰ।

ঃ নহয়, আলোকক একো কোৱা নাই। কিন্তু মাস্টৰক ওলাব নোৱাৰা কৰিছে। আজি মাস্টৰক কৰিলে, কাইলৈ আলোককো কৰিব পাৰে। একেলগে ফুৰে কাৰণেই মানুহে সুবিধা ল'ব পাৰে। আজিকালি নো কি ? -ভয়তে মন্দিৰাই ফাকি দিলে।

ঃ এৰা হে দেও । মাস্টৰহঁত যে আৰু কি কামবোৰত লাগি ফুৰেগৈ । নিজৰ অসম্মান নিজে খুজি লয়। —একো নভবাকৈ কথাকেইটা কৈ আনন্দইও ভাবি চালে, এইবোৰ কথা তল পৰালৈকে দুদিনমান আঁতৰি থকাটো ভালেই হ'ব।

গাঁৱৰ মানুহে মুখে মুখে বগৰাই ফুৰা মন্তব্যবোৰে আলোক বৰুৱাৰ মাক—নবৌৱেক ককায়েকৰপৰা কোনো সত্য উদ্ধাৰ কৰিব নোৱাৰিলে। "আমাৰ ভয়তে পলাল" বুলি ডেকামখাই জোৰ কৰি কোৱা কথাটোকে বহুতে লাহে লাহে বিশ্বাস কৰিবলৈ ধৰিলে। ডেকামখাৰ মতে ঃ সিহঁতে মিটিঙলৈ নমতাত বৰুৱাই অপমান পালে। আচলতে তেওঁৰ এটা ডাঙৰ ভেম আছিল, তেৱেঁই গাঁৱৰ সৰ্বেসৰ্বা বুলি। সকলোৱে মুৰৰ ওপৰত উঠি ডাঙৰটো হৈ থকাৰ 'বামুণ-বুদ্ধি' সিহঁতে ধৰা পেলোৱাত শিয়ালৰ দৰে পলাল বেচেৰা।

বামুণ-বুদ্ধি ? ... আন সকলো গাঁৱৰ দৰে ৰাজবাহৰতো জাত-ধৰ্ম-সম্প্ৰদায়ৰ বাচ বিচাৰটো নিতান্ত নিজ ধৰ্ম-সম্প্ৰদায়ৰ প্ৰতি অতিপাত আনুগত্যৰ চিন নহয়। একোটাইঁত বিক্ষোভ বা বিতৃষ্ণাৰ পাত্ৰটোক কুৎসিৎ কৰিবলৈ ৰহন সানিবলৈকে, আৰু তাকে কৰি তাৰ বিপক্ষে জনসমৰ্থন গোটাবলৈকো, সময়ে সময়ে জাত-ধৰ্মৰ নাম লোৱা হয়। আলোক বৰুৱাক এনেয়ে 'বামুণ' বুলি কোনেও গালি নাপাৰে। বৰুৱাৰ শিক্ষাৰ ভেম আৰু মই-বৰ ভাবেই তেওঁক গাঁৱত অপ্ৰিয় কৰিলে আৰু সেই বিতৃষ্ণা বেছি প্ৰকট কৰিবলৈকে 'বামুণ' বুলিও বিতৃষ্ণা প্ৰকাশ কৰিলে। এনেকুৱা সত্য সকলো ঠাইৰ গঞাই ৰাইজে জানে। এনে কথা শুনিও কোনো বামুণে মুখ পাতি নধৰিলে। কাৰণ তেওঁলোকো বৰুৱাৰ নিজা প্ৰতিপত্তিৰ ঈৰ্ষাত জ্বলি আছিল কাৰণে ভালেই পালে। দুই এক বামুণে কোৱাকুই কৰিলে — "ক'তা আমিও দেখোন বামুণ ; আমাকতো কোনেও 'বামুণ' বুলি গালি পৰা নাই। দোষ দেখিলে হে মানুহে পিচ লয়।" একেদৰেই "সকলোৱে ভাল পোৱা" হাফিজ ডাক্তৰক বলীনৰ মীনাৰ লগত বিয়া হোৱা ঘটনাটোৰ পিচত "মুছলমান গুণ্ডা" বুলি কৈছিল। এই প্ৰসঙ্গই বেচ কিছুদিন ৰাজবাহৰৰ বিয়নী মেল, সবাহ-শৰাধ আৰু দোকান-পোহাৰত আলোচনাৰ বিষয় হৈ থাকিলহেঁতেন।

কিন্তু —

ৰাজবাহৰত দেখা দিয়া 'ফ্লু' বেমাৰে বিৰাট মহামাৰীৰ আকাৰ ললে। কেবাটাও ল'ৰা-ছোৱালী মৰিল। বেমাৰ ভাল হোৱাবোৰেও বহুদিনলৈ থিয় হোৱাৰ শক্তিকে নোপোৱা হ'ল। একোখন ঘৰত সকলো বিচনাত পৰি মুখত পানী

দিবলৈও মানুহ নোহো হ'ল। ঘৰে ঘৰে বেমাৰী। ইঘৰে সিঘৰক খবৰ কৰিবলৈও সময় নোহোৱা হ'ল। চহৰৰপৰা ডাক্তৰ আনিলে প্ৰতিবাৰত ৮।১০ টকাকৈ পৰে। দুই একে দুই এবাৰ আনিলে। শেষত সকলোৱে হাফিজ ডাক্তৰৰ ওপৰতে নিৰ্ভৰ কৰিবলগীয়া হ'ল। হাফিজ ডাক্তৰে ৰাতিও চাৰি ঘন্টা শুবলৈ নোপোৱা হ'ল। তেওঁৰ ঘৰটো ডিস্পেন্সৰি যেন হ'ল। অকল ৰোগী চালেই নহয়, ঔষধো দিব লাগে। হাফিজ ডাক্তৰে ঘৰতে কম্পাউণ্ডাৰ ৰাখি ঔষধ তৈয়াৰ কৰি দিয়াৰ ব্যৱস্থা কৰিলে। পইচা ? "এই দুটকা লোৱা, বাকী আঠ টকা পিছে-পৰে দিম। মোৰ বিপদবোৰ দেখিছা নহয়।" এই সময়ত গাঁৱৰ মানুহৰ মাজে মাজে মনত পৰিল—বলীন ডাক্তৰ যদি এতিয়া থাকিলহেঁতেন! এতিয়া আৰু হাফিজ 'মুছলমান' নহয়; এতিয়া তেওঁ ডাক্তৰ—জীৱন-দান দিওঁতা ; এতিয়া তেওঁ সকলোৱে ঘৰতে সমানে সমাদৃত। মাস্টৰৰ ঘৰত, উকীলৰ ঘৰত আদৰ-যত্ন অলপ বেছিহে। এতিয়া সকলোৰে কাৰণে হাফিজ একো ধৰ্ম নোহোৱা ডাক্তৰ ; হাফিজ যে মুছলমান, সেই কথাটোকে যেন বহুতে পাহৰি গ'ল।

আনন্দ বৰুৱাৰ ছোৱালী কিজনীৰ এতিয়াও ভাল হোৱা নাই। অমূৰ্তক জ্বৰ, এই যেন কিবা হয় এই যেন কিবা হয় অৱস্থাত মাক-বাপেকহাল দিনটো ছোৱালী দুজনীৰ ওচৰত। বুঢ়ীমাকে খোৱা-শোৱা এৰি ধৰফৰাই কেতিয়াবা গোসাঁই-গোঁসানীক পূজা দিবলৈ আগ কৰে, কেতিয়াবা পুতেক-বোৱাৰীয়েককে কিবা একোটা নি জোৰকৈ খুৱায়, কেতিয়াবা ৰোগিণীৰ কপালত চন্দন অকণমান সানি দিলে, কেতিয়াবা নাতিনীয়েকহঁতৰ জ্বৰত ৰঙা পৰা মুখত হাত ফুৰাই ভগৱানক কয় — 'মোৰ সোণ কিজনীক কিয় ইমান কষ্ট দিছা প্ৰভু, তাতকৈ মোকে মাৰি নিনিয়া কিয় ?' একোটা দিন একোটা যুগ যোৱা যেন হ'ল ।

দহ দিনমানৰ পাচত ছোৱালী দুজনী উঠি বিচনাতে বহিব পৰা হ'ল। কিন্তু সেইদিনাৰপৰাই মন্দিৰাৰ জ্বৰ উঠিল। পিচদিনা আনন্দইও বিচনা ললে। এতিয়া বুঢ়ীয়ে অকলে কৰে কি ? বেমাৰৰপৰা উঠা ছোৱালী দুজনীক চাব, নে মন্দিৰা-আনন্দকে চাব! একমাত্ৰ চাকৰৰ ল'ৰাটোক সাৰথি কৰি কি সাহেৰে থাকে! হাফিজ ডাক্তৰে আহি দুয়োৰে 'ফ্লু' বুলিয়েই কৈ গ'ল। চিন্তাৰ কাৰণ নাই বুলি বুঢ়ীক কলে ; নিজে দৰব পঠাই দিলেগৈ আৰু ভাল নোহোৱালৈকে আহি থাকিব বুলি সাহস দি গ'ল। বুঢ়ীয়ে হাফিজক প্ৰাণ ভৰি আশীৰ্বাদ দিলে। চাকৰটো পঠিয়াই বুঢ়ীয়ে উপেন উকীলক মতাই অনালে। এই বিপদৰ সময়ত আলোক নিশ্চয় আহিব বুলি উপেন উকীলক হাতে- ভৰিয়ে ধৰা যেন কৰি আলোকৰ ওচৰলৈ যাবলৈ কলে। সকলো কথা বুজাই কৈ পঠালে। কবলৈ কলে, পো-বোৱাৰী দুয়োটা আহি দিনচেৰেক থাকিলেহি বুঢ়ীৰ কেইদিনমান বাচি থকাৰ আশা আছে।

গাঁৱত এই ৰোগৰ ব্যাপক আক্ৰমণৰ খবৰ পাই দুই-এদিন আগতে মাত্ৰ আলোক বৰুৱাই বিনীতাক কৈছিল ঃ "বুজিছানে ? এতিয়ামানে তুমিও পৰিলাহেঁতেন চাগৈ।" উকীলে গৈ বৰুৱাক সকলো কৈ অনুনয় কৰিয়ে কলে ঃ "বুঢ়ীয়ে কথা কওঁতে কান্দো কান্দো হৈছে। বৰ কষ্ট হৈছে। অন্ততঃ বুঢ়ীক শান্তি দিবলৈকে এদিনৰ কাৰণে হ'লেও যোৱা উচিত। নহ'লে বোৱাৰীকে পঠিয়াই দিয়ক। বহুত সকাহ পাব।" সকলো শুনি লৈ আলোক বৰুৱাই ক'লে, "মই সকলো বুজিছোঁ । কিন্তু এইবোৰতো আৰু sentimentৰ কথা নহয়। আমিনো গৈ কি কৰিমগৈ? নিজেও বেমাৰত হে পৰিমগৈ। বৰঞ্চ, বেমাৰ হৈছে যেতিয়া চিকিৎসা কৰাব লাগে। আন দেশত তাকে কৰে। ময়ো তাকে কৰিলোঁহেঁতেন।" উপেন উকীলে আহি বেজাৰেৰে সকলো কথা কলেহি। তথাপিও ক্ষীণ আশা ৰাখি বুঢ়ীয়ে সুধিলে, "বিনীতাই শুনিলেনে বাৰু মোৰ এই বিপদৰ কথা?" উপেন উকীলে ক'লে ঃ "তেখেতক নেদেখিলোঁৱেই। ভিতৰত হে আছিল চাগৈ। নোলোৱা দেখি আৰু বৰুৱায়ো নমতা দেখি, ময়ো খবৰ লবলৈ টান পালোঁ।" গধূলিলৈ বুঢ়ীয়ে মাস্টৰক মতাই আনি শেষ চেষ্টা হিচাপে অনুৰোধ কৰিলে আলোকক আনি দিবলৈ, নহ'লে অন্ততঃ সৰু বোৱাৰীয়েকক পঠিয়াবলৈ তাক মান্তি কৰাবলৈ। মাস্টৰে গহীনাই কলে, "মোক সেইবোৰ কৰিবলৈ নক'ব। মই টান পাওঁ। আপুনিও ভয় নাখাব। বেমাৰৰ ভোগ কাল আছে ; তাৰ পাচত আপোনা-আপুনি ভাল হ'ব। সমজুৱা সকলো কামতে আনন্দই অৱহেলা কৰে ; এইবোৰ তেনেকুৱা কাৰ্যৰ ফল বুলিও সন্দেহ হয়।"

বুঢ়ীৰ মুখত আৰু কথা নোলাল।

সমুজৰা জীৱনত এনেকুৱা একোটা সৰ্বগ্ৰাসী বিপদৰ সময়ত মানুহে ব্যক্তিগত ক্ৰোধ-উত্তেজনা পাহৰে। আৰু দূৰত আঁতৰি থকাবোৰৰ কথা সঘনে সোঁৱৰে। আলোক বৰুৱাক গাঁৱৰ ডেকা ল'ৰায়েই গাঁও এৰি যাবলৈ বাধ্য কৰালে বুলিব লাগে। 'ফ্লু' ৰোগলৈ ভয়টোৰ সুযোগটো হে গ্ৰহণ কৰিলে তেওঁ। কিন্তু, তেওঁ আঁতৰি যোৱাৰ পাচত, আৰু বিশেষকৈ বুঢ়ী এই বিপদত পৰাৰ খবৰ পাই, ল'ৰাহঁতৰে বেয়া লাগিল। কিয়নো বাৰু মানুহটোক মিছাকৈ উৎপাত কৰা হ'ল? সকলো মানুহ কিবা একে ধৰণৰ হ'ব পাৰেনে? তেওঁ তেওঁৰ দৰে আছিল, আমি আমাৰ দৰে থাকিলোঁহেঁতেন। নিৰীহ প্ৰাণী কাৰণে হে সেইদৰে গুচি গ'ল। আমি হোৱা হ'লে বাটতে ৰক্তাৰক্তি নহ'লহেঁতেন নে ? ইমান আশা কৰি পুতেকলৈ বিয়া কৰাই আনি বেচেৰী বুঢ়ীজনীয়ে বোৱাৰীয়েককো ভালকৈ গাঁওখনতে ফুৰাবলৈ নাপালে। সকলো দুষ্টবুদ্ধিৰ গুৰি হ'ল এই কুবুদ্ধীয়া মাস্টৰটো হে। অথচ সি ইয়াত এতিয়াও দপ্‌দপাই ফুৰিছে আৰু উলুৰ লগত বগৰী পোৱাৰ দৰে আলোক বৰুৱা পলাবলগীয়া হ'ল। এইবোৰ বহুত আলোচনা কৰি ল'ৰাহঁতে ঠিক কৰিলে যে তেওঁলোকে বৰুৱাৰ প্ৰতি অন্যায় কৰিছে। কিন্তু প্ৰত্যেকেই গৈতো বৰুৱাক ক্ষমা খুজিব নোৱাৰে। গতিকে গাঁৱত এখন সভা পতা হওঁক; এই মহামাৰীত ডাক্তৰ আৰু ঔষধৰ সাহাৰ্য্য চৰকাৰৰপৰা দাবী কৰিবলৈকে এখন সভা পতা হওক। মাস্টৰকো মাতিম। কিন্তু সভাপতি পাতোঁ আলোক বৰুৱাক আৰু তেওঁৰ পৰা দিহা-পৰামৰ্শ লোৱা হওক। তেওঁক যে আমি বাদ দিয়া নাই, সেই কথাও বুজোৱা হ'ব আৰু নিজে সৰু হৈ মিটিং পাতি মাতিবলৈ যোৱাটো ক্ষমা খোজাৰ নিচিনাই হ'ব।

যেনে কথা তেনে কাম। পিচদিনা ল'ৰাহঁত আলোক বৰুৱাৰ ঘৰ ওলালগৈ। আগফালে বহি থকা বৰুৱাই ইমানগাল গাঁৱৰ ল'ৰা একেলগে দেখি প্ৰথমতে ভয়েই খাইছিল। লৰালৰিকৈ দাঁতিৰ ভাড়া ঘৰত থকা পঞ্জাবীকেইটালৈ চাই ভাবিছিল — চিঞৰ মাৰি দিলে সিহঁতৰ সহায় পাব বুলি। গাঁৱৰ ল'ৰাখিনি অহা খিৰিকিয়েদি দেখি বিনীতাও আহি বৰুৱাৰ পাচফালে থিয় হৈছিলহি— উদণ্ড ল'ৰাই গিৰিয়েকক কিবা অসন্মান কৰে বুলি। ল'ৰাহঁতে গৈ নমস্কাৰ দিলে বৰুৱাক আৰু সাতোটা ল'ৰা দুখন চকীতে কোনোমতে বহাৰ নিচিনা কৰি কষ্ট কৰি ৰ'ল। এটাই আৰম্ভ কৰিলে —

ঃ চাৰ, আপুনি আমাক এৰি আহিলে। কিন্তু আমিতো আপোনাক এৰিব নোৱাৰোঁ। দুই এটা ল'ৰাই অসভ্যামি কৰাৰ কথা আমি পিছত শুনিছোঁ। আমি চাৰ সিহঁতক ঠিক কৰি দিলোহেঁতেন।

ঃ নাই, নাই ; সেইবোৰ একো কথা নহয়। কলেজলৈ অহা-যোৱা কৰাৰ অসুবিধাৰ কাৰণেহে মই ইয়ালৈ আহিলোঁ। — বৰুৱাই নিজৰ গৰ্বটো ৰখাৰ চেষ্টা কৰিলে।

ঃ চাৰ, আমি আজি এটা বিশেষ অনুৰোধ লৈ আহিছোঁ। গাঁৱত ফ্লু বেমাৰৰ প্ৰকোপ শুনিছেই। অথচ চৰকাৰৰ ঘৰৰপৰা একো খবৰেই নাই। আমি এখন মিটিং পাতি চৰকাৰক দাবী কৰিব খুজিছোঁ — ডাক্তৰ আৰু ঔষধ পঠিয়াবলৈ। তাকে কৰিবলৈ আপুনি নহ'লে নহয় চাৰ । গতিকে কাইলৈৰ মিটিংখনত আপুনি গৈ দিহা-পৰামৰ্শ দি সভাপতিত্ব কৰিলে আমি কৃতজ্ঞ হওঁ আৰু গাঁওখনেও এই বিপদৰ সময়ত আপোনাৰ পৰামৰ্শ পালে সাহ পাব ।

মুখস্থ কৰি অহাৰ দৰে ল'ৰাজনে কৈ গ'ল কথাখিনি। সভাপতিত্ব কৰাৰ লোভ বৰুৱাৰ আছে। কিন্তু সংক্ৰামক ৰোগ হোৱা গাঁৱত গোটখোৱা মানুহ কাৰপৰা 'ইনফেক্‌চন' আহি পৰিব কোনে জানে? তাৰ উপৰি, এই ল'ৰাবোৰৰ ঠিক নাই। মতলব কৰি মাতি নি অপমানে কৰিব পাৰে।

অৱশেষত বৰুৱাই ভাবি চিন্তি ক'লে ঃ এই হাঁহাকাৰ অৱস্থাত কি মিটিং কৰিবা হে? তাতকৈ মানুহৰ বেমাৰ-আজাৰ অলপ কমক । তাৰ পাচত, গাঁৱত এটা স্থায়ী হস্পিটাল বিচাৰি চৰকাৰক অনুৰোধ কৰিবলৈ মিটিং পাতিব লাগিব।

ল'ৰাহঁতৰ হেজাৰ অনুৰোধেও বৰুৱাক টলাব নোৱাৰিলে।

গাঁৱৰ সমাজ পানীৰ নিচিনা; মাজত খালী ঠাই নাৰাখে। আলোক বৰুৱা চহৰলৈ গুচি যোৱাত, ল'ৰাইঁতে গৈও মাতি আনিব নোৱাৰাত, আৰু মাস্টৰক মানুহে কিবা বুজিব নোৱাৰা সাঁথৰৰ দৰে বাদ দিবলৈ ধৰাত, গাঁৱত সৰু-সুৰা দিহা-পৰামৰ্শ একোটা সুধিবলৈকে মানুহৰ অভাৱ হ'ল। ল'ৰাঁহতৰ উৎপাতত আলোক বৰুৱা যাবলগীয়া হোৱা শুনি প্ৰথমতে গাঁৱত দুই একে মনে মনে আমোদ পালেও, গুচি যোৱাৰ পাচত দুখ কৰিছিল আৰু চেংেলীয়াইঁতক দোষ দিছিল। সিহঁত নিজে মাতিবলৈ যোৱা শুনি ভাল পাইছিল। কিন্তু তেতিয়াও নহাত, বৰুৱাৰ কাৰণে দুখ কৰি থাকিলে জানো হ'ব? সেই ঠাইত আন কাৰোবাক লবই লাগিব। নিজক আন মানুহতকৈ শ্ৰেষ্ঠ ভাবি মানুহৰপৰা ওপৰলৈ উঠিবলৈ যোৱা মানুহৰ স্মৃতি মানুহে কোনোদিন ৰাখিব পৰা নাই । বৰুৱাৰ ক্ষেত্ৰতো ৰাজবাহৰ গাঁৱে নোৱাৰিলে। লাহে লাহে দুই-এজনৰ মাজত আৰু পাচলৈ মুকলিকৈয়ে আলোচনা হ'বলৈ ধৰিলে যে, প্ৰফেচৰ গাঁও শুৱনি কৰা ব্যক্তি হ'ব পাৰে, কিন্তু ডাক্তৰ হে গাঁৱৰ লাগতিয়াল ব্যক্তি। প্ৰফেচৰৰ জ্ঞানৰ জগতত জাতি-ধৰ্ম নাই বুলি তেওঁৰ মুখৰ কথাকে বিশ্বাস কৰিবলগীয়া হয়, পেটত কি আছে ক'ব নোৱাৰি; কিন্তু ডাক্তৰৰ ওচৰত ৰোগীৰ জাতি-ধৰ্ম নাই বুলি প্ৰমাণ পোৱা গ'ল। প্ৰফেচৰ নহ'লেও চলে, কিন্তু ডাক্তৰ নহ'লে মৰণ। এই বিপদৰ দিনত আলোক বৰুৱাই মুখখনকে দেখুৱালেহি জানো? অথচ বলীনে মীনাক নিয়াত সহায় কৰি দিয়া বুলি যি হাফিজ ডাক্তৰক বৰুৱা মাস্টৰ আদি সকলোৱে 'গুণ্ডা মুছলমান' বুলি গালি পাৰিলে, সেই হাফিজ ডাক্তৰে দেখোন তেওঁক মুখৰ আগত গালি পৰাবোৰৰ ঘৰতো দেহা পাত কৰি ৰোগীৰ চিকিৎসা কৰিলে। এইদৰে আলোচনা-বিলোচনাৰ মাজেদি মানুহৰ মনত কেতিয়া হাফিজ ডাক্তৰে আলোক বৰুৱাৰ খালী ঠাই পূৰণ কৰিলে, সেই কথা যেন কোনেও ধৰিব নোৱাৰিলে। সদায় যেন হাফিজ ডাক্তৰেই আছিল, আলোক বৰুৱা যেন জোৰকৈহে সোমাইছিলহে— গোঁসাই ঘৰত ভেকুলী সোমোৱাদি। ক্লাব-ঘৰত হঠাৎ পূজা কমিটিয়ে ঠিক কৰি পেলালে— পূজাত প্ৰতিমা বিসৰ্জন দিবলৈ যাওঁতে কুকুৰাকটাৰ মচজিদটোৰ আগেদি দেখোন নগ'লেও হ'ব। লোকৰ ধৰ্মও ধৰ্মই। একে গাঁৱৰে মানুহে বেয়া পাব পৰা কাম এটা কৰাৰ কি দৰ্কাৰ? তাতে পূজালৈ দেখোন হাফিজ ডাক্তৰৰপৰাও চান্দা অনা হয়।

তিৰোতাৰ আবেলিৰ মেলত হাফিজ ডাক্তৰে স্বীকৃতি পালে...

ঃ কুকুৰাকেইটাৰ হ'লে কি হ'ল? মানুহজন একেবাৰে দেৱতা হেন । হাত দিলেই যেন বেমাৰীয়ে সকাহ পায় ।

ঃ আৰু দেখিছানে — চেহেৰাটোও বামুণ-গোঁসাইৰ যেন লাগে।

ঃ চহৰীয়া ডাক্তৰৰ দৰে ধনৰ খঁকো নাই ।

ঃ ইমানবোৰ গাভৰু ছোৱালীৰ বেমাৰ চালে ; ক'ৰবাত কিবা এটা বেয়া কথা শুনিলানে?

হাফিজ ডাক্তৰ ভাল-দেৱতা হেন মানুহ। গতিকে সেই হাফিজ ডাক্তৰে কৰা কামবোৰো ভাল। গতিকে হাফিজ ডাক্তৰে সমৰ্থন কৰা বলীন-মীনাৰ বিয়াও একো বেয়া হোৱা নাই, সেইবোৰ আজিকালিৰ সমাজত হৈছেই। কেৱল হাকিম-মুন্সিৰপৰ হ'লে জগৰ নালাগে, আমাৰ হ'লে জগৰ লাগে। গতিকে হাফিজ ডাক্তৰক বেয়া বোলা মাস্টৰ, বৰুৱা আদি মানুহবোৰ বেয়া। এনেকুৱাকৈ আলেঙে-আলেঙে অব্যক্ত যুক্তিৰ মাজেদি মানুহে বলীন-মীনাৰ বিয়াখনো মনে মনে গ্ৰহণ কৰি ললে। আনকি পূজাৰীদেৱেও কলে —

"সি বলীন পতিত কেনেকৈ হ'ব? পৰাচিত কৰালে তোৰ ল'ৰা-ছোৱালীও বামুণেই হ'ব।" সেই কাৰণে সৰস্বতী পূজাত গোসানী চাবলৈ আহোঁতে মীনাক সকলোৱে আদৰ সাদৰ কৰিলে। সৰস্বতী পূজাৰ অভিনয়ত মূল ভাওটো ল'লে হাফিজ ডাক্তৰে।

আলোক বৰুৱাৰ নাম লবলৈও ৰাজবাহৰ গাঁৱে খুব সোনকালেই পাহৰি গ'ল।□□

# আঠ

পাহাৰৰ পৰিচ্ছদ দূৰত্ব। সাধাৰণ মানুহে নিজম-সুন্দৰ ৰূপত পাহাৰক চাব খুজিলে সেই পৰিধেয় স্বৰূপ দূৰত্ব ৰাখিব লাগিব; নহ'লে নগ্ন সৌন্দৰ্যই বিতৃষ্ণা ওপজাব। প্ৰকৃত প্ৰকৃতি-প্ৰেমিক, স্ৰষ্টা -শিল্পী আৰু সত্যানুসন্ধানী বিজ্ঞানীয়ে হে সেই নগ্ন সৌন্দৰ্যৰ প্ৰতিটো ৰোমকুপৰ ৰহস্য বিচাৰি পাহাৰৰ খলা-বমাত বগাইও তাৰ সৌন্দৰ্য উপভোগ কৰিব পাৰে। দুৰ্বল মনক নগ্ন সৌন্দৰ্যই ভয় খুৱায় ।

ভাৰতৰ আন আন বহুত সৰু সৰু চহৰৰ দৰে যোৰহাট চহৰো গাঁৱৰে সামান্য উন্নত সংস্কৰণ। গাঁৱত থাকোঁতে এই চহৰখন বহুত বিষয়ত ভাল লাগিছিল বৰুৱাৰ। কিন্তু এতিয়া থাকিবলৈ আহি নগ্নৰূপত যোৰহাটক দেখি বৰুৱা আচৰিত হ'ল। অথচ নাক কাটি জেপত নললে গাঁৱলৈ ইমান সোনকালে ঘূৰি যাব নোৱাৰি। উপায় নাপাই বৰুৱা থাকিল। বিনীতা নিৰ্বিকাৰ। বৰুৱাৰ হাতঘড়ীটোৰ দৰে য'তে থয় ত'তে থাকিবলৈ বিনীতাৰ আপত্তি নাই। ঘড়ী ভাগে, বন্ধ হয়, চোৰে নিয়ে বা পিন্ধোতাৰ অসাৱধনতাৰ অৱজ্ঞাক সহ্য কৰিব নোৱাৰি হেৰাই যায়। ঘড়ীৰ সকলো পৰিণতিকে নিজৰ জীৱনতো সম্ভৱ বুলি বিনীতাই ধৰি লৈছে ।

ঃ ইয়াক বিস্কুট আনিবলৈ পইচা চাৰি অনা দিব নোৱাৰা হব পায় ? মই আহিলে হে হয়?

ঃ মোৰ হাতত নো ক'ৰ পইচা থাকে? চাবোন আনিবলৈ তোমাৰ জেপত অথনিয়ে চাইছিলোঁ । নাপালোঁ ।

ঃ কেলেই? ৰাতিপুৱা দিয়া পাঁচ টকা শেষেই হ'লনে ?

ঃ নহ'বনে? চাউলৰে সৈতে বজাৰতে পাঁচ টকা লাগিল। কেতিয়াই কলোঁ — গাঁৱৰ ঘৰৰপৰা চাউলখিনি অনাৰ সুবিধা কৰিবলৈ। তাকে কৰিবলৈও তোমাৰ লাজ। মই কি কৰিম?

বিনীতাই আজিকালি দুটা কথা কব পাৰে।

বৰুৱাই খঙেৰে বাকচৰ তলা খুলি ল'ৰাটোক পঁচিশ পইচা দি কলে, "পাঁচ মিনিটৰ ভিতৰতে চাহ নাপালে তোমাৰ মূৰ গুৰি কৰিম।" তাৰ পাচত বাকচৰ তলা বন্ধ কৰি বৰুৱা আগ-বাৰাণ্ডা পালেহি। প্ৰফেচাৰজনক কলে, "বেয়া নাপাব।"

ঃ মোক চাহৰ কোনো দৰকাৰ নাছিল। আপুনি ....

ঃ আপোনাৰ দৰকাৰটোৰ কথা মই ভবা নাই । কিন্তু ঘৰখনত এটাইবোৰ মানুহ এনেকুৱা uncooperative হ'লে

বাৰু কেনেকৈ চলে ?

প্ৰফেচাৰক কথা শেষ কৰিবলৈ দিয়াৰ আগতে বৰুৱাই মুখতে ধৰি কলে। বিনীতাই ভিতৰতে শুনি দীঘলকৈ উশাহ ললে।

টকা-পইচা বৰুৱাই নিজে থয়। আনি দিওঁতে অৱশ্যে বিনীতাৰ হাতে দি বাকচত থবলৈ দিয়ে। কিন্তু সেই বাকচৰ তলাৰ চাবি থাকে বৰুৱাৰ চাইকেলৰ চাবি থকা ৰিংটোত। গতিকে চাবিটোও সদায় বৰুৱাৰ হাতত থাকে। বিনীতাক দুপইচা দিলেও কিহত কিমান খৰচ হয়, তাক হিচাপ কৰি কৰি লয়। বৰুৱাই কিমান দৰমহা পায়, বিনীতাই নাজানে ; বিনীতাক কেতিয়াও কোৱা নাই। নিজৰ প্ৰসাধনৰ যি লাহ- বিলাহ আছিল, সেই লাহ-বিলাহ বিনীতাই কেতিয়াবাই এৰিলে। এতিয়া কেতিয়াবা টেল্‌কাম পাউডাৰ অকণমানকে মুখত সানি লয়— আইনা নোচোৱাকৈয়ে। বৰুৱাই প্ৰসাধন বেয়া পায়। সস্তীয়া তিৰোতাই হে বোলে গায়ে-মুখে ৰং সানে। টকা-পইচাৰ ক্ষেত্ৰত বৰুৱাৰ ব্যৱহাৰক বিনীতাই দুৰ্বোধ্য অংক এটালৈ চোৱাদি চাবলৈ ধৰিলে — যেন ঘণ্টা পৰিলেই পলাই সাৰিব পাৰে।

এটা ঘূৰণীয়া ফুটাত নোসোমোৱা চাৰিচুকীয়া শাল এডাল অনা কোনো ঘূৰণীয়া ফুটাতে খাজে-খাপে খাই পৰিব নোৱাৰে — যদি তাক ঘূৰণীয়া কৰি লোৱা নহয়। ঠাই সলালেই কচু শাকৰ খজুউৱা গুণ নাযায় — তাক গোলাপৰ মাজত ৰাখিলেও । চহৰৰ সমাজতো আহি বৰুৱা জীণ যাব নোৱাৰিলে। গাঁৱত মাস্টৰ আদি দুই-চাৰিজন কচুশাক জাতীয় মানুহ পাইছিল— মিলি থাকিবলৈ। চহৰত তাৰো অভাৱ হ'লহি। ইপিনে ইয়াত আহি বৰুৱাৰ প্ৰতিপত্তিও একমাত্ৰ বিনীতাৰ ওপৰত হে থাকিল। নিজে প্ৰতাৰিত হোৱা যেন পাই বৰা প্ৰফেচাৰো নহা হ'ল। চহৰৰ ল'ৰাবোৰে কেতিয়াবা দেখা-দেখিকৈয়ে আৰু কেতিয়াবা নেদেখাৰ ভাও জুৰি বৰুৱাৰ আগেদিয়েই চিগাৰেট খাই চাইকেলত উঠি গুচি যায়। কিন্তু গাঁৱত অতি বেয়া ল'ৰাটোও বৰুৱাৰ আগত চাইকেলৰপৰা নামিছিল। চিগাৰেট খোৱাটো দূৰৰ কথা। দুই দাঁতিত থকা দুঘৰৰ তিৰোতা দুগৰাকীৰ লগত বিনীতাৰ চিনাকি হৈছে। পঞ্জাবীজন প্ৰায় পোন্ধৰ বছৰ অসমত আছে। আনকি ঘৈণীয়েকেও অসমীয়াতে কথা পাতে; ল'ৰা-ছোৱালীকেইটাই অসমীয়া লৈ পঢ়িছে । পঞ্জাবীৰ ঘৈণীয়েকজনী বৰ ভাল ; অনবৰত হাঁহি হাঁহি কাম কৰি থাকে। বিনীতাক কিবাকিবি খোৱা-বস্তু খাবলৈ দিয়ে — সিহঁতৰ নিয়মতে ৰন্ধা। ইফালে থকা ৰায় প্ৰফেচাৰৰ ঘৈণীয়েকে যে বিনীতাক নিজৰ ভনীয়েক কৰি লৈছে। দুয়ো নিজৰ নিজৰ ঘৰত থাকিও এতিয়া কথা পাতিয়ে থাকে। প্ৰফেচাৰ ৰায় ইঞ্জিনিয়াৰিং কলেজৰ প্ৰফেচাৰ ; বৰ ভাল মানুহজন। বৰুৱাৰ লগতো চিনাকি হৈছে। বৰুৱাই কিন্তু ইঞ্জিনিয়াৰিং , কৃষি, আদি কলেজৰ প্ৰফেচাৰক সাহিত্য-দৰ্শন-মনস্তত্ত্ব আদিৰ অধ্যাপকতকৈ অলপ তলখাপৰ বুলি ভাবে। সেইবোৰৰ লগত আলোচনা যেন কেৱল নট্‌- বল্টু, খেতি-পথাৰ আদিৰ বিষয়ে হে কৰিব পাৰি। বৰুৱাৰ মতে, কাৰিকৰী বিদ্যা অতি সাধাৰণ মানুহৰ কাৰণে হে। মগজ থকা মানুহৰ কাৰণে নহয়। প্ৰথম চিনাকি হৈ পঞ্জাবীজনক "চিনাকি হৈ সুখী হলোঁ" বুলি ভদ্ৰতা কৰি ইংৰাজীতে বৰুৱাই কলেও মুখেৰে হে কৈছিল ; ঠিক সহ্য কৰিব পৰা নাছিল। ঘৰত থকা সময়খিনি কেৱল বিনীতাৰ লগতে কথা পাতি কটোৱাও কম কথা নহয়। ফুৰিবলৈ ওলাই যাবলৈও ঠাই বিচাৰি নাপায় বৰুৱাই। আগফালে বাৰাণ্ডাতে কেতিয়াবা অকলে অকলে কিতাপ এখন লৈ বহি থাকে ; পঢ়া কিন্তু নহয়। কি যে চিঞৰ-বাখৰ কৰে পঞ্জাবীটোৱে ; ঘৈণীয়েকেও অনৰ্গল টেটুফালি চিঞৰিয়েই থাকে ; ল'ৰা-ছোৱালীকেইটা ঘৰতে থাকিলেতো কথাই নাই। বঙালী প্ৰফেচাৰটোৰ ঘৰতো দিনটো হাঁহি আৰু বেলবেলনি। বাটেদি যোৱা চানাচুৰৱালা, বাদামৱালা এটাও সাৰি যাব নোৱাৰে। বেমাৰ হৈ নমৰাকৈ কেনেকৈ এই মানুহবোৰ জীয়াই আছে বুলি বৰুৱাই ভাবে। ৰায় প্ৰফেচাৰে কলেজৰপৰা আহি বাৰাণ্ডাতে গামোচা এখন পিন্ধি ঘৈণীয়েকৰ সৈতে মিহি মহি কথা পাতি যিসোপা খায়, বৰুৱাই দেখিয়েই ভয় খায়। কেতিয়াবা মুখত কিবা এসোপা ভৰাই বৰুৱাক চিঞৰে— "খাব নেকি?" সিমান ডাঙৰকৈ বৰুৱাই চিঞৰিব নোৱাৰে। মূৰ জোকাৰি নাখাওঁ বুলি কয়। আণ্ডাৰ্‌পেণ্ট্‌ পিন্ধি পঞ্জাবীটোৱে বাঁও হাতত গাখীৰ এগিলাচ লৈ সোঁ হাতেৰে ভগা গাড়ীখনত কিবা নট্‌-বল্টু পকাই থাকে। কেতিয়াবা সেইদৰে থকা অৱস্থাৰপৰাই

বৰুৱাক বাৰাণ্ডাত দেখিলে চিঞৰি দিয়ে— দুধ খাব? কিয় নাখায়? দুধে শৰীৰ তাগৰা ৰাখে। তিনি মাহ দুধ খালে আপুনি ইমান দুব্‌লা হৈ কেতিয়াও নাথাকে।" তাৰ পাচত ঢেক্‌ঢেক্‌কৈ হাঁহি । বৰুৱা লাজতে ভিতৰ সোমায়।

এদিন আবেলি বৰুৱা আগফালৰ বাৰাণ্ডাত বহিছিল— অকলে। দেওবাৰ। অলপ আগলৈকে ভিতৰতে আছিল। বহি বহি অসহ্য লাগি ভিতৰতে বিনীতাই ইটো-সিটোকৈ কিবাকিবি চাফা কৰা, কাপোৰ জপা, বিচনা ঠিক কৰা, আদি কাম কৰি আছিল। প্ৰতিটো কামকে কেনেকৈ কৰিব লাগে বুলি বৰুৱাই মাজে মাজে উপদেশ দি আছিল। ঠাই সাৰিবলৈ ধৰোঁতে বৰুৱাই কলে, "সোতাটোকে তুমি ভালকৈ ধৰিব নাজানা।" বিনীতাৰ আৰু সহ্য নহ'ল। অতি নীচ কথা এটা কবৰ মন গৈছিল। যেন কৈ দিব— "সোতা ধৰিবও জানো, আৰু ক'ত লগাব লাগে তাকো জানো।" এনেকুৱা বেয়া কথা মনলৈ অহাৰ কাৰণে বিনীতাই জিভা কামুৰি ধৰি মনে মনে ভগবানক প্ৰণাম কৰিলে। খংটো বৰুৱাৰ ওপৰত উঠিবগৈ। মতা মানুহ এটাৰ কি দৰকাৰ বাৰু দিনটো এইদৰে ঘৰতে বহি বহি থাকি লেক্‌চাৰ মাৰি থাকিবৰ? অকনো আমনিও নালাগেনে? বৰুৱাই আকৌ কলে— সেইখিনিত বালি থাকি গ'ল। অসহ্য হৈ বিনীতা পোন হ'ল। প্ৰতিটো শব্দতে অস্বাভাৱিক গুৰুত্ব দি কলে ঃ "খুপৰীটোৰ ভিতৰতে সোমাই কিমান পেক্‌পেকাই থাকা; মোকতো ক'ৰবাত সুমুৱাদি সুমাই থৈছাই, নিজেও সোমাইছা। এনেকুৱা মতামানুহ মোৰ জীৱনত মই দেখা নাই।"

কোনো উত্তৰ নিদি বৰুৱা আগফালৰ বাৰাণ্ডা পালেহি। বেছি সময়তো থিয় হৈ থাকিব নোৱাৰে। বহি থাকিল।

সেই সময়তে আহি আঁক-বাক আণ্ডাৰ্‌পেণ্ট এটা পিন্ধি দাড়ি মোহাৰি মোহাৰি পঞ্জাৱীজনৰ আৱিৰ্ভাব। গা ধুই আহিছিল। অলপ বোধকৰোঁ জাৰ লগা যেন কৰিছিল। সেয়ে বৰুৱাৰ আগতে কেইবাৰমান উঠ-বহ কৰি ললে। তাৰ পাচত প্ৰসন্ন হাঁহিৰে বৰুৱাই চাই কলে ——

ঃ বৰুৱা চাহাব, বাহিছে?

ঃ হয়।— অন্যমনস্কভাৱে বৰুৱাই কলে। ভাবিলে — কিবা চিন্তা কৰি আছোঁ বুলি বুজে যদি বুজক। কিন্তু পঞ্জাবীৰ সেই ফালে লক্ষ্য নাই।

ঃ ভাবীজীৰ ভালে?

ঃ হয়।

ঃ আপুনিতো প্ৰফেচাৰ মানুহ। বেচ আৰাম কৰি বহি থাকে। আমাৰ মাফিক দিনটো কাম কৰিব নালাগে। — বৰুৱাৰ বাৰাণ্ডাৰ ৰেলিঙৰ ওপৰতে জাপ মাৰি বহি পঞ্জাবীজনে কলে— পঞ্জাবীৰ ছবছৰীয়া ল'ৰাটোৱে দুটা তিঞহ লৈ আহি বাপেকক এটাত একামোৰ মাৰি বাকীখিনি দি দিলে। তিঞহ কামুৰি কামুৰি পঞ্জাবীজনে বৰুৱালৈ চালে। বৰুৱাই ভাল পালে, নিজৰ প্ৰফেচাৰী জীৱনৰ শ্ৰেষ্ঠতা পঞ্জাৱীজনেও বুজা দেখি। পঞ্জাবীজনে আকৌ কলে ঃ

'তবিয়তো দুব্‌লা আপনাৰ। এই ৰকম বহি বহি কৰা কামেই ভাল আপনাৰ।"

সজ আচৰণৰ নকল ভদ্ৰতা মানি নচলা সিং চাহাবে পোনপতীয়াকৈ এনে এষাৰ কথা কোৱাত বৰুৱা অবাক হ'ল। মনে মনে ভাবিলে, সাধাৰণ মিস্ত্ৰী মানুহ, ইহঁতৰ কি ভদ্ৰতা থাকিব? টকা ঘটে আৰু ফূৰ্তি কৰে। মিস্টাৰ সিঙে আকৌ কলে -

ঃ কিমান মাইনা পাব আপুনি? খুব জাদা তিন্-চাৰশ? মই তিন্-চাৰশ সপ্তাহত খতম কৰোঁ। আপোনালোকৰ অচমীয়া educated ক্লাচ কিন্তু একদম কাম নকৰে। ইয়াত আহি বিদেচীয়ে কাৰবাৰ কৰি ধন ঘটে, আৰু আপোনালোক ঐ চবৰ কেৰাণী হয়। আৰ, ঐ চব লোকৰ টাকা হ'লে আপোনালোকৰ হিংচা হয়।

বৰুৱাই কি উত্তৰ দিব বাৰু? এই মানুহটো ইয়াৰপৰা গুচি নাযায় কিয়? এনেকুৱা মানুহ এটাক গালি পাৰিবলৈও ভয় লাগে। যিহকে তিহকে কৰি দিব পাৰে ইহঁতে। লাজতো নাই।

ঃ আচ্ছা বৰুৱা চাহাব, এটা বাত আছে।

ঃ কি ?

ঃ আপনি বহুত চময় বহি থাকে। মোৰ লেৰকা-বাচ্ছা কেইটা অলপ পঢ়াই দিব। দচ্-বিচ্ ৰুপিয়া ভি হো যায়েগা আপ্‌কা।

প্ৰফেচাৰ বৰুৱাই ৬/৭ বছৰীয়া ল'ৰা-ছোৱালীৰ ঘৰুৱা-শিক্ষকৰ কাম কৰিব ? এই পঞ্জাবীটোৰ কোনো কাণ্ড-জ্ঞান নাই নেকি ? কেনেকৈ সি দহ-বিশ টকা দিয়াৰ কথা এনেকুৱা নির্লজ্জভাৱে কৈছে ? ছিঃ, বৰুৱাই খং দমাই কলে—

ঃ মোৰ সময় নাই।

ঃ তেন্তে ভাবীজীয়ে নোৱাৰিবনে ? অচমীয়াটো ভালকৈ শিকাব পাৰিলেই হয়।

কি অসভ্য এই মানুহটো ? ইয়াৰ ওচৰত থাকিলে অপমান পাই মৰিব লাগিব। কোনোমতে ক'লে- "বাৰু মই সুধি চাম।"

"ভাবীজীক ভি ফিজ দিম। এনেয়ে নালাগে। আচ্ছা জি" — এইবুলি ঘৈণীয়েকে চিঞৰা শুনি জাপ মাৰি নামি পঞ্জাবীজন গুচি গ'ল। বৰুৱা হতভম্ব হৈ বহি থাকিল।

বৰুৱা উঠি গৈ বিনীতাৰ ওচৰ পালেগৈ। হাঁহি হাঁহি পঞ্জাবীজনৰ 'মুৰ্খামি'ৰ কথা কলে। বিনীতাই ভিতৰৰপৰা সকলো শুনি থকা বুলি কলে। বিনীতাফ পিঠিত ঢকা মাৰি বৰুৱাই বিনীতাক কলে, "এইবাৰ তেন্তে পঞ্জাবীৰ ল'ৰা-ছোৱালীৰ মাস্টৰনী হোৱা। পইচাও পাবা বুলি কৈয়ে গৈছে— দহ-বিশ টকা দিব বোলে।" বৰুৱাই আশা কৰিছিল, খণ্ডত বিনীতাই জোকাৰ মাৰি 'নকৰিলে হে পাৰিছোঁ'ৰ নিচিনা উত্তৰ এটা দিব বুলি। কিন্তু বিনীতাই কাপোৰ জাপি জাপি কলে, "একো বেয়া নহয় ; দিনটো বহি থকাতকৈ কাম এটা হ'ব।" ইয়াৰ পাচত কোনো কথা কোৱা বৰুৱাৰ পক্ষে সম্ভৱ নহয়।

প্ৰফেচাৰ ৰায় আৰু পঞ্জাবী সিঙৰ ঘৰৰ ল'ৰা-ছোৱালীকেইটাই বিনীতাক বৰ ভাল পায়। বৰুৱা নথকা সময়ত সিহঁতে আহি বিনীতাৰ লগত খেলি থাকেহি, বা কেতিয়াবা বিনীতা কিবা কামত ব্যস্ত থাকিলে সিহঁতৰ মাজতে বিনীতাৰ ঘৰত ধেমালি-ধুমুলা কৰি থাকেহি। ল'ৰা-ছোৱালীকেইটাই হুলস্থুল কৰি থকা সময়খিনি বিনীতাৰ ভাল লাগে। বৰুৱা অহাৰ আগে আগে সিহঁত পঠিয়াই দি বিনীতাই ঘৰ-দুৱাৰ ঠিক কৰি থয়। সেইদিনাও, বোধকৰোঁ দেওবাৰে বৰুৱা ঘৰতে আছে বুলি পাহৰিয়েই, দুটা ল'ৰা আহি বৰুৱাৰ ঘৰতে মনে মনে লুকাইছিলহি। বোধকৰোঁ সিহঁতে লুকাভাকু খেলিছিল। তেনেকৈ লুকুৱা দেখিয়েই খণ্ডতে বৰুৱাই অসমীয়া উচ্চাৰণেৰে হিন্দীত কলে — "নিকালো হিয়াচে ; মই আও ইহা।" এইবুলি বৰুৱাই হাত দাঙি বাহিৰলৈ যাবলৈ দেখুৱাই দিলে। সিহঁত দুটা প্ৰথমে অবাক হ'ল। এতিয়া এনেকৈ এওঁ চিঞৰ-বাখৰ কৰিলে যে সিহঁত ইয়াতে আছে বুলি বাকীকেইটাই জানিব আৰু ধৰা পৰি যাব। উপায় নাই। আন এঠাইতে লুকাবলৈ সিহঁতে বাহিৰলৈ দৌৰ দিওঁতেই বাকীকেইটাই ধৰা পেলালে। সিহঁত ওলাই যোৱাৰ পাচত বৰুৱাই বিনীতাক অৰ্ডাৰ দিলে— এই অসভ্য ল'ৰা-ছোৱালীবোৰ ঘৰত সোমাবলৈ নিদিবলৈ। ইপিনে ধৰা পৰা দুটাই ধৰা পৰি বৰ লাজ পালে। গতিকে বাহিৰৰপৰাই বৰুৱাক চিঞৰি কলে— 'নিকালো ইহাচে,' আৰু তাৰ পাচত দৌৰ মাৰিলে। সিহঁতকে দেখি বাকীকেইটাইও কলে— 'নিকালো ইহাচে'। ইমান হাঁহি উঠিছিল বিনীতাৰ। বৰুৱাৰ উগ্ৰ মূৰ্ত্তি দেখি কোনোমতে হে হাঁহি সামৰিলে। কিন্তু কথা বেয়া হ'ল। পিচদিনাৰপৰা বৰুৱা কলেজলৈ যাওঁতে আৰু কলেজৰপৰা ঘূৰি আহোঁতেও এই ল'ৰা-ছোৱালীকেইটাৰ উৎপাতত হাৰাশাস্তি হ'বলগীয়া হ'ল । বৰুৱাক দেখিলেই এটা থিয় হয় আৰু বাকীকেইটাক কয়— 'নিকালো ইহাচে; মত আও ইহা।" বৰুৱাই নেদেখাৰ ভাও জুৰি গ'লেও সিহঁতে পিচতে সুৰ লগাই গায়-

প্ৰফেচাৰ বাবু হুঁ হুঁ হুঁ.

চাইকেল্‌মে দুব্‌লা আদমী ফোঁ ফোঁ ফোঁ।

নি—কা—লো।

এই উৎপাতে বৰুৱাক টিঙিৰিতুলা কৰিলে। পঞ্জাবীক কৈ লাভ নাই। এদিন খঙতে বিনীতাক জাৰিলে। উপায় নাপাই বিনীতাই পিচদিনা বৰুৱা নাথাকোঁতে সিহঁতক মাতি আনি মৰম কৰি তেনেকুৱা কৰিব নাপায় বুলি বুজাই কোৱাত হে সিহঁতে জোকাবলৈ বন্ধ কৰিলে। বৰুৱাৰ খং দেখিয়েই সিহঁতে জোকাৱা বন্ধ কৰা বুলি বৰুৱাই ভাবি থাকিল।

ইয়াৰ কেইদিনমান পাচতে এদিন হঠাৎ বিনীতাৰ পানী-লগা জ্বৰ হ'ল। বৰুৱাই তৎক্ষণাৎ ডাক্তৰ মাতি আনি দেখুৱালে, যুৰীয়া-পালেং বেলেগ কৰি নিজে বেলেগে শুলে আৰু ধুপ-ধূনা আৰু প্ৰতিষেধক ঔষধৰ গোন্ধত ঘৰত বহিব নোৱাৰা কৰিলে। বিনীতাক তিনি দিন কেৱল চাগু খাবলৈ দিলে আৰু বিচনাৰপৰা নামিবলৈকে নিদিলে। ভাগ্য ভাল যে প্ৰফেচাৰ ৰায়ৰ পৰিবাৰে বৰুৱা যোৱাৰ পাচত নিজে ৰন্ধা ভাত আনি বিনীতাক খুৱাই যায়। তিনি দিনৰ দিনা বিনীতাই "ভাল পালোঁ" বুলি কলত বৰুৱাই গৰ্ব কৰি কলে, "দেখিলা, সাৱধান হ'লে বেমাৰে গা কৰিব নোৱাৰে। মই সাৱধান নোহোৱা হ'লে তুমিও বহুত দিন পৰি থাকিলাহেঁতেন ময়ো ইন্‌ফেক্‌টেড্ হলোঁহেঁতেন।

চহৰত আহি থকা তিনি মাহৰ ভিতৰত বৰুৱাৰ চাৰিটা চাকৰ পলাল। শেষৰটোক বৰুৱাই চৰ এটা মাৰি বিদায় দিওঁতে সি বাৰাণ্ডাৰপৰা কৈ গ'ল ঃ "তোক ৰাস্তাত চাই লম ৰ।" বৰুৱাই ভয়তে পুলিচত খবৰ দিলে। একো ভয় নাই বুলি আশ্বাস দি পুলিচে বৰুৱাক বিদায় দিলে।

এই তিনি মাহে মিটিঙলৈ মাতিবলৈ সেই ল'ৰা কিটা অহাৰ পাচত আন কোনো ৰাজবাহৰৰ মানুহ বৰুৱাৰ ওচৰলৈ অহা নাই। তিনি মাহে কোনেও বৰুৱাক একো কথাতে প্ৰশংসা কৰা নাই। তিনি মাহে বৰুৱাৰ টেবুলত দহোটামান ঔষধ-বটল গোট খালে— বহুত কিবাকিবি বেমাৰৰ প্ৰতিষেধক দৰব।

এতিয়ালৈকে প্ৰায় ছমাহ হৈ গ'ল বিয়া হোৱাৰ ; অথচ বিনীতাৰ গৰ্ভই বৰুৱাৰ পৌৰুষত্বৰ স্বাক্ষৰ বহন কৰাৰ গৌৰৱ পোৱা নাই। বৰুৱাই কি ভাবে কোৱা টান, কিন্তু বিনীতাৰ মনটো কিবা লাগে।

চহৰত থকা তিনিটা মাহে বৰুৱাক মাক-ককায়েককে ধৰি সকলো মানুহৰপৰা বিচ্ছিন্ন কৰিলে ; কেৱল টকাৰ কাৰণে কলেজটো আৰু ডিগ্ৰিত ওলোমাই লোৱাৰ কাৰণে বিনীতাৰ লগত সম্বন্ধ ৰাখিলে।

কিন্তু এদিন দেওবাৰে আবেলি ধুনীয়াকৈ সাজ-পাৰ পিন্ধি বিনীতা বৰুৱাৰ ওচৰত আহি থিয় হোৱাত বৰুৱাই অবাক হৈ চালে। ইমান ভালকৈ সাজি-পাৰি ওলোৱা অৱস্থাত বিনীতাৰ বিয়াৰ পাচৰপৰা বৰুৱাই কেতিয়াও দেখা নাই। বৰুৱাই নখ কাটি আছিল। বিনীতাই খুব সহজভাৱে কলে—

ঃ চিনেমা চাবলৈ যাওঁ।

এনেকুৱা এটা কথা বিনীতাই কেতিয়াবা তেওঁক কবহি বুলি ঘৰুৱাই সপোনতো ভবা নাছিল। পুনৰ নখ কাটিয়েই মনৰ খংটোক কিছু দমাই বৰুৱাই প্ৰশ্ন কৰি গ'ল —

ঃ" চিনেমা ? কাৰ লগত ?" — বৰুৱাই ভাবি আছিল, বৰুৱাকে যাবলৈ অনুৰোধ কৰিব ঃ তেতিয়া বৰুৱাই নিজে যাব নোৱাৰোঁ বুলি কৈ বিনীতাৰ উল্লাসটো নোহোৱা কৰিব। বিবাহিতা তিৰোতাৰ এইবোৰ আকৌ কি চখ ? আৰু, ঘটিৰাম বাটিৰামৰ নিচিনা সাধাৰণ মানুহৰ ঘৈণীয়েকো নহয়। Sense of prestige দেখিছোঁ একেবাৰে নাই ; চাহ-বাগিচাৰ বনুৱাৰ দৰে সাজি-কাচি দেওবাৰে চিনেমা চাবলৈ যায়। ছিঃ

ঃ প্ৰফেচাৰনীৰ লগত।

বৰুৱা অবাক। হঠাৎ কিয়, আগেয়েতো তুমি এনেকুৱা কেতিয়াও কৰা নাই, আদি বহুত প্ৰশ্নৰ চমু চমু উত্তৰ দি গ'ল বিনীতাই। অৱশেষত বৰুৱাই সুধিলে —

ঃ নগ'লে নহয়নে?

ঃ প্ৰফেচাৰনীয়ে টিকট কিনি থৈছে।

ঃ মোৰ নিষেধতকৈ প্ৰফেচাৰনীৰ টিকটটো ডাঙৰ হ'লেনে ; টিকটৰ পইচাটো দি দিলেই হ'ল।

ঃ মানুহক সেইদৰে অপমান কৰাৰ ভদ্ৰামি মই শিকা নাই।

ঃ তেন্তে যাবাই ?

ঃ ওঁ ।

ঃ তেন্তে মোক নোসোধা হ'লেও হ'লহেতেন।

ঃ কেতিয়াবা একেবাৰে গুচি গ'লে সুধি নাযাওঁ। আজি আকৌ ঘূৰি আহিম কাৰণে হে সুধিছোঁ — যাতে ঘূৰি আহি ঘৰত সোমাবলৈ পাওঁ।

বৰুৱাই নখ কটা এৰি বিনীতাৰ মুখলৈ চালে। "তুমি কি কৈছা এইবোৰ? কি হৈছে তোমাৰ?"

হঠাৎ হুকহুকাই কান্দি দিলে বিনীতাই। বৰুৱাই থিয় হৈ মৰম কৰাৰ নিচিনাকৈ বিনীতাৰ পিঠিত হাত দিলতে বিনীতাই কান্দোন হঠাৎ বন্ধ কৰি দিলে— যেন সেই পৰশে তেওঁৰ আত্মসন্মান সজাগ কৰি দিলে, যেন বৰুৱাৰ নিচিনা নিষ্ঠুৰ মানুহৰ আগত কন্দা মানে কান্দোনকে অসন্মান কৰা যেন হয়।

বিয়াৰ পিচত এইবাৰেই প্ৰথম বিনীতা চিনেমা চাবলৈ ওলাল —তাকো লগত গিৰিয়েক নোহোৱাকৈ, বৰঞ্চ গিৰিয়েকৰ বাধাও নামানি হে। গিৰিয়েকে কি ভাবিব পাৰে, সেই বিষয়ে চিন্তা কৰি বিনীতাই এক মুহূৰ্ত সময়ো অপব্যয় নকৰিলে। বাহিৰত মুকলি বতাহ পাই বিনীতাৰ এনে হে লাগিল যেন কোনোবা ভূতৰ দ্বীপত বহুত দিন বন্ধ হৈ থকাৰ পাচত পৃথিবীখন নতুনকৈ দেখিছেহি। চাৰিওফালে অবাক হৈ চাবলৈ ধৰিলে বিনীতাই। ইমানবোৰ মানুহ আছে বাটে-পথে, দিনৌ ইমানবোৰ গাড়ী-মটৰ চলি আছে এই বাটবোৰত, অথচ বিনীতাই এই সকলোবোৰ পাহৰি গৈছিল। আজি হে যেন বিনীতাই গম পালে— পৃথিৱীৰ সীমা অকল বৰুৱাৰ ঘৰটোৱেই নহয়, বৰুৱাৰ নিয়ম-নিষেধ মানি পৃথিৱী চলা নাই। বিনীতাই প্ৰাণ ভৰি হাঁহিলে, শেষ নোহোৱাকৈ কথা পাতিলে, সৰু ছোৱালীৰ দৰে অসংযত হৈ খোজ কাঢ়িলে, মূৰত ওৰণীখন উঠিবলৈকে নিদিলে, আৰু চানাচুৰ-বাদাম প্ৰফেচাৰনীৰ লগত মুখৰ খতি নকৰাকৈ খালে।

বিনীতাৰ এই ব্যবহাৰে বৰুৱাক অলপ ভয় খুৱালে। বোধকৰোঁ সেই ভয়তে ৰাতি বৰুৱাই মৰম কৰিব খোজোঁতে বিনীতাৰ বৰ লাজ লাগিছিল। বিনীতাৰ সহযোগিতাৰ অভাৱে বৰুৱাক বাগৰ সলাবলৈ বাধ্য কৰিলে। চিনেমা চাবলৈ যোৱাৰ মধুৰ সময়কণৰ মধুৰ আবেশে বিনীতাক তেতিয়াও আনন্দ দি আছিল। একেলগে চিনেমা চাবলৈ যোৱা বঙালী প্ৰফেচাৰৰ ভায়েক অবিনাশ বৰ ভাল মানুহ যেন লাগিল বিনীতাৰ। ঠিক সময়ত এষাৰ মাত, উচিত সময়ত এটা প্ৰশংসাসূচক দৃষ্টি, আৰু ..... আৰু নিৰাপত্তাৰ সংকেত দিব পৰাকৈ অকণমান বিশ্বাসযোগ্য আৰু নিৰ্ভৰযোগ্য আৰু শাৰীৰিক পৰশ কিমান সুন্দৰকৈ দিব জানে তেওঁ। (উজুতি খাই বিনীতা পৰিব খোজোঁতে যে তেওঁ বিনীতাৰ বাহুত ধৰি ৰাখি পিচত 'মাফ কৰিব' বুলি কৈছিল।) সিমান ভদ্ৰতাৰে সিমান security বুজোৱা পৰশ দিব পৰাৰ কথা বৰুৱাই হয়তো ভাবিবও নোৱাৰে। বিয়াবোৰ এনেকৈ হোৱাটো আমাৰ সমাজৰপৰা উঠি নাযায় কিয় বাৰু ? .....

মধুৰ ভাগৰৰ তৃপ্তিৰ আবেশেৰে সেই দিনা ঘুমটি যাওঁতে বিনীতাই সঁচাকৈ কাষতে বৰুৱা থকাৰ কথা পাহৰি গৈছিল — নিজে নজনাকৈয়ে।

# ন

সঁচাকৈয়ে, ভাবিব নোৱাৰা বহুত ঘটনাই ইয়াৰ পাচত ঘটি গ'ল বৰুৱাৰ জীৱনত। এদিন বাটতে লগ পাই গুৰুপদ নেওগে বৰুৱাক অনেক ককৰ্থনা কৰিলে -- সাদৰী মাকজনী আৰু ভোলানাথ হেন ককায়েকটোক সেইদৰে এৰি আহি দুখ দিয়াৰ কাৰণে।। ক'লে, "পঢ়ি-শুনি কি হ'ব? তহঁতৰ মূৰবোৰেই গোবৰ। মাৰে বেয়া পায় বুলি হে। নহ'লে এতিয়াই তোক মই টেটুত ধৰি নি মাৰৰ ওচৰত থৈ আহিবগৈ পাৰোঁ।" অলপমানৰ এটা সীমা আছে। বৰুৱাই বাটত এনে ব্যৱহাৰ সহ্য কৰিব নোৱাৰি কলে, মোৰ ব্যক্তিগত কথাত মূৰ সুমুউৱাটো আপোনাৰ উচিত হোৱা নাই। মই এইবোৰ সহ্য নকৰোঁ।" এই বুলি ভোৰভোৰাই বৰুৱা চাইকেলত উঠি যাব খোজোঁতেই, গাড়ীৰপৰা নামি নেওগে ধৰিলে থাপ মাৰি। "একেপাট চৰতে যমৰ ঘৰৰপৰা ঘূৰি আহিবিগৈ ঔ। চহৰত থাকি মোক বৰ কথা নুশুনাবি। নাঙঠ কৰি এৰি দিম ৰাজআলিত।" মানুহঁ গোট খাই গ'ল। কথাটো বৰ বেয়া হোৱা দেখি " বাৰু আপোনাক মই পিচত লগ পাম" বুলি বৰুৱা পলাল।

তাৰ কেইদিনমান পাচতে কলেজত এখন সাহিত্য সভা হৈছিল। বৰুৱাই নিৰ্দিষ্ট বক্তা হিচাপে জ্ঞান-গম্ভীৰ ভাৱ-ভঙ্গীৰে এই ছাত্ৰ-সভাখনত কৈছিল ঃ অসমীয়া সাহিত্যত পঢ়িবলগীয়া একো গ্ৰন্থই এতিয়ালৈকে নাই; কীৰ্তন ভাল হ'লেও অনুবাদ মাত্ৰ; নামঘোষা হ'ল ভগৱৎ-প্ৰেমৰ প্ৰলেপ সনা লোকগীত । বেজবৰুৱা ফুচুৰি কথাৰ ভঁৰাল হ'ব পাৰে, আনকি হাস্যৰস হিচাপেও সেইবোৰ কোনো ভাল সাহিত্যৰ ওচৰলৈকে নিব নোৱাৰি। ওমৰ খায়ামৰ ইংৰাজী অনুবাদ পঢ়ি তাকে ঘূৰাই-পকাই ওৰে জীৱন লেখি যতীন দুৱৰা কবি হ'ল। উপন্যাস যে নায়েই; আনকি ৰজনী বৰদলৈৰ পাচৰপৰা আজিলৈকে উপন্যাস লিখাৰ চেষ্টাও চকুত নপৰে। কবিতাৰ ক্ষেত্ৰত এতিয়া হে দুটা এটা প্ৰকৃত কবিতা ওলাইছে।.... ইত্যাদি। ক্লাচত সদায় এনে ধৰণৰ কথা শুনি ল'ৰাবোৰ বিৰক্ত হৈয়ে আছিল। তাতে এই সভালৈ আন কলেজৰ ল'ৰাও আহিছিল। হঠাৎ বহুত ল'ৰাই " sit down, sit down -- এই গাঁৱলীয়া বহি থাক আদি চিঞৰিবলৈ ধৰিলে। লাজত মৰা যেন হৈ বৰুৱা গুচি আহিল। ঘৰত আহি প্ৰফেচাৰ ৰায়ক কলেহি — আজিকালিৰ ল'ৰাবোৰ বৰ বেয়া হৈ আহিছে। ইহঁত ডাঙৰ হ'লে পৃথিৱী জহন্নামে যাব।" ৰায়ে হাঁহি হাঁহি কলে — "Don't say so! Every new generation is far more intelligent and better human beings than the previous one! মানুহৰ প্ৰতি পুৰুষতে বেছি ভাল হৈ হে আহিছে মিস্টাৰ বৰুৱা।"

ৰাজবাহৰ গাঁৱত যি সমস্যা নাই, সেই সমস্যা ভাৰততো নাই। ভাৰতত থকা সকলো সমস্যা নাই, সেই সমস্যা ৰাজবাহৰত আছে। গাদীচ্যুত মন্ত্ৰীৰ অস্তিত্ব একেবাৰে শেষ নোহোৱালৈকে তেওঁৰ বিৰুদ্ধে কাগজে-পত্ৰে লিখা-লিখি চলি থকাৰ দৰে, আলোক বৰুৱাৰ কথা মনত পৰি থকালৈকে তেওঁৰ মূৰ দাঙিব নোৱাৰা কৰিবৰ চেষ্টা চলি থাকিল ৰাজবাহৰ গাঁৱত। ডেকাখিনিয়ে বাপুজী ক্লাবৰ মিটিঙত যোৱা বছৰৰ হিচাপ সভাপতি আলোক বৰুৱাৰ হাতত আছিল ; আৰু তেওঁ যোৱাৰ আগতে, বা আজিলৈকে, সেই হিচাপ দাখিল কৰা নাই-- বাৰে বাৰে অনুৰোধ কৰাৰ পাচতো। ৰাজহুৱা প্ৰতিষ্ঠান এটাৰ হিচাপ-পত্ৰৰ প্ৰতি ইমান অৱজ্ঞা দেখুৱাত সভাই বৰুৱাৰ তীব্ৰ নিন্দা কৰি প্ৰস্তাৱ ল'লে আৰু সেই হিচাপ অনতিপলমে নিদিলে আইনৰ সহায় লোৱা হ'ব বুলি বৰুৱাক জনাবলৈ নতুন সম্পাদকক দায়িত্ব দিলে।

হিচাপ আচলতে ১২ টকাৰ। সেই ধন বৰুৱাই নতুন সম্পাদকক দিয়ে গৈছে। কিন্তু সেই বাৰ টকানো ক'ৰ — সেই হিচাপটো বৰুৱাই দি যোৱা নাই। সভাৰ প্ৰস্তাৱৰ নকল এটা যথা সময়ত বৰুৱাৰ হাতত আহি পৰিলত, বিনীতাই নেদেখাকৈ বৰুৱাই ফালি পেলালে।

চাৰিওফালে ক'তো আনন্দৰ চিন নেদেখি বৰুৱাই চহৰলৈ আহিয়েই আকৌ কবিতা লিখিবলৈ বহিছিল। এসপ্তাহে বহি বহি, বাৰেবুৰি কাট-কুট কৰি বৰুৱাই এটা কবিতা লিখিছিল। কি মূৰ্ত্তি সেই সময়ত বৰুৱাৰ! বিনীতাই মাতিলেও ক'ব নোৱাৰা হৈ থাকে — অন্ততঃ তেনেকুৱা ভাও ধৰে। যেন খাব-শুবলৈও পাহৰি গৈছিল। লেখা হোৱাৰ পাচত বিনীতা আৰু ৰায় প্ৰফেচাৰক হেজাৰ বাৰ পঢ়ি শুনাইছিল। ভদ্ৰতাৰ খাতিৰত ৰায় প্ৰফেচাৰে অপূৰ্ব হোৱা বুলি কৈছিল। এখন কাকতলৈ পঠিয়াইছিল বৰুৱাই। পঠোৱা আজি এমাহমান হ'ল। এমাহৰ মূৰত কোনো মন্তব্য আদি নোহোৱাকৈ বৰুৱাই পঠোৱা ডাক-টিকটেৰে কবিতাটো ঘূৰি আহিল। বৰুৱাৰ জীৱনত এইদৰে বিমুখ হোৱা এয়ে প্ৰথম। বৰ দুখ লাগিল বৰুৱাৰ। কবিতাৰ জগততো বৰ অকলশৰীয়া বৰুৱা। যি ফালে চাই যি বিষয়বস্তুৰ ওপৰতে তেওঁ কবিতা লিখে, তাতে হতাশাৰ ছবি ফুটি উঠে। নিৰ্বাচিত শব্দ একে ঠাই কৰাত অৱশ্যে বৰুৱাৰ লগত ফেৰ মৰা টান। চহকী পুৰণি ইংৰাজী সাহিত্য পঢ়া আমাৰ বহুত সাহিত্যিকক বৃটিচৰ পুৰণি ৰক্ষণশীলতাইও আকৰ্ষণ কৰে। এওঁলোকে ৰামায়ণ-মহাভাৰতো ইংৰাজী অনুবাদতে ভালকৈ বুজে। বৰুৱাই মনে মনে এতিয়াৰপৰা ইংৰাজীত লিখিবলৈ ঠিক কৰিলে।

বৰুৱাক কলেজৰ সভাত অপমান কৰাৰ কথা গোটেই ৰাজবাহৰ গাঁৱত বিয়পি পৰিল। আচৰিত কথা, কোনেও দুখ প্ৰকাশ নকৰিলে। আনকি নিজৰ মাকজনীয়েও বৰপুতেকৰ মুখৰপৰা এই কথা শুনি কলে, "ভালে হৈছে; ঘৰত কোনেও একো নোকোৱা দেখি সি বৰ বাঢ়ি গৈছিল; এই ল'ৰাবোৰে হে তাক ঠিক কৰিব পাৰিব।" ৰাজবাহৰৰ মানুহে যেন ইজনে সিজনৰ আগত ইয়াকে প্ৰমাণ হিচাপে দাঙি ধৰি ক'লে যে, ৰাজবাহৰে গ্ৰহণ নকৰা পাণ্ডিত্য পৃথিৱীয়েও গ্ৰহণ নকৰে। "বেচেৰা" বুলি পুতৌ কৰি কেইদিনমান এই কথা আলোচনা কৰাৰ পাচত গাঁৱৰ মানুহে বৰুৱাৰ নাম লবলৈ আকৌ পাহৰি গ'ল।

তাক খবৰ নকৰিলে হে সি ঠিক হ'ব বুলি ভাবি বৰুৱাৰ মাকে ইমানদিনে বৰুৱাই জনাকৈ বৰুৱাৰ কোনো খবৰ লোৱা নাছিল। অৱশ্যে আৰ-তাৰ মুখে খবৰ সদায় লৈছিল আৰু আনন্দইও কলেজৰ ল'ৰাৰপৰা বৰুৱাৰ খবৰ সদায় লয়। আনন্দ, মাক আৰু মন্দিৰাৰ কিন্তু বেছি চিন্তা বিনীতালৈ। এটাইকেইটাই সদায় গধূলি কোৱা-মেলা কৰে— বেচেৰীৰ চাগৈ সেই বলিয়াটোৰ লগত অকলে বৰ কষ্ট হৈছে। মাকৰ আটাইতকৈ বেছি খং উঠিল, আনন্দ-মন্দিৰাৰ অসুখত খবৰ দিওঁতেও এখন্তেকৰ কাৰণেও আলোক বৰুৱা নোযোৱাৰ কাৰণে। কিন্তু পেটৰ পোৱালীৰ খবৰ নোলোৱাকৈ কিমান দিন থাকিব আৰু? এদিন বুঢ়ীয়ে আনন্দক কলে, "ইহঁত দুজনীকে লৈ যাচোন গাড়ীতে; তাৰ ঘৰৰ আগত নমাই দিবি। বিনীতাৰ খবৰটোকে লৈ আহক। সি যি কৰে কৰক; কিন্তু লোকৰ ছোৱালীজনীৰ খবৰ এটাও নোলোৱাকৈনো কেনেকৈ শান্তিৰে থাক?"

আনন্দই মাকৰ মনৰ কথা বুজিলে। সেয়ে সুধিলে, "তয়ো যাবি নেকি?"

"আজিলৈ বাৰু ইহঁতেই গৈ আহকচোন" — বুঢ়ীয়ে নাযাওঁ বুলি নকলে। আনন্দই মনে মনে হাঁহিলে। ভাবিলে কাইলৈ— যাব বাৰু। নিজৰ ডাঙৰ ছোৱালী দুজনীক দুপৰীয়া আনন্দই আনি আলোক বৰুৱাৰ ঘৰৰ আগত নমাই দিলেহি। লগতে ঘৰত কৰা কিবা পিঠা-পনাৰ টোপোলা এটাও মন্দিৰাই সি পঠাইছিল। হঠাৎ মনত পৰি আনন্দই নিজে চাউল এবস্তাও লৈ আহিছিল। জিপত আনন্দক ভিতৰৰপৰা দেখি বিনীতা দৌৰি ওলাই আহিল। ছোৱালী দুজনীক সাবটি ধৰিলেহি। বহুত প্ৰশ্ন কৰিলে বিনীতাই: বাইদেউক লৈ নাহিল কেলেই? মা বাৰু ইমান দিন কিয় অহা নাই? বলক— ঘৰলৈ নোসোমায় কিয়? ............ ইত্যাদি। আলোক নাই বুলি শুনি আনন্দ ঘৰত সোমাল। ইস্ ইমান সৰু ঘৰটোত ছোৱালীজনীক আনি এই গৰুটোৱে ভাল কষ্ট দিছেহি! বিনীতাই লৰালৰিকৈ চাহ কৰি খুৱালে। বহুত দিনৰ

মূৰত যেন বিনীতা আকৌ আগৰ বিনীতা হ'ল। আনন্দই চাউলৰ বস্তাটো নিজে চোঁচোৰাই আনি বাৰাণ্ডাত পেলালেহি। যাবলৈ ওলাই সুধিলে ঃ

ঃ মহাপুৰুষৰ মতি-গতিৰ সলনি হৈছেনে?

বিনীতা নিমাত।

"বাৰু মই আহোঁ। তিনি ঘণ্টামানৰ মূৰত ইহঁতক লৈ যামহি।" — এই বুলি আনন্দ যাব খোজোঁতে কান্দো কান্দো হৈ বিনীতাই কলে ঃ "ভায়েকক কিবা বুদ্ধি কৰি ঘৰলৈ নিয়াৰ নোৱাৰেনে? মোৰ ইয়াত একেবাৰে ভাল লগা নাই। নহ'লে ময়ে গৈ কিছুদিন আপোনালোকৰ লগতে থাকোঁগৈ। আপুনি কবচোন।"

চাউলৰ বস্তাটো ভিতৰলৈ আনিবলৈ মানুহ বিচাৰি আনন্দই সুধিলে, "চাকৰৰ ল'ৰা এটা আছে বুলি শুনিছিলোঁ। ক'লৈ গ'ল?"

"এটানে? ইতিমধ্যে চাৰিটা খেদিলে। মই আৰু নালাগে বুলি কৈছোঁ।"

একো উত্তৰ নিদি আনন্দ ওলাই গ'ল। ৰীণা-বীণাই খুড়ীয়েকক অজস্র প্রশ্নেৰে উশাহ সলাব নোৱাৰা কৰিবলৈ সমুখা-সমুখিকৈ বহি ললে — যেন বাপেক যাবলৈ হে ৰৈ আছিল।

ঃ তুমি অহাৰ পাচতো মোৰ বহুত দিন জ্বৰ হ'ল। জানা খুড়ীটি?

ঃ তুমি ইমান বেয়া। মোৰ জ্বৰ ভাল নোহোৱাকৈয়ে গুচি আহিলা।

ঃ সদায় বাট চাই থাকোঁ, তুমি যাবা বুলি। আইতাই কয়— আজি আহিব পাৰে। উ, তুমি নোযোৱাই হ'লা।

কিন্তু ৰীণা-বীণাই নিজৰ অভিযোগবোৰ কবলৈ সময় নাপালে। আৰম্ভ কৰি লওঁতেই বাহিৰত কোনোবা অহাৰ শব্দ শুনি বিনীতা ওলাই আহিল। বিনীতাই ভবাটোৱেই ; বৰুৱা আহিল। বোধকৰোঁ ভিতৰত ৰীণা-বীণাই তাকে সন্দেহ কৰিছিল ; সেয়ে ওলাই নাহিল। গাড়ীৰ চকাৰ চিনটোলৈ ভালকৈ চাই বৰুৱাই সুধিলে —

ঃ কোন আহিছিল?

ঃ ককাইদেউ।

ঃ হঠাৎ মনত পৰিলনে? — বৰুৱাই চাইকেলখন বাৰাণ্ডালৈ তুলি থলে।

বিনীতা নিমাত।

ঃ সেইটো কিহৰ বস্তা?

ঃ চাউলৰ। ককাইদেৱে লৈ আহিছিল।

ঃ যাহওক ; ইমান দিনৰ মূৰত যে দি যাবলৈ মনত পৰিল।

ঃ কিয় দি যাব লাগে? তুমি আনিবগৈ নোৱাৰা হ'ব পায়? অসহ্য হৈ বিনীতাই কলে।

ঃ এতিয়া আকৌ ককাইদেউৰ ফলীয়া হ'লানে?

ভিতৰত ৰীণা-বীণাই ফুচফুচাই কথা পতা শুনিলে বৰুৱাই। এটা জাপ মাৰিলে সিহঁতে! বৰুৱাৰ খঙেই উঠিল-

ঃ কোন সেয়া ভিতৰত? পঞ্জাবীৰ ল'ৰা-ছোৱালীকিটাক আকৌ সোমাবলৈ দিছা হ'বলা? মোক অপমান কৰাৰ পাচতো সিহঁতৰ প্রতি অহেতুকে মৰমটো তোমাৰ হোৱা নাই?

ৰীণা-বীণা হে ; ককাইদেৱে থৈ গৈছে। পিচত লৈ যাবহি। — অসহ্য খংটো দমাই বিনীতাই কলে।

বাৰাণ্ডাতে চাইকেলখন তলা লগাই থৈ বৰুৱা ভিতৰ সোমাল। ৰীণা-বীণাই জপিয়াই জপিয়াই বেলুন উৰাইছিল। বৰুৱাক দেখিয়েই ৰৈ গ'ল।

ঃ আকৌ ওলালাহি নে তোমালোক? — সিহঁত বহুত দিনৰ মূৰত অহাত বৰুৱাই ভালেই পাইছিল। কিন্তু অ লপ

হাস্যৰসৰ অৱতাৰণাৰ ইচ্ছাৰেই সেইদৰে ক'লে — যেন সিহঁত ইমান আপোন যে তেওঁ সেইদৰে কলেও বেয়া নাপায়।

ঃ আমি আপোনাৰ ওচৰলৈ অহা নাই ; খুড়ীটিৰ ওচৰলৈ হে আহিছোঁ।

— এজনীয়ে ক্ষুণ্ণ হোৱাৰ সুৰত মুখ ওফোন্দাই কলে। যেন বৰুৱা অবাঞ্ছিতভাবে আহিছে।

ঃ কিন্তু ঘৰটো মোৰ হে? — বৰুৱাই ৰগৰ কৰিয়ে কলে।

ঃ নহয়। খুড়ীটিৰ হে। আপুনি বেয়া।

ঃ হেৰ পৃথিৱীৰ মানুহে মোক ভাল বোলে ; তহঁতৰ কাৰণে হে মই বেয়া? — বৰুৱাই আজি ৰগৰ কৰিয়ে কথা কৈ আছে।

ঃ ইস্ । কলেজৰ ল'ৰাইও সিদিনা মিটিঙৰপৰা খেদি দিছে। আমি যেনিবা নাজানো হে।

বৰুৱাৰ সকলো ৰগৰ শেষ হ'ল। ৰান্ধনি ঘৰৰপৰা আহি ৰীণাই শেষত কোৱা কথাকিটা শুনি বিনীতাই মৃদু তিৰস্কাৰ কৰি দুইজনীকে ৰান্ধনি-ঘৰলৈ লৈ গ'ল।

মাজতে এবাৰ বিনীতাই বৰুৱাক চাহ-জলপান দি গ'লহি। বৰুৱাই গহীন হৈ বিনীতাক সুধিলে- "মোৰ পেণ্টৰ ওপৰত দেখোন এইবাৰ মেখেলা উঠিল? মেখেলা-পেটিকোট আদি মই ঘিণ কৰোঁ বুলি সদায় কব লাগিব নেকি?" বিনীতাই ভুলতে পেণ্টৰ ওপৰত থোৱা মেখেলাখন টানি আনি বেলেগে থলেহি। তাৰ পাচত 'চাহ খাওক' বুলি কৈ ৰীণাহঁতক খাবলৈ দিবলৈ ৰান্ধনি-ঘৰ পালেগৈ।

ভিতৰত তিনিওজনীৰে কি হাঁহি। বৰুৱাৰ সহ্য নহয়। অকলে বিনীতাই আনন্দ কৰিলে বৰুৱাই কিবা সহ্য কৰিব নোৱাৰে। বৰঞ্চ বিনীতা নিৰানন্দ হৈ থাকিলে বৰুৱাৰ তেওঁলৈ অলপ মৰম লাগে। তেতিয়া মৰম কৰিবৰ মনো যায়। সেই সৰু সৰু ছোৱালী কিজনীৰ লগত বাৰু কিহৰ ইমান খিকিন্দালি? বৰুৱাই শান্তিৰে চাহকে খাব নোৱাৰিলে। ঘৰৰপৰা আনন্দই অনা পিঠা-পনা হাতেৰেই নুছুলে। বৰঞ্চ সেই সুবিধাকে লৈ বিনীতাক মাতি তেওঁ কলে, "এই গোবৰ-জাবৰ সোপা মোক কেলেই দিছা। কেতিয়াবা খোৱা দেখিছানে মোক?"

বিনীতাৰ সকলো আনন্দ শেষ হ'ল ...

# দহ

**আৰু** শেষ হ'ল বিনীতাৰ ধৈৰ্য্যৰ সীমা। সেইদিনা সন্ধিয়ালৈকে দুয়োৰে মাজত যি দ্বৈত যুদ্ধ হৈছিল, তাৰ ফলত পিচদিনা পুৱা বৰুৱাৰ মূৰৰ বিষ হ'ল, আৰু বহুত বিক্ষোভ প্ৰকাশ কৰি দিয়াৰ ফলস্বৰূপে বিনীতাই গা-মন বৰ পাতল হোৱা যেন পালে। ৰাতিপুৱাই বিচনাতে বৰুৱাক চাহ এপিয়লা দি "চাহ দিছোঁ" বুলি সহজভাৱে কৈ বিনীতা বাৰাণ্ডাৰ চকীখনত বহিলহি। আজি খুব ৰাতিপুৱাই উঠি বিনীতাই গা ধুলে— আন দিনা কেতিয়াও নকৰা কাম কৰিলে। ইমান জাৰত পুৱা গৰম পানীৰে গা ধুই বিনীতাৰ মনটো বৰ ফৰকাল লাগিল। তাৰ পাচত হে বৰুৱাক চাহ দিলেহি। হাড়-কঁপোৱা জাৰত কঁপি কঁপি বাৰাণ্ডাত পৰা ৰ'দকণে বিনীতাৰ মনটো বেছি মুকলি কৰি দিলে। আগদিনা সন্ধিয়া বা তাৰ আগতেও ঘটি যোৱা ঘটনাবোৰৰ কাৰণে আজি বিনীতাৰ মনত কোনো দুখ, কোনো অনুতাপ, নাই। কিন্তু কথাবোৰ মনত পেলাই বিনীতাৰ ভাল লাগিল।

## এই গতি নিৰবধি

সঁচাকৈয়ে, আগদিনা সন্ধিয়াৰ আগে আগে এক তুমুল কাণ্ড হৈ গ'ল। বিনীতাই ৰীণা-বীণাৰ লগত ৰান্ধনি-ঘৰৰ জুহালৰ ওচৰতে নানা সৰু-সুৰা কথা পাতি বহি আছিল। ওভাৰকোট পিন্ধি বৰুৱা বহি আছিল শোৱনি-কোঠাত। বোধকৰোঁ ক'ৰবালৈ যাবলৈ ওলাইছিল। এনেতে আনন্দ ককাইদেউ আহি উপস্থিত। বিনীতাক চাহ খুজি ককায়েকে বৰুৱাক কৈছিল—

ঃ তই এইবোৰ কি কৰিছ? শত্ৰুক হে হাঁহিবলৈ সুবিধা দিছ। ঘৰলৈ তো নাযাবই; মাৰজনীৰ খবৰ এটাও নলৱ। ঘৈণীয়েৰজনীকো যাবলৈ নিদিয়।

ঃ মই যি কৰোঁ। তোৰ কি দৰকাৰ? তই নিজে থাক ভাল মানুহ হৈ।

আনন্দ ককাইদেউ গৰজি উঠিছিল। এই মাটি যেন মানুহজনৰ সেইটো খং বিনীতাই কালি হে দেখিছিল। কুকুৰ-মেকুৰী বুলি বহুত কিবাকিবি গালি পাৰি ভায়েকক কৈছিল— "তই নাযাৱ নালাগে যাব। মোৰ ভাই এটা নাই বুলি মই ধৰি লম। কিন্তু বিনীতাক কেইদিনমানৰ কাৰণে হ'লেও মই মাৰ ওচৰত থমগৈয়ে। মৰাৰ আগতে বুঢ়ীজনীক অকণমান শান্তি দিয়াৰ কৰ্তব্য মোৰ আছে। তই কেনেকৈ ৰাখ ঘৈণীয়েৰক মই চাম।"

আলোক বৰুৱাই ককায়েকক 'ঘৰৰপৰা ওলাই যা' বুলি দপদপাই উঠিছিল। ককায়েকে ভায়েকৰ হাত এখনত ধৰি কৈছিল,"একেপাট চৰতে ক'ৰবাত পৰিবিগৈ।" তেহে বিনীতাই আহি মাজত সোমাই এৰুৱাই দিছিল। ককায়েকক ৰান্ধনি-ঘৰত চাহ দি বুজাই কৈছিল— পিচত এদিন নিজে যাব বুলি ; গিৰিয়েকৰ লগত তৰ্ক কৰি লাভ নাই বুলি। এই পৰিস্থিতিত বিনীতাক সহায় কৰাৰ একো উপায় বিচাৰি নাপাই আনন্দই মনে মনে চকুৰ পানী দুটোপাল মোহাৰি লোৱা বিনীতাই দেখিছিল। যাবৰ সময়ত ককায়েকে ভায়েকক যাওঁ বুলি মাত লগাই কৈছিল, "তোৰ আত্মসম্মানে অনুমতি দিলে এবাৰ মাৰজনীক দেখা এটা দি আহিবিগৈ। নহ'লে ইয়ালৈকে পঠিয়াই দিব লাগে যদিও খবৰ দিবি।" বৰুৱাই মুখেৰে একো উত্তৰ দিয়া নাছিল।

ককায়েক যোৱাৰ পাচত আলোক বৰুৱাৰ খং গৈ বিনীতাৰ ওপৰত পৰিছিলগৈ।

কিয় ঘৰত সোমাবলৈ দিয়া মই বেয়া পোৱা মানুহবোৰক?

কিয় ৰাখিছিল ৰীণা-বীণাক?

সি কেনেকৈ জানিলে মই হে তোমাক ঘৰলৈ নপঠিয়াওঁ বুলি?

তুমি মোৰ প্ৰতি শত্ৰুতা কৰিবলৈ মোৰ লগত আছা, নে আন কিবা?

তোমাক নিবলৈ তাৰ ইমান জোৰ কিয়? এনেকুৱা কুৎসিৎ প্ৰস্তাৱ কোনো ককায়েকে ভায়েকক কৰা মই আজিলৈকে শুনা নাই!

তাকে শুনি ফেঁটী সাপৰ দৰে মূৰ দাঙিছিল বিনীতাই। কৈছিল, বহুত সহ্য কৰিছোঁ মই। এনেকুৱা জঘন্য কথা মোৰ আগত দ্বিতীয় বাৰ কলে ...........

ঃ কি কৰিবা তুমি?

ঃ যিটো তুমি সপোনতো ভাবিব নোৱাৰা।— কৈ বিনীতা হঠাতে ঘূৰিছিল ; আৰু "জঘন্য" বুলি মুখ বিকৃত কৰি খাওঁ খাওঁ দৃষ্টিৰে বৰুৱালৈ চাই কোঠাটোৰপৰা ওলাই গৈছিল।

খণ্ডত বৰুৱাই যুৰীয়া পালেং দুখন কৰি কোঠাটোৰ দুমূৰে পাতিছিল। নিজৰ বস্তুবোৰ নিজৰ পালেংখনৰ ফালে নি লৈছিল। কিবাকিবি বহুত বস্তু ধুম-ধামকৈ পেলাইছিল। বিনীতা আকৌ কোঠাটোলৈ ঘূৰি আহিছিল। বিচনা দুখন বেলেগ কৰা দেখি বিদ্ৰূপৰ হাঁহি এটা মাৰি কৈছিল—

ঃ ইমান যদি ঘিণেই মোৰ ওপৰত, মোক দেখোন খেদি দিলেই হ'ল।

খেদাৰ দৰকাৰ নাই। আজিয়েই যাব পাৰো ইচ্ছা কৰিলে। I have no objection.

ঃ তোমাৰ এই স্বভাৱৰ কাৰণেই পৃথিৱী গোটেইখনেই তোমাক বাদ দিছে। বাধ্য হৈ এতিয়ালৈকে কোবা পাপৰ ফলত ময়ে আছোঁ। সেইটোও বোধকৰোঁ সহ্য হোৱা নাই।

ঃ গৰু কিছুমানৰ লগত থকাতকৈ অকলে থকাই ভাল।

ঃ নিজকো তাতকৈ বেছি ভাল বুলি নাভাবিবা।

ঃ মুখখনদেখোন বেয়াকৈ বাঢ়িছে? ভাল নহ'ব দেই।

ঃ কি বেয়াটো হ'ব? এতিয়াও একো ভালটো হৈ থকা নাই।

ঃ চুপ।

বিদ্রূপৰ হাঁহিৰে বিনীতাই কৈছিল--

ঃ কিমান ভয় দেখুৱাবা? ইমান দিনে অকল চুপ চুপ কৰাকে শুনিলোঁ।

ঃ মই মাৰ-ধৰ কৰিবলৈ ভাল নাপাওঁ। মোক বাধ্য নকৰালেই ভাল পাম।

ঃ সেইটো জেওৰাখুটি শৰীৰেৰে তেওঁ বা কি মাৰ-ধৰটো কৰিব?

খণ্ডত একো নাই হৈ বৰুৱাই উঠি আহি বিনীতাক এক চৰ লগাই দিছিলহি। কোনো দুখ পোৱাৰ, কোনো আঘাত পোৱাৰ চিন বিনীতাই দেখুউৱা নাছিল। সঁচাকৈ, বিনীতাৰ কাৰণে সেই চৰটো বৰুৱাৰ হুটা মাত আৰু ককৰ্থনাৰ তুলনাত অতি নগণ্য আছিল; বিনীতা একে ঠাইতে ৰৈ আছিল। বৰুৱা ওচৰতে ৰৈ খণ্ডত কঁপিছিল-- বতাহত গছ-পাত কঁপাদি কঁপিছিল। উত্তেজনাত অজ্ঞান হৈ বৰুৱা পৰি যায় বুলি হে বিনীতাই ভয় খাইছিল। বৰুৱাৰ শৰীৰটোৰ শক্তি কিমান, বিনীতাই জানে।

ঠিক এনে সময়তে বাহিৰত কোনোবাই মাত লগাইছিল। বৰুৱাই ৰুমালেৰে মুখখন মচি মুখলৈ স্বাভাৱিক অভিব্যক্তি ঘূৰাই আনিবলৈ চেষ্টা কৰিছিল। তেতিয়াও কিন্তু কপাঁল আৰু ডিঙিৰ সিৰবোৰ ফুলি আছিল। বৰুৱা লাহে লাহে বাহিৰলৈ ওলাই আহিছিল। মনে মনে ভালো পাইছিল চাগে-- এক অপ্ৰীতিকৰ পৰিস্থিতিৰপৰা নিজক আঁতৰাই অনাৰ সুযোগ এটা ওলোৱা দেখি।

বৰুৱাই বাহিৰত আহি দেখিছিল-- প্ৰফেচাৰ ৰায়ৰ ভায়েক ২৫/২৬ বছৰীয়া ডেকা ইঞ্জিনিয়াৰজন। এদিন দূৰৰপৰা প্ৰফেচাৰেই দেখুৱাই দিছিল। নাম অবিনাশ বুলি কৈছিল বোধকৰোঁ।

ডেকাজনে বৰুৱাৰ ভৰি ছুই প্ৰণাম কৰি ধুনীয়া অসমীয়াত কৈছিল, "মোৰ নাম, চাৰ, অবিনাশ ৰায়। আপোনাৰ প্ৰতিবেশী প্ৰফেচাৰ ৰায়ৰ মই ভায়েক। বহুত দিনৰপৰা ভাবি আছোঁ আপোনাক প্ৰণাম এটা জনাই যাওঁ বুলি। কিন্তু আপুনি ইমান ব্যস্ত হৈ থাকে যে আহিবলৈকে ভয় লাগে। সৰুৰেপৰা মই গুৱাহাটীতে ডাঙৰ-দীঘল হোৱা, পঢ়িলোঁও গুৱাহাটীতে। আপোনাৰ লেখাৰ মই এজন নিঃকিন ভক্ত। সদায় পঢ়োঁ। ইয়াত আহি আপোনাক সশৰীৰে দেখি স্বৰ্গ পোৱা যেন পাইছোঁ।"

অনা-অসমীয়া এজনৰ মুখত ইমান প্ৰশংসা বৰুৱাই জীৱনত প্ৰথম শুনিছিল। ল'ৰাটোলৈ মৰম লাগি গৈছিল। 'বহা বহা' বুলি তাক কৈছিল। বৰুৱাৰ অলপ আগৰ খং কেনিবা উৰি গৈছিল। এইকণ স্বীকৃতি বিচাৰিও নোপোৱাটোৱেই বৰুৱাৰ খঙৰ গুৰি নহয় জানো? আনন্দই যদি কলোহিহেঁতেন যে আলোক বৰুৱা নোহোৱা কাৰণে সিহঁত বিপদত পৰিছে, তেন্তে বৰুৱা নগ'লহেঁতেন জানো? আনন্দৰ লগত থকাটো মাকৰ কাৰণে অতি কষ্টকৰ হোৱা হ'লে বৰুৱাই গৰ্বেৰে সেই কষ্টৰপৰা মাকক উদ্ধাৰ নকৰিলেহেঁতেন জানো? বৰুৱাই নাহাঁহিলে বিনীতাই কান্দি থাকিবলগীয়া হোৱা হ'লে সুন্দৰ হাঁহিৰে বৰুৱাই বিনীতাৰ চকুপানী মচি নিদিলেহেঁতেন জানো? কিন্তু সকলোৱে বৰুৱাক এনেকুৱা এটা ভাব

দেখুৱায় যেন বৰুৱা নহ'লেও কাৰে একে অসুবিধা নহ'ব। ইমান অৱজ্ঞা সহ্য কৰিব পাৰি জানো? এই কথাটো বৰুৱাই বাৰু এতিয়া কেনেকৈ এই গৰুসোপাক বুজাই দিয়ে?

বহি লৈ অবিনাশে কেৱল বৰুৱাৰ প্ৰশংসাকে কৰি গৈছিল ঃ আপুনি ইমান ভাল, ওচৰ-পাজৰৰসকলো মানুহে আপোনাক ইমান ভাল মানুহ বুলি প্ৰশংসা কৰে ; প্ৰফেচাৰ ককায়েক আৰু নবৌৱেকে যে দেৱতা বুলি কয় ঃ যোৰহাটত যে বৰুৱাক চিনি নোপোৱা মানুহ নায়েই , ... ইত্যাদি। ইমানবোৰ প্ৰশংসা বৰুৱাই এতিয়া অকলে শুনিবনে? চেঃ, এতিয়া ককায়েক আনন্দটো থকা হ'লে বৰ ভাল আছিল। ৰীণা-বীণায়ো শুনি যোৱা হ'লে ভাল আছিল। এতিয়া হাতৰ ওচৰত একমাত্ৰ বিনীতাই। এৰা, বিনীতাকে মাতি আনিব লাগিব। অবিনাশক অকণমান বহিবলৈ কৈ বৰুৱা ভিতৰলৈ আহিছিল। বিচনাত তললৈ পেট পেলাই শুই আছিল বিনীতা। ওচৰতে দীঘল দি বৰুৱাই বিনীতাৰ পিঠিত হাত দিছিল। কৈছিল "খং উঠিছে নহয়? কি কৰিম? খং উঠিলে মোৰ একো জ্ঞান নাথাকে। চাওঁ বাৰু, বাহিৰলৈ আহাচোন। বৰ ভাল মানুহ এজন লগ পোৱাই দিম। ভাল লাগিব তোমাৰ।"

বিনীতাই লৰচৰ কৰা নাছিল।

"শুনা বিনী, খঙত যেনিবা ভুলতে তোমাৰ গাত অকণমান হাতখন লাগিলেই। তুমি এতিয়া তাকে ধৰি থাকিবানে? তোমাৰ ওপৰতে খং নকৰি বাৰু কাৰ ওপৰত কৰিম?" বিনীতাৰ গালত চুমা খাই দিছিল বৰুৱাই। যি কোনো উপায়েৰে বিনীতাক নি অবিনাশৰ মুখৰ প্ৰশংসাখিনি শুনাব নোৱাৰিলে যে বৰুৱাৰ শান্তি নাই। এনে সুযোগ আৰু নাহিবও পাৰে বেগেত। এনেকুৱা তেলীয়া মৰম সহ্য কৰি থকাতকৈ বাহিৰলৈ যোৱাই ভাল বুলি ভাবি, চাদৰৰ আগেৰে মুখখন মোহাৰি, বিনীতা বৰুৱাৰ পিছে পিছে আগফালৰ বাৰাণ্ডা পাইছিলহি। আউল-বাউল চুলিৰে বিনীতাক বৰ ধুনীয়া লাগিছিল। বিনীতাক দেখি অবিনাশ থিয় হৈছিল। অবিনাশক দেখি বিনীতাই যেন চক্ খাইছিল। বৰ বেয়া সময়ত যেন আহিল অবিনাশ! বিনীতাৰ নিজৰ মনৰ অৱস্থা তেতিয়া এনেকুৱা আছিল যে বৰুৱাক আঁতৰাই খালী কৰি থোৱা ঠাই যি কোনো দৰদী মানুহে বিনা কষ্টে দখল কৰিব পাৰে। আৰু কথাত কথা ওলাই যদি অবিনাশে বিনীতাহঁতৰ লগতে সিদিনা চিনেমা চাবলৈ গৈছিল বুলি কৈ দিয়ে! এক কাতৰ অনুৰোধৰ চাৱনিৰে বিনীতাই অবিনাশলৈ চাই ওঁঠত আঙুলি লগাইছিল। ভগৱানক খাটিছিল, অবিনাশে যেন চিনেমালৈ যোৱা কথা বৰুৱাক নকবলৈ ইংগিত দিয়া বুলি বুজে।

বৰুৱাই বিনীতালৈ চাই অবিনাশলৈ আঙুলিৰে দেখুৱাই কৈছিল, এওঁৰ কথাকে কৈছোঁ হে। আমাৰ প্ৰফেচাৰৰ ভায়েক। নাম অবিনাশ ৰায়। বৰ ভাল ল'ৰা। গুৱাহাটীতে ডাঙৰ - দীঘল হোৱা আৰু পঢ়া কাৰণে কোনেও অসমীয়া নহয় বুলি কব নোৱাৰে।"

অবিনাশে বিনীতাক বিনীত প্ৰণাম জনাই কৈছিল, বৌদিক দেখিছোঁ দূৰৰপৰা। কিন্তু ইমান গহীন মানুহ যে চকুলৈ চাবলৈকে ভয় লাগে। নহবই বা কিয়? আপোনাক পোৱাটো বৌদিৰ জানো কম ভাগ্য? মই হোৱা হ'লে পৃথিবীৰ আন মানুহৰ লগত কথাই নাপাতিলোঁহেঁতেন।"

তৃপ্তিত বৰুৱাই চিগাৰেট এটা জ্বলাই লওঁতেই চকুৰ কোণেদি বিনীতাকো চাই লৈছিল, আৰু তাৰ পাচত আকাশলৈ মুখ ঘূৰাইছিল। বাঃ, বঢ়িয়া জোনাক। আনন্দত জোনাকী হৈ পৰা বৰুৱাৰ মনটোৱে বহুত দিনৰ মূৰত আকাশখন জোনাকী দেখিছিল।

বিনীতাই মনে মনে অবিনাশৰ প্ৰতি কৃতজ্ঞতা জনাইছিল। সঁচাকৈয়ে, মানুহৰ মনৰ কথা বুজা মানুহ অবিনাশ। শত মুখে বৰুৱাক প্ৰশংসা কৰাৰ পাচত অবিনাশে কৈছিল, চাৰ, আপোনাৰ সময় নষ্ট কৰাটো মহা পাপ হ'ব। মোৰ কাৰণে ইমান সময় খৰচ কৰাৰ কাৰণে মই চিৰ কৃতজ্ঞ।"

অবিনাশে বৰুৱাক পুনৰ ভৰি ছুই প্ৰণাম কৰি যাব খোজোঁতে বৰুৱাই কৈছিল, "আহিবা তুমি যেতিয়াই তেতিয়াই — ওচৰতে থাকা যেতিয়া। তোমালোকৰ নিচিনা Intelligent ল'ৰাৰ লগত কথা পাতি ভাল লাগে। I enjoy । আৰু

মই নাথাকিলেও তোমাৰ বৌদি বিনীতা থাকিবই। Always welcome।"

দিনটোৰ সকলো খং, সকলো অভিমান বৰুৱাই পাহৰি গৈছিল। ৰাতি বিচনাত পৰি বৰুৱাই শতমুখে অবিনাশৰ গুণ বখানিছিল। কৈছিল —"অসমীয়া ল'ৰাবোৰৰ অধঃপতন হৈছে। বঙালী ল'ৰা দেখিছা? অসমত আছে কাৰণে অসমৰ সকলো কথা জানে। মোৰ কবিতা যে মুখস্থ মাতি দিলে। এনেকুৱা মানুহ লগ পালে মই ভাল পাওঁ। এতিয়া বুজিছাঁ ? — প্ৰকৃত enlightened মানুহক লগ পোৱাত আনন্দ আছে। যাৰে তাৰে লগত মই মিলিব নোৱাৰোঁ। তুমি অৱশ্যে সেইটো শিক্ষাৰ ভেম বুলি কব পাৰা। কিন্তু যথেষ্ট ধন, সময় আৰু মগজ খৰচ কৰি ঘটা শিক্ষাৰ কাৰণে অলপ গৰ্ব থকাতো মই বিচাৰোঁ।" বৰুৱাৰ বিশ্বাস যে, এনেকুৱা মানুহ লগ পালে যে বিনীতাই বৰুৱাক বুজিব। প্ৰথম অৱস্থাত গাঁৱলীয়াজাকৰ মাজত সুমাই দিয়া কাৰণেই বিনীতাৰ মূৰটো নষ্ট হ'ল। গতিকে অবিনাশ আহি থকাটো বৰুৱাই বিচাৰে। সেয়ে আকৌ কৈছিল, "এনেকুৱা ভদ্ৰ মানুহৰ লগত হলি-গলি কৰিলেও মোৰ একো আপত্তি নাই। কিন্তু মটৰ মেকানিক পঞ্জাবীৰ লগত এষাৰ কথা পতাও মই সহ্য কৰিব নোৱাৰোঁ। তুমি অৱশ্যে পঞ্জাবীৰ লগত কথা পাতিছা বুলি মই কোৱা নাই ; কেৱল তুলনাটো হে কৰি দেখুৱাইছোঁ।"

বিনীতাই কিন্তু মনে মনে বৰ ভয় খাইছিল। যি আলোক বৰুৱাই কোনো মতা মানুহৰ আগত বিনীতা ওলোৱাটোকে ভাল নাপায়, যি ককায়েকৰ বিষয়েও কুৎসিৎ কথা কব পাৰে, সেই বৰুৱাই অবিনাশৰ নিচিনা অচিন ডেকা এটাৰ লগত অকলৈও কথা পাতিবলৈ কেনেকৈ কয়? নে সামান্য অকণমান মৌখিক স্বীকৃতি আৰু প্ৰশংসাৰ বিনিময়ত বৰুৱাই ঘৈণীয়েককো বিলাই দিব পাৰে? কথাটো ভাবি বিনীতা জিকাৰ খাই উঠিছিল। ভয়ে ভয়ে বৰুৱালৈ চাইছিল -- যেন ছোৱালী বেচা-কিনা কৰা কোনোবা দালাল এটা হে বিনীতাৰ ওচৰত মিঠা মিঠা কথা কৈ দীঘল দি আছিল। বিনীতা চিঞৰ মাৰি ফিট হৈ গৈছিল। বৰুৱাই ভয়ত কঁপি দৌৰা-দৌৰিকৈ মূৰত পানী দিছিল। "প্ৰফেচাৰ, অবিনাশ" বুলি চিঞৰিছিল। অবিনাশ দৌৰি আহিছিল ; পিচে পিচে প্ৰফেচাৰ ৰায় আৰু প্ৰফেচাৰনী। অবিনাশে আহি বিনীতাৰ চকুৱে মুখে পানী ছটিয়াই দি জোৰেৰে চকুৰ পতা দাঙি দিছিল। বিনীতাই জ্ঞান পাই, আৰু কিবা হোৱা বুলি ভয়ত,— ছিঃ, বৰুৱা বুলি অবিনাশকে বোলে ডিঙিত সাৱটি ধৰিছিল।

আগদিনাৰ আবেদি আৰু সন্ধ্যাৰ এইবোৰ ঘটনাৰ স্মৃতি আজি পুৱাৰ ৰ'দ-কাঁচলিও বেছি পৰিষ্কাৰ হৈ ধৰা পৰিল বিনীতাৰ চকুত। ইমানবোৰ গণ্ডগোলেও বিনীতাক কিন্তু ভাগৰ নলগালে ; বৰঞ্চ বিনীতাৰ জীৱনক যেন ৰেলগাড়ীৰ দৰে বহুত শব্দৰ কলৰৱেৰে আনি এক নতুন জংচনত থিয় কৰালেহি — নতুন পথৰ চিগ্‌নেলৰ কাৰণে উৎসাহেৰে অপেক্ষা কৰিবলৈ। সঁচাকৈয়ে নেকি? বিনীতাই নাজানে ; কিন্তু আগ্ৰহেৰে অপেক্ষা কৰিলে। মনত পৰিল, কালি সন্ধিয়া সময়ত অজ্ঞান হৈ পৰাৰ কথা। বৰুৱাই পিচত কৈছিল, প্ৰথম জ্ঞান ঘূৰি আহোঁতে বৰুৱা বুলি অবিনাশকে সাৱটি ধৰাৰ কথা। বিনীতাৰ সেইবোৰ মনত নপৰে। কিন্তু অসুস্থ হৈ অজ্ঞান হৈ পৰা বিনীতাৰ ওচৰত বৰুৱা নাথাকি অবিনাশ আছিল কিয়? ডাক্তৰে আহি বোলে 'হিষ্টিৰিয়া'ৰ লক্ষণ বুলি কৈ গৈছে। বৰুৱায়ে কৈছিল। কিন্তু ইটো বৰ নিৰ্দোষ বেমাৰ নহয় ! গুপ্ত অবদমিত বাসনা আৰু জীৱন্ত বাস্তৱৰ লগত হোৱা মানসিক সংঘাতত অৱশ হৈ চেতনাই এনেকৈ নিজক অজ্ঞান কৰি জিৰণি লয় আৰু সজাগ অৱস্থাত দোষণীয় হোৱা মৰমৰ পৰশ সেই অজ্ঞান অৱস্থাত পাবলৈ বিচাৰে। এনেকুৱা কিবাকিবিকে এজন প্ৰফেচাৰে এদিন কিবা এক প্ৰসংগত ক্লাচত কৈছিল। তেন্তে কি গুপ্ত বাসনা আছে বিনীতাৰ? বৰুৱাৰ স্বামীত্বক বেছিকৈ — অধিক তৃপ্তি দিব পৰাকৈ — পোৱাৰ? বিনীতাৰ ৰমণাভিলাষী নাৰীত্বই বৰুৱাৰপৰা আৰু - বেছি তৃপ্তি বিচাৰে? ছিঃ ; তেনেকুৱা ঘিণ লগা কথা বিনীতাই সপোনতো ভাবিব নোৱাৰে। বিনীতাতো আৰু কামবিকাৰগ্ৰস্তা নহয় ! তেন্তে, আন কাৰোবাৰ প্ৰতি বিনীতাৰ গুপ্ত বাসনা জাগে নেকি— যাৰ কথা বৰুৱাৰ আগত বা সমাজৰ আগত ধৰা পৰাটো বিপদজনক? — যি বাসনাক সমাজে জনাৰ আগতে, আনে জনাৰ আগতে বিনাশ কৰা প্ৰয়োজন? অবিনাশ? ছিঃ তেনেকুৱা মনোভাব বিনীতাৰ কেতিয়াও হ'ব নোৱাৰে। কিন্তু যদি বিনীতাই নজনাকৈ মনে মনে ভিতৰতে হৈছে?

চাদৰখনৰ আগটো পকাই পকাই গৰু-বন্ধা পঘা যেন কৰি জোৰেৰে কামুৰি ধৰি বিনীতাই নিজে নিজক কলে – 'নিজকে ডিঙি মুচৰি মাৰিম তেতিয়া .....!'

***   ***   ***

ইয়াৰ দুদিন পাচতে বৰুৱাৰ আগতে এদিন অবিনাশে বৰুৱাক প্ৰশংসা কৰি কৰি একেবাৰে গছৰ ওপৰত তুলিছিল। এনেকুৱা মিছা তোষামোদ নুবুজি সেইবোৰকে শুনি তৃপ্ত হোৱা বৰুৱাৰ ওপৰত খং উঠি বিনীতাই খিৰিদিয়েদি দূৰলৈ চাই আছিল। তেতিয়াই, হঠাতে পিচফালৰপৰা আহি বৰুৱাৰ আগতে, বিনীতাৰ দুই বাহুত ধৰি অবিনাশে কৈছিল– "মাফ কৰিব বৌদি, কিন্তু আপুনি কিয় ইমান মন মাৰি থাকে? দাদাৰ নিচিনা এনেকুৱা এক মহান শিল্পী মানুহক এনেকৈ থাকিলে যে কষ্ট দিয়া হয়, আৰু দাদাৰ নিচিনা অনুভূতিপ্ৰৱণ মানুহে সামান্য কষ্ট পালেও আমাৰ অসমীয়া সাহিত্যৰ বহুত হানি হয়।" অবিনাশৰ ব্যৱহাৰত ক্ষুণ্ণ হৈ উচাট মাৰি আঁতৰি আহি বিনীতাই এনে কাৰ্য্যৰ প্ৰতিবাদ বিচাৰি বৰুৱালৈ চাইছিল। কিন্তু হাঁহি হাঁহি বৰুৱাই অবিনাশকে কৈছিল, "কি কৰিবা আৰু? তুমিয়ে অলপ বুজোৱাচোন। যি কোনো মানসিক কামৰ কাৰণে শান্তি লাগে, শান্ত পৰিবেশ লাগে। এওঁৰ আগতে সমালোচনা কৰা বুলি তুমি আকৌ খং নকৰিবা বিনী। কিন্তু ৰাতি কিবা প্ৰকাৰে এই ঘটনাৰ অৱতাৰণা কৰি বৰুৱাই বিনীতাক কৈছিল– "মই কবলৈ বেয়া ; তুমি নিজে বেয়া পোৱা যেন দেখুৱালে সি তেনেকুৱা ব্যৱহাৰ নকৰে। আচলতে ল'ৰাটো ভাল। তুমি ঠিক থাকিলেই হ'ল।" বৰুৱাই কোৱা কথাৰ অৰ্থ বিনীতাই বুজিলে এইদৰে – 'আচলতে সি ভাল; কিবা বেয়া কাম সি কৰিলেও বিনীতাৰ দোষত হে কৰিব।'

নিজকে বৰ অকলশৰীয়া যেন লাগিল বিনীতাৰ।

## এঘাৰ

**ফা**গুনৰ মন কাঢ়ি নিয়া বতাহ। এঘাৰ বজাত মিঠা ৰ'দ। 'আলোক আছনেওঁ' বুলি বাহিৰৰপৰা কোনোবাই অতি ডাঙৰ মাতেৰে চিঞৰি মতা শুনি বিনীতা ওলাই আছিল। চিনাকি মাত যেন নালাগিল- অথচ ইমান আপোনৰ দৰে মতা মাত। জলহু পাঞ্জাবীৰ ওপৰত এৰিয়া চাদৰ এখন লৈ মস্ত মানুহ এজন। কেতিয়াও চিনাকি হোৱা নাছিল যদিও এই মানুহজনক ৰাজবাহৰত থাকোঁতেই বিনীতাই দূৰৰপৰা দেখিছিল। শাহুৱেকে কৈছিল– সৌ ভীম হেন মানুহটোৱেই গুৰুপদ নেওগ। লৰালৰিকৈ চকীত হাত ফুৰাই বাৰাণ্ডাতে বহিবলৈ দিলে বিনীতাই। কলে– বৰুৱা কলেজলৈ যোৱা এঘণ্টামান হ'ল বুলি।

ঃ তুমি মোক চিনি পাইছা জানো?

ঃ পাইছোঁ।

ঃকেনেকৈ?

ঃ দূৰৰপৰা কেবাদিনো দেখিছোঁ।

অতি প্ৰসন্ন হাঁহি মাৰিলে নেওগে। কলে ঃ ইয়াক লগ পোৱাৰ বৰ দৰকাৰ আছিল। পিচে কৈ গ'লেওতো সি মোৰ ওচৰলৈ নাযাব!

ঃ কিয় নাযাব? যাব।

ঃ কেতিয়াও নাযায়। তুমি নাজানা কাৰণে হে যাব বুলি কৈছা। বাৰু, তোমাক কৰেই দিয়া। মাকক আৰু ককায়েকক এৰি গুচি অহাৰ কাৰণে তাক বাটত এদিন মই বৰ ধম্‌কি দিলোঁ। সেইটো অপমান চাগৈ তাৰ মনত লাগি আছে। পিচে মই কৈছিলোঁ তাক নিজৰ ভাইৰ দৰেই ভাবোঁ কাৰণে হে। 'যি হওক' -- এইবুলি নেওগে কলে -- কেনেকৈ তেওঁ কালি আনন্দহঁতৰ ঘৰলৈ গৈছিল, আনন্দই দুখতে কেনেকৈ ভায়েকৰ ওচৰলৈ আৰু নাহে বুলি কলে, বুঢ়ী মাকজনীয়ে কেনেকৈ নেওগক অনুৰোধ কৰিলে-সময় পালে আলোকৰ আৰু বিনীতাৰ খবৰ কৰিবলৈ .... ইত্যাদি। এইবোৰ কথাৰ পাচত বোলে নেওগৰ মনটোতে বৰ দুখ লাগিল। আলোকলৈকো বেয়া লাগিল। মনতে ভাবিলে -- আলোক তেওঁৰে দৰে মতগজ মানুহ হোৱা হ'লে সেইদিনা বাটত গালি পাৰোঁতে তেওঁৰ জানো হাড় গুৰি নকৰিলেহেঁতেন। বয়সস্থ মানুহ এটাক বাটত এনেকৈ গালি পৰাটো জানো অসভ্যালি নহ'ল! -- আদি বহুত কথা ভাবি ৰাতিয়েই নেওগে ঠিক কৰিলে, পিচ দিনা পুৱাই আলোকক গৈ নিজৰ অসৎ ব্যৱহাৰৰ কাৰণে ক্ষমা খুজিবগৈ আৰু বুঢ়ীজনীৰ কাৰণে এবাৰ খবৰ কৰিও অহা হ'ব। গহীন হৈ এইখিনি কথা কৈ পুনৰ প্ৰসন্ন হাঁহিৰে নেওগে কলে, "বুজিছা আই, মূৰ্খ মানুহ মই; বহুত দিনৰ মূৰত হে গম পাওঁ ভুল কৰা বুলি। আৰু তুমিও ক্ষমা কৰাৰ চিনস্বৰূপে এতিয়া তামোল-চাহ কিবা এটা খুউৱা।" -এইবুলি ডাঙৰকৈ হাঁহি নেওগ থিয় হ'ল। ইস্ ৰাম, বিনীতাই এই সুপ্ৰসন্ন মানুহজনৰ আন্তৰিক কথাখিনিত ভোল গৈ তেওঁক তামোল এখন দিয়াৰ কথাকে ইমান পৰে ভবা নাই! ছিঃ। লৰালৰিলৈ বিনীতাই কলে, "আপুনি বহক মই চাহ আনোগৈ।"

ঃ ৰবা। মই এতিয়া অকলে ইয়াত বহি থাকিমনে? ময়ো ভিতৰখন চাওঁগৈ ব'লা।

ঃ খুব ভাল লাগিব। আহক।

ঃ পিচে পিচে গৈ নেওগ পিচ বাৰাণ্ডাতে মূঢ়া এটাত বহিল আৰু বিনীতাক গাঁৱৰ খবৰ দি গ'ল।

ঃ তুমি সেই বিধবাজনীৰ কাণ্ডবোৰৰ কথা শুনিছিলা নহয়? সেই মৰকুচীয়া মাস্টৰটোৰ লগত পৰি যাৰ কাৰণে আলোকো বিপদত পৰিছিলগৈ? তাইক মাস্টৰহঁতে এঘৰীয়া কৰি দিয়াৰ পাচত তাইৰ ইঘৰ-সিঘৰত কাম কৰি ভাতমুঠি খোৱাৰ মুদা মৰিল। কিছুদিনৰ পিছত শুনিলোঁ-- নিশা নিশা বহুত অসৎ চৰিত্ৰৰ মানুহৰ আড্ডা হয় তাইৰ ঘৰত। এদিন বাটত দেখিলোঁ তাইক-- মুখত ৰং আৰু কাপোৰ-কানিয়ে গোটেইজনী উৰ্বশী। এতিয়া মোৰ ঘৰৰ ল'ৰা কিটাৰ আগতে তাইক এইখন কাৰবাৰ কেনেকৈ কৰিবলৈ দিওঁ? এদিন গৈ তাইৰ মাটিটুকুৰা জামিনত লৈ, মাহে মাহে টকা দিয়াৰ বন্দোবস্তত এটা সৰু ধান-বনা-কল দিলোঁ তাইক। মাটি টুকুৰাকে জামিনত লৈছোঁ; নহ'লে আকৌ পইচা নিদিয়া হ'ব নহয়। তাইৰ ঘৰত থকা ৰূপৰাম বোলা মানুহটোৱেই চলাইছে। আৰৈ ধানত ছুৱা নাই বুলি গাঁৱৰ মানুহেও বনাইছে। নহ'লে যে চাৰি মাইল দূৰত থকা কলটোলৈ নিব লাগে। বঢ়িয়া চলিছে তাইৰ; মাহে দিয়া বন্দোবস্তৰ ঠাইত তাই এতিয়া মোক দিনৌ টকা দিছে।

আৰু খবৰ দিলে বিনীতাক নেওগে। মাস্টৰৰ বোলে আগৰ প্ৰতিপত্তি গাঁৱত নাই। কোনেও কাকো নোকোৱাকৈ মাস্টৰক লাহে লাহে গাঁৱৰ মানুহে সকলো ৰাজহুৱা কামৰেপৰা বাদ দিলে। এতিয়া মাস্টৰৰ অস্তিত্বটোকে গাঁৱত কোনেও অনুভৱকে নকৰে। বাটেদি যাওঁতেও কোনেও ঘূৰিয়েই নাচায়। এঘৰীয়া হ'ল বুলিব লাগে। অ', তেওঁৰ বয়স বেছি হোৱা বুলি চৰকাৰে স্কুলটোৰপৰাও তেওঁক উলিয়াই নতুন হেড্‌মাস্টৰ দিলে। এতিয়া গাঁৱত চাৰি পাঁচজন বুঢ়াৰ ওচৰলৈ হে যাব পৰা ঠাই আছে মাস্টৰৰ। বেয়াও লাগে বেচেৰালৈ।

ঃ বিধবাজনীৰ লগত মিছাকৈ বদনাম গুলোৱা সেই জনাৰ্দন নামৰ ভাল ল'ৰাটোৰ মাক মৰিল। এনে অসভ্য এই

মাস্টৰটো ; মানুহ ঘৰৰ সেই বিদপৰ সময়তো সি ঘৰে ঘৰে গৈ কৈ ফুৰিছিলগৈ — জনাৰ্দনৰ মাকক খৰি দিবলৈ নাযাবলৈ। মোৰ ল'ৰাটোৱে আহি মোক খবৰ দিলেহি। তেহে ল'ৰা কেইটামান লৈ খৰি দি আহিলোঁগৈ। হেৰ-গৰুহঁত, গোহালিত মৰা গৰুও নি আমি পেলাওঁগৈ, মৰা মানুহজনীক খৰি দিবলৈ যাওঁতেও তহঁতৰ জাত যায়নে? শৰাধলৈ কোনো নাযাবলৈ সিহঁতে প্ৰচাৰ কৰিছিল। মই বাপেকে বুদ্ধি কৰি মাস্টৰহঁতক গাড়ীত তুলি আনি সিহঁতৰ ঘৰত জোৰ কৰি খুৱাই দিলোঁহি। প্ৰথমতে দমদমাই উঠিছিল। আমাৰ উপেন উকীলো। হাতত টাঙোন এডাল লৈ কলোঁ— 'জলপান নাখালে টাঙোনৰ এপালি খাব লাগিব।' উপেন উকীলক ডিঙিত ধৰি হেঁচা মাৰি বহুৱাই দিলত এটাই কিটাই সুৰসুৰকৈ খালে। পিচত বোলে দপদপাই আছিল— মকৰ্দমা কৰিব, গুণ্ডা লগাই মাৰিম আদি কথা কৈ। মই মন-কাণ নিদিলোঁ। এতিয়া চুপ।

চাহ খোৱা কেতিয়াবাই হ'ল। তামোল কেবাখনো খালে। ইফালে পিকাই সৰু চোতালখন ৰঙা কৰিলে। কিমান সময় গ'ল বিনীতাৰো খবৰ নাই। তাৰ পাচত হে হঠাৎ ঘড়ী চাই নেওগ জাপ মাৰি উঠাদি উঠিল। " ইস্ ৰাম, বহুত পলম হ'ল। কথা পাতিবলৈ বহিল মই পাহৰিয়ে যাওঁ। বাৰু মই যাওঁ। তুমি তেন্তে তাক মই কোৱা কথাকিটা কবা। আৰু, এদিন তোমালোকে দুয়োটাকে মোৰ ঘৰলৈ লৈ যাম দেই।

নেওগ যোৱাৰ পাচত এই কম সময়তে নিজৰ বাপেকতকৈ আপোন যেন লগা হৈ পৰা এই মানুহ জনৰ কথাকে ভাবি বিনীতা পিচ বাৰাণ্ডাতে আৰামী চকীখনত অতি তৃপ্তিৰ অৱসাদত বহি থাকিল। আনকি ভাত খাবলৈও পাহৰিলে। বাঃ, পৃথিৱীখনত ইমান ভাল মানুহ আছে!

"বাঃ" বুলি কোনোবাই কোৱাঁ শুনি বিনীতাই সাৰ পোৱাদি পালে। ওচৰতে মূঢ়াত বহি অবিনাশে তেওঁলৈ হাঁহি চাই আছে। সহজাত সংকোচৰে বিনীতাই ঠিক হৈ থকা চাদৰখনকে বুকুৰ ওচৰত টানি ডিঙিটোও ঢাকি দিলে।

কোন আহিছিল সুধিলে। বিনীতাই কলে। আৰু বহুত কথা পাতিলে। নেওগে বিনীতাৰ মনটো বৰ ভাল লগাই দি গৈছিল। সেই ভাল লগাই পৃথিবীৰ সকলো মানুহকে ভাল লগাই দিছিল বিনীতাক। অবিনাশৰ লগত বৰ মুকলি মনেৰে কথা পাতিলে — নেওগৰ লগত কথা পতাৰ দৰে। বিনীতাৰ জীৱনলৈ যেন বৰ ভাল দিন আহিল। কথাই কথাই অবিনাশে কলে — "সেই মানুহজন কেতিয়া যায় কেতিয়া যায় লাগিছিল। আপোনালোকৰ কথাৰ মাজতে আহি পৰিলে বেয়া হ'ব বুলি নাহিলোঁ। কি আচৰিত কথা বৌদি, আজি তেখেতৰ লগত বহুত সময় আপুনি কথা পতা দেখি মই ভাবিছিলোঁ- মোৰ বৌদিৰ লগত আন মানুহে কিয় ইমান বেছি কথা পাতিব? যেন মোৰ হে অধিকাৰ আছে! খুব আপোন হৈ পৰিলে এনেকুৱা লাগেই— নহয়নে বৌদি?" এনেকুৱা কথাৰ মাজতে অবিনাশৰ কোনো বিশেষ আকৰ্ষণ তেওঁৰ প্ৰতি থকা বুলি বিনীতাই ভাবিবলৈ আহৰিকে নাপালে। কেনেকৈ পাব? তেওঁৰ মন যে নেওগে মানুহৰ প্ৰতি বিশ্বাসেৰে ওপচাই দি গ'ল।

মাজতে বহুত পৰ দুয়ো নীৰৱ হৈ দূৰলৈ চাই থাকিল। হঠাৎ অবিনাশে কলে— "বৌদি, এটা কথা কওঁনে?"

ঃ "কোৱাঁ।" অবিনাশক 'তুমি' বুলি সম্বোধন কৰিবলৈ অবিনাশে বৰুৱাৰ আগতে বিনীতাক জোৰ কৰি মান্তি কৰাইছিল।

ঃ "কোৱাঁ আকৌ।" বিনীতাৰ আজি যিকোনো কথা শুনি থাকিবৰ মন গৈছে।

অবিনাশে বিশেষ পাতনি নেমেলাকৈ এটা অতি আচৰিত কথা ক'লে। প্ৰথম দিনা যে অবিনাশ আহি বৰুৱাক প্ৰণাম কৰি চিনাকি হ'লহি, সেইদিনা সেই সময়ত অবিনাশ এনেয়ে অহা নাছিল। বৰুৱাই বহুত সময় ধৰি বিনীতাক গালি পৰা আৰু মাৰিম-ধৰিম কৰা শুনি আছিল অবিনাশে— প্ৰফেচাৰ ৰায়ৰ ঘৰৰপৰাই ; বেৰ এখনৰ হে ব্যৱধান। বিনীতালৈ বেয়া লাগি বৰুৱাক আৰু বেছি কিবা কৰাৰপৰা নিৰস্ত্ৰ কৰিবলৈকে অবিনাশে সেই সময়তে আহি বৰুৱাক মাত লগাইছিলহি। শেষত অনুৰোধ কৰিলে অবিনাশে — এনেকৈ মনে মনে তেওঁলোকৰ স্বামী-স্ত্ৰীৰ মাজত ভাল-বেয়া কথা শুনি থকাৰ

কাৰণে বিনীতাই যেন ক্ষমা কৰে।

বিনীতাই একো নকলে। কিন্তু ভাবিলে— কি দৰকাৰ অবিনাশৰ এই কথা কোৱাৰ? বিনীতাক আগৰেপৰা কিমান বেছি ভালপায়— তাৰ প্ৰমাণ দিব খোজাৰ নিচিনা হোৱা নাই জানো? অবিনাশৰ মতলবটোৰ কথা ভাবি ঘিণ লাগিল বিনীতাৰ। ছিঃ, মুখেৰে ইমান ভাল কথা কৈ পেটত ইমান অভিসন্ধি থাকিব পাৰেনে মানুহৰ? নে বিনীতাই মিছাকৈ নিজে সন্দেহ কৰিছে?

'নাপায় — মানুহক ইমান সন্দেহ কৰিব নাপায়।' – বিনীতাই নিজকে কলে।

# বাৰ

পাৰিপাৰ্শ্বিকতাই পৰিস্থিতিয়ে জীৱন গঢ়ে। সৰুতে নিশকতীয়া ল'ৰা আলোকক লগৰ ল'ৰাই উৎপাত কৰোঁতে প্ৰতিশোধৰ ভাব এটা মনত ৰৈ গ'ল। ঘৰখন আৰু মাকৰ আশ্ৰয়তে হে নিজক নিৰাপদ যেন পাইছিল। সেই নিৰাপত্তাই আলোকক প্ৰতিযোগিতাপূৰ্ণ বাহ্যিক জগতৰপৰা আঁতৰাই আনি ঘৰৰ সীমাৰ ভিতৰত ৰাখিলে। লগত ল'ৰাৰ আগত নিজৰ মনে বিচৰা সন্মান নাপাই তেওঁ ঘৰত বৰ-মতা হ'বলৈ শিকিলে -- ক্ষতিপূৰণ কৰিবলৈ। কিন্তু ঘৰতো, উপাৰ্জনক্ষম বৰপুতেক আনন্দৰ খোৱা-লোৱা সুবিধা-অসুবিধাৰ প্ৰতি মাকে বেছি যত্ন লোৱা যেন অনুমান কৰি নিজে প্ৰতাৰিত হোৱা যেন পালে। আদৰ-সাদৰ কৰি মৰম কৰিব নজনা ককায়েকক বৰুৱাই সৰুৰেপৰা ভুল বুজিলে। গোটেই পৃথিবীখনকে শত্ৰু যেন লাগিল। বিয়াৰ আগলৈকে একেটা কোঠাতে দুখন বিচনা ওচৰা-ওচৰিকৈ লৈ শুইছিল আলোক আৰু আনন্দ ; কিন্তু বিয়াৰ পাচত ৰাতি অকলে থাকিবলৈ ভয় কৰা আলোকৰ কাৰণে অকণো নভবাকৈ ককায়েকটোৱে নবৌৱেকৰ লগত বেলেগে শুবলৈ লওঁতে বহুত দিনলৈ আলোক বৰুৱাৰ ভয়তে ৰাতি টোপনি অহা নাছিল। বেয়া পোৱাৰ কোনো যুক্তি নাই যদিও, আলোক বৰুৱাৰ বিৰক্তিটো নবৌৱেকৰ ওপৰত পৰিলগৈ। তেওঁ নহা হ'লে এনেকুৱাতো নহয়। বিনীতাক বিয়া কৰাই ভাবিছিল— একমাত্ৰ বিনীতায়ে তেওঁৰ সকলো অভাব পূৰাব। কিন্তু সেই বিনীতাই বৰুৱাক আৱৰি ৰখাৰ সলনি ককায়েকৰ ল'ৰা-ছোৱালী লৈ, মাকৰ আলপৈচান ধৰিয়েই সময় কটালে বৰুৱাই —এইবোৰ কথা খুলি ক'ব নোৱাৰিয়েই বৰুৱাই ঠিক কৰিছিল— বিনীতাক লৈ দূৰলৈ গুচি যোৱাৰ, য'ত বিনীতাৰ মৰমে তেওঁৰ বাহিৰে আন কোনো পাত্ৰ বিচাৰি নাপায়।

ঃ চোতালখনত ইমান অসভ্যৰ দৰে কোনে পিকালে? – কলেজৰপৰা আহিয়েই বৰুৱাই খঙেৰে সুধিলে।

ঃ আজি তোমাক এটা খুব ভাল খবৰ দিম। অথনিৰেপৰা ৰৈ আছোঁ।

ঃ সেইবোৰ লেন চেলোৱা কথা নালাগে। চোতালত এইবোৰ বোলোঁ কোনে পিকালে?

ঃ মই এইমাত্ৰ চাফা কৰি পেলাম।

ঃ চাফা কৰাটো পিচৰ কথা। আগতে কব লাগে — কোন পিকালে?

ঃ কম। কিন্তু আগতে তোমাক ভাল খবৰটো নিদিয়াকৈ মই আন একো নকওঁ। তুমি মাৰিলেও নকওঁ।

অগত্যা বৰুৱা মনে মনে থাকিল। বিনীতাই আজি নিজে খুলি দিলে, বৰুৱাৰ কোট আৰু চাৰ্ট-আৰু ভৰিৰ মোজা।

মুখ ধুবলৈ গৰম পানী দি ওচৰত গামোচা লৈ ৰৈ থাকিল। প্ৰথম প্ৰেমিকক দিয়াদি প্ৰাণৰ আৱেগেৰে খাবলৈ দিলে। বৰুৱা আচৰিত। ভাল পালে বিনীতাৰ এই পৰিবৰ্তন। বঙালীবোৰে বৰ তামোল খায়। অবিনাশেই পিকোৱা বুলি ভাবিলে বৰুৱাই। চোতালখন পিকেৰে ৰঙা হোৱাৰ বিনিময়ত বিনীতাৰ যদি এই পৰিবৰ্তন হয়, অবিনাশে যদি বিনীতাক এনেকৈ সলনি কৰি দিব পাৰে, তেন্তে বৰুৱাৰ কোনো আপত্তি নাই।

বৰুৱাৰ চকীখনৰ আগতে মাটিত আঠুকাঢ়ি বিনীতাই হাঁহি হাঁহি কলে, ঃ এজন মানুহ আহিছিল তোমাক ক্ষমা খুজিবলৈ।

ঃ কোন ? — ইমান আনন্দ কিহৰ বিনীতাৰ? কোনে বিনীতাৰ মনত ইমান আনন্দৰ ঢৌ তুলিব পাৰে?

ঃ কম বাৰু? — হাঁহি হাঁহি কলে বিনীতাই।

আও! বৰুৱা নহ'লে হে, আন মানুহে হে বিনীতাক তেন্তে আনন্দ দিব পাৰে! অলপ খঙেৰে কলে ঃ পেনপেনাই নাথাকিবা, কলে কোৱা।

ঃ ইমান খং উঠে কিয় তোমাৰ? খং উঠি কথা ক'লেই তোমাৰ খং বন্ধ কৰাৰ উপায় এটা উলিয়াইছোঁ মই।

ঃ কি কৈছা? — এইবোৰ কি কৈছে বিনীতাই।

বিনীতাই হঠাতে বৰুৱাৰ ডিঙিত ওলমি চুমা খাই দিলে। বৰুৱাই হাতত লৈ থকা পিয়লাটোৰ চাহ বৰুৱাৰ কাপোৰ-কানিয়ে পৰিল। এইপাট বুলি বৰুৱাই ঠেলা মাৰি বিনীতাক পেলায়ে দিলে। থিয় হৈ লৈ আঙুলি জোকাৰি কলে, সৰু ছোৱালীৰ দৰে লেন চেলালে ভালপোৱা কোনোবা যদি মই নথকাত আহে, তেওঁৰ আগত এইবোৰ কৰিবা। আনে কোনোবাই দি যোৱা আনন্দখিনিয়ে মোক উৎপাত নকৰিবা।

ঃ তুমি কি কৈছা এইবোৰ? তুমি মোক কিয় ভুল বুজিছা? — লাহে লাহে পৰাৰপৰা উঠি বিনীতাই হতভম্ব হোৱাৰ সুৰত কলে।

ঃ আৰু স্পষ্টকৈ ক'ব লাগে? মোৰ লগত তুমি সুখ নোপোৱা বুলি মই জানো। তোমাক সুখ দিবলৈ আন বাহিৰা মানুহ লাগে।

দাঁত কামুৰি ৰৈ আছে বিনীতা। বাঘিনীৰ চাৱনিৰে চাই কলে ঃ সেয়ে হ'লেই তোমাৰ লগত মই এক মুহূৰ্তও নাথাকোঁ।

ঃ খুব ভালকৈ জানো। এতিয়াও আছা, মানুহে বেয়া বোলাৰ লাজত হে। কিন্তু তোমাক পৰিষ্কাৰকৈ কৈ থওঁ — এইবোৰ মই সহ্য নকৰোঁ। তুমি নহ'লেও মোৰ জীৱন চলিব ; বৰঞ্চ তুমি থাকিলে হে মোৰ অশান্তি হ'ব।

ঃ খেদি নিদিয়া কিয়?

ঃ প্ৰয়োজন বুজি সেই কাম মই কৰিবই লাগিব— ভালুকৰ সাঙী বোজা বোৱা গৰু মই নহয়।

ঃ তুমি মোক বিয়া কৰাই ভুল কৰিলা।

ঃ সেই কথা সোঁৱৰাই দিয়াৰ প্ৰয়োজন নাই। I have had enough.

সন্ধিয়া হ'ল। ৰাতি আহিল। ৰাতি পুৱাল। বৰুৱা আৰু বিনীতাই দুয়ো দুয়োৰে চকুলৈকো চোৱা নাই। খোৱা-বস্তু বিনীতাই নীৰবে দি গৈছে। বৰুৱাই খাই গৈছে। আগদিনা দুসাজ নোখোৱাৰ পাচতো ৰাতি পুৱালৈকে বিনীতাই একো খোৱা নাই।

বৰুৱাৰ মনে খু-দুৱাই আছিল। বিনীতাক ইমান আনন্দ দিয়া মানুহটো কোন হ'ব পাৰে? — বৰুৱাৰ জনাৰ খুব ইচ্ছা

হৈছিল। অবিনাশ নিশ্চয় নহয় ; হোৱা হ'লে 'আজি মানুহ এজন আহিছিল' বুলি বিনীতাই আৰম্ভ নকৰিলেহেঁতেন। তেন্তে কোন? পুৱা চাহ খাই আগ বাৰাণ্ডাত থিয় হওঁতে বৰুৱাই অবিনাশক দেখি মাত লগালে। অবিনাশ বৰুৱাৰ ওচৰ পালেহি। বৰুৱাই ভিতৰলৈ জুমি চাই দেখিলে— বিনীতা নাই। ভাবিলে, বোধকৰোঁ গা-ধোৱা ঘৰত। কিন্তু বিনীতা তেতিয়া আগ-বাৰাণ্ডাৰ দুৱাৰৰ দাঁতিত ৰৈ আছিল ; আগ-বাৰাণ্ডা সাৰিবলৈ আহি অবিনাশক বৰুৱাই মাতি লোৱা দেখি, অবিনাশ যাবলৈ ৰৈ আছিল। অবিনাশৰ সৈতে কথা পাতি বিভিন্ন ধৰণেৰে নেওগ অহাৰ কথা, নেওগেই পিকোৱাৰ কথা আদি উলিয়াই লোৱা বিনীতাই শুনি আছিল। তেতিয়া বৰুৱাই কৈছিল ঃ "হয় হয়, বিনীতাই কিবা ক্ষমা খুজিবলৈ অহাৰ কথা কৈছিল। তেওঁ এদিন বাটত বৰ অসভ্য ব্যৱহাৰ কৰিছিল। মই ভদ্ৰভাৱে যি পাৰোঁ সেইদিনা কৈছিলোঁ ঃ কালি বোধকৰোঁ সেই কাৰণেই ক্ষমা খুজিবলৈ আহিছিল। গাঁৱলীয়া গৰু মানুহ, ঘটনা ঘটি যোৱাৰ বহুত পিচত হে বুজে।" অবিনাশে কলে তেনেকুৱা কিবা কথাকে কৈ থকা তেওঁ নিজৰ ঘৰৰেপৰা শুনা বুলি -- মানুহজনে বৰ ডাঙৰকৈ কথা কয় কাৰণে বোলে কাণত পৰিছিল।

বৰুৱাই হয়তো মনে মনে ভাবিলে, বিনীতাক কালি মিছাকৈয়ে খং কৰা হ'ল। আচলতে বেচেৰীয়ে আনন্দ কৰিছিল— গুৰুপদ নেওগৰ নিচিনা বয়সস্থ আৰু প্ৰতাপী মানুহ এজনে গিৰিয়েকক ক্ষমা খুজিবলৈ অহা কাৰণেই। এয়া যে বৰুৱাৰ জয়ৰ চিন হে। কিন্তু সেই বুলিয়েই জানো বৰুৱা এতিয়া সৰু হৈ যাব পাৰিব। তাৰ কাৰণেই তো বিনীতাক লাই দিব নোৱাৰি! সেয়ে বৰুৱাই পুনৰ বিনীতা আহিছে নেকি বুলি ভিতৰলৈ খিৰিকিয়েদি জুমি চালে ; আৰু সৰু সৰুকৈ অবিনাশক কোৱা বিনীতাই শুনি থাকিল-

ঃ আজি মই যোৱাৰ পাচত বৌদিয়েৰাক অলপ বুজাবাচোন। তুমি ঘৰৰ ল'ৰাৰ নিচিনা হৈছা কাৰণে হে কৈছোঁ। কালি চোতালত পিকবোৰ দেখি খঙতে মই কিবাকিবি কলোঁ। এতিয়াও তেওঁৰ খং উঠি আছে। মই একো নকওঁ। তুমি বুজাই কবা যে মোৰ খং উঠাত যুক্তি আছে ; পিচে মই খঙকে ধৰি থকা মানুহ নহয়।

লাহে লাহে বিনীতা আঁতৰি গ'ল— বৰুৱাই গম নোপোৱাকৈ।

দুপৰীয়া।

কলেজত বৰুৱাই বুজাইছে ঃ "প্ৰতিভা চুম্বকৰ দৰে; আৰু চুম্বকতকৈও প্ৰতিভাৰ আকৰ্ষণী শক্তিৰ এক বিশেষ গুণ আছে। ইয়াৰ আকৰ্ষণ শক্তি ক্ৰমাৎ বাঢ়ি যায়, চুম্বকৰ দৰে সমান হৈ নাথাকে। আজি যি আকৰ্ষণী শক্তি বুজিব পৰা নাই, কাইলৈ সেই প্ৰতিভাই হয়তো সমগ্ৰ পৃথিৱীকে আকৰ্ষণ কৰিব। প্ৰতিভা কেতিয়াও নষ্ট হ'ব নোৱাৰে; ভাল আমৰ পুলিৰ দৰে গজি উঠিব। কিন্তু প্ৰতিভাৰ আশু বিকাশৰ কাৰণে পৰিবেশ লাগে। চুম্বকে মাটিক আকৰ্ষণ নকৰাৰ দৰে অশিক্ষিত মুৰ্খ মানুহৰ মাজত থকা প্ৰতিভাবান ব্যক্তিয়েও নিজৰ আকৰ্ষণী শক্তি কামত লগাব নোৱাৰে। .................."

ঠিক সেই সময়তে কান্দি কান্দি চকু উখহাই বিনীতা বিচনাত বাগৰি ললে আৰু বিনীতাৰ মুখত অবিনাশে জোৰকৈ এটা লোজেন্স ভৰাই দিলে। বিনীতাই লোজেন্সটো মুখৰপৰা পেলাই দি কলে, "মই এইবোৰ ভাল নাপাওঁ। দাদাৰেও নাপায়।"

ঃ দাদাই মোক নিজে কৈ গৈছে ...............

ঃ জানো। মই শুনি আছিলোঁ। প্ৰয়োজনত পৰিলে দাদায়েৰ হৈ তোমাকেই স্বামীৰূপে পৰিচৰ্য্যা কৰিবলৈকো কব পাৰিব তোমাৰ দাদাৰে। মোৰ জীৱনতকৈ তেওঁৰ কাৰণে তেওঁৰ সুনাম ডাঙৰ।

ঃ তোমাৰ খুব খং উঠিছে বৌদি?

ঃ নাই উঠা কিন্তু তোমাৰ বিৰক্তিখিনি ভাল লগা নাই।

বিনীতাই আকৌ কান্দিলে। কাপোৰ অসংযত হৈ পৰাৰ প্ৰতি বিনীতাৰ আজি লক্ষ্য নাই।

## এই গতি নিৰবধি

দুপৰীয়াৰ নীৰৱতা, অকলশৰীয়া এটা কোঠাত এজনী কান্দি থকা গাভৰু আৰু এই কিদিনৰ আত্মীয়তাৰে গোটোৱা সাহসেৰে অবিনাশে হঠাৎ বিনীতাক জোৰেৰে সাৱটি ধৰিলে। খন্তেকৰ কাৰণে পৰম আশ্ৰয় পোৱাদি বিনীতাই পৰম নিৰ্ভয়ে অবিনাশৰ বাহুৰ মাজত যেন বিশ্ৰাম ললে। কাৰ বাহু বিনীতাই যেন কব নোৱাৰে ; কিন্তু এনেকুৱা সবল বাহুৰ মাজত খন্তেকৰ আশ্ৰয় যেন বিনীতাৰ আৱশ্যক আছিল। বিনীতাই গা এৰি দিছিল ; কিন্তু অবিনাশে চুমা খাব খোজোঁতেই বিনীতাই যেন সাৰ পালে। জোৰেৰে মুখখন ঠেলি বিনীতাই অবিনাশক আঁতৰাই দিলে। বাঘিনীৰ দৰে হৈ বিনীতাই কলে ঃ "তুমি ........ আপুনি যাওক। এ-তি-য়া-ই। মিস্টাৰ বৰুৱা আহি পালে মই সকলো কৈ দিম।"

হাঁহি হাঁহি অবিনাশে কলেঃ "ইমান খং কিয় বৌদি ? আৰু দাদা ?— দাদাই তোমাতকৈ মোৰ কথা বেছি বিশ্বাস কৰিব। দাদাক কেনেকৈ মেনেজ্ কৰিব লাগে, মই জানো।"

আকৌ সাৱটি ধৰিলে বিনীতাক। কলে, "তোমাক মই প্ৰাণ ভৰি ভাল পাওঁ।"

বাঃ, কি স্বামী ! পৰ পুৰুষৰ হাতত নিজৰ স্ত্ৰীক নিজে তুলি দিয়া স্বামী। মুৰত কেবাটাও চুমাৰ চেষ্টাৰ পৰশ আৰু বুকুত অকণমান বিষ লৈ বিনীতই প্ৰায় গুৰিয়াই, জোতা দলিয়াই, অবিনাশক ঘৰৰপৰা উলিয়াই দিলে।

আধাঘণ্টামানৰ পাচত ওপৰলৈ মুখকৈ পৰি পৰি কিবা ভাবিব খুজিও একো ভাবিব নোৱাৰি বিনীতাই কিছু চকুপানী আকৌ খৰচ কৰিলে। বুকুত অবিনাশে দুখ পোৱাই যোৱা ঠাইত হাত দি, মুখত অবিনাশৰ চেলেকা পৰশ ছাল এৰাই যোৱাকৈ মোহাৰিঁ মোহাৰি এৰুৱাই বিনীতাই অনুভৱ কৰিলে — বৈবাহিক জীৱনৰ পবিত্ৰতাক কবৰ দিয়াৰ বেদনা। বেদনা ? — হয় বেদনাই। বেদনা পাইছে ; কিন্তু অনুতাপ ? ওহোঁ। বৰঞ্চ অবিনাশ যদি বৰুৱাৰ দুৰ্বলতাৰ সুযোগ লৈ নাহি সবলৰ দৰে আহিলহেঁতেন, তেন্তে অবিনাশক বহুত কিবাকিবি দিয়াতো হয়তো বিনীতাৰ আপত্তি নাথাকিলহেঁতেন।

ভাগৰত চিলমিল টোপনি আহিল বিনীতাৰ। সেই তন্দ্ৰাত বিনীতাই যেন চকুৰ আগত দেখিলে — আলোক বৰুৱা পৃথিৱীৰ মাটিৰপৰা, মানুহৰ মাজৰপৰা আঁতৰি অকলে গুচি গৈছে এটা অতীতমুখী পথেদি, আন আন তেওঁৰে দৰে এদলৰ লগত। কোনো মানুহে তেওঁক ঘূৰাই আনিবলৈ চেষ্টা কৰা নাই। বৰঞ্চ বাটৰ দাঁতিয়ে দাঁতিয়ে ডাঙৰ ডাঙৰকৈ লিখা আছে "হে অনৰ্হ, হে আৰোগ্য বন্ধু বিদায়।" শেষলৈকে বিনীতায়ে যেন কাতৰ অনুৰোধ কৰি লগে লগে গৈছিল-- ঘূৰাই আনিবগৈ। কিন্তু তীব্ৰ অৱজ্ঞাৰে বৰুৱাই যেন বাৰে বাৰে বিনীতক আঁতৰাই আন কোনোবা এটাৰ হাতত গটাই দিবলৈ চেষ্টা কৰিলে। বৰুৱাহঁতক বিদায় দিয়া মানুহবোৰেই বিনীতাক লগলৈ আনি কলে, "আপুনি নাযাব ; তেওঁলোক অতীতমুখী ; পৃথিৱীত তেওঁলোকৰ প্ৰয়োজন শেষ আপুনি, আমি, ভৱিষ্যতমুখী। এখন 'স্বাগতম — ভৱিষ্যতলৈ' লিখা বেনাৰৰ তলেদি বিনীতাক সকলোৱে আদৰি নিলে ; দূৰৰপৰা দেখিলে বিনীতাই— বৰুৱা এটা কবৰত সোমাইছে। লৰি গৈ বিনীতাই চালেগৈ — বৰুৱা তাৰ ভিতৰত সোমাই নেদেখা হ'ল। মাত্ৰ সেই কবৰৰ ওপৰত ডাঙৰ ডাঙৰকৈ লিখা আছে — "মানৱ সমাজৰপৰা বিচ্ছিন্ন এইবিধ মানুহৰ কাৰণে খন্দা এই কবৰত শেষ অতিথি আলোক বৰুৱাক গ্ৰহণ কৰাৰ পাচত পৃথিৱীয়ে এই শ্ৰেণীৰ বোজা বহন কৰাৰ পাচত মুক্তি পালে। মানৱ সমাজৰ এই যুগত সকলো আৱৰ্জনাৰ গহ্বৰ সদৃশ এই শ্ৰেণীৰ মানুহ নিঃশেষ হোৱাৰ ই স্মৃতিস্তম্ভ।" বিনীতায়ে যেন অতি স্বাভাৱিকভাৱে কবৰটোলৈ চাই বৰুৱাক উদ্দেশি ক'লে "হে বন্ধু, বিদায় ; বহুত দিন একেলগে আছিলোঁ কাৰণেই তোমাক বন্ধু বুলিছোঁ ; বিদায়" বাকীবিলাকে তেওঁক আকৌ লৈ আহিল।

কাৰোবাৰ ভৰিৰ শব্দতে হঠাৎ সাৰ পাই বিনীতাই দেখে — সমুখত স্বয়ং বৰুৱা। বিনীতা অবাক- এওঁ কেনেকৈ ওলাই আহিল কবৰৰ পৰা ? চাৰিওফালে চালে বিনীতাই। বুজিলে— তেওঁ সপোন দেখিছিল। বিয়লি লহিওৱা বেলিৰ কিৰণে হাত এখনৰ দৰে সোমাই আহি যেন বিনীতাক মাতিছিল।

কিছুপৰ একেথৰে বৰুৱালৈ চাই থাকিল বিনীতাই। আজি এচিনাকি যেন লাগিল বৰুৱাক। যেন কাৰোবাৰ ঘৰত

আহি বহি আছেহি বিনীতা। বিয়াৰ পাছৰে পৰা সুবিধাত পাই এই মানুহটোৱে বিনীতাৰ প্ৰতি কৰা সকলো দুৰ্ব্যৱহাৰ মনত পৰিল- এটা এটাকৈ। চিন্তান্বিত হৈ বিচনাৰপৰা নামিল বিনীতা। লাহে লাহে গৈ আইনাখনত নিজক চালেগৈ। তিনি সাজ ভাত নোখোৱাৰ কাৰণে মুখখন অলপ শুকান, চকু উখহা, চুলি আউল-বাউল, কপালৰ সেন্দুৰ মোচ খোৱা, সাজ অসংযত। এইজনী যেন বৰুৱাই বিয়া কৰাই অনা বুৰ্বক বিনীতাজনী নহয়। নৱজন্মৰ ভাগৰ আৰু প্ৰতিজ্ঞা লৈ এইজনী যেন নতুন বিনীতা।

ইমান পৰে চাহ-জলপান নিদিয়া দেখি আৰু বৰুৱা অহাৰ প্ৰতি কোনো লক্ষ্য নকৰাত, বৰুৱাৰ বিনীতাৰ ওপৰত খং উঠিছিল। দুৱাৰেদি বাহিৰলৈ চাই বৰুৱাই নিজৰ পাচফালে আইনাত মুখ চাই থকা বিনীতাক উদ্দেশি কলে --

ঃ তোমাৰ মাতি-গতিৰ কিবা সলনি হ'বনে ? নে মই .....

বৰুৱাই কব খুজিছিল, '............ নে মই ব্যৱস্থা ল'ব লাগিব?' ............. কিন্তু নকলে; কব নোৱাৰিলে। বৰুৱা খঙত কঁপিছিল ; মুখেদি মাত নোলোৱা হৈছিল।

নিজৰ প্ৰতিবিম্বটোকে চাই চাই বিনীতাৰ কাণত মাত্ৰ বাজিছিল--

... মতি-গতিৰ সলনি হ'বনে? -- হ'বনে?-- হ'বনে? ....

এই প্ৰতিবিম্বটোৱে, এয়া বৰুৱাই, এই ফণিখনে, এই বেৰখনে .....গোটেই পৃথিৱীখনেই ক্ৰমাৎ ডাঙৰকৈ বিনীতাক যেন একেটা প্ৰশ্নকে কৰি গৈছে, .. 'মতি গতিৰ সলনি হ'বনে?' ...। এই একেটা প্ৰশ্নই যে আজি বহুত দিনৰপৰা মনৰ মাজত বাজি আছে, সেই কথা প্ৰথম আজি উপলব্ধি কৰিলে বিনীতাই।

সৰু হাত ঘড়ীটোত চেকেণ্ডৰ কাঁটা ষাঠি বাৰ ঘূৰিল।

মিনিটৰ কাঁটা ঘূৰিল এক, দুই, তিনি, চাৰি আৰু কত বাৰ.....

বৰুৱাৰ মতি-গতিৰ সলনি নহয়।

তেন্তে নিজৰ মতি-গতি সলাই বিনীতা শিল হৈ ইয়াত থাকি যাব?

কিহৰ কাৰণে?

কেৱল বিয়া হৈছিল কাৰণে?

জীৱনতকৈ বিয়াৰ বন্ধন ডাঙৰ?

নে যুগৰ লগে লগে মানুহৰ মতি-গতি সলনি হোৱাটো মানি বিনীতাই জীৱনটোক ন কৈ গঢ়িবলৈ চাব?

ক'লৈ যাব বিনীতা?

কিন্তু পৃথিৱীত জানো আৰু ঠাই নাই? এই বৰুৱাৰ ঘৰখনেই পৃথিৱীৰ সীমা জানো?

"সীমা চেৰাই গৈছা, বিনীতা।" -- খঙত কঁপি কঁপি দাঁত কৰচি বৰুৱাই ক'লে।

হঠাৎ যেন সাৰ পালে বিনীতাই। ঘূৰি শান্তভাৱে বৰুৱালৈ চালে। হঠাতে ইমান অচিনাকি যেন লাগি গ'ল বৰুৱাক। সীমা?......

অতি শান্তভাৱে আইনাৰ ওচৰৰপৰা আঁতৰি আহিল বিনীতা। লাহে লাহে নিজৰ সৰু চুটকেচটো খুলি এনেয়ে এবাৰ চালে। নাই, তাত একো নাই ; কেৱল বাপেকৰ ঘৰৰপৰা অনা শাড়ী দুখন আছে। বৰুৱাই বেয়া পায় কাৰণে শাড়ী দুখন কেতিয়াও পিন্ধাই নাই। ....

একোটা সমস্যা, জীৱন-মৰণ সমস্যাই মানুহক চিন্তাৰে অৱশ কৰিব পাৰে; একোটা বিপদে মানুহক ভয় খুৱাব পাৰে ; নতুনক পুৰণিকৈতে অচিনাকি যেন লাগিব পাৰে। কিন্তু নতুন খোজটো দিবলৈ প্ৰকৃততে সিদ্ধান্ত লওঁতে বেচি

সময় নালাগে। বিনীতাৰো নালাগিল। বৰুৱাৰ 'মতি-গতিৰ সলনি হ'বনে?' আৰু 'তুমি সীমা চেৰাই গৈছা' — এই দুই উক্তিয়ে যেন বিনীতাক নতুন পথলৈ ঠেলি দিলে। সেই নতুন পথত খোজ দিয়াৰ নাটকীয় উন্মাদনাই যেন বিনীতাক হাত বাউল দি মাতিলে। খুব স্বাভাৱিকভাৱে পিন্ধি থকা কাপোৰযোৰকে এনেয়ে ঠিক কৰি ললে বিনীতাই।

খঙত কঁপি আছে বৰুৱা। কাটি পেলাবৰ মন গৈছে। খুব জোৰেৰে হাতৰ মুঠি বিনীতাৰ চকুৰ আগত জোকাৰি ভয় দেখুৱাই চিঞৰি কলে,

"বিনীতা" !!!

হাতেৰে চুট্‌কেচটো ধৰি বিনীতাই অতি সহজভাৱে সুধিলে, 'কি'?

ঃ কি হৈছে তোমাৰ?

ঃ মতি-গতিৰ সলনি হৈছে। — অতি শান্ত উত্তৰ।

ঃ কি?— বৰুৱাই যেন বিনীতাক খাবলৈ হে মুখ মেলিলে।

ঃ সীমা চেৰাই যাব খুজিছোঁ। —বিনীতাৰ স্থিৰ উত্তৰ।

জীৱনত কি কৰিব, সেই বিষয়ে হঠাতে এক সিদ্ধান্ত লৈ বিনীতা যেন সেই তৃপ্তিৰ অৱসাদত শান্ত হৈ পৰিছিল। চেণ্ডেলযোৰ ভৰিত পিন্ধি বিনীতাই সহজভাৱে বৰুৱালৈ চাই কলে,

ঃ মই ডিব্ৰুগড়লৈ — মাৰ ঘৰলৈ যাওঁ।

ঃ কি?

ঃ এঘণ্টাৰ পাচতে ট্ৰেন যাব।

ঃ মই স্পষ্টকৈ কৈছোঁ — এনেকুৱা বলিয়ালি মই আৰু সহ্য নকৰোঁ।

হঁহাৰ নিচিনা কৰিলে বিনীতাই।

খঙত কঁপি কঁপি, বিনীতাৰ চকুৰ আগত আঙুলি জোকাৰি বৰুৱাই কলে ঃ শুনা— যদি যোৱা তেন্তে আমাৰ বৈবাহিক সম্বন্ধক .............

ঃ কবৰ দিয়েই যাবলৈ ওলাইছোঁ।— বৰুৱাই শেষ কৰিবলৈ পোৱাৰ আগতে অতি সহজভাৱে বিনীতাই কলে। অলপ আগতে চিলমিল টোপনিত দেখা কবৰৰ স্মৃতি তেতিয়াও চকুৰ আগতে ভাঁহিছিল বিনীতাৰ। মনত হৈছিল, বৰুৱাই যেন প্ৰশংসাৰ লোভত বিনীতাক কেতিয়াবাই অবিনাশৰ হাতত তুলি দিছিল।

ঃ খঙৰ ভমকত কিবা এটা কৰি পিচত যেন ভুল কৰিলা বুলি অনুতাপ নকৰা। মই বেলেগ ধৰণৰ মানুহ। — বৰুৱাৰ কথাৰ সুৰত যেন অলপ ভয়ো মিহলি হৈ আছিল।

ঃ ইয়াৰপৰা যোৱাৰ পাচত সেই অনুতাপৰ অধিকাৰ মোৰ থাকিব বুলিয়েই ভাবোঁ। তথাপি কৈ যাওঁ, বিয়াত বহি কৰা ভুলটোৰ কাৰণে মোৰ অনুতাপ বৰ বেছি হৈছে ; এইবোৰ সৰু-সুৰা অনুতাপৰ কাৰণে আৰু ঠাই নাই। — হাতত সৰু চুট্‌কেচটো লৈ বিনীতা দুখোজ আগুৱাই গ'লেই।

বিনীতাৰ শান্ত অথচ দৃঢ় কথাবোৰে ভিতৰি ভিতৰি বৰুৱাক চাইকেলৰ ঢিলা চকা কঁপোৱাদি কঁপালে। দাঁত কামুৰি কলে,

ঃ শুনা .......

ঃ এতিয়া? — বিদ্ৰূপৰ হাঁহিৰে বিনীতাই ঘূৰি বৰুৱালৈ চালে।

ঃ কি এতিয়া? — বৰুৱাৰ ধৈৰ্য্যৰ সীমা শেষ।

ঃ বহুত পলম হ'ল। — শান্তভাৱে কৈ বিনীতা কোঠাৰ বাহিৰ ওলাল।

প্ৰফেচাৰ ৰায় আৰু পঞ্জাবীজনৰ ল'ৰা-ছোৱালীকেইটাই ক'ৰবাত খেলি আছিল। বিনীতাই চাৰিওফালে চালে।

নেদেখিলে। বাৰাণ্ডাত খন্তেক ৰৈ, এৰি যোৱা ভাড়া-ঘৰৰ প্ৰতি চোৰা দৃষ্টিৰে চাৰিওফালে এবাৰ চালে। ঘৰৰ দাঁতিয়েদি ৰাম্ধনি বেলিৰ শেষ ৰ'দ এচেৰেঙা আহি আগ-চোতালত পৰিছিলহি। নিজ আঁচলত সেই শেষ ৰ'দ চেৰেঙা লৈ বিনীতা স্থিৰ খোজেৰে ওলাই গ'ল। কোঠাৰ ভিতৰত আন্ধাৰে তেতিয়া বৰুৱাক ঘেৰি ধৰিবলৈ আয়োজন কৰিছিল।

তেতিয়া বহুত ৰাতি। একোঠালী বন্দী আন্ধাৰৰ মাজত আলোক বৰুৱা অকলৈ। চকু মেলি আছে, কিন্তু একো দেখা নাই। অনুমান কৰিছে, এই আন্ধাৰবোৰে যেন দুৱাৰ-খিৰিকিয়েদি ওলাই গৈ বিনীতা যোৱা ট্ৰেনখনক আগচি আগচি ধৰিছেগৈ — বৰুৱাৰ মনটোৰ কথা বুজি। আৰু সেই আন্ধাৰৰ বাধাক যেন উপলুঙা কৰি বিনীতা যোৱা ট্ৰেনখন নিজ গতিত গৈ আছে। ৰাজবাহৰত এই খবৰ পাই কৰা মন্তব্য অন্ধকাৰবোৰে যেন শুনি আহি কৈছেহি। — "ৰাজবাহৰে গ্ৰহণ নকৰা ব্যক্তিত্বক বিবাহিতা স্ত্ৰীয়েও পৰিত্যাগ কৰে।"

তেতিয়া বহুত ৰাতি।

# এক

**ডা**ৱৰ ফালি খাওঁ খাওঁ মূৰ্তি ধৰি ওলাই অহা বেলিটোৰ খংটো হঠাতে চাই থাকোঁতেই জামৰি গ'ল।

আকাশত আকৌ ডাৱৰৰ আধিপত্য।

কিন্‌কিনীয়া বৰষুণৰ আঁত-নিছিগা সূতাবোৰে দিনটোক যেন টেঁটুত পকাই ধৰি চোঁচোৰাই আনি আবেলি পোৱালেহি-বেলিক মুখ দেখুৱাবলৈকো নিদিয়াকৈ। গাজনি এটাইও এনে অত্যাচাৰৰ প্ৰতিবাদ কৰা নাছিল।

এয়া গুৱাহাটী।

১৯৬৬ চনৰ ছেপ্তেম্বৰ মাহৰ বৰ্ষামুখৰ বিয়লি বেলা। বাটত মানুহ নাই বুলিবই লাগে। ওখোৰা-মোখোৰা গোপীনাথ বৰদলৈ ৰোডত উফৰি উফৰি যোৱা মটৰ গাড়ীয়ে দাঁতিত থকা ঘৰ-বাৰীক দি যোৱা কঁপনিয়ে 'গুৱাহাটী মহানগৰ হ'ল' বুলি জাননী দি গৈছিল। গুৱাহাটীৰ এই প্ৰধান ৰাজপথৰ দাঁতিতে থকা অসমীয়া দৈনিক বাতৰি-কাকত "অসমী" ৰ সম্পাদকৰ অফিচটো বাটেদি যোৱা তেল-কোম্পানীৰ এখন গধুৰ লৰীয়ে কঁপাই দি গল। সেই কঁপনিয়ে নিজক ল'ৰাব পাৰে নে নোৱাৰে তাৰে প্ৰমাণ চাবলৈকে যেন সম্পাদকৰ কাগজ-কিতাপ ভৰি থকা টেবুলখন সন্মুখত লৈ তিনিজন মানুহ বহি আছিল; সম্পাদক মৃণাল ভট্টাচাৰ্য্য, বাতৰি কাকতখনৰ মালিক প্ৰিয় তালুকদাৰ আৰু সহকাৰী সম্পাদক নৰেশ দাস । লৰীখনে দি যোৱা কঁপনিয়ে যেন সম্পাদক ভট্টাচাৰ্য্যক সাৰ পোৱাই দিলে। তেওঁ ৰুমালেৰে মুখখন মোহাৰি ওপৰত ফেন ঘূৰি আছেনে নাই বুলি অভ্যাসবশতঃ এনেয়ে চাই লৈ হাতত থকা দামী ফাউণ্টেইন পেনটোৰে টেবুলৰ কাগজ এটুকুৰাত কিবা-কিবি আঁক পাৰি, ওপৰলৈ মূৰ নদঙাকৈ কৈ গ'ল—

ঃ সম্পাদনাৰ স্বাধীনতাকণ মই বিচাৰোঁ। নামতহে মই সম্পাদক হৈ থাকিম আৰু আচলতে আনৰ ইচ্ছামতেই কাগজত সকলো ছপা হ'ব— এনেকুৱা কথাতো মোক চাকৰি দিয়াৰ সময়ত জানিবলৈ দিয়া হোৱা নাছিল। এই কথা ইমান ৰুক্ষভাৱে কবলগীয়া হোৱাত মই নিজেই বেয়া পাইছোঁ। মোৰ কলমৰ স্বাধীনতাকণ মই বিচাৰোঁ। নিৰ্ভীক, স্পষ্টবাদী সম্পাদক বুলি মোৰ যিকণ নাম আছে , সেই নাম কেনেকৈ নষ্ট হ'বলৈ দিম। আমি চৰকাৰৰ বিৰোধিতা নকৰিও নিৰপৰাধৰ মানুহৰ ওপৰত চলোৱা এই গুলী, এই পুলিচী অত্যাচাৰ, এই মাৰ-পিটৰ নিন্দা কৰিব পাৰোঁ। বৰঞ্চ গণতান্ত্ৰিক দেশত চৰকাৰৰ এনেকুৱা দোষ-ভুললৈ আঙুলিয়াই দিয়াটো সংবাদপত্ৰৰ এক বিশেষ কৰ্তব্য।

অৰ্থাৎ....

হঠাতে কথাৰ মাজতে ৰৈ মূৰ তুলি সম্পাদক ভট্টাচাৰ্য্যই। টেবুলৰ সিফালে ভট্টৰ মুখামুখিকৈ নিৰ্বিকাৰ হৈ বহি থকা 'অসমী'ৰ মালিক প্ৰিয় তালুকদাৰৰ মুখভংগী দেখি ভট্টৰ মুখৰ পৰা কথা নোলোৱা হ'ল। তালুকদাৰে নিজে হুপি থকা চিগাৰেটৰ ধোঁৱাৰ অকোৱা-পকোৱা উৰ্ধগামী গতিৰ প্ৰতি এনেকুৱাকৈ মুগ্ধ হৈ চাই আছিল যে সম্পাদক ভট্টই কোৱা কথা তেওঁ এষাৰো শুনিছিল যেন নালাগে। কিন্তু কোমল চিগাৰেটটোক দুই ওঁঠেৰে কঠোৰভাৱে চেঁপি ধৰাত যেন সম্পাদক ভট্টাচাৰ্যই তালুকদাৰৰ মুখমণ্ডলত চেঁপি ৰখা ক্ৰোধৰ প্ৰকাশ দেখিবলৈ পালে। সেই সময়তে ওচৰতে থকা ৰেলপথেদি উজনিমুৱা ট্ৰেইনখনে বুকু কঁপাই উকি মাৰি যাওঁতে সম্পাদক ভট্টক বহুত অশুভ সম্ভাৱনাৰ ইংগিত দি গ'ল। অসহায়ভাৱে তেওঁৰ ওচৰতে বহি থকা সহকাৰী সম্পাদক নৰেশ দাসলৈ চালে। কাকতৰ মালিকৰ দূৰ -

সম্পৰ্কীয় ভতিজাক নৰেণ দাসে একোলৈকে ভ্ৰুক্ষেপ নকৰি হাতৰ ৰেখাৰ ওপৰত পেঞ্চিলেৰে আঁক পাৰিছিল। কিছু সময় আগলৈকে খঙত কঁপি আছিল ভট্ট। এতিয়া খঙৰ সলনি আশংকাত নিমাত হৈ পৰিল। ইমানখিনি কথা ইমান পোনপটীয়াকৈ কাকতৰ মালিকক কেতিয়াবা কবলগীয়া হ'ব পাৰে বুলিও ভট্টই কল্পনাকে কৰা নাছিল। অকল সম্পাদকৰ স্বাধীনতাকণ ৰক্ষাৰে প্ৰশ্ন হোৱা হ'লে ভট্টই এইবোৰ কথা নকলেহেঁতেন। কিন্তু আগদিনা কাগজত ওলোৱা তেওঁৰ সম্পাদকীয়ৰ কাৰণে কাকতৰ মালিক তালুকদাৰে সহকাৰী সম্পাদক দাসৰ আগতে ভট্টক এনেকুৱা বেয়াকৈ আক্ৰমণ কৰিলে যে, এইখিনি কথা নকৈ ভট্টৰ উপায় নাই। সহকাৰী সম্পাদকজনৰ আগতে তেওঁক তেনেকুৱা ব্যৱহাৰ নকৰা হ'লেও ভট্টই হয়তো আন ধৰণেৰে তালুকদাৰক নিজ যুক্তি দেখুৱালেহেঁতেন। কিন্তু, নৰেণ দাসৰ আগতে মালিকক এনেকৈ প্ৰত্যুত্তৰ নিদিলে দাসে গৈ কাকতৰ চাব-এডিটৰ আদি সকলো ষ্টাফকে কৈ দিবগৈ মালিকে ভট্টক ধমকি দিয়াৰ কথা। এটাইকিটা ডেকা ল'ৰা চাব -এডিটৰে এনেয়েও সম্পাদক ভট্টক ফুটোৱা গুলী বা spent up bullet বুলি হাঁহে; ভট্টৰ সকলো বিপ্লৱৰ কথা মুখৰ ফুলজাৰি বুলি মন্তব্য দিয়ে। তাতে সিহঁতক লৈ তেওঁ কামকে কৰিব নোৱাৰা হ'ব। গতিকে মালিকক অলপ চোকা কথা কোৱাৰ বাহিৰে নিজৰ সন্মান বজাই ৰখাৰ আন উপায় নাছিল ভট্টৰ। কিন্তু ভট্টৰ নিচিনা মধ্যবিত্ত মানুহৰ লাজ-মান ৰক্ষাৰ বসন এনেখন যে ইফালে টানি-টুনি ঢাকিলে সিফালে ওলাই পৰে। তলতীয়া কৰ্মচাৰীৰ আগত সন্মান ৰক্ষা কৰাৰ কাৰণে টান কথা ক'লতে এতিয়া মালিকে খঙতে যদি চাকৰিৰে গণ্ডগোল কৰে। ভয়ে ভয়ে সম্পাদক ভট্টই একোবাৰ চাকৰিৰ মালিক তালুকদাৰ আৰু আন একোবাৰ সহকাৰী সম্পাদক নৰেণ দাসলৈ চালে। এবাৰ দুবাৰ তিনিবাৰ। এনেতে বাহিৰৰপৰা দুৱাৰত শব্দ কৰি পৰ্দাৰ ফাকেদি মুখখন দেখুৱাই চৰকাৰক বস্তুৰ যোগান ধৰা ব্যৱসায়ত দুবছৰতে কেঁবালাখ টকাৰো মালিক হোৱা ধনী ব্যৱসায়ী ৰজনী বৰুৱাই তালুকদাৰলৈ চালে।

ঃ Please excuse my intrusion.

সহাস্য বদনে থিয় হৈ দুই হাত আগবঢ়াই আদৰি অনাৰ ভংগীৰে বৰুৱালৈ চাই তালুকদাৰে কলে ঃ কোনো intrusionৰ কথা নাই । আহক, আহক মিষ্টাৰ বৰুৱা most welcome.

বৰুৱাৰ আগমনে এক অসহ্য পৰিস্থিতিৰ অৱসান অনা কাৰণে সম্পাদক ভট্টই মনে মনে বৰুৱাক ধন্যবাদ জনালে। দীঘলকৈ উশাহ এটা লৈ সহজ হ'বৰ চেষ্টা কৰি মুখত জোৰকৈ হাহি বিৰিঙোৱাৰ চেষ্টা কৰি গম পালে - ওঁঠ দুটা শুকান। কাৰো চকুত নপৰাকৈ জিভাৰে চেলেকি তিয়াই ল'লে।

ব্যৱসায়ী ৰজনী বৰুৱা প্ৰিয় তালুকদাৰৰ বিশিষ্ট বন্ধু। বয়সো প্ৰায় সমান আঢ়ৈ কুৰি উকলিল। গুৱাহাটীৰ দুষ্ট ল'ৰাবোৰৰ মতে প্ৰিয় ৰজনী নামে-কামে একে সুৰা-সুন্দৰীৰে প্ৰিয় ৰজনী যাপন কৰাত দুয়ো ওস্তাদ। তালুকদাৰে আগবঢ়াই দিয়া চিগাৰেটটো জ্বলাই বৰুৱাই কেৰাহিকৈ সম্পাদক ভট্টলৈ চালে। কিবা এটা সুধিব খোজা যেন কৰিলে। এনেতে নৰেণ দাসে কলে,

ঃ কালি আপোনাক ফোন কৰিছিলোঁ।......

ঃ ওঁ জানো, জানো। পিচে তাৰ আগতে মালিক তালুকদাৰ চাহাবক লগ পালোঁৱেই মই। তাৰমানে তেখেতে কোৱাৰ বহুত পাছত তুমি ফোন কৰিছিলা। হেঃ হেঃ হেঃ........

নৰেণ দাসে অপ্ৰস্তুত হৈ বুজাই ক'ব খুজিছিল যে তালুকদাৰে কোৱাৰ লগে লগেই তেওঁ ফোন কৰিছিল, দেৰি কৰা নাছিল কিন্তু নৰেণ দাসক কথা ক'বলৈ নিদি বৰুৱাই ভট্টলৈ চাই হাঁহি হাঁহি ক'লে - পিচে হেৰি ভট্ট, আপুনি দেখোন বৰ তেজ গৰম কৰা সম্পাদকীয় লেখিছে। এতিয়া দেখিছোঁ আপোনাৰ উচটনিতে ল'ৰাহঁতে আহি আমাৰ মূৰ ভাঙিবহি।

আকৌ ডাঙৰকৈ হাঁহি দিলে বৰুৱাই।

আকৌ বুকুখন চিৰিংকৈ গ'ল ভট্টৰ।

আকৌ নৰেণ দাসে হাতত পেঞ্চিলেৰে আঁকিলে।

আকৌ খুব সামান্যতম মহূৰ্তৰ বাবে কঠোৰ ভাব ফুটাই তুলি তালুকদাৰে কোমল কুচন পৰা চকীখন ভৰিৰ খোপনিত জোৰ দি পিচলৈ ঠেলি দিলে। তাৰ পিছত খন্তেকত সহজ হৈ কিবা হাঁহি উঠা কথা মনত পৰাৰ দৰে অকলৈ মিচিকিয়ালে। চিগাৰেট এটা নতুনকৈ জ্বলাবলৈ লৈ নজ্বলোৱাকৈয়ে, তাকে ঘূৰাই পকাই চাই চাই তালুকদাৰে কলে,

ঃ মোৰ এটা গল্প মনত পৰিছে। গল্পটো এক আদিবাসী অঞ্চলৰ কথা লৈ মানে পাহাৰী জনজাতিৰ। এতিয়া আপোনালোকে মোৰ ৰুচিক ভালগাৰ বা অশ্লীল নোবোলে যদি গল্পটো কওঁ, কাৰণ সেইবোৰ জনজাতিৰ সাজ-পাৰ আদিকতো মই আৰু ভদ্ৰলোকৰ ৰুচি-সম্মত কৰি ক'ব নোৱাৰিম।

আগৰ প্ৰসংগটো তলপৰা দেখি ভট্টই ভাল পালে। লৰালৰিকৈ কলে ঃ গল্পত অশ্লীল বুলি একো থাকিব নোৱাৰে। খুব বেছি গল্প বেয়া হ'ব পাৰে। আপোনাৰ গল্প যেতিয়া সেইটো ভয়ো নাই।

নৰেশ দাস নিমাত।

বৰুৱাই তালুকদাৰৰ গল্পৰ ৰস যেন আগতেই পালে। ডাঙৰকৈ হাঁহি এটা মাৰি ক'লে আজি ডাৱৰীয়া আবেলিটোত ভাল ঠাইতে পৰিলোহি।

তালুকদাৰৰ মুখত হাঁহি লৈয়েই প্ৰথম বৰুৱালৈকে চাই আৰম্ভ কৰিলে।

ঃ এবাৰ এজন আমাৰ ভৈয়ামৰ ভদ্ৰলোক কোনোবা এক পৰ্বতীয়া জনজাতীয় অঞ্চললৈ গৈছিল। এই বুলি তালুকদাৰে ভট্টলৈ চাই কলে ঃ ধৰি লওক সেই ভদ্ৰলোকজন এজন আদৰ্শবান অভিজ্ঞ, নিৰ্ভীক সাংবাদিকেই। ডেকা মানুহ। সেই পৰ্বতৰ অধিবাসী বৃদ্ধ এজনে ডেকা সাংবাদিকক নিজ মানুহৰ বিষয়ে নানা প্ৰশ্নৰ উত্তৰ দি শেষত ভাগৰি ক'লে-মোৰ ঘৰতে খাবলৈ বল । তাতে কথা পাতিম।' ডেকাই ভালেই পালে। জনজাতীয় ঘৰ এখনো চোৱা হ'ব। সাংবাদিক গ'ল। এইবোৰ ঠাইত খুওৱা-বুওৱাটো বন্ধুত্বৰ চিন। নিজৰ ঘৰত তৈয়াৰ কৰা লাওপানী একলহ মাজতে লৈ সাংবাদিকৰ লগত মুখা-মুখিকৈ ঘৰৰ আগচোতালত বুঢ়া বহিল। বুজিছেই নহয়— কথা পতাৰ আগতে দুয়ো লাওপানীৰে ডিঙি তিওৱাত লাগিল। তাতে আলহীও আছে। গতিকে বুঢ়াই নিজৰ স্বচ্ছল অৱস্থা আৰু প্ৰতিপ্ৰত্তি দেখুওৱাবলৈকে হওঁক বা অভ্যাসৰ কাৰণেই হওঁক প্ৰতিঢোক পিয়াৰ পিছত পোৰা মাংস, নিমখ, পোৰা আলু আদি দিবলৈ চাঙৰ ফাললৈ চাই চিঞৰি থাকে। বুঢ়াৰ চিঞৰৰ পাছে পাছে চাঙৰ পৰা গাভৰু জীয়েক আৰু একোবাৰ বুঢ়ী ঘৈণীয়েকেও কিবা একোটা খোৱা বস্তু আনি বুঢ়া আৰু সাংবাদিকৰ মাজতে থৈ যায়হি। ডেকাই বুঢ়াক নানা প্ৰশ্ন কৰি বিতত কৰি থাকে। কিন্তু, ভিতৰৰপৰা কিবা খোৱা বস্তু দিবলৈ গাভৰুজনী বা বুঢ়ী আহিলে সাংবাদিক অবাক হৈ ৰৈ যায়। ইতিমধ্যে অলপ অলপকৈ গোলাপী নিচা হৈ অহাত দুয়োৰে জিভাত লেকামে কাম নকৰা হৈ আহিছিল। ডেকা সাংবাদিকে গাভৰু জীয়েকক ওলালেই চাই থকাটো বুঢ়াই লক্ষ্য কৰি আছিল। জীয়েকৰ ৰূপে ডেকাক আকৰ্ষণ কৰা বুলি ভাবিছিল। লাওপানীৰ ৰাগীয়ে ডেকাৰ সাহস বঢ়াই দিছিল। এবাৰ সেইদৰে পোৰা আলু দি জীয়েক গুচি যোৱাৰ পাচত সাংবাদিকে বুঢ়াক ক'লে, 'তোক আৰু এটা কথা সোধোঁ'। 'সোধ', বুলি বুঢ়াই পোৰা-আলু মুখত ভৰালে। ডেকা খন্তেক ৰ'ল। তেওঁৰ মনত কিবা কিবি লাগিছিল সেই ঠাইৰ তিৰোতাৰ সাজপাৰ। পাহাৰৰ সাজপাৰ ভৈয়ামৰ নিচিনা নহয় বুলি ডেকাই ভালকৈ জানে। তাত গৈ জনজাতীয় পুৰুষবোৰে লেংটিৰ নিচিনা কিবা এডালেৰে লাজ ঢকাৰ নামটো কৰা বা কিছুমান একেবাৰে নাঙঠ হৈ থকা দেখিও তেওঁ আচৰিত হোৱা নাছিল। কিন্তু তিৰোতা বিলাকৰ কি ওভোতা সাজপাৰ ! তিৰোতাবোৰৰ ককালৰ পৰা তলছোৱা একেবাৰে উলংগ। কেৱল বুকুত কিবা লতা এডালেৰে দুখিলা পাণ খিলা হেন গছপাত বান্ধি লয়। অথচ কাণ- নাক আৰু ভৰিত বাঁহ -কাঠি আৰু বাঁহৰ, বেতৰ অলংকাৰ। ডেকা সাংবাদিকে পুনৰ এঢোক গিলি এই কথা সুধিবৰ কাৰণে লাজটো দমাই ল'লে। ঠিক সেই সময়তে বুঢ়াই মুখত ভৰোৱা পোৰা-আলু গৰম পাই লৰালৰিকৈ এঢোক লাওপানীৰে মুখৰ ভিতৰত থকা গৰম আলু চেঁচা কৰি ৰূগৰ কৰি সুধিলে, 'মোৰ ছোৱালীক দেখোন বৰ চাইছ। ভৈয়ামৰ তহঁতৰ ছোৱালীতকৈ ভাল দেখিছ নেকি'?। এই প্ৰশ্নই ডেকাক সুবিধা কৰি দিলে।

একেলগে বহি মদ খোৱাৰ পাছত ওপজা সহৃদয়তাৰ দাবীৰে ডেকাই সুধি দিলে,' তই এই ঠাইৰ জনা বুজা বুঢ়া। এটা কথা সোধোঁ, বেয়া নাপাবি। আমাৰ ভৈয়ামৰ মাইকীবোৰে বহুত কাপোৰ পিন্ধে। সিমানখিনি পিন্ধাৰো অৱশ্যে দৰকাৰ নাই বুলিয়েই মই ভাবো। অৱশ্যে ভৈয়ামতো আজিকালি নতুনকৈ ষ্টাইল কৰি গা উলিয়াই কম কাপোৰ পিন্ধাৰ প্ৰতিযোগিতা চলিছে। কিন্তু তহঁতৰ নিয়মটো মই হ'লে বৰ আচৰিত পাইছো। গোটেই গাতে একো আবৰণ নাই তহঁতৰ তিৰোতাবোৰৰ অথচ বুকুত গছ পাতৰ ঢাকনি। মোৰ কথা হৈছে য'ত ঢাকিব লাগে, মানে য'ত লাজ আছে তাত নাঢাকি বুকুত সেইকণ ঢাকনি ৰখাৰ অৰ্থ কি? মানে তহঁতৰ তিৰোতাবোৰৰ আচল লাজ লগা ঠাই কঁকালৰ তলছোৱা যদি একেবাৰে নঢকাকৈ নাঙঠ কৰি ৰাখেই , তেন্তে বুকুতনো সেইকণ ঢাকনি লয় কেলেই? আমাৰ ভাষাত কঁকালৰ তলৰ অংশক গুপ্তাংগ বোলে। অৰ্থাৎ লুকুৱাই ৰাখিব লগা অংগ। তাকে যদি নাঢাকাইঁক বুকুতনো সেই গছপাত দুটা কেলেই। নে সেইটো তহঁতৰ কিবা এক বিশেষ ধৰ্ম নিৰ্দেশ ? নাজানো বাবেহে সুধিছোঁ। বেয়া নাপাবি। একে উশাহে কোৱাদি কথাখিনি কৈ সি একেবাৰতে কেইবাটাও শোহা মাৰি চকু মুদি মাৰি বুঢ়াৰ মুখলৈ চালে। বুঢ়াৰ জীয়েক আৰু ঘৈনীয়েকৰ গুপ্তাংগ দেখা কথাটো বুঢ়াকে কৈ দিবলৈ তাৰ ভীষণ লাজ লাগিছিল। ডেকা সাংবাদিকৰ মুখস্থ হৈ থকাদি কোৱা কথাখিনি শেষ হোৱাৰ পিছত অলপ পৰ ডেকাৰ মুখলৈ পুতৌৰ চাৱনিৰে চাই থাকি বুঢ়াই পাৰেমানে হাঁহিবলৈ ধৰিলে। বুঢ়াৰ সেই হাঁহি আৰু শেষ হ'ব নোখোজে। নিচাৰ কোবতে হাঁহিছে বুলি ভাবিবলৈ সাংবাদিক বাধ্য হ'ল। বহুত পৰৰ মূৰত হাঁহিৰ কোবত ওলোৱা চকুপানীবোৰ হাতৰ ঠাৰিৰে মোহাৰি মোহাৰি বুঢ়াই কলে- ধেৎ, তইনো আৰু কি পঢ়ি ডাঙৰ মানুহ হৈছ? তই একোকে নাজান। কঁকালৰ তলৰখিনি আমি দেখোন সৰুৰে পৰা দেখোঁ। তাতনো কি লাজটো আছে। এই বুলি বুঢ়াই নিজৰ বুকুখন আঙুলিৰে দেখুৱাই ক'লে— 'মাইকীৰ এই বুকুটোহে গাভৰু হোৱাৰ পিছত আহে। সেই কাৰণে এই বুকুটোহে লাজৰ কথা। এইটোহে ঢাকিব লাগে। তহঁতে আকৌ অকঁৰাৰ দৰে য'ত লাজ নাই তাকো ঢাকি ৰাখহঁক।' ডেকা সাংবাদিক স্তব্ধ।

গল্প শেষ কৰি তালুকদাৰে হো-হোকৈ হাঁহিবলৈ ধৰিলে। বাকী তিনিজনেও ইঁহাত যোগ দিলে। ব্যৱসায়ী বৰুৱাই হাঁহি হাঁহি মন্তব্য দিলে ঃ বা ঃ, তুলনা নাই; সেই নিয়মকে আমাৰ ইয়াতো চলাব পাৰিলে বেয়া নহয়।

ভট্টই বৈ বৈ হাঁহিয়েই আছিল। হঠাৎ নৰেণ দাসে আকৌ এবাৰ ডাঙৰকৈ হাঁহি দিলে। তালুকদাৰ বহাৰপৰা উঠা দেখি বৰুৱাও উঠিল। বৰুৱাক দুৱাৰমুখৰ ফালে আগুৱাই নি তালুকদাৰে ক'লে ঃ আপুনি মিষ্টাৰ বৰুৱা, অকণমান মোৰ অফিচতে বহকৈগে। মই সম্পাদকৰ লগত অকণমান চাকৰি কৰি যাওঁ। নহলে এওঁলোকে মোক পুঁজিপতি বুলি কেতিয়াবা খেদাই দিব। — এইবুলি কেৰাহিকৈ ভট্টহঁতলৈ চাই তালুকদাৰে বৰুৱা ওলাই যাবৰ কাৰণে দুৱাৰৰ পৰ্দা দাঙি ধৰিলে।

ঃ আপোনালোকৰ কিন্তু মালিক-কৰ্মচাৰীৰ মাজত ইমান সুন্দৰ সম্বন্ধ দেখি মোৰ কেতিয়াবা চাকৰিতে সোমাবৰ মন যায়।

- বৰুৱাই তালুকদাৰক প্ৰশংসা কৰিবলৈ কলে।

ঃ আমি কোনো কাৰো অধীনত নহয়। we are all equals.

- এইবুলি তালুকদাৰে বৰুৱাক ওলাই যাবলৈ দি নিজে আহি পুনৰ চকীত বহিল। চিগাৰেটৰ ছাইখিনি ছাইদানীত পেলাই তালুকদাৰে আগৰ কথাৰ সূত্ৰ ধৰি আৰম্ভ কৰিলেঃ মিষ্টাৰ ভট্ট আপোনাৰ মানসিক সংঘাতটো মই বুজিছোঁ। আপোনাৰ মতে চাউলৰ অভাৱত অনাহাৰে থকা মানুহে চাউলৰ দোকান বিচাৰি ওলাই আহি পুলিচৰ বাধা পাই উন্মত্ত ৰূপ ল'লে, সেই মানুহবোৰক দুৰ্বৃত্ত বুলিব পাৰি জানো? অথবা সংবাদ-পত্ৰই ছপোৱাদি এই খাদ্য আন্দোলনটো কেৱল দুৰ্বৃত্তই কৰিছেনে? আৰু আপোনাৰ মতে খাবলৈ নাপাই গণ্ডগোল কৰা মানুহবোৰ যদি দুৰ্বৃত্ত হয়,তেন্তে যি চৰকাৰ - ব্যৱসায়ীৰ যুটীয়া সহযোগত মানুহৰ খাদ্যৰ অভাৱ হৈছে, সেই চৰকাৰ-ব্যৱসায়ী অনাহাৰক্লিষ্ট ৰাইজতকৈ বহুগুণে বেছি

দুবৃৰ্ত্ত। আপুনি ভবা এই সকলোবোৰৰ কথা মই বুজিছোঁ। আৰু লগতে আপুনি কালি লিখা সম্পাদকীয়ত পুলিচ-জুলুম আৰু অসাধু ব্যৱসায়ীক তিৰস্কাৰ কৰাৰ লগে লগে ছাত্ৰৰ সজ উদ্দেশ্যক যে ইংগিতেৰে সমৰ্থন কৰি গৈছে, সেইটোও মই বুজিছোঁ। কিন্তু আপোনাৰ সেই এটা সম্পাদকীয়ৰ ফলত মই কিমান বিপদত পৰিছোঁ, সেই কথা আপুনি ভাবি চোৱা নাই। আৰু মই কাগজখনৰ মালিক হিচাপে অকলে বিপদত নপৰো। মোৰ লগতে এই কাগজত কাম কৰা সকলো কৰ্মচাৰীও বিপদত পৰিব। আপুনি নিজেও বাদ পৰা নাই। আপুনি আপোনাৰ অৰ্থহীন আদৰ্শ বা আত্মকেন্দ্ৰিক গৰ্ব ৰক্ষা কৰিবলৈ গৈ আমাৰ সোপাৰে উপাৰ্জনৰ পথ বন্ধ কৰিব খুজিছে বুলি আপুনি নিশ্চয় ভাবি চোৱা নাই। কিন্তু ভট্ট, আমাৰ উপাৰ্জনৰ পথ 'অসমী' কাগজখন বন্ধ হ'লেতো আৰু চাউল উভৈনদীকৈ পোৱা নাযাব।

এক বাধা দিব নোৱাৰা উত্তেজনাত তালুকদাৰ বহাৰ পৰা ঘপ্ কৰে উঠিল আৰু কোঠাৰ ভিতৰতে দুবাৰমান অহা-যোৱা কৰি পুনৰ একেখন চকীতে বহিল। চিগাৰেটটো ছাইদানীত মুচৰি মুচৰি ভাঙি তেওঁযেন খংটো দমালে। তাৰ পাছত সহজভাৱে পুনৰ আৰম্ভ কৰিলে ঃ আৰু সেই কাৰণেই আপোনালোকক-আপোনাক মই অলপ আগতে গল্পটো ক'লো। আপুনিতো শুনিলে গল্পটো। যদি সেইটো ৰুচি বৰ্হিভূত গল্প যেন লাগিছে তেন্তে মোক ক্ষমা কৰিব। কিন্তু কাইগুলি মোক কওঁকচোন, কোনটো সত্য-পাহাৰী বুঢ়াৰ মতে লাজটো বুকুত ঢাকিব লগাটো সত্য নে আমাৰ ভদ্ৰতা মতে অন্ততঃ কঁকালৰ তলকণ ঢাকিব লগাটো সত্য। পৰ্বতৰ বুঢ়া আৰু ডেকা সাংবাদিক উভয়ৰে দৃষ্টিকোণ বেলেগ। দুয়ো দুয়োৰে দৃষ্টিকোণৰ পৰা সত্য। এতিয়া আপুনি কোনটো সত্যৰ পথ ল'ব। আপোনাৰ মতে বাতৰি কাকত জনসাধাৰণৰ ফলীয়া হ'ব লাগে, আৰু ৰাইজেই ৰজা। মোৰ গল্পটো কোন ৰাইজৰ ফলীয়া- বুঢ়া নে সাংবাদিক? জনজাতীয় বুঢ়াৰ মন্তব্য নিশ্চয় জনজাতীয় ৰাইজৰ ফলীয়া; তেন্তে আপুনি বুঢ়াৰ পক্ষ লৈ আমাৰ ছোৱালীবোৰকো নাঙঠ হৈ ফুৰাৰ অধিকাৰ দিবলৈ আন্দোলন কৰিব নেকি? কথাৰ মাজতে পুনৰ চিগাৰেট জ্বলাবলৈ খন্তেক ৰওঁতেই ছাব-এডিটৰ মিছ্‌মিতা শৰ্মাই ভট্টক আহিব পাৰোনে বুলি সুধি ভিতৰ সোমাই আহিল। মিচ্ মিতা শৰ্মাই উজ্বল আৰু পৰিপাটি সাজ-পাৰে কোঠাতো জিলিকাই তুলিলে। চিগাৰেটৰ গোন্ধৰ মাজতো মিছ শৰ্মাৰ শৰীৰৰ প্ৰসাধনৰ সুবাসে প্ৰধান্য লাভ কৰিলে।

চকুৰ ইংগিতেৰে তালুকদাৰে বহিবলৈ কোৱাত মিচ্ শৰ্মা বহিল। তালুকদাৰে কৈ গ'ল।

ঃ ডেকা সাংবাদিকৰ মন্তব্যও এচাম ৰাইজৰ ফলীয়া; কিন্তু সেইচাম ৰাইজক পৰ্বতীয়া জনজাতি সকলে বেলেগ মানুহ বুলি ভাৱে। এতিয়া সেইচাম ভদ্ৰলোকৰ কাপোৰ পিন্ধা ৰীতি পৰ্বতত প্ৰচলন কৰিবলৈ গৈ আপুনি কৃতকাৰ্য্য হ'ব পাৰিবনে?

কোনো উত্তৰ নিদিলে ভট্টই। মুখত বিয়পিব খোজা বিজয়ৰ হাঁহিটো ওলাবলৈ নিদি তালুকদাৰে কৈ গ'ল-

ঃ আপোনালোক শিক্ষিত মানুহ। দায়িত্বশীল চাকৰি আপোনালোকৰ। কাকতৰ নীতি আপোনালোকে নিজে ঠিক কৰক। সেই ক্ষেত্ৰক মই মূৰ নুসুমাওঁ। মোৰ মাত্ৰ এটা অনুৰোধ- পক্ষ ল'বলৈ গৈ বিপদত নপৰিব। এইটো আমাৰ চৰকাৰ। দেশৰ দুৰ্দিনত বিশৃংখলতাক প্ৰচাৰৰ লোভ দেখুৱাই প্ৰৰোচিত নকৰাই ভাল। বৰঞ্চ তেনেকুৱা কাৰ্য্যক প্ৰচাৰৰ সুবিধা নিদি নিৰুৎসাহ কৰাহে উচিত হ'ব। কথাটো আপোনালোকে ভাবি চাব।

এইখিনিলৈকে কৈ তেওঁৰ কথাই ভট্টক কিমান আঘাত কৰিছে তাক বুজিবৰ কাৰণে ভট্টৰ মুখলৈ এবাৰ চাই হাঁহি মাৰি মিছ্‌মিতা শৰ্মাক সুধিলে,

ঃ আপুনি?

ঃ মই সম্পাদকৰ ওচৰলৈ আহিছিলো।

মিছ মিতা শৰ্মাই হাঁহিব খুজিও নাহাঁহি ক'লে।

ঃ মিছ শৰ্মাৰ নিচিনা নিজ উপস্থিতিৰেই অফিচৰ পৰিবেশ ধুনীয়া কৰিব পৰা মহিলা আমাৰ আছে- এইবুলি তালুকদাৰে মিচ্ শৰ্মালৈ কেৰাহিকৈ চাই দিওঁতে মিছ শৰ্মাই লাজ কৰি দেখুৱালে। ঈশ্বৰৰ কৃপাত আমাৰ দৰমহা

পাতিবো অসুবিধা আজিলৈকে হোৱা নাই। এনে ক্ষেত্ৰত আমি আমাৰ বাতৰি কাকতখনক এটা উচ্চ মানবিশিষ্ট, মানে হাই-ষ্টেগুৰ্ডৰ, কাগজ কৰিবলৈ চেষ্টা কৰা উচিত। সেই কামটো মই কৰিব নোৱাৰো। আপোনালোকেহে কৰিব পাৰিব। চাউলৰ অনাটন, কংগ্ৰেছৰ ভিতৰুৱা বিৰোধ- সেইবোৰত আমি মূৰ সুমুৱাৰ দৰকাৰ নাই। মই আপোনাক ভট্ট মনত পেলাই দিব খোজো যে বৃটিছৰ দিনত যি পুলিচ বিষয়াই স্বাধীনতা আন্দোলনকাৰী ৰাইজক গুলীয়াই মাৰিছিল, এতিয়াও সেই পুলিচ বিষয়াই কংগ্ৰেছী চৰকাৰৰ নিৰ্দেশত ৰাইজক গুলীয়ায়। তেতিয়া দেশক স্বাধীন কৰিবলৈ দৌৰি হৈ ৰাইজ এতিয়াও দৌৰিয়েই আছে। লাভ একো হোৱা নাই। বৃটিছৰ দিনত চাহাবী বাতৰি কাকতৰ সি সুনাম, এতিয়াও সেইবোৰ বাতৰি কাকতকে কংগ্ৰেছ চৰকাৰেও আমাৰবোৰতকৈ বেছি গুৰুত্ব দিয়ে। আকৌ নতুন চৰকাৰ হলেও এই সকলোবোৰ একেদৰেই থাকিব। একেদৰেই ৰাইজ আৰু চৰকাৰ নামৰ দুদল বিৰোধী মানুহ দেশত থাকিব। ৰাইজ নামৰ মানুহদল সদায় কষ্ট ভোগা মানুহ হ'বই। মোৰ একমাত্ৰ অনুৰোধ হৈছে — সেই সৰ্বহাৰা দলত যোগ নিদিব, don't join them। সেইটো শিক্ষা আৰু মানসিক সুস্থতাৰ চিন নহ'ব- নিজৰ ভৰিত কুঠাৰে মৰাৰ চিনহে হ'ব।

তালুকদাৰে বহাৰপৰা উঠি পুনৰ এটা চিগাৰেট জ্বলাই কলে,

ঃ Excuse me. মই আপোনালোকৰ বহুত সময় নষ্ট কৰিলোঁ। আমাৰ কাকতখন সুস্থ-নীতিৰে পৰিচালনা কৰিবলৈ এনেকুৱা আলোচনাৰ খুব প্ৰয়োজন। বাৰু, অ' মিছ্‌শৰ্মা, ক্ষমা কৰিব; আপুনি সম্পাদকৰ ওচৰলৈ কিবা কামত আহি মোৰ কাৰণেই ৰৈ থাকিব লগা হ'ল।

গম্ভীৰভাৱে খোজ পেলাই তালুকদাৰ ওলাই যোৱাৰ পাচত দীঘল উশাহ এটা এৰি 'উস্' বুলি মিচ্ মিতা শৰ্মা ভট্টৰ আগত ঠিয় হ'ল। ওপৰত এলাহ কৰি ঘূৰি থকা ফেনৰ কৃপাত কুমাৰী মিতা শৰ্মাৰ মেক-আপ্ এইমাত্ৰ কৰি অহা যেন হৈ আছিল। কপালৰ অসংযত প্ৰেমিকা চুলিকিডাল ফেনৰ বতাহে লিৰিকি-বিদাৰি তেওঁৰ কুন্দত কটা মুখমণ্ডল তুলি ধৰিছিল। টেৰিলিনৰ পিছল শাড়ীৰ অবাধ্য আঁচলটো কান্ধলৈ নুতুলি বুকুৰ ওচৰত হাতৰ ঠাৰিৰে চেঁপি ধৰিবৰ বৃথা চেষ্টা কৰি থকা মিতা শৰ্মাৰ যৌৱনে অবাধ্য হোৱাৰ ঔদ্ধত্য প্ৰকাশ কৰিছিল। ওঁঠৰঙী লিপ্‌ষ্টিকৰ ওপৰত জিভাৰ আগেৰে সৰসতা সানি কাজলে বেছি উজ্বল কৰা চকু দুটা ডাঙৰকৈ মেলি চিন্তিত ভট্টক সুধিলে,

ঃ কি হৈছিল বাৰু? মই একোকে বুজিব নোৱাৰিলো। মই যে কি বিপদৰ মাজত পৰিছিলোহি?

হাত-চকু মূৰৰ বিভিন্ন ভংগী কৰি কথাকিটা কৈ মিতা শৰ্মাই বুকুৰ ওচৰত বেছি চেঁচা বতাহ বিচাৰি ওপৰত ফেন থকা স্বত্বেও হাতখনেৰেই বিচি দিলে এনেয়ে। 'অসমী' বাতৰি কাকতৰ অফিচক সৰস কৰিবৰ কাণে মিচ্ শৰ্মা হ'ল তালুকদাৰৰ শেহতীয়া আমদানি। এওঁক তালুকদাৰে ল'ব খোজোতেই সম্পাদক ভট্টই মৃদু প্ৰতিবাদ জনাইছিল। এম্‌প্লয়িজ ইউনিয়নে ভালপোৱা নাই বুলিও মালিকক জনাইছিল। এতিয়া থকা ছাব্ -এডিটৰসকলকতকৈ বেছি দৰমহা দি মিতা শৰ্মাক অনাত সকলোৱে আপত্তি কৰা বুলি কৈছিল। এনে কথাৰ উত্তৰত তালুকদাৰে হাঁহি এটা মাৰি কৈছিল ঃ আন নহলেও নাৰী, বুলি অন্তত ঃ আমি এইবোৰ আপত্তি তোলা অনুচিত; মানুহে শুনিলেও হাঁহিব। ইউনিয়নে যি কৰে কৰক। আপুনি অন্ততঃ এইবোৰত নোসোমাব মিষ্টাৰ ভট্ট। অথৰিটিৰ ফালৰ পৰা আপুনি মালিকৰ পক্ষৰ; গতিকে এইবোৰ কথা লৈ আপুনি মূৰ নঘমাব।

তালুকদাৰে আচলতে ইউনিয়নলৈ ভয় নকৰে। তেওঁৰ কাকতৰ কৰ্মচাৰী ইউনিয়নৰ এটাইকেইজন বিষয়ববীয়া তালুকদাৰৰ হাতৰ মানুহ। গতিকে ইউনিয়নে মালিকৰ বিৰুদ্ধে একো কৰিবলৈ নাযায়। সৰু-সুৰা দুই-এটা কথাত ধৰ্মঘট কৰাৰ ভাবুকি আদি দিয়ে; নহলে কৰ্মচাৰীবোৰৰ ইউনিয়নৰ ওপৰত বিশ্বাস হেৰাই যাব। তাৰ বাহিৰে মালিকক ক্ষতিগ্ৰস্ত কৰিব পৰা একো কাম ইউনিয়নে নকৰে। কৰিব নোৱাৰে।

গুৱাহাটীত 'ৰিভাৰ ক্লাব' বগা চাহাবৰ দিনৰে। সেইদিনত প্ৰথমতে এই ক্লাবত ক'লা চাহাবৰ প্ৰৱেশ নিষেধ আছিল। ভাৰত স্বাধীন হোৱাৰ দহ বছৰমান আগতেহে এই ক্লাবত ভাৰতীয়ও মেম্বাৰ হ'ব পৰা হ'ল। তাকো প্ৰতিজনকে

পদমৰ্যদা চাইহে মেম্বাৰ কৰা হৈছিল। বৰ্তমান এই ক্লাবত বগা চাহাব নাই। কিন্তু ভাৰতীয় চাহাবে ভগা চাহাবৰ ভালেমান আদব-কায়দা ইয়াত জীয়াই ৰাখিছে। এই ৰিভাৰ ক্লাবত সন্ধিয়াৰ আমেজত তালুকদাৰ আৰু মিচ্ মিতা শৰ্মাৰ নিবিড় আত্মীয়তাৰ কথা বৰ্তমান গুৱাহাটী চহৰত বিয়পি পৰিছে। উজনি অসমৰ ছোৱালী মিতা শৰ্মাই কথাৰে মানুহ কাটিব পাৰে। সাজ- সজ্জাৰে সন্ন্যাসীৰো মন ভুলাব পাৰে, চাৱনিৰে বৃদ্ধৰো যৌৱনৰ উত্তেজনা জগাব পাৰে। বৰ্তমান মিচ্ শৰ্মা ইউনিয়নৰ ভাইচ্ প্ৰেছিডেন্ট। সকলোৱে জানে যে মিচ্ শৰ্মা তালুকদাৰৰ চোৰাংচোৱা। এতিয়াও সম্পাদক ভট্টৰ আগত হেবাং ছোৱালী এজনীৰ ভাও ধৰিলেও ভট্টই বঢ়িয়াকৈ বুজিব পাৰিলে যে তালুকদাৰে কৈ যোৱা কথাৰ কেনে প্ৰতিক্ৰিয়া হৈছে, তাৰে গম ল'বলৈ মিচ শৰ্মা আহিছে। সেয়ে নিজৰ মনৰ ভাৱ গোপন কৰি ৰগৰ কৰি কলে ঃ সঁচাকৈয়ে মিচ শৰ্মা, আজি আপুনি অপূৰ্ব ধুনীয়া হৈ আহিছে। এই শাড়ীখনেৰে আপোনাক মই বৰ ভাল দেখোঁ।

মিচ্ শৰ্মাই দুই হাতেৰে নৃত্যৰ ভংগী দি কলে ঃ ধন্যবাদ, কিন্তু কওকচোন হেৰি, কি হৈছিল বাৰু?

মিচ্ শৰ্মাৰ অতি আপোনৰ দৰে কথা কোৱা স্বভাৱ ভট্টৰ ইতিমধ্যে সহ্য হৈ আহিছিল। অতি সহজভাৱে ক'লে— নাই একো হোৱা নাই। এটা গল্প ক'লে তালুকদাৰ চাহাবে। খুব হাঁহিলো।

ঃ কিন্তু তেখেতে যে লেক্‌চাৰ দি থকা যেন লাগিল।

ঃ তাকেতো ভাবিছোঁ— ৰগৰ জমি থকা সময়খিনিত আপুনি নাহিল, পিচত দুই মিনিট চিৰিয়াচ্ কথা পতাৰ মাজতে পালেহি। আপোনাৰ কপাল বেয়া। গল্পটো আপুনি শুনা হ'লে বৰ ৰস পালেহেঁতেন।

মিচ্ শৰ্মাই বুজিলে, সম্পাদক ভট্টৰ মনৰ খবৰ আজি উলিওৱা সম্ভৱ নহব। তথাপি কথাৰ মাজতে যি অলপ ধৰিব পৰা হয়, তাকে উলিওৱাৰ চেষ্টা কৰা হওঁক বুলি ভাবিলে। মিষ্টাৰ ভট্টক কি গল্প ক'ব, সেই কথা মিতা শৰ্মাক তালুকদাৰে আগতেই কৈছিল । তথাপি আবদাৰৰ সুৰত তেওঁ কলে,

ঃ কি গল্প কওক না মিষ্টাৰ ভট্ট। মিচ শৰ্মাই ভেনিটি বেগৰপৰা ধুনীয়া ৰুমাল এখন উলিয়াই চকুৰ কোণত লগালে— অভ্যাসবশতঃ।

মিষ্টাৰ ভট্টই চমুকৈ গল্পটো কৈ গ'ল। মিচ শৰ্মাই মুখত লাজ পোৱা যেন দেখুৱালে। গল্পটো শেষ কৰি ভট্টই অংগী-ভংগীৰে হাঁহি দিলে। মিতা শৰ্মাই লাজুক হাঁহিৰে তলমূৰ কৰিলে। তাৰ পাচত মূৰ তুলি কলে,

মিষ্টাৰ ভট্ট, মই এটা বেলেগ কথাত আপোনাৰ ওচৰলৈ আহিছিলো। পিচে যি পৰিৱেশত পৰিলোঁহি দেখিছেই। মোক আজিৰ কাৰণে ছুটী লাগে।

ভট্টই হাঁহি মাৰি ক'লে,

ঃ অকণো আপত্তি নাই। পিচে আজি আমাক অকলে এৰি.....।

মিচ্ শৰ্মাই ভট্টক শেষ কৰিবলৈ নিদি আকৌ কলে,

ঃ আৰু শুনক ৰিভাৰ ক্লাবত আজি ফেন্সি ড্ৰেচ্ পেৰেড - ফ্লাড্ এফেক্‌টেড মানুহৰ কাৰণে টকা তুলিবলৈ । ডেপুটি কমিচনাৰ আদি সকলো স্থানীয় ডাঙৰ অফিচাৰ আহিব। উদ্বোধন কৰিব ফ্লাড্ কনট্ৰোলাৰ মন্ত্ৰীয়ে। আপোনাক বিশিষ্ট অতিথি হিচাপে নিমন্ত্ৰণ জনাই এইখন চিঠি দিছে ক্লাবৰ ছেক্ৰেটৰীয়ে। আৰু মোক পাৰ্চনেলি ৰিকুৱেষ্ট কৰিছে আপোনাক যেনে তেনে লৈ যাবলৈ। সময় সন্ধ্যা ছয় বজাত ; আপুনি আঠ বজাত গুচি আহিব পাৰিব। আপুনি যাব বুলি মই কথা দিয়েই আহিছোঁ। নগ'লে বৰ লাজত পৰিম।

কথা কৈ থকাৰ লগে লগে মিচ্ শৰ্মাই ভেনিটি বেগ খুলি এখন বন্ধ কৰা চিঠি ভট্টলৈ আগবঢ়াই দিলে। ভট্টই এনেয়ে মনোযোগ দি চিঠিখনকে পঢ়ি থাকিল আৱশ্যকতকৈও বেছি সময়। ভট্টলে এই নিমন্ত্ৰণ আগবঢ়োৱাত তালুকদাৰৰ চক্ৰান্ত আছে। তালুকদাৰৰ মতে এনেয়ে ভট্ট ভাল মানুহ, শান্ত-উগ্ৰ নহয়, উত্তেজনাতকৈ যুক্তিক বেছি প্ৰশ্ৰয় দিয়ে।

অনাহক হৈ চৈ নকৰা দুবাৰকৈ দুখন কাকতৰ সম্পাদক পদৰ পৰা খেদা খোৱাৰ ফলত হিচাপী। এতিয়া তেওঁক কিছু কালচাৰ্‌ড্‌ চ'চাইটিৰ পৰিৱেশত সুমুৱাব পাৰিলে তেওঁ সাহিত্য পঢ়ি শিকা - Revolutionary idea বোৰ নিমজ অৰ্থাৎ ধাৰ নথকা হ'ব। গতিকে তেওঁক ক্লাব আদিৰ পৰিবেশলৈ আনিব লাগে। ভট্টক প্ৰথমে সম্পাদক নিয়োগ কৰোতে এজনে তালুকদাৰক কৈছিল ঃ ভট্ট বৰ্তমান spent up bullet- কেতিয়াবাই ফুটি শেষ হোৱা গুলী। তেওঁকলৈ কি হ'ব? সেই বন্ধুক তালুকদাৰে হাঁহি হাঁহি কৈছিল ঃ তুমিহে জানা কেতিয়াবাই ফুটি শেষ হোৱা বুলি। ভট্ট এতিয়াও বিপ্লৱী লেখক বুলি অসমৰ পঢ়ুৱৈ সমাজত নাম আছে। তেওঁলোকে ভট্টক নতুন খাৰেৰে সৈতে ফুটোঁ ফুটোঁ হৈ থকা নতুন গুলী বুলিহে ভাবে। আৰু সম্পাদকৰ সেইকণ জনপ্ৰিয়তা নতুন কাকত এখনৰ কাৰণে বৰ প্ৰয়োজন। এতিয়াও তালুকদাৰে মনে-প্ৰাণে বিশ্বাস কৰে যে ভট্টইঁতৰ নিচিনা ভদ্ৰলোক বুদ্ধিজীৱীবোৰলৈ ভয় কৰিবলৈ একো নাই; বৰঞ্চ এইবোৰ মানুহক তথাকথিত সৰ্বহাৰাবোৰৰ হাতত এৰি নিদি পাকৰাও কৰি ৰাখিব লাগে।

খাবলৈ নাপাই মৰাতকৈ চৰকাৰৰ পুলিচৰ গুলীৰ আগত বুকু পাতি মৰিবলৈ মানুহ ওলোৱা দিনত বিভিন্ন আৰু বহুৰঙী সাজ-পাৰ পিন্ধি ক্লাবত আনন্দ কৰি, সেই অভিনয়ৰ বিনিময়ত ধনী দৰ্শকৰ পৰা কেইটামান টকা আদায় কৰি বানপানী প্ৰপীড়িত ৰাইজক সহায় কৰি দিবলৈ ওলোৱা এইগাল মানুহৰ মাজলৈ যাবলৈ ভট্টৰ কোনো ইচ্ছা নাই। তথাপি মনটোক বুজালে যে সংবাদিক হিচাপে তেওঁ ৰজাঘৰ-প্ৰজাঘৰৰ মাজত প্ৰভেদ ৰাখিব নোৱাৰে। গতিকে তেওঁ যাবলৈ মান্তি হ'ল। তাতে মিচ্‌ শৰ্মা এনেকুৱাকৈ জোক লগাদি লাগিল যে নাযাওঁ বুলি কোৱাই টান হ'ল।

পৰিতৃপ্তিৰ হাঁহিৰে বিদায় লৈ, ছুটী দিয়াৰ কাৰণে ভট্টক ধন্যবাদ জনাই, ওখ গোৰোহাৰ জোতাৰে চঞ্চল ছন্দৰ, দ্ৰুত লয়ৰ শব্দ কৰি বহুৰঙী সুগন্ধি দ্ৰব্যৰ দোকান এখন যোৱাদি মিচ্‌ শৰ্মা গুচি গ'ল। পিচফালৰ পৰা মিচ্‌ শৰ্মাৰ কঁকালৰ সুগোল নিম্নাংশ উঠা-নমাই ভট্টক খন্তেকৰ কাৰণে হলেও উত্তেজনা দি গ'ল।

মিচ্‌ শৰ্মা যোৱাৰ পিছত ওচৰৰে সৰু টেবুলত কিবা এটা লিখাত ইমান পৰে ব্যস্ত হৈ থকা সহকাৰী সম্পাদক নৰেণ দাসে ভট্টক সুধিলে,

ঃ আজি সম্পাদকীয় আপুনি পুৱাই লিখি দিয়াটোৱেই যাব নেকি?

পুৱাই ভট্টই লিখি দিয়া সম্পাদকীয়টো অসমৰ বুদ্ধিজীৱী সমাজলৈ এক বিৰাট প্ৰস্তুতিৰ আহ্বান। বহুত ভাবি-চিন্তি ভট্টই এই সম্পাদকীয় লিখিছিল— অসমৰ বুদ্ধিজীৱী সমাজ জগাই তুলিবলৈ । ঘৰত ঘৈণীয়েকক পঢ়ি শুনাওঁতে ঘৈণীয়েকে প্ৰশংসা কৰি কৈছিল ঃ বহুত দিনৰ মূৰত তোমাৰ আগৰ নিচিনা সম্পাদকীয় এটা ওলাইছে। - সেইটো সম্পাদকীয় পিছদিনাৰ কাগজত যাবলৈ আজি ছপাশাললৈ যাব লাগে। ভট্টই গম পাইছে যে সেই সম্পাদকীয় ছপাবলৈ দিয়া বুলি খবৰ পায়েই কাকতৰ মালিক প্ৰিয় তালুকদাৰে এইমাত্ৰ ইমানখিনি উপদেশ বাণী শুনাই দি গ'ল। এই সম্পাদকীয়ত তেওঁ আৰম্ভণিতে উদ্ধৃতি দিছিল বিশ্ব-সাহিত্যিক নোবেল পুৰস্কাৰ বিজেতা ফৰাচী বিশ্বপ্ৰেমিক ৰোমা ৰোঁলাৰ এই কথাখিনি "বুদ্ধিজীৱীবিলাক সুবিধাভোগী শ্ৰেণী। শোষণকাৰী বিলাকে যিবিলাক সুযোগ সুবিধা তেওঁলোকক দিয়ে তাতেই কৃতাৰ্থ হৈ তেওঁলোকে জনসাধাৰণৰ আদৰ্শৰ প্ৰতি বিশ্বাসঘাতকতা কৰে।" "জনসাধাৰণৰ আদৰ্শক বিশ্বাসঘাতকতা কৰি শোষণকাৰীৰ ধনেৰে পেট পুহি থাকিলে অসমৰ বুদ্ধিজীৱীক ৰাইজে এদিন গছে গছে ফাঁচি দিব" এইবুলি শিল্পীসাহিত্যিক-সাংবাদিকক সাৱধান কৰি দি তেওঁ সকলোকে ৰাইজৰ ফলীয়া হ'বলৈ আহ্বান জনাইছে।

কাকতৰ মালিক প্ৰিয় তালুকদাৰৰ কথাৰ উত্তৰত ভট্টৰ বহুত কবলগীয়া আছিল। কিন্তু কব নোৱাৰিলে। বহুত চিন্তাই তেওঁক একেলগে জুমুৰি দি ধৰিলে। কথাৰ মাজতে তালুকদাৰে অৱশ্যে কৈছিল যে কাগজত কি ছপা হ'ব সেই বিষয়ে নীতি-নিৰ্ধাৰণৰ ক্ষমতা ভট্টৰ। তেন্তে সেই স্বাধীনতাৰ নামত ভট্টই নিজেই লিখা সম্পাদকীয়টোকে পিচদিনাৰ কাকতত ওলাবলৈ দিব পাৰিব নেকি? কেতিয়াও নোৱাৰে। তালুকদাৰৰ কথাৰ সুৰ ভট্টই বুজে। কোনোবা এবাৰ টকাৰ নাটনিত এমাহৰ দৰমহা এড্‌ভান্স বিচাৰোতে তালুকদাৰে একে কোবে দিব নোৱাৰো বুলি নকৈ , ভট্টৰ অসুবিধাত দুখ

প্ৰকাশ কৰি বৰ মিঠাকৈ কৈছিল— আপোনাক সহায় কৰিব পৰা হ'লে মই অতিশয় সুখী হলোঁহেতেন। সেই একে ভদ্ৰতাৰেই আজি এটা গল্প কোবাৰ ছলেৰে কৈ গ'ল- এইবোৰ মানুহৰ এইবোৰ আন্দোলন বৰ্বৰ যুক্তি-প্ৰণোদিত; এইবোৰক আমি প্ৰশ্ৰয় দিব নোৱাৰো। তালুকদাৰৰ আদেশ ইয়াত লুকাই আছে বুলি নুবুজিলে হয়তো কাইলৈ ভট্টক চাকৰি এৰাৰ স্বাধীনতাকণো দি যাবহি। একেদৰে ভদ্ৰতা কৰিয়েই। চাকৰি যোৱাৰ সম্ভাৱনা মনলৈ আহিলত ভট্টাচাৰ্যৰ চুৰিয়াখন কঁকালৰপৰা সুলকি খহি পৰা যেন লাগিল। নীতিগত কাৰণত ইয়াৰ আগতে দুবাৰ দুখন বাতৰি-কাকতৰপৰা সম্পাদকৰ চাকৰি এৰি ভট্ট ওলাই আহিছিল— ৰাইজৰ বৃহৎ স্বাৰ্থৰ স্বাৰ্থত্যাগী বীৰ নেতাৰ দৰে। সেই দুইবাৰেই ভট্টই চাকৰি যোৱাৰ কিছুদিন পাচৰেপৰা লৰা-তিৰোতা লৈ প্ৰায় 'মুষ্টি-ভিক্ষা' কৰি পেট প্ৰৰ্তাব লগাত পাৰিছিল। ভট্টই ভয় খাই নিজেই নিজৰ মনটোক মনে মনে ক'লেঃ নাই, চাকৰি এৰিব নোৱাৰি। চাকৰি ৰাখিবই লাগিব। চাকৰিত থাকি, তাৰ সীমাৰ ভিতৰতে যি পাৰি কৰিব লাগিব। চাকৰিলৈ কিয় ভয় কৰিছা বুলি প্ৰথমতে উচটাই দিয়া মানুহ বহুত ; কিন্তু চাকৰি যোৱাৰ পাচত বুকুৰ বন্ধুৱেও মুখ নেদেখুওৱা হয়।

ধুনীয়া নিকা -পৰিপাটিকৈ পিন্ধা খদ্দৰৰ আজানুলম্বিতা পাঞ্জাবী আৰু ভৰিৰ সৰু গাঠি ঢকা চুৰিয়া, ভৰিত সদায় ৰং কৰা এডলীয়া ফিটাৰ চেণ্ডেল, ওপৰৰ জেপত সোণালী পেন আৰু দামী ৰুমালেৰে সম্পাদক মৃণাল ভট্টাচাৰ্যৰ বয়সে আঢ়ৈ কুৰি ডেওনালে বেঙা মেলিছে । মূৰৰ চুলি প্ৰায়খিনি সৰিলেই। বাকী থকাকেইডাল তেল ঘঁহি নিমজকৈ ফণিয়াই আহে যদিও ইমান কম সংখ্যক যে মূৰৰ চুলিতকৈ চুলি নোহোৱা চিক্‌চিকীয়া মিহি অংশহে আগতে চকুত পৰে; তাৰো আধামানত বয়সৰ বগা ৰং । ভট্টৰ ঘৰ শিৱসাগৰৰ এখন ভিতৰুৱা গাঁৱত। কলেজ এৰাৰ পাছৰ পৰা নিৰাপদ বামপন্থী ৰাজনীতি আৰু লগতে পেট-প্ৰৰ্তাবৰ কাৰণে সাংবাদিকতাকে কৰিছে। আজি তিনি বছৰমানৰ আগতে তেওঁ সম্পাদক হৈছিল আন এখন দৈনিক-কাকতৰ। সেই কাকতৰ মালিক আছিল কংগ্ৰেছী। তিনিমাহমান সম্পাদক হৈ থকাৰ পাছতে কংগ্ৰেছী মালিকে আপত্তি কৰি কৈছিল- ভট্টই কাকতখনক নিজৰ বামপন্থী দলৰ মুখপত্ৰ কৰা বুলি । দুই এটা উদাহৰণো দিছিল। পাৰ্টিৰ নেতৃস্থানীয় দুজনমানৰ পৰামৰ্শ লৈ ইমান বাধ্য-বাধকতাৰ মাজত কাকত সম্পাদনা কৰা অসম্ভৱ বুলি তৎক্ষনাত ভট্টই চাকৰি ইস্তাফা দিছিল। ভট্টই ভাবিছিল, তেওঁৰ অবিহনে সেই কাকত চলাব নোৱাৰে আৰু ভট্ট ক'লৈ গ'ল বুলি গোটেই অসম এনেকুৱাকৈ জাগুৰ খাই উঠিব যে মালিকে তেওঁক আকৌ খাতিৰ কৰি মাতি নিব লাগিব। কিন্তু এইবোৰ একো নহ'ল, সেই কাকত ভট্ট নোহোৱাকৈ চলিয়েই থাকিল আৰু ভট্টৰ ইস্তফা দিবলৈ পৰামৰ্শ দিয়া বহুত নেতাই সেই কাকততে পুনৰ নিয়মীয়াকৈ লিখিবলৈ ললে। সেই আদৰ্শহীন নেতাবোৰক ভট্টই উৰাই -ঘূৰাই মনে মনে গালি পাৰিলে। সেই নেতাবোৰৰে কেইজনমানৰ ওপৰত পুৰণি আক্ৰোহ থকা ধনী ব্যক্তি এজনে হঠাতে এখন সাপ্তাহিক কাকত উলিয়াবলৈ ঠিক কৰি ভট্টক সম্পাদক হ'বলৈ আহ্বান কৰিলে। কাগজ ওলাল। আঠ মাহ চলিল। সেই নেতাবোৰক উৰাই ঘূৰাই গালি পাৰি তৃপ্ত হোৱাৰ পাছত মালিকে দেখিলে ইমান লোকচান ভৰি কাকত উলিয়াই থাকিলে এবছৰতে সৰ্বনাশ হ'ব। তথাপি নিজে বন্ধ কৰি দিলে বদনাম হ'ব। গতিকে তেওঁ ভট্টক এনেকুৱাকৈ আদেশ-নিৰ্দেশ দিবলৈ ধৰিলে যাতে খঙতে ভট্টই এৰি দিয়ে। ভট্টই যৎপৰোনাস্তি যত্ন কৰিও একো ফল নোহোৱা দেখি প্ৰমাদ গণিলে। কিন্তু উপায় নাই; সম্পাদকহৈতো আৰু অফিচৰ পিয়নৰ কাম কৰি চাকৰি ৰাখিব নোৱাৰি। সেই চাকৰিও ভট্টই নামত ইস্তফা দিলে আৰু লগে লগে সেই সাপ্তাহিক কাকত বন্ধ হ'ল। তাৰ পাছত দুটা বছৰ কেনেকৈ বাগৰি গল ভট্টই ক'ব নোৱাৰে। আগৰ বন্ধু বান্ধববোৰ লাহে লাহে খবৰ কৰিবলৈ নহা হ'ল। লাহে লাহে অৱস্থা আৰু বেয়া হৈ আহিল। ভট্টই মনে মনে কেইখনমান দোকানত এঘণ্টা-দুঘণ্টা হাজিৰা কাম কৰি পেট পুহিবলৈ ধৰিলে। বামপন্থী ভট্টৰ মনত ৰাইজৰ হিত চিন্তা কৰা সকলো উদ্যম একেবাৰে নোহোৱা হ'ল। কেৱল পেটৰ চিন্তাতে সময় যাব ধৰিলে। তেনেকুৱা সময়তে 'অসমী' কাকতত সম্পাদকৰ কামটো পালে- নকৈ নোৱাৰি- এজন বিশিষ্ট মন্ত্ৰীৰ দয়াৰ কাৰণে। বহুতপৰ দৌৰাৰ পাছত জিৰণি লোৱাৰ দৰে এতিয়া ভট্টৰ সকলো কামতে অৱসাদ।

ভট্টই বহুত পৰৰ মূৰত নৰেণ দাসলৈ চালে। সম্পাদকীয় ভট্টই লিখি থোৱাটোৱেই যাব নেকি বুলি সহকাৰী সম্পাদক নৰেণ দাসে কৰা প্ৰশ্নৰ পাচত অতীত জীৱনৰ বহুত কথাই মনত পৰিছিল তেওঁৰ। নিজে লিখি ছপাবলৈ দিয়া সম্পাদকীয়টো নালাগে যাব বুলি নৰেণ দাসক ক'বলৈও ভট্টই লাজ পাইছিল। কাৰণ তালুকদাৰৰ হুমকিৰ ভয়তে পেঁপুৱা লাগি সেই সম্পাদকীয়ৰ ছপা বন্ধ কৰা বুলি নৰেণ দাসে লগে লগে বুজিব । আৰু দাসে তেতিয়া তেওঁক অতি কাপুৰুষ বুলি ভাবিব । ভট্টই এটা বুদ্ধি পাঙিলে। দাসক কলে,

ঃ আজি মই এতিয়া ওলাই যাব লাগে। সময় নায়েই। অথচ মই লৰালৰিকৈ লিখি দিয়া সেই সম্পাদকীয়টো আকৌ এবাৰ নিজে পঢ়ি নোচোৱাকৈ দিবলৈ সাহ কৰা নাই। এটা কাম কৰক। আজিৰ পালটো আপুনিয়েই মাৰি দিয়ক। দক্ষিণ আফ্ৰিকাৰ প্ৰধান মন্ত্ৰী হেনড্ৰিক ভেৰৱৰ্ড নে কি সেইটোক হত্যা কৰাৰ খবৰ যে আজি আহিছে, তাৰে ওপৰত চমুকৈ এটা সম্পাদকীয় আপুনিয়েই লিখি দিয়ক। আমাৰ কাগজত বহুত দিন বিদেশী বা আন্তৰ্জাতিক পৰিস্থিতিৰ ওপৰত সম্পাদকীয় ওলোৱাও নাই। আৰু এইবোৰ বিষয়ত আপুনি লিখিও ভাল পায়। মই লিখা সম্পাদকীয়টো মই চাই-চিতি কাইলৈ দিম। কেনে দেখে?

যি বিষয়ৰ কথা ক'লে আমাৰ চৰকাৰ, কাগজৰ মালিক বা আন কোনো অসন্তুষ্ট হোৱাৰ ভয় নাই, তেনেকুৱা এটা বিষয়ত সম্পাদকীয় লিখিবলৈ সহকাৰী সম্পাদকক দায়িত্ব দি ভট্ট ৰক্ষা পৰিল। তেনেকুৱা আন্তৰ্জাতিক বিষয় বস্তু ৰ ওপৰত লিখোঁতে কিবা ভুল হ'লেও কাৰো গাত নালাগে।

'বেয়া নহ'ব' বুলি নৰেণ দাসে 'কেনে মজা?- প্ৰকাশ কৰা হাঁহিটো চেঁপি ৰাখিলে। বিবেক আৰু মনৰ যুঁজখন অসহ্য লাগি ভট্টই জেপৰপৰা উলিয়াই এটা চিগাৰেট জ্বলালে। ভট্টৰ ছাইদানীত তালুকদাৰে পেলাই থৈ যোৱা দামী চিগাৰেটৰ পৰিত্যক্ত টুকুৰালৈ ভট্টই বহুতপৰ চাই থাকিল— একো নভবাকৈ। তাৰ পাছত নৰেণ দাসলৈ চাই ক'লে,

ঃ মই যাব পাৰোঁ নে বাৰু ? বাকী সকলো ঠিক আছে নহয়?

ঃ হয়।

ঃ মই বাৰু নিশা ৯ বজাৰ পাছত খবৰ এটা ল'ম। দৰকাৰ হলে আপুনি মোৰ ঘৰলৈ ফোন কৰিব দেই।

ঃ বাৰু।

আকৌ এবাৰ টেবুলখনলৈ চাই ভট্টই কিছুমান কাগজৰ ওপৰত গধুৰ পেপাৰৱেট দুটামান দিলে- ফেনৰ বতাহত উৰি নাযাবলৈ। তাৰ পাছত ভট্টই হাতত ছাতিটো লৈ আকৌ এবাৰ টেবুলখনলৈ চাই খোজ পেলালে। লিখা সম্পাদকীয়টো ঘূৰাই লব লগা হোৱাৰ অপমানত, লাজত, নিজৰ অক্ষমতাত অসহায় অনুভব কৰি ভট্টই পৰম আশ্ৰয় বিচাৰি নিজ ঘৰৰ নিৰাপদ পৰিবেশলৈ বুলি খোজ দিবলৈ আৰম্ভ কৰিলে। কিন্‌কিনীয়া বৰষুণে তেতিয়াও সূতা কাটি আছিল। ছাতিটো মেলি ললে ভট্টই। মনে মনে ঠিক কৰিলে, ঘৰৰপৰা ৰিভাৰ ক্লাবলৈ যাব।

বাটত মানুহ বৰ কম। আবেলি চাৰি বাজি গৈছিল। বাটত পোৱা ৰেচনৰ দোকানৰ আগত মানুহৰ কিউ বা শাৰীটো ইমান দীঘলীয়া হৈছিল যে ঘাই ৰাস্তাৰ মাজমান পাইছিলহি। বৰষুণলৈও কোনেও কেৰেপ কৰা নাই। ৰেচনহে লাগে। মতা-তিৰোতা, লৰা-বুঢ়া সকলো আছে কিউত এমুঠি চাউলৰ আশাত। চৰকাৰে এসপ্তাহ খাবলৈ এজনক চাৰি পোৱা দিয়ে। সেই পইচা দি কিনাৰ ভিক্ষাৰ কাৰণেই এই অসীম ধৈৰ্য্য। ইমান সহনশীল এটা জাতি , খাবলৈ নাপালেও সকলো যন্ত্ৰণা সহিও মুখেৰে মাত মাতি প্ৰতিবাদ কৰাৰ ইচ্ছা নকৰা এটা জাতিৰ প্ৰতীক স্বৰূপে যেন এই মানুহখিনি ৰেচনৰ দোকানৰ আগত' ৰৈ আছিল। ভট্টৰ নিজকো সেই মানুহখিনিৰ মাজেৰে এটা যেন লাগিল।

মানুহখিনিলৈ আকৌ এবাৰ চকু দাঙি চাই ভট্টই খোজ আগুৱাই দি থাকিল। চেন্দেলেৰে বোকা বাটত খোজ কাঢ়োতে পিঠিফালে চুৰিয়া-চোলা চাগে বোকাৰ ছিটিকনিৰে ফুট্‌ফুটীয়া হৈছে- ভট্টই ভাবিলে।

চৰকাৰী প্ৰচাৰ বিভাগৰ গাড়ী এখন সেইখিনিতে ৰাখি তাৰপৰা মাইক্ৰোফোনেৰে চিঞৰি আছিল ঃ আন্দোলন পৰিষদে কাইলৈৰ 'অসাম বন্ধৰ" হৰতাল আহ্বান প্ৰত্যাহাৰ কৰিছে। কাইলৈ "অসম বন্ধ" হৰতাল নহয়। ৰাইজসকল, কাইলৈ হৰতাল নহয়।...

ভট্টই আগতে খবৰ পাইছিল। গতিকে অকণো আচৰিত নহ'ল। ৰেচনৰ দোকানৰ আগত বৈ থকা কিউটোৰ মানুহখিনিয়ে প্ৰচাৰ-বিভাগৰ গাড়ীখনলৈ এবাৰ চকু তুলি চোৱাৰ দৰকাৰো অনুভৱ নকৰিলে। অসম বন্ধৰ আহ্বান, সেই আহ্বান প্ৰত্যাহাৰ সেই প্ৰত্যাহাৰৰ খবৰ চৰকাৰী প্ৰচাৰ-বিভাগে দিয়া, আদি ৰাজনৈতিক দলীয় তালি-বাজি যেন বহুত দিন ধৰি পোৱাৰ পাচত মানুহৰ সহ্য হৈ গৈছে। অসম বন্ধৰ আহ্বান দি আকৌ সেই আহ্বান এই বাওঁপন্থী দলবোৰে শেষমুহূৰ্তত প্ৰত্যাহাৰ কৰি ল'বই বুলি এই মানুহবোৰে যেন আগতেই জানিছিল। গতিকে তাত যেন আচৰিত হ'বলগীয়া একো নাই।

ঃ শ্যালা, চব বেইমান চৰকাৰী দালাল। আমাক এনেয়ে অসম বন্ধ হ'ব বুলি ৰাস্তাই ৰাস্তাই পোষ্টাৰ মৰাই খটুৱাই মাৰিলে। এতিয়া চাগৈ চৰকাৰৰ পৰা নিজৰ কাৰণে কিবা সৰকাই লৈ আন্দোলন বন্ধ কৰি দিলে। কোনোবা এটা ডেকা ল'ৰাই লগৰকিটাক খঙেৰে ক'লে।

ভট্ট গৈ থাকিল।

হঠাতে ওচৰতে এখন গাড়ী ৰলহি। ভট্টই ঘূৰি চাই দেখে, মিচ্ মিতা শৰ্মাকে আদি কৰি গাড়ীত তিনিগৰাকী মহিলা আৰু শ্ৰীযুত তালুকদাৰ। নিজে বহাফালৰ দুৱাৰখন মেলি ধৰি তালুকদাৰে ভট্টক আহক বুলি মাতিলে। পিন্ধা কাপোৰত পিছফালে বোকাৰ ছিটিকনি পৰাৰ বিষয়ে ভট্ট সজাগ আছিল। ক্লাবলৈ যাবলৈ হ'লে ঘৰত গৈ অলপ চুঁচি মাজি সাজটো সলাই অহাৰ ইচ্ছা আছিল। গাড়ীখন পোনে পোনে ক্লাবলৈকে যায়গৈ বুলি ভট্টই কি কৰিব ভাবিছিল। কিন্তু তালুকদাৰে এনেকুৱাকৈ গাড়ীৰ দুৱাৰখন মেলি অপেক্ষা কৰি আছিল যে ভট্টই একো ক'ব নোৱাৰিলে। ছাতিটো জপাই তেওঁ গাড়ীত উঠি তালুকদাৰৰ দাঁতিতে বহিল। ভট্টই ভাবিছিল, তেওঁ তালুকদাৰক কৈ ঘৰৰ আগতে নামিব। কিন্তু গাড়ীত উঠাৰ পাছতো তিতা ছাতিটো লৈ ভট্টৰ মহা-সমস্যা হ'ল। তিতা ছাতিটো এতিয়া থয় ক'ত ? গাড়ী পুনৰ চলিবলৈ ধৰিলে। ছাতিটোৰ কাৰণে ভট্টই ইমান অস্বস্তি অনুভৱ কৰিলে যে ঘৰৰ আগত নমাৰ কথাও পাহৰি গ'ল। ক'ত থব এতিয়া ছাতিটো ? ইফালে তলত পেলাই থ'বলৈও মহিলাসকলৰ কাপোৰত লাগে। সিফালে দিলে তালুকদাৰৰ পেণ্ট তিতিব। ড্ৰাইভাৰৰ ফালে দিলে ষ্টিয়েৰিং, গিয়েৰ আদিত লাগি গাড়ী চলাবলৈ অসুবিধা হ'ব। তিতা ছাতিটো হাতত লৈ কি কৰোঁ কি নকৰোঁ ভাবত ভট্টই ইফালে সিফালে চোৱালে মহিলাকিগৰাকী আৰু তালুকদাৰে ভয়েৰে চালে— ভট্টই যেন ছাতিটোৰে এতিয়া কিবা এক অঘটন ঘটাব। তিতা ছাতিটোৱে যেন প্ৰমাণ কৰি দিলে- ভট্ট সেই গাড়ীত উঠাৰ উপযুক্ত নহয় বুলি। উপায় নাপাই তেওঁ নিজৰ দুই আঁঠুৰ মাজত চুৰিয়া আৰু পাঞ্জাবীৰো একাংশ তিতি যোৱাকৈ তিতা ছাতিটো চেপি ৰাখিলে। তেতিয়াহে তালুকদাৰে কথা কলে।

ঃ আপুনি ক্লাবলৈ যাব নহয় এতিয়া ?

ঃ নহয়, ঘৰলৈ বুলি হে .........

ঃ কিয়, ফাংচন আৰম্ভ চাৰে চাৰিবজাৰ পৰা দেখোন ?

ঃ কিন্তু মিচ্ শৰ্মাই মোক ছয়মান বজাত গ'লেও হ'ব বুলি কৈছিল বোধহয় !

ভট্টই মিচ শৰ্মালৈ চাই ক'লে। ৰঙা জিভাখন উলিয়াই, বুকুত হাত দি, ৰঙা-চঙা পৰি যোৱাদি মিচ্ শৰ্মাই কলে,

ঃ Oh Lord, I am extremely sorry. মাফ কৰিব মিষ্টাৰ ভট্ট। সাত বজাত আমাৰ ক্লাবত আন এটা ভিতৰুৱা ফাংচনহে আছে। মই ভুলতে সেইটোৰ সময়টো আপোনাক কৈ আহিলোঁ। প্লিজ্ এক্সকিউজ মি চাৰ।

: Anybody will readily agree to oblige a lady like you Miss Sarma. আপোনাক কোনো অনুগৃহীতা কৰিবলৈ নিবিচাৰিব? তালুকদাৰে মাত লগালে। ভট্টই কোনো কথা কবলৈ নাপালেই। গাড়ী গৈ ক্লাবৰ গাড়ী- বাৰাণ্ডাত ৰৈ গ'ল।

# দুই

আৰু ৰৈ গ'ল অসীম উদ্দীপনা অসমৰ হেজাৰ ডেকাৰ — ভট্ট গৈ ক্লাব পোৱাৰ বহুত আগতেই। দুই তিনিদিন ধৰি ওৰে নিশা ওৰে দিন বাটে-ঘাটে, গছে -ঘৰে 'অসম বন্ধত' ৰাইজৰ সহযোগিতা বিচাৰি নিজ হাতেৰে লিখা পোষ্টাৰ মাৰি ফুৰা ডেকাইঁত থৰ লাগি গ'ল। গোটেই অসমত চাউলৰ হাহাকাৰ; পইচা দিলেও চাউল পাবলৈ নাই। চৰকাৰে চাউল দিব পৰা নাই। ব্যৱসায়ীয়ে নিদিয়ে; নিজ নিজ গুদামত সুমুৱাই থৈছে। চৰকাৰে চাউলৰ দামৰ ওপৰত আৰোপ কৰা নিয়ন্ত্ৰণ তুলি দিলেহে তেওঁলোকে নিজ ইচ্ছা মতে ঠিক কৰা দামত বেচিব। চৰকাৰক কৰা অনুনয় বিনয় কামত নাহিল। ঠায়ে ঠায়ে ক্ষুধাতুৰ মানুহৰ শোভাযাত্ৰা ওলাল। দুই এঠাইত চাউল মজুতকাৰী চোৰাংবেপাৰীক শোভাযাত্ৰীয়ে আক্ৰমণ কৰিলে। সেই ক্ষুধাতুৰ মানুহৰ ওপৰত পুলিচে গুলী চলালে। গোটেই অসমৰ ছাত্ৰসমাজ একেলগে জাঙুৰ খাই উঠিল। ভাত নোখোৱাকৈ পঢ়িব নোৱাৰি। আৰু ভাত বিচাৰি গৈ গুলী খাই মনে মনে থাকিবলৈকো ছাত্ৰসমাজ প্ৰস্তুত নহয়। গোটেই অসমক একগোট কৰি ল'বলৈ সংগ্ৰামৰ আহ্বান দিলে ডেকা সমাজে। বাওঁপন্থী ৰাজনৈতিক দলবোৰে এই সুবিধা এৰি নিদিলে। এনেয়ে পিঠিয়া-পিঠি হৈ থকা দলবোৰে একেলগ হৈ আন্দোলন পৰিষদ গঠন কৰিলে। ছাত্ৰ সমাজক কলে : আমি তোমালোকৰ লগত, আমি তোমালোকক নেতৃত্ব দিম। বয়োবৃদ্ধ জ্ঞানবৃদ্ধ এই লোকসকলৰ সহযোগিতা অযাচিতভাৱে আহি পৰাত ছাত্ৰ-সমাজে ভাল পালে। সেই নেতাবৰ্গৰ নেতৃত্বৰ ন্যায্য দাবীত সংগ্ৰামৰ কাৰণে ছাত্ৰসকল সাজু হ'ল। নেতাসকলে বিভিন্ন সভা -সমিতিত বক্তৃতা দি চৰকাৰক তীব্ৰ নিন্দা কৰিলে আৰু ৰাইজক সংগ্ৰামৰ কাৰণে সাজু হ'বলৈ আহ্বান জনালে। এই প্ৰসংগতে সংগ্ৰামৰ আহ্বান দি সম্পাদকীয় লিখি ভট্টও কাগজৰ মালিক তালুকদাৰৰ ৰোষৰ পাত্ৰ হ'ল। ছাত্ৰৰ মূল উদ্দেশ্য বজাই ৰাখি আন্দোলন পৰিষদে 'অসম বন্ধ' দিৱসৰ আহ্বান দিলে। সেইদিনা অসমৰ সকলো অফিচ, দোকান-পোহাৰ আদি বন্ধ ৰাখি অসমৰ ৰাইজে জনমতৰ ঐক্যৰ পৰিচয় দি চৰকাৰক শেষবাৰৰ কাৰণে সাৱধান কৰি দিব। তাৰ পাছতো চৰকাৰৰ গা নলৰিলে সংগ্ৰামী জনতাই সিংহাসনকে বগৰাই দিব।

চৰকাৰ আৰু আন্দোলন পৰিষদৰ নেতৃবৰ্গৰ মাজত আলোচনা চলিল। কোনো এক পক্ষই অকণো সৈমান নহয় বুলি কাকতত বাতৰি ওলাল। 'অসম বন্ধ' ৰ ঘোষিত দিনলৈ মাজত মাত্ৰ এটা দিন বাকী থাকোতে চতুৰ মুখ্যমন্ত্ৰীয়ে আলোচনাৰ কাৰণে আন্দোলন পৰিষদৰ নেতৃবৰ্গক চিলঙৰ বাসভৱনলৈ মতাই নিলে। চাহ খুৱালে। হাঁহি উঠা গল্প ক'লে; বুজালে। ক'লে : চাউলৰ সমস্যাটো সামাধান কৰিব পৰা নাই সঁচা কথা। দুই এঠাইত কিছুমান মানুহে চাউলৰ গুদাম আক্ৰমণ কৰিবলৈ যাওঁতে শান্তি ৰক্ষাৰ খাতিৰত পুলিচে গুলী চলোৱাও সঁচা। আইনসংগত চৰকাৰ এটাই দেশত লুট-পাট হ'বলৈ দি চাই থাকিব নোৱাৰে। কিন্তু দুখৰ কথা হৈছে এইটোহে যে বিৰোধী নেতাসকলে এই সুযোগটো গ্ৰহণ কৰিছে। দেশৰ স্বাৰ্থত, ৰাইজৰ নামত চৰকাৰী মহলে বিৰোধী নেতাবৰ্গক অনুৰোধ জনালে 'অসম

বন্ধ'ৰ আহ্বান প্ৰত্যাহাৰ কৰিবলৈ । নহ'লে এই কথাও বুজাই দিলে যে দেশৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত আন্দোলন পৰিষদৰ নেতাবৰ্গক সেই আলোচনাৰ পাছতে কাৰাৰুদ্ধ কৰা হ'ব। নিশা এঘাৰ বজালৈ আলোচনা চলিল। কাৰাৰুদ্ধ কৰাৰ হুমকিয়ে কাম কৰিলে। চৰকাৰী মহলক আঁৰ কৰি আন্দোলন পৰিষদৰ নেতাসকলে নিজৰ মাজত কৰা আলোচনাত ওলাই পৰিল যে প্ৰতিজনৰে এনেকৈ হঠাৎ কাৰাৰুদ্ধ হলে বিপদ হ'ব। এজনৰ ঘৰত ল'ৰাটোৰ টান নৰীয়া, এজনৰ ঘৈণীয়েক হস্পিটেলত, এজনে অকলে চলোৱা ব্যৱসায় বন্ধ হ'লে ঘৰখন লঘোণে থাকিব, ইত্যাদি। তথাপি দেখ-দেখকৈ পৃষ্ঠভংগ দিবলৈ ওলোৱা বুলি জনসাধাৰণে ভাবিব বুলি চৰকাৰক চৰ্ত দিলে- আন্দোলন পৰিষদৰ দাবীসমূহ , বিশেষকৈ অবিলম্বে চাউল যোগানৰ ব্যৱস্থা কৰা হ'ব বুলি কৰা দাবী, চৰকাৰে মানি ল'ব লাগে। চৰকাৰী পক্ষই আন্দোলন পৰিষদৰ দুৰ্বলতা বুজি বাৰু বিবেচনা কৰা হ'ব বুলি ক'লে। লগতে ইয়াকো জনাই দিলে যে আন্দোলন পৰিষদৰ নেতাসকলে সেই ৰাতিয়ে গৈ নিজে সকলো খবৰ কাগজৰ অফিচত 'অসম বন্ধ' প্ৰত্যাহাৰ কৰাৰ খবৰটো যেনে তেনে ছপা হ'ব পৰাকৈ দিবগৈ লাগিব। স্পষ্ট কৈ দিলে যে, নেতাবৰ্গক পুলিচৰ গাড়ীয়ে গুৱাহাটীত থৈ আহিবগৈ আৰু তেওঁলোকে পিচদিনাৰ কাগজত এই খবৰ ছপা হ'ব পৰাকৈ দি নগ'লে পুলিচে তেওঁলোকক এৰি নিদিয়ে।

তাৰ পিছত ব্যক্তিগত সুখ-দুখৰ কথা পাতিলে নেতাসকলে---মুখ্যমন্ত্ৰীৰ লগত। প্ৰতিজনে নিজৰ ব্যক্তিগত কিছু সা-সুবিধা বিচাৰি মুখ্যমন্ত্ৰীক কলে যে এই ছলতে কৈ নগ'লে আৰু ৰাজহুৱা কামত সোমালেগৈ পাহৰিবই। এজনে ঘৰ সজাৰ ধন ধাৰলে বিচাৰিলে, এজনে নিজৰ ঘৰৰ আগৰ বাটটো মেৰামতি কৰাই দিয়াৰ প্ৰতিশ্ৰুতি ল'লে, এজনে গুৱাহাটীত এটুকুৰা চৰকাৰী মাটিত ঘৰ সজাৰ অনুমতি ললে। নিশা আহি তেওঁলোক খবৰ কাগজৰ অফিচে অফিচে মাজনিশা এক বজাত গৈ খবৰটো যেনে তেনে ছপাবলৈ অনুৰোধ কৰোঁতে পুলিচৰ বিষয়াই ওচৰতে ৰৈ গতি -বিধি চাই আছিল। "অসম বন্ধ" বাতিল হোৱাৰ খবৰ পিছদিনাৰ সকলো বাতৰি কাকততে ডাঙৰ ডাঙৰ আখৰেৰে ছপা হৈ ওলাল। চৰকাৰে স্বস্তিৰ নিশ্বাস পেলালে। সেইদিনাৰ কাগজত খবৰটো নোলোৱা হ'লে অসমৰ সকলো ঠাইতে আন্দোলন বন্ধ হোৱাৰ খবৰ বিশ্বাসযোগ্যভাৱে দিব পৰা নহ'লহেঁতেন। আৰু তেতিয়া সমগ্ৰ অসমে একগোট হৈ কৰা প্ৰতিবাদত চৰকাৰৰ সিংহাসনত দুৰ্বল বুলি প্ৰমাণিত হ'লহেতেন। সেই কাৰণেই ৰাতিৰ ভিতৰতে খবৰ কাগজত খবৰটো নেতাসকলে গৈ নিজে দিয়াত চৰকাৰ পক্ষই জোৰ দিছিল।

দিনে নিশাই বাটে পথে 'অসম বন্ধ' দিন সফল কৰি ৰাইজৰ ঐক্য- শক্তি প্ৰদৰ্শন কৰিবলৈ ডাঙৰ ডাঙৰ আখৰেৰে আহল-বহল কাগজ লিখি মাৰি ফুৰা পৰাগহঁতে খুব পুৱাতে খোলা চাহৰ দোকান এখনত পল্টন বজাৰত চাহ খাবলৈ লৈ দোকানত পোৱা সেইদিনাৰ দৈনিক কাকতৰ প্ৰথম পৃষ্ঠাত চকু ফুৰাই, ভৰিৰ তলৰপৰা পৃথিৱীখন আঁতৰি যোৱা হেন পালে। কাকতৰ প্ৰথ ম পৃষ্ঠাতে আছে আন্দোলন পৰিষদৰ মুধা ফুটা নেতাসকলে ৰাইজৰ স্বাৰ্থতে 'অসম বন্ধ'ৰ আহ্বান প্ৰত্যাহাৰ কৰিছে। গতিকে কাইলৈ 'অসম বন্ধ' নহয়; সকলোকে কামে-কাজে নিয়মমতে যাবলৈ নেতাসকলে অনুৰোধ কৰিছে। খবৰটো পঢ়ি পৰাগহঁতৰ চকুপানী ওলোৱা অৱস্থা। লগৰ এজনে কিন্তু তেতিয়াও বিশ্বাস কৰা নাছিল। কৈছিল ঃ এইবোৰ চৰকাৰী দালাল কাগজৰ খবৰত একো বিশ্বাস নাই! চক্ৰান্ত কৰি আন্দোলন বিফল কৰিবলৈকে শেষ মুহূৰ্ত্তত এনেকুৱা খবৰ ছপাই দিব পাৰে। এটাইকিটা ডেকাৰ মুখত আকৌ আশাৰ পোহৰ বিয়পি পৰিল। লৰালৰিকৈ আটাইকেইজনে আন্দোলন পৰিষদৰ কাৰ্য্যালয় থকা বাঁওপন্থী দলৰ অফিচটোলৈ গ'ল। অফিচত নেতা এজনো নাই। মুখ্যমন্ত্ৰীক লগ ধৰিবলৈ যাওঁতে নেতাসকলৰ লগত যোৱা চেক্ৰেটেৰীজনহে আছিল। তেওঁৰ মুখে এঘণ্টাতে সকলো কথাৰ সম্ভেদ পাই লৰাহঁতৰ প্ৰথমতে মানুহ কাটিব পৰা খং উঠিল। কি উপায়েৰে এই প্ৰতাৰক নেতাবোৰৰ সকলো কাণ্ড প্ৰচাৰ কৰিব পাৰি সেই কথা ভাবি ল'ৰাহঁত হতাশ হ'ল। কোনো কাগজেই সেইবোৰ নেতাৰ বিৰুদ্ধে একো নছপায়।' কোনোবাই সেইবোৰ নেতাতকৈ পাৰাগহঁতৰ কথা বেছি বিশ্বাসযোগ্য বুলি নাভাবে। ছাত্ৰসকলে যে সংগ্ৰামৰ আহ্বান প্ৰত্যাহাৰ কৰা নাই - এই কথা পিছদিনা পুৱাই গোটেই অসমত প্ৰচাৰ কৰাৰ কোনো উপায় পৰাগহঁতৰ নাই। পৰাগহঁতে

নাজানে , জানিব নোখোজে, এই ‘অসম বন্ধ’, ‘প্ৰতিবাদ দিবসে’ দেশক কি দিলেহেঁতেন। কিন্তু সদৌ অসমৰ ডেকা আৰু ছাত্ৰ-সমাজে ৰাইজৰ সহযোগত শোষক চৰকাৰৰ স্বৰূপ প্ৰদৰ্শনৰ অৰ্থে যি সংগ্ৰাম প্ৰস্তুতিৰ পন্থা লৈছিল তাত বিচাৰি গুলী খোৱা ডেকাহঁতৰ তেজেৰে যি.প্ৰস্তুতিৰ জাননী লিখা হৈছিল, তাক কেইজনমান স্বাৰ্থান্বেষী, বিড়াল-তপস্বী তথাকথিত নেতাই মুখ্যমন্ত্ৰীৰ ঘৰত চাহ খাবলৈ পায়েই কি অধিকাৰত নষ্ট কৰি দিলে? কি অধিকাৰ আছে তেওঁলোকৰ? তেওঁলোকে নাজানে নে যে এই সংগ্ৰামৰ প্ৰস্তুতি তেওঁলোকে কৰা নাছিল— কৰিছিল ছাত্ৰসকলেহে ? তেওঁলোকে কেৱল সুযোগ চাই নাম কিনিবলৈ নেতা হৈছিলিহি। বাট চিনি নোপোৱা মানুহক বাট দেখুওৱাৰ নামত এইদৰে খালত পেলোৱা এই বিশ্বাসঘাতকবোৰক সিহঁতে সহ্য কৰি থাকিব নে?

ঘূৰি আহি নিজৰ বিচনাৰ নামত কাপোৰ পৰা চাংখনত বহি, এইবোৰ কথাকে ভাবি ভাবি মাজে মাজে খঙত হাতৰ মুঠি টান কৰি বিচনাত ভুকুৱাই ধৰফৰাই আছিল পৰাগ। তৃতীয় বাৰ্ষিকৰ চোকা ছাত্ৰ পৰাগ সম্বন্ধত সম্পাদক ভট্টৰ দূৰ সম্পৰ্কীয় পেহীয়েকৰ পুতেক, ভায়েক। সামাজিক মানদণ্ডত পৰাগ লোকৰ আধি মাটিত খেতি কৰি পেট প্ৰবৰ্তোৱা খেতিয়কৰ ল'ৰা। এতিয়াও বন্ধত ঘৰত গৈ ৰোৱা-দোৱা আদি খেতিৰ কামত লাগেগৈ। গতিকে ভট্টই নিজৰ আপোন বুলি চিনাকি দিবলৈ টান পায়। আচলতে কলেজত পঢ়াৰ সম্বল নাই পৰাগৰ। চোকা ছাত্ৰ বুলি চৰকাৰী বৃত্তি পাইহে পঢ়িব পাৰিছে কলেজত। গুৱাহাটীতে থাকে মজদুৰ অফিচৰ ৰান্ধনী ঘৰত, বিনা পইচাই থাকে আৰু অফিচৰ যিমানখিনি পাৰে কাম কৰি দি ভাত খোৱাৰ খৰচটো উলিয়ায়। মজদুৰ অফিচ ভট্টহঁত থকা চুবুৰীতে। সেই চুবুৰীৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰে পৰাগক বৰ ভালকৈ চিনি পায়; ভাল পায়। সি ভাল গান গায়। গা-নাচি উঠা গীত লিখে, পুৰণি সাধুকে নতুন ধৰণেৰে ক'ব জানে। আৰু সৰু ল'ৰা-ছোৱালীৰ লগত সিহঁতৰে এটা যেন হৈ ল'ৰালি-ধেমালি কৰিব পাৰে। সেই কাৰণেই পুতেক-জীয়েকহঁতে ভাল পায় কাৰণেই সেই চুবুৰীৰ মাকবোৰেও পৰাগক ভাল পায়। অৱশ্যে পৰাগক ভাল নাপাই উপায়ো নাই। কাৰোবাৰ ঘৰত কিবা বিপদ হ'লে কাৰোবাক কিবা সহায় কৰি দিব লাগিলে সকলোৰে পৰাগৰ কথাকে প্ৰথমে মনত পৰে। ওখ-পাখ, জপৰা চুলিৰে সবল ডেকা পৰাগৰ মুখখন দেখিলেও মৰম লাগে। ভট্টৰ পৰিবাৰে পৰাগক বেছিকৈ ভালপোৱাৰ কাৰণ আছে । এই পচিঁশ বছৰীয়া ল'ৰাটোক সাত-আঠ বছৰীয়া ল'ৰাৰ দৰে পাচিব পাৰি। কিবা এটা কৰিবলৈ বা দোকানৰপৰা কিবা এটা আনিবলৈ ক'লে পৰাগে কেতিয়াও ভট্টৰ ঘৈণীয়েক নবৌয়েকৰ কথা নেপেলায়। চাকৰ নথকা গৃহস্থী ঘৰত সেইটোও এটা কম সহায় জানো?

‘অসম বন্ধ’ আন্দোলনক চৰকাৰৰ দালাল নেতাবোৰে বিফল কৰাৰ দুখতে বিচনাত বহি ছট্‌ফটাই আছিল পৰাগে। তেনেকুৱা সময়তে সৰু লৰা কেইটামান গৈ পৰাগক ঘেৰি ধৰিলেগৈ— পৰাগ থিয়েটাৰলৈ যাবই লাগিব বুলি জোৰ কৰিলে। এই চুবুৰীৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰে চাৰিদিন মান আগতে পৰাগৰ পৰা এখন সৰু নাটিকা লিখাই নিছিল। সেইখনৰে অভিনয়লৈ পৰাগ যাব লাগে। অভিনয় দুদিন হ'ব আজি আৰু কালিলৈ। পৰাগৰ যোৱাৰ অকণো ইচ্ছা নাই। সকলো খাবলৈ নোপোৱা মানুহৰ অভিশাপে যেন তাৰ মূৰটোক খুলি খুলি খাইছিল। কিন্তু ভট্টৰ আঠবছৰীয়া ল'ৰা পিকু আৰু তাৰ সমনীয়া ল'ৰাটিক— একো কথা কৈ সি ঘূৰাই পঠাব নোৱাৰিলে। তাক প্ৰায় টানি টানিয়েই লৈ গ'ল সিহঁতে। সিহঁতৰ থিয়েটাৰৰ মঞ্চ পাতিছিল সম্পাদক ভট্টৰ ড্ৰয়িংৰুমত।

পৰাগক টানি নি ভট্টৰ ঘৰ পোৱালতে তাত ৰৈ থকা গোটেই ল'ৰা-ছোৱালীজাক যেন পৰাগৰ গাত উবুৰি খাই পৰিল। ষ্টেজটো চোৱাহি, এইটো কথা সলাই নিদিলে মই ক'বলৈ দিগদাৰ পাইছোঁ। দৰ্শক বহিবলৈ ইমান ঠায়ে হ'বনে, পিচত আমি আচল ষ্টেজত কৰিম দেই। আদি হেজাৰ-বিজাৰ প্ৰশ্নৰে ল'ৰা-ছোৱালীহঁতে তাক উশাহ ল'বলৈ সময় নোহোৱা কৰিলে। যিমানকিটাক দুই হাতেৰে পালে, সিমানকিটাক একেলগে সাৱটি ধৰাদি ধৰি পৰাগে ভট্টৰ ড্ৰয়িং-ৰুমতে পতা মঞ্চ চকু ফুৰাই চালে। ড্ৰয়িং-ৰুমৰ সকলো বস্তু উলিয়াই তাৰ ঠাইত ষ্টেজ পতা হৈছে, তাতে দৰ্শকৰ গেলেৰীও। তাৰ পাচত পৰাগে কৰবাত চুৰিয়া, শাড়ী, বেড-ক'ভাৰ আদিৰে দিয়া দৃশ্যপটবোৰ এনেয়ে চুই চাই ঠিক কৰি

দিয়াৰ নিচিনা কৰিলে, কোনোবা এটাক কেইটামান কথা ক'বলৈ শিকাই দিলে, কোনোবা এজনীক গীতৰ সুৰটো ধৰি দিলে, কেইবাটাৰো পেইণ্ট ঠিক কৰি দিলে। পৰাগে এটাক কিবা এটা কৰি দিওঁতে বাকী এজাকে তাক হেঁচা মাৰি ধৰি থাকে। এটাই আহি কলে ঃ আমি সময় দিয়ামতে এতিয়াই থিয়েটাৰ আৰম্ভ কৰিব পাৰোঁ। কিন্তু থিয়েটাৰ চোৱা মানুহ কেইবাজনো আহি পোৱাহিয়েই নাই। থিয়েটাৰ কৰিবলৈ লোৱা সেই অঞ্চলৰ ল'ৰা-ছোৱালীহঁতৰ আটাইবোৰৰ মাক-বাপেক, বায়েক-ককায়েক, অভিভাৱক আদি অভিনয় চাবলৈ অহাৰ কথা। কিছুমান ইতিমধ্যে আহিছেই। বাকী থকাসকলৰ ভিতৰতো অন্ততঃ মাক কিগৰাকী আহিবই। ল'ৰা-ছোৱালীবোৰক মেক্‌আপ কৰাত আৰু সাজপাৰ কৰাত মাক-বায়েক যি গৰাকী আহিছিল, সেইকিগৰাকীয়ে সহায় কৰি দিলে। মিচেচ ভট্টই সেই সময়তে চাহ এটোপা খাবলৈ পৰাগক ৰান্ধনীঘৰলৈ মাতি নিলে। ৰান্ধনী ঘৰত গৈ চাহৰ যোগাৰ কৰি কৰিয়েই মিচেচ ভট্টই পৰাগক উদ্দেশ্যি কলে ,

ঃ আজি ৰাতিপুৱা গাখীৰৰ টিং এটা অনাবলৈ তোমাক বিচৰাই বিচৰাই নাপালো; কলৈ গৈছিলা ?

পৰাগ নিমাত। এনেয়ে সি নবৌৱেকৰ কথাৰ উত্তৰ নিদিয়াকৈ কেতিয়াও নাথাকে। আজি কিন্তু সি একো ক'ব নোৱাৰিলে। ৰান্ধনীঘৰতে থকা খোৱা টেবুলৰ এচুকত হাতটো মেলি তাৰ ওপৰতে মূৰটো থৈ সি চকী এখনত বহি আছিল। এইখন খোৱা মেজৰ কাষত এইখন চকীতে বহি সি নবৌৱেকক কালিলৈকে কেবাদিনো ধৰি মেজত ভুকুৱাই কৈছিল যে সিহঁতৰ 'অসম বন্ধ' আন্দোলনে অসমত নতুন জাগৰণ আনি দিব। আজি তাৰ সেইবোৰ কথা মনত পৰিছে আৰু ভীষণ লাজ লাগিছে।

ঃ তুমি মনটো মাৰি আছা কেলেই ? পৰাগ ?

নবৌৱেকে চাহৰ যোগাৰ কৰি থকাৰপৰাই সুধিলে। পৰাগৰ বেদনাটো নবৌৱেকে অনুভৱ কৰিছিল। 'অসম বন্ধ' আন্দোলনৰ বিষয়ত পৰাগ কিমান চিৰিয়াচ্, সেই কথা নবৌৱেকে জানে। সি এতিয়া কিমান দুখ আৰু লাজ পাইছে, সেই কথাও নবৌৱেকে ভালকৈ বুজিছে। এনেয়ে সাধাৰণ কথা হোৱা হ'লে এই বিফলতাৰ কথা কৈ নবৌৱেকে পৰাগক জোকালেহেঁতেন। এতিয়া কিন্তু পৰাগৰ মনটো পাতল কৰিবৰ কাৰণে দৰদী অন্তৰ লৈ ক'লে-

ঃ বেয়া পাবলৈ কিটো আছে। তোমাৰ আৰু তোমালোকৰ একো দোষ হোৱা নাই।

নবৌৱেকৰ কথা শুনি হঠাৎ পৰাগে হুক-হুককৈ কান্দি দিলে। ভট্টৰ পুতেক পিকু ৰান্ধনীঘৰলৈ আহিছিল— পৰাগক কিবা এটা থিয়েটাৰৰ কথা সুধি যাবলৈ। পৰাগক এই অৱস্থাত দেখি মাকৰ চকুলৈ চাই চাই খোজ দি পিকু ওলাই যায়। বৰ দুখ লগাকৈ সৰু লৰাৰ দৰে কান্দিছিল পৰাগে। নবৌৱেকে চাহ ঢালি থাকোঁতে বৈ গ'ল। চাহ তাতে এৰি লাহে লাহে আহি পৰাগৰ ওচৰ পালেহি। ক'লে,

ঃ কিয় কান্দিছা পৰাগ ? চাওঁ।

পৰাগে উচুপি উচুপি কান্দি থকাৰ পৰা মূৰ তুলি চকুপানী মোহাৰি কান্দোন বন্ধ কৰাৰ চেষ্টা কৰিলে। কিন্তু তাৰ কান্দোন বেছিকৈহে ওলাল। সি পুনৰ তলমূৰ কৰিলে। সদায় দপদপাই থকা পৰাগৰ এনে দুৰ্বলতাই নবৌৱেকৰ মন কেনেবা কৰি দিলে। মেলোঁ-নেমেলোঁকৈ হাত এখন মেলি নবৌৱেকে পৰাগৰ মূৰত হাত ফুৰাই সান্ত্বনা দিয়াৰ চেষ্টা কৰিলে। ক'লে,

ঃ থিয়েটাৰ কৰিবলৈ পিকুহঁত বৈ আছে, চাবলৈ অহা চুবুৰীৰ মানুহবোৰ বৈ আছে। তুমি এইবোৰ কি কৰিছা ? ছিঃ।

কিন্তু পৰাগে একেদৰেই কান্দি থাকিল। পৰাগে যে এইদৰে আনবো মন বেয়া লগাই দিব পৰাকৈ কান্দিব পাৰে, সেই কথা আজি দেখাৰ আগতে আন কোনোবাই কোৱা হ'লেও নবৌৱেকে বিশ্বাস নকৰিলেহেঁতেন।

মাতৃত্বই, পৰাগৰ নিঃসহায় ক্ৰন্দনে, মিচেচ ভট্টক পাহৰাই দিলে পৰাগৰ বয়স। ওচৰতে থিয় হৈ থাকিয়েই পৰাগৰ মূৰটো দাঙি ধৰি ক'লে,

ঃ ছিঃ ছিঃ পৰাগ, ছিঃ।

পৰাগে লাজতে তাৰ মূৰটো নবৌৱেকৰ বুকুত গুজি দি মুখ লুকুৱালে। মিচেচ ভট্টই দুখনি মৰমী মাতৃ হাতেৰে তাৰ মুখখন নিজৰ বুকুত হেঁচি ধৰিলে। তাৰ চকু পানীৰে মিচেচ ভট্টৰ বুকুৰ আঁচল তিতি গল। মিচেচ ভট্টৰ বুকুখন যেন চেঁচা পৰি গ'ল। চেঁচা? কিয় চেঁচা পৰিব? কি তাপ আছিল মিচেচ ভট্টৰ বুকুত যে তাক নুমুৱাবলৈ পৰাগৰ নিচিনা সঁচা আৰু অকপট মানুহৰ হিয়া নিগৰি ওলোৱা চকুপানীৰ প্ৰয়োজন? ভট্টৰ সম্পাদক জীৱনৰ ব্যস্ততা আৰু ফাঁকি-ফুকাই তেওঁক ঠেলি আঁতৰাই দিয়া অনাদৰৰ জুই? আঠ বছৰীয়া ডাঙৰ পুতেক পিকুকে ধৰি তিনিটা সন্তানৰ মাকৰ মনো গিৰিয়েকৰ অনাদৰে খালী খালী লগাব পাৰেনে? সবল দেহ-মূৰৰ পৰাগৰ মুখখন বুকুৰ কাষত লোৱাৰ কেইমুহূৰ্তমানৰ পাচতে মিচেচ ভট্ট থক্ থককৈ কঁপিবলৈ ধৰিলে। জীৱনত আগেয়ে কেতিয়াও অনুভৱ নকৰা নিজৰ এক অজান দুৰ্বলতাৰ সম্ভেদ হঠাতে যেন তেওঁৰ মনটোৱে পালে। লগে লগে এক তীব্ৰ বিভীষিকাই তেওঁক প্ৰশ্ন কৰিলেঃ 'কোনোবাই দেখে যদি'? পৰাগে নবৌৱেকৰ কঁকালত সাবটি ধৰি মূৰটো বুকুৰ ওপৰত থৈ উচুপি আছিল। পৰাগৰ সবল বাহু-পাশত আবদ্ধ মিচেচ ভট্টৰ মাতৃত্বই সেই পৰশত সন্তানৰ মৰমতকৈ মাতৃত্ব দান কৰা পুৰুষৰ সবল বাহুৰ পৰশ অনুভৱ কৰিলে। এনেকুৱা বহুত কথা মনৰ মাজত খন্তেকৰ ভিতৰত খেলাই গলত মিচেচ্ ভট্টই আচৰিত ধৰণে ভয় খালে; সেই ভয়তে পৰাগৰ মূৰটো এৰি দিলে। চকীত বহি থকা অৱস্থাৰপৰাই পৰাগে কিন্তু নবৌৱেকৰ কঁকালত একেদৰে ধৰি থাকিল। উপায় নাপাই জোৰ কৰি পৰাগৰ হাত এৰুৱাই দিওঁতে মিচেচ্ ভট্টৰ বিয়াৰ প্ৰথম নিশা ভট্টৰ বাহু বন্ধনৰপৰা এৰাবলৈ চেষ্টা কৰিলতে গিৰিয়েকে সহজে এৰি দিয়াটো মনত পৰি শিঁয়ৰি উঠি অনুভৱ কৰিলে সবল বাহু-বন্ধনৰপৰা এৰাব খুজি বিফল হোৱাত বেলেগ এক নিৰাপত্তাৰ তৃপ্তি আছে। সেই নিৰাপত্তাৰ তৃপ্তিৰ সোৱাদ যে আজিলৈকে তেওঁ পোৱা নাছিল! তেওঁ যেন সেই তৃপ্তিৰ সোৱাদত আজি আকৌ ষোড়শী হৈ পৰিলঙ্গ এই ভাৱটোৱে তেওঁক আৰু বেছি ভয় খুৱাই ৰঙা পেলাই দিলে। অবাক হৈ চাই পৰাগেও আজি নবৌৱেকক কিবা বেলেগ বেলেগ দেখিলে। খৰধৰকৈ মিচেচ ভট্ট পৰাগৰ ওচৰৰ পৰা আঁতৰি গৈ চাহ কৰাত লাগিল গৈ। কিন্তু হাত দুখনকহে কামত লগালে । মনটো যেন ক'ৰবালৈ উৰি গ'ল। মনটোক জোৰ কৰি ঘূৰাই আনিবলৈ চেষ্টা কৰি কামত লগাওঁতে মিচেচ্ ভট্টই টি-পটটোকে ভাঙি পেলালে। চেকনিখন মাটিত পৰিল। পিয়লা এটা ক'ত থ'ব তাক ঠিক কৰিব নোৱাৰা হ'ল। খুব গৰম লগাৰ দৰে আঁচলেৰে মুখখনত বা দিলে।

ইপিনে , পৰাগে ইমান দেৰি কৰা দেখি অতিষ্ঠ হৈ থিয়েটাৰ কৰা ল'ৰা এজাক আহি ৰান্ধনীঘৰ পালেহি। নবৌৱেকৰ অস্থিৰতাই পৰাগক অবাক কৰিছিল। আনকি সি কান্দিবলৈও পাহৰি গৈছিল। কোনোমতে সি নবৌৱেকৰ ওচৰত অকলে থকাৰপৰা আঁতৰি যাবলৈ উঠিল। পৰাগ উঠা দেখিও নবৌৱেকে তাক চাহ খাই যাবলৈ নক'লে। ক'ব নোৱাৰিলে। জঠৰ হৈ তেওঁ ল'ৰাজাকৰ লগত পৰাগ ওলাই যোৱা চাই থাকিল। সিহঁত ওলাই যোৱাৰ পাছত তেওঁ অতিপাত ভাগৰি পৰাৰ দৰে মিচেচ্ ভট্টই উস্ বুলি ওচৰৰে চকীখনত বহী পৰিল। মুখত বিৰিঙা ঘাম চাদৰৰ আগেৰে মচি লৈ তেওঁ মুখখনত চাদৰৰ আগেৰে বা দি ভাবিলে ঃ - ভাগ্য ভাল যে পৰাগে একো বুজি নাপালে; বুজা হ'লে তেওঁৰ মনৰ কথা সি গম পোৱাহেঁতেন, তাৰ আগত আগলৈ মুখ দেখুৱাব নোৱাৰাকৈ লাজ লাগিলেহেঁতেন। খিৰিকীৰ ওচৰলৈ গৈ লোহাৰ ৰেলিঙত গৰম মুখখন লগাই দি মিচেচ ভট্টই ত্ৰিশ বছৰীয়া জীৱনত প্ৰথম এক নতুন সত্য অনুভৱ কৰিলে ঃ শৌৰ্য-বীৰ্যৱান সন্তানৰ মাতৃত্ব নাৰীৰ কাৰণে যিমান গৰ্বৰ, শৌৰ্য-বীৰ্যবান পুৰুষক তৃপ্তিদানাকাংক্ষী নাৰীত্বৰ গৰাকী হোৱাটোও সিমানে গৰ্বৰ। পৰাগৰ নিচিনা সবল পুৰুষে এনেকুৱা কথা মনত পেলাই দিয়ে, জীৱনত খেলি-মেলিখন লগাই দিয়ে। ল'ৰাহঁতে থিয়েটাৰ কৰাৰ কথা পাহৰিলে মিচেচ্ ভট্টই , নিজৰ ড্ৰয়িংৰুমত যে বহুত মানুহ ৰহি আছে সেই কথাও পাহৰি গ'ল। আপোনমনে তেওঁ নিজৰ মনটোক নৈবেদ্যৰ দৰে সজাবলৈ ধৰিলে— উপযুক্ত দেৱতাক অৰ্পণ কৰিবলৈ।

বহু সময়ৰ মূৰত। পিকুহঁতৰ উৎপাতত মিচেচ্ ভট্ট থিয়েটাৰ চাবলৈ আহিব লগা হ'ল। কিন্তু আনবোৰ মাক-

বায়েকৰ লগত যেতিয়া মিচেচ্ ভট্ট থিয়েটাৰ চাবলৈ বহিলহি তেতিয়া তেওঁৰ মুখত আগৰ উত্তেজনা একেবাৰে নাই। মতামানুহ দৰ্শকৰ ভিতৰত আছিল পৰাগ আৰু তাৰ লগৰে আন চাৰিটা ল'ৰা। পৰাগক দেখি মিচেচ্ ভট্টই সহজভাবে ক'লে ঃ তুমি দৰ্শক কেনেকৈ? ষ্টেজত হে থাকিব লাগে।

নবৌৱেকৰ এই সহজ কথাখিনিয়ে, পৰাগৰ মনত বাহ লোৱা বহুত আহুকলীয়া চিন্তা আঁতৰাই দিলে। তেন্তে নবৌৱেকে নাজানে যে ৰান্ধনী ঘৰত কিছুপৰৰ আগতে তাৰ মনটোক কিছুমান অসভ্য চিন্তাই আক্ৰমণ কৰিছিলহি এনেতে মিচেচ্ ভট্টই লক্ষ্য কৰিলে যে মঞ্চৰপৰা ল'ৰাহঁতে দৰ্শকৰ পিচলৈ একেৰাহে চাইছে। তেৱোঁ মুখ ঘূৰাই চালে। দেখিলে ভট্ট আহি তেওঁৰ পিছফালেই বহিছেহি। মুখখন কিবা শুকান। সৰুকৈ সুধিলে মিচেচ্ ভট্টই ঃ কেতিয়া আহিলা?

ঃ এই মাত্ৰ।

ঃ চাহ খাই লোৱাগৈ ব'লা।

মিচেচ্ ভট্টই সৰুকৈ কলেও ষ্টেজৰ পৰাই পিকুৱে শুনিলে। সি চিঞৰি দিলে।

ঃ মা, নালাগেচোন এতিয়া দেউতাই চাহ খাবলৈ। আমি আৰু কিমান ৰৈ থাকিম?

তাৰ কথাত কান্দোনৰ সুৰ। এইকিজন দৰ্শকৰে এজনমান আঁতৰি গ'লেও সিহঁতে অভিনয় কৰি সুখ নাপাব। সেয়ে সি মাক-দেউতাক দুয়ো যাব খোজা দেখি বাধা দিলে। নহ'লে তেওঁলোক চাহ খাই ঘূৰি অহালৈকে সিহঁত অভিনয় আৰম্ভ কৰিবলৈ ৰৈ থাকিব লাগিব।

পুতেকৰ অভিমানত ওফন্দি পৰা মুখলৈ চাই ভট্টই লৰালৰিকৈ কলে,

ঃ নাই, মই এতিয়া চাহ নাখাওঁ। তোমালোকে আৰম্ভ কৰাহঁক।

পিছলৈ ঘূৰি চাই পৰাগক দেখি সম্পাদক ভট্টই অকণো ভাল নাপালে। নাটকখন পৰাগে লিখা বুলি তেওঁ জানে। পুতেক পিকুৱে পৰাগক বৰ ভাল পায় বুলি তেওঁ জানে; ঘৈণীয়েকে পৰাগক প্ৰশংসা কৰে বুলি তেওঁ জানে, তথাপি পৰাগক তেওঁ ভাল নাপায়। মজদুৰৰ লগত তাৰ মিতিৰালি দেখিলেও খং উঠা বিধৰ। সৰু সৰু ল'ৰা-ছোৱালীবোৰে ভাল পালে কি হ'ল? তাৰ ৰাজনৈতিক আদৰ্শ ভয়ানক। বিশেষকৈ ভট্টৰ নিচিনা আপোচেৰে সকলো কাম সমাধা কৰিব পাৰি বুলি ভবা মানুহৰ কাৰণে ভয়ানক। আৰু তাৰ লগততো কথা পাতিবই নোৱাৰি। এনেয়েও , চিনাকি দি ভাল নাপালেও ভট্ট তাৰ সম্বন্ধীয় ককায়েক; তাৰ উপৰি অসমৰ এখন বিখ্যাত দৈনিক কাকতৰ সম্পাদক। ভট্টক আন জনা-বুজা মানুহে কথা কওঁতে জুখি-মাখি কয়। কিন্তু ই পৰাগ দপ্দপাই উঠে। সিদিনা মাত্ৰ ভট্টই পৰাগক বুজাইছিল যে বিনোবা ভাবে আদিয়ে চেষ্টা চলোৱাৰ উপৰিও আন বহুতেই বিশ্বাস কৰে যে মাটিৰ গিৰিহঁত খেতিয়ক হ'ব লাগে। গতিকে তাৰ কাৰণে এনেয়ে ধৰফৰাই ফুৰাৰ মানে নাই। পৰাগ একেবাৰে জ্বলি পকি উঠিল। দপ্দপাই কলে ঃ আপোনালোকৰ নিচিনা বিড়াল-তপস্বীৰ এই ভণ্ড কথাবোৰৰ কাৰণেই দুখীয়া খেতিয়ককিটা আজিও মাটিৰ মালিক হ'ব পৰা নাই। কোনে দিব খেতিয়কক মাটি। আপোনালোকে? বিনোবা ভাবেই ভিক্ষা কৰি? মাটিবোৰ খেতিয়কক দি দিয়াত বিশ্বাসী চৰকাৰ এটা নহ'লে কাৰ বাপেকৰ সাধ্য আছে সেই কাম কৰাৰ? প্ৰথমে চৰকাৰ বদলাব লাগিব. তাৰ পিচতহে মাটি খেতিয়কে পাব। আৰু তাৰ কাৰণেই আমাৰ চিঞৰ-বাখৰ।

পৰাগক এনেকুৱা কথাত সমৰ্থন কৰি ভট্টৰ ঘৈণীয়েকেও কৈছিল। কথাটো মিছা নহয়। আপোনালোকে খেতিয়কক অনুগ্ৰহ কৰি মাটি দিয়াৰ কথা ভাবে- তাকে কেতিয়াবা, অলপ অলপকৈ। আৰু পৰাগহঁতে সেই আদৰ্শত বিশ্বাসী চৰকাৰ এটা পাতি লৈ নিৰ্বিবাদে খেতিয়কৰ মাজত মাটি বিতৰণ কৰিব খোজে। পৰাগহঁতৰ পন্থাটো নিশ্চিত আৰু সুন্দৰ। আপোনালোকৰবোৰ ভুৱা- কাৰণ আপোনালোক মাটিৰ মালিকৰ পৰা মাটি কাঢ়ি আনিব পৰাকৈ শক্তিশালী নহয়।

ওচৰতে থোৱা তিতা ছাতিটোৰ পানী এসোঁতা তেওঁৰ ফালে বৈ অহা দেখি ভট্টৰ বৰ খং উঠিল। এই ছাতিডাল আৰু তেওঁ উঠি গৈ ছাতিটো আঁতৰাই থৈ আহিলগৈ।

ষ্টেজত কাঁহী এখন বজোৱাৰ শব্দ হ'ল। বেড়কভাৱৰ দৃশ্যপট দাং খালে। ৰাজ সিংহাসনত বহি আছে পৰী মহাৰাণী। ওচৰত কেইবাগৰাকীও লিগিৰীয়ে চোঁৱৰেৰে বা দি আছে। দুয়োকাষে মন্ত্ৰীবৰ্গ বহি আছে।

পৰী মহাৰাণীয়েই প্ৰথমতে কথা ক'লে —

মহাৰাণী পৰী ঃ আমাৰ এই স-সাগৰা ৰাজ্য অতীজৰেপৰা একেবাৰে শান্তি পূৰ্ণ। আনকি দেৱতাৰ শাপত স্বাধীনতা হেৰুওৱাৰ সময়ত এশ বছৰমান দানৱে শাসন কৰোঁতেও এই দেশৰ প্ৰজাবৃন্দক শান্ত আৰু নিৰীহ বুলি অনবৰত প্ৰশংসা কৰিছিল। দেশত শান্তি ৰক্ষাৰ কাৰণে সেই বিদেশী দানৱ ৰজাৰ দিনতো আমাৰ প্ৰজাই সেই ৰজাক যথেষ্ট সহায় কৰাৰ সুনাম আছে। তাৰ পাচত শাপমুক্ত হৈ স্বাধীন হোৱাৰ পাছতো আমাৰ দেশত ধনৰ কুবেৰ আৰু লাখ লাখ অনাহাৰী দুখীয়া প্ৰজাৰ মাজত, মাটিহীন খেতিয়ক আৰু ধনী মাটিৰ মালিকৰ মাজত কোনো বিৰোধ নাছিল। এতিয়া কাৰ শাপত বা কাৰ অপৰাধত দেশত অশান্তি হোৱাৰ কথা মাজে মাজে শুনো?

প্ৰধানমন্ত্ৰী ঃ হে দানৱ তাৰণকাৰিণী, স্বৰ্গীয় সৌন্দৰ্য্যৰ অধিকাৰিণী, অমৃতভাষিণী, আৰাম-বিলাসপূৰ্ণ জীৱন যাপিনী মহাৰাণী, আপোনাৰ সু-শাসনত দেশত বৰ্তমান কোনো দৈৱ শাপ নাই। কিন্তু মহাৰাণী, সেইদিনা মাত্ৰ দানৱবোৰক খেদি স্বাধীন হ'বলৈ আমি আন্দোলন ধৰ্মঘট আদি যিবোৰ কৌশল ব্যৱহাৰ কৰিবলৈ প্ৰজাবৰ্গক আহ্বান কৰিছিলো আৰু শিকাইছিলো , সেইবোৰ কৌশল আৰু অস্ত্ৰকে বেছি চোকা কৰি এতিয়া কিছুমান দুষ্ট প্ৰজাই সামান্য অজুহাততে মহাৰাণীৰ সু-শাসন ভংগ কৰি বিতাৰিত কৰাৰ উদ্দেশ্যৰে ব্যৱহাৰ কৰাৰ সাহস কৰিছে। আৰু সিহঁতেই আজিকালি অ'ত ত'ত অশান্তিৰ সৃষ্টি কৰি ফুৰিছে।

মহাৰাণী ঃ সেই দুষ্ট প্ৰজাকিটাক দেশৰপৰা বাহিৰ কৰি দিয়া নহয় কিয়?

প্ৰধানমন্ত্ৰী ঃ প্ৰথমতে বহুতকে দেশৰ বাহিৰ কৰি দিয়া হৈছিল। এতিয়াও তাকে কৰাটো কিন্তু কঠিন হৈছে মহাৰাণী।

মহাৰাণী ঃ কিয়?

প্ৰধানমন্ত্ৰী ঃ দুষ্ট প্ৰজা প্ৰথমতে সংখ্যাত কম আছিল; এতিয়াও কমেই। কিন্তু ইতিমধ্যে সিহঁতে ইমান বেছি মানুহক ফুচুলালে যে সোপাকে দেশৰ বাহিৰ কৰি দিলে দেশত মানুহেই নাথাকিব।

এনেতে কেইটামান সৈন্যই তিনিটা খাবলৈ নাপাই হাড়- ছাল ওলোৱা, জৰাজীৰ্ণ কাপোৰ পিন্ধা মানুহক গতিয়াই আনি মহাৰাণীৰ সন্মুখত হাজিৰ কৰিলে। হাড়-ছাল ওলোৱা মানুহকেইটাই মহাৰাণীক সেৱা নকৰিলে। সিহঁতক লৈ অহা সৈন্যকিটাৰ আদেশ অমান্য কৰিও সেৱা নকৰাকৈ থাকিল। সৈন্য কেইটাই খঙত দাঁত কামুৰিলেও মহাৰাণীৰ আগতে একো কৰিবলৈ সাহস নকৰিলে।

১ম মানুহ ঃ হেৰ', এইজনী বনৰী দেখোন ৰাণী হৈ পৰী হ'লঙ্গ সেই ধনাই, মনাই, কানাইহঁত মন্ত্ৰী হৈ পেট ডাঙৰ কৰি বহি আছে। চোৱাহঁক। সিহঁতক আমি ৰাইজে বিশ্বাস কৰি নিৰ্বাচন কৰি পঠালো- আমাৰ স্বাৰ্থৰ অনুকূলে দেশখন চলাবলৈ ঙ্গ সিহঁত আমাৰ কাৰণে মৰিবলৈও সাজু বুলি দহ ৰাইজৰ আগত শপত খোৱা কাৰণেই সিহঁতক বিশ্বাস কৰিছিলোঁ। এতিয়া চোৱাহঁক নিজৰ পেট ডাঙৰ কৰি নিৰ্বিকাৰে দেৱতা হৈ ৰাণীৰ ভৰিত ধৰি বহি আছেহি।

২য় মানুহ ঃ আমাৰ কাৰণেহে ইহঁতে দেশখনক দেশ গুচি নৰক কৰিলে। সিহঁতৰ নিজৰ কাৰণে স্বৰ্গৰাজ্যই হৈ আছে; সিহঁতো দেৱতাৰ শাৰীলৈ উঠিল। আমাৰ অৱস্থা যিমানেই বেয়া হৈ আহিছে , সিহঁতৰো অৱস্থা সিমানে ভাল হৈ আহিছে।

৩য় মানুহ ঃ এতিয়া কাক কি বুলি মাতিম? ফেদেলী, ধনাই, মনাই, কানাই বুলি মাতিম নে মহাৰাণী, প্ৰধানমন্ত্ৰী আদি সিহঁতে নিজে লোৱা নামবোৰ ধৰি মাতিব লাগিব।

১ম মানুহ ঃ আও, সেই পুৰণি নামবোৰ ধৰি সিহঁতক নামাতিবি। আমাৰ ধন শুহি আনি সিহঁতে এতিয়া সৈন্য পুহিছে। পিহি পেলাব - মজা পাবি।

মহাৰাণীঃ ( মানুহকিটালৈ চাই) ইহঁতৰ কি হ'ল?

১ ম সৈন্য ঃ ইহঁতে ৰাজ-কাৰ্যালয়ৰ সন্মুখত আহি চিঞৰ-বাখৰ কৰি শান্তি ভংগ কৰিছে।

১ মানুহ ঃ আমি খাবলৈ পোৱা নাই। আমাৰ মানুহ বুলি এওঁলোকক পঠালো মন্ত্ৰীলৈ চাই) আমাৰ কাৰণে দেশখন সুখৰ কৰিবলৈ। পিচে এওঁলোক আহি দেশৰ ধনী মহাজনবোৰৰ ফলীয়া হৈ আমাক ভিকহু কৰাৰ ব্ৰত ল'লেহি।

মহাৰাণীয়ে প্ৰধানমন্ত্ৰীৰ ফালে চালে। প্ৰধানমন্ত্ৰী গৰজি উঠিল ঃ কি ক'লি? খাবলৈ পোৱা নাই? হেৰ', তহঁতক খাবলৈ দিবলৈকে সাত সাগৰ তেৰনদীৰ সিপাৰৰ দেৱতা, দানৱ সকলোৰে ৰাজ্যৰপৰা খোৱা বস্তু খুজি আনি আমাৰ দেশ পোৱাইছোহি। তহঁতেহে আকৌ দাম বেছি বুলি নিকিনহঁক।

২য় মানুহ ঃ লোকৰ দেশৰপৰা ভিক্ষা কৰি আনিব লগা হৈছে কেলেই? আজিয়েই আমি দুসাজ লঘোণে আছো; অথচ আমাৰ চুবুৰীৰ চাউল বেপাৰীৰ ঘৰত এতিয়াও এবছৰ এখন নগৰৰ মানুহক খুৱাব পৰা চাউল মজুত আছে। সেইবোৰ কাঢ়ি আনি বিলাই নিদিয়ে কেলেই?

২ য় মন্ত্ৰী ঃ হেৰ' মুৰ্খ প্ৰজা , আমাৰ এইখন গণতান্ত্ৰিক দেশ; ইয়াত সকলোৰে স্বাধীনতা আছে। তই খাবলৈ বিচৰাৰ যেনেকৈ স্বাধীনতা আছে। একেদৰেই বেপাৰীয়ে তহঁতক খাবলৈ নিদি বেছি দামত বিক্ৰী কৰি ধন ঘটিবলৈ চাউল মজুত কৰি ৰখাৰো স্বাধীনতা আছে।

প্ৰধানমন্ত্ৰী ঃ সৈন্যসকল, ইহঁতক আপদকিটাক ইয়াৰ পৰা নি বন্দী কৰি থোৱাগৈ। ইহঁতে এনেকুৱা কথা কৈ আন বহুত মানুহক ৰাজদ্ৰোহী কৰি তুলিব।

সৈন্যই মানুহকিটাক টানি লৈ যায়। এনে টনা-আঁজোৰা দেখি মহাৰাণী ভাগৰি পৰে। এনেতে এজন পুলিচ বিষয়াই আহি মহাৰাণীৰ আগত আঁঠু লয়।

মহাৰাণী ঃ কি সংবাদ শান্তি-ৰক্ষা বিষয়া?

বিষয়া ঃ মহাৰাণীৰ কৃপাত ৰাজ্যত শান্তি চিৰস্থায়ী হৈছে। পিচে কিছুমান কেলেহুৱা প্ৰজাই আমাৰ মহাৰাণীৰ শাসনৰ অৱসান বিচাৰি চিঞৰ-বাখৰ কৰি এইপিনে পোনাইছে। সিহঁতে বোলে খাবলৈ পোৱা নাই।

মহাৰাণীয়ে প্ৰধানমন্ত্ৰীলৈ চালে।

প্ৰধানমন্ত্ৰীয়ে শান্তি-ৰক্ষা বিভাগৰ মন্ত্ৰীলৈ চাই কলে ঃ সেই কেলেহুৱা মানুহবোৰৰ ওপৰত গুলী চলাবলৈ সৈন্যবোৰক আদেশ দিয়াগৈ— শান্তি-ৰক্ষা বিষয়া। এই বিষ বিয়পি পৰাৰ আগতে শেষ কৰিব লাগিব। ( মন্ত্ৰীয়ে খঙত গোঁফ পকায়)

শান্তি -ৰক্ষা বিষয়াৰ প্ৰস্থান। বাহিৰত গুলীৰ শব্দ আৰু চিঞৰ-বাখৰ শুনা যায়। লৰালৰিকৈ আকৌ এজন ৰাজ-বিষয়া সোমাই আহে। আহিয়েই ব্যস্তভাৱে মহাৰাণীৰ আগত আঁঠু লয়হি।

বিষয়া ঃ গোটেই ৰাজ্যৰ আধা-আধি মানুহ বোলে দল বান্ধি ৰাজ-প্ৰাসাদৰ ফালে আহিছে। সিহঁতে বোলে সিংহাসন দখল কৰিব।

প্ৰধানমন্ত্ৰী ঃ ৰাজ প্ৰাসদৰ আগত সিহঁতক গুলী কৰিলে মহাৰাণীৰ শান্তিত ব্যাঘাত হ'ব। তাতকৈ সিহঁতক আমাৰ মানুহ গৈ বুজাই ক'ব নোৱাৰিনে যে মহাভাৰত- ৰামায়ণ আদি কোনো শাস্ত্ৰত এনেকৈ প্ৰজাই ৰাজ্য দখল কৰাৰ কথা নাই; গতিকে এনে কাম ধৰ্ম বিৰোধী হ'ব।

মহাৰাণী ঃ আমাৰ সৈন্যবোৰ নাই জানো? সৈন্যই দূৰতে সিহঁতৰ অহা বাটত বাধা দি গুলী চলালেই হ'ল।

বিষয়া ঃ আমাৰ সৈন্য আছে মহাৰাণী। পিচে সেই মানুহৰ সমদলটোত আমাৰ সৈন্যবোৰৰো আই-বোপাই,

ভাই-ককাই, বাই-ভনী আছে। সেই কাৰণে সৈন্যবোৰ সেই মানুহবোৰৰ ওপৰত গুলী চলাবলৈ মান্তি হোৱা নাই। সিহঁত বন্দুক হাতত লৈ ৰৈ আছে।

প্ৰধানমন্ত্ৰী ঃ মহাৰাণী সঁচা কথা ক'বলৈ হ'লে আমাৰ সৈন্যবোৰ ঠগ, প্ৰৱঞ্চক। সিহঁতক দৰমহা দি পোহাৰ পাছতো সিহঁকে দেশৰ প্ৰতি বিশ্বাসঘাতকতা কৰিছে। সিহঁতৰ নৰক বাস হ'ব। সিহঁতে বঢ়িয়াকৈ জানে যে আমাৰ মহাভাৰত গ্ৰন্থত দুৰ্যোধনে খাব পিন্ধিবলৈ দি ৰাখিছিল কাৰণে ভীষ্ম-দ্ৰোণৰ নিচিনা মহাবীৰসকলেও পাণ্ডৱৰ ফালেহে ধৰ্ম সত্য আছে বুলি জানিও পালক দুৰ্যোধনৰ ফলীয়া হৈ যুঁজিছিল। সেইবোৰ মহৎ আদৰ্শ পাহৰি যোৱা মানুহক সৈন্যদলত ল'বই নালাগে। মই ভাবিছোঁ , দেৱতা-দানৱৰ দেশৰপৰা সৈন্য আনি এইবোৰ কেলেহুৱা বিদ্ৰোহ দমাব লাগিব।

মহাৰাণী ঃ সেই কামলৈ সময় লাগিব। এতিয়াই এই মানুহবোৰক ভীষ্ম দ্ৰোণৰ আদৰ্শ বুজাবলৈ কিছুমান পণ্ডিতক পঠাই দিব নোৱাৰিনে?

বিষয়া ঃ সেইবোৰ কথা বহুতবাৰ সিহঁতক বুজোৱা হৈছে মহাৰাণী। মহাপাতকী সিহঁত। সেইবোৰ মহৎ কথা নুবুজে। সিহঁতে কয়, দুৰ্যোধন জাতীয় কোনো ৰজাই সিহঁতক খুওৱা নাই। সিহঁতক বোলে দেশেহে খুৱাইছে। মহাৰাণীকে ধৰি দেশৰ চৰকাৰটো বোলে ৰাইজৰ নিজা সম্পত্তিৰ চকীদাৰহে। গতিকে চকীদাৰে অতপালি কৰি মালিক হোৱাৰ চেষ্টা কৰিলে দেশৰ সম্পত্তিৰ মালিক ৰাইজে সেই চকীদাৰক খেদিবই। এনেকুৱাবোৰ অকথ্য কথা কয় সিহঁতে।

এনেতে বাহিৰত হুলস্থূল শুনা যায়। প্ৰধানমন্ত্ৰীয়ে তলমুৰ কৰি কিছু সময় ভাবি বিষয়াজনক কয়—

প্ৰধানমন্ত্ৰী ঃ বিষয়া তুমি সেই মানুহবোৰৰ কেইজনমান নেতাক আলোচনাৰ কাৰণে মতা বুলি মাতি আনাগৈ। মই ব্যৱস্থা কৰিম।

বিষয়াজন ওলাই যায়। মন্ত্ৰীসকল আৰু ৰাণীয়ে হাঁহি মাতি গুৰ্-গুৰীয়া মেল পাতে। প্ৰধান মন্ত্ৰীয়ে কাকত এখনত কিবা-কিবি লিখি মহাৰাণীক দেখুৱাই কিবা এটা খুব গুৰুত্বপূৰ্ণভাৱে বুজাই কোৱা দেখা যায়। এনেতে দহজনমান জননেতা সৈন্য পৰিবেষ্টিত হৈ সোমাই আহে। প্ৰধানমন্ত্ৰীয়ে আগতে ঠিক কৰি থোৱা মতে পৰিচাৰিকাই নেতাকিজনক বহিবলৈ দিয়ে। তাৰ পাচত প্ৰধানমন্ত্ৰীয়ে আলোচনা আৰম্ভ কৰে।

প্ৰধানমন্ত্ৰী ঃ আপোনালোকৰ ৰাইজৰ অভিযোগবোৰ আমি সকলো শুনিছোঁ আৰু ইতিমধ্যে আন্তৰিকতাৰে বিবেচনা কৰি চোৱা হৈছে। আপোনালোকৰ অভিযোগবোৰ শুনিয়েই মহাৰাণীয়ে কৈছে, এইবোৰৰ তৎক্ষণাৎ সুবিচাৰ হ'ব লাগে। মহাৰাণীৰ মতে ৰাজ্যত প্ৰজাৰ অসন্তুষ্টি থাকিব নালাগে।

মহাৰাণী ঃ এজন প্ৰজাও ৰজাঘৰৰ ওপৰত অসন্তুষ্ট হৈ থকাটো সু-শাসনৰ চিন নহয় বুলিয়েই আমি ভাবোঁ।

প্ৰধানমন্ত্ৰী ঃ ইমান খাদ্য মজুত থাকোতে খাদ্যৰ অভাৱ কেনেকৈ হবলৈ পাইছে সেই বিষয়ে অনুসন্ধান কৰিবলৈ আমি ইতিমধ্যেই ৰাজ-চোৰাংচোৱা প্ৰেৰণ কৰিছোঁ। তদন্ত শেষ হলেই দোষীক উচিত শাস্তি দিয়া হ'ব। ইতিমধ্যে দেশত যিবোৰ মানুহে খাদ্যৰ অভাৱ সৃষ্টি কৰিছে তেনেকুৱা সন্দেহজনক মানুহলৈ প্ৰজাই আমাক আঙুলিয়াই দেখুৱাব লাগে।

২ য় মন্ত্ৰী ঃ বিদেশত ভিক্ষা কৰি পোৱা চাউলো আমাৰ ইতিমধ্যে আহি পাইছেই।

প্ৰধানমন্ত্ৰী ঃ আৰু দ্বিতীয় কথা হ'ল- সৈন্যবাহিনীৰ মানুহে ক'ৰবাত ক'ৰবাত প্ৰজাৰ ওপৰত অবাবত অত্যাচাৰ কৰাৰ যি অভিযোগ মহাৰাণীয়ে পাইছে তাৰ তদন্তৰ কাৰণেও মহাৰাণীয়ে ততালিকে এখন তদন্ত কমিটি পাতি দিছেই।

এজন নেতা ঃ ৰাইজৰ অভিযোগ আৰু বহুত আছে। কিন্তু এই দুটাৰ সমাধান হ'লে প্ৰজাসকল কিছুদিনলৈ শান্ত হ'ব।

প্ৰধানমন্ত্ৰীৰ ইংগিতত সুন্দৰী লিগিৰীয়ে নেতাবৰ্গক চাহ-জলপানেৰে আপ্যায়িত কৰিলে। তাৰ পাচত বন্ধুভাৱে

সকলোৰে মাজত এনেকৈ আলোচনা চলিল যেন নেতাবৰ্গও মহাৰাণীৰহে মানুহ। মহাৰাণীৰ আঠাইকেইজন নেতাকে মুকুতা উপহাৰ দি ৰাজকাৰ্য্যত তেওঁলোকৰ সহযোগিতা বাঞ্ছা কৰিলে। পৰম তৃপ্তিৰে নেতাসকলে যাবলৈ উঠিল।

প্ৰধানমন্ত্ৰী ঃ নেতাসকল আপোনালোকৰ এজনে ৰাজসভাৰ প্ৰাঙ্গনৰপৰাই সমদল কৰি আহি থকা প্ৰজাবোৰক আলোচনা আৰু তাৰ ফলাফলৰ বিষয়েও কওক। তেতিয়া প্ৰজাসৱে ঘৰা-ঘৰি যাব পাৰিব। মিছাকৈ বাটত থিয় দি থাকি কি লাভ?

১ম নেতা ঃ কথাটো মিছা নহয়। হেৰি, ( দ্বিতীয় নেতাক উদ্দেশ্যি) আপুনিয়েই কওঁক।

দ্বিতীয়জন নেতাই দৰ্শকলৈ বুলি ভিতৰলৈ চাই মঞ্চৰপৰাই আৰম্ভ কৰিলে ঃ ৰাইজসকল, আপোনালোকে শুনি আনন্দিত হ'ব যে আমি দিয়া নেতৃত্বৰ ফলত আপোনালোকে জয়ী হৈছে। (মঞ্চৰ পিচফালে ' ৰাইজৰ জয়' আদি ধ্বনি শুনা যায়।) মহাৰাণীয়ে আমাৰ সকলো দাবী মানি লৈছে। এই বিষয়ে কাইলৈ সভা পাতি বহলভাৱে ব্যাখ্যা কৰা হ'ব। তেন্তে ৰাইজ, আজি আমি ঘৰা-ঘৰি যাব পাৰোঁ।

নেতা মহাৰাণী , ৰাজ্য, ৰাইজ আদিৰ জয়ধ্বনি দি দি সমদলযাত্ৰী ৰাইজ যোৱাৰ শব্দ মঞ্চৰ পিছফালৰ পৰা হয়। তাৰ পাছতে দৃশ্যপট পৰে।

সৰু ল'ৰা-ছোৱালীহঁতৰ নাটকৰ বিষয়বস্তুৱে সকলো দৰ্শকক অবাক কৰিলে। সকলোৱে জানে পৰাগে লিখা বুলি; সেই কাৰণে সকলোৱে একোবাৰ পৰাগলৈ অৰ্থপূৰ্ণ দৃষ্টিৰে চালে। সম্পাদক ভট্টইও। পৰাগ নিৰ্বিকাৰ হৈ বহি থাকিল। খন্তেক পাছতে আকৌ কাহী বাজিল আৰু লগে লগে দৃশ্যপট উঠিল। মঞ্চ খালী। ভিতৰৰপৰা ঘোষকে গুৰুগম্ভীৰ স্বৰেৰে আৰম্ভ কৰিলেঃ

ঘোষক ঃ ( ভিতৰৰপৰা) কোৱা বাহুল্য যে নেতাসকলে মহাৰাণী আৰু মন্ত্ৰীবৰ্গৰ লগত সেইদিনা আলোচনা কৰাৰ পাচত বিদ্ৰোহী ৰাইজক ভুৱা আশা দিলে। আচলতে নেতাসকলে মহাৰাণীৰ প্ৰিয়পাত্ৰ হৈ তৃপ্ত হ'ল আৰু নিজৰ নিজৰ কাৰণে কিছু সুবিধা আদায় কৰি লোৱাৰ বাট মুকলি কৰি ললে । ৰাইজৰ ওপৰত নিজৰ প্ৰভাৱ প্ৰদৰ্শন কৰি নেতাসকল ৰাজ গৃহৰ প্ৰিয়পাত্ৰ আৰু সুবিধাভোগী হ'ল। ৰাইজৰ দুখ নুগুচিল। চাউলৰ অভাৱ, সৈন্যবাহিনীৰ অত্যাচাৰ একেদৰেই চলি থাকিল। মাত্ৰ সেইবোৰৰপৰা অব্যাহতি পালে নেতাসকলে। মন্ত্ৰীবৰ্গই কথা দিয়ামতে একো তদন্তই নহ'ল। দেখাত যি দুই এটা তদন্ত চলিল সিও তদন্তৰ নামত ভেকো-ভাওনা। ৰাজ্যৰ প্ৰজাই আকৌ বিদ্ৰোহ আৰম্ভ কৰিলে। শান্তিৰক্ষক আৰু সৈন্যবাহিনীৰ গুলীয়ে প্ৰজাৰ বুকু চিৰাচিৰ কৰিলে। উপদ্ৰৱ দমোৱাৰ সকলো ভাৰ মহাৰাণীয়ে প্ৰধানমন্ত্ৰীৰ ওপৰত দি নিজে কোনোবা বন্ধু দেশত প্ৰমোদ-ভ্ৰমনৰ কাৰণে ওলাই গল। মন্ত্ৰীবৰ্গই দেশৰ ধনী আৰু সম্পত্তিশালীকিজনক হাতত লৈ বাতৰি কাকতৰ যোগেদি দিনৌ প্ৰচাৰ কৰিবলৈ ধৰিলে। "দুবৃৰ্ত্তৰ সংখ্যা দেশত বাঢ়িছে। সকলোবোৰ দুবৃৰ্ত্তক শাস্তি দিয়াৰ ব্যৱস্থা কৰা হৈছে। ৰাইজসকল, দুবৃৰ্ত্তৰ উচটনিত ভোল নাযাব। সিহঁত আপোনালোকৰ, সমাজৰ আৰু দেশৰ শত্ৰু।"

বিক্ষুব্ধ ৰাইজে প্ৰথমতে দেশৰ বাতৰি কাকতবোৰক অনুৰোধ কৰি চালে এনেকুৱা মিছা কথা প্ৰকাশ নকৰিবলৈ। বুজাই দিলে যে ৰাজ-অত্যাচাৰ ওৰ পেলাবলৈ সংঘবদ্ধ হোৱা ৰাইজ এইবোৰ খবৰ পঢ়ি বিভ্ৰান্ত হ'ব। কিন্তু ইমানবোৰ অনুৰোধ আৰু বুজনিয়ে কাম নকৰা দেখি জাঙুৰ খাই উঠিল। এদিন কেইবাজনো সম্পাদকক জোৰকৈ ধৰি আনি ৰাইজ বিচাৰত বহিল...

ঘোষকে এইখিনি কোৱাৰ পাচত মঞ্চলৈ বহুত মানুহ সোমাই আহিল। কিছুমানৰ হাতত লাঠী-জোং আদি। মানুহবোৰে তিনিজন ভদ্ৰ বেশধাৰী পুৰুষক ধৰি লৈ আহিছিল। মঞ্চত আহি ৰাইজ বহিল ঘূৰণীয়াকৈ, আৰু মাজত ভদ্ৰবেশধাৰী মানুহ তিনিজনক থিয় কৰাই থলে।

প্ৰজাৰ মুখিয়াল ঃ আপোনালোক আমাৰ স্থানীয় বাতৰি-কাকতৰ সম্পাদক হয় নে?

ভদ্ৰলোক কিজনে ভয়তে কঁপি কঁপি প্ৰায় একেলগে "হয়" বুলি ক'লে।

মুখিয়াল ঃ আমাক দুৰ্বৃত্ত বুলি কাকতত লিখে কিয়?

এজন প্ৰজা ঃ দেশত খাবলৈ নাপায় মানুহ মৰাৰ কথা কাগজত নছপায় কিয়?

হঠাৎ বহি থকা প্ৰজাসকল জাঙুৰ খাই উঠে। থিয় হয়। প্ৰজাৰ ভাও লোৱা বেচেৰা ল'ৰাইঁতে উত্তেজনাত মুখস্থ কৰা বচন পাহৰি গ'ল। গতিকে নিজে জনা আৰু শুনা কথাকে ক'বলৈ ধৰিলে। ভট্টৰ ল'ৰা পিকু হৈছিল প্ৰজাৰ মুখিয়াল। সি মঞ্চৰ ভাৱৰীয়া সম্পাদকক বাদ দি দৰ্শকৰ মাজত বহি থকা বাপেক ভট্টলৈ চাই কথা কবলৈ ধৰিলে পিকুৱে কৈ গ'লঃ

ঃ শিৱসাগৰত, ডিব্ৰুগড়ত, আৰু ... আৰু ... বহুত ঠাইত মানুহে দল বান্ধি খাবলৈ নাই পোৱা বুলি কওঁতে চৰকাৰে কিয় গুলীয়াইছিল? সেইবোৰ কথা আপোনাৰ কাগজত নোলাই কিয়?

অভিনয় পাহৰি বাপেকলৈ চাই দপ্‌দপাই কথা কোৱা ভট্টৰ আঠ বছৰীয়া পুতেক পিকুৰ কাণ্ড দেখি সকলো দৰ্শকে গিৰ্জনি মাৰি হাঁহি দিলে। মঞ্চতো দৃশ্যপট পৰিল। দৰ্শকে তেতিয়াও হাঁহি আছিল আৰু সকলোৱে ভট্টলৈ চাইছিল। ভট্টইও বাধ্য হৈ হাঁহিলে, যদিও সেমেনা সেমেনি কৰা যেনহে লাগিল।

এনেতে আকৌ কাঁহী বাজিল; তৃতীয় দৃশ্য আৰম্ভ হ'ল।

মঞ্চৰ মাজতে মহাৰাণীৰ চিত্ৰপট। তাৰ ওচৰতে মন্ত্ৰীবৰ্গৰো ধুনীয়াকৈ বন্ধোৱা ছবি। সেই ছবিখিনি আগত লৈ তাৰ আগত ধু-ধুনা লগাই দি কেইজনমান সাংবাদিক, কেইজনমান ব্যৱসায়ী আৰু ৰাজ্যৰ উচ্চপদস্থ চাকৰিয়াল ভক্তিভাৱেৰে বহি আছিল। দৃশ্যপট উঠাৰ লগে লগে বহি থকাসকলৰ মাজৰপৰা এজন সম্পাদক থিয় হ'ল। ভাৱস্তিৰে ক'লে,

সম্পাদক ঃ সভাসদসকল, মই 'কৃষ্ণ' কাকতৰ সম্পাদক। মহাৰাণীৰ অনুৰোধ আৰু লগতে আমাৰ ধনী ব্যৱসায়ীসকলৰো দাবী যে, দেশৰ এই দুৰ্দিনত মহাৰাণীৰ ফলীয়া হৈ দেশৰ স্বাৰ্থ ৰক্ষা কৰিব লাগে। সঁচা কথা আমি জানো যে দেশত খাবলৈ নাপাই মানুহ মৰিছে। ধন নাথাকিলে খাবলৈ নাপাই মানুহ মৰিবই। কিন্তু সেই কথাকে প্ৰচাৰ কৰি ৰাজ-সিংহাসনক বিপদলৈ ঠেলি দিব নালাগে। সেই কাৰণেই, দেশত ৰাজানুগত্য বৃদ্ধিৰ বাবে আমাৰ এই সভাৰ যোগেদিয়েই মই কিছু সঙ্গীত পৰিৱেশন কৰাৰ চিন্তা কৰিছোঁ। সেয়ে আজি এই আয়োজন। ই প্ৰচাৰত আপোনালোকে সহায় কৰিব লাগিব। সকলো ঠাইতে নামঘৰে নামঘৰে নাম-প্ৰসঙ্গৰ লগে লগে এই সঙ্গীতো সমবেত কণ্ঠত গাবলৈ ৰাইজক বুজাব লাগিব। নাম-সংকীৰ্তন সুৰেই ইয়াৰো, সুৰ মাথো কথা বেলেগ। এতিয়া আমি কাগজে-পত্ৰে এই নাম-কীৰ্তন প্ৰচাৰ কৰাৰ আগতে আজিৰ সভাত সেই কীৰ্ত্তন এবাৰ গাই লওহঁক। ইয়াৰ সুৰ হ'ল ঃ কৃষ্ণ ৰাম নাৰায়ণ গোবিন্দ জয় জয়' আদি নামৰ সুৰ। আহক সভাসদসকল, মোৰ পৰা শুনি লৈ আপোনালোকে এবাৰ গাই ইয়াৰ তাৎপৰ্য অনুভৱ কৰি তৃপ্ত হওক। তেন্তে আৰম্ভ কৰো সভাসদসকল?

সকলোৱে ঃ গাওক গাওক।

সম্পাদক ঃ আপোনালোকে ধৰিব দেই । মই আৰম্ভ কৰোঁ—

" আমাৰ ই চৰকাৰ জয়, ৰাণীৰ শাসন জয় জয়"

সকলোৱে ঃ

" আমাৰ ই চৰকাৰ জয়, ৰাণীৰ শাসন জয় জয় "

সম্পাদক ঃ মই এতিয়া পদ দিওঁ। আপোনালোকে মোৰ পদৰ পাচে পাচে এই ঘোষা এই সুৰতে গাই যাব।

" প্ৰথমে প্ৰণামো দেৱীৰূপী মহাৰাণী জয়

সকলো সুখৰ কাৰণে পৰী ৰাণীৰ জয়"

সকলোৱে ঃ

"আমাৰ ই চৰকাৰ জয়, ৰাণীৰ শাসন জয় জয়।"

সম্পাদক ঃ

" যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত

উদ্ধাৰিলা প্ৰজাসৱ প্ৰলয় জলত।"

সকলোৱে ঃ

"আমাৰ ই চৰকাৰ জয়, ৰাণীৰ শাসন জয় জয়"।

সকলো দৰ্শকে হাঁহিবলৈ ধৰিলে যে অভিনয় কৰা লৰাহঁতেও নাম গোৱা এৰি দৰ্শকৰ লগত হাঁহিবলৈ ধৰিলে। পিকু কিন্তু গহীন। এইবাৰ সি সম্পাদক হৈছিল। দৰ্শকে হাঁহিৰ জাউৰিত একো নুশুনালৈ কেৰেপ নকৰি সি পদ গাই শেষ কৰিলে আৰু তাৰ পাচতে মঞ্চত থকা এটাইকিজন ভাৱৰীয়া ৰাণীৰ চিত্ৰৰ আগত দীঘল দি পৰি জয়ধ্বনি দিলে,

জয় মহাৰাণীৰ জয়

জয় মহাৰাণীৰ জয়

জয় মহাৰাণীৰ জয়।

এই জয়ধ্বনিৰ লগে লগে নাটকৰ যৱনিকা পৰে। – ডাঠ বেড্-কভাৰৰ যৱনিকা। দৰ্শকৰ মাজৰপৰা সম্পাদক ভট্টই প্ৰথম থিয় হ'ল আৰু খঙেৰে পৰাগলৈ চাই ওলাই যাওঁতে কৈ গ'ল ঃ ল'ৰা-ছোৱালীবোৰক এইবোৰ শিকাইছ নহয় ?

ভট্টৰ কথাৰ সুৰ আৰু খঙে দৰ্শক আৰু অভিনেতা অভিনেত্ৰীৰ মাজলৈ হঠাতে নীৰৱতা আনি দিলে। সকলো যেন অবাক হৈ গ'ল। ইমান এটা ডাঙৰ আনন্দ এনেকুৱা এযাৰ কথাৰে মাটি কৰি ওলাই যোৱা ভট্টলৈ ঘৈণীয়েকে অবাক হৈ চাই থাকিল। কেৱাটাও ল'ৰাই সেই সময়ত সেমেনা-সেমেনি কৰি পৰাগ আৰু মাক-বাপেকহঁতৰ গাত আউজি দি ভট্ট যোৱাৰ ফাললৈ ভয় লগা বস্তুলৈ চোৱাদি চাইছিল। সকলোৰে মুখত এক অসাধাৰণ গাম্ভীৰ্য।

# তিনি

**আৰু** নামি আহিল গম্ভীৰতা সম্পাদক মৃণাল ভট্টাচাৰ্য আৰু ঘৈণীয়েকৰ পাৰস্পৰিক ভাব আদান-প্ৰদানৰ মাজলৈ।

তেতিয়া নিশা দহ বাজিছিল। ভদ্ৰলোকৰ বসতিপূৰ্ণ ভট্টহঁতৰ চুবুৰীৰ প্ৰায়বোৰ মানুহ সেইসময়ৰ ভিতৰতে শুই পৰে। ভট্টও শোৱে। আজি কিন্তু শোৱা নাই। বোন্দা মহৰ কামোৰ খাই মহৰ উৎপাতত এখন্তেকো লৰচৰ নকৰাকৈ থাকিব নোৱাৰা হৈ মৃণাল ভট্টাচাৰ্যই এহাতত এখন কিতাপ লৈ আৰু আনহাতেৰে দেহৰ বিভিন্ন ঠাইত মহ মাৰি মাৰি বেতৰ চকী এখনত বহি ধৰফৰাই আছিল। পিকুহঁতৰ থিয়েটাৰ চাই অহাৰ পাচৰ পৰাই ভট্ট আজি অস্বাভাৱিক ভাৱে গম্ভীৰ। পিকুৰ লগতো একো ধেমালি কৰা নাই। ঘৈণীয়েককো ভালদৰে মাতবোল কৰা নাই। খাবলৈ মাতোতেও তললৈ মূৰকৈ বহি ভাত খাই উঠি আহিছে। ঘৈণীয়েকেও একো সোধা নাই। নোসোধাৰ কাৰণে ভট্টই বেছি বেয়া পাইছে। সুধিলে তেওঁ কিবা এটা কৰবই পাৰি।

ৰান্ধনীঘৰ সামৰি আহি ভট্টক সেই অৱস্থাত দেখি ঘৈণীয়েকে কাপোৰ-কানি সলোৱা ভট্টলৈ চাই থাকিল। তাৰ

পাচত আহি ওচৰৰে চকীখনত বহি ক'লে—

ঃ কিনো ভাবিছা আজি?

ভট্ট যেন আৰু বেছি গহীন হ'ল। ঘৈণীয়েকৰ প্ৰশ্ন যেন কাণত সোমোৱা নাই এনে এটা ভাবলৈ তেওঁ কিতাপখনলৈ চাই থাকিল। ঘৈণীয়েকৰ আজি কিন্তু মতলব বেলেগ। বিয়াৰ পাচৰেপৰা নবছৰ ধৰি বহুত নপতা কথা আজি পাতিবৰ মন গৈছে। গিৰিয়েকৰ লগত। ঘৈণীয়েকে ভালকৈ জানে যে গিৰিয়েকে সমৰ্থন নকৰা আৰু ভাল নোপোৱা কথা এটা ক'লেই গিৰিয়েকৰ মুখ মেল খাব। হয়তো খঙেৰে গোৰ্‌গোৰাই কিবা ক'ব। কওক, তথাপি গিৰিয়েকে আজি কথা পতাটো তেওঁ বিচাৰে। মাজে মাজে গিৰিয়েকে ধৰিব নোৱাৰাকৈ আলেঙে-আলেঙে গিৰিয়েকলৈ চাই মিচেচ্ ভট্টই গতানুগতিক দৈনন্দিন অভ্যাসমতেই বিচনাখন পাৰিলে, ওচৰতে বহল বিচনাখনত শুই থকা পিকু, চিকু আৰু মনমাক এবাৰ হাত ফুৰাই চালে। দুবছৰীয়া জীয়েক মনমাজনী বৰ বেয়াকৈ শুবে। একেবাৰে সৰুটো ককায়েকৰ পিঠিত উঠি আছেগৈ। মিচেচ্ ভট্টই তাইক ভালকৈ শোৱাই দিলে। তাৰপৰা আহি নিজৰ বিচনাৰ কাষত বৈ ভাগৰত কোৱাদি 'উহ প্ৰভু' বুলি আৰম্ভ কৰিলে।

ঃ চাকৰ-বাকৰ এটা নোহোৱাকৈ এই তিনিটা উৎপতীয়া ল'ৰা -ছোৱালী লৈ মই আৰু নোৱাৰা হৈছোঁ। পিকুহঁতকো আৰু দোকান-বজাৰ কৰিবলৈ পঠিয়াব নোৱাৰি। আগতেও কিমান দিন কৈছোঁ। অথচ তুমি কাণসাৰ নকৰা। চাকৰণীৰ দৰে দিনটো কাম কৰিও মই কাম শেষ কৰিব নোৱাৰোঁ। চাকৰ নহ'লেও অন্ততঃ দুখীয়া মানুহৰ ঘৰৰ ল'ৰা এটা ইয়াতে খাই-বৈ থাকি পঢ়িবলৈ আহিলেও হয়।

ইমানতে বৈ মিচেচ্ ভট্টই এবাৰ গিৰিয়েকলৈ চাই ললে । তাৰ পাচত আকৌ ক'লে,

ঃ কোৱাচোন, পৰাগকে ইয়াত থাকিবলৈ কওঁ নেকি? সিও বেচেৰা মজদুৰ অফিচৰ ৰান্ধনী ঘৰত থকাতকৈ ইয়াত থাকি ভাল পাব আৰু মোৰো বজাৰে-সমাৰে সকলোতে সুবিধা হ'ব। তেতিয়া চাকৰ এটা বেলেগে দৰমহা দি নাৰাখিলেও হয়। ল'ৰাটোৰ স্বভাব -চৰিত্ৰও ভাল; কিবা এটা কৰিবলৈ ক'লেও কেতিয়াও নোৱাৰোঁ বুলি নকয়। তাতে তোমাৰ আপোন মানুহ।

হঠাৎ ভট্ট জ্বলি উঠিল। মুখ বিকটাই কলে ঃ কি আপোন মানুহ চেলাইছাহি? কিহৰ আপোন সি মোৰ? এনেকুৱা এলেকৰ পেলেকতকৈ অচিনাকি মানুহো ভাল।

পৰাগক আপোন মানুহ বুলি, সম্বন্ধীয়া মানুহ বুলি গ্ৰহণ কৰিবলৈ ভট্টই বৰ টান পায়। মনে মনে হাঁহি উঠিল মিচেচ্ ভট্টৰ। তথাপি হাঁহি লুকুৱাই গহীন হৈ ক'লে,

ঃ এস্ তুমি এতিয়া আপোন নহয় বুলিলেই হ'বনে? হোৱাটো হয়েই। যি হওক, আপোন হওক নহওক, তাক আমাৰ ঘৰতে ৰখাত তোমাৰ আপত্তি আছে জানো?

কিতাপলৈ এনেয়ে চাই থাকিয়েই ঘৈণীয়েকলৈ নোচোৱাকৈ কিছু সময়ৰ মূৰত ভট্টই ক'লে,

ঃ লাগে যদি আন খৰচ কমাই চাকৰকে এটা ৰাখ।পৰাগক মই মোৰ ঘৰত নাৰাখো।

ঃ কিয় ?

ঃ আকৌ কিয় বুলি সুধিছা?

ঃ নাজানো কাৰণেতো সুধিছোঁ।

মুখ ভেঙুচাই ভট্টই ক'লে,

ঃ নজনাই হ'ল। পৰাগৰ কাণ্ড-কাৰখানা এওঁ একো নাজানেই। আজি নাটকৰ নামত সৰু ল'ৰা-ছোৱালী কিটাৰ হতুৱাই সেইখন কি কৰিলে দেখা নাছিল? পিকুৰ হতুৱাই মোক তিৰস্কাৰ কৰালে। আচলতে ছালা ভিকহুৰ জাততো।

মোৰ অৱস্থাটো ভাল কাৰণে তাৰ হিংসা হয়। সেই কাৰণে মোক অপদস্থ কৰাৰ চেষ্টা তাৰ সদায়েই আছে। দেখা নাই নে— ৰাজনীতিৰ নামতো সি সদায় মোৰ দুখবোৰহে খুঁচৰি ফুৰে?

ঃ ক'তা, মইতো সেইদৰে ভবাৰ একো কাৰণ দেখা নাই। তুমি বোধকৰোঁ....

ঃ কিহৰ বোধকঁৰো ফোধকৰোঁ গাইছা? তুমিতো সেইদৰে ভবাৰ কাৰণ নেদেখিবাই। চালাকী কৰি তোমাৰ সামান্য ইটো-সিটো কাম সি কৰি দিয়ে কাৰণেই মোক সি কৰা অপমানটো তোমাৰ চকুত ধৰা নপৰে। মুঠতে তাক তুমি মোৰ ঘৰত কেতিয়াও ৰাখিব নোৱাৰা। মোৰ কথাটো বাদেই তাৰ নিচিনা গুণ্ডাৰ সংসৰ্গ মোৰ ল'ৰা-ছোৱালী কেইটাৰ কাৰণেও বিপদজনক। তোমাৰ সুবিধাৰ কাৰণে মই ল'ৰা-ছোৱালীকেইটাৰ মুৰ খাব নোৱাৰোঁ। তাৰ সংসৰ্গ ভয়ানক— তোমাকো কৈছোঁ।

ঃ কিয়?

ঃ ৰাজনীতিৰ 'ৰ' টোও নজনাকৈ সি কমিনিষ্ট নে ফমিনিষ্ট হৈছে। আচলতে কমিউনিজমৰ নামত নিজ গাৱঁত থকা অৱস্থাপন্ন মানুহকিঘৰত চুৰি-ডকাইতি কৰাৰ মতলব। তেনেকুৱা কিমান কাম সি ইতিমধ্যে কৰিছে ঠিক নাই। যিকোনো দিনা তাক পুলিচে ধৰি জেললৈ নিয়েহে লাগে। মোৰ ঘৰৰ পৰা ধৰি নিলে মোৰতো বদনাম হ'বই, চাকৰিৰো গণ্ডগোল হ'ব পাৰে।

ঃ কমিউনিজিম্‌টো দেখোন এটা বৰ্তমান যুগৰ বিশেষ ৰাজনৈতিক মতবাদ। সেই মতবাদত বিশ্বাসী মানুহে অকল চুৰি-ডকাইতিহে কৰে বুলি তুমি কেনেকৈ কৈছা? তোমালোককো দেখোন কংগ্ৰেছৰ লেংটি বুলিব পাৰি; কংগ্ৰেছে নেতা নকৰা কেলেঙ্কুৱা কিটাই পতা ধনীৰ ভৰি ধুৱাই কৃতাৰ্থ মনা দাস মনোবৃত্তিৰ পাৰ্টিৰ মানুহক ধুৰন্ধৰ বুলিব পাৰি।

ঃ তোমাৰ লগত মই ৰাজনীতিৰ তৰ্ক নকৰোঁ। মোৰ খং তুলি নল'বা।

ঃ ৰাজনীতিৰ কথা পাতিব নালাগে বাৰু। তোমালোকৰ ৰাজনীতি মানে চক্ৰান্তহে। সেইবোৰ মই শিকিবও নোখোজোঁ। কিন্তু তুমি যে কৈছা পৰাগক তোমাৰ ঘৰৰপৰা ধৰি নিলে গণ্ডগোল হ'ব বুলি সেইটোতহে মই আচৰিত হৈছোঁ। তোমাৰনো চাকৰিটো এনেকুৱা নে যে তোমাৰ ঘৰৰপৰা মানুহ এটা পুলিচে ধৰি নিলেই চাকৰি যাব পাৰে? পাৰোঁতেনো ল'ৰাবোৰে তোমালোকক চৰকাৰৰ দালাল বুলি হাঁহেনে?

ঘৈণীয়েকে মুখ মেলিলে ভট্টই সেও মানে। কিন্তু ঘৈণীয়েকে মুখে মুখে তৰ্ক কৰাৰ আগলৈকে ভট্ট দপ্‌দপাই থাকে। খং উঠা ঘৈণীয়েকজনীলৈ ভট্টই ভয় কৰে। তেওঁ জানে যে তেওঁৰ সকলো দুৰ্বলতাৰ বিষয়ে ঘৈণীয়েকে ভালদৰে জানে। গতিকে, ঘৈণীয়েকে কোৱা কটু-কথাবোৰ গাত নলগা ভাব দেখুৱাই ভট্টই লাহেকৈ ক'লে,

ঃ তাৰ উপৰি তাৰ পৰাগৰ চৰিত্ৰও বেয়া..।

ঃ চৰিত্ৰ মানে?

ঃ চৰিত্ৰ মানেও নুবুজানে?

ঃ এস্‌ বহুত ফালৰপৰা চৰিত্ৰ বেয়া হ'ব পাৰে— বেয়া আদৰ্শ লৈ, বেয়া সঙ্গ লৈ, টকা-পইচাৰ ক্ষেত্ৰত— এনেকুৱা বহুত ক্ষেত্ৰত চৰিত্ৰ বেয়া হ'ব পাৰে, পৰাগৰ কোনটো?

ঃ অসমীয়াত চৰিত্ৰ ভাল-বেয়া বোলে তিৰোতাৰ প্ৰতি কৰা আচৰণতে। সি যিকোনো তিৰোতাক ভোগৰ সামগ্ৰী বুলি ভবাৰ প্ৰমাণ আছে।

ঃ তোমালোকৰ কুপ-মণ্ডুক সাংবাদিকৰ ভাষাত 'চৰিত্ৰ' শব্দৰ অৰ্থ সেইটো হ'ব পাৰে। আমি হ'লে স্কুল-কলেজে পোৱা কিতাপ-পত্ৰত তাতকৈ বহল অৰ্থ পাইছিলো।

ঃ বাৰু, জ্ঞান জাহিৰ কৰিব নালাগে। শুনা, সি বোলে কোনোবা এজনীৰ প্ৰেমত পৰিছে। ইপিনে আকৌ কমিউনিষ্ট।

ঃ কমিউনিষ্টে প্ৰেমত পৰিব নাপায় বুলি তোমাক কোনে ক'লে? আৰু প্ৰেমত পৰাটোৱে বেয়া চৰিত্ৰ বুজায় নেকি? সেইটো জানো সুস্থতাৰ পৰিচায়ক নহয়? তোমাৰ ধাৰণাবোৰ দেখিছোঁ লাহে লাহে বৰ আচৰিত হৈ আহিছে। তেন্তে আজি ৯ বছৰৰ আগতে তুমি যেতিয়া মোৰ প্ৰেমত পৰিছিলা, তেতিয়া তোমাৰ চৰিত্ৰ বেয়া আছিল নেকি?

হঠাৎ ভট্টৰ ৯ বছৰৰ আগৰ বিয়াৰ দিনটো আৰু তাৰ এবছৰৰ আগতে অমিয়া নামৰ ধুনীয়া ছোৱালীজনীক প্ৰথম লগ পোৱাৰ কথা মনত পৰি গ'ল। ঘৈণীয়েকক হাত মেলি ওচৰলৈ টানি আনি মুখলৈ চাই ক'লে,

ঃ ইমান খঙেৰে কথা কৈছা কেলেই সোণ? তোমাৰ ওপৰততো মোৰ কোনো খং উঠা নাই। মই কেনেকৈ কিদৰে মূৰ বিক্ৰী কৰি কাম কৰিছোঁ, তুমি বুজা নাই জানো? পৰাপক্ষত মানুহে, অন্ততঃ শিক্ষিত মানুহে, মূৰ বিক্ৰী নকৰে-- বিশেষকৈ আমাৰ নিচিনা যিবোৰে মূৰটোক বেছি মূল্যবান বুলি ভাবোঁ , যিটো মূৰৰ স্বাধীনতা আমি বিচাৰোঁ।

ঃ মূৰৰ স্বাধীন চিন্তাৰ নামত উদঙীয়া চিন্তা কৰা শিক্ষিতৰ সংখ্যাও তাকৰ নহয়। তাতকৈ স্বাধীন চিন্তাৰ নাম নোলোৱাও বহুত ভাল।

ঃ তুমি যিহকে কোৱা ক'ব পাৰা। কিন্তু মই জানো যে মূৰ বিক্ৰী নকৰোঁ বুলি চাকৰি এৰি দিলে পিচদিনাৰপৰাই খোৱা ভাতমুঠিৰ অভাৱ হ'ব। বিয়া-বাৰু কৰোৱা মানুহ যেতিয়া, মইতো আৰু তোমাক আৰু ল'ৰা-ছোৱালীকিটাক লঘোণে ৰাখি চাই থাকিব নোৱাৰোঁ। অন্ততঃ তোমালোকৰ প্ৰতি দায়িত্ব ৰক্ষা কৰিবলৈকে মই চাকৰি কৰি উপাৰ্জন কৰিব লাগিব। আৰু তাৰ কাৰণেই মূৰ বিক্ৰী কৰিবলগা হৈছে। নহ'লে অকল মোৰ কাৰণে মোৰ কোনো চিন্তা নাই। আগেয়ে দুবাৰ মূৰৰ স্বাধীনতা বিচাৰি চাকৰি এৰোঁতে ল'ৰাই-ছোৱালীয়ে লৈ কিমান কষ্ট পালো মনত আছেনে? খাবলৈ নোহোৱা হ'লতে কোনেও খবৰো নকৰা হৈছিল। সেই কাৰণেই ভাবি-চিন্তিয়েই মই পৰাগক ইয়াত ৰাখিবলৈ নালাগে বুলি কৈছোঁ। নিজে যেতিয়া বাধ্যত পৰি মূৰ বিক্ৰী কৰি চাকৰি কৰিব লগাত পৰিছোঁৱেই, তেতিয়া আৰু পৰাগক ঘৰত ৰাখি এনেয়ে এটা অসুবিধাত পৰিব নোখোজো। খাবলৈ নাইকিয়া ঘৰৰ ল'ৰা সি কিদৰে ৰাজনীতি কৰিব? আজিকালি ৰাজনীতি কৰিবলৈ প্ৰচুৰ ধনৰ প্ৰয়োজন। নিজে পঢ়ি শুনি ডাঙৰ হৈ এইবোৰত লগা হ'লে বেলেগ কথা। তাকো কৰা নাই সি।

ভট্টৰ কথা শেষ হোৱাৰ পাচতো ভট্ট বহি থকা বেতৰ চকীখনৰ বেতৰ আগ এটা চিকুটি চিকুটি ঘৈণীয়েক অমিয়া কিছুপৰ মনে মনে থাকিল। তাৰ পাচত সুধিলে,

ঃ টকা লাগে তোমালোকৰ নিচিনা নেতা হ'বলৈ ওলোৱা ৰাজনীতিজ্ঞক হে। পৰাগহঁতৰ ৰাজনীতিয়েই সৰ্বহাৰাৰ ৰাজনীতি। বৰঞ্চ ধনী হ'লে সেই ৰাজনীতি কৰিবলৈ নাপায়হে।

ঃ এইবোৰ কথা কেনেকৈ শিকিছা তুমি?

ঃ পৰাগকে সোধোঁ মই। এটা কথা মোৰ বৰ ভাল লাগে। তোমালোকৰ ৰাজনীতিৰ লক্ষ্যৰ বিষয়ে কোনো নিশ্চিত ধাৰণা তুমি মোক আজিলৈকে দিব নোৱাৰিলা। অথচ পৰাগে সিহঁতৰ ৰাজনীতিৰ বিষয়ে বিশ্বাসযোগ্যভাৱে পানী যেনেকৈ মোক বুজাই দিব পাৰে। সেয়ে তাৰ স'তে কথা পাতি ভাল লাগে। এইবোৰ কথা তাক সুধিলেও সি বৰ ভাল পায়। সেই কাৰণে সোধোঁও তাক। অথচ, তোমাক তোমালোকৰ ৰাজনীতিৰ বিষয়ে সুধিলে তুমি খং কৰিবই খোজা। নোৱাৰা কাৰণেহে।

ঘৈণীয়েক বেছি গহীন কথালৈ যোৱাটো ভট্টই নিবিচাৰে। ভট্টৰ বিশ্বাস, নাৰীৰ লগত কোনো গভীৰ আলোচনা কৰিব নোৱাৰি— লাগে যিমানেই শিক্ষিতা নহওক। সেইকাৰণে কথাটো পাতল কৰিবৰ কাৰণে হাঁহি মাৰি ভট্টই কলে,

ঃ তোমাক ভাল শ্ৰোতা পাই সি কৈ থাকে আৰু।

- এইবুলি ভট্টই ঘৈণীয়েকৰ কঁকালত হাত ফুৰাই দিলে। আৰু হাত এখনত ধৰি টানি নিজৰ কোলাতে বহুৱাই দিলে।

মিচেচ্ অমিয়া ভট্টই গিৰিয়েকৰ পুৰণি মৰম পাই লেতু-সেতু হৈ নগ'ল। বৰঞ্চ এনেকুৱা কথা-বতৰাৰ পাছত এনেকুৱা স্বামীৰ এনেকুৱা মৰম খুব স্বাভাৱিক বুলিয়েই ধৰি লৈ এনেয়ে গিৰিয়েকৰ মুখলৈ চালে। গিৰিয়েকৰ কঁপালৰ ৰেখাকিডাল নিজৰ হাতৰ তলুৱাৰে মোহাৰি দিলে মচ খায়নে নাখায় চাবলৈ। মানুহটোৰ চকুৰ অনুজ্জ্বলতাক কপালৰ ৰেখাত, কথা-বাৰ্তাত, চিন্তাত, বাৰ্ধক্যৰ আধিপত্য বিস্তাৰৰ চিন আজি যেন পৰিস্কাৰকৈ দেখা পালে অমিয়া ভট্টই। বিশ্ববিদ্যালয়ত নাম ভৰ্ত্তি কৰি বি.এ. পাছ কৰি অহা ছাত্ৰী অমিয়া দেৱী। ৰাজনীতি-চৰ্চাত বিশেষ গুৰুত্ব দিছিল তেতিয়াই। সেই সময়ত আদৰ্শবান সাংবাদিক মৃণাল ভট্টৰ লগত চিনাকি আৰু হিয়া বিনিময়। বিয়া হৈ গ'ল । কোনো বাধা পোৱা নাছিল। কিন্তু বিয়াৰ পাছতে অমিয়া দেৱীৰে বুজিছিল, জীৱনৰ সকলো আদৰ্শ বাদ দি ল'ৰা-ছোৱালী ওপজোৱা যন্ত্ৰত পৰিণত হোৱা বুলি। তেতিয়া আৰু উপায় নাছিল। পৰিস্থিতিৰ লগত আপোচ কৰিছিল– Compromise কৰিছিল। সেইবোৰ বহুত কথা।

কিন্তু গিৰিয়েকে আজি কি কৈছে এইবোৰ? তেওঁৰ আৰু ল'ৰা-ছোৱালীকিটাৰ কাৰণে মূৰ বিক্ৰী কৰি চাকৰি কৰিছে বুলি কোৱা মানে ঘৈণীয়েক ল'ৰা-ছোৱালীৰ কাৰণেই নিজে পতনৰ মুখত পৰিছে বুলি অভিযোগ কৰা নহ'ল জানো? নিজৰ স্বাধীন চিন্তা আৰু মূৰ বিক্ৰী কৰিহে ঘৈণীয়েক ল'ৰা-ছোৱালীক পোহপাল দিয়াটো যিবোৰ মানুহৰ কাৰণে সম্ভৱ, সেইবোৰ মানুহে বলে নোৱাৰা শিল দাঙে কিয়- বিয়া কৰায় কিয়? স্ত্ৰী হিচাপে নিজৰ মনটোক সুধি মিচেচ্ ভট্টই অনুভৱ কৰিলে যে এনেকুৱা মানুহৰ ঘৈণীয়েক হোৱাতকৈ আদৰ্শবান পুৰুষৰ ঘৈণীয়েক হৈ খাবলৈ নোপোৱাকৈ থকাটো বেছি তৃপ্তিৰ হ'ব। পৰাগে অন্যায়ৰ বিৰুদ্ধে সাহসেৰে থিয় দিব পাৰে- নিজৰ পেটত ভাত নপৰিলেও। পৰাগৰ সেই সাহস অকল নিজৰ কাৰণে নাভাবি সকলোৰে কাৰণে ভাবিব পৰা পুৰুষসুলভ উদাৰতা - পৰাগৰ এইবোৰ গুণ সদায় চকুৰ আগত দেখি দেখি নিজক বৰ হীন যেন লগাৰ ভয়তে তেন্তে গিৰিয়েকে পৰাগক নিজৰ লগত ৰাখিবহি নোখোজে। কিয় ? এটা কিন্তু ঠিক, পৰাগক এতিয়া ইমান ওচৰত ৰাখিবলৈ তেওঁ নিজৰো মন গ'লেও ভয় লাগে।সি বৰ ভয় লগা হৈ পৰিছে; জীৱনৰ এৰি অহা দিনৰ বহুত অবাধ্য উন্মাদনা তাৰ সান্নিধ্যই নতুনকৈ জগাই দিব পাৰে। তাৰ প্ৰমাণ তেওঁ আজি পালে।

গিৰিয়েকৰ চিন্তান্বিত মুখখনলৈ চাই মিচেচ্ ভট্টৰ বৰ কিবা লাগিল। পৰাগৰ কথা ভাবি গিৰিয়েকক ছলনা কৰা হোৱা যেন লাগিল। তেওঁ জানে এইবোৰ সংস্কাৰৰে ফল; তথাপি, একেদিনাই সংস্কাৰ এৰি পেলাব পাৰি জানো? আৰু, গিৰিয়েকক কৰা বহুখিনি অনাহক শ্ৰদ্ধা সংস্কাৰ বুলি জানিও এৰি দিব পাৰিছো জানো?

হঠাৎ সাৰ-পোৱাদি পালে মিচেচ্ ভট্টই। গিৰিয়েকৰ মুখলৈ চাই সৰুকৈ ক'লে,

ঃ পৰাগক অনাৰ কথাটো মই এনেয়েহে কৈছিলোঁ তোমাৰ খং তুলিবলৈ।

ঃ মই জানো।

ঃ ভট্টই ঘৈণীয়েকৰ মূৰত হাত-ফুৰাই দিলে। নিজৰ ভৰিত জোৰেৰে ঢকা মাৰি কলে,

ঃ বৰ মহে কামুৰিছে।

ঃ মোকো। চাওঁ মই আঠুৱাখন পেলাই দিওঁ।

মিচেচ্ ভট্টই আঁঠুৱা পেলাই গিৰিয়েকক আহাঁ বুলি মাতিলে। ভট্ট উঠি গৈ বিচনাত দীঘল দি পৰিল। ঘৈণীয়েকে আঠুৱাৰ ভিতৰতে আঠুকাঢ়ি আঠুৱাখন চাৰিওফালে খুঁচি দিলে। নিশাৰ আন্ধাৰ, নিৰ্জনতাই কোঠাটোক ইতিমধ্যে অধিকাৰ কৰা যেন লাগিল। লাইটটো বিছনাত শুই শুয়েই নুমাব পাৰি। টেলিফোনটো বিচনাৰ ওচৰত আনি থোৱাই আছে। কাগজৰ অফিচৰ পৰা ৰাতি ফোন আহিলে ভট্টই বিচনাৰ পৰাই ধৰে। কিছুসময় মনে মনে থকাৰ পাছত ভট্টৰ চকু জাপ খাই আঁহো আঁহো হৈছে। মিচেচ্ ভট্টই বিচনাতে বহি শোৱাৰ আগতে সাজ-পাৰবোৰ ঢিলা কৰি লৈছে এলাহ কৰি লাহে লাহে; যেন তেওঁৰ টোপনি আহিবই খোজা নাই। কিবা ভাবি মিচেচ্ ভট্টই বিচনাতে বহি বহিয়েই টোপনি ধৰিব খোজা

গিৰিয়েকলৈ চাই- আকৌ কথা আৰম্ভ কৰিলে,

ঃ এটা কথা সোধোঁ- বেয়া পাবনেকি?

ঃ নাপাওঁ, কোৱা।

ঃ মই আৰু ল'ৰা-ছোৱালীকিটা কষ্টত পৰাৰ ভয়ত তুমি বাৰু কিয় মূৰ বিক্ৰী কৰিব লাগে? মইতো কষ্টলৈ ভয় নকৰো। ল'ৰা-ছোৱালীও উপজিল যেতিয়া কষ্টে-মষ্টে হ'লেও ডাঙৰ হ'বই। মোৰ কাৰণে কিন্তু তুমি মূৰ দাঙি থাকিব পৰাটোৱেই আটাইতকৈ ডাঙৰ সুখ। পিকুহঁতেও ডাঙৰ হ'লে তুমি মূৰ বিক্ৰী কৰি সিহঁতক ডাঙৰ কৰিলা বুলি শুনিলো লাজ পাব, তোমাক শ্ৰদ্ধা কৰিবলৈ টান পাব।

এনেকুৱা এটা প্ৰশ্নৰ কাৰণে ভট্টই একেবাৰে প্ৰস্তুত নাছিল। হঠাৎ কোনো উত্তৰ দিব নোৱাৰিলে তেওঁ। টোপনিয়ে ধৰিব খোজাৰ ভাও ধৰিয়েই তেওঁ কিছুপৰ মনে মনে থাকিল। ঘৈণীয়েকে নেৰিলে। আকৌ ক'লে,

ঃ কোৱা আকৌ।

ঘৈণীয়েকৰ প্ৰশ্নৰ পোনপটীয়া উত্তৰ নিদি ভট্টই ঘৈণীয়েকৰ অভিযোগটো নুবুজাৰ ভাও ধৰি উত্তৰ দিলে,

ঃ মোক মানুহে সন্মান কৰিলে তুমি যে ভাল পোৱা, সেইকথা মই বুজি পাওঁ। তাকে তুমি এইদৰে নকলেও হয়। মানে....

ভট্টৰ কথা মোলাল। টোপনিয়েহে যেন বাধা দিছে। মিচেচ্ ভট্টই বুজিলে যে এই কথাৰ উত্তৰ দিবলৈ গিৰিয়েকৰ একো যুক্তি নাই। গিৰিয়েকৰ নিচিনা দুৰ্বল মানুহে যে আনৰ কাৰণে সৰ্বস্ব ত্যাগ কৰাৰ ভাও দি নিজে পুতৌৰ পাত্ৰ হৈ মৰম আদায় কৰিব খোজে, সেইকণ জ্ঞান মিচেচ্ ভট্টৰ আছে। তিক্ততা বঢ়োৱাৰ ইচ্ছা নাই কাৰণেই সেই প্ৰসঙ্গ বাদ দি মিচেচ্ ভট্টই গিৰিয়েকক কলে,

ঃ আজি মই নতুন টিপটটো ভাঙিলো। হাতৰপৰা পৰি ভাগি থাকিল— দুপৰীয়া চাহ কৰিবলৈ লওঁতেই।

মূৰ বিক্ৰী কৰা প্ৰসঙ্গটো তল-পৰা দেখি ভট্টই সকাহ পালে। টি-পট ভঙা প্ৰসঙ্গটোত আনন্দেৰে যোগ দি কলে,

ঃ তোমাৰ বস্তু তুমি ভাঙিছা। আকৌ এটা আনি ল'বা।

ঘৈণীয়েকৰ অকণো ভাল নালাগিল। সৰু ল'ৰাক মৰম কৰি আসৈ দিয়াৰ নিচিনা কৰিছে কিয় গিৰিয়েকে? সিদিনা মাত্ৰ কুৰি টকা দি কিনি অনা নতুন চীনা-ডিজাইনৰ টি-পটটো ভঙাৰ খবৰ দিলতো মানুহজনৰ অন্ততঃ অকণমান বেয়াও নালাগিলনে? ক'লে,

ঃ আচ্ছা, তোমাৰ বাৰু কেতিয়াবা মোৰ লগত দন্দ হাই-কাজিয়া কৰিবৰ মন নাযায়নে?

ভট্টই হাঁহি দিলে। ঘৈণীয়েকৰ হাত এখনৰ আঙুলিকিটা চেপি ধৰি ক'লেঃ কি আচৰিত প্ৰশ্ন কৰিছা তুমি?

ঃ একো আচৰিত প্ৰশ্ন নহয়। মই বহুত দিন সুধিম বুলি ভাবিও সোধা নাই। বাৰু বাদ দিয়া , নকওঁ। কিয় প্ৰশ্ন কৰিছোঁ সঁচা কথা কৈ দিলে তুমি দুখ পাব পাৰা।

ঃ কিয় দুখ পাম? কোৱা। বৰঞ্চ নক'লে হে মনটো খু-দুৱাই থাকিব।

ঃ তোমাক কথা ক'বলৈ দিগদাৰ। কিবা কথাত বেয়া পালেও তুমি পেটতে ৰাখা; মুখ ফুটাই একো নোকোৱা। পাছত তোমাৰ আন কথাৰ মাজতহে সেই কথা মই ধৰা পেলাওঁ । তেতিয়া বেয়া লাগে।

ভট্টই হাঁহি কলে ঃ বাৰু আজি কোৱাচোন। আজি বাৰু যি ভাবোঁ তাকে তোমাক কৈ দিম।

খন্তেক মনে মনে থাকিল মিচেচ্ ভট্ট। তাৰ পাচত গিৰিয়েকৰ মূৰত হাত ৰাখিয়েই আঁঠুৱাৰ চুক এটালৈ চাই চাই আপোন মনে নিজকে কোৱাদি কৈ গ'ল কথৰ মন গৈছে কাৰণেই কথাটো উলিয়াইছোঁ। মই কথা কলে তুমি সাধাৰণতে বিজ্ঞৰ দৰে উপলুঙা কৰি হাঁহি উৰাই দিয়া— যেন সৰু ল'ৰা-ছোৱালীৰ দৰে মই কথা কওঁ। আজিও তুমি

হাঁহিলেও হাঁহিবা। বাৰু কোৱাচোন— আমাৰ বিয়াৰ আজি ৯ বছৰ পাৰ হৈ যোৱা নাই জানো?

ঃ গৈছে।

ঃ এই ৯ বছৰে তুমি মোৰ লগত দন-হাই কৰাটো বাদেই, মোৰ কোনো কথাত জোৰেৰে প্ৰতিবাদো কৰা নাই। এদিনো তুমি মোৰ কোনো অনুৰোধ পেলোৱা নাই। এদিনো তুমি মোক খঙেৰে একো কোৱা নাই, কোনো কথাত মোৰ লগত তৰ্ক কৰা নাই, এদিনো তুমি অভিমানো কৰা নাই। আনকি, এদিনো তুমি মোক বলেৰে টানি নি মৰম কৰাও নাই....

ভট্টই হাঁহি সুধিলে ঃ পিচে কি হ'ল?

সেমেনা -সেমেনিকৈ ৰৈ ৰৈ মিচেচ্ ভট্টই কলে,

ঃ কেনেকুৱা লাগেঙ্গ মানুহৰ দৰে কেতিয়াবা দন্দ কৰি দন্দৰ পাছত কেতিয়াবা মৰম আদায় কৰি, কান্দি কান্দি বেছি মৰম আদায় কৰি, কেতিয়াবা তোমাৰ সৰল আক্ৰমণৰ আগত আত্মসমৰ্পণ কৰি, কেতিয়াবা তোমাৰপৰা জোৰ কৰি মৰম আদায় কৰি, নিজকে বেছি চহকী যেন লাগিলেহেঁতেন বুলি ভাব হয় মোৰ। গল্প-উপন্যাসতো মানুহৰ তেনেকুৱা স্বাভাৱিক প্ৰকৃতিবোৰৰ বৰ্ণনা পঢ়ি বৰ ভাল পাওঁ, নিজৰ জীৱনতো নিশ্চয় ভাল লাগিলেহেঁতেন। তুমি কিন্তু জাৰকালিৰ নদীৰ দৰে- তোমাৰ মনত বা হিয়াত আবেগ-আনন্দৰ বান নাহে— কেতিয়াও নাহে।

ভট্টৰ হাঁহি উঠিল। ক'লে,

ঃ নোপোৱাটোকে মানুহে সদায় বিচৰাটো মানুহৰ স্বভাৱেই। মই তেনেকুৱা হোৱা হলে তুমি চাগৈ মই এতিয়াৰ নিচিনা হোৱাটো বিচাৰিলাহেঁতেন। কিন্তু তোমাৰ মনত আজি এইবোৰ কথা খেলাইছে কিয়?

ঃ নতুনকৈ কিনি অনা সুন্দৰ টি-পটটো মই ভাঙিলো বুলি কোৱাৰ পাচত আশা কৰিছিলো - তুমি সুধিবা কেনেকৈ ভাঙিলোঁ; আৰু ভৱিষ্যতে সাৱধান হ'বলৈ শাসনৰ সুৰত কবা বুলিও ভাবিছিলো। টি-পটটো ভঙাৰ কাৰণে মোৰ ওপৰত খং উঠিলে কি কি কৰিম, সেইবোৰ কল্পনা কৰিছিলো। কিন্তু মই ইমান গুৰুত্ব দি ভাবি থকা কথাটো তোমাৰ কাণত পৰিয়েই কোনো প্ৰতিক্ৰিয়া নকৰি ওলাই যোৱা দেখি মই আচৰিত হৈছোঁ। কিবা খেলি মেলি ভাববোৰ আহিছে। তোমাৰ ইমান আসক্তিহীন ব্যৱহাৰে মোক ভয় খুৱাই দিছে....।

ঃ অ', সেইটো কথা। বাৰু আজিৰ পৰা খং কৰিম। হবনে? ভট্টই কৈ উঠি হাঁহিলে। ঘৈণীয়েকৰ কিন্তু সেইবোৰ ৰগৰৰ প্ৰতি কাণসাৰ নাই। তেওঁ একে সুৰতে কৈ গৈ থাকিল,

ঃ এতিয়াই ধৰাচোন তুমি বিচনাত দীঘল দি আছা। ইমান পৰে মই বেলবেলাই নথকা হ'লে তোমাৰ টোপনিয়েই আহিলহেঁতেন। তুমি বিচনাত বহাৰ পাছত মই আঁঠুৱা ঠিক কৰি আহি তোমাৰ ওচৰত বহি আছোঁ। তুমি শুই আছা। অথচ এবাৰো ভদ্ৰতা কৰি হ'লেও তুমি মোক শুবলৈ মতা নাই।

ঃ ইমান বেজাৰ কিয় আজি অমি? এইবুলি ভট্টই শুই থকাৰ পৰাই বহি থকা অমিয়াক সাবটি ধৰিলে কঁকালত। অমিয়া দেৱীয়ে লাহেকৈ বিচনাত ঢলি পৰি পুনৰ সুধিলে,

ঃ মনত আছেনে তোমাৰ— এই 'অসমী' কাকতৰ সম্পাদক হোৱাৰ আগলৈকে তুমি মোক বিপ্লৱ, দেশৰ দুৰৱস্থা, ডেকা-শক্তিৰ জাগৰণ আদিৰ কথা কৈছিলা। তেতিয়া আমাৰ অৱস্থা বৰ বেয়া আছিল। তুমি মোক তেতিয়া সৰ্বহাৰা জনতাৰ কথা থকা বহুত কিতাপ আনি পঢ়াইছিলা। এতিয়া তুমি আমাৰ কাৰণে বাধ্য হৈ মূৰ বিক্ৰী কৰাটো বাৰু বাদ দিলো, কিন্তু পৰাগহঁতক বেয়া বোলা কেলেই? তোমাৰ অৱস্থা দুদিনৰ কাৰণে এটা চাকৰি পাই ভাললৈ অহাৰ লগে লগে বিপ্লৱ আদি বৰ কথাবোৰ অৰ্থহীন হৈ পৰিল নেকি? তোমাৰ এই ফাঁকি ধৰিব পৰাৰ পিচত জীৱনৰ আনবোৰ ক্ষেত্ৰতো তোমাক বিশ্বাস কৰিবলৈ মানুহে টান নাপাব নে? মই টান নাপামনে? পিকুহঁতে ডাঙৰ হ'লে লাজ নাপাবনে?

ঃ বয়স আৰু সংসাৰে বহুত কথা শিকায় অমি। এতিয়াতো মই আৰু বিপ্লৱ কৰি ফুৰিলে নহ'ব। বিয়া কৰালো

যেতিয়া তোমালোকৰ দায়িত্ব মই এৰিব নোৱাৰো। তোমালোকৰ প্ৰতি থকা দায়িত্বক অৱহেলা কৰি বিপ্লৱ কৰিবলৈ গ'লে নিজকে বেছি ফাঁকি দিয়া হ'ব।

ঃ তোমাৰ নিজৰ অক্ষমতাৰ আৰু দুৰ্বলতাৰ দোষ মোৰ ওপৰত আৰু বিশেষকৈ আমাৰ লৰা-ছোৱালীকিটাৰ ওপৰত পেলোৱা কিয় বাৰু? তুমি যদি সঁচাকৈ আমাৰ কাৰণেই জীৱনৰ উচ্ছ্বাস বাদ দিছা, সমাজক প্ৰতাৰণা কৰিছা, তেন্তে তোমাক আজি এই নিশাখন মোৰ অন্তৰৰপৰা কৈছোঁ আমাৰ কাৰণে তুমি মূৰ বিক্ৰী নকৰিবা, তুমি চাকৰি এৰি দিয়া। তাতকৈ আমি দুখীয়া হৈ থাকোঁ আমাৰ ল'ৰা-ছোৱালী লঘোণে-ভোকে থাকি ডাঙৰ হওক। তথাপি সিহঁতে ডাঙৰ হ'লে কব পাৰিব যে সিহঁতৰ বাপেক পৰিস্থিতিৰ হেঁচাত আত্মসমৰ্পণ কৰা দুৰ্বল মানুহ নহয়।

ঃ তুমি আজি কথাবোৰ বৰ এক ধৰণেৰে কৈছা! কিয় বাৰু? মোৰ ওপৰত তোমাৰ কিয় খং উঠিছে?

ইমানবোৰ টান কথা কোৱাৰ পাচতো গিৰিয়েকৰ খং নুঠা দেখি ঘৈণীয়েক হতাশ হ'ল—বেয়া লাগিল। কিছুপৰ মনে মনে থাকিল। গিৰিয়েকৰ অবান্তৰ প্ৰশ্নৰ কোনো উত্তৰ নিদিলে। কিন্তু, অমিয়া ভট্টাচাৰ্যৰ মন আজি বহুত কথাই খুন্দিয়া-খুন্দি কৰি আছিল। বেছি পৰ তেওঁ মনে মনে থাকিব নোৱাৰিলে, কিলাকুটিত ভৰ দি , হাতৰ তলুৱাত মূৰ থৈ আনখন হাতেৰে গিৰিয়েকৰ নোম নাইকিয়া বুকুত নোম বিচাৰি পুনৰ ক'লে,

ঃ তুমি বাৰু জানানে যে অশিক্ষিত, আৰু বহুত শিক্ষিত মানুহেও বাতৰি কাকতত ছপা হোৱা কথা ধ্ৰুৱ সত্য বুলি ধৰি লয়?

ঃ সেইটো নজনাকৈ সম্পাদক হৈছোঁ নে?

ঃ তেন্তে কেনেকৈ বাৰু জানি-শুনি মিছা কথা লিখা তোমালোকে-কি সাহসত কাগজত মিছা খবৰ জানি-শুনি ছপা কৰা? চোৰাং-বেপাৰীয়ে মিছা মতা আৰু তোমালোকৰ মিছা কথা ছপোৱাৰ মাজত পাৰ্থক্য ক'ত আছে? চোৰাং বেপাৰীয়ে মিছা কথা কৈ ধনেৰে ঘৰ ভৰায়; তোমালোকে মিছা কথা ছপাই কোনোমতে পেট পোহা। পাৰ্থক্য ইমানেই নহয়নে?

ঃ সাংবাদিকতা দেখিছোঁ নতুনকৈ তোমাৰ পৰা শিকিব লাগিব।

ঃ ফাজলামি এৰি সঁচা কথাটো কোৱাচোন— তোমালোকে মিছা কথাৰে কাগজ ভৰোৱা নে নাই?

ঃ ক'তনো মিছা কথা দিয়া দেখিছা? প্ৰয়োজনত পৰি কেতিয়াবা অৱশ্যে আমি সঁচা খবৰো লুকুৱাওঁ। প্ৰতিখন বাতৰি কাকতে নিজ নীতিগত কাৰণত কিছুমান সৰু খবৰকো ডাঙৰ কৰে আৰু কিছুমান ডাঙৰ খবৰকো বাদ দি যায়।

ঃ চাপৰি যোৱাকে কুঁজা বোলে। তোমালোকে লিখা— 'চৰকাৰে চাউলৰ ওপৰত নিয়ন্ত্ৰণ তুলি দিলে। এতিয়া ৰাইজে মুকলি বজাৰত চাউল পাব।'

ঃ সেইটো খবৰ মিছা জানো?

ঃ মিছা নহয় কি? আচলতে চৰকাৰে ক'লে— 'আমি আৰু চাউলৰ যোগান ধৰিব নোৱাৰো, আমি নিৰুপায়, এতিয়া বেপাৰীবোৰে দিয়ে যদি খাবাহঁক। চৰকাৰৰ অৱস্থা এইটোৱেই বুলি তোমালোকে জানাহঁক। তুমিতো নিজে আহি মোক সেইদিনাই সেই বুলিয়েই কৈছিলাহি। কিন্তু এই সঁচা কথাটো ৰাইজে বুজিব পৰাকৈ তোমালোকৰ কাগজত ছপা হৈছিল জানো? বেপাৰীৰ হাতত মুকলি বজাৰত বেচিবলৈ চাউল আছেই যদি চৰকাৰে সিহঁতৰপৰা আনি ৰাইজক দিব নোৱাৰে কেলেই? খাবলৈ নাপায় পেটৰ ভোকত বলিয়া হৈ, চোৰাংকৈ মজুত ৰখা চাউলৰ গুদামত চাউল বিচাৰি মানুহ গোট খালেগৈ। চৰকাৰে সেই চোৰাং বেপাৰীৰ ফলীয়া হৈ ৰাইজক গুলীয়ায় কেলেই? চোৰাং বেপাৰী ধৰিবলৈ ছাত্ৰক উচতোৱাৰ কিবা অৰ্থ আছেনে? ছাত্ৰক পঢ়িবলৈ দি চৰকাৰে নিজৰ পুলিচ আৰু সৈন্যবাহিনীৰে সেইকাম কৰিব নোৱাৰেনে? এইবোৰ কথা ফঁহিয়াই লিখি ৰাইজক বুজাই দিয়াৰ চেষ্টা, চৰকাৰক সাৱধান কৰি দিয়াৰ

দায়িত্ব, তোমালোকৰ বাতৰিকাকতখনে কেতিয়াবা কৰিছে নে?

উকীলে দোষীক জেৰা কৰাদি ইটোৰ ওপৰতে সিটো প্ৰশ্ন কৰি ঘৈণীয়েকে থকা-সৰকা কৰা সম্পাদক ভট্ট অবাক হৈ বিচনাত পৰি থাকিল। ঘৈণীয়েক মনে মনে থকা দেখি কিছু পৰৰ মূৰত ক'লে,

ঃ ইমানবোৰ কথা একেদিনাই ক'বলৈ কেনেকৈ সাঁচি থৈছিলা তুমি? যদি সাঁচি থোৱা নাছিলা, তেন্তে ইমানবোৰ কথা একেদিনাই তোমাৰ মনত কেনেকৈ খেলাইছে? কোনে কয়হি তোমাক এইবোৰ কথা?

ঃ ফুৰিবলৈ অহা মানুহ প্ৰায়বোৰেই কয়হি। মই বাৰু কাক কি উত্তৰ দিম? মোৰ দুখ নালাগে নেকি? লাজ নালাগে নেকি? গিৰিয়েকৰ বদনাম, গিৰিয়েকক ৰাইজে অপৰাধী কৰা শুনি থাকি কোনোবা ঘৈণীয়েক শান্তিৰে থাকিব পাৰে নেকি?

অমিয়া ভট্টাচাৰ্যৰ মাতত কান্দোনৰ সুৰ। ঠিক এনেকুৱা এক পৰিস্থিতিৰ কাৰণে বিচনাত দীঘল দি থকা ভট্ট এই নিশাখন সাজু নাছিল। কি কৈ ঘৈণীয়েকক সান্ত্বনা দিব ভাবোতেই আগ দুৱাৰত কোনোবাই শব্দ কৰা যেন শুনি কাণ থিয় কৰিলে। হয়, আগফালে দুৱাৰত শব্দ কৰাৰ লগে লগে কোনোবাই মাতিছেও। বিচনাৰপৰাই ভট্টই ডাঙৰকৈ সুধিলে,

ঃ কোন?

বাহিৰৰ পৰা ক্ষীণ- মাতেৰে এজনে ভয়ে ভয়ে ক'লে,

ঃ মই হে— শিৱ শৰ্মা। অকণমান আপোনাক আমনি দিব লগা হল। মোৰ বৰ বিপদ।

প্ৰথমতে ভট্ট আৰু ঘৈণীয়েক দুয়ো দুয়োৰে মুখলৈ চাই বিচনাৰ ওপৰতে বহি থাকিল। তাৰ পাছত ভট্ট বিচনাৰপৰা নামি অহা দেখি ঘৈণীয়েকো নামিল। ভট্টই ঘৈণীয়েকক ক'লে,

ঃ তুমি নালাগে আহিব।

ঃ কিয় নাযাম? তুমি ৰাতি অকলে দুৱাৰ খুলিবলৈ যাব নোৱাৰা। মোৰ ভয় লাগে। ভট্টই আৰু বাধা নিদিলে। মিচেচ্ ভট্টৰ আজি কিছুদিনৰপৰা মনত এক ডাঙৰ শংকাই ঠাই লৈছে। ভট্টৰ অফিচৰপৰা অহা পলম হ'লেও ভয় লাগে। কোনোবাই যেন ভট্টক বাটত ধৰি মৰিয়াব, আঘাত কৰিব, আক্ৰমণ কৰিব। পৰাগে প্ৰায়ে নবৌৱেকক কয়, সিহঁতৰ দলত বোলে এনেকুৱা মানুহ আছে যে পৰাগহঁতে কলেই একোটাহঁত মানুহক কাটি নৈত উটাই দিব পাৰে। পৰাগৰ মতে, অন্যায়-অবিচাৰ সহ্য কৰি কৰি, শিক্ষিত মানুহৰ প্ৰতাৰণাত ক্ষুব্ধ হৈ সেইবোৰ মানুহ বেপৰোৱা হৈ গৈছে। পৰাগে এইবোৰ কথা কোৱাৰ পাচৰপৰা গিৰিয়েকৰ কিবা অঘটন হোৱাৰ ভয়টো তেওঁৰ মনত সোমাইছে। এই কথা তেওঁ কোনোদিন গিৰিয়েকক খুলি কোৱা নাই। কিন্তু প্ৰায়ে কয়, সোনকালে ঘৰলৈ আহিবলৈ, অহা পলম হলেই গিৰিয়েকলৈ ফোন কৰে। এতিয়াও বাহিৰত শব্দ কৰি ভট্টক উলিয়াই নি কোনোবা দুবৃৰ্ত্তই ভট্টক আক্ৰমণ কৰে বুলি শংকা কৰিয়েই মিচেচ্ ভট্ট গিৰিয়েকৰ লগে লগে আগদুৱাৰ পালেগৈ। ঘৈণীয়েকক বুজিবলৈ নিদিলেও ভট্টও নিজেও কম সাৱধান নহয়; কোনোবাই কিবা বেয়া মতলব লৈও আহিব পাৰে বুলি তেওঁ সদায় সজাগ। গতিকে খুব সাৱধানে একাঙুলমান দুৱাৰখন ফাক কৰি, বাৰাণ্ডাৰ লাইটটো ভিতৰৰপৰা জ্বলাই দি, ভট্টই বাহিৰৰ বাৰাণ্ডালৈ জুমি চালে। জুমি চাই ভট্টই দেখিলে— নিজৰ কাগজতে কাম কৰা চাব-এডিটৰ মিচ্ মিতা শৰ্মাৰ বাপেক বৃদ্ধ শিৱ শৰ্মা পেপুৱা লাগি বাহিৰত থিয় হৈ আছে। লৰালৰিকৈ দুৱাৰখন মেলি দি বৃদ্ধ শিৱ শৰ্মাক ভট্টই ভিতৰলৈ মাতিলে। একো বিপদ নাই বুলি জনাৰ পাচত মিচেচ্ ভট্টই অসংযত হৈ থকা বুকুৰ আঁচলটো ঠিক কৰি ললে। ভয়াৰ্ত চাৱনি আৰু কঁপা কঁপা মাতেৰে বুঢ়াই ক'লে,

ঃ মই নবহোঁ বোপা, বুঢ়ীজনীক অকলৈ ঘৰত এৰি আহিছোঁ। তোমালোকৰ লগত কামকৰা মোৰ ছোৱালীজনী যে— মিতাৰ মিতাৰ কৈছোঁ -তিনিবজাতে কামলৈ বুলি ওলাই গ'ল; এতিয়া এই মাজনিশালৈকে ঘূৰি অহা নাই দেখোন। এই মাত্ৰ তোমালোকৰ বাতৰি কাকতৰ অফিচত খবৰ ল'বলৈ গৈ শুনিলোঁ তাই বোলে কেতিয়াবাই অফিচৰপৰা আহিল।

অফিচৰে কোনোবা এটা 'ৰিভাৰ ক্লাব' নে কি ক্লাবলৈ ফোন কৰি চালে— তাত থকাৰ কথা বুলি। পিচে বোলে তাৰপৰাও আহিল। এতিয়া বাৰু মই বুঢ়া মানুহটোৱে তাইক ক'ত বিচাৰি ফুৰো? ইপিনে মাকৰ মনেও নামানে। হুলস্থুল কৰিছে। মোৰ ভয় লাগিছে; তাই খবৰ নিদিয়াকৈ ইমান ৰাতি কৰা ছোৱালী নহয়। হাতৰ পাচ বুলি সহায় হিচাপে এই চুবুৰীত পৰাগৰ বাহিৰেনো কোন আছে? তাকে এবাৰ ক'ৰবাত খবৰ কৰি চাবলৈ পঠিয়াওঁ বুলি বিচাৰি গৈছিলো; কিন্তু তাকো নাপালো মজদুৰ অফিচত। তোমালোকৰ ঘৰতে সি কেনেবাকৈ থাকিব পাৰে বুলি, বা নহ'লে তোমালোকে তাক ক'ত পোৱা হ'ব জানিব পাৰা বুলি আহি তোমাক আমনি কৰিলোহি।

থিয় হৈ ইমানখিনি কথা একেলগে কৈ বুঢ়া ভাগৰি পৰিছিল। হাতত তেতিয়াও ওলোমাই লৈ থকা হ্যাৰিকেন লেম্পটো মাটিতে থৈ বুঢ়াই দুই হাতেৰে চুৰিয়াৰ আগটোৰে মুখ আৰু মূৰটো মচি ললে। কিন্‌কিনীয়া বৰষুণত বুঢ়া তিতি আহিছিল। তাই পাচত দীঘলকৈ উশাহ লৈ বুঢ়াই আকৌ ক'লে,

ঃ মাক-বাপেকৰ মন নহয় বোপাই নসহে।

ভট্টই কি ক'ব ভাবি নাপালে। মিচেচ্ ভট্টই বৰ আগ্ৰহেৰে বুঢ়াৰ কথাখিনি শুনি গিৰিয়েকৰ মুখলৈ চালে; যেন বুঢ়াক কিবা এটা উপায় দিলে তেওঁ ভাল পাব। মূৰটো খজুৱাই বুঢ়াক সান্ত্বনা দি ভট্টই ক'লে,

ঃ আপুনি একো চিন্তা নকৰিব। আমাৰ বাতৰিকাকতৰ কাৰণে খবৰ বিচাৰিয়েই হয়তো কোনোবা মেল-মিটিঙলৈ গৈছে। ওলাবহি। আপুনি নিশ্চিন্তে ঘৰলৈ যাওক।

ভট্টৰ কথাত বুঢ়া পতিয়ন নগ'ল। বুঢ়াই কেৱল বুজিলে যে তেওঁৰ দুশ্চিন্তা ভট্টই অকণো উপলব্ধি কৰা নাই। চিন্তা নকৰো বুলি ভাবিয়েই চিন্তা নকৰাকৈ থাকিবপৰা হ'লে এই নিশাখন বুঢ়া কিয় আহিলহেঁতেন? গতিকে, ভট্টক বিশেষ আৰু একো কৈ অনুকম্পা আদায় কৰাৰ চেষ্টা নকৰি বুঢ়াই ক'লে,

ঃ বাৰু, পৰাগ ইয়াতে আছে যদি এবাৰ জগাই দিয়কচোন। সি কেতিয়াবা ইয়াত থাকেহি বুলি শুনি হে আহিছোঁ।

ঃ পৰাগ আবেলি আহিছিল, গধূলি হোৱাৰ আগতে গ'ল। তাৰতো একো ঠিক নাই; ক'ত বা মদ -ভাঙৰ আড্ডাত বহি থাকেগৈ।

ঃ এ, সেইদৰে নকবা বোপা— পৰাগৰ কথা সেইদৰে নকবা। সি এনেয়ে গা ঘেলাই ফুৰা ল'ৰা নহয়। কিবা কামতে ক'ৰবালৈ গৈছে। তাৰ কথা সেইদৰে নকবা।

কৈ কৈ বুঢ়াৰ বৰ দুখ পোৱাৰ দৰে মুখখন কৰি, লেম্পটো পুনৰ দাঙি লৈ, খট্‌খটীয়েদি খুপি খুপি নামি, ভট্টহঁতক যাওঁ বুলিও নোকোৱাকৈ, বিৰ্ বিৰ্‌কৈ কিবা কৈ কৈ গুচি গ'ল। ঘোৰ ক'লা আন্ধাৰবোৰে বুঢ়াৰ হাতত থকা লেম্পৰ দুৰ্বল পোহৰকণক হেঁচা মাৰি ধৰিছিল। বুঢ়াৰ খোজত কঁপা লেম্পটোৰ পোহৰখিনিয়ে যেন আন্ধাৰৰ হেঁচোত ছট্‌ফটাইছিল। দুৱাৰমুখত ৰৈ একান্ত মনে দূৰলৈ আঁতৰি যোৱা লেম্পৰ পোহৰখিনিলৈ চাই থকা ঘৈণীয়েকক ভট্টই ক'লে,

ঃ চাওঁ— ব'লা, মই দুৱাৰখন মাৰোঁ।

এটা দীঘল হুমুনিয়াহ কাঢ়ি মিচেচ্ ভট্টই আঁতৰি দিলে। ক'ৰবাত ৰাতি বাৰ বজাৰ কাঁহ বজোৱা শব্দ লেখি লেখি ভট্টই দুৱাৰত হুক্ লগালে। বুঢ়াক অকলৈ এই বিপদৰ মাজত যাবলৈ এৰি নিজে দুৱাৰ বন্ধ কৰি নিৰাপদে শুবলৈ ওলোৱা গিৰিয়েকক আজি মিচেচ্ ভট্টৰ বৰ স্বাৰ্থপৰ যেন লাগিল। কোনো কথা নপতাকৈ দুয়ো বিচনাত দীঘল দি পৰিলগৈ। ঘৈণীয়েকে সদায় শুবৰ সময়ত ভগবানক সোঁৱৰে; আজি ভগবানক সুঁৱৰি প্ৰাৰ্থনা কৰি মনে মনে খাটিলে— এই ৰাতিখন বুঢ়া, বুঢ়াৰ জীয়েক আৰু বুঢ়ীক সহায় কৰিবলৈ গৈ পৰাগ যেন বিপদত নপৰে।

বিচনাত দুয়ো দীঘলহে দিলে, টোপনি কিন্তু নাহিল। বুঢ়া শিৱ শৰ্মালৈ বৰ বেয়া লাগিল মিচেচ্ ভট্টৰ। কলেজত

পঢ়া ডেকা পুতেকটো পৰাগইঁতৰ বয়সীয়া আছিল। হঠাতে অসুখ হৈ ঢুকাল। এতিয়া বুঢ়া-বুঢ়ীৰ একমাত্র আশ্রয় জীয়েক মিতা শৰ্মাই। মিতা শৰ্মাৰ বিষয়ে মানুহে বহুত কথা কয়। ভট্টই যে দেখিবই নোৱাৰে। চুবুৰীৰ বহুত তিৰোতাৰ দৰে মিচেচ্ ভট্টৰো প্ৰথমে এই ছোৱালীজনীৰ ওপৰত ভাল ভাব নাছিল। কিন্তু পৰাগ মিছা কথা কোৱা ল'ৰা নহয়। বুঢ়াৰ মৰা পুতেকটোৰ যোগেদিয়েই পৰাগৰ সেইখন ঘৰৰ লগত চিনাকি, দুয়োটা বন্ধু আছিল ; আৰু আদৰ্শৰ ক্ষেত্ৰতো দুয়োটা এটা যেন আছিল। পৰাগেই কয় যে মিতা শৰ্মা বেয়া ছোৱালী নহয়। অভাৱ আৰু পৰিস্থিতিৰ সুযোগ লৈ বৰ বৰ মানুহে তাইক নষ্ট কৰাৰ চেষ্টা কৰিছে। তাই আন হেজাৰজনীতকৈ বহুত ভাল। পৰাগৰ অনুৰোধতে মিচেচ্ ভট্টই শিৱ শৰ্মাৰ ঘৰলৈ গৈছিল, মিতা শৰ্মাৰ লগত চিনাকি হৈছিল, আৰু তেওঁলোকৰ ঘৰখনৰ বহুত কথাৰ ভু পাইছিল। মানুহে মিচ্ মিতা শৰ্মাক বেয়া বোলে ছোৱালীজনীৰ চৌখিন সাজ-পাৰ, ধৰণ-কৰণ আদি চাই। মতা মানুহৰ দৰে ধন ঘটি বুঢ়া মাক-বাপেকক পোহপাল দিয়াটো কাৰো চকুত নপৰে; কিন্তু লং লং কৈ ঘূৰি ফুৰে বুলি সকলোৱে কয়। বাপেক-মাকক পুহিব লাগে কাৰণেই আজিলৈকে তাই নিজৰ বিয়াৰ কথা ভাবিবলৈও আজৰি পোৱা নাই। দুখীয়াৰ ঘৰৰ ছোৱালী; টিউচন কৰি, ৰেডিঅ'ত গান গাই, স্কুলত চাকৰি কৰি বেচেৰীয়ে ভায়েককো পঢ়াইছিল। ঘৰখনো চলাইছিল। ভায়েকটো ঢুকুৱাৰ পাচত এতিয়া তাইৰ মূৰতে সকলো। আজি ছমাহমানৰ আগতে যেতিয়া ভট্টৰ সম্পাদনাত ওলোৱা তালুকদাৰৰ 'অসমী' কাকতৰ চাব-এডিটৰ চাকৰিটো পাই অলপ উশাহ পাইছে। এতিয়া দৰমহা ভাল; চলি যায়।

কাগজত সোমোৱাৰ পাচতে মানুহে তাইৰ কথা উলিওৱা নাই। কাগজখনৰ মালিক প্ৰিয় তালুকদাৰৰ চৰিত্ৰ গুৱাহাটীৰ ঘৰে ঘৰে সদায়ে আলোচনাৰ বিষয়। তালুকদাৰ বৰলা; ঘৈণীয়েক কেতিয়াবাই ঢুকাল। সেই তালুকদাৰে মিচ্ মিতাক এনেয়ে চাকৰি দিয়া নাই বোলে। নহ'লে বোলে তাইৰ নিচিনা ছোৱালীৰ দৈনিক কাকতৰ চাব-এডিটৰ হোৱাৰ যোগ্যতা নাই। কোনো পাপলৈ ভয় নকৰা এই তালুকদাৰটোৰ হাতত পৰি বুঢ়াৰ জীয়েকৰ একো বিপদ নহওক বুলি মিচেচ্ ভট্টই পুনৰ ভগৱানক খাটিলে।

টোপনি অহাৰ আগতে ভট্টইও এবাৰ ভাবি চালে— মিচ্ শৰ্মা ক'লৈ যাব পাৰে। মানুহ গৰাকীৰ চৰিত্ৰক ভট্টই সদায় সন্দেহৰ চকুৰে চায়। ঘৈণীয়েকে মিচ শৰ্মাৰ ফলীয়া হৈ কথা কওঁতে কেবাদিনো তেওঁ সংযম ৰাখিব নোৱাৰি বহুত কিবা কিবি তেওঁৰ বিষয়ে শুনা কথা কৈ দিছিল। এতিয়াও মিচ্ মিতা শৰ্মা নিশা বাৰ বজালৈকে ঘৰলৈ অহা নাই বুলি শুনি তেওঁ অকণো আচৰিত হোৱা নাই। তেওঁৰ মতে এইবিধ ছোৱালী এনেকুৱাই হয়। মিছাকৈ বুঢ়া মানুহজন ধৰ্ফৰাই মৰিছে। ৰিভাৰ ক্লাবত ফেন্সি ড্ৰেচ্ পেৰেডত ভট্ট থকালৈকে মিচ্ শৰ্মা আছিল; তাৰ পাছতো নিশ্চয় আছিল। পুৰুষ আৰু নাৰী গাত গা নলগাকৈ বেলেগে বেলেগে থাকিব লাগে বুলি আজিৰ দিনত ভট্টই কেতিয়াও নাভাবে। কিন্তু আজি ৰিভাৰ ক্লাবত থকা সময়খিনিত মিচ্ শৰ্মাৰ সকলোৰে লগত হলি-গলি ভট্টই অকণো পচন্দ কৰিব নোৱাৰিলে। এনেকৈ ৰাজহুৱাভাৱে কাৰোবাৰ ঘৈণীয়েক, জীয়েক বা ভনীয়েকৰ গাত আন কোনোবা পুৰুষে ক্লাবৰ মেম্বাৰ বুলিয়েই হাতৰ পৰশ বুলাব পৰাটো ভট্টৰ কাৰণে অন্ততঃ বৰ দৃষ্টিকটু। অৱশ্যে মানুহে বৰ বেছিকৈ কলেও , ভট্ট থকা সময়খিনিত ক্লাবত তালুকদাৰ আৰু মিচ্ শৰ্মাৰ মাজত তেনে কোনো নিম্ন ৰুচিৰ পৰিচয় তেওঁ পোৱা নাছিল। কিন্তু সম্ভাৱনা যে আছে, সেই কথা বুজাৰ সমানকৈ হলি-গলি দেখিছিল। ক্লাবত মিচ্ শৰ্মা ফৰিং উফৰাদি উফৰি ফুৰিছিল। মিচ্ শৰ্মা আৰু ৰিভাৰ ক্লাবৰ কথা মনত পৰাৰ লগে লগে ভট্টৰ নিজৰ আপদীয়া ছাতিটোৰ কথা মনত পৰিল। ইস্ ৰাম , আজি তেওঁক ছাতিটোৱে কম বিপদত পেলালে নে? আচলতে ছাতিটোৰ কাৰণেই তেওঁ লৰালৰিকৈ গুচি আহিব লগা হ'ল বুলিব লাগে। ছাতিটোৱেই যেন প্ৰমাণ কৰি দিলে যে তেওঁ এই ক্লাব, গাড়ী আদি লৈ থকা বৰমানুহৰ শ্ৰেণীত ফুৰা লায়েকৰ মানুহ নহয়। তালুকদাৰইঁতৰ গাড়ীত উঠিয়েই ছাতিটো থবলৈ ঠাই নাপাই বিপদত পৰিছিলেই। উপায় নাপাই ছাতিটো নিজৰ দুই আঁঠুৰ মাজত থিয় কৰাই চেপি ধৰি আছিল। ক্লাবৰ বাৰাণ্ডাত গাড়ীৰপৰা নামি দেখে, তিতা ছাতিটো আঁঠুৰ মাজত সুমাই অনাৰ কাৰণে চুৰিয়াখন দুঠাইত বেয়াকৈ তিতিছে। তিতা চুৰিয়াৰে ক্লাবত সোমোৱাৰ ইচ্ছা তেওঁৰ অকণো

নাছিল। কিন্তু তালুকদাৰে 'আহক' বুলি এনেকৈ মাতি লগে লগে গৈ গ'ল যে তেওঁ নাযাওঁ বুলি কোৱাৰ সুবিধাকে নেপালে। ক্লাবত সোমায়েই হাতত থকা ছাতিটো লৈ তেওঁ আকৌ বিপদত পৰিছিল। ক্লাবৰ বাৰাণ্ডাত ছাতি থোৱা ষ্টেণ্ড্ এডাল বিচাৰি তেওঁ নাপালে। কি কৰিব, ক'ত থব ভাবি ভাবি ইফালে-সিফালে চাই থাকোতেই তালুকদাৰহঁত গৈ ক্লাবৰ ভিতৰ পালেগৈ। ক্লাবৰ কোমল কাৰ্পেটখন তিতাকৈ এচুকত থৈ দিবলৈও তেওঁৰ কেনেবা লাগিল। আন কোনেও সেইদৰে ছাতি থোৱা তেওঁৰ চকুত নপৰিল। ধুনীয়াকৈ সজাই থোৱা ক্লাবৰ প্ৰথম কোঠাটোত ছাতি থোৱাৰ ঠাই নাই। এনেতে হঠাৎ খৰধৰকৈ মিচ্ শৰ্মা ক্লাবৰ ভিতৰৰপৰা আহি ভট্টৰ ওচৰ পালেহি। ক'লেহি ঃ 'আৰে আপুনি দেখোন ইয়াতে ৰৈ থাকিল ঙ্গ ইপিনে ভিতৰত কেইজনমানৰ লগত আপোনাক চিনাকি কৰি দিবলৈ মিষ্টাৰ তালুকদাৰ ৰৈ আছে।' অভিজাত শ্ৰেণীৰ এনেকুৱা ক্লাবৰ পৰিৱেশ ভট্টৰ কাৰণে নতুন নহয়। কিন্তু এনেকৈ কেতিয়াও মালিকৰ চাকৰিয়াল হৈ বাধ্য হৈ ক্লাবলৈ যোৱা তেওঁৰ মনত নপৰে। বোধকৰোঁ আগেয়ে কেতিয়াও এনেকুৱা তিতা ছাতি এটা লৈ তেওঁ কোনো ক্লাবলৈ যোৱাও নাছিল। খঙতে ভট্টই মিচ্ শৰ্মাক কৈছিল ঃ 'ৰ'ব' হেৰি, ছাতিটোকে থবলৈ ঠাই পোৱা নাই।' মিচ্ শৰ্মাই উপায় নাপাই 'মোক দিয়ক' বুলি ভট্টৰ হাতৰপৰা ছাতিটো কাঢ়ি ললে; এনেতে কেইজনমান ভব্য-গব্য মানুহ লৈ তালুকদাৰ সেইখিনি পালেহি। কেবাজনৰো লগত চিনাকি কৰাই দিলে। কিন্তু এজনৰ নামো তেওঁৰ কাণত নোসোমাল। আচলতে তিতা চুৰিয়া, শোত-মোট পাঞ্জাৰী আৰু তিতা ছাতিৰে নিজকে তেওঁ সেই ক্লাবৰ অনুপযোগী যেন পাইছিল। তথাপি মানুহকেইজনৰ লগত ভদ্ৰতা কৰি হাঁহি-মাতি তেওঁ লগে লগে ক্লাবৰ ভিতৰলৈ আগুৱাই গ'ল। ফেন্সি ড্ৰেচ পেৰেডৰ কাৰণে বিভিন্ন ৰংচঙীয়া কাপোৰ পিন্ধি ওলাই সোমাই ফুৰা মানুহবোৰ চাই চাই ভট্ট ক্লাবৰ এটা চুকত বহি আছিল। এনেতে ক্লাবৰ চকীদাৰ এটাই বিভিন্ন চাহাবৰ ওচৰলৈ গৈ কাণে কাণে কিবা কথা কৈ ফুৰা চকুত পৰিল ভট্টৰ। চকীদাৰটোৰ হাতত এটা ছাতি। তেওঁৰ ছাতিটোৱেই। সন্দেহ হ'ল ভট্টৰ, ক্লাবৰ চাহাবহঁতক কৈ ছুটী লৈ চকীদাৰটো যাব খোজা বুলি। ছাতিটো চকীদাৰটোৱে লৈ গ'লে যাবৰ সময়ত তেওঁ বিপদত পৰিব। চকুৰে ইংগিত দি চকীদাৰটোক নিজৰ ওচৰলৈ মাতি আনি ভট্টই ভঙা ভঙা হিন্দীৰে ক'লে ঃ 'হামাৰা ছাঁতা তুম কাহা লে যাতা হ্যেয়?' চকীদাৰৰ খঙেই উঠিল। সাজ-পাৰ আৰু ব্যৱহাৰ দেখি সি ভালকৈ বুজিছিল, ভট্ট ক্লাবৰ চাহাবৰ স্টেণ্ডাৰ্ডৰ নহয়। খঙেৰেই সি সৰুকৈ আন চাহাবৰ কাণত নপৰাকৈ ভট্টক কলে যে সি ছাতিটো চুৰ কৰিব খোজা নাই, সি সিমান নীচ নহয় বুলি ক্লাবৰ চাহাববোৰে জানে। বাহিৰত কাৰ্পেটৰ ওপৰত ছাতিটো পৰি থকা দেখি সি লৈ আহি খবৰ কৰি হে ফুৰিছিল সেইটো কোন চাহাবৰ ছাতি। এইবুলি খঙেৰে সি ভট্টৰ হাতত ছাতিটো গুজি দি গুচি গ'ল। ক্লাবৰ আন সকলোবোৰ মানুহ নিজ নিজ কামত এনেকুৱাকৈ ব্যস্ত হৈ আছিল যে এই ঘটনাটো কাৰো চকুতে পৰা নাছিল। চাৰিওফালে চকু বগৰাই কোনেও দেখা নাই বুলি বুজাৰ পাছত ভট্ট কিছুদুৰ নিশ্চিত হ'ল। এতিয়া বাৰু ক'ত থয় ছাতিটো। এটা ছাতি যে একোখন সমাজত ইমান বিপদজনক আৰু আহুকলীয়া হ'ব পাৰে সেই কথা তেওঁ কেতিয়াও কল্পনাও কৰা নাছিল। এনেতে ক'ৰবাৰপৰা পখিলা অহাদি আহি মিচ্ শৰ্মাই ভট্টক কলেহি ঃ 'আপোনাক বিচাৰি ফুৰিছোঁ। তালুকদাৰে এবাৰ মাতিছিল আপোনাক।' এই বুলি কয়েই মিচ্ শৰ্মাৰ চকু পৰিল ভট্টৰ হাতত থকা ছাতিটোলৈ। বিৰক্তি নুলুকুৱাকৈ মিচ্ শৰ্মাই ক'লে ঃ 'এ ৰাম, আকৌ ছাতিটো লৈ থম্‌থম্‌কৈ বহিলহি আপুনিঙ্গ হেৰি, ইয়াত কোনেও আপোনাৰ ছাতিটো চুৰ নকৰে।' — এইবুলি ভট্টৰ হাতৰপৰা ছাতিটো কাঢ়ি নিজে লৈ, ভট্টক নি তালুকদাৰৰ ওচৰ পোৱাই, মিচ্ শৰ্মা ছাতিটো হাতত লৈয়েই সহজভাবে গুচি গ'ল। আন কেবাজনো ভব্য-গব্য পুৰুষৰ লগত তালুকদাৰ বহি আছিল। ভট্টক আগৰ দৰেই এই সকলোৰে লগত তালুকদাৰে চিনাকি কৰি দিলে। আটাইকিজনে বাতৰি-কাকত আৰু সম্পাদনাৰ বিষয়ে নানা কথা সুধি ভট্টক গুৰুত্বপূৰ্ণ মানুহ বুলি স্বীকৃতি দিলে। এনেতে ভট্টহঁতৰ পিচফালে ক্লাবত কিবা হুলস্থূল যেন শুনি ভট্টই ঘূৰি চালে। দেখিলে— কোনোবা এজনে ভট্টৰ ছাতিটো দাঙি ধৰি ইংৰাজীতে চিঞৰি সুধিছে ঃ ' এইটো কাৰ ছাতি?' 'মোৰ' বুলি ভট্ট থিয় হ'ল। ভট্টক হাঁহি হাঁহি ছাতিটো দি মানুহজনে ক'লে ঃ 'কোনোবাই নি ছাতিটো মেক-আপ্

ৰূমত পেলাই থৈ আহিছিল।' ভট্টই ধন্যবাদ দি ছাতিটো হাতত লৈ দেখিলে, বিভিন্ন পেইণ্ট আৰু পাউডাৰ লাগি ক'লা ছাতিটো পখৰা হ'ল। ছাতিটো লৈ থিয় হৈ থকা ভট্টলৈ তালুকদাৰে এবাৰ কেৰাকৈ চোৱাটো ভট্টই ধৰিব পাৰিলে। ফেন্সি ড্ৰেচ পেৰেডলৈ অপেক্ষা কৰাৰ ইচ্ছা ভট্টৰ একেবাৰে নোহোৱা হৈ গ'ল। বাঢ়িয়াকৈ তেওঁ বুজি পালে যে এই ক্লাবত তেওঁ ভুচুংপছু হোৱাৰ বাহিৰে আন একো হ'ব নোৱাৰে। আত্মগৰ্বী মানুহ ভট্টৰ আত্মসন্মানত আঘাত লাগিল। কাকো নোকোৱাকৈ ভট্ট কোঁ-কোঁৱাই আহি ক্লাবৰ আগদুৱাৰ পালেহি। ক্লাবৰ আগদুৱাৰ দাঁতিতে কাঠৰ টুল এখনত গোঁফ পকাই এটা চকীদাৰ বহি আছিল। ভট্টক ভিতৰত নি ছাতিটো যিটো চকিদাৰে দিছিল, সিয়েই বহি আছিল। ছাতিটো লৈ ভট্ট ওলাই অহা দেখি সি ক্লাবৰ নিয়ম অনুসৰি থিয় নহ'ল। কেৱল বহাৰপৰাই ভট্টলৈ চকু পকাই চাই গুৰু-গম্ভীৰ মাতেৰে ক'লে,

ঃ এইসা বাত কভি মত বলিয়ে। হমলোক চোৰ নহি হ্যেয়।

ক্লাবৰ চকীদাৰৰপৰা তেনেকুৱা বিদায় সম্ভাষণ লৈ ভট্ট ক্লাবৰ বাহিৰ ওলাল। বাহিৰৰ বৰষুণত মূৰৰ ওপৰত ছাতিটো মেলি দি ভট্টই যেন এক নৰককুণ্ডৰপৰা ওলাই আহি শান্তিৰে উশাহ ললে। তাৰ বিশ মিনিটমানৰ পিছতে খোজকাঢ়ি আহি ঘৰ পাই ভট্ট পুতেকহঁতৰ থিয়েটাৰ চাবলৈ বহিছিল। সেই কাৰণেই থিয়েটাৰ চাবলৈ বহোতে তেওঁ অনা ছাতিটোৰ পানীবোৰ তেওঁ ফাললৈকে বৈ অহা দেখি ভট্টৰ ছাতিটোৰ ওপৰত খং উঠিছিল।

নিশাৰ নিস্তব্ধতা ভংগ কৰি হঠাতে মিচেচ্ ভট্টই ক'লে ঃ তোমাৰ টোপনি আহিল নেকি?

ঃ ওঁ। কি হ'ল?

ঃ মিতা শৰ্মাক তুমি আজি অফিচত লগ পোৱা নাছিলা জানো?

ঃ পাইছিলোঁ। তাৰ পাচত ক্লাবতো পাইছিলোঁ। মই অহালৈকে ক্লাবতে আছিল।

ঃ চুবুৰীয়া মানুহ। বুঢ়া-বুঢ়ীহাললৈও বেয়া লাগে। ক্লাবৰপৰা আহোতে তুমি মাতি লৈ নাহিলা কেলেই?

ঃ মই মাতিলেই আহিব নে মিতা শৰ্মা? মই অহাৰ পাচতহে চাগে ক্লাবৰ আচল পৰিবেশ জমিছে।

ঃ বাজে কথা নকবা ৰাতিখন। তোমাৰ ঘৰৰ ওচৰৰ ছোৱালীজনী, তোমাৰ অফিচত তোমাৰ তলতে কাম কৰা ছোৱালীজনীক তুমি যদি মাতি আনিবই নোৱাৰা, তেন্তে সেইটো তোমাৰ হে দুৰ্বলতা। ছোৱালীজনীক দোষ দিয়া কেলেই? তাইৰ নিচিনা ছোৱালী এজনী ৰাতিলৈকে ক্লাবত থাকিব নাপায় বুলি কোনোবা দিনাকৈ চাইছানে? তাইক সেইবোৰ কামলৈ পঠিয়াব নালাগে বুলি মালিককে কেতিয়াবাকৈ চাইছানে?

ভট্টই প্ৰসংগটো তল পেলাবলৈ ক'লে,

ঃ মিতা শৰ্মাৰ যিহে সাজ-পাৰ, মুখে-চুখে যিমান হে ৰঙৰ খেলা, মোৰ লগত আহিবলৈ লাজেই লাগে।

ঃ ইস্, লগত চাকৰি কৰিবলৈ লাজ নালাগে, আহিবলৈ হে লাজ লাগে নহয় নে?

ভট্টই মুখেৰে একো নামাতিলে। ঘৈণীয়েকৰ খং উঠিলে ভট্টই কেতিয়াও মুখেৰে নামাতে। গিৰিয়েক-ঘৈণীয়েক দুয়ো দুয়োৰে খবৰ নোলোৱাকৈ কোনোবা এসময়ত টোপনি গ'ল।

---

পুৱাৰ চিকুণ টোপনি ভাঙি ঘৈণীয়েকে আহি ভট্টক জগাই দিলে। ক'লে,

ঃ কোনোবা এজন আহি বহি আছে লগ পাবলৈ। বেগেতে লগ পাব লাগে বোলে।

কোনোবাই মাতিছে বুলিয়েই দৌৰ মৰাবিধৰ ভকত নহয় তেওঁ। এণ্ডামুৰি দি চকু মুদিয়েই ঘৈণীয়েকক সুধিলে,

ঃ কোননো আহিছে এই ৰাতিপুৱাখন?

ঃ চিনি নাপালোঁ। কিবা বৰ উদ্‌গ্ৰীৱ হৈ ধৰ্‌ফৰাই থকা যেন লাগে মানুহজন।

ঃ বহিবলৈ কোৱা।

ঃ বহুত সময় বহিল। তোমাক লগ পাই বোলে লৰালৰিকৈ যাব লাগে। তোমাক জগাই দিবলৈ মোক অনুৰোধ কৰিলে।

মনে মনে বিৰক্ত হলেও ভট্ট বিচনাৰপৰা উঠিল। তেওঁ জানে যে কৈ-মেলি পঠিয়াব পৰা মানুহ হ'লে ঘৈণীয়েকে তেওঁক আমনি নকৰেহি। প্ৰয়োজনটো অলপ গুৰুত্বপূৰ্ণ যেন অনুমান কৰিহে নিশ্চয় জগাইছে। এতিয়াও উঠি নগ'লে ঘৈণীয়েকৰ খং উঠিব। ভট্টই উঠি গৈ মুখ-হাত ধুই বাহিৰলৈ ওলোৱাৰ কথা ভাবিছিল। ঘৈণীয়েকে জোৰ কৰিলে, মুখ-হাত নোধোৱাকৈ মানুহজনক বিদায় দি ল'বলৈ। অগত্যা সেইদৰেই ভট্ট ড্ৰইংৰুম পালেগৈ। গৈ দেখে, আগেয়ে একেলগে মজদুৰৰ মাজত কাম কৰা আৰু বৰ্তমান মজদুৰৰ নেতা যমুনা সিং। ভট্টই লাজ পালে। ক'লে,

ঃ ইস্ ৰাম, আপোনাক বহুত পৰ বহুৱাই থলো। আপুনি আহি ওলাবহি বুলি মই সপোনতো ভবা নাছিলোঁ।

ভট্ট যমুনা সিঙৰ গাতে গা লগাই বহিলগৈ। এসময়ত মজদুৰৰ কাৰণে কাম কৰাৰ বিলাসিতা কৰা ভট্টক পূৰ্বৰ অৱদান সুঁৱৰি এতিয়াও মজদুৰ নেতাই বিচাৰি অহা দেখি মনে মনে গৰ্ব অনুভৱ কৰিলে। সেয়ে, নিজে মজদুৰেই হৈ আছে বুলি বুজাবলৈকে যমুনা সিঙৰ গাতে গা লগাই বহিল। এনেয়ে তেওঁ কাৰো ইমান ওচৰত নবহে।

যমুনা সিঙে হাঁহি কলে ঃ চাহাব মানুহৰ ঘৰত ইয়াতকৈও বেছি সময় বহি চাহাব ওলাই অহালৈ বৈ থকাৰ অভিজ্ঞতা আছে আমাৰ। আপোনাৰ কাৰণে এইকণ ৰোৱাটো একো ডাঙৰ কথা নহয়। কিন্তু কথাটো বৰ জৰুৰী; ইপিনে এতিয়া আঠ বজাৰ বাচত মই ডিব্ৰুগড়লৈ যাম। গতিকে যোৱাৰ আগতে লৰালৰিকৈ আপোনাক কথাটো কৈ যাবলৈ বাধ্য হলোঁ। সেই কাৰণে বিশেষ পাতনি নেমেলাকৈ আৰম্ভ কৰোঁনে?

ঃ নিশ্চয়; কওক।

লগে লগে ভট্টই পিকুক চিঞৰি কলে, বাহিৰলৈ চাহ পঠাবলৈ মাকক কবলৈ।

যমুনা সিঙে কৈ গল,

ঃ কথাটো বৰ ডাঙৰ। মই আপোনাক এফালৰপৰা কৈ যাওঁ। কালি ৰাতি একমান বজাত পৰাগে-ময়ে এটা মজদুৰ বস্তিৰপৰা ঘূৰি আহি আছিলোঁ। পৰাগক আপুনি চিনি পায় নহয়?

ঃ হয় পাওঁ।

ঃ যিখন মজদুৰ বস্তিলৈ গৈছিলোঁ, তাৰ মানুহবোৰে চাউলৰ অভাৱত নোখোৱা-নোবোৱাকৈ থাকি থাকি ওচৰৰ চাউলৰ দোকানবোৰ লুটপাট কৰিবলৈ ওলাইছিল হাতত লাঠী জোং লৈ। খবৰ পায়েই পৰাগক লৈ লৰ মাৰিলোঁ। গৈ দেখোঁ গান্ধী-বস্তিৰ মজদুৰবোৰ একেবাৰে জাঙুৰ খাই উঠিছে। কোনো কথাকে শুনিবলৈ সিহঁত সন্মত নহয়। সিহঁতৰ এক কথা-হয় চাউল দে নহলে ৰাস্তা এৰি দে। সিহঁতক নানা ধৰণেৰে কথা কৈ বুজাই শান্ত কৰি আনিছিলোঁ হে এনেতে গণ্ডগোল হোৱাৰ খবৰ পাই লাঠী লৈ পুলিচ ওলালগৈ তাত। শ্যালা পুলিচ দেখুৱাই ভয় খুৱাবলৈ আহিছ বুলি পুলিচ পাঁচটাক নেফা-নেফ কৰো বুলি ঘেৰি ধৰিলে সিহঁতে। ইতিমধ্যে আমাৰ মজদুৰ পাৰ্টিৰ মানুহ কিছুমান আহি পাইছিল। পৰাগ, মই আৰু মজদুৰ পাৰ্টি মানুহবোৰে নিজে মজদুৰৰ মাৰ-ধৰ খাই পুলিচকিটাক ৰক্ষা কৰিলোঁ। নহ'লে গুলীয়া-গুলী এখন কৰি গৰ্মেণ্টে পৰিস্থিতি ভয়ানক কৰিছিলেই। সেইবোৰ জঙঘী মানুহক শান্ত কৰি ঘূৰি আহোঁতে নিশা একমান বাজিল। অফিচত আহি দেখোঁ, এজন বুঢ়া মানুহ পৰাগক বিচাৰি বৈ আছে। পৰাগেহে মোক চিনাকি কৰি দিলে— আপোনালোকৰ কাগজৰ চাব-এডিটৰ মিচ্ মিতা শৰ্মাৰ বাপেক বুলি। বুঢ়াজনে পৰাগক কলে যে সেই নিশালৈকে

জীয়েক ঘূৰি নহাত মহা চিন্তাত পৰিছে। ক'তো খবৰ কৰি নাপাই পৰাগক বিচাৰি আহিছিল। বুঢ়া আপোনাৰ ইয়ালৈকে আহিছিল বোলে। পৰাগ মজদুৰ বস্তিৰপৰা ভাগৰি আহিছিল। তথাপি সি বুঢ়াৰ অনুৰোধ পেলাব নোৱাৰিলে । তাৰ উপৰি পৰাগে মোক মনে মনে কলে কাগজৰ মালিক তালুকদাৰ বৰ বেয়া মানুহ ; সিয়েই মিচ্ শৰ্মাক নিজৰ স্বাৰ্থত পেলাই সৰ্বনাশ কৰিব পাৰে। গতিকে বিচাৰি যোৱাটো নিতান্ত প্ৰয়োজন। মজদুৰ অফিচৰে আন তিনিটা ল'ৰাক জগাই লৈ পৰাগ আকৌ ওলাই গ'ল।

এঘণ্টামান পাচতে মজদুৰ অফিচলৈ এটা ফোন আহিল। কোনোবা পেট্ৰ'ল পাম্পৰপৰা পৰাগে ফোন কৰিছিল। অফিচত আন কোনো নাছিল কাৰণে ময়ে ফোন ধৰিলোঁ। পৰাগে বোলে লগত তিনিটাক লৈ প্ৰথমে গৈ ৰিভাৰ ক্লাবৰ চকীদাৰটোক মিচ্ মিতা শৰ্মাৰ বিষয়ে সুধিলেগৈ। চকীদাৰটো আমাৰ মানুহ। মজদুৰ পাৰ্টিৰে, সি ক'লে বোলে ৰাতি ৯ মান বজাতে মিচ্ শৰ্মা ক্লাবৰপৰা গ'ল। সেই ৯ বজাৰ ভিতৰতে ক্লাবত বোলে হুলস্থুল হৈছিল। 'অসমী' কাকতৰ মালিক তালুকদাৰ চাহাবৰ কোনোবা বন্ধু এজন কলিকতাৰপৰা আহিছিল। বন্ধুজন এটা বিখ্যাত বিজ্ঞাপন কোম্পানীৰ মালিক এই কোম্পানীটোৱেই 'অসমী' কাগজক বছৰি বহু টকা উপাৰ্জনৰ বিজ্ঞাপন যোগাৰ কৰি দিয়ে। মানুহটোক চকীদাৰটোৱে চিনি পায়, সি আগেয়েও কেইবাবাৰো আহি তালুকদাৰৰ লগত ক্লাবলৈ গৈছিল। তালুকদাৰৰ গাড়ীৰ ড্ৰাইভাৰটো আমাৰ পাৰ্টিৰ মানুহ। সিয়েই এইবোৰ খবৰ চকীদাৰটোক দিছিল বোলে। কালি সন্ধ্যা ক্লাবত সেই কলিকতাৰপৰা অহা মানুহটোৱে মদখাই তালুকদাৰৰ আগতে মিচ্ শৰ্মাৰ লগত বৰ অসভ্যৰ দৰে ব্যৱহাৰ কৰিছিল। মিচ্ শৰ্মাক মদ খাবলৈ জোৰ কৰিছিল। মিচ্ শৰ্মাৰ একমাত্ৰ ভায়েকটো পৰাগহঁতৰ লগৰ আছিল— মৰাৰ দিনলৈকে। গতিকে ক্লাবত থকা আমাৰ পাৰ্টিৰ চকীদাৰ, বেহেৰা এটাইকিটাই মিচ্ শৰ্মাক চিনি পায়। তালুকদাৰে নিজৰ কলিকতীয়া বন্ধুক মিচ্ শৰ্মাৰ ওপৰত জোৰ-জুলুম কৰিবলৈ এৰি দিয়া দেখি সিহঁতৰ মূৰ গৰম হৈ আহিছিলেই । শেষত এবাৰ মানুহটোৱে মিচ্ শৰ্মাক ধৰি জোৰেৰে মুখত মদ ঢালিব খোজোঁতেই বেহেৰা এটাই তাৰ হাতৰপৰা মদৰ গিলাচ একবাই আনি ক'লে,

ঃ হমলোগ ছোটা আদমি হ্যেয় চাহাব। লেকিন এইটা জুলুম হিয়াপৰ এই ক্লাবমে নাহি চলেগা। মাফ কিজিয়েগা।

এইবুলি সেই বেহেৰাটো আৰু লগৰ দুটাই ধৰি মানুহটোক টানি বাহিৰলৈ লৈ গল। মানুহটোৱে প্ৰথমতে খুব চিঞৰ-বাখৰ কৰিছিল; তালুকদাৰেও ভীষণ আপত্তি কৰিছিল । ক্লাবৰ চেক্ৰেটেৰিয়ে আহিহে দুয়োকো শান্ত কৰিলে। ক'লে যে গণ্ডগোল কৰিলে এই অৰ্ডিনেৰি চকীদাৰ আদিয়ে মনে মনে পুলিচত খবৰ দিব আৰু মদখোৱা নিষেধ থকা নগৰ গুৱাহাটীত মদ খাই গণ্ডগোল কৰা বুলি আপোনালোকক অপমানিত কৰিব। বুজাই কলে যে এই চকীদাৰ আদি সৰু সৰু মানুহবোৰে লাজ-কাজ নকৰে, সিহঁতৰ যাবলৈ সন্মান নায়েই, গতিকে পৰোৱাই নকৰে। চেক্ৰেটেৰিৰ কথা শুনিহে তালুকদাৰ আৰু বন্ধুজনৰ হুচ্ আহিল। দুয়ো চকীদাৰহঁতক বকচিচ্ দি যাবলৈ ওলাল। তালুকদাৰৰ গাড়ীতে দুয়ো উঠিল আৰু লগতে মিচ্ শৰ্মাকো ললে। ভয়ত বোলে বেচেৰী ছোৱালীজনীৰ মুখখন গাড়ীত উঠিবৰ সময়ত শেঁতা পৰি গৈছিল। তাৰ কিছুপৰৰ পাছতে তালুকদাৰৰ ড্ৰাইভাৰটোৱে বোলে ক্লাবৰ চকীদাৰটোক ফোন কৰি কৈছিল- মিচ্ শৰ্মা আৰু তালুকদাৰৰ বন্ধুজনক এজন বিখ্যাত ব্যৱসায়ীৰ নিজা গেস্ট্-হাউচত নমাই থৈ অহা বুলি।

এইখিনিলৈকে কৈ যমুনা সিং ৰল, এবাৰ কাহি ললে, তাৰ পাচত পৰাগহঁতৰ যোৱা নিশাৰ কাহিনী কথাছবিৰ দৃশ্যৰ দৰে বৰ্ণাই গ'ল।

চকীদাৰৰপৰা খবৰ লৈ লগৰ তিনিটা লৰাৰ সৈতে পৰাগ গৈ সেই গেস্ট-হাউচ বা আলহী ঘৰ পালেগৈ। আলহী-ঘৰটোৰ ওচৰত আন মানুহৰ ঘৰ নাই। ঠাইটুকুৰা বৰ নিৰ্জন। ঘৰটোৰ ওচৰত গৈ পৰাগহঁতে দুমহলাৰ ওপৰৰপৰা গণ্ডগোল শুনি কিবা কিবি বহুত সন্দেহ কৰিলে। তথাপি লোকৰ গেস্ট্-হাউচত নিশাখন কাৰো অনুমতি নোলোৱাকৈ সোমাই যাবলৈ সাহ নকৰিলে। কি কৰিব এতিয়া? পৰাগে এটা বুদ্ধি কৰিলে, ঘৰটোৰ কাষতে থকা গছ এজোপাত উঠিল। দুমহলাৰ ওপৰৰ কোঠাটোৰ খিৰিকি খোলা আছিল। খিৰিকিয়েদি পৰাগে যি কাণ্ড দেখিলে , তাক বৰ্ণনা কৰিব

নোৱাৰি। তেওঁৰ কলিকতীয়া বন্ধু আৰু লগৰ আন এজনে মদৰ গিলাচ হাতত লৈ মিচ্ মিতা শৰ্মাক ঘৰৰ ভিতৰতে প্ৰায় উলঙ্গ কৰি খেদি ফুৰি, থপিয়াই মেলি পেলাই দি, টানি আনি হাইৰাণ কৰিছিল। বেচেৰীয়ে ভয়ত চিঞৰিছিল আৰু সিহঁতে সেই চিঞৰ শুনি হাঁহিছিল। বছৰি কেইলাখমান টকাৰ বিজ্ঞাপন পোৱাৰ লোভত তালুকদাৰে যে মিচ্ শৰ্মাক এনেকুৱাকৈ নৰকত পেলাব পাৰে, সেই কথা পৰাগে নিজ চকুৰে দেখাৰ আগলৈকে কল্পনাকে কৰিব পৰা নাছিল। নিজ চকুৰে দেখাৰ পাছত তাৰ মূৰৰ তেজ গৰম হ'ল। পৰাগৰপৰা ফোন পোৱাৰ পাছতে মই মজদুৰ অফিচৰ গাড়ীখন ড্ৰাইভাৰ আদি যোগাৰ কৰি উলিয়াইছিলোঁৱেই। ইতিমধ্যে পৰাগে আকৌ ফোন কৰিলে আন কোনোবা এটা পেট্ৰ'ল পাম্পৰপৰা, আৰু সি গছত উঠি দেখালৈকে সকলো কথা উত্তেজিত হৈ কৈ গ'ল। মই তাক ফোনতে কলোঁ, মই গৈ পোৱালৈকে অপেক্ষা কৰিবলৈ; কিন্তু ডেকা ল'ৰাৰ তেজ, তাতে চিনাকি ছোৱালী এজনী অত্যাচাৰ কৰাৰ শব্দ শুনি শুনি কিমান পৰ ৰৈ থাকিব? মই গৈ পাওঁতে পৰাগে পিচৰ বাৰ ফোন কৰাৰ পাচত আধাঘণ্টামান লাগিল। গৈ পাই দেখোঁ, ইতিমধ্যে বহুত কাণ্ড হৈ গ'ল। আকৌ এবাৰ মিচ্ শৰ্মাৰ কাতৰ চিঞৰ শুনি বোলে পৰাগহঁত আৰু ৰৈ থাকিব নোৰিলে। গেস্ট্-হাউচত ঘপ্ ঘপ্‌কৈ লগৰ তিনিটাক লৈ সোমাই গৈ পৰাগহঁতে বোলে দুয়োটা মাতালকে খণ্ডত ভালকৈ খুন্দিলে। তাৰ পাছত মিচ্ শৰ্মাক তিৰস্কাৰ কৰিলে, বুঢ়া বাপেকক এৰি ইমান ৰাতিলৈকে এইদৰে নিজক বিপদৰ মুখলৈ ঠেলি দিয়া দেখি আৰু ভায়েকৰ সুনাম ৰক্ষা কৰিবৰ নোৱাৰাৰ কাৰণে। মিচ্ শৰ্মাক আৰু কলে যে অফিচৰ জিপত তেওঁ অলপ পাছত ঘৰলৈ যাব পাৰিব— কাৰণ জীপ লৈ মই যাম বুলি পৰাগক ফোনত কৈছিলোঁ। মিচ্ শৰ্মাক অসংযত কাপোৰ-কানি ঠিক কৰি লববলৈ কৈ পৰাগহঁত ওলাই আহিল। অহাৰ আগতে দুয়োটা মাতালক কোঠাটোৰপৰা উলিয়াই বাৰাণ্ডাত পেলাই থৈ আহিল। সিহঁত ওলাই আহি বাট পাই অকণমান ৰৈ ইফালে-সিফালে চাওতেই গেস্ট্-হাউচৰ পৰা মাতালকিটা আৰু চকীদাৰে নিশাৰ নিৰ্জনতা ভাঙি হঠাৎ 'খুন, খুন, ডকাইত ডকাইত' বুলি ডিঙি ফালি চিঞৰিবলৈ ধৰিলে। তেনেকুৱা চিঞৰ বাখৰ হৈ থাকিলে মানুহ গোট খাব বুলি সন্দেহ কৰি পৰাগে ঠিক কৰিছিল এটাইকিটা আকৌ গৈ সিহঁতৰ মুখত সোপা দি বান্ধি থৈ আহিবগৈ, কিন্তু সেইবোৰ একো কৰিবলৈ পৰাগহঁতে সময় নাপালে। ওচৰৰ প্ৰেট্ৰ'ল পাম্প, গেস্ট্-হাউচৰ তল মহলত থকা দোকান আদিৰপৰা মানুহ দৌৰি ওলাল। প্ৰথমে প্ৰায় পঞ্চাশ জনমান মানুহে গেস্ট-হাউচৰ মুখত পৰাগহঁতক ঘেৰি ধৰি প্ৰশ্ন কৰিবলৈ ধৰিলে। পৰাগে প্ৰথমে বুদ্ধি কৰি সিহঁতেও চিঞৰ শুনিহে অহা বুলি কৈছিল, কিন্তু গেস্ট্-হাউচৰ চকীদাৰটোৱে ভিতৰৰপৰা 'সেইকিটাই' বুলি টৰ্চ মাৰি পৰাগহঁতক দেখুৱাই দিলত সিহঁত বিপদত পৰিল। লাহে লাহে মানুহৰ সংখ্যা বাঢ়িল। ইতিমধ্যে নিশ্চয় গেস্ট্-হাউচৰপৰা চকীদাৰে পুলিচলৈ ফোন কৰিছিল। এদল পুলিচ লৈ পুলিচ চাহাব দত্ত আহি সেই সময়তে উপস্থিত হলহি। পুলিচ চাহাব দত্তও 'অসমী' কাগজৰ মালিক তালুকদাৰৰ সম্বন্ধীয়া ভতিজাক। লগে লগেই বোলে তালুকদাৰো উপস্থিত। পুলিচ চাহাব দত্ত আৰু তালুকদাৰ একেলগে গেস্ট্-হাউচলৈ সোমাই গ'ল। পৰাগহঁতক পুলিচৰ হাতত বাটতে এৰি থৈ গ'ল। বেচ কিছু সময়ৰ পাছত সংযত সাজ-পাৰেৰে মিচ্ শৰ্মাক লগত লৈ দুয়ো ওলাই আহিল। লগতে চকীদাৰটো আৰু গেস্ট্-হাউচৰ তলত থকা দোকানৰ মালিকজন। এটাইকিজনক একেলগে দেখিয়েই পৰাগহঁতে বুজিছিল, আলোচনা কৰি কিবা এটা ঠিক কৰি অহা বুলি। সেই সময়তে যমুনা সিঙো গৈ সেই খিনিত উপস্থিত হৈছিলগৈ। পৰাগহঁতৰপৰা গোটেই কথাটো লৰালৰিকৈ শুনি লৈ যমুনা সিঙে নিজৰ চিনাকি দি পুলিচ চাহাবক কৈছিল,

ঃ এতিয়া আমাৰ লৰাকেইটাক লৈ যাওঁ? সিহঁতৰ গাততো বিশেষ একো দোষ নাই। ঘটনাটো যেনেকুৱা বুলি শুনিছোঁ, গেস্ট্-হাউচত থকা মানুহকেইজনক হে পুলিচে ধৰি নিব লাগে।

ঃ তেতিয়া পুলিচ চাহাব দত্তই হাঁহি যমুনা সিঙক ক'লে— সেইবোৰ বুদ্ধি আপুনি কাচাৰীত কৰিবগৈ। এতিয়া আমি যিটো ঘটনা শুনিছোঁ, সেইটোৰ পাচত এওঁলোকক এৰি দিব নোৱাৰি।

এইবুলি পুলিচ চাহাবে যমুনা সিঙক যিটো বৰ্ণনা দিলে, সেইটো শুনিয়েই সিঙে ভয় খালে। মানুহে ইমান

সোনকালে ঘটনাৰ সত্যতা লুকুৱাই নতুন ৰূপত সজাব পাৰে, ভাবিবলৈও টান লাগে। পুলিচ চাহাবে সেই ঠাইতে চাব-ইন্সপেক্টৰক পুলিচ-ডায়েৰি লিখি লবলৈ কলে। গেস্ট্-হাউচৰ তলত থকা দোকানখন গেস্ট্-হাউচৰ মালিকজনৰে দোকান। তাত চাউলৰ গুদামো আছে। দোকানৰ মালিকে সিহঁতৰ আগতে পুলিচক কলে যে পৰাগহঁতে চাউলৰ গুদাম লুটপাট কৰিবলৈ আহিছিল। তেওঁলোকে বাধা দিলত গুলীয়াই মাৰিম বুলি ভয় খুৱাইছিল বোলে। বন্ধ দুৱাৰৰ বাহিৰৰপৰা ভয় খুৱাই কৈছিল বোলে, 'অসম বন্ধ হওঁক নহওঁক তহঁতক আমি শেষ কৰিমেই'। দোকানৰ মানুহে বোলে ভয়তে লৰালৰিকৈ পুলিচ আৰু খবৰ-কাগজৰ অফিচলৈ ফোন কৰিছিল। খবৰ কাগজৰ পৰা মিচ্ মিতা শৰ্মা খবৰ সংগ্ৰহৰ কাৰণে আহি দোকান বন্ধ দেখি গেস্ট্-হাউচলৈ চকীদাৰটোক বিচাৰি গৈছিল। তেতিয়াই বোলে পৰাগহঁতে মিচ্ শৰ্মাক আক্ৰমণ কৰি কাপোৰ-কানি ফালি নগুৰ-নাগতি কৰিলে আৰু বহুত অশ্লীল কথা কলে আৰু অশ্লীল চেষ্টা কৰিলে। সেইবোৰ কৰোঁতে বোলে পৰাগহঁতে মিচ্ শৰ্মাক অনবৰত বেপাৰীৰ দালাল বুলি গালি পাৰিছিল। মিচ্ শৰ্মাৰ চিঞৰত ওচৰ-পাজৰৰ মানুহ আহি গোট খালত পৰাগহঁত পলাব খুজিছিল। তেতিয়া মানুহ সৰহকৈ গোট খাইছিল গতিকে পলাব নোৱাৰিলে। পৰাগহঁতে অনা অস্ত্ৰ-শস্ত্ৰ বুলি দা, যাঠি আদিও চকীদাৰে পুলিচৰ হাতত দিলে। মিচ্ শৰ্মাই নিজে তালুকদাৰৰ ওচৰত থিয় হৈ থাকি পৰাগহঁতে তেওঁ আহি পালতে আক্ৰমণ কৰা বুলি জবানবন্দী দিয়াত পৰাগহঁত অতি আচৰিত হ'ল। সেই সময়ত মিচ্ শৰ্মাই পৰাগহঁতলৈ চোৱা নাছিল। পৰাগহঁতে বঢ়িয়াকৈ বুজিছিল যে মিচ্ শৰ্মাক চাকৰিৰ ভয় আৰু টকাৰ লোভ দেখুৱাই ইতিমধ্যে তালুকদাৰ আৰু পুলিচ চাহাবে হাত কৰিছিল। যমুনা সিঙে খঙতে সুধি দিব খুজিছিল গেস্ট্-হাউচত থকা বজ্জাত কিটাৰ কথা। কিন্তু পিচতে ভাবি চালে যে সেইবোৰ কলে মিচ্ শৰ্মাৰ ইজ্জত একেবাৰে নাথাকে। গতিকে নকলে। বোধকৰোঁ সেই ভাবিয়েই পৰাগহঁতেও সেই কথা নুলিয়ালে। পৰাগহঁতক পুলিচে নিয়াৰ লগে লগে যমুনা সিঙো থানালৈ গৈছিল। কাৰণ, যমুনা সিঙে ভয় কৰিছিল তালুকদাৰে কৈ-মেলি পইচা খুৱাই পুলিচৰ হতুৱাই পৰাগহঁতক মাৰ-ধৰ কৰাব পাৰে। পুলিচৰ মাজতো মজদুৰ পাৰ্টি ভালপোৱা মানুহ আছে। পৰাগহঁতৰ গাত যাতে পুলিচে হাত দিব নোৱাৰে সেই বিষয়ে নিশ্চিত হৈ পুৱতি নিশাহে যমুনা সিং থানাৰপৰা আহিছে। তাৰপৰা আহিয়েই ,আফিচৰ পৰা পৰাগহঁতক পুলিচ লক্-আপতে দিবলৈ চাহ পঠিয়াই যমুনা সিং ভট্টৰ ওচৰ পাইছেহি। ভট্টৰ গুৰিলৈ যমুনা সিং অহাৰ কাৰণ দুটা। প্ৰথম কথা হ'ল- যমুনা সিং ডিব্ৰুগড়লৈ যাবই লাগে কাৰণে ভট্টই কিবা এটা সুবিধা কৰি পৰাগহঁতক বেইলত উলিয়াই আনিব লাগে। সিহঁতক বেইলত এৰিব পৰা দণ্ডবিধি ধাৰাত গ্ৰেপ্তাৰ বুলি পুলিচ-ৰিপৰ্ট যমুনা সিঙে ঠিক কৰাই আহিছেই। গতিকে এজন জামিনদাৰ গোটাই বা নিজে জামিনদাৰ হৈ ভট্টই পৰাগহঁতক জামিনত খালাচ কৰি আনিব লাগে আৰু, ভট্টই আন এটা ডাঙৰ কাম কৰিব লাগে। পুলিচ চাহাবে আৰু তালুকদাৰে সজোৱাৰ দৰে ঘটনাটো যাতে কাগজত চপা নহয়, তাৰ ব্যৱস্থা ভট্টই কৰিব লাগে। মিছাকৈ সেইদৰে সজোৱা ঘটনাটো কাগজত ছপা হ'লে বৰ বেয়া হ'ব। কাৰণ, তেনেকুৱা খবৰ ওলোৱাৰ পাচত মজদুৰ পাৰ্টিৰ মানুহৰ পৰাগহঁতৰ ওপৰত বিশ্বাস হেৰাই যাব, 'অসম বন্ধৰ' নামত দোকান লুট কৰিবলৈ যোৱা খবৰে প্ৰমাণ কৰিব যে 'অসম বন্ধ' আহ্বানৰ আঁৰত গুণ্ডাৰ মতলব আছিল। লগে লগে সাংবাদিকা মিচ্ শৰ্মাক আক্ৰমণ কৰাৰ খবৰে মজদুৰ পাৰ্টিৰ প্ৰতি সকলো সংবাদ-পত্ৰৰ ভাল ধাৰণা বহু দিনলৈ নষ্ট কৰি দিব। গতিকে সম্পাদক ভট্টই যমুনা সিঙে কোৱাদি সত্য ঘটনাটো নিজৰ কাকতত ছপাই দিব লাগে। শেষত যমুনা সিঙে ভট্টক ক'লে,

ঃ একেলগে মজদুৰ পাৰ্টিৰ কাৰণে আপোনাৰ লগত কাম কৰা সাহখিনি লৈয়েই আপোনাৰ ওচৰলৈ আহিছোঁ। তাতে শুনিলোঁ, পৰাগ আপোনাৰ কিবা হয়ো বোলে। এই ক্ষেত্ৰত আপুনি মোক বিশেষ একো অনুগ্ৰহ দেখুৱাব নালাগে। কেৱল সত্যটো প্ৰকাশ কৰিব লাগে। অকল মোৰ কথাতে বিশ্বাস কৰিব নোৱাৰিলে আপুনি আন ধৰণেৰে অনুসন্ধান কৰিও চাব পাৰে। মোৰ একমাত্ৰ অনুৰোধ , আপুনি সম্পাদক হৈ থকা বাতৰি কাকতত মিছা ঘটনা এটা ছপা হ'বলৈ নিদিব ; মই কাইলৈ আহিমগৈয়ে। এতিয়া কওকচোন আপোনাক এই দুয়োটা কামৰ ভাৰ নিশ্চিন্তে এৰি যাব পাৰোঁনে?

যমুনা সিঙে মোখনিটো এনেকৈ মাৰিব বুলি ভট্টই ভবা নাছিল। কিন্তু পৰাগহঁতক জামিনত অনাৰ কথা কওঁতেই মনে মনে গা সৰাৰ উপায় ভাবিছিল। ভট্টই যমুনা সিঙৰ প্ৰশ্নটোক প্ৰাধান্য নিদি ক'লে,

ঃ বৰ সাংঘাতিক কথা দেখোন।

ঃ সাংঘাতিকেই । এতিয়া কওঁকচোন, কি কৰিব?

ঃ আপোনাৰ অনুৰোধ নাৰাখোঁ বুলি ক'ব নোৱাৰো। তাতে সেইটো পাৰ্টিত ময়ো এদিন কাম কৰি আহিছোঁ। খবৰ-কাগজত আপোনাৰপৰা শুনা মতেই দিবলৈ মোৰ অসুবিধা নহয় ; হ'লেও দিম। পাৰিলে নিজৰখনৰ বাহিৰে আন দুই এখনতো এই খবৰ আপুনি দিয়া মতেই দিম। কেৱল পৰাগহঁতক জামিনত অনাক লৈ হে মই বিপদত পৰিছোঁ। কাচাৰীলৈ কেতিয়াও যোৱাই নাই। তাৰ উপৰি, সম্পাদক হিচাপে এইবোৰ কামলৈ যাবলৈও অসুবিধা।

ঃ ঠিক আছেঙ্গ আপুনি তেন্তে এটা কাম কৰিব। মিচ্ শৰ্মাক এটা খবৰ দিব। মই তেওঁলৈ লিখি দিওঁ লৰালৰিকৈ ; তেওঁ আন এজন মানুহ যোগাৰ কৰি সিহঁতক আনিব পাৰিব। আপুনি কেৱল সোনকালে খবৰটো দিব।

ঃ মিচ্ শৰ্মাই সেইটো কাম কৰিবলৈ যাব যানো? কিয় যাব?

ঃ যাব , যাব। সেইটো আপুনি চিন্তা কৰিব নালাগে। মই মাত্ৰ তেওঁক আমনি নিদিওঁ বুলি হে আপোনাৰ ওচৰলৈ আহিছিলোঁ।

এনেতে মিচেচ্ ভট্ট চাহ লৈ ওলাই আহিল। মিচেচ্ ভট্ট সোমাই আহিলত যমুনা সিং থিয় হ'ল। ভদ্ৰভাৱে ক'লে,

ঃ ৰাতিপুৱাই আপোনালোকক আমনি দিলোঁহি।

ঃ একো আমনি দিয়া নাই। আপুনি যিটো দায়িত্ব লৈ আহিছে তাত আৰু কি আমনি দিয়াৰ প্ৰশ্ন আছে। মই সকলো শুনি আছিলোঁ। চাহ খাওক।

ঃ ভাল বাৰু।

ঃ হঠাৎ কিবা এটা মনত পৰাৰ দৰে যমুনা সিঙে ভট্টক সুধিলে,

ঃ হয় নে ভট্ট, খবৰটো যদি আপুনি জনাৰ আগতে আজিৰ কাগজতে পুলিচে ডায়েৰিত লিখাদি ওলাই যায়ঙ্গ

ভট্টই ভাবি-চিন্তি ক'লে ঃ নাই নোলায়। ইমান ৰাতি হোৱা ঘটনা এটা ৰাতিয়েই আনি কোনে ছপাবহি। তাৰ ওপৰি নতুন কিবা খবৰ আহিলে ফোন কৰি কাগজৰ অফিচৰপৰা মোৰ অনুমতি ললেহেঁতেন ছপোৱাৰ আগতে ।

ঃ আপোনাৰ অনুমতি নোলোৱাকৈ খবৰ আহিলেও নিদিয়ে নহয়?

ঃ দিব নোৱাৰে। কাৰণ পিচদিনাৰ কাগজত ওলাব লগা সকলো খবৰ ঠিক কৰি দি হে মই অফিচৰপৰা আহোঁ। তাৰ পাচতো বিশেষ কিবা খবৰ আহিলে মোক ফোনতে সুধি লয়।

ঃ তেন্তে চিন্তা নাই।

বাহিৰৰপৰা খবৰ-কাগজ বিলোৱা মানুহটোৱে কেবাখনো খবৰ-কাগজ দলি মাৰি দি গ'ল। খাবলৈ লোৱা চাহৰ পিয়লাটো থৈ দি যমুনা সিঙে লৰালৰিকৈ ভট্টহঁতৰ 'অসমী' কাকতখন দাঙি ললে। কাকতৰ প্ৰথম পৃষ্ঠাতে ডাঙৰ ডাঙৰ আখৰেৰে লিখা প্ৰধান খবৰটো যমুনা সিঙে ইস্-আস্ কৰি কৰি কিছুদূৰ ডাঙৰ ডাঙৰকৈ পঢ়ি গ'ল– ·

গুৱাহাটীত দুবৃৰ্ত্তৰ ডকাইতিৰ চেষ্টা

আৰু গুণ্ডামি

'অসম বন্ধ' আন্দোলন স্থগিত হোৱাৰ প্ৰতিক্ৰিয়া

সাংবাদিকা আক্ৰান্ত

যমুনা সিঙে আৰু পঢ়িব নোৱাৰিলে। পুলিচৰ মতেই যে খবৰটো কাগজত ছপা হৈ গ'ল, সেই কথা বুজিবলৈ

তেওঁৰ বাকী নাথাকিল। অতি অবিশ্বাসৰ দৃষ্টিৰে তেওঁ ভট্টলৈ মাথো এবাৰ চালে। তাৰ পাচত কাগজখন পেলাই থৈ যমুনা সিং ইস্-আস্ কৰি গোঁ-গোঁৱাই ওলাই গ'ল।

মিচেচ্ ভট্টই যমুনা সিঙক দিয়া চাহ পিয়লা চেচাঁ হৈ তাতে পৰি থাকিল। চাহ পিয়লাৰ দৰেই চেচাঁ হৈ বহি থকা গিৰিয়েকলৈ এবাৰ বিতৃষ্ণাৰে চাই লৈ মিচেচ্ ভট্টই 'অসমী' কাকতত অহা খবৰটো আগৰপৰা গুৰিলৈকে পঢ়ি পেলালে। হয়, যমুনা সিঙে কোৱাটোৱেই ঠিক; একেবাৰে পুলিচে সজাই নিয়াদিয়েই ৰিপোৰ্টটো ওলাইছে। যমুনা সিঙে অলপ আগতে এইখিনি কথাকে পুলিচে লিখি নিয়া বুলি কৈছিল।

কাগজখন পঢ়া শেষ কৰি, টেবুলত পৰি থকা চেচাঁ চাহ পিয়লা আৰু একেদৰে চেচাঁ হৈ বহি থকা ভট্টলৈ আকৌ এবাৰ চাই মিচেচ্ ভট্টই গিৰিয়েকৰ কোলালৈ কাগজখন দলিয়াই দি কলে,

ঃ পঢ়ক, সম্পাদক ডাঙৰীয়া।

# চাৰি

বাটত চাউলৰ কাৰণে ৰেচনৰ দোকানৰ আগে আগে শাৰী পাতি থকা মানুহবোৰলৈ চকু দাঙিও নোচোৱাকৈ মৃণাল ভট্ট আহি 'অসমী' কাগজৰ অফিচ পালেহি। কোনো মানুহলে মূৰ তুলি চোৱাৰ ইচ্ছা তেওঁৰ নাছিল। পুৱা যমুনা সিং যোৱাৰ পাচৰপৰা ঘৈণীয়েকৰ সৈতে তেওঁ এষাৰ কথাও পতা নাই। ঘৈণীয়েকও কিবা অন্যমনস্ক হৈ আছিল। বাটত আহোতে মাত্ৰ ভাবিছিল, মটৰ গাড়ী এখন থাকিলে বাটত মানুহ লগ পোৱাৰ বিপদটোৰপৰা সাৰিব পাৰি। একেবাৰে কোনো মানুহকে লগ পোৱাৰ ইচ্ছা নাছিল তেওঁৰ। আনকি যমুনা সিঙে কৈ যোৱাৰ দৰে পৰাগহঁতক জামিনত আনিবলৈ মিচ্ মিতা শৰ্মাক খবৰটো দিয়াও তেতিয়ালৈকে হোৱা নাছিল। নিশা এক বজাত ঘটা ঘটনা এটা নিশাই আনি ইমান লৰালৰিকৈ কোনোবাই কাগজত দি যমুনা সিঙৰ আগত তেওঁৰ নাক কাটিলে। সেইটো মানুহৰ আগত তেওঁৰ মান-সন্মান সকলো গ'ল। আনকি ঘৈণীয়েকৰ আগতো।

কাগজৰ অফিচত সম্পাদকৰ টেবুলৰ আগত বহাৰ লগে লগে সকলো কথা তেওঁৰ একেলগে মনত পৰিল। নিজৰ ওপৰতে ঘৃণা উপজিল ভট্টৰ। এনেকুৱাকৈ নামত মাত্ৰ সম্পাদক হৈ থকাতকৈ চাকৰি এৰি দিয়া ভাল। মেজত দ'ম হৈ থকা চিঠি-পত্ৰ আদিলৈ দোচোৱাকৈ ভট্টই চকীদাৰক কলে মিচ্ শৰ্মা আহিল যদি তেওঁৰ ওচৰলৈ পঠিয়াই দিবলৈ। ভট্টৰ সন্দেহ হৈছিল, মাজনিশালৈকে ইমানবোৰ গণ্ডগোল হোৱাৰ পিছত পুৱাই মিচ্ শৰ্মা অফিচলৈ নাহিবও পাৰে। তেতিয়া তেওঁ যমুনা সিঙে কোৱা কথাকেইটা লিখি মিচ্ শৰ্মাৰ ঘৰলৈ চকীদাৰটোকে পঠিয়াই দিবলৈ মনে মনে ঠিক কৰি থলে। এইবোৰকে ভাবি থাকোতে হঠাৎ মিচ্ মিতা শৰ্মা ভট্টৰ আগত আহি থিয় হ'ল। ভট্টই মূৰ দাঙি চালে। মিচ্ শৰ্মাৰ চকুৰ কোণত, মুখ মণ্ডলত আৰু দৃষ্টিতো উজাগৰী নিশাৰ অত্যাচাৰৰ প্ৰমাণ বিদ্যমান। একো নোকোৱাকৈ ভট্ট ৰৈ থকা দেখি মিচ্ শৰ্মাই ক'লে,

ঃ কওক, সম্পাদক ডাঙৰীয়া।

শব্দকিটাত যেন এক তীব্ৰ বিতৃষ্ণা বিদ্যমান। ঘৈণীয়েকে পুৰাই কাগজখন দি 'পঢ়ক সম্পাদক ডাঙৰীয়া' বুলি কোৱাৰ লগত মিচ্ শৰ্মাই কোৱা কথাকিটাৰো সুৰ যেন একে। আত্মসমৰ্পণ কৰা মানুহৰ চাৱনিৰ করুণতাৰে চকু বোলাই ভট্টই মিচ্ শৰ্মাক কলে,

ঃ বহক, আপোনাৰ লগত কথা আছে।

মিচ্ শৰ্মা বহিল। তাৰ পাচত সহজভাৱে কলে।

ঃ মোৰ এতিয়া কাম নাই। নিজৰ কিবা দৰকাৰী কাগজ-পত্ৰ কেইখনমান অফিচত থাকি যোৱাৰ কাৰণে নিবলৈ হে আহিলোঁ। আপুনি মতাদেখিহে ইমান পৰ ৰলোঁ; নহলে গলোঁৱেইহেঁতেন।

ঃ আপোনাক একেবাৰে নিজৰ আপোন মানুহ বুলি ভাবিহে ভিতৰ-বিশ্বাসত কেইটামান কথা সুধিব খুজিছোঁ। খুব সৰু সৰুকৈ ভট্টই কলে। তাৰ পাচত পুৰাৰ 'অসমী' কাকতখন মেলি ছপা হোৱা খবৰটো উলিয়াই মিচ্ শৰ্মাক দেখুৱাই সুধিলে,

ঃ এই খবৰটো নিশাই আনি কাগজত ছপাবলৈ কোনে দিলেহি বাৰু?

ঃ মই গৈছিলোঁ ঘটনাস্থলীলৈ।

ঃ লিখিলে কোনে ৰিপোৰ্টটো।

ঃ মই নাজানো। কিন্তু কালি নিশা ডিউটিত সহকাৰী সম্পাদক নৰেন দাস আছিল যেতিয়া, তেৱেঁই নিশ্চয় লিখিছে বা লিখাইছে।

ঃ মই সম্পাদকটোৱে খবৰ নোপোৱাকৈ এই খবৰটো কোনে কি স্বাৰ্থত লৰালৰিকৈ মই জনাৰ আগতে ছপা হ'বলৈ দিলে বাৰু?

ঃ মোক কিয় সুধিছে আপুনি? সহকাৰী সম্পাদকে হে জানে।

ঃ খবৰত লিখাৰ দৰে পৰাগহঁতে আপোনাৰ ওপৰত অত্যাচাৰ কৰিছিল নে বাৰু?

মিচ্ শৰ্মাই গালত সৰু সৰু ক্ষত চিহ্ন দেখুৱাই ক'লে ঃ সিহঁতে মোৰ কাপোৰ-কানিও ফালিছিল।

হঠাতে ভট্টই নিজৰ হাতৰ ঠাৰিটো মিচ্ শৰ্মাৰ হাতত লগাই দি অনুনয় কৰি কলে,

ঃ আপুনি মোৰ গা ছুই কওঁকচোন , আপুনি সঁচা কথা কৈছে নে?

অবাক হৈ মিচ্ শৰ্মাই হাত কোঁচাই আনিলে। সম্পাদকৰ এনেকুৱা ব্যৱহাৰ তেওঁ আগেয়ে কেতিয়াও পোৱা নাছিল। ভট্টই মিচ্ শৰ্মালৈ চাই কৈ গ'ল,

ঃ মই অন্য ধৰণেৰে শুনিছোঁ। মই সকলো খবৰ পাইছোঁ। এনেকুৱা এক জঘন্য কাৰ্যক আপুনি লুকুৱাই থৈছে কিয়? সঁচা কথাটো আপুনি কিয় কৈ নিদিয়ে?

মিচ্ শৰ্মা নিমাত।

ঃ কওক, আপুনি সঁচা কথাটো কওঁক। মই আপোনাৰ পক্ষ লম।

মিচ্ শৰ্মা নিমাত।

ঃ যমুনা সিং পুৰাই মোৰ ওচৰলৈ আহিছিল। মোক সকলো কৈ গৈছে। আৰু, পৰাগহঁতক জামিনত অনাৰ ব্যৱস্থা কৰিবলৈ আপোনাক খবৰ দিবলৈ মোক কৈ গৈছে। তেখেত.....

ঃ জানো। আপুনি জামিনত আনিব নোৱাৰো বুলি কলত মোৰ ঘৰত সোমাই কৈ গৈছে। যি হওক, পৰাগহঁতক জামিনত অনাৰ ব্যৱস্থা মইকৰা বুলি কিন্তু কাকো নকব। কলে কিন্তু আপোনাৰ বিপদ হ'ব।

মিচ্ শৰ্মাৰ কথাত আদেশৰ সুৰ। ভট্টৰ বুকু কঁপি গ'ল। ক্লাবৰ চকীদাৰ, তালুকদাৰৰ ড্ৰাইভাৰ, পৰাগ, মিচ্ শৰ্মা

এই সকলোবোৰৰ গুপ্ত চুক্তিৰ যি সন্ধান তেওঁ যমুনা সিং আৰু মিচ্ শৰ্মাৰ কথাত পালে, সেই গুপ্ত শক্তিয়ে যে কৰোঁ বুলিলে বহুত কিবা কৰিব পাৰে, সেই কথা তেওঁৰ মনৰ মাজত হঠাৎ খেলাই গ'ল। এই গুপ্ত দলটোৱে সদায় যেন তেওঁৰ চকুৰ আগত ৰাখিছে ; ইহঁতে যেন ইচ্ছা কৰিলে তেওঁৰ প্ৰাণ পৰ্যন্ত লবলৈও কুণ্ঠিত নহ'ব। ভট্ট জিকাৰ খাই উঠিল। ভয় লুকাবলৈকে ভট্টই কলে,

ঃ এতিয়া কওকচোন আপুনি । আপোনাৰ মুখৰপৰা সঁচা কথাটো শুনাৰ পাচত মই আপোনালোকৰ ফলীয়া হুম আপুনি মোক বিশ্বাস কৰক।

ঃ কিয় ? যমুনা সিঙক বিশ্বাস কৰিব নোৱাৰিলে ? -ব্যংগৰ সুৰত অসহ্য খং চেপি ৰাখি মিচ্ শৰ্মাই সুধিলে।

ভট্টই সেমেনা-সেমেনি কৰিলে, কলে,

ঃ মানে... অৰ্থাৎ

খঙত মিচ্ শৰ্মাৰ ওঁঠ কঁপিবলৈ ধৰিলে। ভট্টৰ চকুলৈ জুই যেন দৃষ্টিৰে চাই কলে,

ঃ শুনক ভট্ট , আপোনাৰ এইবোৰ কথা বাদ দিয়ক। মই সঁচা কথা কলে আপুনি আপোনাৰ কাগজত ছপাবলৈ সাহস কৰিবনে ?

ঃ লাগে চাকৰিও গলেও মই....

ঃ বাজে কথা নকব। আপোনাৰ স্বাৰ্থপৰ কাপুৰুষালি ঢাকিবলৈ কোৱা এনেকুৱা কথা মই বহুত শুনিছোঁ। এতিয়া মোৰ মাত্ৰ সন্দেহ হৈছে যে যমুনা সিঙে ভিতৰ-বিশ্বাসত আপোনাক কোৱা কথাবোৰ আপুনি কোনোবা এদিন কাগজৰ মালিকক কৈ মালিকৰ অধিক প্ৰিয়পাত্ৰ হোৱাৰ চেষ্টা কৰে বুলি। আপুনি কৰিবই। যমুনা সিঙে আপোনাক নাজানে কাৰণে ভুল কৰিলে। যি হ'ল হ'লেই; উপায় নাই। আপোনাক মই আকৌ সাৱধান কৰি দিওঁ। তেনেকুৱা কিবা নীচ চেষ্টা আপুনি চলালে সুদাই নাসাৰে।

ঃ মই আপোনাক কথা দিলোঁ। সেইবোৰ কথা মই কেতিয়াও কাকো নকওঁ। মই সিমান দুৰ্বল নহয়।

ব্যংগৰ হাঁহি মাৰি মিচ্ শৰ্মাই কলে,

ঃ আপোনাৰ আকৌ সাহ? আপোনাৰ সাহ মই জানো। আপোনাতকৈ পৰাগহঁতক মই বহুত বিশ্বাস কৰোঁ। সিহঁত মোতকৈও বহুত ওপৰত। মই ইজ্জত বচাবৰ কাৰণে, পেট পুহিবৰ কাৰণে, আপোনালোকৰ নিচিনা মানুহৰ লগত আৰু তলত চাকৰি কৰিছোঁ। সিহঁতকো মই বিপদত পেলাইছোঁ। সিহঁতে কিন্তু এক চুলিমানো মুৰ দোঁওৱা নাই। এই ঘটনাৰ প্ৰসংগত সঁচা কথা কলে মোৰ যি কলংক ওলাব, সেই কলংক জীৱনলৈ থাকি যাব। মোৰ বুঢ়া আই-বোপায়ে মৰাৰ সমান দুখ পাব। সেই দুৰ্বলতায়ে মোক কাবু কৰি ৰাখিছে। মিছা কথা কলে মোৰ সন্মান ৰয় আৰু চাকৰিও ৰয়। সেয়ে মই নিজে তললৈ নামি মিছাৰ আশ্ৰয় লৈছোঁ। চাকৰিৰ কাৰণে আপোনাৰ মুৰ আৰু কলমে অবাধ বেশ্যা- বৃত্তি চলোৱা মই নিজ চকুৰে দেখি আহিছোঁ। আপোনাৰ আৰু মোৰ বেশ্যা-বৃত্তিৰ একমাত্ৰ পাৰ্থক্য হ'ল এয়ে যে, তিৰোতা কাৰণে মোৰ দেহাটোৱে সেই বৃত্তিত নামিছে। য'ত আপোনাৰ নিচিনা নীচ পুৰুষবোৰে জ্ঞানেৰে বেশ্যামি কৰে তাত তিৰোতাই বেশ্যামিৰ বাহিৰে আন কি কৰিব ? মোক আৰু এইবোৰ কথা নুসুধিব। আপোনাৰ নিচিনা পুৰুষক মই মনে-প্ৰাণে ঘিণ কৰোঁ, দৰকাৰ হ'লে ডিঙি কাটি তেজ পিবলৈও কুণ্ঠিত নহওঁ।

I hate you terribly with all my heart and soul.

ঘৃণামিশ্ৰিত সুৰত তীব্ৰ বিদ্বেষ ফুটাই তুলি অতি ক্ষিপ্ৰতাৰে কথাখিনি কৈ মিচ্ শৰ্মা সাউৎকৰে ওলাই গুচি গ'ল। অক্ষম ক্ৰোধত অবাক হৈ ভট্ট চকীতে আঠা লগাদি লাগি বহি থাকিল।

কোনোবা এজন চাব-এডিটৰে ভট্টক কিবা খবৰ এটা দেখুৱাই কেনেকৈ সজাই দিব লাগিব তাকে সুধি গ'ল।

সহকাৰী সম্পাদক নৰেণ দাসে কিবা সুধি গ'ল।

ভট্ট বহি থাকিল।

বহি বহি  আমনি লাগি ভট্টই লাহে লাহে টেবুলৰ ওপৰত থকা চিঠি-পত্ৰবোৰ মাজৰপৰা নিজৰ নামত অহা চিঠিখন বাছি ললে। তাৰ পাচত এখন এখনকৈ চিঠিবোৰ পঢ়িবলৈ ধৰিলে।

ভট্টৰ কেবাজনো বিশিষ্ট বন্ধুৱেও যোৱা ‘ অসম বন্ধ’ আন্দোলনত ‘ অসমী’ কাকতৰ ৰাইজক প্ৰতাৰণা কৰা নীতিৰ বিষয়ে তিৰস্কাৰ কৰি চিঠি দিছে। এজনে লিখিছে ‘মূৰটো একেবাৰে তুমি বিক্ৰী কৰি দিলা।’ আন এজনে লিখিছে — ‘তোমাৰ ইমান অধঃপতন আশা কৰা নাছিলোঁ। আচলতে জুইত পুৰিলেহে সোণ চিনিব পাৰি। কোনোবা এজন অচিনাকি পাঠকে লিখিছে ঃ ‘ৰাইজক প্ৰতাৰণা কৰা, ৰাইজক বাগি দিয়া , ৰাইজৰ মনত সিন্ধি খান্দিবলৈ খাপ দি থকা আপোনালোক বুদ্ধিজীৱি শিয়ালৰ গাঁতবোৰ এতিয়া হে ধৰা পৰিছে। ‘অসমী’ কাকতৰ গাঁতত সোমাই থকা আপুনি শিয়ালক আমি আগতে চিনিবই পৰা নাছিলোঁ। মনত ৰাখিব, এতিয়া অলপ ধোঁৱা পায়েই মুখ উলিয়াই নিজে ধৰা দিছে। পাচত  মূৰত যেতিয়া ৰাইজৰ মাৰ পৰিব, তেতিয়া আমাক আৰু দুষিব নোৱাৰিব।’

পঢ়ি উঠি অজান বিপদৰ সম্ভাৱনাত ভট্টৰ শৰীৰ জিকাৰ খাই উঠিল। পিকুহঁতৰ মুখকিখন মনত পৰিল।

ঘপক কৰে প্ৰিয় তালুকদাৰ সোমাই আহি ভট্টৰ সমুখৰ চকীখনলৈ আগুৱাই আহোঁতে কলে, ঃ গুড্‌ মৰ্নিং মিস্টাৰ ভট্ট।

ভট্টই প্ৰত্যাভিৱাদন জনাই তালুকদাৰ বহালৈ ৰৈ থাকিল। তালুকদাৰে বহিয়েই চিগাৰেট এটা জ্বলাই থকা অৱস্থাৰ পৰা ভট্টলৈ কেঁৰাকৈ চাই সুধিলে,

ঃ কালি ৰাতিৰ ঘটনাৰ খবৰটো  পঢ়িলে  আমাৰ কাগজত ? আন কোনো কাগজে এই খবৰ দিব পৰা নাই। How do you like it?

ভট্টই গহীন হৈ ক'লে,

ঃ পঢ়িছোঁ। কিন্তু মই অলপ বেয়া পাইছোঁ। সেইটো খবৰকে ইমান প্ৰধান্য দিব নালাগিছিল।  মোক এবাৰ ফোন কৰি সুধি লোৱা হ'লে ভাল আছিল।  সহকাৰী সম্পাদকে সেইটো অন্যায় কৰিলে। এতিয়া বদনামটো মোৰ হে হ'ব।

তললৈ মূৰকৈ কথা কোৱা ভট্টলৈ তালুকদাৰে চালে। বান্ধি থোৱা শিয়ালেও  একোবাৰ গেঙেৰি মাৰি উঠে বুলি তালুকদাৰে জানে। গতিকে ভট্টৰ কথাত একো আচৰিত নহ'ল। কেৱল সুধিলে,

ঃ কি বদ্‌নাম হ'ল আপোনাৰ ?

ঃ মই শুনিছোঁ, ঘটনাটো আচলতে আমাৰ কাগজত ছপা হোৱাৰ নিচিনা নহয় ; অন্য ধৰণৰ হে।

ঃ কোনে কলে ?

ঃ মোৰে এজন আগৰ সহকৰ্মীয়ে যমুনা সিঙে।

গহীন হৈ চিগাৰেটৰ ছাইখিনি পেলাই তালুকদাৰে কলে,

ঃ ময়ো গৈছিলোঁ ঘটনা হোৱা ঠাইলৈ।  আমাৰ মিচ্ শৰ্মাও গৈছিল।  আৰু আপুনি ভাবে নেকি  মোতকৈ আপোনাৰ যমুনা সিং বেছি বিশ্বাসযোগ্য ?

ভট্টই একো উত্তৰ নিদিলে। কিবা এটা ভবাৰ নিচিনা কৰি লাহে লাহে তালুকদাৰ ওলাই গ'ল।

ভট্ট আকৌ আগৰ দৰে বহি থাকিল।

ঘৈণীয়েকে ফোন কৰি ভট্টক কলে, গধূলিলৈ চাউল লাগিব বুলি।

আকৌ তালুকদাৰ সোমাই আহিল। নবহাকৈ দুৱাৰ-মুখৰপৰাই কলে,

ঃ I am sorry to distrub you again. নৰেণ দাসক মই কৈছোঁ। আপোনাক দেখুৱাই আৰু আপোনাৰ পৰামৰ্শ লৈ আজিৰ কাগজত এই ঘটনাৰ ওপৰত এটা সম্পাদকীয় লিখিবলৈ। মই শুনিছোঁ, পৰাগ নামৰ গুণ্ডাটো আপোনাৰ আপোন মানুহ ; গতিকে নিৰপেক্ষ হৈ লিখাটো আপোনাৰ কাৰণে টান হ'ব। সেই কাৰণে নৰেণ দাসকে কৈছোঁ। এইবোৰ গুণ্ডামিক আমি সম্পাদকীয় লিখি নিন্দা কৰা উচিত— ৰাইজৰ মাজত, দেশত শান্তি ৰক্ষাৰ স্বাৰ্থত।

অসহ্য খণ্ডটো পেটতে ৰাখি ভট্টই সন্দেহ প্ৰকাশ কৰি কলে,

ঃ কিন্তু এই সময়ত জানো এনে ঘটনাৰ ওপৰত সম্পাদকীয় মন্তব্য ভাল হ'ব? পাচত আমাৰ আজিৰ কাগজত ওলোৱা ৰিপোৰ্টটো কাচাৰীত বা আন ধৰণেৰে মিছা প্ৰমাণিত হ'লে আমাৰ কাগজখনৰ বদনাম নহ'ব জানো?

ঃ আমাৰ কাগজখনৰ সদ্‌নামৰ কাৰণে আপুনি ভাবে বুলি জানো। তাৰ কাৰণে ধন্যবাদ মিস্টাৰ ভট্ট। কিন্তু, আপোনালোক সকলোৰে চাকৰি ৰাখি দৰমহা দি থাকিব পৰাটোলৈ লক্ষ্য ৰাখি কাগজ চলোৱাৰ বিষয়ে ময়ো কম নাভাবোঁ। গতিকে মোৰ পৰামৰ্শবোৰ আপুনি সদায় অদৰকাৰ বুলি নাভাবিব।

কথাকিটা কোৱাৰ সুৰটো বৰ বেয়া হ'ল বুলি তালুকদাৰে অনুমান কৰিলে। গতিকে তাৰ প্ৰতিকাৰ কৰিবলৈ পুনৰ সহৃদয়তাৰ সুৰত হঠাৎ মনত পৰা দি কলে,

ঃ অ', আচল যিটো কথা কওঁ বুলি আহিছিলোঁ, পাহৰিছিলোঁৱেই। গাড়ী কিনিবলৈ আপুনি আগধন বিচাৰিছিল নহয়? আমি কোম্পানীৰ নামত নতুন গাড়ী এখন এই মাহতে পাম। সেইখন আপোনাৰ নামতে 'এলট্' কৰিছোঁ মই।

খবৰটো শুনি ভট্টৰ মুখ মণ্ডলত কৃতজ্ঞতাৰ পোহৰ পৰা যেন দেখি তালুকদাৰে হাঁহি কলে,

ঃ আদৰ্শৰ দাম আছে বুলি কোনে নাজানে মিস্টাৰ ভট্ট? কিন্তু এইটোও সঁচা যে আদৰ্শৰ পিচত লৰি ৰাইজৰ কাৰণে কন্দাত বেলেগ কিবা আৰাম থাকিব পাৰে, কিন্তু সংসাৰত ধন-ধান-বাৰী-গাড়ী লৈ আৰামেৰে থাকি ল'ৰা-ছোৱালী ডাঙৰ কৰাৰ সুযোগ নাই। সুখত থাকিবলৈ হলে সংসাৰৰ বা-বতাহৰ গতি চাই পাল তৰিবই লাগিব; নহলে আদৰ্শৰ ভগা বঠাই বিপদত পেলাব।

ভট্টৰ মনটো ভাল লাগি গ'ল। তালুকদাৰ যাবলৈ উঠিলত ভট্টই থিয় হৈ হাঁহিৰে বিদায় দি কলে,

ঃ আপোনাৰ লগত কাম কৰিবলৈ এটা কাৰণত ভাল। আপোনাৰে সৈতে সমানে সমানে তৰ্ক কৰিলেও আপুনি বেয়া নাপায়। আপোনাৰ এই গুণ খুব কম মানুহৰ গাত আছে।

ধন্যবাদ দি তালুকদাৰ ওলাই গল। লগে লগেই ভট্টই ঘৰলৈ ফোন কৰিলে— নতুন গাড়ী এখন পোৱাৰ খবৰটো ঘৈণীয়েকক লগে লগেই দিব খুজিলে। জীৱনত প্ৰথম এখন নিজৰ গাড়ী পোৱাৰ আনন্দত ভট্টই আন সকলো কথা পাহৰি গল। ঘৰত ফোন বৰ পুতেক পিকুৱে ধৰিলে। কলে, মাক ঘৰত নাই ; বেগেতে আহিব বুলি ওচৰৰে ক'ৰবালৈ ওলাই গৈছে। নতুন গাড়ী এখন অলপতে পাব বুলি ভট্টই পুতেককে খবৰটো দিলে। তাৰ পাচত, গাড়ীখন হোৱাৰ পাচত কিমান সুবিধা হ'ব ভাবি ভাবি ভট্ট আপোন পাহৰা হ'ল। পিকুটোৱে সদায় লোকৰ গাড়ীৰ নম্বৰবোৰ মুখস্থ কৰি ফুৰে। তাৰ স্কুলৰ লগৰ লৰাবোৰক ছুটীৰ পিচত নিবলৈ অহা প্ৰায়বোৰ গাড়ীৰে সি নম্বৰ জানে। ভট্টৰ মনত খেলাই গ'ল— ভোগীয়ে হে ত্যাগ কৰিব পাৰে; খাবলৈ নোপোৱা কেলেহুৱাই কি ত্যাগ কৰিব? আজি তালুকদাৰে নিজ সম্পত্তিৰ আধাও ৰাইজৰ কাৰণে ত্যাগ কৰিলে তালুকদাৰক ৰাইজে যি স্বীকৃতি আৰু সন্মান দিব, সেই স্বীকৃতি আৰু সন্মান পৰাগে প্ৰাণ দিলেও পাব নোৱাৰে। ভট্টই মনে মনে ভাবিলে, ল'ৰা-ছোৱালীকিটাৰ পঢ়া আৰু বিয়া বাৰুৰ কাৰণে যথেষ্ট টকা থৈ, ঘৰ এটা সাজি, বুঢ়া বয়সৰ কাৰণে ত্ৰিশ হেজাৰমান জমা কৰি লব পাৰিলে ভট্ট আজিয়েই চাকৰি এৰি ৰাইজৰ কামত লাগিব।

হাতত তামোল দুখনমান লৈ নৰেণ দাস হাঁহি হাঁহি সোমাই আহিল। তামোলখিনি ভট্টলৈ আগুৱাই দি কলে,

ঃ আজি দদাইদেৱে দেখোন আপোনাৰ বৰ প্ৰশংসা কৰিলে।

তালুকদাৰৰ সম্বন্ধীয়া ভতিজাক, সহকাৰী সম্পাদক নৰেণ দাসলৈ ভট্টই একো নোকোৱাকৈ তৃপ্তিৰে চালে। নৰেণ দাসে পুনৰ দদায়েক তালুকদাৰৰ কথাকে উত্থাপন কৰি কলে,

ঃ চাব- এডিটৰ চৌধুৰীয়ে দীঘলীয়া ছুটীৰ দৰখাস্ত লৈ দদাইদেউক তেল দি কৈছিলগৈ— কাগজৰ সম্পাদকীয় নীতিৰ প্ৰতি কাগজৰ মালিক দদাইদেৱে নিজে চকু ৰাখিব লাগে বুলি। দদাইদেৱে তেওঁক তিৰস্কাৰ কৰি আপোনাৰ গুণ বখানি কলে যে ছুটীৰ আবেদন সম্পাদকৰ মাৰফতে আহিব লাগিব ; সম্পাদকে অনুমোদন কৰিলে হে ছুটী দিব পৰা হ'ব বুলি স্পষ্টকৈ কৈ দিলে। এই চৌধুৰীটো বৰ অঁকৰা। তাৰ পাচতো সি ককাইদেউক ৰাজনীতিত সুবিধাবাদী হৈ থকাটোৱেই ভাল বুলি দদাইদেউক তেল দিয়াৰ সুৰত কৈছিল। দদাইদেৱে খঙেৰে কৈ দিলে যে চৌধুৰীৰ নিচিনা আদৰ্শহীন মানুহতকৈ ভট্টৰ নিচিনা আদৰ্শবান মানুহ লৈ কাম কৰিবলৈ বহুত ভাল। কাৰণ আদৰ্শবান মানুহে সকলো কামকে আন্তৰিকতাৰে কৰে, আদৰ্শহীনৰ দৰে বতাহ চাই পাল নতৰে। হুঃ, বেচেৰা চৌধুৰী এতিয়া আপোনাৰ অনুমোদন নিবলৈ ওলাবহি ; আৰু আপোনাকো তেল দি দুআষাৰ কবহি।

কথাকিটা কৈ উঠি নৰেণ দাসে মুকলি মনেৰে হাঁহিলে। চৌধুৰীক ভট্টই বেছি বিশ্বাস কৰে বুলি নৰেণ দাসে ভাবে। এতিয়া সেই চৌধুৰীয়েই ভট্টক উলংঘা কৰি মালিকৰ ওচৰলৈ যোৱাৰ খবৰটো দিবলৈ পাই ভাল পালে।

গাড়ী এখন পোৱাৰ আনন্দত ভট্টৰ মনটো ইমান ভৰি আছিল যে চৌধুৰীয়ে কি কৰিলে কি নকৰিলে সেইবোৰ কথা তেওঁৰ কাণত নোসোমাল। কিন্তু তালুকদাৰে যে তেওঁক আদৰ্শবান মানুহ বুলি প্ৰশংসা কৰিছে, সেইকিটা কথা কাণত পৰিল। মনৰ তৃপ্তি যাতে নৰেণ দাসে ধৰিব পৰাকৈ প্ৰকাশ নহয়, তাৰ কাৰণে চেষ্টা কৰি মুখত তামোল এখন ভৰাই চোবাবলৈ ধৰিলে।

ভট্টই আগদিনা লিখা যিটো সম্পাদকীয় ছপা নহল, সেইটোকে ফাইল এটাত লৈ আহিছিল নৰেণ দাসে। তাকে উলিয়াই ভট্টৰ আগত ধৰি কলে,

ঃ কালি আপুনি কৈছিল নহয়-- এইটো সম্পাদকীয়কে এবাৰ নিজে পঢ়ি চাই আজিৰ কাৰণে দিব বুলি । মই লৈ আহিছোঁ।

সম্পাদকীয়টো হাত পাতি লৈ ভট্টই ভাবি চালে— নৰেণ দাসক চাগৈ ইতিমধ্যে মালিক তালুকদাৰে পৰাগহঁতৰ ঘটনাটোৰ ওপৰত সম্পাদকীয় লিখিবলৈ কৈছেই। গতিকে এতিয়া নিজৰ সন্মান বচোৱাৰ একমাত্ৰ উপায় হল— নিজে সেই পৰামৰ্শ মালিকক দিয়া বুলি নৰেণ দাসক জানিবলৈ দিয়াটো। তাকে ঠিক কৰি ভট্টই কলে,

ঃ বুজিছে দাস, আজি পুৱা শ্ৰীযুত তালুকদাৰ আহোঁতে মই কৈছিলোঁ ৰাইজৰ মনত উশৃংখল কোনো ভাল মানুহে সহ্য কৰিব নোৱাৰে। কিছুমান বিশেষ কাৰণত কালি নিশা গুৱাহাটীত ঘটা ঘটনাৰ ওপৰত মই সম্পাদকীয় লিখিব খোজা নাই। আপুনি লিখিলে ভাল হয় বুলি মই মালিকক কৈছিলোঁ। পাৰিব নে বাৰু লিখিব?

নৰেণ দাসে ভট্টক আঁহে আঁহে চিনি পায়। তালুকদাৰে কোৱাৰ দৰে সম্পাদকীয় এটা দাসে লিখি আনিছিলেই। সেইটো উলিয়াই দি দাসে ক'লে,

ঃ আপুনি কোৱা বুলি দদাইদেৱে মোক কৈছিলগৈ। মই এটা লিখি আনিছোঁ। আপুনি চাই শুধৰাই-মেলি দিয়ক।

ভট্টই ওপৰে ওপৰে চকু ফুৰাই গ'ল। পৰাগহঁতৰ নিচিনা দুৰ্বৃত্তক ধৰাৰ কাৰণে পুলিচক সহায় কৰিবলৈ ৰাইজক আহ্বান কৰা হৈছে। পঢ়ি উঠি ভট্টই কলে,

ঃ মই এতিয়া প্ৰধান সম্পাদকীয়টো লিখিমেই। কালি লিখাটোকে মই অলপ চাই-মেলি দিওঁ। কালি বৰ লৰালৰিকৈ কি লিখিলোঁ ঠিক নাই। ভালকৈ চাব লাগিব। (হাঁহি) খঙৰ ভমকত লিখা বস্তু কেতিয়াও ছপাব নাপায়। তেনেকুৱা লিখাত উত্তেজনাহে থাকে, সুচিন্তা-প্ৰসূত যুক্তিপূৰ্ণ কথা নাথাকে।

## পুতলাৰ নমস্কাৰ

তামোলৰ পিক্‌বোৰ কাপোৰ-কানিয়ে নপৰিবৰ কাৰণে ভট্টই মুখখন ওপৰলৈ দাঙি ডাঙৰকৈ হাঁহিলে।

ভট্টৰ সম্পাদকীয় টেবুলৰ ওপৰত এটা পুতলা লগোৱা 'পেপাৰ ৱেইট' আছে— কাগজবোৰ উৰি নাযাবৰ কাৰণে ওপৰত দি থোৱা গধুৰ বস্তু। ৰঙা ঘূৰণীয়া গধুৰ কাঠৰ টুকুৰা এটাৰ ওপৰত থকা জাপানী ৰংচঙীয়া পুতলাটো চাবলগীয়া। স্প্ৰিং লগোৱা বহি থকা পুতলাটো লৰাই দিলে যিফালেই ৰয়গৈ, সেইফালেই সি নমস্কাৰ দিয়া ভংগীত বৈ নমস্কাৰ এটা দিয়ে। নৰেণ দাস যোৱাৰ পাচত সেই পুতলা 'পেপাৰ-ৱেইট'টোকে লৰাই লৰাই এবাৰ ইফালে এবাৰ সিফালে নমস্কাৰ কৰাই খেলি থাকিল ভট্টই।

সমাজতন্ত্ৰী নেতা শইকীয়া আহিল। বহুত সময় কথা পাতিলে। ভট্টই ভিতৰ বিশ্বাসত কোৱাদি তেওঁক কলে,

ঃ কংগ্ৰেছৰ দিন শেষ হৈ আহিছে। নিৰ্বাচনত এইবাৰ আপোনালোকৰ ফলাফল বেছি ভাল হ'ব যেন লাগিছে।

কিবা এটাখবৰ দি যাবলৈ কমিউনিষ্ট নেতা বৰ্মন আহিল। ভট্টই বৰ্মনৰ আদৰ্শৰ লগত মিলাই কলে,

ঃ এতিয়া বিপ্লৱৰ প্ৰয়োজন। কংগ্ৰেছ আৰু কংগ্ৰেছৰ আল্‌ধৰা সমাজতন্ত্ৰীৰ দিন উকলিল। আপোনালোকক হে ৰাইজে এতিয়া বিচাৰে।

কংগ্ৰেছী এম. এল. এ ৰাভা আহিছিল নিজৰ ভায়েক এটাক কাগজত সুমাই দিয়াৰ বিষয়ে কবলৈ। তালুকদাৰে প্ৰায় লব বুলিয়েই কোৱাৰ পাচত ভট্টকো আগৰ চিনাকি বুলি দেখা কৰিলে। কথা প্ৰসংগত ভট্টই কলে ঃ প্ৰকৃত বিৰোধী বুলিব পৰা কোনো দল ভাৰতত নাই। সমাজতন্ত্ৰীবোৰ আপোনালোকৰে আল্‌ধৰা। আৰু কমিউনিস্টবোৰতো গুণ্ডাৰ দল এটা। বাকীবোৰ সাম্প্ৰদায়িক দল। গতিকে কংগ্ৰেছ এতিয়াও ভাৰতত একমাত্ৰ ৰাজনৈতিক দল।

সকলোকে সন্তুষ্ট কৰি পঠিয়াই লৈ ভট্টই নিজে আগদিনা লিখা সম্পাদকীয়টো উলিয়াই ললে। তালুকদাৰে গাড়ী এখন দিয়াৰ কথা কোৱাৰ পাচত, তালুকদাৰে কাগজৰ সম্পাদকৰ স্বাধীনতাৰ বিষয়ে ইংগিতেৰে বুজাই দিয়াৰ পাচত, সেইটো সম্পাদকীয় পঢ়ি চাবলৈ উলিওৱাৰো কোনো অৰ্থ নাই বুলি ভট্টই জানে। তথাপি পঢ়িবলৈ উলিওৱাৰ এটা কাৰণ আছে। সেই সম্পাদকীয়টোকে কাটি-কুটি তাৰ সুৰটো একেবাৰে বদলাই দিবই লাগিব, তাকে নকৰিলে নৰেণ দাসহঁতে ভাবিব , মালিকৰ ভয়ত সেইটো সম্পাদকীয় বাদ দিয়া বুলি। ভট্টই আগদিনা নিজে লিখা সম্পাদকীয়টো মাজে মাজে পঢ়ি গল। প্ৰথমতে আছে বিশ্ব-বিখ্যাত সাহিত্যিক ৰোমা ৰোলাঁৰ উদ্ধৃতি ঃ

"বুদ্ধিজীৱিবিলাক সুবিধাভোগী শ্ৰেণী। শোষণকাৰীবিলাকে যিবিলাক সা-সুবিধা তেওঁলোকক দিয়ে তাতে সন্তুষ্ট হৈ তেওঁলোকে জনসাধাৰণৰ আদৰ্শক বিশ্বাসঘাতকতা কৰে।" বিশ্ব-বিখ্যাত সাহিত্যিক মানৱপ্ৰেমী ৰোমা ৰোলাঁৰ এই কথাখিনি মনত পেলাই দি অসমৰ বুদ্ধিজীৱিসকলক আমি সাৱধান কৰি দিব খোজো যে "এইদৰে জনসাধাৰণৰ আদৰ্শৰ প্ৰতি বিশ্বাসঘাতকতা কৰি শোষণকাৰীৰ ধনেৰে নিজে পোহপাল গৈ থাকিলে এদিন দেশৰ ৰাইজে সকলো বুদ্ধিজৱিক গছে গছে আৰি পেলাব। ৰাইজৰ ফলীয়া হোৱাৰ সময় এতিয়াও উকলি যোৱা নাই। এতিয়াও আমি ৰাইজৰ ফলীয়া হলে , ৰাইজে আমাক উদাৰ হৃদয়েৰে ক্ষমা কৰি গ্ৰহণ কৰিব....।"

পঢ়ি উঠি ভট্ট বহাৰপৰা উঠিল। ওচৰতে আলমাৰিত থকা উদ্ধৃতিৰ কিতাপ এখন আনি ৰোমা ৰোলাঁৰ উদ্ধৃতিবোৰ চাবলৈ ধৰিলে। তাৰপৰা প্ৰসংগ বাদ দি ৰোলাঁৰ দুটা উদ্ধৃতি ভট্টই লিখি ললে।

(১) ভুলক ভুল বুলি স্বীকাৰ কৰাৰ আৰু আদৰ্শক অপপ্ৰয়োগৰ হাতৰপৰা ৰক্ষা কৰাৰ দুঃসাহসৰ অভাৱ যেন কেতিয়াও নহয়।

(২) লক্ষ্য লাভৰ পথ যদি হিংসাৰ হয়, তেন্তে কোনো চৰকাৰেই দুৰ্বলৰ প্ৰতি প্ৰবলৰ অত্যাচাৰক ৰোধ কৰিব নোৱাৰে।

ৰোলাঁই কি প্ৰসংগত এই কথাকিটা কৈছিল সেইটো উল্লেখ নকৰি ভট্টই প্ৰথম উদ্ধৃতিটো দি বুজাই দিলে যে পৰাগইতৰ নিচিনা দুৰ্বৃত্তই কৰা ভুলবোৰক আমি ভুল বুলি স্বীকাৰ কৰিবই লাগিব আৰু সিহঁতে কৰা আদৰ্শৰ অপপ্ৰয়োগক সাহসেৰে গৰিহণা দিবই লাগিব।

দ্বিতীয়টো উদ্ধৃতিত ভট্টই নিজৰ সুবিধাৰ কাৰণে "কোনো চৰকাৰেই" শব্দ দুটাৰ ঠাইত "কোনো মানুহেই" লগাই দি এইদৰে লিখিলে—

ঃ লক্ষ্য লাভৰ পথ যদি হিংসাৰ হয়, তেন্তে কোনো মানুহেই দুৰ্বলৰ প্ৰতি সবলৰ অত্যাচাৰক ৰোধ কৰিব নোৱাৰিব।

এই উদ্ধৃতি দি ভট্টই মিচ্ শৰ্মাৰ নিচিনা সাংবাদিকা আৰু গেস্ট্-হাউচৰ তলত থকা দোকানীক দুৰ্বল বুলি প্ৰমাণ কৰি পৰাগহঁতে গ্ৰহণ কৰা পথ হিংসাৰ বুলি বুজাই কৈ লিখিলে—

ঃ বিশ্ব-চিন্তাবিদ ৰোলাঁৰ এই সাৱধানবাণী ৰাইজক সোঁৱৰাই দি কওঁ— হিংসাৰ পথ লোৱা দুৰ্বৃত্তক যেন আমি কেতিয়াও সুযোগ নিদিওঁ।

এইদৰে এটা মাত্ৰ শব্দ সলাই দি একেজন চিন্তাবিদৰ উদ্ধৃতিৰেই সম্পাদকীয়ৰ সুৰ সলাব পৰাৰ কাৰণে নিজকে প্ৰশংসা কৰিবৰ মন গ'ল ভট্টৰ। মনে মনে ঠিক কৰিলে, নৰেণ দাসৰ সম্পাদকীয়ৰ এতিয়া দৰকাই নাই, এইটোৱেই হ'ব। এইটো সম্পাদকীয় মই নিজে লিখিছিয়া বুলি জানিলে কাগজৰ মালিকেও ভাল পাব আৰু নৰেণ দাসহঁতেও বুজিব যে মই মালিকৰ হাতৰ পুতলা নহয়, নিজ ইচ্ছামতে সকলো কৰিব পাৰোঁ।

সম্পাদকীয়টোৰ দাঁতিত নৰেণ দাসলৈ লিখি দিলে যে, আজি এইটো সম্পাদকীয় হে দিব লাগে, নৰেণ দাসে লিখাটো দিব নালাগে। তাৰ পাচত চকীদাৰৰ হাতত সম্পাদকীয়টো প্ৰেছত দিবলৈ নৰেন দাসলৈ পঠাই দিলে।

এনেতে ঘৈণীয়েকে ফোনত সুধিলে ভট্টক— কিয় ফোনত ঘৈণীয়েকক অলপ আগতে বিচাৰিছিল। আনন্দতে ভট্টই লৰালৰিকৈ নতুন গাড়ী পোৱাৰ খবৰটো দিলে। ঘৈণীয়েকে শেল মৰাদি প্ৰশ্ন কৰিলে—

ঃ তাৰ মানে তুমি চাগে পৰাগহঁতৰ ঘটনাটোত মালিক তালুকদাৰৰ ফলীয়া হৈছা?

ইমান অপ্ৰিয় কথাটো তল পেলাবৰ কাৰণেই ভট্টই ঘৈণীয়েকক সুধিলে,

ঃ তুমি ক'লৈ গৈছিলা?

ঃ এটা বিশেষ কামত ককাইদেউৰ ওচৰলৈ গৈছিলোঁ।

মিচেচ্ ভট্টৰ ককায়েক পাণবজাৰত কাপোৰ দোকানৰ মালিক।

ঃ কিবা কাপোৰ আনিলাগৈ হ'বলা?

ঃ ওহোঁ। কাপোৰৰ দৰেই তোমাৰ কাৰণে পোৱা লাজ ঢকাৰ আন এটা ব্যৱস্থা কৰিলোঁগৈ।

ঃ মই বুজা নাই।

ঃ মিতা শৰ্মাৰ লগত গৈ পৰাগক জামিনত আনিবলৈ ককাইদেউক পঠিয়ালোঁগৈ। মিতা শৰ্মাই তাঁহাতক জামিনত আনিবৰ কাৰণে মানুহ বিচাৰি পোৱা নাছিল।

ভট্টই কি কব ভাবি নাপাই ফোনটো ধৰি ৰৈ থাকিল। ঘৈণীয়েকেও তেওঁক এনেকৈ অপমান কৰিব বুলি তেওঁ ভবা নাছিল। অতি খঙত ক'লে,

ঃ তুমি মোৰ সৰ্বনাশ কৰিবা।

ঃ সেইবোৰ কথা ফোনত নকলেও হ'ব। এতিয়া এৰো নে?

ঃ ইমান লৰালৰি কিহৰ?

ঃ পৰাগ যাব খুজিছে। তাৰপৰা গোটেই কথাখিনি শুনি লব খুজিছোঁ।

ভট্টই একো উত্তৰ দিয়াৰ আগতে সিফালে ঘৈণীয়েকে ফোন থৈ দিয়াৰ শব্দ ভট্টৰ কাণত পৰিল। অৱশ্য হাতেৰে

ফোনৰ ৰিচিভাৰটো ভট্টই নমাই থলে। ঘৈণীয়েকে ইমানখিনি কৰিব বুলি ভট্টই ভবা নাছিল। মাইকী মানুহে আনৰ কাৰণে ইমান বেছি কৰিব পাৰে নে? তিৰোতা কেনেকুৱা মানুহৰ কাৰণে গিৰিয়েকৰ বিপক্ষেও যায়? ভট্টৰ ঘৈণীয়েক পৰাগৰ প্ৰেমত পৰিছে নেকি ? পৰাগে ভট্টৰ বৈবাহিক জীৱনৰ ওপৰতো মচিব নোৱাৰা কলংক সানি দি অমিয়া ভট্টক লৈ এদিন উধাও হ'ব নেকি?

তেতিয়া দিনৰ বাৰ বাজিছিল।

তেতিয়া ভট্টই লিখা সম্পাদকীয়টো ছপা হ'বলৈ গুচি গৈছিল।

তেতিয়া মিচেচ্ ভট্টই মৰমেৰে পৰাগক নিজে ওচৰত বহি ভাত খুৱাই অনুৰোধ কৰিছিল— ভট্টৰ লগ্‌ত তেওঁকো যেন পৰাগে ভুল নুবুজে।

তেতিয়া পৰাগৰ ওচৰতে বহি থাকিলে মনটোৱে পিছল খাব খোজা দেখি ভয় খাই মিচেচ্ ভট্টই আগদিনা ভঙা টি-পট্‌টোৰ খোলাকটিবোৰ গোটাই পেলাবলৈ নিওঁতে, পৰাগৰ সবল আকৰ্ষণ আৰু ভট্টক তালুকদাৰে এখন নতুন মটৰগাড়ী দিব খোজাৰ খবৰটো চাউলৰ লগত শিলগুটি মিহলোৱাদি মনৰ মাজত মিহলাই পেলাইছিল।

তেতিয়া ভট্টৰ সম্পাদকৰ টেবুলত থকা 'পেপাৰ-বেইট' পুতলাটোৱে ভট্টক নমস্কাৰ কৰি যেন বিদায় মাগিছিল।

তেতিয়া বুদ্ধিজীৱীৰ বুদ্ধিৰ বেশ্যামিৰ প্ৰমাণস্বৰূপ ভট্টই নতুনকৈ লিখি দিয়া, ৰোমা ৰোলাঁৰ লিখা চুৰি কৰি লিখি দিয়া, সম্পাদকীয়টো ছপাৰ কাৰণে ছপাশাললৈ গুচি গৈছিল।

তেতিয়া বাৰ বাজি গৈছিল। ❑❑

ঃ আচ্ছা, তোমালোকৰ কোনে জানা কোৱাচোন — চন্দ্ৰলৈ বুলি মহাকাশ যাত্ৰা আৰম্ভ কৰোঁতে প্ৰথম মানুহেই গৈছিল, নে আন কিবা জীৱ- জন্তু পঠিয়াই পৰীক্ষা কৰি চাইছিল।

অষ্টম শ্ৰেণীৰ গণ্ডগোল কৰি থকা সকলো ল'ৰা-ছোৱালী নিমাত। যেন সিহঁতক সেইদৰে বৰুৱাই চন্দ্ৰলৈ যাবলৈ সাজু হ'বলৈ কোৱা হৈছে আৰু সিহঁত প্ৰস্তাৱটো শুনিয়েই ভয়ত পেঁপুৱা লাগিছে।

দ্বিতীয় বেঞ্চত বহা হৰেণে উঠি ক'লে ; চাৰ, কুকুৰ পঠাইছিল। কুকুৰটোৰ নাম 'লাইকা' আছিল। ৰুচ মহাদেশৰ বিজ্ঞানীসকলে পঠাইছিল।

ঃ 'বিজ্ঞানী' কৈছা কিয় ? 'বৈজ্ঞানিক' নহয় জানো ?

ঃ চাৰ আপুনি যে শিকাইছিলে —

ঃ কি শিকাইছিলে আন এজনে কোৱাচোন। তুমি বহা হৰেণ।

শ্ৰেণীৰ সোপাই ল'ৰা-ছোৱালী আকৌ এই প্ৰশ্নৰ হেঁচাত চেপেটা লাগি ৰ'ল। ডেকা শিক্ষক অখিল বৰুৱাই শ্ৰেণীৰ সকলোৰে ওপৰেদি চকু ঘূৰাই আনি আকৌ হৰেণকে উত্তৰ দিবলৈ চকুৰে ইংগিত দিলে।

আকৌ থিয় হৈ হৰেণে ক'লে ; চাৰ, আপুনি আমাক শিকাইছিল যে যেনেকৈ যন্ত্ৰ চলাব জনা মানুহ যন্ত্ৰী, শিল্পত পাৰ্গত মানুহ শিল্পী, তেনেকৈ বিজ্ঞানত পণ্ডিত মানুহ 'বিজ্ঞানী'। চাৰ, আপুনি আমাক 'বৈজ্ঞানিক' শব্দটো "চায়েণ্টিফিক্" শব্দৰ অনুবাদ হিচাপে ব্যৱহাৰ কৰিবলৈ কৈছিল। যেনে, চায়েণ্টিফিক ইন্সট্ৰুমেণ্ট – বৈজ্ঞানিক সা-সৰঞ্জাম। সেইদৰে যান্ত্ৰিক গণ্ডগোল, .......................

ঃ চাৰ, জোনবাই। – উৎসাহেৰে কেবাটাও ছাত্ৰই ক'লে। নতুন উদ্ভট প্ৰশ্নৰ সম্ভাৱনা আঁতৰিলত যেন সেই উল্লাসতে সকলোৱে মাত মাতিবৰ মন গ'ল।

ঃ অ' হয়। বাৰু কোৱাচোন, এই কবিতাটোৰ বাহিৰে সৰুৰে পৰা জোনবাইৰ বিষয়ে লিখা পদ্য বা গীত তোমালোকৰ মনত আছেনে ?

এটা ল'ৰাই সুৰ লগাই গাই দিলে ঃ

'তুলসীৰ তলে তলে মৃগপহু চৰে
তাকে দেখি ৰামচন্দ্ৰই শৰ ধনু ধৰে।'

আন এটাই গালে —

জোনবাই এ, বেজী এটি দিয়া
বেজীনো কেলৈ ? মোনা সীবলৈ।
মোনানো কেলৈ ? ধন ভৰাবলৈ।
ধননো কেলৈ ? হাতী কিনিবলৈ ।
হাতীনো কেলৈ ? উঠি ফুৰিবলৈ। ......

ঃ বাৰু, 'জোনবাই' পদ্য পাচত হ'ব। আগতে বাৰু কোৱাচোন —মানুহৰ মুখ আৰু গৰু-গোহালিৰ মাজত পাৰ্থক্য কি ?

আকৌ সকলো নিমাত হ'ল।

ঃ তুমি পাৰিবানে হৰেণ ?

ঃ নোবাৰিম চাৰ ; ক'তো পোৱ মনত নপৰে। — হৰেণে ভাবি চাই উত্তৰ দিলে।

কৌতুকপ্ৰিয় অখিল বৰুৱাই লাহী হাঁহিৰে নিৰ্ভয় দি ক'লে ঃ গৰুৰ গোহালি মানুহে সদায় চাফা কৰে ; কাৰণ গৰুৱে নিজে চাফা কৰিব নাজানে। আৰু লেতেৰা গোহালিত থাকি গৰু বেমাৰী হ'লে গিৰিহঁতৰে লোকচান। মানুহৰ মূৰ, মানে ধৰি লোৱা তোমালোকৰ মূৰত দিনৌ বহুত কথা আৱৰ্জনাৰ দৰে সোমায় ; তাক কেতিয়াও তোমালোকে চাফা নকৰা কাৰণে নতুন কিবা ভাল কথা সোমাব পৰাকৈ তোমালোকৰ মূৰত পৰিষ্কাৰ ঠাই নোহোৱা হয়গৈ। এতিয়া তোমালোকক মই সোধোতে, তুলসীৰ তলে তলে মৃগ পহু চৰে আৰু জোনবাই এ বেজী এটি দিয়া আদি গাইছিল। কাৰণ সেইবোৰ কেতিয়াবাই মূৰত সোমাইছিল। কিন্তু জোনৰ বিষয়ে নতুন কথা মূৰত সোমাব পৰাকৈ তোমালোকে মূৰত খালী ঠাই চাফা কৰি ৰখা নাই। গতিকে মানুহে নতুনকৈ কৰা চন্দ্ৰ যাত্ৰাৰ কথা তোমালোকৰ মূৰত সুমুৱাই নাই। ইতিমধ্যে কিন্তু মানুহ গৈ চন্দ্ৰৰ বুকুত নামি তাৰ শিল-বালি পৰীক্ষাৰ কাৰণে লৈ ঘূৰি আহি পৃথিৱী পালেহি। পুৰণি বুঢ়ী আইৰ সাধু জাতীয় জোনবাইৰ সাধু হয়তো জানিবাহঁক তোমালোকে। সেইবোৰ সৰুতে মূৰত সোমাইছিল। কিন্তু তেনেই এনেকুৱাকৈ মূৰ ভৰাই থৈছাহঁক যে নতুন কথা ভৰাবলৈ ঠায়েই নাই। অৰ্থাৎ তোমালোকে মূৰটোক আৱশ্যকমতে চাফা কৰি স্বাস্থ্যকৰ নকৰা। কিন্তু গৰু-গোহালি সদায় চাফা কৰা হয়। এয়ে পাৰ্থক্য। গতিকে কি হ'ব? তোমালোকে কোনোমতে পাছ কৰি গৈ বা কেৱল পাঠ্যপুথি মুখস্থৰে "ভালদৰে" পাছ কৰি গৈ, পৃথিৱীৰ আন সকলোবোৰে বিষয়ত গৰু হৈ থাকি, সময়ত সাজ -বৰ কিবাকিবি চাকৰি লৈ, তেল পেৰা ঘানীৰ ঘোঁৰাৰ দৰে একে সৰু সীমাৰ ভিতৰত ঘূৰি ঘূৰি জীৱন কটাবাহঁক। হৰেণ, তুমি চোকা ল'ৰা। কিন্তু কেৱল পাঠ্যপুথিত চোকা,হোৱাটোৱেই যথেষ্ট নহয় সকলো ধৰণৰ জ্ঞানৰে চহকী হ'লেহে মানুহ পৰিপূৰ্ণ আৰু সংস্কৃত আৰু আচল মানুহ হয়। তোমালোকে কোনোবা যদি আচল মানুহ হ'ব খুজিছা, তেন্তে সকলো কথাকে প্ৰশ্ন কৰিহে গ্ৰহণ কৰিবলৈ শিকাহঁক। তেহে সকলো কথা খৰচি মাৰি শিকিবাহঁক। সেইদৰে শিকিলেহে মনত ৰ'ব ; তেতিয়া আৰু বেলেগে ভাটৌৰ দৰে নুবুজাকৈ মুখস্থ কৰিব নালাগে। প্ৰশ্ন কৰি কৰি খৰচি মাৰি শিকা পদ্ধতিয়েহে মানুহৰ মনলৈ নতুন সৃষ্টিশীল চিন্তাৰ প্লাবন.আনে। — অখিল বৰুৱাই সাংস্কৃতিক শব্দৰে বক্তব্যৰ গুৰুত্ব বঢ়াই সামৰিলে।

হৰেণৰ আগ্ৰহ বাঢ়ে। কি নুসুধি নোৱৰিলে ঃ চাৰ, আমি কেনেকৈ তেনেকুৱা হচব পাৰিম?

ঃ কেৱল প্ৰশ্ন কৰিবলৈ শিকা। প্ৰশ্ন কৰি বুজিবলৈ শিকা। পৃথিৱীৰ সকলো আৱিষ্কাৰ - উদ্ভাৱনৰ মূলতে আছে মনত উদয় হোৱা প্ৰশ্ন। আপেলটো গছৰপৰা ছিগি ওপৰফালে নগৈ তলৰ ফাললৈ কিয় আহে বুলি মনত প্ৰশ্নৰ উদয় নোহোৱা হ'লে পৃথিৱীৰ মাধ্যাকৰ্ষণ শক্তি আৱিষ্কৃত নহ'লেহেঁতেন। পানী উতলোতে কেট্‌লিৰ সাঁফৰখন কিয় জোৰেৰেও ধৰি ৰাখিব নোৱাৰি বুলি প্ৰশ্ন উদয় নোহোৱা হ'লে, ভাপ-ইঞ্জিন আৱিষ্কৃত নহ'লেহেতেন। চৰাইৰ দৰে মানুহে কিয় উৰিব নোৱৰিব বুলি চিন্তা নকৰা হ'লে উৰা-জাহাজ উদ্ভাৱিত নহ'লহেঁতেন। তাৰ পাচতো, চৰাইৰ দৰে কোৱাই যোৱা পাখি লগায়ো ন'হলহেঁতেন। উদ্ভাৱকে সৃজনী প্ৰশ্নৰে চালি-জাৰি উলিয়ালে যে পাখি দুখন লৰাব নোৱাৰাকৈ টানকৈ লগাই দি চৰায়ে পাখিৰে কৰা কামটো সম্মুখত 'প্ৰপেলাৰ' ঘূৰাই কৰিব লাগিব। তাৰ পাচতো মানুহে লক্ষ্য কৰিলে যে পুখুৰীৰ পানীৰ নাওঁ এখনত থিয় হৈ পাৰলৈ শিলগুটি দলিয়ালে, দলিওৱাৰ বিপৰীত দিশলৈ অকণমান হলেও নাওখন যায়। সেই একে প্ৰাকৃতিক নিয়মকে কামত লগাই, ইঞ্জিনৰ ভিতৰতে গৰম কৰা বতাহেৰে বাহিৰৰ বায়ুমণ্ডলত তীব্ৰ জোৰেৰে খুন্দা মাৰি আজিৰ জেট্ - বিমানে শব্দৰ গতিবেগেৰে ফেৰ মাৰিছে। এইবোৰেই মৌলিক সৃষ্টিশীল চিন্তাৰ সুফল। এনেকুৱা চিন্তা কৰিবলৈ শিকিলেহে, এনেকুৱা প্ৰশ্নেৰে মূৰটোক চোকা কৰিলেহে তোমালোকে পৃথিৱীৰ চিন্তাবিদ্‌সকলৰ লগত ফেৰ মাৰি দেশৰ নাম ৰাখিব পাৰিবাহঁক। ভাবি চোৱাচোন, তোমালোকৰ দৰেই এজনে সদায় দেখিছিল যে তেওঁ অফিচৰপৰা ঘৰ আহি পাওঁতে ঘৈণীয়েকে ফটা কাপোৰ চিলাই কৰি থাকে- বেজী এটা লৈ। জাৰত ল'বলৈ ফটা-কঠা চিলায়। দুখীয়া মানুহ। মানুহজনৰ অসহ্য লাগে। অথচ ফটা কাপোৰ চিলোৱা বন্ধ কৰি নতুনকৈ

লেপ-কম্বল কিনিবলৈও পইচা নাই। মানুহজনৰ মূৰত সোমাল যে এই চিলাই কৰা কামটো সহজ আৰু খৰতকীয়া কৰাৰ কিবা এটা পদ্ধতি উলিওৱাৰ বাহিৰে আন উপায় নাই। তেঁৱে চিলাই মেচিন উলিয়ালে। কিন্তু তেওঁৰ মৌলিক চিন্তাৰ চিনাকি পাবা চিলাই মেচিনৰ চিলাই কৰা পদ্ধতিটো বেজীত সূতা ভৰাই চিলাই কৰাৰ লগত মিলাই চালেহে। তেওঁ যদি বেজাৰ দৰে পথালিকৈ বেজীটো কাপোৰৰ মাজেদি সুমুৱাই নি থকাৰ বাহিৰে আন কথা ভাবিব নোৱাৰিলেহেঁতেন, তেন্তে হয়তো এনেকুৱা এটা চিলাই মেচিন উলিয়াব নোৱাৰিলেহেঁতেন। প্ৰথমেই তেওঁ সূতা দুডাল কৰি ল'লে, যাতে বেজীটো সৰকি নগলেও হয়। তাৰ পাচত বেজীৰ গুৰিৰ সলনি আগত ফুটা কৰি সূতা সুমালে। লগতে বেজীৰ পথালি গতিৰ সলনি মেচিনৰ বেজী থিয় হ'ল।

মই তোমালোকক এইবিলাক কৈছো, নিজৰ মগজুটোক প্ৰকৃত কামত লগাবলৈ শিকিবলৈকে। জোনবাইৰ পদ্য পঢ়ি "কবিয়ে কৈছে যে" বুলি লিখি পৰীক্ষা পাছ কৰিবহে পাৰিব। কিন্তু জোনবাইৰ পদ্য পঢ়াৰ লগতে জোনবাইৰ বিষয়ে হেজাৰ প্ৰশ্ন মনত উদয় হৈ নতুন জ্ঞান আহৰণৰ হেপাহ বাঢ়িলেহে প্ৰকৃত ছাত্ৰ হ'ব পাৰিবা। ....

সেইবোৰ বহুত দিনৰ আগৰ কথা। সেই আদৰ্শবাদী, উৎসাহী, দেখনিয়াৰ শিক্ষক অখিল বৰুৱা এতিয়া ক'ৰবাত সহকাৰী উপায়ুক্ত। আজি কিছুদিনৰ আগতে তেওঁ যোৰহাটত সহকাৰী উপায়ুক্ত হৈ থাকোঁতে এটা ছাত্ৰ আন্দোলন হৈছিল আৰু তেওঁ ছাত্ৰবোৰক উদণ্ড আৰু উশৃংখল বুলি কেইজনমান ডেকা-শিক্ষকৰ আগত মন্তব্য কৰিছিল। তাৰে শিক্ষক এজনে বৰুৱাক 'চাৰ' বুলি সম্বোধন কৰি কৈছিল-

ঃ চাৰ বেয়া নাপাব এটা কথা কওঁ। আপুনি আমাক স্কুলত পঢ়াইছিল। এ. চি. এচ পৰীক্ষা দি ই. এ. চি. হৈ চাকৰি পোৱাৰ খবৰ অহাৰ দিনা আপুনি আমাক ক্লাচত কোৱা এটা কথা মোৰ এতিয়াও মনত আছে।

বৰুৱাই আগ্ৰহেৰে সুধিছিলঃ কি কৈছিলোনো?

ঃ চাৰ আপুনি কৈছিল — "কি ভগৱান ভগৱান কৰি থকাহঁক? ভগৱানে কি দিব তোমালোকক? সকলো পুৰণিক পিছ পেলাই আগবাঢ়িব পৰাকৈ সাবালক হ'বলৈ সাজু হোৱা তোমালোক। ভগৱানে দিয়াৰ আশাত নিৰ্জু হৈ বহি থকাতকৈ তোমালোক উদণ্ড আৰু উশৃংখল হোৱা। ভগৱানক সকলো সময়তে খাতিৰ কৰি থাকিবলৈ উদগোৱা এই পদ্যবোৰ নপঢ়ো বুলি তোমালোকে আন্দোলন নকৰা কেলেই? দেখিছানে নাই যে তোমালোকৰ ভগৱান থাকে মন্দিৰত। সেই ভগৱানৰ ওচৰলৈ যাবলৈ বা ভগৱানৰ কিবা কৰুণা লভিবলৈ পূজাৰীক মজুৰি দি এজেণ্ট হিচাপে ল'ব লাগিব। পূজাৰী বা পুৰোহিত সন্তুষ্ট বা অসন্তুষ্ট হ'লেই ভগৱান সন্তুষ্ট বা অসন্তুষ্ট হয়। আমি মানুহবোৰ যদি ভগৱানৰে সন্তান, তেন্তে আচল সন্তান হ'ল পূজাৰী আৰু পুৰোহিতবোৰ। বাকী আমিবোৰ জাৰজ। আমাৰ তেওঁৰ ওচৰলৈ পোনে পোনে যোৱাৰ অধিকাৰ নাই। সেইটো ভগৱানৰ কথা ভবাও ভুল। .................

বৰুৱাই সিমানতে ধৰি গহীনাই এটা মামুলী উত্তৰ দিলে ঃ সময়ে সকলো সলায়। কথাকিটাৰ তিৰোতা-সুৰীয়া অনুপ্ৰাসে বৰুৱাক নিজকে আমোদ দিয়া যেন লাগিছিল। সেই শিক্ষকসকলৰ লগতে থকা তেওঁৰ চোকা ছাত্ৰ হৰেণক অখিল বৰুৱাই আকৌ কিবা পুৰণি অস্বস্তিকৰ কথা ওলোৱাৰ ভয়ত চিনি পায়ো একো নুসুধিলে। হৰেণে হে কটা ঘাঁত খাৰণি হেন প্ৰশ্ন এটা কৰিছিল ঃ এৰা চাৰ, ভাবিলে কেনেকুৱা লাগে যে আপুনিয়েই এতিয়া এজলাচত সাক্ষীবাদীক ভগৱানৰ নামত শপত খুৱায় সঁচা কথা ক'বলৈ? অখিল বৰুৱাই সেই প্ৰশ্নৰ কোনো উত্তৰ দিয়া নাছিল।

সেই অখিল বৰুৱাক আদৰ্শ বুলি মনে-প্ৰাণে তেনেকুৱা আদৰ্শবান শিক্ষক হ'বলৈকে কল্পনা কৰা তেওঁৰ ছাত্ৰবোৰৰ ভিতৰত হৰেণ আছিল অন্যতম। সি অখিল বৰুৱাৰ দৰে কাপোৰ পিন্ধিছিল, হাঁহিছিল, পাণ্ডিত্যগন্ধী কথা কৈ জ্যেষ্ঠজনৰ হাঁহিয়াতৰ পাত্ৰ হৈছিল। কলেজত সি মাৰ্ক্সবাদ পঢ়াৰ আধুনিকতাৰে চুলিত তেল নঘঁহা, গম্ভীৰ তত্ত্ব-তাৰ্কিক হ'ল। আৰু, অখিল বৰুৱাৰ সকলো সৃজনী-প্ৰতিভা, বিকাশৰ বক্তৃতা সৰ্বাঙ্গকৰণেৰে মনত ৰাখিও সাধাৰণভাৱে স্নাতক হৈ পৃথিৱীৰ বাস্তৱ ফালটোত থিয় হৈ ধোঁৱা-কোঁৱা দেখিলে। কি কৰিব এতিয়া সি? দেশত নিবনুৱা সমস্যাটোৰ ওপৰত

তৰ্ক কৰি মাৰ্ক্সীয় দৃষ্টিকোণ আনক বুজাব পৰা বি. এ. পাছ হৰেণ শইকীয়া সমস্যাটোৰে অংশ হৈ পৰি পেঁপুৱা লাগিল। নিয়োগ বিনিময় কেন্দ্ৰ, বাতৰি-কাকতৰ চাকৰিৰ খালী পৃষ্ঠা, দৰ্খাস্ত দিয়া আদিৰ মাজেদি ক্ৰমে বেছিকৈ নিবনুৱা - পলসত সোমাই গৈ থকা হৰেণ শইকীয়াক তাহানি অখিল বৰুৱাই দিয়া সৃজনী প্ৰতিভা বিকাশৰ বক্তৃতা বা মাৰ্ক্সীয় দৰ্শন অধ্যয়নে একো সহায় কৰিব নোৱাৰিলে, আন এজন শিক্ষকে ছুটি লোৱাৰ কাৰণে সেই ঠাইত শিক্ষকতা কৰিবলৈ তিনি মাহৰ চাকৰি এটা পাই কোনোমতে সাময়িকভাৱে আত্মবিশ্বাস ঘূৰাই পালে। তিনি মাহৰ অস্থায়ী চাকৰি ; তথাপি সি মনে মনে মনে সদায় ভাবিছিল যে সিজন মাষ্টৰ আন কিবা ভাল চাকৰি পাই বা আন ভাবিছিল যে সিজন মাষ্টৰ আন কিবা ভাল চাকৰি খাবলৈ সেই বিদ্যালয়লৈ পুনৰ ঘূৰি নহাৰ সম্ভাৱনাই সৰহ। অন্ততঃ সেই সুৰতে তাক বহুতে আশ্বাস দিছিল- বিশেষকৈ তাৰ বৰ্তমান শহুৰেক আৰু আন যিসকলে তাৰ বিয়া পাতিব লাগে বুলি তাক হেঁচা মাৰি ধৰিছিল, - — ঠিক চাকৰি হোৱাৰ দিনাৰপৰাই। সকলো যেন সেই দিনটোলৈকে বৈ আছিল। ফলস্বৰূপে, সেই সময়ৰ স্বাভাৱিক নকৰাওঁ প্ৰথা অনুযায়ী নকৰাওঁ বুলি দৰা হৈ হৰেণ শইকীয়াই বিয়া কৰাই পেলোৱা আদি দহ দিন হ'ল। এই দহ দিনে বিয়াত ব্যৱহাৰ কৰিবলৈ অনা স্কুলৰ চকী-বেঞ্চকে ধৰি সকলো বস্তু ঘূৰাই দিয়া হৈ গ'ল। কেৱল দিয়া হোৱা নাই নগদ টকাৰ ধাৰ আৰু উঠনাবোৰ।

হৰেণ শইকীয়াই কিন্তু সঁচাকৈ বিয়া কৰাব খোজা নাছিল। প্ৰথমতে — এই কথা তেওঁৰ সাত- শত্ৰুৱেও স্বীকাৰ কৰিব লাগিব। চাকৰি বিচাৰি আত্ম-বিশ্বাস হেৰুৱাই বিবুদ্ধি হৈ পৰা সময়ত স্থানীয় স্কুলৰ হেড্‌মাষ্টৰে এইকণ সহায় কৰি নিদিয়া হ'লে সি ক'ত মৰিলহেঁতেন নিজেই নাজানে। তিনি মাহ শিক্ষকতা কৰাৰ পাচত আকৌ তাৰ কি অৱস্থা হয় কোনে জানে? সিজন শিক্ষক ঘূৰি অহাৰ সম্ভাৱনা নাই বুলি ওপৰে ওপৰে কৈ ফুৰা মানুহবোৰৰ কথাত বিশ্বাস কৰিব লগা একো নাই — কেৱল সেয়ে হওক বুলি আশা কৰাৰ বাহিৰে। চাকৰি নোহোৱাকৈ ঘৰত এমাহো বহি খাব নোৱাৰি — একেবাৰে তলী উদং। বাপেক-মাকে বিয়া কৰাবই লাগিব বুলি জোৰ দি কওঁতে সি বুজাইছিল ঃ মই বিয়া কৰালে বিপদ হ'ব মা ; মহা বিপদ। তোমালোককো খুৱাব নোৱাৰিম, ঘৈণীৰ আগতো নাকটো কটা যাব। আজিকালিৰ ছোৱালীক স্বামীৰ লিগিৰী আৰু ঘৰখনৰ বেটী হিচাপে বাবলৈ পাবা বুলি নাভাবিবা। তেওঁক সন্তুষ্ট কৰোঁতেই মোৰ মাষ্টৰি-দৰ্মহা পিয়ন-চৰা ওহাৰ হেন হ'ব, তাত তোমালোকলৈ একো নাথাকিব। মোৰ নিচিনা ডাল-দৰিদ্ৰ পৰিয়ালৰ বৰ ল'ৰাই বুজন দৰ্মহাৰ স্থায়ী চাকৰি নোপোৱালৈকে বিয়াৰ কথা ভাবিবই নাপায়। আগৰ দৰে বৰ পুতেকলৈ বোৱাৰী আনি গৰ্ব কৰাৰ দিন গ'ল মা।

উত্তৰত তাৰ মাকে বেজাৰ কৰি কৈছিল —

ঃ তোকনো মই আৰু কি বুজাম। ভায়েৰ দুটাৰ অৱস্থা দেখিছই। এটাই সেয়া স্কুল পাছ কৰাৰ আগতেই পঢ়াৰ নামত শান্তি-পানী ছটিয়ালে ; ঠিকাদাৰী কৰো বুলি দিনে-নিশাই বংবঙাবলৈ ল'লে। দুপইচা ঘৰলৈ অনাৰ সলনি ঘৰৰপৰাহে সৰকাবলৈ বিচাৰে। ইটো স্কুলতে আছে। মই এই বেমাৰী গাৰে সিহঁতৰ বিয়া চাবলৈ জীয়াই থাকিব নোৱাৰো। এনেয়েনো তোক বিয়া কৰাবলৈ ইমানকৈ কওঁনে? আমাৰ কথাও ভাবি চাবি। তহঁতক ইমান কষ্ট কৰি এনেয়ে ডাঙৰ কৰিলোন?

মাকৰ কথাৰ উত্তৰ হৰেণে দিব পাৰে। সি ক'ব পাৰে যে আমাক তোমালোকে জন্ম দিলা কোনো পৰিকল্পনা কৰি নহয়। তোমালোকৰ দাম্পত্য-জীৱনৰ জৈৱিক কামনাৰ আনন্দময় তৃপ্তিৰ ফলস্বৰূপেহে আমি প্ৰজনিত। আৰু নিজ সন্তানক দিনে দিনে ডাঙৰ হৈ অহা চাই থকাটো যি আনন্দ, পুত্ৰ-সন্তান উপাৰ্জনৰ পথ আৰু সম্পত্তিৰ অধিকাৰী হৈ বুঢ়াকালত নিজে নিঠৰুৱা নোহোৱাৰ যি স্বাভাৱিক অথচ গুপুত সতৰ্কতা, তাৰ কাৰণেই তোমালোকে আমাক ডাঙৰ কৰিলা বা আমি ডাঙৰ হোৱালৈকে তোমালোকে আমাৰ খোৱা - পিন্ধা-থকাৰ প্ৰতি মনোযোগ দিলা। ..... এনেকুৱা বহুত কথাৰে সকলো মাককে থকা-সৰকা কৰিব পাৰি, সকলো মাকৰে কৰিব পাৰি, সকলো মাকৰে উত্তৰ বন্ধ কৰিব

পাৰি। কিন্তু হৰেণে নকৰিলে।

কাৰণ, স্বাভাৱিকভাৱে সমাজ-সংস্কাৰ মানি উচিত বয়সত বিয়া কৰোৱাত তাৰ কোনো আপত্তি নাই। বৰঞ্চ এই বয়সত তাৰ দেহৰ ক্ষুধা আৰু মনৰ কামনাৰ পাত্ৰী বিচাৰি কোনোবা গাভৰুৰ দেহৰ ভাঁজত নিজৰ চাৱনি লাজ- লগাকৈ বগাই ফুৰা সি গ'ম পায় — কোনোবা অপ্ৰস্তুতাই লাজ কৰি তলমূৰীয়া হৈ, ঠিক হৈ থকা সাজপাৰক টানি-টুনি ঠিক কৰিব খোজা দেখি। তেনেকুৱাত সি মনটো লেকাম এৰি নিদিয়ে। কিন্তু অকলে থাকোঁতে মনটো কেতিয়াবা বেয়াকৈ উৰুঙা লাগে। তাৰ কাণ-গাল গৰম আৰু ৰঙা হোৱা সি গম পায়। সি শিকি লোৱা ব্ৰহ্মচৰ্যৰ সকলো নিয়ম মানি চলে। এনেকুৱা অৱস্থাত কাণ-মূৰ চেঁচা পেলাই মনটোক আৰু দেহাটোকো উত্তেজনাৰপৰা ৰক্ষা কৰিবলৈ সি এঘটি চেঁচাপানী খাই দিলে। মনে মনে তাৰ হাঁহিও উঠে — নাৰীৰ অংগ-সুখৰ বিকল্প হিচাপে এগিলাচ চেঁচাপানীয়ে কাম কৰা দেখি। এনেকুৱা অৱস্থাতে প্ৰায়ে সি ভাবে যে তাৰ বয়সৰ দেহ আৰু মনে সঁচাকৈয়ে বিয়া কৰোৱা উচিত।

কিন্তু, তেনেকুৱা দুৰ্বল মুহূৰ্তত তৎক্ষণাত তাৰ অধ্যয়নপুষ্ট বিবেক ফেপেৰি পাতি ধৰে। আজিৰ যুগত, জৈৱিক তাড়নাতে হওক বা সমাজ-সংস্কাৰ মানিয়ে হওক, বিয়া কৰাই বোজা হিচাপে ঘৈণীয়েক এজনী গোটাই লোৱাৰ মানে নাই। বাওঁ-পন্থী ৰাজনৈতিক জ্ঞানে তাৰ ব্যক্তিগত সুখ-সম্ভোগৰ কল্পনাক এনেকুৱা দুৰ্বল ক্ষণতে তিৰস্কাৰ কৰি মনত পেলাই দিয়ে যে সমগ্ৰ এচিয়া মহাদেশতে সাম্ৰাজ্যবাদী শক্তিসমূহে শোষণৰ জাল পেলাইছে। ভাৰত-বৰ্জ্জাৰখনৰ কাৰণে বিভিন্ন সাম্ৰাজ্যবাদী শক্তিৰ মাজত খোৱা কামোৰা। প্ৰলোভনৰ সহায়ৰূপী আৰু চুক্তিৰূপী ল'জেন্স চুপি দেশীয় নেতা কেতবোৰে দেশৰ অৰ্থনীতিক এনেকুৱা অৱস্থা পোৱাইছেগৈ যে সাধাৰণ মানুহৰ ধনৰ মোনাই একোকে কিনিব নোৱাৰা হৈছে। সাম্ৰাজ্যবাদী শক্তি আৰু সিহঁতৰ দালালৰ পৰা দেশৰ জনসাধাৰণক ৰক্ষা কৰিবলৈ ভাৰতত আশু বিপ্লৱৰ পৰিস্থিতি সৃষ্টিৰ প্ৰয়োজন হৈছে। এই সময়ত নিজৰ সপোন দেখাটো চৰম মূৰ্খামি। বৈপ্লৱিক পৰিস্থিতিৰ মাজতো যে বিয়া হ'ব নোৱাৰে, এনে নহয়। কিন্তু তেনেকুৱা সময় আৰু পৰিস্থিতি-সচেতন হৈ কৰোৱা বয়াবোৰ হ'ব লাগিব বিপ্লৱৰ সহায়ক। সেই বিয়া আমাৰ দৰে সম্পূৰ্ণভাৱে স্বামী নিৰ্ভৰশীল ছোৱালীৰ লগত হ'ব নোৱাৰে। এনেকুৱাকৈ দেশৰ, জনতাৰ আৰু জগতৰ স্বাৰ্থৰ পৰিপন্থীকৈ নিজৰ কথা ভাবি হৰেণে বৰ ভাল পায়। তেতিয়া তাৰ নিজকে বিপ্লৱৰ নায়ক যেন লাগে।

কিন্তু এইবোৰ কথা সি মাক-বাপেকক ক'ব নোৱাৰে ; নকয়। সি নিজে কিন্তু অনুভৱ কৰে যে ভাৰতত এনে এক বৈপ্লৱিক পৰিস্থিতি বৰ্তমান যে তাৰ কাৰণে দেশৰ প্ৰতিজন যুৱক সজাগ হৈ থকাটো অতি প্ৰয়োজন। গেৰিলা যুদ্ধৰ ৰণকৌশল মতে ভাৰতৰ কোন ঠাই প্ৰথমে মুক্ত অঞ্চল হ'ব লাগিব সেই বিষয়েও সি লগৰবোৰৰ লগত বহুত দিন আলোচনা কৰিছে। সিহঁতৰ মতে অসম আৰু পশ্চিমবংগৰ উত্তৰ অঞ্চল উপযুক্ত ঠাই। কাৰণ এইবোৰ ঠাইত লুকাবলৈ পৰ্বত - পাহাৰ আছে, নদী-পৰ্বত আৰু বাট-পথৰ অসুবিধাত এইবোৰ ঠাইত চৰকাৰী সৈন্য পৰিচালনাৰ গতি মন্থৰ হয়, আৰু এইবোৰ ঠাইৰপৰা বিদেশৰ লগত আহ-যাহ, অস্ত্ৰ সৰবৰাহ, আদি সহজ হোৱাৰ উপৰিও বিদেশৰ যোগেদি পৃথিবীৰ বিপ্লৱী জনতাৰ লগত সংযোগ ৰাখিব পাৰি। কিন্তু বিপদ হৈছে এই অঞ্চলত সামৰিক বাহিনীৰ ঘাটি আৰু সংখ্যা বৰ বেছি। প্ৰথমেই এটা মুক্ত অঞ্চল ঘোষণা কৰি বিৰাট সামৰিক বাহিনীৰ লগত সম্মুখ সংগ্ৰামত নামিব লগা হ'লে বৰ বিপদজনক হ'ব আৰু স্থানীয় মানুহৰ একাংশকো এতিয়ালৈকে বিপ্লৱপন্থী কৰিব পৰাৰ কোনো প্ৰমাণ নাই। বৰঞ্চ এই অঞ্চলৰ নগৰ কেইখনমানতহে কমিউনিষ্ট আছে; তেওঁলোকো তাত্বিক, চৌখিন কমিউনিষ্টহে; সক্ৰিয় কৰ্মী নহয় ; আৰু প্ৰায়বিলাকেই বুৰ্জোৱা মনোবৃত্তিৰ। লগৰসকলৰ লগত এই বিলাক আলোচনা কৰোঁতে হৰেণে ঘৰ-সংসাৰৰ কথা পাহৰি যায়। কিন্তু তাৰ বন্ধুমহলে জানে যে হৰেণৰ নিচিনা মানুহ পৃথিবীৰ ক'তো কেতিয়াও বিপ্লৱৰ আগশাৰীত নাথাকে। নাই, হৰেণ বিপ্লৱী নহয়; বিপ্লৱৰ বিষয়ে তাৰ জ্ঞান কিতাপ পঢ়ি পোৱাৰ ভিতৰতে সীমাবদ্ধ। মাৰ্ক্স আৰু মাও-চে-টুঙৰ পিতাপ পঢ়া মানুহবোৰকে পুলিচে কমিউনিষ্ট বুলি ভবাৰ দৰে হৰেণেও কিতাপ পঢ়িয়েই বিপ্লৱ

কৰে। কোনো বিপ্লৱী সংগঠনৰ লগত সি জড়িত নহয়। তথাপি এটা কথা স্বীকাৰ কৰিব লাগিব যে সাম্যবাদী সাহিত্য পঢ়াৰ ফলত সি সমাজ বিজ্ঞানমতে ইতিহাসৰ অবধাৰিত ক্ৰমবিকাশ বিশ্বাস কৰে, মূৰ্খৰ দৰে তাৰ বিৰোধিতা নকৰে। সি নিজেও কয় যে, সংগঠিত শৃংখলাবদ্ধ জীৱন উৎসৰ্গীকৃত মুক্তি-বাহিনীয়ে তাৰ নিচিনাবোৰক কেতিয়াবা এগিলাচ পানী দি কেতিয়াবা এটা খবৰ দি, কেতিয়াবা দুষ্প্ৰাপ্য খোৱাবস্তু দি, সি জানো সহায় কৰিব নোৱাৰিব?

তাৰ নিজৰ ঘৰখনৰ সমস্যাবোৰো সি ফঁহিয়াই নোচোৱাকৈ থকা নাই। সি জানে যে তাৰ পিছৰে ভায়েক বলেন এক নম্বৰ ফটুৱা আৰু নিম্ন-মধ্যবিত্তৰ গেলা-গপেৰে বৰ চুবীয়াৰ ফেৰ মৰা মনোবৃত্তিৰ। কাছাৰীত কেৰেণী কাম কৰা চাকৰিটো এনেকুৱা আছিল যে তাত বাহিৰা পইচা একেবাৰে নাছিল বুলিলেও হয় ; তাতে হয়তো বুধিয়কে কৰিলেহেঁতেন ; কিন্তু তাৰ বাপেকে সাহ আৰু বুদ্ধি মাকৰ পেটতে এৰি আহিল। ওপজাৰ পাচত সাহ আৰু বুদ্ধি থকাৰ প্ৰমাণ স্বৰূপ কোনো কাম তেওঁ কেতিয়াও কৰা নাই। তথাপি বৰচাহাবৰ কাছাৰীত কাম কৰা বুলি হৰেণৰ বাপেকৰ গাঁৱত প্ৰতিপ্ৰত্তি আৰু সন্মান যথেষ্ট আছিল। সেই প্ৰতিপত্তিৰ গেলা গপ বাপেকৰ এতিয়াও আছে। কেতিয়াবাই অৱসৰ পোৱা বাপেকে হৰেণক এতিয়াও হঠাতে সোধে ঃ আমাৰ জিলাৰ বৰ চাহাব কোন অ' এতিয়া? হৰেণে নতুন কোনোবা এজন উপাযুক্তৰ নাম কয় যাক বাপেকে চিনি নাপায়। কিন্তু সেই বিষয়ে একো নকৈ বুঢ়াই সোধে, অমুক বৰচাহাব এতিয়া ক'ত আছেগৈ বা ক'ত মৰিলগৈ কোনে জানে। বুঢ়াই হৰেণৰ বক্তব্য উপেক্ষা কৰি অতীতৰ নিজে পোৱা কোনোবা এজন বৰ-চাহাব প্ৰশংসা কৰি কয় ঃ সেই বোৰহে আছিল জিলাৰ আচল বৰচাহাব, দেখিলেই মূৰ-দোঁৱাবলৈ বাধ্য। একো একোজন যেন দেৱপুৰুষ।

হৰেণে তিনিমহীয়া চাকৰিটো পোৱাৰ আগতেও স্বীকাৰ কৰিছিল তাৰ বিয়া কৰোৱাৰ বয়স হোৱা বুলি। তাৰ মাত্ৰ প্ৰশ্ন আছিল— সি বিয়া কৰায় কেনেকৈ? তাৰ ৰাজনৈতিক চিন্তাধাৰাক উপেক্ষা হয়তো কৰিব পাৰি— বিয়া কৰাই লোৱালৈকে। কিন্তু তাৰ গোটেই ঘৰখনৰ খাবলৈ নোহোৱা অৱস্থাটো সি কেনেকৈ উপেক্ষা কৰিব? আগৰেপৰা বন্ধকত লৈ আধি দিয়া ৰুপিত মাৰি ধানখিনি হৰেনৰ মতে সিহঁতে নিয়মমতে পাবই নালাগে। আজি চল্লিছ বছৰে সৰুমনে সেই মাটি বন্ধক মোকোলাই নিব পৰা নাই ; আৰু চল্লিছ বছৰে খেহেটোই আধিলৈ লৈ খেতি কৰি আধা ধান সিহঁতক দি গৈ আছে। নিয়মমতে সেই মাটি সৰুমনৰ আৰু খেহেটোৰ। নিজৰ অৱস্থাৰ কথা জানিও ৰাজনৈতিক সততাৰ তাগিদাতও হৰেণে এদিন খেহেটোক কৈছিল- বাপেক -মাকে নুশুনাকৈ — এই বুলি ঃ সেইটুকুৰা মাটিৰ ধান এতিয়াও আমাক কিয় দি থাকইঁক ? আৰু, আইনমতেও তইঁতে এতিয়া সমানে আধা ধান দিব নালাগে নহয়। আচলতে চল্লিছ বছৰ খেতি কৰাৰ পাচত মাটি সেয়া সিহঁতৰ হ'ল। এনেয়েও, নামমাত্ৰ টকাৰে বন্ধকত লৈ ইমান দিন ধান খোৱাৰ পাচত সেইটুকুৰা মাটি তোৰ নহ'লেও সৰু মনৰ হ'ল। তইঁতে এতিয়া দৰ্খাস্ত দি নামজাৰী কৰাই ল'বি। আমাক আৰু ধান দিব নালাগে। হৰেণৰ কথা শুনি খেহেটোই হাঁহি এটা মাৰি কৈছিল ঃ তই লিখা পঢ়া শিকা বাবে ভালেই পাইছো। মই মূৰুখ মানুহ। মোক বোপাই তই এই বয়সত আৰু পাপ কৰিবলৈ নিশিকাবি। মৰিবলৈ চাৰিটা দিন আছে। আমি মৰাৰ পাচত তইঁত শিক্ষা পোৱাবোৰে যি কৰ কৰিবিহঁক।

এতিয়াও সেইখিনি মাটিৰ ধানেৰেই হৰেণতৰ সাতমাহ মান যায়। বাকী কিমাহ চাউল কিনিব লাগে। আন কোনেও নাজানিলেও হৰেণে জানে যে আজি পাঁচ - ছয় বছৰ ধৰি অহা মাহত দিম বুলি বাপেকে প্ৰায় আটাইবিলাক চিনাকি বন্ধু আৰু আত্মীয়ৰপৰা প্ৰতিমাহে ধাৰ কৰিয়ে আছে — কেৱল চাউল কিনিবলৈকে। হৰেণৰ বাপেকৰ সততা আৰু অৱস্থা জনা বন্ধু-আত্মীয়ই ঘূৰাই পোৱাৰ আশা তাকৰ বুলি জানিও সহায় হিচাপে যি পাৰে ধন ধাৰলৈ দি থাকে। ক'তো এপইচাও ধাৰ কিন্তু মৰা হোৱা নাই। বাপেকৰ পেঞ্চনৰ চল্লিশটা টকাৰে সেই ধাৰ মাৰিব নোৱাৰি। বুঢ়াই ভাবে, বৰপুতেকৰ প্ৰথম দৰ্মহা কেইটামান ধাৰ মাৰোঁতেই যাব। তাৰ উপৰি আপদে-মস্কিলে ঘৰৰ পুৰণিকলীয়া কাঁহৰ-বাটী-লোটা আদি এপদ-দুপদকৈ বিক্ৰী কৰা হৈ আছে। তথাপি বাপেক টিং খোপৰপৰা নানামে। নিজক বিশেষ বুলি বুজাবলৈকে

ইংৰাজী দৈনিক কাকত দিনৌ পঢ়ে, পথাৰৰ খেতি ভাল-বেয়াৰ বিষয়ে চুবুৰীয়া খেতিয়কৰপৰা মনোযোগেৰে শুনি মোখনিত কয়ঃ মইতো জীৱনত পথাৰৰ বোকাত নামি নাপালোৱেই। তোমালোকে ভাল কৰিছা ; খেতিয়েই লক্ষ্মী। ..... অৰ্থাৎ তেওঁ খেতিয়কবোৰক প্ৰশংসা কৰিব পৰা ওপৰ-শ্ৰেণীৰ মানুহ। তেওঁৰ মতে দেশ-সমাজ, ধৰ্ম-সংস্কাৰ, উন্নতি-প্ৰতিপত্তি, সুখ-শান্তি, মতা-মাইকী, ল'ৰা-বুঢ়া সকলোৰে আজি একমাত্ৰ শত্ৰু হ'ল কমিউনিষ্টবোৰ। তেওঁক বোলে এবাৰ এজন বৰচাহাবে যাবৰ সময়ত কৈ গৈছিল যে, সৃষ্টিকৰ্তা ভগবানত বিশ্বাস নথকা দৈত্য-প্ৰকৃতিৰ কমিউনিষ্টক প্ৰশ্ৰয় দিয়া মানে নিজৰ কবৰ খন্দা। এই কথা লৈ আগেয়ে হৰেণে বাপেকৰ লগত বৰ তৰ্ক কৰিছিল। আজিকালি সি বাপেকক পূৰ্বপুৰুষৰ যুক্তিবিমূখ অন্ধ-প্ৰকৃতিৰ থাকি যোৱা প্ৰতীক হিচাপে গ্ৰহণ কৰে।

হৰেণৰ ভায়েক বলেনে আৰু মেট্ৰিক পাছ কৰিব নোৱাৰিলে। বলেনে গাঁৱৰ গাৰে পৰিশ্ৰম কৰি খোৱা মানুহক থাৰ্ড- ক্লাচ, গাঁৱলীয়া বুলি গালি পাৰে। সেই তৃতীয় শ্ৰেণীৰ গাৱলীয়া পৰিবেশৰ হেঁচাতহে তাৰ ভাৱপ্ৰৱণ মনটোৱে “পঢ়ি কি হ'ব?” বুলি পঢ়ালৈ মন দিব নোৱাৰা হ'ল। সি তিনিবাৰ পৰীক্ষা দি মেট্ৰিক পাছ কৰিব নোৱাৰিলত হৰেণে তাক কৈছিল ঃ তই সেইটো মূৰেৰে আৰু পঢ়িব নোৱাৰ ; খেতিতে লাগ। বাপেক দমদমাই উঠিল ঃ মোৰ ঘৰৰ ল'ৰা খেতিত লাগিব নোৱাৰে। তাতকৈ খাবলৈ নাপাই মৰি যাওক। মোৰ দেউতা বা ককা- কোনোৱেই খেতিয়ক নাছিল। দুইজন আছিল কামত মৌজাদাৰেই — নামতহে মৌজাদাৰৰ টেকেলা। নিজে ঘটিব নোৱাৰালৈকে ঘৰখনত কথা বজাব নোৱাৰে বুলি সি জানে। এতিয়া হৰেণে জনা মতে বলেন কোনোবা ৰাস্তাৰ কাম কৰা ঠিকাদাৰৰ কাম হোৱা ঠাইত গুদামৰখীয়া। কিন্তু বাপেক - মাক আৰু বলেনে নিজে কয় যে সি নিজে ডাঙৰ কণ্ট্ৰেক্টৰ। বলেনে আধুনিক কায়দাত তল-বহল পট্‌লুং পিন্ধে ; চিগাৰেট মুখত আছেই, সোঁ হাতৰ ঠাঁৰিত লোহাৰ বালা, ভৰিত চাৰি-ইঞ্চি ওখ তলী থকা পেং জোতা, দীঘল চুলিত সন্ন্যাস, গাত পিন্ধা স্পোৰ্টিং গেঞ্জিত চোকা ৰঙৰ তীব্ৰতা আৰু খকাখুণ্ডা। বলেন ঘৰত থাকিলে তাৰ ওচৰলৈ অহা বন্ধু-বান্ধৱৰ সাজপাৰ আৰু আদব-কায়দা চাই হৰেণে ভাবে ইহঁত কোন দেশৰ মানুহ। এদিন হৰেণে অসহ্য হৈ বলেনক কৈছিল ঃ তই এইবোৰ কি ল'ৰাৰ লগ লৈছ? সিহঁতৰ চেহেৰাপাতি-মাতকথা সকলো দেখোন ডকাইতৰ নিচিনা। কোনো উত্তৰ নিদি খঙেৰে আঁতৰি যোৱা বলেনলৈ চাই চাই ওচৰতে থকা বাপেকে হৰেণক কৈছিল ঃ বলেনৰ ওচৰলৈ অহা কেবাটাও ল'ৰা নগৰৰ ভব্য আৰু উচ্চ বংশৰ ধনীৰ ঘৰৰ ল'ৰা। সিহঁতৰ চেহেৰাতে বুজা যায়। হেৰ' হৰেণ, তোৰ ওচৰলৈ লেতেৰা কাপোৰ পিন্ধি অহা নাম- গোন্ধ নাইকিয়া কমিউনিষ্ট কিটাতকৈ বলেনৰ অন্তঃ লগ কিটা ভাল।

সেইদিনা হৰেণৰ উত্তৰ বন্ধ হ'ল। সি ভালকৈ বুজিলে যে ফাঁকিৰে হ'লেও সামাজিক মৰ্যাদা বজাই ৰখা বলেনৰ জীৱন-দৰ্শনক বাপেকে তাতকৈ সমৰ্থন কৰে। তাৰ পাচত আৰু সি বলেনক উপদেশৰ সুৰত কথা নোকোৱা হ'ল।

হৰেণৰ সৰুটো ভায়েক ৰমেন বৰ্তমান একাদশ শ্ৰেণীৰ ছাত্ৰ। সি পঢ়াত বেচ চোকা। বয়স সোতৰ। আটাইতকৈ ডাঙৰ কথা, ৰমেনৰ নিজস্ব এটা চিন্তাধাৰা আছে— যিটো হৰেনৰ লগতো নিমিলে। হৰেণক ৰমেনে এদিন সুযোগ বুজি অতি সহজভাবে কৈছিল—

ঃ ককাইদেউ, তোমালোকৰ দিনলৈকে তোমালোকে কলম আৰু বক্তৃতাৰ কছৰতকে কৰিলা, পাণ্ডিত্যকে জাহিৰ কৰিলা। সেয়ে আমাৰ মূৰত এতিয়া দায়িত্ব বেছি পৰিছে। বিপ্লৱ গোটেইটো আমিয়ে কৰিব লাগিব ; লগতে ওস্তাদি কৰি তোমালোকে নেতৃত্ব দি কৃতিত্ব অৰ্জন কৰিবলৈ আহোঁতে তোমালোকক প্ৰতিহত কৰিবলৈ পিছফালে তৰোৱাল ঘূৰায়ো থাকিব লাগিব।

আচৰিত কথা যে লগৰবোৰৰ লগত ডাংকোপ মাৰি জিকি অহা হৰেণে, তাতকৈ সাত খলপীয়া সৰু ভায়েক ৰমেনৰ নিৰ্ভয় স্পষ্টবাদী বিপ্লৱী চেতনাৰ আগত, প্ৰকৃত সশস্ত্ৰ বিপ্লৱৰ ৰক্তাৰক্তিৰ প্ৰতি নিজৰ ভিতৰত আনে ধৰিব নোৱাৰাকৈ লুকাই থকা ভীষণ সন্ত্ৰাস, ধৰা পৰি যোৱা হেন পায়। ৰমেনৰ মুখত আখৈ-ফুটাদি ফুটা বিপ্লৱপন্থী যুক্তিক খণ্ডন কৰিব নোৱাৰিলেও

হৰেণে বিশ্বাস কৰে যে সিহঁতৰ নিচিনা নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ শিক্ষিত মানুহে সশস্ত্ৰ বিপ্লৱত সক্ৰিয় অংশগ্ৰহণ কৰিব নোৱাৰে। হৰেণৰ এনেকুৱা কথাক ৰমেনে হাঁহি হাঁহি উৰাই দিয়ে। ৰমেনে কয় ঃ তুমি ককাইদেউ, মতলবী মানুহে মাৰ্জিত কৰি, ডবুৱা কৰি, তথাকথিত 'সম্পাদিত' বুলি ছপাই উলিওৱা ধুনীয়া ছপা—বন্ধাৰে মাৰ্ক্সীয় দৰ্শনৰ শোভন সংস্কৰণবোৰকে পঢ়ি পণ্ডিত হৈ থাকা ; বাস্তৱত কি হ'ব লাগে সেই বিষয়ে চিন্তা নকৰিবা। বাস্তৱ অৱস্থা বুজাৰ ক্ষমতা তোমাৰ নাই। বুজিলেও ভুল অৰ্থ কৰিহে বুজিবা ; কাৰণ তোমাৰ শ্ৰেণী-চৰিত্ৰ সলনি হোৱা নাই। আমি কিন্তু উপজিছোৱেই সৰ্বহাৰা হৈ। আমাৰ হেৰাবলৈ একো নাই ; কিন্তু প্ৰাপ্যৰ ঘৰত আছে পৃথিবীৰ সকলো অধিকাৰ। আমাৰ জন্মই বিপ্লৱৰ পৰিবেশত। হৰেণে নুশুনা ভাও ধৰি অনা কিবা এটা কামত ব্যস্ত হোৱা যেন দেখুৱায়। সি ৰমেনৰ সৈতে তৰ্ক কৰিব নোৱাৰে।

ভায়েক দুটাৰ এইবোৰ কথা বাদ দিলেও সি ঘৰখনৰ আৰ্থিক- অৱস্থা জানি শুনি কোনোমতেই বিয়া কৰোৱাৰ কথা ভাবিব পৰা নাছিল। ঘৰখনত উপাৰ্জনৰ পথ বুলিবলৈ বাপেকৰ পেঞ্চনৰ টকা চল্লিছটা। ইপিনে স াবালক খাবৰীয়া পাঁচটা। হৰেণে তিনি মাহৰ বাবে পোৱা দৰ্মহা ফুটা কলহত তিনি চলু পানী দি কলহ ভৰিল বুলি চকু জপাই ভবাৰ নিচিনা কথা। বাৰে বাৰে আত্মীয় অনাত্মীয় সকলোৱে তাক বিয়া কৰাবলৈ উপদেশ দিওঁতে সি খঙেৰে ভাবিছিল ঃ বিয়াখন কৰাই ঘৰ পাতি আই-বোপাই ক আনন্দ দিয়াৰ লগে লগে নিজৰো অতি আপোনকৈ অৰ্ধাংগিনী লাভ কৰাৰ কাৰ ইচ্ছা নাথাকে — বিশেষকৈ বিবাহযোগ্য বয়সত ? বৰ দুখ লাগে তাৰ নিজৰ আৰু ঘৰখনৰ দুৰৱস্থাৰ কথা ভাবি দেখি, শুনি। কিন্তু বিয়াৰ পাচতে ভাত খাবলৈ পইচাৰ অভাৱ হ'লে, নতুন গাভৰু এজনীয়ে দাম্পত্য জীৱনৰ সকলো সপোন চকুত সানি ৰাখোঁতেই পইচাৰ অভাৱত লঘোণে থাকিব লগা হ'লে হৰেণৰ প্ৰতি সেই ছোৱালীৰ সন্মান কেতিয়াবা থাকিবনে ? হৰেণৰ নাক কটা নাযাঁবনে ? সেই অচিনাকি নতুন ছোৱালীজনীক কোনেও বুজাব নোৱাৰিব যে দেশৰ বৰ্তমান পৰিস্থিতিত আমি বিয়া কৰোৱাৰ পাচতে লঘোনে থাকিব লগা হয়। বিশেষকৈ বাপেকৰ ফিতাহি মৰা কথাৰ পাচত ঘৰখনৰ ভিতৰখন এনেকুৱা বুলি আগেয়ে জানি সাজু হৈ অহাৰ কোনো সম্ভাৱনা নাই। সেইকাৰণে সি ভাবিছিল,লোকৰ ঘৰৰ ছোৱালী এজনীক আনি তাইৰ আগত ঘৰুৱা অৱস্থাৰ কথাটো গাত কেঁচা-হালধিৰ গোন্ধ থাকোঁতেই ধৰা পৰাতকৈ মাক দেউতাকে বিয়া পাতি দিব নোৱাৰি মনত দুখ পোৱাই ভাল। সেই কাৰণেই সি প্ৰতিবাৰেই মাক-বাপেকে জোৰকৈ দিয়া বিয়াৰ প্ৰস্তাৱ মানি লৈও বুদ্ধি কৰি বিয়াৰ দিনটো পিচুৱাই নি আছিল।

হৰেণে কাম কৰা স্কুলৰে শিক্ষক এজনৰ ছোৱালী এজনী তালৈ বহুত দিনৰেপৰা যাচি থকাৰ কথা সি জানে। সেই শিক্ষকজনেই খবৰ দি, দৰ্খাস্ত কৰাই, হেড্ মাষ্টৰক খাটিছিল হৰেণক অস্থায়ী শিক্ষকৰ চাকৰিটো দিবলৈ। ছোৱালীজনী সি দেখিছিল, কথা পাতিছিল, তাই তলমুৰ কৰি আনি দিয়া চাহ খাইছিল। তাই তেতিয়া ডিগ্ৰী ক'ৰ্চৰ দ্বিতীয় বছৰত। ছোৱালীৰ বাপেক শ্ৰীযুত নগেন হাজৰিকা হৰেণে জনা দিনৰেপৰা কংগ্ৰেছী। হৰেণে অৱশ্যে আশা নকৰে যে সি তাৰ আদৰ্শৰ লগত মিলা সাম্যবাদী বাপেকৰ চমজ্‌দাৰ ছোৱালী এজনী পত্নী হিচাপে পাব। কিন্তু সেইবুলি এতিয়াও গান্ধী-নেহৰুৰ নামতে মজ্জি থকা বাপেকৰ জীয়েকক বিয়া কৰাই আনিব পাৰিনে ? অৱশ্যে এটা কথা ঠিক যে শিক্ষকৰ ছোৱালী কাৰণেই সাজে-পাৰে আধুনিকা নহয়। গতিকে তাৰ স্নো-পাউদাৰৰ খ ৰচ বিশেষ নাবাঢ়ে। মাষ্টৰৰ আৰ্থিক অৱস্থাৰ কথা ভাবিয়েই তাৰ একোবাৰ মন গৈছিল, ছোৱালীজনীক বিয়া কৰাই বাপেকক উদ্ধাৰ কৰিবলৈ। কিন্তু বিয়া কৰাঁও বুলি কয় কেনেকৈ ? বিয়া কৰাওঁ বুলিলেই অন্ততঃ তিনি হেজাৰ টকা লাগিব। নতুন ছোৱালী এজনী আনিবলৈ থকা ঘৰটোৰ শোৱনীকোঠাটো বেলেগে কৰোত এহেজাৰমান পৰিবই। অলংকাৰৰ সোণ বোলে হ'ব। কিন্তু সেইবোৰ গঢ়াৰ খৰচ আৰু কাপোৰ- কানি দুহেজাৰৰ লাগিবই। মানুহ একেবাৰে নামাতোঁ বুলিলেও সাত-আঠ শ টকা খৰচ হ'ব। সেইবাৰ বাপেকে তাক সোধোতে সি একে আষাৰে না বুলি কোৱাৰ পাচত তাৰ বিয়াৰ কথা বহুত দিনলৈ নোলাব বুলিয়ে সি ধৰি লৈছিল।

বাপেকে হৰেণক বিয়াৰ প্ৰস্তাৱ পোনপটীয়াকৈ দি কৈছিল ঃ এইবাৰ আৰু এই দিন পিচুৱাই নিনিবি। সেই কথা কোৱাৰ এসপ্তাহমান পাচৰ কথা। নিৰ্ধাৰিত ঘৰুৱা শিক্ষকতা কৰি সি নিশা আঠমান বজাত ঘৰলৈ ঘূৰি আহিছিল।

সাধাৰণতে ৰাতি ল'ৰা পঢ়াই আহি সি পাচ-চোতালত চাইকেলৰপৰা নামেহি। সি চাইকেলৰপৰা নমাৰ আগতেই পেডেল নমৰাকৈ আহোঁতে হোৱা ফ্রি-হুইলৰ শব্দ শুনি মাক-বাপেকে জানে যে সি আহিছে মাক-বাপেক সি অহাৰ শব্দ শুনিবলৈ কাণ পাতি বৈ থাকে ; কাৰণ সেই সময়ত ৰমেন পঢ়াত ব্যস্ত থাকে। ৰলেন ঘৰত সন্ধিয়া কেতিয়াও নাথাকেই আৰু একমাত্র তাৰ কাৰণেই মাক ৰান্ধনিঘৰত বহি থাকে। হিচাপত মানুহৰ সংখ্যা পাঁচ হ'লেও সিহঁতৰ ঘৰখন সন্ধিয়া বৰ নিমাওমাও। মাইকী মানুহ নহ'লেও দংদঙীয়া ল'ৰা তিনিটাই ঘৰ ভৰাই ৰাখিব নোৱাৰে। সেইদিনা কিন্তু সি বাটেতে বন্ধু এজনক বজাৰলৈ যাবলৈ চাইকেলখন দি আহিছিল। গতিকে সি ঘৰৰ ভিতৰ সোমাই, কাপোৰ সলাই ৰান্ধনিঘৰৰ ফালে আগবঢ়ালৈকে ৰান্ধনিঘৰৰ জুহালৰ কাষত বহি থকা বাপেক-মাকে হৰেণ অহাৰ উমান্‌কে পোৱা নাছিল। মনে মনে সি ৰান্ধনিঘৰৰ দুৱাৰমুখতে থমকি ৰৈ ভাবিলে ঃ এতিয়া মাৰ ওচৰতে জুহালৰ কাষত বহিলে আকৌ সেই বিয়াৰ কথাকে ওলাব। তাতকৈ সৌ বৰুৱাৰ ঘৰতে পাক এটা মাৰি ভাত খোৱাৰ পৰত ওলাবহিনেকি। ভাবি থাকোঁতেই সি ভিতৰত বাপেকৰ এটা দীঘল হুমুনিয়াহ ওলাই অহা শুনিলে। বাপেকে এই বয়সত এনেয়ে বহি হুমুনিয়াহ কাঢ়ি থকাতকৈ দেখোন ৰামায়ণ-মহাভাৰত পঢ়ি বা তাচ-পাশা খেলি থাকিব পাৰে। এনেকৈ বহি থাকিলে দুশ্চিন্তাহে বাঢ়ে। এনেতে ভিতৰত বাপেকে বৰ দুখেৰে মাকক কৈছিল ঃ সেইদৰে নকবাচোন হেৰা। মই যি পাৰো সকলো কৰিয়ে আছোঁ। চাকৰি কৰি থকা কালত আনৰ দৰে বাহিৰা-পইচা আৰ্জি ৰাখিব পৰা হ'লে, সি হৰেণে মোৰ আগতে কি তুৰিমুৰি কৰিলেহেঁতেন! কাণখনত ধৰি তাক হোমৰ গুৰিত বহুৱাই বিয়া পাতি দিলোঁহেঁতেন। সি বিয়া নকৰাওঁ বুলিলেই নহ'ব নহয়। আমাৰ সমাজত বিয়াখন খৃষ্টানৰ দৰে অকল ল'ৰাটোৰ কাৰণেই নকৰায় নহয় যে তাৰ মতামতেই শেষ মতামত হ'ব। আমাৰ বিয়া মানে দৰাটোৰ বাহিৰেও গোটেই ঘৰখনৰে কাৰণে অনা বোৱাৰী, আৰু বহুত কিবাকিবি। পিছে কি কৰিবা? এতিয়া মোৰ অৱস্থা এনেকুৱা যে জনা কথাও নজনা হৈ মনে মনে বহি থকাৰ বাহিৰে উপায় নাইকিয়া হ'ল। নিজৰ হাতত ফুটা কড়ি এটাও নাই যে তাৰেই জোৰ কৰি বিয়াখন পাতি তাক হোমৰ গুৰিত বহুৱাই দিওঁ। এনেয়েনো মই কিবা চৰুক সুধি চাউল বহোৱা মানুহনে? কি কৰিম? ধপাত খোৱা চিলিমটো কিনা পইচা দহটাও সিহঁতক নুখুজি উপায় নাই। গতিকে তুমি মোক বিয়াখন পাতক বুলি জোৰ কৰিলেই মই পাতোঁ কেনেকৈ?

বাপেকৰ কথা কোৱা শেষ হ'লত মাকে বিননিৰ সুৰত স্বগত উক্তি কৰাদি ক'লেঃ কি কৰিম প্রভু, মোৰ কপালতে নাই। গোটেই জীৱনটো হাঁ-পইচা, হাঁ-পইচা কৰি লেদেনা উকটোতেই গ'ল। এতিয়া মৰাৰ আগতে এজনী বোৱাৰী আনি ঘৰখন ভৰাই থৈ যাওঁ বুলি ভাবোঁতেও হাঁ-পইচাই। এনেকুৱাকৈ সংসাৰ যেন সাত শতৰুৰেও কৰিব লগা নহওক।

বাপেকে অভিযুক্ত দোষীয়ে আত্মপক্ষ সমৰ্থন কৰা সুৰত দুখেৰে ক'লেঃ কি কৰিবানো এতিয়া? আমাৰ কপালতে লিখা আছিল এইদৰে। মই কিবা কৰোঁ বুলি কৰিছোনে?

ঃ মোৰ হাতে-কাণে থকা সোণৰ বস্তুকিপদ বন্ধকত দি বিয়াখন পাতিব পৰা নহ'বনে বাৰু?

ঃ নহ'ব। কিমান আছে বুলিনো ভাবিছা তুমি? থকা-কিটা ছোৱালীক জোৰোণত দিবলৈকে লাগিব দেখোন।

মাক-বাপেকৰ এনেকুৱা দুৰ্বল মুহূৰ্তৰ আলোচনা বাহিৰৰপৰা শুনি থকাটো বৰ অন্যায় কৰা হোৱা যেন লাগিল হৰেণৰ। সি শুনি আছিল বুলি ধৰা পেলাই বাপেক-মাকক লাজ দিব নুখুজিলে। বাপেক-মাকক তেনেকুৱা নিঃসহায় অৱস্থাৰ পৰা উদ্ধাৰ কৰাৰ সংকল্প এটা তাৰ মনত উদয় হ'ল। মনে মনে আঁতৰি আহি শোৱা-কোঠাৰ ভিতৰৰপৰা মাতিলৈগে —

ঃ মা.......

ঃ আহিলি ? — মাকে সুধিলে। লগে লগে সি আহি ৰান্ধনিঘৰ পালেহি। জুহালত জুই প্রায় নায়েই ; তাৰ বাপেক আৰু মাক জুহালৰে প্রায় উধান যেন হৈ জুপুকা মাৰি বহি আছিল। মাকে মূৰ দাঙি থিয় হৈ থকা পুতেকলৈ চাই সুধিলে

## এই গতি নিৰবধি

ঃ আজি দেখোন তই আহোঁতে তোৰ চাইকেলৰ মাত নুশুনিলোঁ?

বন্ধু এজনক বজাৰলৈ যাবলৈ চাইকেলখন দি অহাৰ কথাটো কৈ হৰেণে মাকক সুধিলে ঃ ভাত হ'লনে মা?

ঃ হ'ল। দিওঁনেকি?

ঃ বাকীবোৰ খালে?

ঃ বাকীবোৰনো কোন বাৰু। ৰমেনেতো ভাত হোৱাৰ লগে লগে সুদাই-নিকাই পেট ভৰাই আঁঠুৱাৰ তলত সোমাই পড়ি থাকেগৈ। বলেনে ৰাতি ভাত খায়নে নাখায়, কেতিয়া আহে কোনে কব? বাপেৰে ৰমেনৰ লগতে খায়েই। সদায় তয়ে ময়েহে থাকোঁ।

মাকৰ আগতে বাপেকে জুহালৰ গুৰিৰপৰা উঠি পুতেকলৈ ঠাই আজৰাই দিওঁতে সুধিলে ঃ নঙলা কিডাল মাৰি আহিছনে?

ঃ এ, পাহৰি আহিলোঁ। মাৰি থৈ আহিমগৈ বাৰু। সদায়-মৰাৰ অভ্যাস নাইতো।— হৰেণে অপৰাধীয়ে কোৱাদি ক'লে। হৰেণে সদায় চাইকেলেৰে আহোঁতে চোতাললৈকে উঠি আহিব পৰাকৈ বাপেকে নঙলা-কিডাল খুলি থৈ আহে আৰু সি ঘৰ সোমোৱাৰ পাচত মাৰি থৈ আহেগৈ। আজিও পুতেকক নোসোধালৈকে বাপেকে নঙলা মাৰিলৈগৈহেঁতেন। কিন্তু হৰেণ আজি খোজকাঢ়ি আহিছিল ; গতিকে কেনেবাকৈ পুতেকে হাতৰ লাচতে মাৰি থৈ আহিব পাৰে বুলি হে কথাটো সুধি ল'লে। তাৰ উপাধি, এনেয়ে বুঢ়াৰ পুতেকৰ সৈতে কথা পাতিবলৈ একো নাই। সেই কাৰণেই পুতেকে তেওঁৰ খং উঠি মাত বোল বন্ধ কৰা বুলি যাতে নাভাবে, সেই কথাৰ প্ৰমাণ দিবলৈও কিবা এটা সোধা প্ৰয়োজন। সাতে-পাঁচে নঙলাৰ কথাকে সুধিলে।

বুঢ়া আঁঠুত ভৰ দি উঠিল। বহুত সময় সেইদৰে বহি কথাৰ কাৰণে ভৰি দুটা জঠৰ হোৱা যেন লাগিছিল। ওচৰতে থকা খৰম পিন্ধি খট্‌ক-খট্‌ক শব্দ কৰি বুঢ় ওলাই গ'ল। যাওঁতে কৈ গ'ল ঃ ময়ে নঙলাডাল মাৰি থৈ আহোঁগৈ বাৰু। এডাল নঙলামাৰি ছুটি হৈ আছে। সেইডাল এটা বুদ্ধি কৰি মাৰোঁ মই ; তই নোৱাৰিবি।

ওলাই যোৱাৰ গুৰিতে আন এটা অকথিত মতলবও আছিল। এই সময়তে ভাত বাঢ়ি দিয়ালৈকে মাকে পুতেকক বিয়া পাতিবলৈ কুটুৰিবৰ সুবিধা পায়। ল'ৰাবোৰে কিবা কাৰণত বাপেকতকৈ সাধাৰণতে মাকৰ কথা শুনিব খোজে ; শুনেও।

মাকৰ ওচৰতে হৰেণ বহিল। ভাবিলে মাকে এতিয়া বিয়াৰ কথা উলিয়াব। কিন্তু আচৰিত কথা যে সেইদিনা হৰেণক একো কথা নুসুধি জুইত জেংখৰি বঢ়াই দি মাক মনে মনে বহি থাকিল। তলমূৰ কৰি থকা মাকৰ মুখত যেন বিষাদৰ ছাঁ বিয়পি পৰা হৰেণে দেখিলে। তাৰ মনটো বৰ বেয়া লাগিল। হৰেণৰ মনত খেলাই গ'ল যে মাক-বাপেকৰ ইমানদিনীয়া আশাক চুৰমাৰ কৰি বিয়া নকৰাওঁ বুলি কোৱাটো তাৰ বৰ স্বাৰ্থপৰ নিষ্ঠুৰতা হৈছে। বুঢ়া-বুঢ়ীক সেইকণ মানসিক সুখৰপৰা বঞ্চিত কৰাটো উচিত হৈছে জানো? আন কি সুখৰ সোন্দাকলটো সি মাক-বাপেকক দিব পাৰিব। হঠাতে হৰেণে মন ঠিক কৰি পেলালে। হাঁহি হাঁহি সি হঠাতে মাকক উপযাচি ক'লে ঃ মা, মই যদি বিয়া কৰাওঁ বুলি কওঁ, তেন্তে তুমি কোনজনী ছোৱালী বোৱাৰী কৰি আনিবা?

হঠাতে মাকে যেন সাৰ পোৱাদি পাই পুতেকৰ মুখলৈ চালে। অবিশ্বাস ব্যক্ত কৰি ক'লে ঃ যা বোপাই, মোৰ স'তে তই আৰু বিয়াৰ কথালৈ পেংলাই কৰি নাথাকিবি। বিয়া কৰাওঁ বুলিলে ছোৱালীৰ কিবা আকাল পৰিছেনে ?

ঃ মই যদি কওঁ তুমি ইচ্ছামতে এজনী আনা?

ঃ মই নিজে ভাবোঁ হাজৰিকা মাষ্টৰৰ ছোৱালীজনী বৰ ভাল ছোৱালী। এতিয়া তোৰ ভাল লাগিবানে নাই মই কেনেকৈ জানিম।

ঃ হ'ব তেন্তে মা, অহা মাহতে বিয়া পাতোঁ।

ঃ চুপতি নকৰিবি বোপাই। ছোৱালী ঠিক-থাক কৰি মই বাৰেপতি লাজত পৰি মুখ উলিয়াব নোৱাৰা হৈছোঁ।

ঃ ওহোঁ মা, এইবাৰ কথা বেলেগ। অহা মাহত বিয়া পাতিমেই । দিন এটা চোৱাই ছোৱালীৰ ঘৰত খবৰ দিয়াবগৈ লাগে। তেওঁলোকৰো সুবিধা-অসুবিধা থাকিব পাৰে।

মনৰ ৰঙত মাকে যে পুতেকক ভাত বাঢ়ি দিয়া নাই, সেই কথা পাহৰি গ'ল ; বুঢ়াৰ খৰমৰ খোঁজ ওচৰ পোৱাহি বুলি অনুমান কৰি মাকে ভিতৰৰপৰাই মাত লগালে-

ঃ হয়নে হেৰি?

বাপেকে চোতালৰপৰা সুধিলে ঃ আকৌ কি হ'ল?

ঃ ই হৰেণে দেখোন আজি নিজে কৈছে বোলে অহা মাহতে বিয়া পাতে আৰু দিন এটা চোৱাব লাগে।

বাপেক আৰু চোতালত ৰৈ থাকিব নোৱাৰিলে। ভিতৰলৈ আহি হৰেণৰ ওচৰতে থিয় হ'লহি। ক'লে ঃ দিন চাই থোৱাই আছে। ই সচাঁকৈ কৈছে জানো?

হৰেনে তলমূৰ কৰি ক'লে ঃ বিয়া যদি কৰাবই লাগে, দেৰি কৰিনো কি লাভ হ'ব? ক'ৰবাৰপৰা টকা কিছুমান বেগেতে অহাৰ কথাও নাই।

বাপেক সাউতকৰে বহিলেই। মাটিত আঁক পাৰি বিয়াৰ দিন কোনকিটা আছে তাক ক'লে, কিমান কম খৰচত বিয়া পাতিব পৰা হ'ব তাৰ হিচাপ দিলে। হৰেণে ভাত খাই উঠালৈকে আগন্তুক বিয়াৰ বিষয়ে কথা পাতি বাপেক বহি থাকিল। সেইদিনা ৰাতি শুই শুই কিতাপ পঢ়াৰ অভ্যাস থকা হৰেণে টোপনি নহালৈকে বাপেক-মাকে কথা পাতি থকা শুনিছিল।

হঠাৎ এদিন এইদৰেই বাপেক-মাকক অকণমান মানসিক সুখ দিয়াৰ অভিপ্ৰায়েৰেই বিয়া কৰাবলৈ হৰেনে ঠিক কৰিছিল। তেতিয়ালৈকে হৰেনৰ হাতত আছিল ঘৰুৱা শিক্ষকতা কৰি পাঁচ বছৰে সাঁচ পোষ্ট অফিচৰ চেভিংচ বেংকত জমা থকা টকা পঁচ শ — যিটো কথা তাৰ বাহিৰে কোনেও নাজানে। বাপেকে হৰেনক একো নকৈ বলেনক সুধিলে — বিয়াত সি কিবা সহায় কৰিব পাৰিব নে নোৱাৰে। সি ৰভা দিয়া, নিমন্ত্ৰিতক খুওৱা জোৰোণত দিব লগা দামী কাপোৰখিনিৰ ভাৰ ল'লে। হৰেণে বন্ধু-বান্ধৱৰপৰা কোৱা মাত্ৰেই পাঁচশ টকা ধাৰলৈ পালে। সঁচাকৈয়ে সেইদৰেই এদিন বিয়াখন হৈ গ'ল।

নাই নাই বুলিও বিয়াঘৰত থকা আলহী বাৰুকৈয়ে হৈছিল। বিয়া হৈ যোৱা সাত দিন হোৱাৰ পাছত পুৱা দোক-মোকালিতে উঠি, উৎপতীয়া পুতেক দুটাক বলেনে কাণ-চেপা দিয়াৰ অভিমানত, ট্ৰেনত উঠি মাহীয়েক যোৱাৰ লগে লগেহে বিয়া-খোৱা আলহী শেষ হ'ল। পুৱাতে চাহে-জলপানে ভালকৈ খুৱাই, বিয়াত উঠা বনিয়ন এটা ভনী জোঁৱায়েকলৈ বান্ধি দি, ভনীয়েকক ট্ৰেন ধৰিবলৈ পঠিয়াই হৰেণৰ মাক আৰু নুশুলেগৈ। হৰেণৰ বাপেকে ব্ৰহ্মপুৰাতে পিতলৰ ডাঙৰ গিলাচ এটাত এগিলাচ চাহ লৈ পিয়লাত তিনিবাৰ মানে ঢালি লৈ খায়। চাহ খাই বুঢ়াই জুহালৰ ওচৰতে বহি বুঢ়ীৰ কৈ আছিল — কিমান সুন্দৰকৈ বিয়াখন হৈ গ'ল ; আৰু কিমান নিয়াৰিকে তেওঁৰ তত্বাৱধানত কামবোৰ হৈ গ'ল। বৰ সন্তোষ মনেৰে দুয়ো কথা পাতি আছিল। বিয়াৰ পাচত এতিয়া যেন তেওঁলোকৰ আৰাম কৰাৰ বাহিৰে একো নাই। এতিয়া যেন ঘৰখনৰ সকলো কাম হৰেণ আৰু ঘৈণীয়েকৰ হাতত দি দিয়া হ'ল।

এনেতে বাহিৰত কোনোবাই চোতাল সৰাৰ শব্দ কাণত পৰিল বুঢ়াৰ। বহা অৱস্থাৰ পৰাই ডিঙি মেলি চালে। ভাবিছিল— বলেনৰ কিবা চখ হোৱা বুলি । ডিঙি মেলি চাই ন-বোৱাৰীয়ে চোতাল সৰা দেখি বুঢ়াই বুঢ়ীক খঙেৰে সুধিলে ঃ এইক আকৌ চোতাল সৰাত কোনে লগালে?

বুঢ়ীয়ে মুখত সন্তোষৰ ছাঁ পেলাই ক'লে ঃ মই কেলেই লগামগৈ? সোধক বোৱাৰীয়েকক?

হৰেণৰ বাপেক ব্যতিব্যস্ত হৈ পৰিল ঃ তাই এই ব্ৰহ্মপুৰাতে চোতাল সৰাত কিয় লাগিব লাগিছে। যোৱা, লৈ আঁহোগৈ। নালাগে তাই চোতাল সাৰিব। কি কৰিব নালাগে তুমি শিকাই দিলেহে তাই গম পাব। পুৱাই চাহ-তাহ-এটোপা খাই লৈহে আন কামত লাগিব লাগে।

ঃ আপোনাৰ বোৱাৰীয়েকে শুনিলেহে। তাই বোলে পুৱাই ঘৰ-চোতাল সাৰি গাঁ ধুইহে চাহ-জলপান খায়। — এনেকুৱাকৈ অবাধ্য হৈ কাম কৰাৰ কাৰণে বুঢ়ীৰ যে বোৱাৰীয়েকলৈ মৰম বাঢ়িছে, সেই কথা বুঢ়ীৰ কথাৰ সুৰত ওলাই পৰিছিল।

নতুন ঘৰত বীণাই খাপ খুৱাই ল'বলৈ চকু-কাণ-মন সজাগ কৰি ৰাখি উপলব্ধি কৰিছিল যে ঘৰখনৰ কিছুমান পুৰণি নিয়ম সলোৱাৰো প্ৰয়োজন। শাহুৱেকৰ বাহিৰে মাইকী মানুহ নাইকিয়া ঘৰখন প্ৰায় দাং-বৰলাৰ মেছ চলাদি চলে। তাই চকু দি হে গৈছিল ; সলোৱা বদলোৱাৰ কাম কোনেও অনুভৱ কৰিব নোৱাৰাকৈ লাহে লাহে কৰিব বুলি ভাবি থৈছিল।

পুৱা শুই শুই বিছনাতে পঢ়ি থকা অভ্যাস হৰেণৰ। সদায় বুঢ়ীমাকে তাক পুৱাই এপিয়লা চাহ বিছনাতে দি আহেগৈ। পিচে এই কেইদিন বিয়াৰ উদুলি-মুদুলি আৰু আলহীৰ হেঁচাত, লগতে হৰেণেও পুৱা বিছনাত পৰি থাকিলে নোহোৱা দেখি পুৱাই ইটো সিটো কামত হাত দিয়াত, হৰেণৰ মাকে তাক তাক পুৱাৰ চাহ-পিয়লা বিছনাতে দিবগৈ পৰা নাছিল। আজি ভনীয়েকক পঠাবলৈ সোনকালে উঠা হৰেণৰ মাকে কথাটো মনত পৰি, বোৱাৰীয়েকে চোতাল সৰাত বুঢ়াই আপত্তি কৰি থাকোঁতেই ভালকৈ চাহ এপিয়লা বাকিলে। বুঢ়াই সন্দেহ কৰি সুধিলে ঃ কালৈ বাকিলা চাহ, হয়নে?

ঃ হৰেণক দি আহোঁ।— এই বুলি চাহ পিয়লা লৈ বুঢ়ী উঠিলেই। বুঢ়াই বাধা দিব খুজিছিল ; কিন্তু সময়কে নাপালে। আচলতে বুঢ়ীক কি বুলি কৈ বাধা দিব, আচল কথাটো কৈ বাধা দিলে শুনিবলৈকে বৰ লাজ লগা কথা হ'ব নেকি বাৰু, এই বুঢ়ীজনীৰ কোনো কাণ্ড-জ্ঞান নহ'ল কিয় বাৰু, আদি প্ৰশ্নৰ ফুলজাৰিৰে মূৰটোত গণ্ডগোল হৈ থাকোঁতেই চাহপিয়লা লৈ বুঢ়ী গ'লেই। পিচে পিচে গৈ বাধা দিবনে এতিয়া? ছে ঃ। এইজনী বুঢ়ীৰ একালৰ অনাঘ্ৰাত যৌৱন আদিৰপৰা অন্তলৈ একচেতীয়াভাৱে অকলে উপভোগ কৰি শেষ কৰি দিয়াৰ পাচত আজিও বুঢ়াৰ বুঢ়ীক পুতেকক বিছনাতে নি চাহ দিবলৈ নিয়াত বাধা দিবলৈ লাজ লাগি গ'ল— সেই বাধা দিয়াই পুতেক-বোৱাৰীয়েকৰ শোৱনী কোঠাৰ গুপুত-সম্বন্ধৰ কথাটো প্ৰকট কৰাৰ ভয়ত। বুঢ়াই কেতিয়াও ক'ব নোৱাৰে যে নব-বিবাহিত পুতেক হৰেণৰ উজাগৰী সম্ভোগৰ আবেশ লাগি থকা বিছনাত পুৱাৰ আৰাম ঘুমটিটো চাহ এপিয়লাৰ কাৰণে নভঙাটোহে উচিত হ'ব। সেই শোৱনী-কোঠাটো মাক-বাপে কৰ কাৰণে 'প্ৰবেশ নিষেধ' জাতীয়। এতিয়া বোৱাৰীয়ে জগালেহে পুতেকে আৰাম পাব বুলি বাৰু বুঢ়াই বুঢ়ীক কেনেকৈ কয়? নিজৰ পুতেকৰ বিষয়ে এইবোৰ কথা নিজে জনাকৈও ভাবিব নোৱাৰি ; মনটোৱে অকলে আৰু নিজে সেইবোৰ কথা পাগুলি থাকিলেও আন কথাৰে ঢাকি দিবলগীয়া হয় — লাজতে।

হাতত চাহ পিয়লা লৈ বুঢ়ী গৈ হৰেণৰ শোৱনি কোঠাত সোমাওঁ সোমাওঁ ; পালে লগ সেইখিনিত ৰমেনে ; সি শুই উঠি চকু মোহাৰি আহি সেইখিনি পাইছিলহি। হৰেণক আচুতীয়াকৈ কোঠা লগাৰ পাচত তাৰ নিশাৰ বিছনা আলহী-বহা-কোঠাত। মাকে সৰু পুতেক ৰমেনৰ চকুত আচৰিত হোৱাৰ দৰে প্ৰশ্নসূচক চাৱনি দেখি ক'লেঃ সেইদৰে চাইছ কেলেই? এই পিয়লা চাহ হৰেণক বিছনাতে দি যাবলৈহে আনিছোঁ। তই ৰান্ধনিঘৰলৈকে ব'ল।

ৰমেনে ভৱাতকৈ কাম কৰি ভালপায়। সি মাকক ককায়েকৰ শোৱনী-কোঠাৰ দুৱাৰমুখৰপৰা দুই বাহুত ধৰি অলপ আঁতৰাই আনি ক'লে ঃ মা, ককাইদেউক নবৌৱে দিব ; সেই পিয়লা চাহ মোক দে।

ঃ তইঁ দিওঁতে পলম কৰিব অ'। চোতাল সাৰি উঠি গা-ধুইহে দিব পাৰিব।

ৰমেনৰ খং উঠিল ঃ তথাপি তই দিবগৈ নালাগে। ন-ছোৱালীৰ কোঠাত সোমাই তই পুতেৰক চাহ নিদিয়াৰ

কাৰণে পুতেৰে তোক আৰু এতিয়া বেয়া নাপায়।

অবাক হৈ বুঢ়ীয়ে চাহৰ পিয়লাটো ৰমেনক লৈ যাবলৈ এৰি দিলে। কিবাকিবি বহুত কথা বুঢ়ীৰ মনত খেলাই গ'ল। বুঢ়ীয়ে হঠাৎ অনুভৱ কৰিলে যে হৰেণক পুৱাতে জপৰা চুলিত হাত ফুৰাই জগাই দি চাহ এপিয়লাৰে তপত চেনেহ দিয়াৰ অধিকাৰ এতিয়া তেন্তে কেৱল নতুন বোৱাৰীয়েকৰ একচেতীয়া হ'ল। এতিয়া আৰু তেন্তে বুঢ়ীয়ে হৰেণৰ বিছনা পাৰিব নালাগে, তাৰ লেতেৰা বনিয়ন বিচাৰি থুকুচি দিব নালাগে, তাৰ বিছনাত বহি কথা পাতিব নোৱাৰে ? এতিয়া আৰু বুঢ়ীয়ে তেন্তে তাৰ আঁঠুবাখন ভালকৈ খুঁচি লৈছেনে নাই চাবলৈ নোৱাৰে।

যুঁদ্ধৰ দিনত বৰ আলিয়েদি যোৱা মিলিটাৰি গাড়ীবোৰৰ দৰে ফট্‌ফট্‌কৈ এই কথাবোৰ চিন্তাপথেদি গতি কৰা সময়কণ বুঢ়ী থৰ লাগি একে ঠাইতে বৈ থাকিল। বেৰত বগোৰা জেঠি এটাই সইত্-সইত্ শব্দ কৰি সমৰ্থন কৰেলে। সেই সময়তে গা- ধুই মেলা চুলিৰ আগত গাঁঠি দি হাঁহিয়ে গৰকা মুখ লৈ বোৱাৰীয়েক শোৱনী-কোঠাৰপৰা ওলাই আহিল। শুচি - শুদ্ধ- সন্তোষৰ প্ৰতিমূৰ্ত্তি গোঁসানী যেন লাগিল বোৱাৰীয়েকক ; বুঢ়ীয়ে নিজৰ চিন্তা পাহৰি বোৱাৰীৰ ফালে তৃপ্তিৰে চালে। মনতে ভাবিলেঃ সঁচাকৈ মোৰ ঘৰৰ লক্ষ্মি আহিল ; এইৰ ভাগ্যইহে ঘৰখন তুলি ধৰিব। বৈ থকা বোৱাৰীয়েকক ক'লেঃ যোৱা, তোমাক ৰ'বলৈ কোৱা নাই ; মই আন কিবা এটাহে ভাবিছো। বোৱাৰীয়েক ৰান্ধনিঘৰৰ ফালে যোৱাৰ পাচত বুঢ়ী পিছ চোতাল পালেহি। দূৰত দেখিলে— বুঢ়া গৈ শাকনিবাৰীত লাগিলগৈয়ে। ৰান্ধনিঘৰলৈ গৈ বুঢ়ীয়ে দেখিলে বোৱাৰীয়েক থিয় হৈ ৰৈ আছে। বেচেৰীয়ে আও-ভাও পোৱা নাছিল। জুহালৰ ওচৰতে নিজে বহি বুঢ়ীয়ে বোৱাৰীয়েককো বহিবলৈ ক'লে। বোৱাৰীয়েক বহিলত বুঢ়ী চাহ কৰাত ব্যস্ত হ'ল। মুখেৰে কৈ থাকিল ঃ ৰাতিপুৱাটো মোৰ চাহৰ-খোলাতে যায়। চাহ দিয়া শেষ নৌ হওঁতেই ভাতত লাগিব লাগে। মাজত মৰিবলৈ সময় নাপাওঁ।

কথা কৈ কৈ এপিয়লা চাহ সুন্দৰকৈ বোৱাৰীয়েকৰ হাতত তুলি দি বুঢ়ীয়ে ক'লে ঃ তোমালৈকো চাহ কৰি থৈছোঁ। এই পিয়লা চাহ হৰেণক দি আহাগৈ। ইহঁতৰ আৰাম কি কবা? তাক পুৱাতে চাহ এপিয়লা বিছনাতে দি নাহিলে বিছনাৰপৰা নুঠেই। তাৰ পাচতহে মুখ-হাত ধুই চাহ-জলপান খায়। বৰ পুতেকৰ আব্‌দাৰৰ বিষয়ে কওঁতে বুঢ়ীৰ মুখ-মণ্ডলত সন্তোষৰ আভা চেৰেঙাই গৈছিল।

চাহ-পিয়লা বোৱাৰীয়েকে হাত বঢ়াই ল'লে ; কিন্তু হৰেণক দিবলৈ যাবলৈ বোৱাৰীয়েক লৰালৰিকৈ থিয় নহ'ল। বুঢ়ীয়ে বোৱাৰীয়েকৰ মুখলৈ চাই জানিব বিচাৰিলে মৰম ওপজিলে — সমস্যাটো কি? শাহুৱেকৰ চকুৰপৰা চকু আঁতৰাই আনি নতুন বোৱাৰীয়েকে ক'লেঃ পুৱাই সুদা চাহ খোৱাটো পেটলৈ বেয়া মা। বি. এ. পঢ়া ছোৱালী বোৱাৰীয়েক বীণা। সচাঁ কথা স্পষ্টকৈ ক'বলৈ কেতিয়াও ভয় কৰা নাই। শিক্ষক বাপেকৰ এই শিক্ষা নতুন ঘৰত আহি একে দিনাই এৰি পেলোৱাৰ প্ৰয়োজন বীণাই নেদেখিলে। তাৰ উপৰি জীৱনলৈ নিজৰকৈ পোৱা হৰেণৰ স্বাস্থ্যৰ দায়িত্ব যে তাইৰ, তাৰ ভাল-বেয়াৰ লগত যে তাইৰ ভাল-বেয়া জড়িত, সেই দায়িত্ব যে তাই আহিয়েই গ্ৰহণ কৰিছে, এই কথা বুজাই দিলে পুতেকৰ মঙ্গলকামী মাকে ভাল পাব বুলিও বীণাই ধৰি ল'লে।

বোৱাৰীয়েকৰ উত্তৰ শুনি বুঢ়ী থৰ লাগি ৰ'ল। মূৰত যেন আকাশীৰ সৰগ ভাগি পৰিল। বোৱাৰীয়েকৰ কথাৰ অৰ্থ জানো এইটোৱেই নহ'ল যে ইমান দিনে বুঢ়ীয়ে হৰেণক পুৱাতে সুদা চাহ খাবলৈ দি অন্যায় কৰি আহিছে? আৰু এতিয়া বোৱাৰীয়েকৰ কাৰণে হৰেণৰ সুস্বাস্থ্য বেছি মূল্যবান বাবে তাই হৰেণক এতিয়া পুৱা সুদা চাহ খাবলৈ নিদিয়ে? আৰু, এইদৰে আপত্তি কৰিবলৈ সাহ কৰাটোৱে জানো এইটোও প্ৰমাণ নকৰে যে এতিয়াৰপৰা হৰেণৰ ভাল-বেয়াৰ দায়িত্ব সম্পূৰ্ণভাবে বোৱাৰীয়েকৰ হাতলৈ গ'ল?

চাহৰ পিয়লাটো হাতত লৈ বোৱাৰীয়েক বীণা একেদৰে বৈ থাকিল। কিছু পৰৰ পাচত চাহৰ পিয়লাটো বোৱাৰীয়েকে জুহালৰ ওচৰতে হাতৰপৰা নমাই থোৱা ঠুং শব্দত বুঢ়ীয়ে সাৰ পোৱাদি পালে। বুঢ়ীৰ মনটো একেবাৰে যেন মৰি গ'ল। কিবা এটা জেদ ভাব হঠাৎ মনত উদয় হ'ল। বুঢ়ীয়ে মাত ডাঙৰ কৰি আদেশ দিলে ঃ মই কৈছোঁ যোৱা, দি আঁহা।

কোনো প্ৰতিবাদ কৰাৰ চেষ্টা নকৰি বোৱাৰীয়েকে শাহুৱেকৰ চকুলৈ নোচোৱাকৈ পুনৰ চাহৰ পিয়লাটো দাঙি লৈ লাহে লাগে ওলাই যোৱাটো লক্ষ্য কৰি বুঢ়ীয়ে শান্তি পালে। তাইক অন্ততঃ বুজাই দিয়া হ'ল যে হৰেণৰ ভাল-বেয়াৰ কথাত বুঢ়ীৰ কথাকে ৰজিব। একেদিনাই আহি সকলো অধিকাৰ তাই কাঢ়ি ল'ব নোৱাৰে। আৰু, শাস্ত্ৰ-ভগৱতত হেজাৰ হেজাৰ উদাহৰণ আছে — য'ত কোৱা আছে যে জন্মদাত্ৰী মাতৃ অৰ্ধাংগিনীতকৈ বহুত ওপৰৰ।

এইবোৰ ভাবি থাকোঁতেই তলমূৰকৈ বোৱাৰীয়েক সোমালহি, হাতত চাহৰ পিয়লাটো লৈ। শাহুৱেকৰ খঙাল চাৱনিলৈ চকু তুলি চাই বোৱাৰীয়েকে ক'লে ঃ চেঁচা হ'ল। বুঢ়ীয়ে তৎক্ষণাৎ ধৰি ল'লে যে তাই চাহ তাক দিয়াগৈয়ে নাই। সুধি পেলালে ঃ সি হৰেনে চেঁচা বুলি কলেনে?

যেন মাকে কৰি দিয়া চাহ হৰেনে কেতিয়াও চেঁচা বুলি নকয়েই। কথাটো অৱশ্যে এফালৰপৰা সঁচা ; সি বিচাৰোঁতেহে গৰম চাহ বিচাৰে। খায় সদায় চেঁচা চাহহে। গতিকে চাহ চেঁচা বুলি সি কেতিয়াও নকয়।

ঃ নাই। মইহে চেঁচা পাই নিদিলোঁ। — বীণাই সৈ কাঢ়ি দিলে। কাৰণ মিছা মাতিলে বুঢ়ীয়ে গৈ পুতেকক সুধি ধৰা পেলাই দিলে বৰ লাজ লগা কথা হ'ব।

এতিয়া বুঢ়ীয়ে কৰে কি? হৰেণক পুৱাতে সুদা চাহ এপিয়লা দিয়াৰ বীণাৰ যে একেবাৰে ভীষণ আপত্তি, সেই কথা বুঢ়ীয়ে গম পালে। আৰু বুঢ়ীয়ে অনুমান কৰিলে যে হৰেণক বোৱাৰীয়েকে এতিয়াৰপৰা যে নিজ ইচ্ছামতে চলাব - লাগে বাপেক-মাক-ভায়েকহঁতৰপৰা আঁতাৰি কৰি হ'লেও। বুঢ়ীৰ হঠাতে বৰ শোক লাগিল। এইটো হৰেণক লেদেনা উ মুটি গৰ্ভত দহ মাহ ৰখাৰপৰা বুকুত সুমুৱাই ডাঙৰ কৰিলে, আজি বিয়া কৰাব পৰা কৰিলে। নতুনকৈ অহা এই ছোৱালীজনীয়ে আজি এসপ্তাহৰ আজি এস প্তাহৰ ভিতৰতে জন্মদাত্ৰী মাতৃতকৈ বেছিকৈ হৰেণৰ ৰুচি-অভিৰুচি ভাল-বেয়াৰ বিষয়ে জনা হ'লেন? বুঢ়ীৰ জেদ বঢ়িল। পুতেকে খোৱাৰ আগতে বোৱাৰীয়েকক ইচ্ছা কৰি চাহ খাবলৈ নিদিলে। সেই পিয়লা চেঁচা চাহকে হৰেণক নিজে দি আহিবগৈ নে বোৱাৰীয়েকৰ হাতত আকৌ পঠিয়াই দিব— এই কথা ভাবি থাকোঁতেই হৰেণ উঠি আহি ৰান্ধনিঘৰ পালেহি। পুতেকক দেখিয়েই নিজৰ ফালে এটা সমৰ্থন পোৱাৰ বিষয়ে একেবাৰে নিশ্চিন্ত হৈ বুঢ়ীয়ে লৰালৰিকৈ ক'লে ঃ বহ, বহ বোপাই ; তোক চাহ এপিয়লা বিছনাতে দি আহিবলৈ বোৱাৰীক মই কেতিয়াবাই ক'লো। এওঁ নতুনে নতুনে তোক কি লাগে - নালাগে ধৰিবই পৰা নাই। এবাৰ আকৌ চাহ নি ঘূৰি আহিল চেঁচা হোৱা বুলি। তই যে চেঁচা চাহকে খাব সেই কথা এওঁ গম পোৱাই নাই। পিচে মই .....

বুঢ়ীৰ কথাৰ মাজতে ধৰি হৰেণে ক'লে ঃ নেপালে চেঁচাকে খাওঁ। আচলতে কিন্তু গৰম চাহহে ভাল লাগে। বিশেষকৈ জাৰৰ দিনত।

পুতেকৰ কথাই মাকক যেন চৰ এটাহে মাৰি দিলে। খং সামৰিব নোৱাৰি ভেচ্‌ভেচীয়া হোৱা বুঢ়ীয়ে খেংখেঙয়াই ক'লে ঃ মোক তেন্তে কিয় সদায় কৈছিলি চেঁচা চাহেই ভাল লাগে বুলি ?

পিন্ধি থকা চুৰিয়াৰ আগটোৰে মুখখন মোহাৰি হৰেণে হাঁহি হাঁহি ঘৈণীয়েকলৈ চাই মাকক উত্তৰ দিলে ঃ নকৈ আৰু কি? তোমাক গৰম চাহ লাগে বুলিলে আকৌ এঘণ্টা ৰৈ একে চেঁচা চাহকেহে দিবা। তাতকৈ প্ৰথম বাৰতে চেঁচা চাহ খোৱাই ভাল।

ঃ জানো বোপাই, কান্ধুলি লুটিয়েই মাৰিছনে ফাজলামি কৰিছ, তই হে জানিবি।— এই বুলি বুঢ়ীয়ে নতুন বোৱাৰীয়েকৰ আগত পুতেকে দিয়া লাজ লুকুৱাবলৈ জুই খোঁচৰাত মন দিলে। পুতেক হৰেণে যে গৰম চাহ হে ভালপায়, এই প্ৰথম শুনিলে বুঢ়ীয়ে। তাৰ মানে হৰেণে হঠাতে মাকক এইদৰে ৰগৰ কৰি লঘু কৰিলে একমাত্ৰ নতুন ঘৈণীয়েকজনীক লাজত নেপেলাবলৈকে। এতিয়াই যদি এই অৱস্থা হয়, তেন্তে বুঢ়ী দেখোন এইখন ঘৰত কেইদিনমানৰ পাচত একো কথাতে মাত মাতিব নোৱাৰা আলহী যেন হ'বগৈ। হৰেণে নিজে লৈ পীৰ এখন পাৰি বহি উপদেশৰ সুৰত মাকক ক'লে ঃ মা, এতিয়া বোৱাৰী অহাৰ পাচত তুমি কিয় পুৱাই উঠি কষ্ট কৰিব লাগিছে? পুবা ঠাই সৰা, চাহ দিয়া আদি কাম এওঁৰ

হাতত এৰি দি তুমি আৰামত পুৱা পলমকৈ উঠিবা। মোক চাহ এপিয়লা দিয়াৰ চিন্তা এতিয়া আৰু কৰাৰ কি দৰ্কাৰ?

বুঢ়ীয়ে পুতেকৰ কথা শুনিলে। কাণত পৰিছিলহি কাৰণেহে শুনিলে — শুনিবৰ মন গৈ শুনা নাছিল। এনেকুৱা কথাৰ কোনো উত্তৰ নাই। ছোৱালী এজনী বিয়া কৰাই তালৈ অনাৰ পাচত এতিয়া আৰু বুঢ়ীৰ কোনো প্ৰয়োজন নাই বুলিয়েই জানো হৰেণে প্ৰকাৰান্তৰে কোৱা নাই? এইখন ঘৰত তেন্তে মাক এতিয়া 'মৰিবলৈ ধৰা বুঢ়ী?'

কাৰো মুখত কোনো কথা নাই। হৰেণে ঘৈণীয়েকক ক'লে : কৰাচোন চাহ এপিয়লা। মায়ে মিছাকৈ পুৰণি চাহপাত সিজাই আৰক এটা বনাই দিব।

উস্ ৰাম। এইষাৰ কথা ইমান নিষ্ঠুৰভাৱে বৰ পুতেকে কোৱাৰ পাচত বুঢ়ী আৰু ৰান্ধনিঘৰত থাকিব পাৰেনে বাৰু? বোৱাৰীয়েক জুহালৰ ওচৰলৈ আগুৱাই গ'ল— নতুনকৈ পানী গৰম কৰিবলৈ। আগৰ বাকি থোৱা চাহখিনি এটা পাত্ৰত আঁতৰাই থ'লে। জুহালৰ ওচৰত ঠাই বৰ কম। সৰু ৰান্ধনিঘৰটোৰ এচুকত জুহালখন। তাতে শাহুৱেকে ঠাইকণ আগুৰি বহি থাকিলে বেঙা মেলি বীণাই চাহ কৰাত অসুবিধা হয়। তাকে দেখি হৰেণে মাকক ক'লে : মা, আঁতৰি দিয়াচোন। নহ'লে এওঁ তোৰ গায়ে-চায়ে গৰমপানী পেলাব যেন লাগিছে। আমাৰ জুহালখন বৰ এচুকত হৈছে।

বুঢ়ীয়ে এতিয়া কি ক'ব? কি কৰিব? ক'লৈ যাব। মনত পৰাৰেপৰা বুঢ়ী এই জুহালৰ আগতে গাভৰুৰপৰা বুঢ়ী হ'ল। এইটুকুৰা ঠাইৰপৰা তেওঁক আজিলৈকে কোনেও উঠ বুলি ক'ব পৰা নাই। এই ঠাইত বহিয়েই বুঢ়ীয়ে ক'ত বিষাদত ক'ত চকুলো টুকিলে। এই হৰেণকে সৰুতে এই জুহালৰ এই ঠাইতে বহি বহি সেকা এতিয়াও মনত আছে বুঢ়ীৰ। এই জুহালৰ এই ঠাইৰপৰা হৰেণৰ বাপেকেও আজিলৈকে উঠাচোন বুলি কোৱা নাই। আজি তেন্তে হৰেণে মাকক এই নিগাজী ঠাইকণৰপৰা দেখা-দেখিকৈ নতুন বোৱাৰীজনীৰ আগত খেদি দিলে। এনেকুৱাকৈ নিজৰ বৰপুতেকে ঘৈণীয়েকৰ ফলীয়া হৈ মাকক মাকৰ নিজা ঠাইৰপৰা খেদাই দিয়াটোৱেই তালৈ বিয়া কৰাই অনাৰ উচিত উত্তৰ হ'ল নেকি? বুঢ়ীয়ে ভালকৈ বুজিছিল —— ইয়াৰ পাচত আৰু পুতেক-বোৱাৰীয়েকৰ চকুৰ কুটা হৈ জুহালৰ কাষত বহি থকাৰ কোনো যুক্তি নাই। ঘৰ লোৱা ভতুৱা কুকুৰকো মানুহে ইয়ান নিৰ্দয়ভাৱে নেখেদে। কিন্তু বুঢ়ী এতিয়া সেও মানি উঠি আহে কোনটো নাকেৰে? নতুন বোৱাৰীয়েকৰ আগত শাহুৱেকৰ সন্মানটো থাকিল ক'ত? এইজনী বোৱাৰীয়ে বুঢ়ীক আৰু কিয় সন্মান কৰিব। কাইলৈ তাই বুঢ়ীক গুৰিয়াই খেদিলেও হৰেণ ঘৈণীয়েকৰ ফলীয়াই হৈ থাকিব বুলি প্ৰকাৰন্তৰে বুজিব পৰা হোৱা নাই জানো? পৃথিৱীখনে ফাট মেলা হ'লে বুঢ়ীয়ে তাতে সোমাই এই লাজৰপৰা চিৰদিনলৈ ৰক্ষা পালেহেঁতেন।

বুঢ়ীয়ে জানে, জুহালৰ গুৰিৰপৰা এতিয়া উঠি দিব লাগে। কিন্তু পুতেকৰ আদেশ মানি উঠি গ'লে মৰি যোৱাৰ সমান লাজ লাগিব। কিবা এটা চেলু নহ'লে বুঢ়ী উঠি যায় কেনেকৈ? কি কৰিব একো ঠিক কৰিব নোৱাৰি বুঢ়ী এনেকুৱা বিমোৰত পৰিছিল যে খণ্ডতে যেন কাণেৰে নুশুনা আৰু চকুৰে নেদেখা হৈছিল। জুহালৰ ধোঁৱাৰপৰা ৰক্ষা পৰাৰ চেলু লৈ মুখ ঘুৰাই বুঢ়ীয়ে সেমেকা চকু মোহাৰি ল'লে।

এনেতে হৰেণৰ বাপেকে শাকনিৰপৰা আহি পিচ চোতালত থিয় হৈ মাত লগোৱা বুঢ়ীয়ে শুনিলে : চাওঁ হেৰা, তুমি আছানে ৰান্ধনি-ঘৰতে? হেৰা শুনাচোন?

: কি হ'লনো ? — জুহালৰ কাষৰপৰা মাত লগাই বুঢ়ী আঁঠুত ভেজা দি উঠিল। 'কি হ'লনো' বুলি ক'লেও 'ৰক্ষা কৰিলা প্ৰভু' অৰ্থতে কৈছিল। এইদৰে নমতাহি হ'লে বুঢ়ী কেতিয়াও পুতেকৰ কথা মতে উঠি আহিব নোৱাৰিলেহেঁতেন। মানে-সন্মানে জুহালৰ কাষৰপৰা উঠি অহাৰ এই সুযোগ যেন বুঢ়ীলৈ বেয়া লাগি ভগৱানেহে দিলে।

: চাওঁ, শুনাচোন।— হৰেণৰ বাপেকে দৰ্কাৰী কথা কিবা এটা ক'বলৈ মতাৰ দৰে মাতিলে। বুঢ়াৰ এইটো অভ্যাসেই। মাতি নি হয়তো এনেকুৱা এটা কথা কয় যিটোৰ গুৰুত্ব বুঢ়ীৰ কাৰণে কোনো ফালৰপৰাই নাই। সাধাৰণতে এনেকুৱাকৈ মাতিলে বুঢ়ীয়ে সেয়ে ভিতৰৰপৰাই কয় : তাৰপৰাই কওক ; মই যাব নোৱাৰোঁ। আজি কিন্তু বুঢ়ী মাত শুনিয়েই উঠিল।

## এই গতি নিৰবধি

বুঢ়ী ওলাই আহি দুৱাৰ মুখতে ৰ'লহি। হৰেণৰ বাপেকে এটা বৰ দুখৰ খবৰ আৰম্ভ কৰিলে ঃ বৰ দুখ লগা কথা বুজিছানে। সৌ যে বাৰীৰ চুকত ......তুমি ক'ৰবাৰপৰা আনি ৰোৱা সেই ৰঙা আলুৰ গছবোৰ ....

বুঢ়াই ক'ব খুজিছিল, ৰঙা আলুৰ গছবোৰে শাকনিখন ঢাকি পেলাইছে বুলি । বুঢ়ীৰ কিন্তু সিমানখিনি শুনাৰ ধৈৰ্য নাছিল। জুহালৰ কাষৰপৰা এইমাত্ৰ বৰ পুতেকে কুকুৰ খেদোৱাদি খেদোৱাৰ পাচত, বাৰীৰ চুকৰ ৰঙা আলুৰ গছবোৰ মৰিল নে কি হ'ল শুনাৰ ধৈৰ্য বুঢ়ীৰ নাছিল। বাৰীৰ চুকত বুঢ়াই কি হ'ল বুলি ক'লে সেই কথাও বুঢ়ীৰ কাণত নোসোমাল। কেৱল বুঢ়াই কৈ শেষ কৰাৰ লগে লগে বুঢ়ীয়ে হুৱাও ৰাৱে কান্দিবলৈ ধৰিলে। বুঢ়া অবাক। বুঢ়ীৰ কান্দোন বন্ধ কৰিবলৈ বুঢ়াই লৰালৰিকৈ ক'লে ঃ ৰ'বাচোন, কান্দিছা কেলেই? তোমাৰ ৰঙা আলুৰ গছবোৰ মই কাটি পেলোৱা নাই। মোৰ কথাটো শুনি লোৱাচোন। ইমানদৰে কান্দিব লৈ কি হৈছেহে?

হৰেণ, ৰমেন, বীণা, বুঢ়ী সকলো অবাক। বীণা আৰু ৰমেনে বুঢ়ীক ধৰি শোৱা কোঠালৈ নিওঁতে হৰেণে বুজাই গ'ল ঃ তই নাকান্দিবি মা, মই আজিয়েই আকৌ ৰঙা আলুৰ আগ আনি আগৰ দৰে ৰুই দিমহি। দেউতাৰো আৰু কাম; মাৰ ৰঙা আলুৰ গছকিডালহে চাফা কৰিবৰ হ'ল।

বুঢ়াই পিছে পিচে আহি হৰেণৰ কথা শুনি ক'লে ঃ হেৰ' মই কটা নাই। মই মাৰক সুধিছিলোঁ হে শাকনিখন চাফা কৰিবলৈ গছবোৰ কাটিবলৈ দিব নেকি।

ৰমেনে মাত লগালে ঃ কি দৰ্কাৰনো? বাকী বাৰীখনত খেতি কৰিলেই হয় দেখোন।

তহঁতৰো আৰু কথা কাণ্ড। — এইবুলি ভোৰভোৰাই বুঢ়া আকৌ শাকনিলৈ গুচি গ'ল।

ৰমেন সংবেদনশীল ল'ৰা। ঘৰৰ পিছ বাৰাণ্ডাত বহি কিতাপ পঢ়ি থাকিলেও সকলো ঘটনা সি দেখি আছিল, বহুখিনি শুনিও আছিল। বাকীখিনি নবৌৱেকৰপৰা শুনি সি ধৰি ল'লে, তাৰ মাকে ৰঙা আলুৰ গছ বাপেকে কটা বুলি কন্দা নাছিল। মাকে হয়তো অধিকাৰ হেৰাব খোজা সত্যটোক আজি বিয়াৰ আলহী শেষ হোৱাৰ পাচত প্ৰথম অনুভৱ কৰিছে। ন-বোৱাৰীয়েকে নিজৰ অধিকাৰ কাঢ়ি নিয়াৰ ভয় সোমাইছে। খুব স্বাভাৱিক কথা। বৰ আশাৰে পুতেকলৈ বিয়া কৰাই আনি পুতেকৰ যেতিয়া ঘৈণীয়েকজনী বেছি আপোন হোৱা যেন পায়, তেতিয়া সকলো মাকেই বেজাৰ পায়; পুতেকৰ ওচৰত অধিকাৰ হেৰাই যোৱা যেন পায়। মানুহৰ মনত লুকাই থকা অধিকাৰৰ কাৰণে এই মৰ-কামোৰ বুজিব পাৰিলে আমাৰ পৰিয়ালবোৰত হোৱা বহুত ঘৰুৱা অশান্তি নোহোৱা হ'লহেঁতেন। অধিকাৰৰ প্ৰশ্নটো বৰ ডাঙৰ প্ৰশ্ন। এনেকুৱা ক্ষেত্ৰত মানৱ সমাজত এটা শ্ৰেণীয়ে আন এটা শ্ৰেণীৰ হাতত ক্ষমতা নিজ ইচ্ছাৰে তুলি দিবই বুলি ভবা সুবিধাভোগী ৰাজনৈতিক-নেতাবোৰক মুৰ্খ বা ভণ্ড বোলাৰ বাহিৰে উপায় নাই—। গৰু ককায়েকটোৰ এই সাধাৰণ কথাটো মুৰত নোসোমায়।

কথাটো ইমান পৰিষ্কাৰকৈ ফঁহিয়াই নাচালেও বীণা আৰু হৰেণেও টং কৰিলে। নিজকে ৰাজনৈতিক চিন্তাবিদ আৰু বামপন্থী বুলি যুগোপযোগী আধুনিকতা কৰা হৰেণ এইবোৰ কথা ফঁহিয়াই চোৱাৰ প্ৰতি আজি অন্ততঃ আগ্ৰহান্বিত নহয়। বিয়াৰ পিচত আজি সাত দিনে সি তাৰ ঘৈণীয়েকৰ বিষয়ে ইমানকে বুজিছে যে বীণাৰ নিচিনা ছোৱালীৰ কাৰণে অৰ্থনৈতিক নিৰাপত্তা আৰু নিজাকৈ এখন ঘৰ জীৱনত একমাত্ৰ কাম্য। তাৰ কাৰণে হৰেণে ৰাজনীতি কৰেনে চাকৰি কৰে, সেইবোৰ প্ৰশ্ন তাই কেতিয়াও নকৰে। কেৱল তাইৰ ধাৰণা, যদি চাকৰি কৰে তেন্তে শিক্ষকৰ চাকৰি কৰিব নালাগে। শিক্ষকৰ জীয়েক হৈ ভালকৈ বুজে। বাটে-পথে ছাত্ৰই চাইকেলৰপৰা নামি "চাৰ চাৰ" বুলি বুঢ়া কৰা শিক্ষকবোৰে পৃথিবীখন নেদেখেই ; দেখিলেও কেতিয়াবা স্কুলত থকা গ্লোবটোত বিভিন্ন দেশৰ, সাগৰৰ সীমা, নদীৰ আঁকবাঁক আদিহে দেখে। এই পৃথিবীৰ মানুহবোৰৰ কথা, আৰামৰ কথা, আদি একো গম নাপায়।

এইখন গণ্ডগোলৰ মাজত হৰেণৰ চাহ খোৱা হোৱাই নাছিল। জুহালত পানী উতলি আছিল। হৰেণে চাহ এপিয়লা নিজে কৰি লোৱাটোকে ঠিক কৰিলে। জুহালৰ কাষত মাক বহা ঠাইতে বিভিন্ন প্ৰকাৰে বহিও হৰেণে বৰ

আহকাল পালে। এই জুহালৰ আগত মাক কেনেকৈ বহি বহি থাকে বাৰু? হঠাৎ হৰেণৰ মনত খেলিলেহি গ'ল— ইমান কষ্ট কৰি সিহঁতক ডাঙৰ কৰি তাৰ পাছত বিয়া কৰাবলৈ ইমানকৈ লাগি ভাগি শেষত বিয়াখন হৈ যোৱাৰ পাচত বোৱাৰীৰে ভৰা সংসাৰখনত কি কি সুখ পাবলৈ বাৰু মাকে আশা কৰি আছে? যিহঁকে আশা নকৰক, সেইখিনি আশাৰ লগত তাৰ নতুন ঘৈণীয়েকৰ বাসনাখিনি মিলিব জানো? কেনেকৈ মিলিব? পঞ্চাছ বছৰীয়া মাক আৰু কুৰিৰ দেওনা পাৰ হোৱা ঘৈণীয়েকৰ দৃষ্টিকোণ একে হ'ব কেনেকৈ? আৰু ঘৈণীয়েকে বিচৰাখিনি মাকে বিচৰাৰ লগততো কেতিয়াও একে হ'ব নোৱাৰে। তেন্তে এই যুদ্ধত কোন জয়ী হ'ব? নে দুয়োপক্ষই মিত্ৰতা কৰি শেষলৈ সহ-অৱস্থানৰ নীতি গ্ৰহণ কৰিব।

পুৱাতে হৰেণৰ মূৰটো ভাগৰি পৰিল। তাৰ ৰাজনীতি, তাৰ ঘৰখন, তাৰ সংসাৰ, দেশৰ অৱস্থা, ৰাইজৰ দাবী, সকলোতে সি দৰ্শকৰ ভূমিকাকে লৈ থাকিবনে?

বীণা সোমাই আহিল। ক'লে: চাওঁ, মই চাহ কৰি দিওঁ।

আঁতৰি দি হৰেণে ক'লে: তুমি মোক গৈ আগৰ দৰে চাহ নিদিয়াৰ কাৰণে মায়ে বেয়া পালে। তাতে ময়ো তোমাৰ ফালে মতাৰ নিচিনা হ'ল। মায়ে বৰ দুখ পালে। মাৰ এই অভিমান কিন্তু খুব স্বাভাৱিক। তুমি লিখা-পঢ়া জনা ছোৱালী। মায়ে যাতে দুখ নাপায়, তালৈ লক্ষ্য ৰাখিবা।

: মোৰ গাত কি দোষ? — এইবুলি কান্দো-কান্দো হৈ কৈ থাকিল বীণা।

: বুঢ়া মানুহক কথা কওঁতে সাৱধানে ক'ব লাগে। ল'ৰাই বুঢ়াই সমান। গপ লাগে বেগেতে।

বীণাৰ চকুৰপৰা দুটোপাল পানী সৰি পৰিল।

হৰেণ আচৰিত। সুধিলে: তুমি আকৌ কান্দিছা কিয়? মইতো একো বেয়া কথা কোৱা নাই।

বীণা ই একো নামাতিলে। ৰান্ধনিঘৰত ঘৈণীয়েকৰ চকুপানী মচি মৰম কৰি দিয়া অসুবিধা। খোলা-দুৱাৰেদি কোনোবা এটা সোমাই আহি দেখেহি বুলি ভয় লাগে। কি যে কাণ্ডখন হ'ল ৰাতিপুৱাই। খঙেৰে হৰেণে 'নাখাওঁ চাহ-তাহ' বুলি ফোফোঁৱাই ওলাই গৈ পদুলিমূৰত ৰ'লগৈ। সি যেন কুঁৱলী ফালি বেলিটো কেনেকৈ ওলায় সেইটো নিৰীক্ষণ কৰাত একান্ত ব্যস্ত।

সকলো জঞ্জাল ঘৰতে থৈ পদুলিমুখত আকাশলৈ চাই সংসাৰৰ প্ৰতি আকৰ্ষণহীন সন্ন্যাস মনোবৃত্তি প্ৰদৰ্শনৰ অভিনয় কৰোঁতেও হৰেণে ভালকৈ অনুভৱ কৰিছিল যে বিয়াৰ সপোন শেষ ; আৰু আজিৰপৰাই বাস্তৱৰ পৰীক্ষা আৰম্ভ।

আকাশৰ বেলিটোৰ দৰেই সংসাৰৰ কুঁৱলী আঁতৰাই গৌৰৱেৰে আত্মপ্ৰকাশ কৰাৰ এক প্ৰতিজ্ঞা সি মনে মনে কৰি পেলালে তেতিয়াই। বীণাকো লগত লৈ। অকলে নহয়। □□

## ।। বলেন।।

ঃ অকলে নহয় নবৌ, অকলে নহয়। সৌ যে কাকাইদেউ পদুলিমুখত বৈ আছেগৈ, কিবা চিন্তা কৰিছে বুলি ভাবিছা নেকি? কিবা কাম কৰিছে বুলি ভাবিছানেকি? একো চিন্তা নাই, একো কাম কৰা নাই। অকলে একো কৰিব নোৱাৰে।

খিৰিকিৰ ওচৰৰপৰা নাটকীয় কায়দাত বীণাৰ ফালে মুখ ঘূৰাই, মঞ্চ-প্ৰবেশৰ ভংগীৰে বীণাৰ কাষলৈ তিনি খোজ আগবাঢ়ি আহি হৰেণৰ ভায়েক বলেনে সোঁহাতৰ মুঠি বাঁওহাতৰ তলুৱাত শব্দ হোৱাকৈ মাৰি ক'লে ঃ সেই কাৰণেই সুধিছো, তুমি আমাৰ সেই লেতেৰা ৰান্ধনিঘৰটোৰ ঘোকোটা জুহালৰ কাষত অকলে বহি আছিলা কেলেই? এনেয়ে অকলে, তাতে ঘোকোট আৰু লেতেৰা কাষ। তাত বহি থাকিলে যে একো নহয়, তাৰ প্ৰমাণ লাগেনে? দেখ্-দেখ্ প্ৰমাণ আছে। মই জনা হোৱাৰ দিনাৰপৰা আজিলৈকে আমাৰ মাতৃক সেই একেখন জুহালৰ কাষত, একে ঠাইত, একেদৰে, বহি থকা দেখি আহিছোঁ। প্ৰতিদিনে মৰণৰ কাষলৈ আগবঢ়াৰ বাহিৰে মাৰ জীৱনত আজিলৈকে কিবা কাম হ'ল জানো? মনত ৰাখিবা, জুহালৰ গুৰিত মা সদায় অকলে বহি থাকে। সেইটুকুৰা ঠাই একমাত্ৰ মাৰ নিচিনা মানুহৰ কাৰণেহে; অকলে বহি থাকিবলৈহে; কাৰণ দ্বিতীয় বা তৃতীয় প্ৰাণীৰ কাৰণে তাত ঠাই নাই। মই সেই কাৰণে আমাৰ জুহালৰ উধান চাৰিটা বুলি কওঁ। এটা মা।

বীণাই একো উত্তৰ নিদিলে। ডেকা দেওৰেক বলেনে বীণাক জুহালৰ কাষত পালেগৈ। হৰেণে চাহ নাখাওঁ বুলি খং দেখুৱাই কিয় তাইক এইদৰে অপমান কৰিলে, সেই কথা ভাবি তাই অকলে জুহালৰ কাষত বহি বিমোৰ হৈ আছিল। এনেতে মাকক চিঞৰি বলেনে ৰান্ধনিঘৰলৈ সোমাই গ'ল। গৈ দেখে শুবনি কইনাজনী শুকান জেং খৰিৰ জুইৰ আগত আমন-জিমনকৈ বহি আছে। একেবাৰে নিমিলা যেন লাগিল তাৰ। বৌৱেকক বাহুত ধৰি টানি আনি শোৱনি কোঠা পোৱালেহি। বীণাই আপত্তি কৰাৰ সময়কে নাপালে। ডেকা মানুহ এটাই এনেকৈ টানি লৈ যাব পাৰে বুলি তাই ভবা নাছিল। তেনেকুৱা কৰিবলৈ শংকা কৰিব বুলি ভাবিছিল — বিশেষকৈ বীণা যেতিয়া তাৰ আপোন ককায়েকৰ নতুনকৈ বিয়া কৰাই অনা ঘৈণীয়েক। কিন্তু তাইকতো সেইদৰে জোৰ কৰি হৰেণও শোৱনি কোঠালৈ আনি কথাটো বুজাই ক'বহি পাৰিলেহেঁতেন, তাকে নকৰি তাইৰ ওপৰত খং দেখুৱাই চাহ নাখাই ওলাই গৈ তাইক নতুনে নতুনে এইদৰে আঘাত দিয়াটো শিক্ষিত মাৰ্জিত মানুহৰ কাম হ'লনে? হৰেণেতো নুবুজা নহয় যে এইখন ঘৰত পিছে পিছে লাগি গিৰিয়েকৰ ঠেহ ভাঙিব পৰাকৈ তাই পুৰণি হোৱা নাই। গিৰিয়েকৰ আগত তাইৰ চকুৰ পানী টোপাটোপে মাটিত সৰিছিল; গিৰিয়িকে দেখিছিল; শাহুৱেকে কন্দাৰ কাৰণে পুতেকে দুখ পাই অনাহকত তাইকে দোষ দিলে; তাৰ পাচত হৰেণেহে তাইক শোৱনী কোঠালৈ আনি মৰম কৰি দিব লাগিছিল। গিৰিয়েক বাৰু কিয় এইদৰে মেকুৰীৰ দৰে পলাল? বিয়া নকৰাওঁ নকৰাওঁ বুলি বিয়া কৰোৱা হৰেণৰ এনেকুৱা ব্যৱহাৰে তাইক ভয় খুৱাই দিলে; তেন্তে ঘৰৰ সকলো দোষৰ কাৰণে ভৱিষ্যতে সদায় তাইকে জগৰীয়া কৰি কথাৰে ৰেপি থাকিব নেকি? এনেকুৱা এটা গিৰিয়েক পাবলৈকে তাই কুমাৰী জীৱনৰ সকলো আশাক পুহি ৰাখিছিলনে?

বলেন হৰেণতকৈ চাৰি বছৰৰ সৰু। হৰেণৰ বয়স উনত্ৰিছ। বলেন হৰেণতকৈ ওখ; প্ৰায় ছয় ফুট। সৰুতে ব্যায়াম কৰি শৰীৰটো ৰেচৰ ঘোঁৰাৰ দৰে সবল মাংসপেশীৰ; এই যাওঁ যাওঁ ভাব। মূৰত এমূৰ কেঁকোৰা চুলি। মুখখন নাকে-

চকুৰে কোমল কোমল আৰু মৰম লগা। সাজপাৰ দামী, পৰিপাটি। ভৰিত চাৰি ইঞ্চি গোৰোৰ্ৰা লগোৱা এশটকীয়া জোতা। বীণাৰ লগত যৌতুক হিচাপে অনা ডাঙৰ আইনাৰ আগত নিজক ঘূৰাই ঘূৰাই চাই চুলি, সাজপাৰ টানি-টুনি এনেয়ে বেছি ঠিক কৰিবলৈ চেষ্টা কৰি, দৰ্শক হিচাপে পোৱা বীণাৰ আগত বাহুৰ পুৰুষসুলভ মাংসপেশী দেখুৱাবলৈকে এনেয়ে মালিচ কৰি বলেনে সুধিলে ঃ এই পেণ্টৰ কাপোৰটো কেনেকুৱা বাৰু নবৌ? মাৰ্ভেলাচ নহয়নে? জানা, এই পেণ্টটোতে দুশ টকা পৰিছে। একেবাৰে বিদেশী কাপোৰ। মই নবৌ, ভাল কাপোৰ-কানিহে ভাল পাওঁ। মোক ভালকৈ পিন্ধিবলৈ লাগে। ককাইদেউটোৱে এতিয়াও সেই চুৰিয়াবোৰকে পিন্ধে। তুমি ককাইদেউক বুজাবাচোন চুৰিয়াতকৈ পেণ্ট পিন্ধিলে মানুহ স্মাৰ্ট হয়। আচলতে ককাইদেউৰ সেইটো মাষ্টৰি ধং। মই সেই কাৰণেই কওঁ যে মাষ্টৰ হোৱাতকৈ খাবলৈ নাপাই মৰাও ভাল। শিক্ষক হ'লে মানুহবোৰ মুজুৰা মৰা হয়। তুমি চাবাচোন, মই যিমানে কাম বেছি হয় সিমানে ফুৰ্তি কৰি থাকোঁ। আৰে ভাই, কাম কৰোঁ ফুৰ্তি কৰি খাবলৈকে; তাকে নহ'লে কিয় ক'ম কৰিম। ককাইদেউক চাবাচোন, স্কুলৰপৰা আহোঁতে মুখ শুকাই আহিব, খোজবোৰো যেন কোনোমতেহে দিয়ে, যেন বহুত দিন ভাত খোৱা নাই। এস্ নবৌ, মইহে কথা কৈছোঁ। তুমি মনে মনে বহিয়ে আছা। বাৰু নবৌ কোৱাচোন, তুমি ফুল ভালপোৱা?

বীণাই ভাবি নাপালে তাই কি ফুল ভাল পায়। এনেয়ে খোপাত মাৰিবলৈ তাই কপৌফুল ভালপায়। নিজৰ কথাটো কৈ দিবলৈ লাজ কৰি তাই বলেনক সুধিলে ঃ তুমি বাৰু কি ফুল ভাল পোৱা?

ঃ মই ? মোৰ প্ৰিয় শেৱালি। শেৱালি ফুলটো ৰূপ-গুণ একোতে উগ্ৰ নহয়। মিহি সুবাস। দিনত ফুলি মানুহৰ মন ভুলাব পৰাকৈ ওলাই নাথাকে। নিশা মনে মনে ফুলি ফুলাৰ-আনন্দতে সৰি পৰে। মই জীৱনটোকে সেইদৰে লওঁ। আনে বেয়া পোৱা ভাল পাবলৈ নাচাওঁ। ফুলিম, ফুলি লৈ নিজৰ ইচ্ছামতে আনন্দ কৰিম। তাৰ পাচত সৰি পৰিম। মোৰ কাৰণে কোনেও চকু ঘূৰাই চাবও নালাগে। ময়ো কাকো আনন্দ দি প্ৰশংসা লাভ কৰিবলৈ দিনত ফুলিব নোৱাৰোঁ। I am busy with myself। অৱশ্যে মই শেৱালি ফুলৰ দৰে মাৰ্জিত আৰু সাত্বিক নহয়। মই গোলাপ ফুলৰ দৰে উগ্ৰ আৰু বিলাসী। নবৌ, তুমি দেখোন তলমুৰ কৰি একো কথা নোকোৱাকৈ বহি আছা? কি হ'ল তোমাৰ?

ঃ একো হোৱা নাই। কিনো কম? তুমি দেখোন কৈয়ে আছা?

ঃ মই কৈছোঁ মানে মই কথা নোকোৱাকৈ মুখ ওফোন্দাই বহি থাকিব নোৱাৰোঁ। মই বৰকৈ কথা কৈ থকা কাৰণে বেয়া পাইছা নেকি?

ঃ নাই পোৱা। কিয় বেয়া পাম?

ঃ তোমালোক 'হনিমুন' কৰিবলৈ যাবানেকি? ককাইদেৱে ক'ৰবালে ফুৰিবলৈ যোৱাৰ কথা কৈছেনেকি?

ঃ নাই কোৱা?

ঃ নাযাব চাগৈ। ক'ত যাব ককাইদেউ। ঘৰতে বহি থাকিব। মোৰ কিন্তু চিন্তাবোৰ ইহঁতকৈ বেলেগ। মোৰ বিশ্বাস, আনৰ ঘৰৰ ছোৱালী এজনী বিয়া কৰাই আনিলে ছোৱালীজনীক এই ঘৰখন আৰু মানুহবোৰৰ স্বভাব-চৰিত্ৰ, ৰুচি-অভিৰুচি জানি ল'বলৈ অন্ততঃ ছমাহ সময় দিব লাগে। আৰু, বিয়াৰ পাচতে নতুন কইনাক লৈ বিয়া কৰোৱা দৰাজন অন্ততঃ এমাহৰ কাৰণে দুয়ো অকলে থাকিলেহে, ইজনে সিজনক বুজাৰ সুবিধা হয়। মই হ'লে নবৌ, এই সকলোবোৰৰ কাৰণে সাজু নোহোৱাকৈ কেতিয়াও বিয়া নকৰাওঁ।

বলেনৰ কথাবোৰ শুনি শুনি বীণাই হঠাতে বলেনক হৰেনৰ লগত ৰিজাই পেলালে। ককায়েক ভায়েকৰ মাজত ইমান পাৰ্থক্য থাকিব পাৰেনে? বলেনে বিয়া কৰোৱা ছোৱালীজনীয়ে অন্ততঃ গিৰিয়েকটোক ভাল পাব।

বীণাই একো উত্তৰ নিদিয়া দেখি বলেনে চকীত এটা ভৰি থৈ কোনোবা কথাছবিৰ নায়কৰ দৰে ক'লে ঃ তুমি বৰ বেজাৰ মনেৰে বহি আছা। তুমি হাঁহিলে সকলোৱে হাঁহিব পাৰে; কিন্তু তুমি কান্দিলে আন কোনেও নাকান্দে। গতিকে কান্দি লাভ নাই। আৰু আশা পৰ্বত প্ৰমাণ থাকিব পাৰে; কিন্তু অলপ পালেও অসন্তুষ্ট হ'ব নালাগে। এতিয়া ধৰা, তুমি

বিয়া কৰালা। তুমি এতিয়া যদি আশা কৰা যে তোমাৰ স্বামী দেৱতুল্য পুৰুষ হওক, আৰু শহুৰ-শাহু নিজৰ আই-বোপাইতকৈ মৰমিয়াল হওঁক, তেন্তে আপত্তি নাই। কিন্তু তুমি ধৰি ল'ব লাগিব যে তোমাৰ স্বামী-শহুৰ-শাহু পৃথিবীৰ ভিতৰত আটাইতকৈ বেয়া মানুহ হ'লেও তুমি তাৰ মাজতে সিহঁতক ভাল কৰি সংসাৰ কৰিবা। তেতিয়া জীৱনত হতাশা নাহে। হতাশাই মানুহক অমানুহ কৰে।

ঃ তুমি কিন্তু কথাবোৰ বেচ সুন্দৰকৈ কোবা।

ঃ অকল কথাই নহয়। কামতো।

বলেন এইবোৰ কথা কৈ থাকোঁতে বাহিৰত কোনোবাই ডাঙৰ ডাঙৰকৈ কথা কোবা বীণাৰ কাণত মাজে মাজে পৰিছিলহি। হঠাৎ সেই কথা কোবাই চিঞৰি চিঞৰি গালি পৰাৰ ৰূপ লোবা শুনিবলৈ পাই বীণা আচৰিত হ'ল। কাৰণ বহুতৰ মাতৰ মাজত বীণাই গিৰিয়েক আৰু শহুৰেকৰ মাতো শুনিছিল। ভয় খাই থিয় হৈ বীণাই বেলেনক সুধিলে ঃ সেইবোৰ বাহিৰত কিহৰ চিঞৰ-বাখৰ?

ঃ কোনবোৰ ? — বলেনে কথা শুনিবলৈ কাণ পাতিলে। বীণাই উৎকণ্ঠাৰে পুনৰ ক'লে ঃ সেয়া। কোনে কাক গালি পাৰিছে?

চকু দেখিলেই বুজিব পাৰি যে বীণাই ভয় খাইছিল।

বাহিৰত গালাগালিৰ শব্দবোৰ শুনাৰ পাচত বলেনে অতি সহজভাবে বীণাক ক'লে ঃ অ', বুজিছোঁ, বুজিছোঁ।

বলেনে কি বুজিলে বুলি তাৰ মুখলৈ বীণাই চাওঁতে সি এটা হাঁহি মাৰি ক'লে ঃ সেই গুৱালটো। এটা গুৱালৰ লগত বাৰু ইমান কথা কটাকটি কৰিছে কিয় ককাইদেউ আৰু দেউতাই?

একেবাৰে অদৰ্কাৰী কথাৰ দৰে এই বিষয়টো আঁতৰাই থ'বলৈ সোঁ হাতখন মাৰি পঠিয়াই বলেনে ক'লে ঃ একো হোবা নাইহে, একো হোব নাই। সেইটো গুৱালে বিয়াত গাখীৰ দিছিল। মিছাকৈ সেই দৈবোৰ মোক আনিবলৈ ক'লে। দুমোনমান দৈ ; সোপাকে পেলাই দিয়া হ'ল। গেলা, টে-ঙ্-ঙ্-গুা। তাক মই আগতেই কৈছিলোঁৱেই যে দৈ ভাল পালেহে পইচা দিম। আমাৰ বহুত দিনৰ চিনাকি গুৱাল ঃ পিচে .................

ঃ পইচা তাক দিয়া হ'ব নাই পায়?

ঃ হয়, তুমি ঠিকেই ধৰিছা। মোৰ সেইবোৰ লুক-ঢাক নাই। আমাৰ নিচিনা মধ্যবিত্ত মানুহৰ বাকী হ'বই। কাৰণ আমাৰ সাধাৰণতে খৰচতকৈ উপাৰ্জন কম। সি গুৱালটোৱেও জানে। পিচে তাক এতিয়া পইচা নাপাব বুলি ঘূৰাই পঠালেই হ'ল। মইতো দেউতাক কালি ৰাতিয়েই কৈ দিলোঁ যে মোৰ হাতত এতিয়া এটা পইচাও নাই। বিয়াতে মোৰ প্ৰায় তিনি হেজাৰমান খৰচ হৈ গ'ল। ইপিনে পাবলগীয়া বিল এখনো পোবা নাই। পাবলৈও আছে আশী হেজাৰমান। দেউতা আৰু ককাইদেউৰ হাততো নায়েই। গতিকে তাক পঠিয়াই দিব লাগে। এনেকুৱাকৈয়ে এই মানুহবোৰক দেউতাহঁতে আসে দি নষ্ট কৰে।

বাহিৰত গুৱালটোৰ এটা বেয়া হুমকি শুনি কোঠাৰ ভিতৰতে জিকাৰ খাই উঠিল নতুন বোৱাৰী বীণা। শূন্যতে মুষ্টিযুদ্ধৰ এটা পেচ দি চোবা বলেনক বীণাই আশ্ৰয় বিচাৰি ক'লে ঃ সেয়া শুনাচোন, গুৱালটোৱে খঙেৰে বৰ বেয়া কথা কৈছে। মোৰ বৰ ভয় লাগিছে।

বলেনে আকৌ কাণ পাতি শুনিলে। গুৱালটোৱে হৰেণক কৈছে

চব ৰূপিয়া আজ্জ দেনে হোগা।

বীণাই ক'লে ঃ মোৰ বৰ ভয় লাগিছে।

আচলতে বীণাৰ লাজহে বেছি লাগিছিল। এনেকুৱা নিম্ন-মধ্যবিত্ত পৰিয়ালত লাজ দিবলৈ চিঞৰিলেহে সম্মান

যোবাৰ ভয়ত ধন যোগাৰ কৰি দিয়ে বুলি উঠনা দিয়া কাৰবাৰীয়ে জানে। নহ'লে অভাবী সংসাৰত একা মাৰিবলৈ ধনৰ জোৰা কেতিয়াও নমৰে। বীণাৰ লাজ লাগিছিল, নিজৰ আগত গিৰিয়েকৰ আৰ্থিক অৱস্থা আৰু ধুমধামকৈ পতা বিয়াৰ দ্বাৰা দেখুওৱা স্বচ্ছলতাৰ আঁৰৰ কাহিনী ওলাই পৰাৰ কাৰণে। কিছুমান কথাত শুনোতাৰ লাজ বেছি।

বলেনে পালোৱানী ভংগীৰে হাতৰ মুঠি টান কৰি ক'লে ঃ ৰ'বা, তাক দুঘোচামান মাৰি পঠাই দিওঁগে।

সচাঁকৈয়ে ভয় লাগিছিল বীণাৰ। পইচাৰ লগত দেচুবালী গুৱালৰ লগত মাৰপিট হৈ ওচৰৰ মানুহ গোট খাবহি আৰু সকলোৱে তাইৰ দৰে ন-কন্যাৰ ভাগ্যখন চাই ফিচিঙা-ফিচিং কৰিব। আনৰ দুখ আৰু অভাৱত কথাৰে নিজৰ তলী-উদং অৱস্থাক ঢাকি ৰখা নিম্ন- মধ্যবিত্তৰ ফটুৱা চৰিত্ৰৰ সকলো দিশ বীণাই জানে। তেতিয়া তাই ম'ৰি যোৱা যেন হ'ব।

নবৌৰেকে আগ-ভেটি ধৰিলত বলেন ৰ'ল আৰু বুজনিৰ সুৰত ক'লে ঃ কি কৰিবা এতিয়া। দুই চাৰি দিন পিচত আহিলে ময়ে দি দিব পাৰিম। কিন্তু আজি তাক লাগ বুলিলেই ক'ৰপৰা দিম। মোৰতো আৰু টকাৰ গছ নাই। তুমিতো দেখিছাই, আজিলৈকে ঘৰখন আলহীয়ে- দুলহীয়ে বিয়া ঘৰেই হৈ আছে।

— এইবুলি বীণাক আঁতৰাই বলেন যায়েই। বীণাই বাট এৰি নিদিয়ে। ক'লে ঃ নহয় শুনাচোন; মই কথা এটা কওঁ ; বেয়া নাপাবা। বিশেষ যুক্তি আদিৰে চালি-জাৰি নোচোৱাকৈ বীণাই এটা কাম কৰিবলৈ ঠিক কৰিলে। বলেনে 'কি' বুলি সুধিবলৈ পোৱাৰ আগতে কৈয়ে দিলে ঃ মোৰ বাকচত টকা কেইটামান আছে। তুমি মনে মনে নি তাক দি দিয়াগে। তুমি মোক পিচত মনে মনে ঘূৰাই দিলেই হ'ল। এই অসভ্য মানুহবোৰৰ ওচৰত ধাৰ থকাতকৈ মোৰ ওচৰতে যেনিবা ধৰুৱা হৈ থাকিলা।

এইবুলি লৰালৰিকৈ বাকচ খুলি টকা বিচাৰোঁতে বীণাই কৈ থাকিল ঃ বেয়া পাবলৈ একো নাই। মইতো আৰু এতিয়া তোমালোকৰ পৰ নহয়।

বীণাই কথা কৈ আছিল — তাই বাকচ খোলোতে খঙত বলেন ওলাই গুচি যায় বুলি। বলেনে অকণমান চিন্তা কৰি ক'লে ঃ নিদিবা নবৌ। তোমাৰ টকা মই কিয় ল'ম। সকলোৱে বেয়া বুলিব মোক। নালাগে।

খোলা বাকচ সেইদৰেই এৰি, টকা হাতত লৈ বলেনক গুজি দি বীণাই ক'লে ঃ তুমি মোৰ পৰা লোৱা বুলি কাকো নক'বাই। ককাইদেৰেৰাকো নক'বা। পিচত মোক দিওঁতেও মনে মনে দিবা। এতিয়া তুমি গৈ নিজৰ জেপৰ টকা দিয়াদি বেগেতে দি দিয়াগে। ভায়তে কঁপা বীণাৰ হাতখনে বলেনক টকা গুজি দিওঁতে গম পাইছিল যে বলেনৰ হাতৰ তলুৱা কুহমীয়া তপত আৰু আশ্ৰয় দিব পৰাকৈ ডাঙৰ।

বাহিৰত তেতিয়া গুৱালটোৱে মাত ডাঙৰ কৰি কৈছিল ঃ গাঁওকা চব আদ্‌মিকো আভি বুলায়েগা। এই, ক্যা গালি দেতাহে? এইচা বাত মাত বোল। মাষ্টৰ ফাষ্টৰ হাম নাহি জান্তাহে।

এই কথাবোৰ কাণত পৰাৰ লগে লগে বীণাই বলেনক কাকূতি কৰি ক'লেঃ মোৰে শপত, তুমি যোৱা। সেই গুৱালটোক আৰু কথা ক'বলৈ নিদিবা।

চুবুৰীয়া মানুহে শুনিছে বুলি বীণা লাজতে মুচকছ যোৱা যেন হ'ল।

উমানতে লেখি পেলালে বলেনে। সাতখন দহ টকীয়া নোট। তাৰ পাচত বৌৱেকৰ পিঠিত হাত থৈ ক'লে ঃ তুমি ইমান ভয় নাখাবা নবৌ ; মই আছোঁ নহয়।

তাৰ পাচত বলেনে ওলাই গৈ আগ-চোতাল পালেগৈ। হাত-চুটি গৰম গেঞ্জী পিন্ধা বলেনৰ বাহুৰ মাংসপেশীত যেন পিৰ্‌পিৰণি। সি মোহাৰি দিলে। পিচে পিচে দুখোজমান গৈ বীণাই খিৰিকিৰে লুকাই আগফাললৈ চালে। বলেন ওলাই গহীনাই বুকুত হাত-সাবটি গুৱালটোতকৈ এফুটমান ওখ হৈ তাৰ আগত থিয় হ'লগৈ। লগতে সি গুৱালে

গাখীৰৰ টিং কঢ়িয়াই অনা ভাৰ-মাৰিডাল মাটিত পৰি থকা দেখি সেইডাল ভৰিৰে গচকি ধৰিলে।

বলেন ওলাই যোৱাৰ লগে লগে গুৱালে তাক চালাম দিলে। বলেনে গহীনাই ক'লে ঃ এই কি হাল্লা কৰিছ? একে খেদাই দেচ পাৰিবিগে। তোৰ বেপাৰ বন্ধ হৈ যাব।— এইবুলি জেপৰপৰা টকা যাঠিটা উলিয়াই তাক দি ক'লে ঃ বাকী যি থাকে অহা সপ্তাহত নিবি। আৰু বেছি কথা ক'লে বেয়া হ'ব। মূৰ গুৰি হৈ যাব।

ঃ ত্রিছ ৰূপীয়া ৰহিব।

ঃ কথা নক'বি আৰু। যা

গুৱালটো চালাম দি যাবলৈ ওলাল। যাব খুজি সি ক'লে ঃ মই কৈছু, চাহাব্ব বাবুক বুলাই দিয়ক। বুঢ়া বাবু আৰু মাষ্টৰ বাবু বলিছে, চাহাব বাবুক ভি ৰূপয়া নাহি হ্যেয়। হাম জান্‌তাহে, চাহাব বাবুকা কম চে কম পাঁচ শ হৰবখত ৰহ্‌তাহে। — এইবুলি দাঁত নিক্‌টাই হাঁহি গুৱালটো আকৌ চালাম দি গুচি গ'ল। বলেনে গচক এৰি ভাৰ-মাৰিডাল এৰি দিওঁতে গুৱালটোৱে তাৰ কান্ধত থকা গামোচাৰে ভাৰ-মাৰিডাল মোহাৰি লৈছিল — কোনো আপত্তি নকৰাকৈ। সি যোৱালৈ বলেনে বাঘ-চাৱন দি বুকুত হাত সাবটি আছিল।

গুৱালটো যে বলেন ওলোৱাৰ লগে লগে মন্ত্ৰশ্ৰান্ত সাপৰ দৰে জয় পৰি গ'ল, সেই কথাটো বীণা আৰু আন সকলোৱে লক্ষ্য কৰিলে। বীণাই আৰু ভাল পালে যে সেই গুৱালটোৰ গালি শুনি উপভোগ কৰিবলৈ তেতিয়ালৈকে চুবুৰীৰ সৰু ল'ৰা-ছোৱালী এটাও অহা নাছিল।

বলেন গহীনাই আহি ৰান্ধনিঘৰৰ দুৱাৰদলি পালেহি। মাক জুহালৰ আগৰপৰাই উঠি আহিছিল বোধকৰোঁ। বৰ পুতেক নালাগে স্বয়ং ভগবানে বাধা দিলেও বুঢ়ীয়ে সেইখন জুহাল এৰিব নোৱাৰে। মাকক বালেনে চাহ-জলপান খাবলৈ বিচাৰিব খোঁজোতেই পিচফালৰপৰা বাপেকে খঙেৰে মাত লগালেহি-

ঃ এই নিধক, তোৰ হাতত যদি গুৱালক দিবলৈ ধন আছিলেই, মোক ৰাতিপুৱাই সেই দেচুৱালী গুৱালটোৰ বৰ কথা শুনালি কেলেই?

গুৱালক দিব পৰাকৈ পইচা নাছিল। তাক কথা ক'বলৈ ইমান লাই দিয়া দেখি বাধ্য হৈহে আন কামলৈ থোৱা টকাকে দি দিলোঁ। আপোনালোকে তাৰ বৰ কথা শুনাৰতো কোনো দৰ্কাৰ নাছিল।

এনেতে মাকে-পুতে কৰ নিচেই কাষলৈ আহি সৰুকৈ ক'লে ঃ তোৰ পইচা আছে যদি যোৱাৰ আগতে দি যাবি। আজি দুপৰীয়া সাজৰ কাৰণেই চাউল তাকৰ হ'ব। তাৰ উপৰি একেবাৰে সুদা ভাত।

বীণাই দিয়া টকাৰ হাতত ৰখা দহ টকীয়া নোটখন মাকৰ হাতত দি দিলে বলেনে। সি জানে, মাকে কোৱা কথা বীণাই শুনি আছিল আৰু সি দহ টকা দিয়াও দেখি আছিল। গতিকে ক'লে ঃ কিবা বস্তু শেষ হ'লে দুদিন আগতে ক'ব লাগে। চকুত পানী বহাই চাউল কিনিবলৈ যোৱাটো বৰ টোকোনা দস্তৰ।

ঃ চাউল কিটা তয়ে আনি দি যাব নোৱাৰ? — মাকে বলেনক সুধিলে।

ঃ পাৰিলে ভাতো ৰান্ধি দি গ'লোহেঁতেন। পিচে মই এতিয়া ওলাই যাব লাগে আই মাতৃ। অধমৰ দোষ ক্ষমা কৰিব। — এই বুলি বলেনে ব্যংগ কৰি মাকক সেৱা কৰাৰ অভিনয় কৰিলে। পিছ বাৰাণ্ডাত থকা বীণাৰ হাঁহিটো শব্দ কৰি ওলালত বুঢ়ীয়ে সেইফালে চাই বলেনক ক'লেঃ যা এইটো। সদায় বহুৱালি কৰি থাকিবি তই। কথাকিটাত পুতেকৰ প্ৰতি মৰম ওলাই পৰিছিল।

বলেনে ক'লে ঃ দুপৰীয়া মোলৈ ভাল ৰান্ধিব নালাগে। মই আহিব নোৱাৰিম।

ভৰিৰ দামী মোজাযোৰ এবাৰ ফিট্‌ফিটীয়াকৈ টানি লৈ পিছ বাৰাণ্ডাৰ খুটাত মৰা গজাল এটাত ওলোমাই থোৱা ভগা সৰু আইনাখনৰ আগত আঁঠু ভাঙি চুলিবোৰ এবাৰ চাই লৈ ডিঙিত বন্ধা চিক্কৰ বহুৰঙী মাফ্‌লাৰখনৰ গাঁঠিটো ঠিক

## শিৱৰ সেন্দুৰে অঁকা ছবি

কৰি বলেনে সুন্থৰিয়াই মাকৰ আগত ইংৰাজী নাচৰ ভংগী এটা কৰি দেখুৱালে। মাকে 'ধা এইটো' বুলি কোৱাৰ লগে লগে একেটা সুৰকে সুন্থৰিয়াই বলেন ওলাই গ'ল। সি ওলাই যোৱালে চাই বুঢ়ীয়ে বীণাক ক'লে ঃ সি তেনেকুৱাই; কিহত ফুৰ্তিটো পায় সি জানো। আৰু খৰচ। হাতত পইচা থাকিলে শেষ পইচালৈকে খৰচ কৰিব। নাথাকিলে নাই। ঘৰখন বেছিভাগ সিয়ে চলায়। পইচা থাকিলে সি নাই বুলি নকয়।

অদূৰত প্ৰশংসা কৰাৰ সুযোগ পাই বুঢ়ীয়ে চাহ পিয়লাৰ কাৰণে বীণাৰ ওপৰত উঠা খং এৰি পেলালে।

অদূৰত থিয় হৈ গা-ধুব নে কি কৰিব বুলি ভাবি, গুৱালৰপৰা নিস্তাৰ পোৱাৰ ভাগৰ মাৰিছিল হৰেণে। সেই সুযোগতে বুঢ়ীয়ে হৰেণক চাহ এপিয়লা চোতালতে দিলেহি। পুৱাৰেপৰা যে তাৰ চাহ খোৱা হোৱা নাই, সেই কথা মাকৰ মনত আছে। চাহ পিয়লা দিয়া দেখিহে বীণাৰ মনত পৰিল যে তেতিয়ালৈকে তায়ো চাহ খোৱা নাই। বীণাই আৰু লক্ষ্য কৰিলে যে বুঢ়ীয়ে নিজ জেদ ৰাখি পুতেকক সুদা চাহকে দিলে।

চাহ পিয়লা হাতত লৈ হৰেণে মাকক ক'লে ঃ ৰক্ষা। আজি পুৱা চাহ খোৱা নহ'বগৈ যেনেই পাইছিলোঁ।

হৰেণৰ মাকৰ ওপৰত খং উঠিছিল— নতুন বোৱাৰীয়েকৰ আগত বলেনে ঘৰ চলায় বুলি মিছাকৈ কোৱা দেখি। বলেনে বাৰু কেতিয়া ঘৰ চলাবলৈ টকা দিয়ে? এই গুৱালটোৰপৰা বলেনেই বাকীকৈ গাখীৰ আনিলে। আজি গুৱালটোক পইচা নিবলৈ সিয়ে মাতি আহিছিল। কিন্তু কালি ৰাতিয়েই বলেনে হৰেন আৰু দেউতাকক মনে মনে ক'লে যে গুৱালেটো কিবা ক'লে বৰ লাজ লগা কথা হ'ব। উপায় নাপাই হৰেণে আৰু বাপেকে গুৱালক ফুচফুচাই বুজাবওঁতেই গুৱালে সেইটো মূৰ্ত্তি ধৰিলে। বলেনে ৰাতিপুৱাই ক'ব পইচা উলিয়াই গুৱালক দিলে, হৰেণে বুজিব নোৱাৰিলে। উপাৰ্জন বলেনৰ যে একেবাৰে নাই, সেই কথা আনে নাজানিলেও হৰেণে জানে। হৰেণে ধৰি ল'লে, যোৱা ৰাতি চাগৈ সি জুৱা-খেলত জিকিছিল। সি বোলে ৰাতি পুৱাবৰ পৰতহে আহিছিল। হৰেণে ভাবি চালে — বীণাই এতিয়াও গম পোৱা নাই যে বলেন মদ খাই বাটৰ মানুহৰ পইচা কাঢ়ি লয়, সুবিধাত পালে চুৰ কৰে। এইবোৰ জানিলে নতুনে নতুনে তাই ভয়তে মাকৰ ঘৰলৈ গুচি যাবলৈ ওলাব কিজানি। এতিয়াও বলেনে সেইবোৰ এৰি নেপেলালে এদিন নহয় এদিন নবৌয়েকৰ আগত ধৰা পৰি গোটেই ঘৰখনকে লাজ দিব।

হৰেণে চাহ পিয়লা লৈ এইবোৰ কথা ভাবি থাকোঁতেই বুঢ়ীয়ে বোৱাৰীয়েকক মাতি নি চাহ-জলপান খাবলৈ দিলেগৈ। বোৱাৰীয়েকে চাহ খাওঁতে বুঢ়ীয়ে বুজালেঃ মই বুঢ়া মানুহ; তোমাক আৰু কি শিকাম। তুমি নিজে চাই মেলি ঘৰখন চম্ভালি ল'বা। ইহঁত ল'ৰা কিটাৰ মাজত মিলাপ্ৰীতি বৰ বেছী। সেই মিলাপ্ৰীতি সদায় ৰাখিবলৈ চেষ্টা কৰিবা ......

ব্যস্তভাবে ঘৰৰপৰা ওলাই যোৱা বলেন গৈ সদায় বহা দোকনখন পালেগৈ। তাতে নিজে লৈ চিগাৰেট এটা জ্বলাই সি দোকানত দামটো লিখি থবলৈ দোকানৰ ল'ৰাটোক ক'লে। ল'ৰাটোৱে লিখিবলৈ বহী খুলি সৰুকৈ ক'লে ঃ ককাইদেউ, মানে দেউতাই কৈছিল .....

ঃ বুজিছো দে। বাৰু কচোন. চাহাবুদ্দিন আহিছিলনে?

ঃ নাই অহা।

ঃ তিহকৰ?

ঃ ওহোঁ।

ঃ দোস্ত?

ঃ নাই অহা।

ঃ তই সিহঁত আহিলে কবি মই 'মধুমতী' চাহ দোকানৰ পিচফালে বহি থাকিম। তালৈলে মাতিছোঁ বুলি কবি। আৰু কালি কেইবটল বেচিলি?

ঃ চাৰি বটল। পিচে পুলিচে আহি পাঁচ টকা লৈ গ'ল।

ঃ গৰু, নিয়ক দে। সিহঁতক খালি সপ্তাহত এদিন আহি নিবলৈ কবি। গাঁৱত অকল তোৰ দোকানতেহে বেআইনী মদ পায়। খবৰটো জনাজাত হ'লেই দিনে তোৰ এশ টকালৈকে বিক্ৰী হ'ব। বটলবোৰত কিছু পানী মিহলাই দিয়াৰ বুদ্ধি এটা তোক শিকাই দিম। তেতিয়া পাঁচ বটলেৰে ছয়বটল কৰি বেচিব পাৰিবি। আৰু আমাৰ কমিচনটো সপ্তাহত এবাৰকৈ মোৰ হাতত দিবি।

ঃ বাৰু।

বলেন যাব খুজিছিলেই। এনেতে একেখন চাইকেলতে উঠি চাহাবুদ্দিন, তিহকৰ আৰু দোস্ত উপস্থিত। তিহকৰ আহিয়েই সুধিলে ঃ এই বেল, ফজিৰতে বুধবৰীয়া হাট পোৱাগৈ কথা যে আছিল, কি হ'ল?

দলৰ ভিতৰত বলেনৰ নাম বেল, চাহাবুদ্দিন নাম চাবুন , তিহকৰৰ নাম তিহ, দোস্তৰ নাম দোচোৰা।

ঃ পিচে তহঁত গলিনে নাই?

ঃ গ'লোঁ, কিন্তু ফয়দা সিমান নহ'ল। বজাৰত হাচিব মাষ্টৰক পাই বেচ কামত আহিল। তইতো জানই হাচিব মাষ্টৰ কিমান ভাল মানুহ। তেখেতক কলোঁ ; চাৰ, আপুনি থাকোতে বিদেশী মানুহে এই হাটত অজলা গাঁৱলীয়াবপৰা জুৱা খেলি কেনেকৈ পইচা চোঁচে চাওকহি চাৰ। কেবাখনো জুৱাৰ খেল বহিছিল। দিলোঁ দেখুৱায়। হাচিব চাৰৰ লগতে আন কেজনমান ভদ্ৰলোক গোট খালে। তেওঁলোকৰ আগতে আমি ঝাণ্ডি মুণ্ডা-ফান্দিমুণ্ডা খেলি থকা চব খেলৰ বৰ্ড দলিয়াই টিপতে পইচা জেপত ভৰালোঁ। বহুত মানুহ গোট খালে। জুৱাৰীবোৰ পলাল। পইচা মুঠতে বাসত্তৰ টকা পালোঁ।

বলেনে দুখ কৰিলে ঃ চেঃ মই থকা হ'লে ছ্যালা জুৱাৰ মালিকবোৰৰ পকেট খালী কৰি বহুত টকা আনিলোহেঁতেন।

ঃ নগলি কেলেই?

ঃ নকবি ভাই। সেই যে বিয়াৰ কাৰণে আমি দৈ বাৰীকৈ আনিছিলোঁ সেই গুৱালটো পুৰাই আহি ওলালহি। দেউতাক বেয়াকৈ গালি পাৰি সি পুৰাই মূৰটো নষ্ট কৰি দিলে। ঘৰৰ সকলোৰে পকেটৰ চুচি মুঠতে ষাঠি টকা দিয়া হ'ল। শ্যামলৰ ওপৰৰ পকেটতে কমেও তিনিশ টকা আছিল। সি যেনেকৈহে ধৰিছিলহি ; আমি যেন সিহঁতৰ দৰে পলাই যোৱা মানুহহে।

চাবুনে গৰজি দিলে ঃ তাৰ মুখখন ভাঙি নিদি লি কেলেই?

ঃ ঘৰত সেইবোৰ কৰিবি কেনেকৈ? তাক বাটতে ধৰোঁগৈ বল।

ঃ ঠিকেই কৈছে। সি গালি পাৰিলেই যেতিয়া, সেই ষাঠি টকা সি পাবই নালাগিছিল।

ঃ কলৈ গৈছে নে?

ঃ বজাৰলৈকে গৈছে। পইচা আনিছে যেতিয়া বজাৰত দিবলৈ যাবই।

চকুৰ চাবনিৰেই চাৰিওটা একমত হ'ল। চাইকেলখন তাতে থৈ চাৰিওটা দুখন ৰিক্সাত উঠিল। সেই দোকানখনৰ আগতে ৰিক্সা ৰৈ থাকে আৰু বলেন হঁতক ৰিক্সাৱালাবোৰে ভয়তে বিনা পইচাই তুলি নিয়ে।

ঘৰে ঘৰে সোমাই যাওঁতে গুৱাল বেছিদূৰ যোৱা নাছিল। বাটতে তাক পাই চাহাবুদ্দিনে গাখীৰৰ ভাৰখনত ধৰি তাক ৰাখি, পনীয়া গাখীৰ দিয়া বুলি উৰাই-ঘুৰাই গালি পাৰিলে। গাখীৰবোৰ পেলাই দিলে গুৱাল ফ্ৰি হ'ব। গতিকে সি দ'ল পকাবলৈ বা পুলিচত লগাবলৈ লৰালৰিকৈ যাব পাৰিব। গাখীৰবোৰ নেপেলালে সি গাখীৰখিনিৰ কাৰণেই ৰৈ যাব। বলেনহঁতে তাক খাওঁ খাওঁ মূৰ্ত্তিৰে ধৰিলে বলেনৰ ঘৰত পুৰাই অসভ্যালি কৰাৰ কাৰণে। তাৰপৰা মাত্ৰ ষাঠি টকা কাঢ়ি ল'লে। গুৱালৰ জেপত আৰু টকা নাছিল। তাৰ পাচত গুৱালক তাতে এৰি সিহঁত ৰিক্সাত উঠোঁতে কৈ গ'লঃ পুলিচক ক'বলৈ গ'লে তোৰ ব্যৱসায় একেবাৰে বন্ধ কৰি দিম। সেই গণ্ডগোলৰ মাজতে স্থানীয় ল'ৰাবোৰে গুৱালৰ গাখীৰৰ এটা

টিং দাঙি লৈ গুচি গ'ল। সেই টিংটোৰ কাৰণে খেদি যাওঁতে আন কেইটামান ল'ৰাই ইটো টিঙৌ কেতিয়া কোনফালে নিলে একমাত্র বলেনহঁতেহে দেখিলে। ৰিক্সাৰ পৰাই সিহঁতে গাখীৰ চুৰ কৰা ল'ৰাহঁত ক লৰালৰিকৈ যাবলৈ চকুৰে কৈ উৰাই -ঘূৰাই হাঁহিলে।

সন্ধিয়া পৰত বলেন 'মধুমতী' চাহ-দোকানৰ পিছফালে থকা আচুতীয়া ঠাইৰ পাৰি থোৱা পুৰণি সোলোক-ঢোলোক তক্তাপোচখনতে লাং খাই পৰি আছিল। চোবাং মদ পাইকাৰী দৰত চহৰখনত বিক্রী কৰা ঘাটি এই মধুমতী। বটলবোৰ ৰচিৰে বান্ধি পিচফালৰ গেলা পুখুৰীত ডুবাই থয়— ৰচিৰ আগটো ওপৰৰ পাৰৰ ঘাঁহত বান্ধি। গ্রাহক আহিলে উলিয়াই দিয়ে। নহ'লে পুলিছে জুলুম কৰে। চোৰাং মদৰ গ্রাহক গোটায় বলেনহঁতে? ইয়াতে সিহঁতৰ আড্ডা।

ভৰ-দুপৰত খোৱা দেশী মদৰ নিচা গেলা গোন্ধত তাৰ নিজৰ গাটোকে কিবা কিবা লাগিছিল। তিনকুৰিহঁত কোন কেতিয়া গ'ল সি নাজানে। এতিয়া তাৰ নিচা নাই ; কিন্তু নিচা খোৱাৰ পিচত হোৱা মূৰৰ টিংটিঙনি, এলাহ, ভাগৰ আৰু চকুৰ ৰঙা ভালকৈয়ে আছিল। মধুমতীৰ মালিক বৰঠাকুৰ মানুহ কাটি চৈধ্য বছৰ জেল খোৱা মানুহ। জেলৰপৰা ওলাই জন্মস্থান ডিব্রুগড় এৰি ইয়াত দোকান দিছেহি। চেহেৰা বদলাবলৈ এতিয়া মুখত দীঘল দাড়ি, কপালত কালী-সাধকৰ ৰঙা ফোঁট, দোকানৰ পিছফালে চিৰস্থায়ী মা-কালীৰ মূৰ্ত্তি। সেই মূৰ্ত্তিৰ আগত বহি বৰঠাকুৰে যেতিয়া সাধনা কৰে, তেতিয়া আনকি পুলিচেও তেওঁক মাতিবলৈ সাহ নকৰে। বৰঠাকুৰে বলেনহঁতক আঁসে দিয়ে -- আনবোৰ গুণ্ডাক ভয় খুৱাই দূৰত ৰাখিবলৈ।

বলেনহঁতৰ দ'লটো অলপ শিক্ষা-দীক্ষা পোৱা ; ভদ্র আনবিলাক গুণ্ডাৰ দলে বলেনহঁতক সংকোচ কৰি চলে। বলেন দ'লৰ চৰ্দাৰ।

বলেনৰ কথা-বাৰ্তাত দাৰ্শনিক সুৰ আছে। মানুহ তাৰ কথা শুনি ভোল যায়। তাৰ মতে জীৱনটো হ'ল মৰণৰ ঘৰত নিয়ন্ত্রণ খাবলৈ ওলাই অহা আলহী। জীৱনৰ লক্ষ্য মৰণৰ ঘৰত উপস্থিত হোৱাই। জীয়াই থকা কালত নিজক ব্যস্ত ৰাখিবলৈ মানুহে নিজৰ কাৰণে আৰু লোকৰ কাৰণে কৰা কামবোৰক কেৱল বলি কাটিবলৈ নিয়া ছাগলীয়ে শালত মূৰ সুমওৱাৰ আগতে গছ-পাত খাই পেট ভৰোৱাৰ লগত ৰিজাব পাৰি। অতি তলত শ্রেণীত পঢ়া দিনৰেপৰা বলেনে জানি আহিছে যে তাহাঁতৰ ঘৰখনক টকাৰ বৰ অভাৱ। আৰু টকাৰ অভাৱ হ'লে মৰণৰ ঘৰত নিমন্ত্রণ খাবলৈ ভদ্রভাৱে যাব নোৱাৰি। বাপেক আৰু ঘৰখনৰ আন সকলোৱেই দাৰিদ্র লুকুৱাই সচ্ছলতাৰ অভিনয় কৰিবলৈ চেষ্টা কৰা চাই তাৰ খং উঠে। বাপেকে তাক বুজাইছিল যে ধনৰ দুৰ্বলতা থকা বুলি জানিলে সমাজত মানুহে স্বীকৃতি আৰু সন্মান নিদিয়ে। তৃতীয় নে চতুৰ্থ শ্রেণীত পঢ়োতেই সি এদিন এটা ফটা চোলা পিন্ধি স্কুললৈ গৈছিল। তাৰ লগতে পঢ়া বাগিচাৰ মালিকৰ পুতেক বিদ্যুতে তাক কৈছিল ঃ তুমি চাগৈ ক'ব নোৱাৰাকৈ ফটা চোলা পিন্ধি আহিলা। ঘৰলৈ গৈ সলাই আহাগৈ ; নহ'লে তোমাৰ লগত বহিবলৈকে লাজ লাগে।

তাৰ পাচত নতুন চোলা বাপেকে কিনি নিদিয়ালৈকে সি স্কুললৈ যোৱা নাছিল। সি সেই বয়সতে বঢ়িয়াকৈ অনুভৱ কৰিছিল যে দুখীয়া হ'লে আপোন মানুহেও লেই-লেই, চেই-চেই কৰে।

ডাঙৰ হৈও সি দেখিছে যে সি মেট্রিক ফেল আৰু ঠিকাদাৰৰ গুদামৰখীয়া চকিদাৰ হ'ব পাৰে ; কিন্তু গুদামৰ মাল চুৰিকৈ বেচি আৰু দোস্তহঁতৰ লগত আনৰপৰা ডকা- হকা দি পইচা আনি ভালকৈ কাপোৰ-কানি পিন্ধি আনক ধন খৰচ কৰি দেখুৱাব পাৰে কাৰণে, তাৰ বি-এ পাছ ককায়েক হৰেণতকৈ তাক মানুহে বেছি গুৰুত্ব দিয়ে। গতিকে ক'ৰপৰা আহিছে দৰ্কাৰ নাই। ধন আহিলেই হ'ল। দুখীয়া কংগ্রেছীবোৰ মন্ত্রী-এমেলে হৈ ঘৰে -গাড়ীয়ে চহকী হৈ পৰোঁতে কিবা কষ্টেৰে অৰ্জা পইচাৰে সেইবোৰ কৰেনে?

সঁচা কথা, হাত ধৰি পইচা খৰচ কৰি ঘৰখন তাৰ ককায়েকেই চলায়। ককায়েক বেচেৰাই তামোল এখনো কিনি নাখায়। দহ টকা বেলেগ কামত খৰচ কৰিব লগা হ'লেই হৰেণৰ ঘৰ চলোৱাত অসুবিধা হয়। ঘৰুৱা শিক্ষকতা কৰি সি

তাতকৈ ভালকৈ ঘৰ কেতিয়াও চলাব নোৱাৰে। কিন্তু মাহেকত এদিন বা দুদিন চল্লিছ-পঞ্চাছ টকা মেজাজত ঘৰত খৰচ কৰি নাম কৰে বলেনে? ককায়েকেই বি-এ পাছ; কিন্তু মানুহে বলেনকহে শিক্ষিত বুলি ভাবে, চাহাব বুলি মাতে। বিয়াখনত দৰ্কাৰী খৰচখিনি ধাৰ-ঋণ কৰি হৰেণেই কৰিলে। কিন্তু টিনপাত ভাড়ালৈ অনা, ৰভা সজা, দৈ বাকীকৈ অনা, আদি কৰি খৰচ নাম কৰিলে বলেনে। এটা সমস্যা খালি থাকি গ'ল। ৰভা দিবলৈ অনা ৰিফিউজি অফিচৰ টিনপাতৰ পাঁচখন সি বিক্ৰী কৰিলে। ৰভা ভঙা শেষ হোৱা নাই বুলি কৈ আছে। ধৰা পৰিলে বিপদ এটা হ'ব। হওক আৰু। সেই বিপদৰ দিনটোৰ কথা ভাবি সি বৰ্তমানটোক নষ্ট নকৰে। তাৰ মতে বৰ্তমানটো চলি গ'লেই হ'ল। ভৱিষ্যতে কি হ'ব সেই বিষয়ে সি ভৱিষ্যতত ভাবিব।

হৰেণৰ ঘৈণীয়েকৰ সৈতে বলেনৰ বন্ধুত্ব হৈছে। বিয়াৰ পাচত চতুৰ্থ দিনাই সি মাকৰ অনুমতি লৈ নবৌৱেকক বজাৰলৈ লৈ গৈছিল। টিনপাত বেচি পোৱা টকাখিনি তাৰ পকেটত আছিল। নবৌৱেকক সি স্নো-পাউদাৰকে আৰম্ভ কৰি কিবাকিবি কিনি দিছিল সেইদিনা। নবৌৱেকে লাজতে প্ৰতিটো বস্তুকে নালাগে নালাগে বুলি কৈছিল। ঘৰলৈ সি কিনি আনিছিল চল্লিছ টকা দি এটা ৰৌ মাছ। সেইদিনাই ৰাতি মদৰ আড্ডাত তাৰ বন্ধু চাহাবুদ্দিনে কৈছিলঃ 'তই ভাই বেয়া নাপাবি, আজি বৌৱেৰক তোৰ লগত বৰ শুৱাইছিল। বেচ ওখ আৰু সুন্দৰী তোৰ নবৌৱেৰ । সচাঁ কথা ক'বলৈ হ'লে ভাই নবৌৱেৰ তোৰ লগতহে মিলিলহেঁতেন। তোৰ বেঙা ককায়েৰটোৰ লগত অলপো নিমিলে। বন্ধুৰ কথা শুনি বলেনৰ সেইদিনা গোলাপী নিচাত ভাব হৈছিল যে সি সোনকালেই বিয়া কৰাব আৰু এনেকুৱা এজনী ছোৱালী বিয়া কৰাব যে বাটৰ মানুহে সিহঁত দুটাক ঘূৰি ঘূৰি চাবলৈ বাধ্য হ'ব। বিয়া কৰোৱাৰ লগে লগে এইবোৰ সংগ মদ খোৱা, আদি এৰি পেলাব। ৰত্নাকৰে যদি ডকাইতৰপৰা কবি হৈ ৰামায়ণ লেখিব পাৰে, সি এনেকুৱা জীৱন এৰি ভাল জীৱন এটা আৰম্ভ কৰিব নোৱাৰিবনে? তাৰ পাচত যি চাকৰি বা সৎ ব্যৱসায়কে সি নলওক, প্ৰথমতে কিন্তু কিছু টকা পাই ল'ব লাগিব — বিয়াৰ পাচত তিনিমাহমান পইচাৰ চিন্তা নকৰাকৈ প্ৰিয়াৰ লগত সময় কটাবৰ কাৰণে। কি ঠিক, ছোৱালীৰ কপালেৰে সি লটাৰীতো টকা পাই যাব পাৰে।

আজি পুৱাই সি নবৌৱেকক জুহালৰ ওচৰৰ পৰা আনি অনৰ্গল কথা কৈ গৈছিল— সুবিধা পালেই টকাৰ কথা উলিয়াবলৈকে। সি ধৰি লৈছিল যে ন-ছোৱালী নবৌৱেকৰ হাতত কিছু টকা থাকিবই আৰু সেইখিনি কিছুদিনৰ কাৰণে ধাৰলৈ নিয়াত কোনো দোষ নহয়। কিন্তু কথাটো উলিয়াবাৰ এটা চেলু পাব লাগিব আৰু ইমান ভিতৰ বিশ্বাসত নিব লাগিব যে হৰেণ আদি ঘৰৰ কোনেও যাতে গম নাপায়। পুৱা গুৱালটো আহি ওলোৱাৰ আগতে টকা কিছু যোগাৰ কৰি খোৱাৰে মতলব আছিল তাৰ। যি হওঁক, সমস্যাটো সমাধান হৈ গ'ল গুৱালটো অহা সময়ত সি নবৌৱেকৰ সৈতে কথা পাতি থকাৰ কাৰণেই নবৌৱেকে টকা নিদিয়া হ'লে গুৱালটোক ডিঙিত ধৰিব লগা অৱস্থা হ'লহেঁতেন আৰু সেই হুলস্থুল গোটখোৱা ৰাইজে তাকে দোষ দিলেহেঁতেন। মুঠতে নবৌৱেকৰ আগত তাৰ এতিয়াৰ প্ৰেষ্টিজ পামচ্যৰ হ'লেহেঁতেন।

ভগবানে একোটা সময়ত কিন্তু সচাঁকৈ সহায় কৰে দেই। গুৱালটো ঠিক সেই সময়তে নহা হ'লেও কামটো কৰা সহজ নহলহেঁতেন।

ঘৰত আৰু মানুহক ঠিকেই কয় সি পাৰ্টনাৰ হৈ ঠিকাদাৰী কৰা বুলি। কামটো হৈছে নিমাতীত। কিন্তু আচলতে সি ঠিকাদাৰৰ গুদামৰখীয়াহে। আচলতে তাৰ দলৰ গুণ্ডামিৰ পৰা আৰু বস্তু চুৰি হোৱাৰ পৰা ৰক্ষা পৰিবলৈকে গুডামখীয়াৰ চাকৰি বুলি ঠিকাদাৰে তাক মাহে এশ টকা দিয়ে। সেই বুলি বুদ্ধিমান ঠিকাদাৰে বলেনৰ হাতত গুদাম এৰি নিদিয়ে। কিন্তু বনুৱাই গণ্ডগোল কৰিলে আৰু আন কোনোবা দুৰ্বৃত্তৰ দলে অন্যায় কৰিব খুজিলে বলেন দলেবলে হাজিৰ হয়গৈ। বলেনৰ ঠিকাদাৰ সিঙে ঠিক সময়ত কাম শেষ কৰিব নোৱাৰাৰ কাৰণে চৰ্কাৰে বাকী কামৰ আধা আন এজন ঠিকাদাৰক দিছিল। বলেনহঁতে একে ৰাতিতে ইটো ঠিকাদাৰৰ যন্ত্ৰপাতি, বয়বস্তুসকলো নোহোৱা কৰি দিলে। আনকি প্ৰাণৰ ভয়ত সিটো

ঠিকাদাৰৰ বনুৱাবোৰো পলাই গ'ল। অৱশেষত কামটো গৈ আকৌ শিঙকে দি'বলগীয়া হ'ল। সিঙৰ ক'লৈ চাবলৈ অহা গড়কাপ্তানী আৰু বান নিয়ন্ত্ৰণ বিভাগৰ ওখ-চাপৰ সকলো বিষয়াৰ স্তৰভেদে উপভোগাৰ্থে ৰূপোপজীৱিনী আৰু মদ মজুত কৰি দিব লগা হয়। ছোৱালী মানে মাইকী; তাকো সি তেনেকুৱা মাইকী দুজনীকহে চিনি পায়। সেই দুজনীকে কেতিয়াবা কলেজৰ ছোৱালী বুলি, কেতিয়াবা ভদ্ৰ ঘৰৰ বোৱাৰী বুলি চাহাবসকলক দি যায় -- নিচা বেছি হোৱাৰ পাচত। সেই বেশ্যা দুজনীয়ে কলেজৰ ছোৱালীৰ দৰে হাতত কিতাপ লৈ বা বোৱাৰীৰ দৰে ওবণি লৈ লাজ লাজ কৰি আহিলে তাৰ বৰ হাঁহি উঠে। এইবোৰ কাৰণতে সি সদায় গুদামৰখীয়া হৈ বহি নাথাকিলেও মাহে এশ টকা ঠিকাদাৰৰপৰা পায়।

বলেনৰ হঠাৎ মনত পৰিল যে ৰাতি ভাত খোৱাৰ সময়ত ঘৰ পাবগৈ লাগিব। আজি আৰু সি ঠিকাদাৰৰ ওচৰলৈ নাযায়। ঠিকাদাৰে বিয়াত তাক দুশ টকা এনেয়ে দিছিল। এতিয়া আকৌ পইচা খুজিলেও পোৱা টান হ'ব। তিনি দৰ্কাৰ থাকিলে সিং নিজে ওলাবহি। গতিকে ঘৰলৈকে যোৱা ভাল হ'ব। এনেয়ে ঘৰলৈ যোৱাৰ বৰ ইচ্ছা নহয় তাৰ। সি ঘৰখন বৰ মৰামুজা হেন পায়। মাক-বাপেক জুপুকা মাৰি বহি থাকিব আৰু গৈ পালেই সুধিব – পইচা আনিছনে? বুঢ়া মানুহৰ তাচ, পাশা, কিতাপ পঢ়া আদি কিবা এটা চখ্ থাকিব লাগে। অনবৰত জুপুকা মাৰি বহি থাকিলে বাৰু কাৰ মন ভাল লাগিব। ককায়েকে আকৌ পণ্ডিতৰ ভাও দি তাৰ নিচিনাবোৰৰ সৈতে কথাকে নাপাতে। বাপেক-মাক কিন্তু আচৰিত। মাহে হেজাৰে হেজাৰে যদি টকা দিয়ে, তথাপি তাক প্ৰশ্ন নকৰে ক'ৰপৰা পালি বুলি। একো নোসোধাকৈ লৈ থৈ আকৌ বিচাৰিব। ককায়েকে অৱশ্যে কাৰ খৰচ বেছি দেখিলেই সোধে টকা ক'ৰপৰা পাইছ বুলি। লগতে কয়ো যে বেয়া উপায়েৰে পইচা অনাতকৈ লঘোণে থাকিবি। বেয়া পথ ল'লে ভাল হোৱাৰ পথ আৰু বিচাৰি নাপাবি। কিন্তু নবৌৱেকজন অহাৰপৰা ঘৰখনলৈ যাবৰ মন যোৱা হৈছে। দুআষাৰ অন্ততঃ কথা পাতিব পাৰি-- যি কথাৰ মাজত টকাৰ কথা নোলায়। সঁচাকৈ ঘৰখনত ছোৱালী এজনী থাকিলে ঘৰখন শুৱাই থাকে। লাগে তাই ঘৈণী, ভনী, নবৌ বা অন্য কোনোবাই হওক।

ৰাজনীতি বলেনে নাজানে। সি নিজে কয় তাৰ মূৰে চুকি নাপায় বুলি। কিন্তু তাৰ ভায়েক ৰমেনে কেতিয়াবা হাঁহি হাঁহি কোৱা ৰাজনীতিটো সি বেয়া নহব যেন পায়। ভায়েকে তাক কয় - তুমি যে মাজু ককাইদেউ এনেকুৱা উচ্ছৃংখলা, দেউতাহঁতৰ যে এই ফিটাহি আৰু হা-ধন হা-ধন ভাব, এই সকলোবোৰৰ গুৰিতে আমাৰ শাসন ব্যৱস্থা। এই ব্যৱস্থা গুচাই সাম্যবাদী চৰ্কাৰ হ'লে দেশত সকলোৱে খোৱা -থকাৰ সমান সুবিধা পাব, মানুহৰ মনত হতাশা নোহোৱা হ'ব, যেয়ে যি কাম কৰিব পাৰে তাক সেই কামকে কৰিবলৈ দিয়া হ'ব।

এইবোৰ কথা ভাল লাগে। আৰু, সি মনে মনে ঠিক কৰি ৰাখিছে যে ৰমেনে কোৱাৰ নিচিনা বিপ্লৱ দেশত হ'লে সিও বিপ্লৱী হ'ব, আৰু সেই সুযোগতে কিছু ধন ধনী বেপাৰীক লুটপাট কৰি নিজৰ কৰি ল'ব। তাৰ বিশ্বাস যে বিপ্লৱৰ নিচিনা অৰাজক অৱস্থাত তাৰ নিচিনা দলবোৰেই স্থানীয় ৰজা হ'ব।

বলেনে ভাবি চালে, আজি-কালি তাৰ ঘৰলৈ গৈ ভাল লাগে। নবৌৱেকজনীয়ে তাৰ কথা কাণ পাতি শুনে। তাৰ সাজপাৰ, কথা কোৱাৰ ভংগী, জীৱনৰ আদৰ্শ, আদি সকলো নবৌৱেকে প্ৰশংসাৰ দৃষ্টিৰে চায়, কাণ পাতি শুনে। চাহাবুদ্দিনে ঠিকেই কৈছিল যে এইজনী ছোৱালী তাৰ কাৰণেহে ঠিক হ'লহেঁতেন। ধেৎ, সেইবোৰ কথা ভাবিব নাপায়। কিন্তু সি কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰে যে ক'ৰবাত কিবা কাৰণত নবৌৱেকৰ লগত তাৰ অদ্ভুত এক মনৰ মিল আছে -- যিটো কথা সি নবৌৱেকে মুখেৰে ফুটাই নকলেও ব্যৱহাৰত গম পায়। বেয়া কথা সি ভাবিব নোৱাৰে--- বিশেষকৈ নিজৰ একমাত্ৰ নবৌৱেকজনীক লৈ। কিন্তু মনটোকতো আৰু বৃদ্ধি ৰাখিব নোৱাৰি, নভবা কৰিব নোৱাৰি ..... ❑

## ।। বীণা।।

....... নোৱাৰি নোৱাৰি। বীণাক আৰু বিয়া নিদিয়াকৈ ঘৰত ৰাখিব নোৱাৰি। বিয়া দিয়াৰ পাচত লাগে যিমান দিন ইচ্ছা থাকককহি। এতিয়া তাইক ঘৰত ৰখা মানে শত্ৰু পোহা, বিপদক মাতি অনা।

কুৰিৰ দেওনা পাৰ হোৱা বীণাৰ মাক-বাপেকে তাইৰ বিষয়ে এইদৰে নভবা হ'লে তাইৰ হয়তো বি-এ পাছ কৰাৰ পাচতহে বিয়া হ'লহেঁতেন। আৰু হয়তো হৰেণতকৈ ভাল আৰু অৱস্থাপন্ন দৰা পালেহেঁতেন।

নেকিবজ নামৰ আটক ধুনীয়া মুছলমান ডেকা শিক্ষকজনৰ লগত বীণাৰ আন্তৰিকতা কেনেকৈ বাঢ়ি আহিল, সেই বিষয়ে বীণাই সজাই পৰাই ভালকৈ ক'ব নোৱাৰে। কিন্তু সেই আন্তৰিকতাই সীমা চেৰাই যোৱা বুলিয়েই বাপেক-মাকে তাইক লৰালৰিকৈ বিয়া দিলে। শিক্ষকজন দেখিবলৈ ইমান সুন্দৰ যে প্ৰথম দিনা স্কুললৈ আহোঁতেই ছোৱালীবোৰৰ মাজত কথা পতা আৰম্ভ হৈ গৈছিল। বীণাহঁতক দশম শ্ৰেণীত ইংৰাজী পঢ়াইছিল। বীণাহঁতৰ শ্ৰেণীৰ ধুনীয়া ছোৱালী জেৰিণাই তাক বিয়া কৰাবই বুলি কৈছিল। বীণা আকৰ্ষিত হৈছিল ; কিন্তু কাষ চাপিবলৈ সাহ কৰা নাছিল। উপেক্ষিতা হোৱাৰ সমান দুখ নাই। নিজে উপযাচি প্ৰেম নিবেদন কৰিবলৈ যাবলগীয়া হোৱাৰ সমান দুৰ্ভাগ্য নাই। সিহঁতৰ সমাজত থাকি নেকিবক বিয়া কৰোৱা কেতিয়াও সম্ভৱ নহয় বুলি বীণাই বঢ়িয়াকৈ জানে। কিন্তু সেইবুলি এজন সুন্দৰ পুৰুষক আকৰ্ষণ কৰিব পৰাত যি গৰ্ব আছে, সেই গৰ্ব কৰিব খোজাতো কোনো দোষ নাই। সাজ-পাৰে, অংগীয়ে-ভংগীয়ে কথাই-বাৰ্তাই তাই বেলেগ হৈ পৰিছিল— কেৱল নেকিবৰ কাৰণে। ভাবিছিল, ইংৰাজীত এজন ঘৰুৱা শিক্ষক দুমাহৰ কাৰণে হ'লেও লাগে বুলি নেকিবকে ল'বলৈ ক'ব নেকি? কিন্তু ঘৰুৱা শিক্ষক ৰখাৰ বিলাসিতা শিক্ষকৰ জীয়েকে কৰিব নোৱাৰে।

লাহে লাহে যে নেকিব তাইৰ প্ৰতি আকৰ্ষিত হৈছিল, এই কথা তাই ধৰিব পাৰিছিল। নেকিবৰ ঘৰলৈ কিবা বুদ্ধি কৰি যাবলৈ হ'লে একমাত্ৰ জেৰিণাকো খাতিৰ কৰিব লাগিব আৰু জেৰিণাই কেতিয়াও বীণাৰ নিচিনা ধুনীয়া ছোৱালীক নেকিবৰ ওচৰলৈ লৈ নাযায়।

মেট্ৰিক পৰীক্ষাৰ টেষ্টৰ পাচত বিদায় সভা। বীণায়ে আগৰণুৱা হৈ সভাপতি পাতিলে নেকিবক। বন্ধুবোৰে জোকালে ঃ — চাৰৰপৰা একেবাৰে বিদায় ল' নেকি? বিদায় হৈছিল স্কুল চটিৰ পাচত। আন শিক্ষক সকলো গ'লগৈ। সভাপতিৰ ভাষণত নেকিবে কৈছিল ঃ যি কোনো বিদায়েই দুখৰ। সুন্দৰৰ ভৱিষ্যতৰ কাৰণে প্ৰিয়জনক বিদায় দিওঁতে বেজাৰে হেঁচা মাৰি ধৰে।

ইস্ ৰাম। নেকিবে যেতিয়া কৈছিল যে বীণাহঁতৰ নিচিনা সুন্দৰী ছোৱালী স্কুলৰ গৌৰৱ ; তথাপি বিদায় দিবৰ মন নাযায় বুলি। তাইৰ যে ইমান লাজ লাগিছিল। জেৰিণাৰ নাম কোৱা নাছিল। সেই এদিনলৈ হ'লেও জেৰিণাতকৈ তাই জিকিছিল। সভাৰ শেষত নেকিব শিক্ষকৰ 'কমন ৰুম' পালেগৈ। কিন্তু কলমটো এৰি থৈ গ'ল। সেই কলমটো দি আহিবলৈকে বীণা অকলে শিক্ষকৰ কমন-ৰুমলৈ গৈছিল। আৰু তাতে, পৰ্দা দিয়া সেই কোঠাটোতে নেকিবে হঠাৎ

তাইক চুমা খাই দি কৈছিল ঃ মাফ্ কৰিবা।

তাই লৰালৰিকৈ গুচি আহিছিল ভীষণ ৰঙা পৰি। বন্ধুবোৰে ঘেৰি ধৰি কি কৈছিল তাইৰ কাণত সোমোৱা নাছিল।

তাৰ পাচত চিঠিৰ আদান-প্ৰদান হৈছিল— বীণাৰ ভায়েকৰ যোগেদি । দহ বছৰীয়া ভায়েকটো তেতিয়া । সি আজিও সেই বিশ্বাস ৰক্ষা কৰিছে। মেট্ৰিকত তাই কোনো মতেহে পাছ কৰিলে। ইতিমধ্যে সৰবৰাহ বিভাগত চাকৰি পাই নেকিব গুচি গ'ল। কিন্তু চুবুৰীয়া গাঁৱৰ ল'ৰা নেকিবক তাই প্ৰায়ে লগ পাইছিল।

বিপদ হ'ল, এদিন বাপেক-মাকে তাইৰ অসাৱধানতাৰ কাৰণে তাইৰ গাৰুৰ তলত নেকিবে দিয়া চিঠি পোৱাৰ পাচত। সকলো সপোন শেষ হৈ গ'ল। তাইৰ কলেজলৈ যোৱাও বন্ধ কৰি দিলে। কাৰণ তাই কলেজলৈ যাওঁতেই নেকিবক লগ পাইছিল। ঘৰতে বহি এমাহ তাই কান্দি চকু উখহালে। ছমাহৰ পাচত নেকিবে জেৰিনক বিয়া কৰোৱা তাই গম পালে। প্ৰথমে আত্মহত্যা কৰিবৰ মন গৈছিল। তাইৰ নিজৰ বিয়াৰ সময়লৈ নেকিব এটা পাহৰা সপোন হৈ পৰিল। নেকিব কিন্তু ওখই-পাখই, কথাই-বাতাঁই বলেনৰ নিচিনা।

হাজৰিকাই ঘৈণীয়েকৰ কথা মতে যি কোনো প্ৰকাৰৰ দৰা এটা পোৱাত আত্মনিয়োগ কৰিলে। স্কুলতে পালে হৰেণক। ভাগ্য ভাল যে নেকিবৰ লগত বীণাৰ হলিগলিৰ কথা ঘৰৰ সীমাৰ ভিতৰতেহে জনাজনি হৈছিল। হৰেণহঁতৰ ঘৰুৱা অৱস্থাৰ কথা হাজৰিকাই জানে। কংগ্ৰেছী হাজৰিকাই কমিউনিষ্ট হৰেণক দেখিব নোৱাৰে। তথাপি হৰেনকে ধৰিলে-- ধৰিবলৈ সহজ হৈ আছিল কাৰণে। আৰু হৰেনৰ বাপেক - মাকো হৰেণলৈ বিয়া কৰাবলৈ কৈ আছিল কাৰণে। নহ'লে নেকিব নামৰ অসভ্যটোৰ লগত এইবোৰ কথা জনাজনি হ'লে হাজৰিকাই গাঁৱত মুখ উলিয়াব নোৱাৰিব। কংগ্ৰেছী মানুহ হাজৰিকা মাষ্টৰৰ কংগ্ৰেছী আদৰ্শ মতে মানুহৰ মনত ধৰ্ম- বিদ্বেষ থাকিব নালাগে। কিন্তু হাজৰিকাই এশ-এবুৰি উদ্ধৃতি দি প্ৰমাণ কৰিব পাৰে যে হিন্দু-মুছলমানৰ মাজত বিয়া হোৱাটো বাঞ্ছনীয় নহয়। কোনোবাই যদি তৰ্কৰ খাতিৰতো হাজৰিকাক কয় যে ধৰ্মটো অন্ধবিশ্বাস আৰু ৰাজনীতি এটা বিজ্ঞান, গতিকে বিজ্ঞানৰ ক্ষেত্ৰত অন্ধবিশ্বাস পূৰ্ণ ধৰ্ম অবান্তৰ আৰু ৰাজনীতিয়ে ধৰ্মৰ অন্ধবিশ্বাস আঁতৰাবহে লাগে, তেন্তে হাজৰিকাই হয়তো কথাটো মানি ল'ব। কিন্তু বিয়াৰ ক্ষেত্ৰত হিন্দু-মুছলমানৰ মাজত পাৰ্থক্য আঁতৰাব নোৱাৰা বিধৰ বুলি লগতে কৈ দিব। তেওঁৰ মতে প্ৰতিটো ধৰ্মই নিজৰ স্বকীয়তা আৰু বৈশিষ্ট ৰক্ষ্যা কৰিহে আন ধৰ্মৰ মানুহক আদৰিব পাৰিব ; আৰু তাকে কৰিবলৈ হ'লে বিধৰ্মীৰ লগত বিয়া বৰ্তমানলৈকে সমাজত অপকাৰীয়েই হ'ব। হাজৰিকা পুৰণি কংগ্ৰেছী। কংগ্ৰেছী এমেলে- মন্ত্ৰী হাজৰিকাৰ ঘৰলৈ আহে। গাঁৱত হাজৰিকাৰ স্থান আছে। বীণা হাজৰিকা মাষ্টৰৰ প্ৰথম ছোৱালী। বাপেক-মাকৰ বৰ মৰমৰ আছিল। নেকিবৰ লগত এইবোৰ কাণ্ড কৰাৰ পাচতো বাপেকে তাইক চৰ এটাও মৰা নাছিল। বীণাই ভাবিছিল, তাই নেকিবকে বিয়া কৰাব বুলি কৈ দিব। এনেকুৱাকৈ কিবা বিপদত পৰি কান্দি থাকিব লগা অৱস্থা হোৱা বায়েকক সহায় কৰিবলৈ ১০/১১ বছৰীয়া ভায়েক সদায় সাজু আছিল। বীণাই নেকিবলৈ চুটি চিঠি লিখিছিল-- নিজ বাপেক মাকক স্পষ্টকৈ নেকিবকে বিয়া কৰাব বুলি কৈ দিবলৈ নেকিবৰ মত বিচাৰি। তেনেকুৱা পাঁচখন চিঠি ভায়েকে নি নেকিবক হাতে হাতে দিছিলগৈ। পিচত দুখন চিঠি দিওঁতে সি নেকিবক সুধিছিলে-- বায়েকলৈ কিবা উত্তৰ দিব নেকি? "তুমি যোৱা, মই দিম বাৰু" বুলি নেকিবে বীণাৰ ভায়েকক পঠিয়াই দিছিল। সি কিন্তু আৰু উত্তৰ নিদিলে। বীণাক লগ ধৰাৰো কোনো চেষ্টা নকৰিলে। বীণা লাজত মৰি যোৱা যেন হৈছিল। এই মতা মানুহবোৰক একেবাৰে বিশ্বাস কৰিব নোৱাৰি।

নেকিবে জেৰিণাক বিয়া কৰোৱাৰ খবৰ পোৱাৰ পাচতো তাই নিজে বিয়া সোমাবলৈ মান্তি হোৱা নাছিল। তাই ভাবিছিল, আবিয়ে হৈ থাকি, বহুত কিবাকিবি পঢ়ি, নাম কৰি, ওখ চৰ্কাৰী চাকৰি লৈ তাই হয়তো এদিন নেকিবৰে ওপৰৱালা হ'ব। আৰু তেতিয়া তাই নেকিবৰ ওপৰত প্ৰতিশোধ ল'ব।

নিজৰ বিয়া ঠিক শুনি তাই মনে মনে ঘৰৰপৰা পলোৱাৰ কথা ভাবিছিল। কিন্তু নপলালে। আত্মহত্যাৰ চেষ্টাও

নকৰিলে। বিয়াৰ দিন ওচৰ চাপি অহাৰ লগে লগে তাই নিজে মনে মনে নতুন জীৱনৰ কাৰণে সাজু হৈছিল।

প্ৰথম নিশা বিণাই মাকে শিকাই পঠোৱা মতে শোৱনি-কোঠাত অপেক্ষা কৰিছিল। গিৰিয়েক অহালৈ। গিৰিয়েক সোমাই আহিলত আগতে যতনাই থোৱা তামোলৰ বটাটো আগবঢ়াই দি তাই সাউত কৰে সেৱা এটা কৰিছিল গিৰিয়েকক। হৰেণে তাইক তুলি ধৰি কপালত চুমা খাই বিচনাত বহুৱাই লৈ বহুত উপদেশ দিছিল। তাই জোৰকৈ হেঁচা মাৰি ধৰা টোপনিক বাধা দি হৰেণৰ কথা শুনি আছিল। শুনিছিলহে, কি শুনিছিল ক'ব নোৱাৰে। নাই, হৰেণক তাই প্ৰৱঞ্চনা কৰা নাই। নেকিবক তাই চুমাতকৈ বেছি একো দিয়া নাছিল। সেই চুমাৰ স্মৃতিকণো হৰেণৰ লগত কটোৱা প্ৰথম নিশাত তাইৰ মনত পৰা নাছিল।

মতা মানুহৰ বিষয়ে বীণাৰ এটা নিজা ধাৰণা আছিল। মতা মানুহে তিৰোতাৰ অনুমতি বিচাৰি মৰম কৰিবলৈ ৰৈ নাথাকে। হৰেণৰ "এতিয়া আমি বিচনাত শুই কথা পাতিব নোৱাৰো জানো। "তুমি যিদৰে কোৱা সেইদৰেই হ'ব", "তোমাৰ পিঠিত হাতখন থওঁ দেই", আদি পেনপেননিয়ে যেন পৌৰুষৰ অভাৱ সূচায়। শেষত হৰেণৰ বক্তৃতা শুনি শুনিয়েই বীণাৰ কেতিয়া টোপনি আহিল তাই নাজানে। পুৱা নিশা টোপনি ভাগিলতহে তাই গম পালে যে তাইৰ টোপনি ধৰা হৰেণে তাইক আমনি নকৰিলে। একোটা আমনি কিমান কাম্য, সেই কথা নুবুজা হৰেণলৈ তাইৰ পুতৌ জন্মিছিল। নিজলৈও।

হৰেণহঁতৰ ঘৰৰ ভিতৰফাল যে ইমান উদং সেইবিষয়ে বীণাৰ এইখন ঘৰত প্ৰায় এ সপ্তাহ থকাৰ আগলৈকে কোনো ধাৰণাই নাছিল। ঘৰখনত নাই বুলিলে কাৰো হাতত পইচা এটাও নাইকিয়া হয়। হৰেণৰো কিছুমান কথা তাইৰ বৰ কেনেবা কেনেবা লাগে। চুৰিয়াখন লুঙীৰ দৰে পিন্ধি ঘৰতে বহি থাকি ভালপোৱা মতা মানুহক তাইৰ কেতিয়াও ভাল নালাগে। কথা-বাৰ্তাবোৰো কেনেকৈ ভাবি-চিন্তি কয়। বলেন কিন্তু একেবাৰে বেলেগ। তাক অন্ততঃ মতা মানুহ যেন লাগে। হৰেণে ৰান্ধনিঘৰত পীৰা বহি লৈ কথা পাতি থকা, কেতিয়াবা তাতে বহি পাচলি কুটি থকা, পৰাপক্ষত ওলাই যাব নোখোজা, আদি অ ভ্যাস তাইৰ কাৰণে বৰ অসহ্য। বিয়াৰ পাচত এদিন মাত্ৰ তাই বাহিৰলৈ ওলাই গৈছিল। তাকো গিৰিয়েকৰ লগত নহয়, বলেনৰ লগত হে। বজাৰলৈ। সেইদিনাই বলেনেই তাইক কৈছিল চিনেমা দেখুৱাব বুলি পিচে অকলে দেওৰেকৰ লগত চিনেমা চাবলৈ যাব তাই নোখোজে। হৰেণে কিন্তু চিনেমালৈ নিয়াৰ কথা ভবাটোও অসম্ভৱ। ঘৈণীয়েকজনীৰ বিয়াৰ পাচত এপাক বাহিৰলৈ ওলাই যাবৰ মন যাব পাৰে বুলিও মনত নেখেলায় হৰেণৰ। তাইক যেন বিয়া কৰাই এইখন স্বৰ্গৰাজ্য পোৱালেহি, আৰু এই স্বৰ্গখনতকৈ যেন আনন্দৰ ঠাই বাহিৰত ক'তো নাই- এনেকুৱা ভাব থকা যেন লাগে।

আচৰিত কথা যে ৰাতি শোৱা-কোঠালৈ অহাৰ বাহিৰে দিনত হৰেণৰ লগত শোৱা-কোঠাত এখন্তেক অকলে থকাৰ উপায় নাই। হৰেণে অনবৰত বিচনাত কিতাপ কেইখনমান লৈ পৰি থাকে ; আৰু পৃথিৱীৰ যিমান মানুহ তেওঁক লগ পাহলৈ আহে, সকলোকে নি শোৱনী-কোঠাত বহুৱাই লয়। বীণাই-দিনটো বাৰাণ্ডাই-ৰান্ধনিঘৰে ইফালে-সিফাল কৰি কটাই দিয়ে। এনেকুৱাই যদি এৰিব নোৱাৰা অভ্যাস , তেন্তে মানুহটোৱে বিয়া কৰাবলৈ বাট এৰি দিব পাৰিলেহেতেন দেখোন। চিন্তাটোৰ সম্ভাব্য অৰ্থই তাইক লাজ লগাই দিলে। মনটোৱে যেন তাইক জোকাবলৈকে সুধি দিলে ঃ কন্যা হ'ব পায় একেজনীয়েই ? দৰা হ'বপায় পিছৰে ভায়েকটো ?

ঘৰখনৰ ভিতৰত কিন্তু ৰমেনক বীণাই একেবাৰে আপোন ভায়েকৰ দৰে ভালপায়, মৰম কৰে। বৰ সৰল আৰু মৰম লগা ল'ৰাটো। ঘৰুৱা একো খবৰৰ প্ৰতি তাৰ লক্ষ্য নাই। যি পায় তাকে খায় ; পোৱাখিনিকে পিন্ধে ; সময় পালেই পঢ়ে ; কাৰো লগত কাজিয়া নালাগে। এটা মাত্ৰ আনন্দত সি সদায় থাকে। তাৰ মতে দেশত বিপ্লৱ হ'বই; সময় আহি গৈছে; সেই বিপ্লৱেহে দেশৰ মেহনতী জনতাক মানুহৰ স্বীকৃতি দিব, দেশৰ গৰীব-দুখীয়াৰ জীৱনৰ মূল্য যে ধনাঢ্যসকলৰ সৈতে একে- সেই সত্য ওলাই পৰিব। এদিন ৰমেনক জোকাবলৈকে বীণাই তাক মৰমেৰে হাঁহি হাঁহি 'বিপ্লৱ' বুলি

মাতিছিল। সি অতি আন্তৰিকতাৰে কৈছিল ঃ মোৰ নামটো বিপ্লৱ হোৱা ... ল ভালেই আছিল। নবৌ, ... নহ'লেও এই শব্দটোকে ঘনাই ব্যৱহাৰ কৰি চাবাচোন ; মনটো ভাল লাগি যাব।

ৰমেনৰ মতে বিপ্লৱী হোৱাটো দেশৰ কাৰণে ত্যাগ কৰাৰ কথা নহয় : সুন্দৰ ভৱিষ্যতৰ কাৰণে... ত্যাগ হ'ব পাৰেনে? পহিলা তাৰিখে দৰ্মহা পাবলৈ এমাহ চাকৰি কৰাটো ত্যা... ? মাতৃত্ব লাভৰ কাৰণে দহ মাহ গৰ্ভৱতী হোৱাটো ত্যাগনে? সুন্দৰ ভৱিষ্যৎ মানেই আনন্দৰ কথা ; এজন দুজনৰ নহয় ; সকলোৰে কাৰণে সুন্দৰ ভৱিষ্যৎ ... য'ত গভাইত শোষকবোৰৰ কোনো অস্তিত্ব নাথাকিব, পৃথিৱীৰ সকলোৰে সমান অধিকাৰ হ'ব। তেনেকুৱা কামত লগা মানে সুন্দৰ ভৱিষ্যৎ উপাৰ্জনৰ কাৰণে আনন্দৰে কাম কৰা হে। সেইবোৰ চিন্তাৰ আনন্দতে ৰমেনে নিজৰ ঘৰ ... গাঁৱৰ, জনিদিয়েকৰ, সাধাৰণ ব্যক্তিগত সুবিধা-অসুবিধাক ... কাণ কৰে। তাৰ মতে, এই সকলোবোৰ অসুবিধা সকলোৰে কাৰণে আঁতৰাবলৈকে বিপ্লৱ লাগে।

ঘৰুৱা কোনো কথাতে ৰমেনে মোৰ নুসুমায়। কিন্তু কিবা ঘৰুৱা কথাত মাত মাতি পেলালে ... সি এনেকুৱা যুক্তিসিদ্ধ পথত থাকে যে শেষত গৈ তাৰ কথাই ৰজেগৈ। এনেয়ে খং তাৰ নাই। কিন্তু সাম্ৰাজ্যবাদী শোষক-শ্ৰেণীৰ কথা কিবা প্ৰসংগত ওলালে সি লঘোনে থকা বাঘৰ দৰে হয়। সেই সময়ত শোষক শ্ৰেণীৰ সপক্ষে মাত মতা মানুহক সি খাওঁ খাওঁ কৰে।

এদিন আবেলি স্কুলৰপৰা আহিয়েই নবৌৱেকে খাবলৈ দিয়া জলপান সি ল'ৰালৰিকৈ গিলা দেখি হৰেণে সুধিছিল ; স্কুলৰপৰা আহিয়েই তোৰ ইমান লৰালৰি কিহৰ? এনেকুৱাকৈ স্কুলৰপৰা আহিয়েই ওলাই যাবলৈ আৰম্ভ কৰিলে এইবাৰ ফেল্ কৰিবি তই।

খোৱাবস্তুখিনি গিলি সি হাঁহি হাঁহি কৈছিল ঃ সেইদৰে নক'বা ককাইদেউ। নবৌৱে হয়তো ভাবিব, মোতকৈ তুমি ভাল ছাত্ৰ আছিলা। আচলতে মইহে কিন্তু এতিয়ালৈকে কোনো পৰীক্ষাত দ্বিতীয় হৈ পোৱা নাই। তুমি জানো কেতিয়াবা প্ৰথম বিভাগত পাছ কৰি কেনেকুৱা লাগে গম পাইছিলা। পৰীক্ষাত প্ৰথম দহজনৰ এজন হোৱাৰ কথা বাৰু বাদেই দিলো।

ককায়েকে হাঁহি সামৰি কৈছিল ঃ হেৰ' বৰকৈ ডাংকোপ মৰা কথা নকবি। প্ৰথম হৈ আহিছ, ভাল হৈছে। কিন্তু ফুকলীয়া ল'ৰাই এইবোৰ ৰাজনীতিত লাগিলে কিন্তু সদায় প্ৰথম হোৱা গৰ্ব ইমানতে ইতি হ'ব।

ৰমেনে সেও নামানিলে। ক'লে ঃ ফুকলীয়া বয়সতে নালাগি তোমাৰ বয়সত লাগিলে ৰান্ধনিঘৰত জুপুকা মাৰি বহি থাকি, গহীনাই দুআষাৰ কিতাপ পঢ়ি পোৱা জ্ঞানৰ কথা কৈ, বিয়া কৰাই, চাকৰি বিচাৰি বিপ্লৱটোক সপোনৰ বস্তু হিচাপেহে পাম। তোমালোকৰ বিপ্লৱটো আধুনিক ষ্টাইল, আমাৰটো জীৱন্ত বাস্তৱ ককাইদেউ।

নিকা বিশ্বাসৰ প্ৰতিমূৰ্তি ৰমেনক সৰু ল'ৰাৰ দৰে মৰম কৰি দিবৰ মন যায়।

বীণাই ভালকৈ মন কৰি কথা পাতি, গম পাইছে যে হৰেণৰ জীৱনত কোনো উচ্চ-আশা নাই, কোনো আদৰ্শ নাই। কেৱল আদৰ্শবাদী বুলি আনৰ আগত জাহিৰ কৰিবলৈ আদৰ্শৰ কথা কয়। সেই কাৰণে হৰেণে নিজৰ আদৰ্শৰ বিষয়ে পৰিষ্কাৰকৈ ক'ব নোৱাৰে। কিবা এটা কাব্যিক বৰ্ণনা দিয়ে— কেৱল আনে নুবুজিবৰ কাৰণেই। এদিন হৰেণে বীণাক কৈছিল ঃ মই চৰ্কাৰী চাকৰি কেতিয়াও নকৰোঁ। মোৰ আদৰ্শই নিদিয়ে। আৰু আদৰ্শ মই এৰিব নোৱাৰো। আন ব্যৱসায় কৰি বহুত ধন ঘটাৰো মোৰ অভিপ্ৰায় নাই। মই সদায় এইদৰে ছাত্ৰকে পঢ়াম। আমাৰ উঠি অহা ল'ৰা-ছোৱালীবোৰৰে একাংশক উচিতভাৱে শিক্ষিত কৰি, ভাল নাগৰিক কৰি গঢ়ি তোলাত আত্ম-নিয়োগ কৰি মই আনন্দ পাওঁ। বুজিছা বীণা, ধন-সম্পত্তিয়ে শান্তি দিব নোৱাৰে। এনেকৈ দেশৰ বেছিভাগ মানুহৰ দৰে দুখীয়া হৈ অভাৱী হৈ কাম কৰি যোৱাত তৃপ্তি আছে। অতীতৰ পণ্ডিতসকলে সেই কাৰণে ঘৰ-সংসাৰ বাদ দি অৰণ্যত ছাত্ৰ পঢ়াই শিক্ষকতা কৰাৰ পথ লৈছিল।

বীণাই আচৰিত হৈ সুধিছিল ঃ মই জনাত সাম্যবাদৰ আদৰ্শতো দুখীয়া হোৱাটো নহয়। বৰঞ্চ সকলোৰে জীৱনলৈ স্বচ্ছলতা আনিবলৈকে সাম্যবাদীয়ে শাসন-ক্ষমতা বিচাৰে। তুমি নিজে সাম্যবাদী হৈ সংসাৰ ত্যাগ কৰি অতীতৰ আশ্ৰমবাসী হোৱাৰ কথা কেনেকৈ ভাবা? মই জনাত মাৰ্ক্সবাদত তেনেকুৱা পলায়নবাদীৰ স্থান নাই।

ঃ এইবোৰ কথা তোমাক গুৰিৰেপৰা শিকাব লাগিব। আচলতে মোৰটোক পলায়নবাদ নোবোলে। মই ৰক্তাক্ত বিপ্লৱীৰ বিৰোধী। আৰু মই যিটো কাম কৰিব পাৰোঁ, সেইটোকে কৰি যোৱাই প্ৰকৃত পন্থা। তেতিয়াই বিপ্লৱক সহায় কৰা হ'ব।

ঃ মই জনাত বিপ্লৱে সহায় নিবিচাৰে। আনে সহায় নকৰাকৈয়ে বিপ্লৱ শক্তিত অজেয়। বিপ্লৱে বিপ্লৱী বিচাৰে।

ঃ সেইবোৰ ৰমেনৰ ফুকলীয়া চিন্তাৰ কথা। তুমি তাকে কৈছা। মই যুক্তি তৰ্কেৰে চালিজাৰি ঠিক কৰিছোঁ যে মোৰ সীমাৰ ভিতৰতে থাকি এইখন গাঁৱতে আদৰ্শবাদী কৰি উঠি অহা ল'ৰা-ছোৱালীবোৰক পঢ়াই থাকি মোৰ ক্ষমতাৰ সকলোখিনি কৰা হ'ব।

ঃ একে ঠাইতে থাকি তোমাৰ আমনি নালাগেনে?

ঃ নালাগে। আচলতে মনটোৰ ওপৰতে সকলো কথা। মনটো নিৰুদ্বেগ হ'লে, অন্তৰত প্ৰশান্তি থাকিলে, তুলি য'তে থাকা তাতে ভাল পাবা।

বীণাই বাধ্য হৈ কৈছিল ঃ সেইবোৰ গীতা-ভাগৱতৰ ঋষি বাক্য যদি কব নোৱাৰোঁ কিন্তু ৰাজনীতিত তেনেকুৱা সন্ন্যাসধৰ্মী যুক্তি নাই যেন লাগে।

এই ডেকা বয়সে মানুহক অসম্ভৱক সম্ভৱ কৰিবলৈ মহাকাশত ফুৰিবলৈ, সুদুৰত ভ্ৰমি ফুৰিবলৈ, হাত বাউল দি মাতে। তেনেকুৱা বয়সত হৰেণৰ একে ঠাইতে বহি থাকি, ছাত্ৰ পঢ়াই, ৰান্ধনিঘৰত মেল মাৰি, টুক্-টাক্ কৈ সংসাৰখন চলাবলৈ মন গৈছে কেনেকৈ? এই বাৰ্ধক্যসুলভ মনোবৃত্তি এতিয়াই আহিলনে? বীণা জিকাৰ খাই উঠে — এইটো মানুহৰ লগতে ওৰে জীৱন থাকিব লাগিব বুলি মনত পৰি। অসহ্য হৈ বীণাই কৈছিল ঃ মোৰ কিন্তু বৰ ঘূৰি ফুৰিবৰ মন যায়।

গম্ভীৰ হৰেণে লগতে বুজাইছিল ঃ সেইটো শিশু সুলভ চপলতা। জ্ঞান হৈ অহাৰ লগে লগে সেই শিশু মনৰ আগ্ৰহ কমি আহিব। তুমি বীণা ক'ৰবালৈ যাবৰ মন গলে যাবা, মই বাধা নিদিওঁ, বেয়াও নাপাওঁ। কেৱল মোকো লগত নিবলৈ নিবিচাৰিবা।

ঃ মই একলে গ'লে যদি ক'ৰবালৈ একেবাৰে গুচি যাওঁ ? — বীণাই খণ্ডতে সুধিলে।

হৰেণে হাঁহি ক'লে ঃ যাবা। তোমাৰ যদি মোৰ লগত ভালেই নালাগে, মইতো আৰু ঘৰত ৰাখিও সদায় চকিদাৰী কৰিব নোৱাৰো।

ঃ কিয়?

ঃ তোমাৰ মনটোক মই কেনেকৈ বাধা দিম। দেহাটোক হে বান্ধি ৰাখিব পাৰিম। এতিয়াওতো তুমি মোৰ সৈতে কথা পাতি থাকোঁতে যদি মনে মনে আন কাৰোবাৰ কথা ভাবি আছা, তেন্তে মই কেনেকৈ বুজাম?

ঃ তুমি যে কেনেকুৱা কথাবোৰ কোৱা।

ঃ এইবোৰ শুনিবলৈ বেয়া লগা কথা। কিন্তু সঁচা কথা।

হঠাৎ বীণাই দোকানীয়ে গ্ৰাহকক কি দিম সোধাৰ দৰে সুধি দিলে ঃ তুমি মোক ভালপোৱানে?

ঃ নাপাওঁ বোলাৰত উপায়ত নাই। অৱশ্যে এইটো ঠিক যে তোমাক বিয়া কৰাই মোৰ ঘৰত ঘৈণী কৰি পোৱাৰ আগলৈকে তোমাক ভালপোৱাৰ কোনো প্ৰশ্ন নুঠে।

ঃ বিয়া কৰাই অনাৰ পাচতো জানো বেয়া লাগিব নোৱাৰে ?

ঃ পাৰে যদিহে ভাল লগা আন কোনোবা থাকে। মোৰ তেনেকুৱা কোনো নাই। নাছিল।

বীণাৰ কিন্তু সপোন আছিল, আশা-আছিল। নেকিবে পাঁচখনকৈ তাই দিয়া চিঠিৰ উত্তৰ নিদিয়াৰ পাচতো তাই ভাবিছিল, এদিন হয়তো কান্দি-কাটি তাইৰপৰা ক্ষমা খুজিবলৈ নেকিব তাইৰ ঘৰতে ওলাবহি, ঘৰৰ সকলোৱে বাধা আওকাণ কৰি তাইক সাবটি ধৰিবহি, তাই হয়তো নিজে মূৰ পাতি সকলো দোষ লৈ বাপেকহঁতক অনুৰোধ কৰিব লাগিব নেকিবক নামাৰিবলৈ। তাইৰ বিশ্বাস আছিল, জীৱনৰ প্ৰথম চুমাটোৰ কথা কোনেও পাহৰিব নোৱাৰে। কিন্তু নেকিৰে যেতিয়া তাইৰ চিঠিৰ উত্তৰ দিবলৈ ভাল নাপালে, তেতিয়াহে তাই ভাবি চালে যে তাইৰ জীৱনৰ প্ৰথম চুমাটো নেকিবৰ নিচিনা ধুনীয়া ডেকাৰ জীৱনত হয়তো এশ নম্বৰ ছোৱালীৰ চুমা। মনটো তাইৰ বিতৃষ্ণাৰে ভৰি পৰিছিল। মনে মনে ঠিক কৰিছিল, তাই সাঁচি থোৱা সকলো মৰম উজাৰি দি হৰেণৰ জীৱনক সকলোতকৈ চহকী কৰি সকলোৰে ঈৰ্ষাৰ বস্তু কৰি তুলিব ; তাই সপোন দেখিছিল, তাই বিয়া কৰোৱাৰ পাচতে এম-এ পাছ কৰি হৰেণে কলেজত অধ্যাপকৰ চাকৰি ল'ব, তাৰ পাচতে কোনোবা ডাঙৰ চৰ্কাৰী চাকৰি দি মুখ বন্ধ কৰিবলৈ কংগ্ৰেছী চৰ্কাৰে ভালেই পাব। সঘনে দিল্লী ফিল্লীলৈ যাব পৰা চাকৰি হ'লে যে বৰ ভাল হয়। সেইবোৰ নহ'লেও হৰেণ এমেলে হৈ কোনোবা জনসভাত আকৰ্ষণীয় বক্তৃতা দিওঁতে, কাষতে বহি থাকি বীণাই বহুত দূৰত সাধাৰণ শ্ৰোতা হিচাপে নেকিবক বহি থকা দেখিলে কি কৰিব বাৰু? সি চাগৈ তেতিয়া বুজিব, কাক হেৰুৱালে। ইমান আশা দি, আশ্ৰয় দিয়াৰ অভিনয় কৰি, প্ৰলোভিত কৰি তাইক প্ৰবঞ্চনা কৰাৰ শাস্তি নেকিবে এদিন নহয় এদিন পাবই। জেৰিনাৰ নিচিনা দেখিবলৈ ভাল ডেকা দেখিলেই প্ৰেমত পৰা ছোৱালীয়ে বেয়াকৈ প্ৰবঞ্চনা কৰিবই।

কিন্তু এই সকলোবোৰ কল্পনা তাইৰ নোহোৱা হৈ গৈছে, তাই বিয়া কৰোৱা হৰেণৰ কাণ্ড-কাৰখানা দেখি। নৈতিকতাৰ সীমা চেৰাই তাইৰ মনটোৱে বিদ্ৰোহ কৰি ভাবিবলৈ লৈছে যে নেকিব, বলেনৰ নিচিনা ডেকাই নাৰীক অন্ততঃ কিছুমান দিশৰপৰা সন্তুষ্ট ৰাখিব পাৰিব — যিটো ক্ষমতা হৰেণৰ কোনো প্ৰমাণ তাই পোৱা নাই। ❑

## ।। পাঁচ মাহৰ পাচত।।

........ কোনো প্ৰমাণ নাই। হৰেণে কিবা এটা কৰিবলৈ চেষ্টা কৰাৰ কোনো প্ৰমাণ বীণাই আজি পাঁচমাহে পোৱা নাই। পুৱা এঘাৰমান বাজিছিল। মধুৰী আমজোপাত কাউৰী এজনীয়ে কা-কা কৰি আছিল। কালিৰেপৰা বলেনৰ চেহেৰা দেখা নাই। সি তাইৰ পৰা নিয়া টকাকিটা ঘুৰাই দিয়া নাই। কেৱল ৰমেনেই নিজৰ পঢ়া আৰু বিপ্লৱ লৈ ব্যস্ত হৈ থাকে। পুৱাৰেপৰা হৰেণে কিবাকিবি ভাবি বহি থকা দেখি বীণাৰ কিবা লগা হৈছে। আজিকালি দুয়োটাৰ মাজত কথা-বাৰ্তাতো কাজিয়াৰ সুৰ থাকে। বাৰাণ্ডাত বহি নখ কাটি থাকা হৰেণলৈ চাই তাইৰ খঙেউ উঠিল। ডেকা মানুহ এটানো এইদৰে বহি থাকিব পাৰেনে? ইপিনে দুপৰীয়া খাবলৈ চাউলৰ বাহিৰে একো নাই বুলি শান্থৱেকে ৰাতিপুৱাই কৈছিল। বীণাই বুজে যে গোটেই ঘৰখনৰে আছে বলেন আহি কিবা এটা কৰি দিবলৈ। হৰেণো।

দূৰৰপৰাই বীণাই বিৰক্তিৰে হৰেণক ক'লে ঃ তুমি চাকৰী-বাকৰি কিবা এটাৰ খবৰ কৰিবলৈকে ওলাই নোযোৱা কেলেই? ঘৰতে এইদৰে সদায় বহি থাকিলে হ'ব কেনেকৈ? আজি এসপ্তাহে যেনেকুৱা খাদ্য খোৱা হৈছে দেখিছাই। আজি গধূলিলৈ আনকি চাউলো নাই বুলি জানিছাই। কোন বিধাতাই ঘৰ চলাব বুলি বহি আছা?

হৰেণে মূৰ দাঙি চালে। তিতা-কেঁহা লগা মাতেৰে সি সমিধান দিলে ঃ মই কিবা নাজানোনে ঘৰৰ অৱস্থা। তোমাৰো কষ্ট হৈছে বুলি জানো। চাকৰী বিচৰাৰ ঠাই থকা হ'লে কিয় নগলোঁহেতেন? দূৰলৈ যোৱাৰ উপায় নাই খৰচটোৰ অভাৱতে।

বীণাই একো নমতা দেখি সাহ পাই হৰেণে নিজৰ ঘৰুৱা অৱস্থাক দেশৰ অৱস্থাৰ লগত মিলাই লঘু কৰি দিবলৈ চেষ্টা কৰি পুনৰ ক'লে ঃ ৰমেনৰ কথাই ঠিক যেন পাইছোঁ। এই নিবনুৱা সমস্যায়েই বোধকৰো আমাৰ দেশত বিপ্লৱৰ প্ৰথম স্তৰ।

বীণাৰ অসহ্য হ'ল। কিমান নিলাজ আৰু মূৰ্খ মানুহে নিজ দায়িত্বক এনেকৈ কেৰেপ নকৰি বৰ কথা মাতি নাক দেখুৱাব পাৰে? মাতটো ডাঙৰ হৈ ওলাল বীণাৰ। ক'লে ঃ তুমি মোৰ আগত বিপ্লৱ ফিপ্লৱৰ কথা নকবা। সেইবোৰ কথাৰে মোক ফাঁকি দিব নোৱাৰিবা। সদায় বহি ভাত খোৱা মানুহ এটাই আকৌ বিপ্লৱৰ কথা কয়। বিয়া কৰাই অনা ঘৈণীয়েকক বহি ভাত খুৱাব নোৱাৰা এলেহুৱাই বিপ্লৱৰ কথা ক'লে ঘিণ লাগে।

হৰেণে সেও মানি ক'লে ঃ সেইবোৰ কথা তুমি কি বুজিবা?

ঃ মূৰ্খ কথা -চহকী হ'লে আৰু অসহ্য হয়। তুমি সেইবোৰ বাদ দি ক'ত পোৱা মাগি খুজি দুপৰীয়া খাবলৈ আনাগৈ। লাজ নালাগে?

চুৰীয়াখন আঠুলৈকে কোঁচাই হৰেণে যুদ্ধং দেহি সুৰত ক'লে ঃ তুমি ইয়াত সেইদৰে মুখ নচলাবা। মোক অলপ শান্তিত থাকিবলৈ দিয়া।

ঃ এনেকুৱাকৈ লঘোনে ভোকে শান্তিক থকাৰ ইচ্ছাই আছিল যদি, বিয়া কৰাইছিলা কিয়।

ঃ বিয়াৰ পাচতে চাকৰীটো যাব বুলিনো মই কেনেকৈ জানো? তোমাৰে দুৰ্ভাগ্য।

ঃ কমিউনিজিমৰ লেকচাৰ দি ভাগ্যৰ দোষ খুচৰি উলিয়াবলৈ লাজ লগা নাই তোমাৰ? কাপুৰুষ।

ঃ চু-উ-উ-প্।

ঃ কিহৰ চুপ থাকিব লাগে। মোক তুমি কি দিছা যে তাৰ কাৰণে কৃতজ্ঞ হৈ মই তোমাৰ কথা মতে চুপ থাকিম?

ঃ মোৰ কিন্তু খং উঠিছে।

ঃ মহাপুৰুষৰ খং উঠালে কোনেবা ভয় কৰিব।

ঃ কথা বেয়া হ'ব কিন্তু। মা, এইক মনে মনে থাকিবলৈ ক'ব লাগে।

ঃ উভতি গৈ একেবাৰে মাকৰ পেটত সোমাই থাকিলেই হয় দেখোন।

হৰেণৰ সহ্য নহ'ল। সি চোঁচা মাৰি দাঁত কামুৰি বীণাৰ ওচৰ পালেহি।

বীণাই ঘিণ লগা বস্তু দেখাৰ দৰে মুখ বিকটাই দিলে। এইডাল মানুহক তাইৰ মানুহ বুলি গণ্য কৰিবলৈও ঘিণ লাগে।

এনেতে বাপেকে বাহিৰৰপৰা বৰ আতুৰ হৈ হৰেণক মাতিলে ঃ হেৰ' হৰেণ, চাওঁ বেগতে আহচোন। মোৰনো ভাগ্যত কি আছে ক'ব নোবাৰোঁ আৰু। হেৰ' আহিছনে?

ঃ হৰেণে ঘৈণীয়েকলৈ খঙেৰে চাই বাপেকৰ ওচৰলৈ বুলি ওলাই আহিল। বাপেকৰ ওচৰ পোৱাৰ লগে লগে হৰেণৰ হাতত এটুকুৰা কাগজ দি ক'লে ঃ হেৰ' পঢ়ি চাচোন।

বাপেকে দিয়া কাগজটুকুৰা হৰেণে লৰালৰিকৈ পঢ়ি পেলালে।

"বিশেষ, আপোনাৰ লৰা শ্ৰীমান
বলেনক- কালি পুলিচে ধৰি নি
পুলিচ হাজোতত ৰাখিলে। ক'ৰবাত
ডকাইতি কৰাৰ চেষ্টা কৰিছিল
বুলি অভিযোগ দিছে পুলিচে।
এইমাত্ৰ তাক হাকিমৰ আগত
হাজিৰ কৰোঁতেহে কথাটো গম
পালোঁ। তাৰ মুৰত তেজৰ চেকা
দেখিলোঁ। মোৰ সন্দেহ হৈছে
আপুনি গম পোৱা নাই বুলি।
সেয়ে শ্ৰীমানক পঠালোঁ এই চিঠি
দি। আজিয়েই তাক জামিনত
নিনিলে পুলিচে জেললৈ পঠিয়াই
দিব।

ইতি,
আপোনাৰ
শ্ৰীভৰত বৰুৱা।

পঢ়ি উঠি ঘটনাটো ভালকৈ বুজিবলৈ চেষ্টা কৰিলে। ইতিমধ্যে চিঠিখন দিবলৈ অহা ল'ৰাটো চাইকেলত উঠি গুচি যোৱাত সি চালে। বাপেকক অভয় দিবলৈকে সি সুধিলে ঃ কোন ভৰত বৰুৱা? যেন আচল ঘটনটো ভৰত বৰুৱাৰ চিনাকিতকৈ সৰুহে।

ঃ আমাৰ লগৰে মানুহ। কাছাৰীত কাম কৰি আছে। অৱসৰ ল'বৰ হ'ল যেন লাগিছে। মোৰ সৈতে বৰ ভাল।

হৰেণ সেইদৰেই বৈ থাকিল। এতিয়া কথাটো ওলাই পৰিলে বৰ বিপদ হ'ব। ই বলেনেই ঘৰখনক শেষ কৰি দিব। বাপেকে মাত লগালে ঃ যিয়েই হওক তাকতো আৰু জেলত পঁচিবলৈ দিব নোৱাৰি। তাৰ উৎপাতত খং উঠি পুলিচে মিছা অভিযোগ দিয়াৰে সম্ভাৱনা। সি আন বেয়া কাম যিহকে নকৰক, ডকাইতি কৰিবলৈ কেতিয়াও নাযায়। কালি বজাৰ কৰিবলৈ যোৱাৰেপৰা সি নহা দেখি মোৰ মনে গাজিছিল।

হৰেনে বিমোৰ হৈ বাপেকক সুধিলে ঃ মইনো কি কৰিম এতিয়া?

ঃ যেনেতেনে তাক জামিনত অনাৰ ব্যৱস্থা এটা কৰিব লাগে।

ঃ তেনেকৈ কি কৰা যায় এতিয়া। এনেকুৱা কেচত জামিনত আনিবলৈ উকীলকো টকা দিব লাগিব। কমপক্ষেও পুলিচে-চুলিচে দুশমান টকা লাগিবই। নহ'লে গৈ লাভ নাই। এতিয়া সিমানবোৰ টকা ক'ত পাম?

ওচৰতে যে মাক বৈ সকলো কথা শুনি আছিল, হৰেণে ক'ব নোৱাৰে। এইবাৰ কান্দোনৰ সুৰত মাকে মাতিলতহে সি গম পালে। মাকে ক'লে ঃ মোৰ এই কেৰুযোৰহে আছেগৈ। তাকে লৈ বেগেতে যা বোপাই।

বাপেকে মাত লগালে ঃ মাৰৰ কেৰুযোৰ এবাৰ ময়ে নিছিলো বন্ধকত দিবলৈ। তেনেই অকণমান সোণ আছে। সোণাৰীয়ে ক'লে বোলে পঞ্চাশ টকাতকৈ বেছি দিব নোৱাৰি। ঘূৰাই লৈ আহিলোঁ। নগদ টকা কেইটামান ঘৈণীয়েৰৰ হাতত নাই নে?

ঃ তেওঁৰ বাকচত এটা পইচাও নাই। যি আছিল এই কিদিনত খৰচ কৰি শেষ হ'ল।

ঃ তেন্তে এটা কাম কৰ। মাৰৰ কেৰুযোৰ নে। আৰু তাইৰো কিবা এপদ সোণৰ অলংকাৰ লৈ যা। চন্দ্ৰ সোণাৰীক দিবি ; লগে লগে টকা দিব। বিপদত পৰিলে কি কৰিবি আৰু? নিয়মমতে বোৱাৰীৰ অলংকাৰত হাত দিব নাপায়।

হৰেণে আপত্তি কৰিলে ঃ মই তেওঁক ক'ব নোৱাৰোঁ। তেওঁৰপৰা কোনো সহায় মই কেতিয়াওঁ খুজিব নোৱাৰোঁ।

মাকে মাত লগালে ঃ ময়ে কওঁ ৰ।— এইবুলি ভিতৰলৈ চাই বীণাক মাতিলে। বীণাই পৰ্দা দাঙি মুখ দেখুৱালত বুঢ়ীয়ে ক'লে ঃ আই অ', বৰ বিপদ এটা হৈছে। একেবাৰে নাক-কাণ যোৱাৰ অৱস্থা। তোমাৰ হাতৰ বালাযোৰ খুলিব নাপায়। ডিঙিৰ গলপতা ডালকে দিয়াচোন আই। তাকে বন্ধকত দি উদ্ধাৰ পালেহে হ'ব। দুই-এদিনতে ময়ে মোকোলাই আনি ঘূৰাই দিম। বিপদটো বৰ ডাঙৰ আই।

বীণাই ক'লে ঃ মই সকলো শুনিছোঁ। আপোনালোকে দিয়া সোণৰ অলংকাৰ আপোনাৰ বৰপুতেকে কেতিয়াবাই বন্ধকত দি শেষ কৰিলে। এতিয়া মই দেউতাৰ ঘৰৰপৰা অনা অলংকাৰ কিপদ দিব নোৱাৰোঁ বিশেষকৈ চোৰ-ডকাইতক জেলৰপৰা উলিয়াই আনিবৰ কাৰণে খৰচ কৰিবলৈ দেউতাৰ সৎ উপাৰ্জনৰ টকাৰে কিনা অলংকাৰ দিবলৈ মই মান্তি নহয়। সঁচা কথা কোৱা কাৰণে মোক বেয়া নাপাবা।

বোৱাৰীয়েকৰ উত্তৰ ঔদ্ধত্যৰ চৰম নিদৰ্শন বুলি বুঢ়াৰ খঙত চকু ৰঙা পৰিল। গৰজি দিলে ঃ কাৰো মগৰামি নচলিব ইয়াত। হুঁ, মোৰ ঘৰত বৰ মাত মাতিলে কাকো সুদাই নেৰোঁ। হৰেণ, তই মাইকী চম্ভালিব নোৱাৰ যদি ঘূৰাই পঠিয়াবি। এইবোৰ বৰ কথা নচলিব ইয়াত।

বুঢ়া খঙত কঁপিবলৈ ধৰিলে।

বীণাই মুখেৰে নামাতিলে।

তাইলৈ চাই কঁপি পুনৰ গৰজি উঠিল বুঢ়া ঃ খাই লম। মুখ ভাঙি দিম একেবাৰে। হৰেণ, ঘৈণীয়েতৰ মুখ এনেকৈয়ে চলে যদি তই নিজে মাইকী লৈ ওলাই যাবি। নহ'লে তাইৰ মুখ গুড়ি কৰি বাপেকৰ হাতত গটাই দিবি।

বীণাই আৰু সহ্য কৰিব নোৱাৰিলে ঃ মোক ৰঙা চকু দেখুৱাই লাভ নাই। মোৰ বোপাইৰ ঘৰৰপৰা অনা অলংকাৰৰ

ওপৰত কাৰো দাবী নাই।

এইবাৰ বুঢ়ীৰো খং উঠিল ঃ বৰ সাহ দেখোন অ' তোৰ। মৰম কৰা দেখি চল পাইছ'? গৰকি পেলাব পাৰোঁ বুলি জনা নাই?

বীণা উচাট মাৰি শোৱনী কোঠালৈ গুচি গ'ল। খঙৰ ভমকত তাই পুৱাৰেপৰা একো নেখোৱা পেটৰ ভোকটোও পাহৰি গ'ল। চকুৰ পানী ধাৰাষাৰে বৰলৈ ধৰিলে।

বীণাৰ পিচে পিচে হৰেণে খেদা ল'লে। তাইক শোৱনী-কোঠাত বিচনাৰ আগত আগছি ধৰি দাঁত কামুৰি খঙেৰে চালে। তাৰ পাচত থাপ মাৰি চুলিকোছাত জোৰেৰে ধৰি দাঁত কামুৰি ক'লে ঃ মোৰ দেউতাক মুখে মুখে উত্তৰ দিবলৈ ইমান সাহ নে?

বীণাৰ ভয় একেবাৰে নাই। তৎক্ষণাৎ তাই উত্তৰ দিলে ঃ মোৰ দেউতাই দিয়া অলংকাৰ খুজিবলৈ বা কাঢ়ি নিবলৈ সাহ কৰা মানুহক মুখে মুখে উত্তৰ নিদি সেৱা কৰিম নেকি? পিতৃভক্তি দেখুৱাবলৈ তাকে আকৌ সুধিবলৈ আহিছে কাপুৰুষে।

ঃ তই দিবই লাগিব। এক কথা।

বীণাই ডিঙিত থকা গলপতা হাতেৰে খামুচি ধৰি ক'লে ঃ প্ৰাণ গ'লেও নিদিওঁ। এক কথা।

ঃ নিদিয় কুকুৰণী? এই বুলি হৰেণে ঘৈণীয়েকক দুই হাতেৰে চুলিকোছাত ধৰি ভালকৈ জোকাৰি দিলে। বীণাই খন্তেকলৈ পৃথিবীখন ঘূৰাৰ নিচিনা পালে। পিছ মুহূৰ্ত্ততে স্থিৰ হৈ আদেশৰ সুৰত ক'লে ঃ খবৰদাৰ। দস্যু ................

ঃ কিহৰ খবৰদাৰ? কাক ভয় খুৱাইছ? বনৰী, মুচলমান নিয়াৰপৰা ৰক্ষা কৰি ঘৰখনৰ সন্মান বচাবলৈকে তোক বিয়া কৰাইছিলোঁ।তোৰ কথা মই নাজানো বুলি ভাবিছা?

এই কথাও হৰেনে জানে বুলি গম পাই খন্তেকলৈ বীণা হতভম্ব হ'ল? কিন্তু পিছ মুহূৰ্ত্ততে উত্তৰ দিলে ঃ বহুত ভাল আছিল। সি নিয়া হ'লে অন্ততঃ মোৰ এই অৱস্থা নহ'লহেতেন।

ঃ যা তালৈকে।

ঃ ক'লৈ যাওঁ সেইটো মোৰ ইচ্ছা। কিন্তু খুৱাব নোৱাৰি, গাৰ অলংকাৰ ডকাইতি কৰি, যা বুলি ক'লেই মনে মনে যামনে? তঁহত এটাইবোৰক মই জেলত ভৰাম। মই তোৰ চাকৰণী নেকি? কুকুৰ।

হৰেণে ঘৈণীয়েকক এক চৰ মাৰি বিচনাত বগৰাই দিলে। হৰেণৰ মাক আৰু বাপেকো তালৈ সোমাই আহিল। বাপেকে ক'লে ঃ গৰকি তাইৰ মুখখন ভাঙি পেলা। এইজনীক সুমুৱাই লোৱাৰ পাচৰপৰা ঘৰখনত শান্তি নোহোৱা হ'ল।

বুঢ়ীয়ে ক'লে ঃ যখিনীক বান্ধি পেলা, মুখত সোপা দি দে।

হৰেণে বিচনাত পৰা ঘৈণীয়েকক আঁঠুৰে হেঁচা মাৰি ধৰি ডিঙিৰ গলপতা খুলিব খুজিও খুলিব নোৱাৰিলে। তাইৰ দুইখন হাত আনটো আঁঠুৰ তলত হেঁচি ধৰি, গলপতা খুলি লৈ হৰেণে বাওঁহাতেৰে তাইক আৰু এচৰ মাৰি যাব খুজিলে। হঠাৎ উঠি দৌৰি গৈ তাই হৰেণৰ পাঞ্জাবীটো খামুচি ধৰিলে। মানুহজনীয়ে এনেকুৱাকৈ খামুচি ধৰিছিল যে চৰ-কিল-গোৰ একোৱেই তাইৰ হাতৰ মুঠি এৰুৱাব নোৱাৰিলে। বীণাই কেৱল ফোঁপাই ফোঁপাই কৈ আছিল ঃ মাৰি পেলা কুকুৰ, ডকাইত, চোৰ, .........

উপায় নাপাই বাপেক-মাকে ধৰি বীণাৰ মৰ কামোৰ এৰুৱাই দিয়াৰ লগে লগে হৰেণ ঘৰৰপৰা ওলাই গ'ল। বীণা মাটিতে অবিন্যস্ত সাজপাৰেৰে পৰি থাকিল তাই কান্দিব পৰা নাছিল। ভাবিবপৰা নাছিল। উঠিব পৰা নাছিল।

বুঢ়াই ওলাই দেখিলে হৰেন গৈছেগৈ। তাৰ পাঞ্জাবীৰ পিঠিটো ফাটি দুফাল হওঁ হওঁ। এইজনীয়ে টানি টানি ফালিলে।

বীণাৰ মাৰ খোবা ঠাইবোৰ বিষাবলৈ ধৰিলে। খঙে-বিষে তাই কেঁকাই কেকাই কান্দিবলৈ ধৰিলে। তাইৰ কান্দোন শুনিবলৈ পৃথিবীত কোনো নাছিল। কান্দি কান্দি তাই মাটিত পৰি থাকিল। কি ধৰণেৰে তাই প্ৰতিশোধ ল'ব ভাবি নাপালে। চিঞৰি চিঞৰি তাই ওচৰ-চুবুৰীয়া সকলোকে গোটাই আনিব নেকি? সেইদৰে পৰি থাকোতে ভোকে-লঘোনে তাইৰ টোপনি আহিল। কাৰোবাৰ মৰমৰ পৰশ আৰু মাতত সাৰ পাই দেখে, কাষতে মাটিত বহি আছে ৰমেন। তাৰ চকু দুটা ধুলধুলীয়া। স্কুলৰপৰা আহি সি নবৌয়েকক সুধিবলৈ আহিছিল আবেলি খাবলৈ কিবা আছে নে নাই। স্কুললৈ যাওঁতে সি পইতা ভাত খাই গৈছিল।

বাহিৰৰপৰা বুঢ়ীয়ে মাত লগালে ঃ সেইটো ৰমেন নেকি? শুনচোন।

ৰমেন নগ'ল। ক'লে ঃ তয়ে আহচোন। নবৌৰ এইটো অৱস্থা কোনে কৰিলে?

বুঢ়ী নাহিল। বাহিৰৰপৰাই মাতিলে ঃ আগতে শুনি যাহিচোন।

ৰমেনে উত্তৰ দিলে খঙেৰে ঃ মই শুনিবলৈ নাযাওঁ। পুতেকহঁতৰ দোষ ঢাকিবলৈ তই বহুত মিছা কথা কবি।

ঃ নাহ যদি নাহিবি। তোৰ পিচে গাত কথা লাগিবৰ বয়স হ'ল। বৰ ককায়েৰ আৰু বাপেৰ দৌৰ মাৰিছে কাছাৰীলৈ। বলেনক বোলে পুলিচে ভৰাই থৈছে। তোৰ অকণমান জ্ঞান হ'ব লাগিছিল।

মই স্কুলতে শুনিলোঁ বলেনক কালিয়েই পুলিচে ধৰি নিয়া বুলি। আমাৰ পাৰ্টিৰ ল'ৰায়ে খবৰ দিলে। সেইটোতো একো ডাঙৰ খবৰ নহয়। তেওঁ দ'ল বল গোটাই বাটত মানুহক ডকাইতি কৰিব খুজিছিল। পিচে নিজে মাৰ খাই পুলিচৰ হাতত পৰিল। কিন্তু তাৰ কাৰণে নবৌৰ এই অৱস্থা কেনেকৈ হ'ল?

আদৰ কৰি নবৌৱেকক বহুৱাই দি ৰমেনে নবৌৱেকৰ হাত, কাণ আৰু ডিঙিলৈ চালে। ৰমেনে ঘৰখনৰ চৰিত্ৰ জানে। সি ধৰি লৈছিল যে পুৰা চাউল কিনিবলৈ পইচা নথকা হৰেণ আৰু দেউতাক বলেনক পুলিচৰ হাতৰপৰা আনিবলৈ যাওঁতে পইচা নোহোৱাকৈ যাব নোৱাৰে। নিশ্চয় নবৌৱেকৰ অলংকাৰ কাটি নিছে।

মাকে বাহিৰৰপৰাই আকৌ সুধিলে ঃ তই কেতিয়াবাই খবৰ পালি যদি ঘৰত নকলিহি কিয়?

ঃ কবলৈ কিটো আছে। নিয়মমতে সি সদায় জেলত থাকিব লাগে। উপাৰ্জন নোহোৱা মানুহ এটাই দেখ্‌দেখ্‌কৈ দ'ল পকাই মানুহক ভয় খুৱাই পইচা কাঢ়ি লৈ বৰচাহাব থকাদি থাকে। সি ক'ৰপৰা পইচা আনে তহঁতে কেতিয়াবা তাক সুধিছ জানো?

মাকৰ টিঙিচ্‌কৈ ৰং উঠিল। বীণাৰ শোৱা-কোঠাৰ দুৱাৰমুখৰ বাহিৰতে ৰৈ খঙেৰে ৰমেনক ক'লে ঃ তইনো সেই যহনীজনীৰৰ ওচৰত কি কৰিছগৈ অকলে? কি দৰ্কাৰ তোৰ? লাজ-চৰম তাইৰতো নায়েই ; তোৰো নাইনে? তাই তোক মুৰটো খাবও চাবি। ওলাই আহ বেগেতে।

সংযত উত্তৰ দিলে ৰমেনে ঃ মা, তই আৰু বেছি কথা নকবি। সেইবোৰ বুদ্ধি মোৰ লগত নাখাটে। তই মুখ বন্ধ কৰ। কিবা ক'ব লগা আছে যদি, আমাৰ বিপ্লৱী দ'লৰ ল'ৰাবোৰ এতিয়া আহিব — বলেনক শাসন কৰি ৰাখিব পৰিবানে নাই সুধিবলৈ - সিহঁতক কবি।

মাকৰ চিৰিং কৰি গ'ল। এই ডেকা ল'ৰাৰ দ'লটোৱেই ভৱানী চৰণ বৰঠাকুৰৰ ঘৰত বোৱাৰীয়েকক মাৰকিল কৰা অপৰাধত ঘৰৰ এটাইকিটাকে বোৱাৰীয়েকৰ আগত আঠু লোৱালে। ধান চুৰি কৰা ভোলাক ইহঁতেই জেলত থোৱালে। আৰু যে কিমান কি? আজি এই মৰতীজনীয়ে সিহঁতক কৈ দিলে মৰিব লাগিব।

এটা দুটাকৈ কথা সুধি সুধি ৰমেনে বীণাৰপৰা সকলো উলিয়ালে — খবৰটো অহাৰপৰা বীণাক মৰিয়াই কিলাই গলপতা লৈ হৰেণ ওলাই যোৱালৈকে। ৰমেনে নবৌৱেকক এগিলাছ পানী আনি খাবলৈ খাবলৈ দিলে। তাৰ পাচত

কান্দি থকা নবৌৱেকৰ চকুপানী মচি দি ৰমেনে বুজনি দিলে ঃ তুমি নাকান্দিবা নবৌ। ইহঁত অদ্ভুত। পইলেনক বাৰু কিয় জেলৰপৰা জামিনত আনিব লাগে ? সি আগেয়েও জেললৈ গৈছে; আকৌ যাব। নবৌ, তোমাক মই প্ৰথমতেই কৈছিলো যে আমাৰ ঘৰখন ভাঙন ধৰা নিম্ন-মধ্যবিত্তৰ আচল ছবি। ইয়াত কাৰো কাম কৰাৰ আগ্ৰহ নাই ; কিন্তু সকলোৱেই মানে সম্মানে ভদ্ৰলোক বোলাই থাকিব খোজে। ইহঁতে লোকৰ সোণৰ বস্তু চুৰি কৰি আনি বন্ধকত থৈও সম্মান বজাই ৰাখিব। তোমাৰ খিনিতো কাঢ়ি নিবই। এয়া তুমি সামান্য পাইছা। ইহঁত আৰু বাঢ়িব। তোমাৰ টকা ঘটিবলৈ উলিয়াই পঠিওৱাও ইহঁতৰ কাৰণে টান নহয়। কোনোবাই ঘৰতে এহেজাৰ টকা দিলেহি ইহঁতে তোমাক পঠিয়াই দিব টকা দিয়া মানুহজনক অকলে চাহ তামোল দি খুচ কৰিবলৈ। এয়া তুমি সামান্য পইছা ; হয়তো এনেকুৱা এটা দিন আহিব যিদিনা এটা মানুহৰ খোৱা খৰচ কমাবলৈ তোমাক দি খুচ কৰিবলৈ। খৰচ কমাবলৈ তোমাক দেউতাৰাৰ ঘৰলৈ পঠাই দিব। আৰু হয়তো মানুহক ক'ব যে সেইজনী বোৱাৰীয়েই ঘৰখন উদং কৰিলে ; গতিকে তাইক আৰু নানো। আজি হয়তো ককাইদেউক ক'ব যে ৰমেনক তাই নষ্ট কৰিব। ডেকা ল'ৰা এটা দেওৰেক হ'লেও অনবৰত লেঙেৰ পেঙেৰ কৰি থকা কি দৰ্কাৰ। এইবোৰ মানুহ এনেকৈয়ে শেষ হৈ যাব । ইহঁতক শুধৰাব নোৱাৰি।

আমন-জিমনকৈ বহি থকা নবৌৱেকক ৰমেনে সুধিলে ঃ নবৌ, তুমি কণী ভালপোৱা? এইবুলি সি দুটামান আহোম কণী উলিয়াই দিলে এটা কাগজৰ মোনাৰপৰা। তাক এটা বন্ধুৱে দিছিল। বীণাৰ ভোক লাগিছিল। ৰমেনৰো। দুয়ো কেবাটাও কণী মনে মনে খালে।

ৰমেনে নবৌৱেক মাটিৰপৰা উঠালে, কাপোৰ সলাবলৈ গা- ধোঁৱা ঘৰলৈ পঠিয়ালে, মুখখন চাফা কৰালে, মূৰ আঁচোৰালে — ফুৰিবলৈ যাবলৈ ওলোৱাদি বীণা শুৱনি হ'ল। তেতিয়াহে গালত আৰু ডিঙিত ৰঙা পৰি থকা দেখি ৰমেনে সুধিলে ঃ নবৌ, ককাইদেৱে তোমাক বেছিকৈ মাৰিলে নেকি?

বীণাই কোনো উত্তৰ নিদিলে।

ঃ মাৰিবই। মই জানো। সম্ভ্ৰম হেৰোৱাৰ ভয়ত ইহঁত পাগল হোৱাদি হয়। ইহঁতে তেতিয়া মানুহ খুন কৰিবও পাৰে।

ঃ মই কি কম?

ঃ একো ক'ব নালাগে। কিতাপ পঢ়ি হোৱা চৌখিন বিপ্লৱী ককাইদেৱে যিমানেই সৰ্বহাৰা শ্ৰেণীৰ কথা নকওক, তাৰ সকলো কথা-কাণ্ড মধ্যবিত্ত শ্ৰেণীৰ গেলা ভেমেৰে ভৰা। বিপদৰ সময়তহে এই বুৰ্জোৱা চৰিত্ৰ ওলাই পৰে। আদিৰ বিপদে সিহঁতক তোমাৰ আগত নাঙঠ কৰি দেখুৱালে।

হঠাৎ ফেঁকুৰি বীণাই ৰমেনক সুধিলে ঃ মোৰ কি হ'ব ৰমেন। মোক কোনে দেউতাৰ ঘৰত থৈ আহিবগৈ?

ঃ ৰ'বা নবৌ। মই সকলো সুবিধা কৰি দিম। আমাৰ পাৰ্টিৰ ল'ৰাবোৰ এইমাত্ৰ পাবহি — বলেনৰ ঘৰখনক-সাৱধান কৰি দিবলৈ। আৰু ককাইদেউক কাম কৰি নাখালে পুলিচত দিম বুলি ক'বলৈ । সিহঁতক মই সকলো ঘটনা কওঁ। আৰু তাৰ পাচতে আমি সকলো ব্যৱস্থা কৰিম। ইহঁতৰ হাতত মাৰ খাই মৰিবলৈ তোমাক আমি নিদিওঁ স্থানীয় সমস্যাত সোমাই পৰিবৰ কাৰণে আমাৰ পাৰ্টিৰ যি আঁচনি আছে, এইবোৰ কাম সেই আঁচনিৰ ভিতৰতে পৰে।

ইতিমধ্যে পিঠি ফটা পাঞ্জাবী পিন্ধি হৰেণে গলপতা বন্ধকত দি টকা ল'লে। আৰু তাৰ পাচত কোবা-কুৰিকৈ কাছাৰীলৈ মধুমতী চাহ-দোকানৰ আগেদি পোনাই দিলে।

মধুমতী চাহ-দোকানৰ আগফালে বহি আছিল বলেন আৰু বন্ধুবৰ্গ। সিহঁতক সেই চাহ দোকানৰ মালিকেই জামিনত আনিলে কাৰণ, গোটেই ঘটনাটো হৈছিল মধুমতী চাহ দোকানৰ যোগেদি মদ বেচা সংক্ৰান্তত। জামিনত ল'বলৈ অৱশ্যে সুবিধাও হ'ল। হৰেণক ভাল ছাত্ৰ বুলি প্ৰশংসা কৰা অখিল বৰুৱা নামৰ শিক্ষকজনেই হাকিম হৈ

আহিছে। তেওঁৰ এজলাচতে কেচ্‌টো পৰিছিল। হৰেণৰ ভায়েক বুলি চিনি পাই তৎক্ষণাত জামিনত দি দিলে — পুলিচে কৰা আপত্তি অগ্ৰাহ্য কৰি।

বলেনে দোকানক বহি বহি ভাবিছিল, এইবোৰ ঘটনাৰ কথা তাৰ ঘৰত নিশ্চয় শুনিছেই। আৰু ঘৰখনৰ ইমানেই কাণ্ডজ্ঞান নাই যে ন-ছোৱালীজনীয়ে জনাকৈ চাগে আলোচনা কৰিছে। এতিয়া সি কোনটো নাকেৰে সেইজনী নবৌৱেকৰ আগত ওলাবগৈ।

এইবোৰ কথা ভাবি থাকোতেই হঠাতে তাৰ আগত গৈ হৰেণ থিয় হ'লগৈ। বলেনে থত্‌মত্‌ খাই সুধিলে ঃ কি হ'ল ?

হৰেণক দেখি বলেনৰ বন্ধুকিটা সেইখিনিৰপৰা উঠি আঁতৰি গ'ল। হৰেণে বলেনক খঙেৰে সুধিলে ঃ কি হ'ল বুলি সুধিছ কেলেই ?

ঃ আৰু কি সুধিম?

ঃ তই ইয়াত বহি আছহি কেলেই ?

ঃ ইয়াতেহতো বহোঁ মই।

হৰেণ বিমোৰত পৰিল। বলেন তেন্তে পুলিচৰ হাজোতত থকা কথাটো মিছা নেকি? তাক সুধিলেতো সি মিছা বুলি ক'বই। হৰেণে বুদ্ধি কৰি সুধিলে ঃ কোনে আনিলে জামিনত?

বলেনে ফাঁকি দিবলৈ চেষ্টা নকৰিলে। বৰঞ্চ সি ভাবি থোৱাদি পুলিচে ধৰি নিয়াটো ৰাজনৈতিক কাৰণ বুলি সন্মান ৰক্ষা কৰাৰ চেষ্টা কৰাই ভাল। বলেনে গহীনাই ক'লেঃ তই চাগৈ মোক খালাচ কৰিবলৈকে দৌৰি আহিছিলি। পুলিচে যিটো বুদ্ধি কৰিছিল, তই নালাগে আন কোনোবা অহা হ'লেও উলিয়াই নিব নোৱাৰিলেহেঁতেন। ভাগ্য ভাল যে হাকিমজন চিনাকি — আমাক পঢ়োৱা শিক্ষক অখিল বৰুৱা। মোক নক্সালপন্থী বুলি পুলিচে গ্ৰেপ্তাৰ কৰে। সিহঁতক থানাত লগ ধৰি কি হ'ল বুলি খবৰ কৰিবলৈ যাওঁতেই ইয়ো লগৰে এটা বুলি মোকো সুমুৱাই থ'লে। আচলতে সিহঁতৰ পইচা খোৱা মতলব। আমি পইচা দিয়া ভকত নহয় বুলি জানিলত আজি হাকিমৰ আগৰ হাজিৰ কৰাইছিল —জেললৈ পঠিয়াবলৈ।

ঃ অখিল বৰুৱা চাৰ এতিয়া ইয়াত হাকিম নেকি? চাৰে মোক বৰ ভাল পাইছিল। হৰেণৰ স্কুলীয়া দিনৰ বহুত কথা মনত পৰি গ'ল।

ঃ মোকো ভাল পাইছিল। বলেনে হৰেণক ক'লে।

ঃ বাদ দে সেইবোৰ। — এইবুলি হৰেণে ওচৰত কোনোবা আছে নেকি চাই লৈ সৰুকৈ অথচ খঙেৰে বলেনক ক'লে ঃ তই কালিয়েই বজাৰ কৰিবলৈ বুলি ওলাই আহি আজিলৈকে নাই। সিং ঠিকাদাৰৰ তাত কাম কৰা মানুহ এটাক বাটতে পাই কালি সন্ধিয়া সোধোতে ক'লে বোলে আজিকালি তই সিঙৰ লগতো নাই। ইপিনে ঘৰত খাবলৈ নাই। তাতে এই পুলিচৰ হাতত পৰাৰ খবৰ। তই কি বুজিবি বৌৱেৰাৰ গলপতা প্ৰায় কাঢ়ি আনি বন্ধকত দি টকা লৈ কাছাৰীলৈ বুলি ওলাই আহিছোঁ। এই দুই বজালৈকে পেটত খুদকণ এটা পৰা নাই। মোৰতো বাদেই, ঘৰত বুঢ়া মা-দেউতাৰো।

*বিতৃষ্ণাত বলেন গোৰগোৰাই উঠিল ঃ মোৰ কাৰণে সোণৰ মাল বন্ধকত দিয়াৰ কি দৰ্কাৰ? তহঁতৰো আৰু কাণ্ড। মোক সহায় লগা হ'লে মই ঘৰলৈ খবৰ দিম নহয়।*

এইবুলি বলেনে হৰেণক বহিবলৈ দি মধুমতী চাহ-দোকানতে লুচি-ভাজীৰে চাহ খুৱাই লৈ ক'লে ঃ তই ককাইদেউ ঘৰত কি কি নাই বজাৰ কৰি ল। সোণৰ মাল বাৰু মই কাইলৈকে উলিয়াই আনিম। এনেয়েও তাক এদিনৰ সুদ দিবই লাগিব।

## শিৰৰ সেন্দুৰে আঁকা ছবি

বলেনৰ কাৰণে বিশেষ একো কৰিব নলগা হোৱাৰ আনন্দতে বীণাৰ গ'লপতা বন্ধকত দিয়া টকাৰে হৰেণে ঘৰুৱা বজাৰ কৰিলে। পাঁচ টকাৰ মাছো কিনি লৈ, বজাৰৰ বস্তুবোৰ ৰিক্সা এখনত তুলি হৰেণ আহি মধুমতী চাহ দোকানৰ আগত ৰ'লহি আৰু বলেনক মাতিলে তাৰ লগতে ৰিক্সাত উঠিবলৈ। বলেনৰ বহুত আপত্তি। আচলতে সি নবৌয়েকক মুখ কেনেকৈ দেখুৱাব বুলি লাজতে তেতিয়া যাব খোজা নাছিল। হৰেণে কিন্তু নেৰিলে। প্ৰায় জোৰ কৰিয়েই বলেনক ৰিক্সাত তুলি ল'লে।

বজাৰ কৰাৰ পাচত হৰেণৰ ঘৰলৈ সোনকালে যোৱাৰ ইচ্ছা হ'ল। কাৰণ সি জানে যে বীণাইতে কোনেও পুৱাৰপৰা একো খোৱা নাই। খুদে কণে ৰান্ধি থোৱা দুপৰীয়া সুদা ভাত চৰুতে চাগে একেদৰে পৰি আছে।

ৰিক্সাত মনে মনে বহি গৈ থাকোঁতে হৰেণে ভাবিলে, বীণাক ইমান বেয়া ব্যৱহাৰ নকৰা হ'লেও হ'লহেতেন। কাৰণ, দেখা গ'ল যে সমস্যাটো সিমান ডাঙৰ নহয়। কিন্তু মা-দেউতাই যেনেকুৱাখন কৰিলে ; যেন বলেনৰ আমিহে পুলিচৰ হাতত পৰা কাম কৰিবলৈ পঠাইছিলোঁ। চাবলৈ গ'লে কথাটো মিছাও নহয়। ছোৱালী এজনীয়ে বাপেকৰ ঘৰৰপৰা অনা অলংকাৰ বন্ধকত দিবলৈ বাৰু কিয় দিব? বাকীবোৰতো এপদ-দুপদকৈ বন্ধকত দি আৰু কিয় হোৱা নাই। তাইৰ বাৰু খং নুঠিব কিয়?

কিন্তু সেই বুলি তাই ইমান অসভ্যৰ দৰে দেউতা-মাৰ মুখে মুখে কথা ক'ব কিয়? বীণাৰ লগত তাৰ ব্যৱহাৰ একে দিনাই ইমান তললৈ নামিব বুলি সি ভবা নাছিল। হৰেণে মনে মনে ঠিক কৰিলে, আঠ মাইল দূৰত থকা শহুৰেকৰ ঘৰলৈ কাইলৈ বীণাক পঠিয়াই দিব — সোণৰ গ'লপতা বন্ধক খুলি আনি দিয়াৰ পাচত। তাৰ কাষতে বহি থকা বলেনক সি সুধিলে : এই, গলপতা তই কাইলৈ আনিবি নে আজিয়ে আনিবি? তই কোৱা মতেই মই কিছু খৰচ কৰি বজাৰ কৰিও আনিলোঁ।

ইতিমধ্যে সিহঁত সোণাৰীৰ ঘৰৰ আগ পাওঁ পাওঁ। বলেনে হঠাৎ ক'লে : লৈ যাওঁ বল এতিয়াই।

দুয়ো গৈ সোণাৰীক মূল টকাকে সুদ নোহোৱাকৈ দি গলপতা ঘূৰাই ল'লে। সোণাৰীয়ে প্ৰশ্নসূচক দৃষ্টিৰে চোৱা দেখি হৰেণে ক'লে : মিছা কথা। মানুহৰনো আৰু কাম কি। মোক মিছাকৈ খৰচ কৰালে দু পইচামান।

ইতিমধ্যে বলেন গৈ ৰিক্সাত বহিছিলগৈ। সোণাৰীয়ে হৰেণক সুধিলে : আগতে দিয়াখিনি?

: দুদিনমান থাওক।

: তেন্তে সুদটো দিয়াব। জানেই নহয় .....

দূৰৰপৰাই হৰেণহঁতক দুয়োটাকে বজাৰে-সমাৰে ৰিক্সাৰপৰা নমা দেখি বাপেক-মাক যিমান উত্ৰাৱল হ'ব লাগিছিল, সিমান নোহোৱা দেখি হৰেণ অলপ আচৰিত হ'ল। ৰিক্সাৱালাটোক বস্তুবোৰ ঘৰলৈকে কঢ়িয়াই দিবলৈ কৈ হৰেণ আগে আগে ঘৰ পালেগৈ। আগফালে বহি থকা মাক-বাপেকলৈ সি সন্দেহেৰে চালে।

হৰেণ চিন্তিত হোৱা দেখি বাপেকে ক'লে : আমি আগতে গ'ম পাইছোঁ। বলেনৰ পাৰ্টিৰ ল'ৰা এটাই খবৰ দি গ'লহি।

তেতিয়া আবেলি চাৰি বাজি গৈছিল। ঘামত লিপিত খাই লাগি ধৰা হৰেণৰ পিঠি ফটা পাঞ্জাবীটো ফাটিল বুলি ধৰিব নোৱাৰা হৈ আছিল। নিজৰ শোৱনি - কোঠালৈ যাবলৈ দ্বিধাবোধ কৰি হৰেণ নিমাও-মাও হৈ থকা মাক-বাপেকৰ ওচৰতে বহি পৰিল।

ৰিক্সাৱালাটোৱে দি যোৱা বজাৰৰ বস্তুবোৰ বাপেক আৰু মাক দুয়ো সামৰিবলৈ উঠিল। হৰেণে ক'লে : মাছো আছে।

বলেন আহি দুপদুপাই উঠিল ঃ মা, তঁহতৰ একেবাৰে কাণ্ড জ্ঞান নাই। মোক আনিবলৈ পঠিয়াই, সোণৰ মাল বন্ধকত দিবলৈ দি দাদাৰ প্ৰেষ্টিজটো কিয় নষ্ট কৰিলি? মই তহঁতক কাহানিবা কৈছিলো নেকি যে মোক কিবা বিপদৰপৰা উদ্ধাৰ কৰিবলৈ ঘৰখনৰ সহায় লাগিব?

এইবুলি বলেনে কথাৰ মাজতে ৰহন সানি বৰ্ণাই গ'ল— কেনেকৈ নক্সালপন্থী বুলি তাক গ্ৰেপ্তাৰ কৰিছিল, কেনেকৈ গ্ৰেপ্তাৰ কৰা কাৰণে ৰাজনৈতিক মহলত তাৰ সন্মান বাঢ়িলহে ইত্যাদি।

বলেনক কথা শেষ কৰিবলৈ নিদি বাপেকে বাহিৰলৈ চাই ক'লে ঃ তেন্তে তই যি কৰ কৰিবি। এই ঘৰ-বিভীষণ ৰমেনটোৱে কাণ্ড এটা কৰিলে। সি তাৰ পাৰ্টিৰ ল'ৰাবোৰক লগাই দিলে, হৰেণে মাৰ-কিল কৰি ঘৈণীয়েকৰ অলংকাৰ কাঢ়ি নি বন্ধকত দি তোক আনিবলৈ যোৱা বুলি। সিহঁতৰ কাণ্ড তই জানই। প্ৰায় এশ ল'ৰা আহি উপস্থিত। এই অলপ আগতেহে গৈছে। সিহঁতে কৈ গৈছে, বলেনে গধূলি ছয় বজাৰ আগত আনি ষাঠি টকা আৰু তাইৰ সমুদায় সোণৰ মাল গধূলি ছয় বজাৰ আগত আনি তাইক দিব লাগিব। নহ'লে বোলে সিহঁতে গঁয়া ৰাইজ গোটাই ব্যৱস্থা ল'ব।

কথাটো শুনি হৰেণ আৰু বলেন উভয়েই খন্তেকলৈ জয় পৰি গ'ল। ৰমেনহঁতৰ পাৰ্টিৰ কথা সিহঁতে জানে। ভয় নাখাই উপায় নাই। বলেন হঠাতে দমি যোৱা পুৰুষ নহয়। গলপতাডাল জেপৰপৰা উলিয়াই মাকৰ হাতত দি ক'লে ঃ সিহঁতে কিয় ক'ব াগিছে? ময়ে নিদিলো নবৌৰ গলপতা বন্ধকত দিবলৈ। এয়া লৈ আহিছোঁ। বাৰু, ই ৰমেন কলৈ গ'ল?

ঃ মই নবৌৰ ওচৰতো আছোঁ। কি হ'ল ? — ভিতৰৰপৰাই ৰমেনে মাত লগালে। সাউতকৰে বলেন সোমাই গ'ল। গৈ দেখে, ৰমেনহঁতৰ সমাজ সেৱক পাৰ্টিৰ গুৰিয়াল আঠটা ল'ৰা খণ্ডেৰে নিৰ্বাক হৈ বীণাৰ শোৱা কোঠাত থিয় হৈ আছে। বলেন সোমাই যাওঁতেও সিহঁতে ঘূৰি নাচালে।

অপ্ৰস্তুত হ'লেও বলেন পিচ হুঁহকি অহা মানুহ নহয়। অতি সহজভাৱে অনুতাপৰ সুৰত সি নবৌৱেকক ক'লে ঃ নবৌ ক্ষমা কৰিবা, মোৰ কাৰণেই ইহঁতে ঘৰৰ বহুত উৎপাত কৰিলে। মোৰ গাত কিন্তু দোষ নাই।

বলেনে তেতিয়ালৈকে জনা নাছিল যে হৰেণে বীণাক মাৰ - কিল কৰি অলংকাৰ কাঢ়ি নিছিল। কিন্তু এতিয়া বীণাৰ চেহেৰা দেখি বুজিলে, গৰু ককায়েকটোৱে বেচেৰীক বৰকৈয়ে মাৰিছিল।

এনেতে শাহুৱেকে আহি বীণাৰ ওচৰতে গলপতাডাল বিচনাত থৈ ক'লে ঃ এইডাল থোৱা। এওঁবিলাক দেখোন এতিয়া যাব পাৰে।

ৰামেনে মাত লগালে ঃ এওঁবিলাকৰ কাম আছে মা। হৰেণ ককাইদেউক মাতি দিয়াচোন।

বাহিৰত কিন্তু হৰেণ নাই। মাকে বিচাৰি আহিও নেদেখিলে। ৰমেনৰ দ'লটোৰ কাণ্ড-কাৰখানা হৰেণে জানে। সিহঁতে তাক জোৰ কৰি ঘৈণীয়েকৰ ভৰিত ধৰি সেৱা কৰাব। ৰমেনহঁতৰ পাৰ্টিৰ নাম 'সমাজ সেৱক' হ'লেও আচলতে সিহঁত বিপ্লৱ পন্থী মাৰ্ক্সবাদী— নক্সালপন্থীৰ সৈতে আদৰ্শ প্ৰায় একে। সিহঁতৰ উদ্দেশ্য হৈছে সিহঁতৰ ৰাজনৈতিক চৰিত্ৰ, পুলিচৰ চকুত নপৰাকৈ যিমান দূৰ মাৰ্ক্সবাদী- নক্সালপন্থীৰ সৈতে আদৰ্শ প্ৰায় একে। সিহঁতৰ উদ্দেশ্য হৈছে সিহঁতৰ ৰাজনৈতিক চৰিত্ৰ পুলিচৰ চকুত নপৰাকৈ যিমান দূৰ পাৰে সংগঠন শক্তিশালী কৰি লোৱা, স্থানীয় মানুহৰ মাজত জনপ্ৰিয় হৈ লৈ শাসক শ্ৰেণীৰ লগত সংঘাত আহিলে স্থানীয়ভাৱেই পশ্চাৎ অপসৰণৰ ঘাটি ঠিক কৰাটো। সেই কাৰণে সিহঁতে শোষক শ্ৰেণীৰ মানুহৰ অন্যায়ৰ বিৰুদ্ধে ঘৰে পৰে সকলোতে সক্ৰিয় প্ৰতিবাদ কৰি, শাস্তি দি, প্ৰতিবিধান কৰে। স্থানীয়ভাৱে সিহঁতে এটা গুপ্ত চৰকাৰ চলোৱা বুলিয়ে ক'ব পাৰি। সিহঁতে কিবা কথাত ধৰা পৰিলেও দলৰ আন একা কথা পুলিচৰ আগত নকয়। এইবোৰ কথা হৰেণে জানে। তাৰ নিচিনা তাত্ত্বিক সাম্যবাদী যি কিজন আছে, সেই কিজানে এইবোৰ খবৰ খুচৰি খুচৰি উলিয়াই থৈ দিছে— সময়ত সোপাকে একেলগে পুলিচৰ হাতত ধৰাই দিবলৈ।

বলেনৰ প্ৰকৃতি এনেকুৱা যে সি কোনো পৰিস্থিতিৰপৰা পলাই আহিব নোৱাৰে। বীণাৰ শোৱনি কোঠাৰ অস্বস্তিকৰ

অৱস্থা কি কৰি আঁতৰাব, তাকে ভাবি সি ৰমেনৰ মুখলৈ চালে। ৰমেনৰ মুখত হাঁহিৰ ভাব দেখি বলেনে আনকিটা ল'ৰাক উপেক্ষা কৰি ৰমেনকে সুধিলে ঃ কি হ'ল? তই দেখোন হাঁহো হাঁহো কৰি আছ?

কথাটো সুধি বলেনে ৰমেনক জেৰা কৰাৰ কথা ভাবিছিল — এওঁবিলাকৰ পাৰ্টিটোক কিয় আনিছ বুলি। কিন্তু সৰু ল'ৰাবোৰৰ বিশ্বাস নাই।

বলেনক কথাৰ উত্তৰ দিয়াত ৰমেনৰ পলম নহ'ল। সহজভাৱে ক'লে ঃ ইঁহা যে নাই, সেয়ে ৰক্ষা। অকল নবৌ লাঞ্ছিতা হোৱাৰ দুখ নথকা হ'লে প্ৰাণ খুলি হাঁহিলোঁহেতেন। হৰেণ ককাইদেউক দেখিলাই ; ঘৈণীয়েকৰ ওপৰত শৰীৰৰ শক্তি নিষ্ঠুৰভাৱে পৰীক্ষা কৰি, পাঞ্জাবীৰ পিঠিটো ফালি ঘূৰি ফুৰিছে— গম নোপোৱাকৈ। আই বোপায়ে বংশ গৌৰৱ ৰাখিবলৈ তোমাক পুলিচৰ হাতৰপৰা আনাৰ বাবে টকা আনিবলৈ বোৱাৰীয়েকৰ অলংকাৰ কাঢ়ি নিবলৈ পুতেকক উচটাই দি শান্তি পাইছে। তুমিও সন্মান ৰাখিবলৈ নক্সালাইট বুলি চিনাতি দি ৰাজনৈতিক সন্মান আমদানী কৰাৰ পন্থা লৈছা। এইবোৰ অভিনয় চাই হাঁহি নোলাই কেতিয়া ওলাব।

বলেনৰ মতে ভায়েকক লাই দিব নাপায়। সি খঙেৰে ক'লে ঃ কুকুৰ একে চৰে গাল বাগি যাব। বৰ কথা মাতিবলৈ শিকিছ? বন্ধুবোৰৰ আগতে লাজ পাবি। - বলেনে তাত থকা ল'ৰাকিটাক পাৰ্টিৰ বুলি স্বীকাৰ নকৰি ৰমেনৰ বন্ধু বুলি বুজাই দিলে আৰু ৰমেনক ভয় খুৱাবলৈ তাৰ ওচৰলৈ খেদা মাৰি গ'ল।

দেখাত বলেন ৰমেনতকৈ বহুত বলী। তথাপি ৰমেনে ভয় নাখালে ফেপেৰি পাতি ধৰিলে।

বলেনে ৰমেনৰ কাষত গৈ ক'লেগৈ ঃ মোতকৈ সাত খলপীয়া সৰু ভাইৰ স্কুলত পঢ়া দিনতে বৰ কথা মই সহ্য নকৰোঁ।

ঃ নকৰোঁ নকৰোঁ বুলিয়েই সহ্য কৰিবা।

ঃ এই, মুখ বন্ধ কৰিবিনে নকৰ? দাঁত উৰি যাব।

ঃ মোৰ হাত দুখন হ'বলা পাপ হোৱাৰ ভয়ত বৈ থাকিব? মইতো আৰু মা-দেউতা-হৰেনকা'ৰ দৰে 'ভদ্ৰলোক' নহয় যে ভদ্ৰতা ৰক্ষা কৰি বিনা কাৰণত তোমাৰ অভদ্ৰামি সহ্য কৰি যাম।

বলেনে হাত দাঙিলে। কোনো কথা নোকোৱাকৈ চোকা কুকুৰৰ দৰে নিশব্দ ৰমেনৰ বন্ধু কিজন সন্তম হৈ কাষ চাপি আহিল।

ৰমেন নিশ্চিত। ভয় খোৱা নবৌৰেকলৈ চাই ৰমেনে ক'লে ঃ ভয় নাখাবা নবৌ। এওঁলোকৰ কেৱল কেংকেঙনিয়েই বাকী আছে ; পিঠি কেতিয়াবাই ফাটিল। আমি সৰ্বহাৰা হৈ ওপজা ; এওঁলোকে দপদপনিৰে আমাক ভয় খুৱাব নোৱাৰে। এওঁলোকে সকলো মান-সন্মান হেৰুৱাই সৰ্বহাৰা হোৱাৰ ভয়ত দপদপাই থাকে। আমাৰ হেৰাবলৈ একো নাই; কিন্তু কাঢ়ি আনিবলৈ আছে সংসাৰৰ সকলো সুখ- আনন্দ উপভোগ কৰাৰ ৰাজনৈতিক ক্ষমতা।

ঃ এই, চুপ থাকিবিনে?

এইবাৰ ৰমেনৰ হৈ এজন বন্ধুৱে ক'লে ঃ ৰমেন বা আমি কোনোৱেই চুপ নাথাকোঁ। এতিয়া আমাৰে সময়। নবৌৰ গহনা নিয়া টকাকিটা দি তুমি গুচি যাব পাৰা। নিদিলে কিন্তু আমি তোমাৰ কাপোৰ- কানি খুলি ল'ম- এতিয়াই ইয়াতে।

এইবুলি ল'ৰাজনে কাষতে আহি থিয় হোৱা বলেনৰ মাকক ক'লে ঃ আই, হৰেন দাদাক কৈ সোণৰ বাকী মালখিনি সোনকালে অনাই দিয়ক। আমাৰ দেৰি হৈ গৈছে।

কি উত্তৰ দিব হৰেণৰ মাকে ভাবি নাপালে। উদণ্ড বলেনৰ আৰু সহ্য নহ'ল। যি হওঁক বুলি বলেনে ৰমেনক উদ্দেশি পূৰ্ণহতীয়া চৰ এটা মাৰি পঠিয়ালে। ওচৰতে থিয় হৈ থকা আন এজনে থাপ মাৰি বলেনৰ চৰ মৰা হাতখন ধৰি,

বলেনৰ এটা ভৰিৰ জোতা গছকি ধৰি, বলেনক এনেকুৱাকৈ আলাসতে ঠেলা মাৰি দিলে যে সি ঠেকোচা খাই মাটিত পৰি গ'ল। পৰি গৈ বেগতে সি উঠিব নোৱাৰিলে।

ঠিক সেই মুহূৰ্ত্ততে লগত পুলিচ আৰু অখিল বৰুৱা হাকিমক লৈ হৰেণ আহি হাকিমৰ গাড়ীৰে ঘৰৰ আগত নামিলহি। পুলিচ দেখিয়েই মেকুৰী যেন হৈ থকা বাপেক দপদপাই উঠিল : এইবাৰ সেই কেলেহুৱা কিটাক কোবাইক বৰ মাত মাতিৰলৈ। এতিয়া পাবিহঁক নহয় ; হালে হালে সাঙুৰি নিব।

হৰেণে অখিল বৰুৱা হাকিমক বুজাই আনিছিল, নক্সালপন্থী দ'ল এটাই ঘৰ আক্ৰমণ কৰি ডকাইতি কৰিছে বুলি। অস্ত্ৰাদি লৈ আক্ৰমণ কৰা বুলি কৈছিল। গতিকে হাকিমে বন্দুকধাৰী পুলিচ আনিছিল দুই ডজন। পুলিচবোৰে তৎক্ষণাৎ ঘৰটো ঘেৰি পেলালে। পুলিচে পিচফালেদি পলাব খোজা বলেনক সিহঁত দুৰ্বৃত্তবে এটা বুলি ধৰি বান্ধি পিচফালেই পেলাই থ'লে।

হৰেণে বাট দেখুৱাই কেইজনমান পুলিচ-বিষয়াসহ হাকিমক শোৱনি কোঠালৈ লৈ গ'ল। তেতিয়া কোঠাৰ ভিতৰত বীণাই মূৰৰ চুলি ঠিক কৰি লৈছিল, ৰমেণে হাকিম বহিবলৈ চকী ঠিক কৰি দিছিল, আৰু বাকী কিজন ল'ৰাই থিয় হৈ হাকিমক প্ৰণাম কৰিছিল। সশস্ত্ৰ নক্সালাইট যোবাৰ পাচত গোট খোৱা মানুহ বুলি ভিতৰত থকা সকলক হাকিমে চালে। ভাবিলে আহোঁতে পলম হ'ল। ৰমেনলৈ চাই হৰেনক সুধিলেঃ এওঁ তোমাৰ সৰু ভাই নহয় জানো? মোৰ মনত আছে। সৰুতে ল'ৰাটো বৰ চোকা আছিল। পিচে দুৰ্বৃত্তবোৰ পলাল নেকি? কেতিয়া পলাল? এই বুলি হাকিমে ৰমেনলৈ চালে।

: ক'ৰপৰা চাৰ কি দুৰ্বৃত্ত ?

এইবাৰ হাকিমে আচৰিত হৈ হৰেণলৈ চালে।

হৰেণে লৰালৰিকৈ ক'লে : ইহঁতৰ কথাকে কৈছিলোঁ চাৰ। এই মোৰ ভাইটোও।

হৰেণে ৰমেনে আৰু তাৰ বন্ধুকিটালৈ আঙুলিয়াই দেখুৱালে।

হাকিমে ততালিকে গম পালে যে ঘৰুৱা কিবা এটা কাজিয়া হৈছে। আৰু হৰেণে প্ৰতিশোধ ল'বলৈকে মিছা কথা কৈ পুলিচ মাতি আনিছে। অখিল বৰুৱাই বীণালৈ চাই বুজিবলৈ চেষ্টা কৰিলে— ঘটনাৰ গুৰি এই ভদ্ৰমহিলাই নেকি? সুধিলে : তোমাৰ পৰিবাৰ নেকি হৰেণ?

: হয় চাৰ।

হৰেণক একো নুসুধি অখিল বৰুৱাই ৰমেন আৰু বীণাক সুধি আদ্যোপান্ত ঘটনাটো শুনি ল'লে। ৰমেন আৰু বীণাই কোৱা কথাৰ মাজত হৰেণ আৰু মাক-বাপেক 'মিছা কথা কৈছে' বুলি বাধা দিবলৈ বাৰে বাৰে চেষ্টা কৰোঁতে পুলিচ বিষয়াই তেওঁলোকক মুখ বন্ধ কৰি থাকিবলৈ আদেশ দিছিল।

সকলো কথা শুনাৰ পাচত অখিল বৰুৱাই হৰেণক ক'লে : ছিঃ হৰেণ, তুমি মিছা কথা কৈ মোক ইয়ালৈ আনিলা। মোৰ প্ৰিয় ছাত্ৰ আছিলা কাৰণে তুমি বুলিয়েই মই নিজেও আহিলো। কিন্তু নতুনকৈ বিয়া কৰাই আনিয়েই এগৰাকী মহিলাৰ ওপৰত তুমি যি অত্যাচাৰ কৰিলা বুলি জানিলো, তাৰ পাচত তোমাক মই আৰু ভদ্ৰলোক বুলি ক'ব নোৱাৰোঁ। ৰমেনহঁতৰ যদি ৰাজনৈতিক গুপ্ত মতলব কিবা আছে, এতিয়া কিন্তু এই ৰমেনহঁতেই এখন ঘৰে নগুৰ-নাগতি কৰা মহিলা এগৰাকীক চৰম দুৰ্গতিৰ পৰা ৰক্ষা কৰিলে। মই তেওঁলোকক ধন্যবাদ জনাওঁ।

এইবুলি হাকিম যাব খোজোতেই ৰমেনে হাতযোৰ কৰি ক'লে : এটা অনুৰোধ আছিল চাৰ।

: কোৱা।

## শিৰৰ সেন্দুৰে আঁকা ছবি

ঃ আপোনালোক থাকোঁতেই নবৌক মাকৰ ঘৰত থ'বলৈ আমি উলিয়াই নিওঁ। নবৌ সাজু হৈ আছে। আপোনালোক গ'লে এওঁলোকে আকৌ জুলুম কৰিব। আৰু চাৰ, ককাইদেউক কৈ যাওক, নবৌৰ সোণৰ মালবোৰ এসপ্তাহৰ ভিতৰত আনি দিবলৈ।

হৰেণলৈ চাই হাকিমে ক'লে ঃ নিয়মমতে তোমাকহে বান্ধি নিব লাগে এগৰাকী নাৰীক সৰ্বস্বান্ত কৰিবলৈ এক ঘৰুৱা ষড়যন্ত্ৰ কৰা কাৰণে, অলংকাৰ কাঢ়ি নিয়াৰ কাৰণে। তুমি তিনি দিনৰ ভিতৰত অলংকাৰ আনি শহুৰৰ ঘৰলৈ পঠিয়াই প্ৰাপ্তিস্বীকাৰ কৰা ৰচিদ থানাত জমা দিবা। নহ'লে চতুৰ্থ দিনা তোমাক মই পুলিচ পঠিয়াই ধৰাই নিয়াম।

হাকিম আহি আগফালৰ চোতালত থিয় হ'ল। তলমূৰকৈ হৰেণ শোৱনী কোঠাতে বৈ থাকিল। মূৰত পানী লোৱা বুঢ়ীৰ ওচৰত বহি বুঢ়াই ক'ব নোৱাৰাকৈ বিচনাৰ বা দি আছিল। বাহিৰত হাকিমক পুলিচ বিষয়াজনে কোৱা কথা কাণত পৰিছিল ঃ এই হৰেণ বোলাজনতো উপাৰ্জন নোহোৱাকৈ কেনেকৈ খায় বুলি সন্দেহ কৰি গ্ৰেপ্তাৰ কৰিব পাৰি।

তেতিয়া সন্ধ্যা লাগো লাগোঁ। হৰেণহঁতৰ ঘৰৰ আগত চুবুৰীয়া মানুহৰ ডাঙৰ জুম। চোতালৰ হাকিম আৰু পুলিচ বিষয়া থিয় হৈ আছিল। আৰু, হাকিমক ধন্যবাদ জনাই বীণাৰ পাচে পাচে ৰমেনহঁত পদূলি পাৰ হৈ ওলাই গ'ল — বীণাক মাকৰ ঘৰত থ'বলৈ।

এনেকুৱাতো পিচফালে থকা পুলিচে বন্ধা অৱস্থাত বলেনক আনি পুলিচ বিষয়াৰ আগত থিয় কৰাই ক'লে ঃ এইটো পিচফালেদি পলাওঁতে ধৰিলো চাৰ।

পুলিচ বিষয়াই ঘূৰি চাই ক'লে ঃ এনেয়ে ভয়তে পলাইছিল চাগে। এৰি দে।

সন্ধ্যাৰ ডবা-ঘণ্টাই যেতিয়া বীণাহঁতক বাটে বাটে স্বাগতম জনাইছিল, তেতিয়া অন্ধকাৰ ঘৰৰ ভিতৰত হৰেণ আৰু বাপেক-মাক শিল পৰা কপৌৰ দৰে আছিল। ঘটনাৰ উঁহ ল'বলৈ পুলিচ যোৱাৰ পাচত সোমাই অহা মানুহবোৰে হৰেণৰ পাঞ্জাবীৰ পিঠিৰ ফাটটোক আত্মসমৰ্পণৰ বগা পতাকা লৈ থকা ঝাণ্ডা যেন দেখিছিল— সন্ধিয়াৰ আন্ধাৰত।

গাড়ীত উঠা হাকিমক পুলিচ বিষয়াজনে কৈছিল ঃ চাৰ, ওলাই যাওঁতে তিনি ভদ্ৰমহিলাই শিৰৰ সেন্দুৰখিনি মচি লোৱা মই দেখিছিলো।

বলেন তেতিয়া ঘৰৰ ওচৰৰ চিগাৰেট খোৱা বাকী দোকানখনত তিনি গিলাচ দেশী মদ গিলি তাগ্‌ৰা হৈ থিয় হৈছিল। মনে মনে ভাবিছিল, বৰ সাৰিলোঁ বুলি।

অন্ধকাৰত ভোকে লঘোনে-লাজে স্থবিৰ হোৱা হৰেণৰ মনত পৰিছিল ঃ মানুহৰ মূৰ আৰু গৰু-গোহালিৰ মাজত পাৰ্থক্য একো নাই। গৰু - বুদ্ধিয়ে গেলাই ৰখা মূৰটোক তাৰ নিজৰে কাটি পেলাবৰ মন গৈছিল।

নতুন উজ্জ্বল দিনৰ আগমনৰ বাবে নিশাটো তেতিয়া নিৰৱ তপস্যাত মগ্ন।

শিৰৰ সেন্দুৰ মচি বীণাই পেলাই যোৱা কাপোৰখনেৰে আন্ধাৰতে মুখখন মচিলে হৰেণে। সেই কাপোৰতে বীণাৰ চকুৰ কাজলো চকুপানীৰে সৈতে লাগি আছিল। আন্ধৰতে খেপিয়াই সি লেম্পটো জ্বলালে। লেম্পৰ পোহৰত সি নিজৰ মুখখন দেখি লেম্পটো সেন্দুৰ আৰু কাজল লাগি তাৰ মুখখন অতীত পৃথিবীৰ কিবা ভয়াবহ জন্তুৰ কংকাল যেন হৈছিল।

ভয়ত সি লেম্পটো লৰালৰিকৈ নুমাই দিছিল। নুমাই দি আকৌ ভয় খাইছিল— সি নিজেও অতীত হৈ যোৱা বুলি নিজলৈকে ভয় খাইছিল। ❋❋

## এক

**গুৱাহাটীত শাওণ মাহ।**

গণিতৰ পূৰণ অংকৰ দৰে বাঢ়ি আহিছিল গৰমটো। পুৱা আঠমান হে বাজিছিল।

নিশাৰ তুলনামূলক অন্ধকাৰ প্ৰশান্তিক খেদিবলৈ প্ৰচণ্ড ৰূপ লৈ ওলাই অহা ৰ'দক উপলুঙা কৰিছিল-পুৱাৰ দীঘল ছাঁবোৰত ৰৈ থকা আন্ধাৰে। ওখ ওখ আৰু গাতে-গা-লগা ঘৰবোৰৰ ছাঁ চুবুৰীয়াৰ ঘৰত পুৱা-গধূলি পৰেই। এয়া মহানগৰৰ বিশেষত্ব। নগৰৰ আবৰ্জনাই পৰিকল্পনাৰ নিঃস্বতা বেছি প্ৰকট কৰে ৰ'দৰ পোহৰত। উজান বজাৰৰ ভৰা বৰনৈক ( আৰু মানুহৰ শিৰ ভক্তিক?) উমানন্দৰ বান্দৰে চিঞৰি সিঞৰাটো এ... পাৰৰপৰাই কাণত পৰে। বাঢ়ি অহা ব্ৰহ্মপুত্ৰৰ পানীৰ ওপৰত চীনা মাটিৰ থালভগাদি টুকুৰা-টুকুৰ হৈ ভাগি পৰিছি... বেলিৰ প্ৰতিকৃতি।

উজান বজাৰৰে নৈৰ দাঁতিৰ ভাড়া ঘৰৰ খোলা খিৰিকীয়েদি নৈৰ উপ... পানীত চাবনিৰ খুটি পুতি অনিৰ্বাণ বৰুৱাই উমানন্দৰ বান্দৰৰ চিঞৰ শুনিছিল। ঠিক শুনা নাছিল, কাণত পৰিছিলহি বুলি ...লহে সঁচা হ'ব। আন এটা কথাত ব্যস্ত বৰুৱাৰ মনটোৱ মানুহৰ পূৰ্বপুৰুষ বান্দৰৰ চিঞৰ শুনাৰ আজৰি নাছিল। যোৱা প্ৰায় চৌবিশ ঘণ্টা বিদিশাৰ লগত বৰুৱাৰ মাত বোল বন্ধ। একেবাৰে অদৰকাৰি কথাত লাগে তাই। এতিয়া বৰুৱাই মনে মনে জুকিয়াইছিল— কেনেকৈ বিদিশাক কথাৰ চাবুকেৰে থকা-সৰকা কৰিব পাৰি।

দাড়ি খুৰুউৱাৰ সৰঞ্জাম নিজে গোটাই লৈ মিস্টাৰ বৰুৱা শোৱনি কোঠাত থকা দেহ-জোখৰ আইনাৰ আগত থিয় হ'ল। দেওবৰ নামৰ ঘৰত কাম কৰা ল'ৰাটোক মতা হলে সিয়েই গাটাই দিলেহেঁতেন; কিন্তু তাক মাতিলে বিদিশাক গাজত লগাকৈ দুৱাষাৰ কোৱাৰ সুযোগটো এতিয়াই ল'ব নোৱাৰিব; তাৰ আগত নোৱাৰি। ব্লেডেৰে নিজৰ গালত চোঁচা মৰাৰ আগতে ওচৰতে থকা বিদিশাৰ সহনশীলতাৰ এবখলা এৰুৱাবলৈ আইনাখনত নিজক চাই চায়েই হঠাতে বৰুৱাই কলে—

ঃ হুঁ, মই চব গম পাইছোঁ। এইটো মূৰ্তি ধৰি সদায় অশান্তি কৰাৰ গুৰি ক'ত, মই সকলো জানো।

কৈ উঠিয়ে কোঠাৰ সিকোণত থকা বিদিশাক আইনাতে চালে। বিদিশাই একান্তমনে ধুনীয়া কপাহী শাড়ী এখনত ইলেক্‌ট্ৰিক ইস্ত্ৰিটো ঘঁহাই আছিল। অনিৰ্বাণৰ বাক্য-বাণে বিদিশাৰ মনত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰাৰ চিন নোলাল। খণ্ডত ৰেজৰ স্যেটটো গালত জোৰেৰে মাৰি দিওঁতে বৰুৱাৰ গালখন ফৰ্‌ফৰাই গ'ল। ব্লেডখন পুৰণা নেকি? তাৰ কথাক বিদিশাই পুৱাই এইদৰে উপেক্ষা কৰা দেখি তাৰ খঙে বেঙা মেলিলে। ওচৰলৈ গৈ তাৰ বক্তব্যৰ প্ৰতিটো কথা জোকাৰি জোকাৰি তাইৰ কাণত গুজি দিবগৈ নেকি? পুৱাতে গৰম লাগিছিল। কেৱল ৰাতি শোৱা আণ্ডাৰ-বেৰ পিন্ধি অনিৰ্বাণে আইনাৰ আগত থিয় হৈ দাড়ি খুৰাবলৈ লৈছিল। উঠি অহা খংটো বুকুৰ নোমবোৰত মোহাৰি থৈ নিকা অভিযোগৰ সুৰত সি পুনৰ বিদিশাৰ ধৈৰ্য্যক কথাৰ চাবুক মাৰিলে—

ঃ এতিয়া নুশুনাৰ ভাও ধৰিবই লাগিব। মইতো নজনা নহয় যে মোক বিয়া কৰোৱাটো এটা নিয়ম ৰক্ষা হে। বিয়াৰ আগদিনালৈকে কোন প্ৰেমিকৰ হৈ আছিলা, সেইবোৰ কথা এতিয়া মই সকলো জানো।

গালৰ দাড়িত আকৌ এচোঁচা মাৰোঁতে ফৰ্ ফৰণিত চকুৰ পানী ওলাই গ'ল।

বাওঁ হাতৰ তৰ্জনী আঙুলিৰ মূৰত গৰম ইস্ত্ৰিৰ আগটো লাগি বিদিশা চক্ খাই উঠিল। আঙুলিৰ মূৰটো মুখত সোমোৱাই চুপি দিলে। লগে লগে চাবনিৰে জুখি অনুমান কৰিলে যে অনিৰ্বাণৰ আণ্ডাৰ বেৰটো অন্ততঃ দুআঙুলমান

দীঘল হ'ব লাগিছিল। অনিৰ্বাণৰ অভিযোগৰ নিলাজ উলংগতাক প্ৰকট কৰিবলৈ বিদিশাই কথাৰ ইস্ত্ৰি চলাই দিলে—

ঃ এতিয়ানো নতুনকৈ কিটো গম পাইছা? ক্ষয় গৈ ঢিলা হোৱা যেন পাইছা নেকি? সেইটো প্ৰথম দিনাই গম পাব লাগিছিল।

শাড়ীখনৰ সুন্দৰকৈ ইস্ত্ৰি হোৱা ঠাইকণত চকু ফুৰাই বিদিশাৰ মনটো ভাল লাগি গ'ল। নে গিৰিয়েকক চুঙা চাই সোপা দিব পাৰি?

অনিৰ্বাণে মুখখন বিকটাই দিলে। অসাৱধান হৈ চোঁচা মাৰোতে গালখনৰ এবখলা গ'ল নেকি? খিৰিকীৰ ৰঙা পৰ্দাৰ মাজেদি বাহিৰৰ পোহৰটো ৰঙা হৈ ভিতৰ সোমাইছিল। অনিৰ্বাণৰ মুখখন খণ্ডত ৰঙা পৰাৰ সত্যটোক পৰ্দাৰ পোহৰৰ ৰঙাই ঢাকি ৰাখিলে।

ঃ অসভ্যৰ দৰে মুখ নবজাবা। মই তেনেকুৱা লেতেৰা কথা ভাল নাপাওঁ। ছিঃ, একেবাৰে অসভ্য ৰুচি।

কথা কৈ অনিৰ্বাণে গালৰ কটাডোখৰত চাবোনৰ ফেন অলপ লগাই দিলে।

ইস্ত্ৰিটো গৰম হৈ গোন্ধাই গৈছিল। চুইচ্‌টো অফ্ কৰি শাড়ীখনত সাৱধানে ইস্ত্ৰি ঘঁহি থকা অৱস্থাৰপৰাই, কোনো উত্তেজনা প্ৰকাশ নকৰাকৈ, বিদিশাই উত্তৰ দিলে ঃ নিৰ্বাচিত শব্দৰ ব্যৱহাৰে মানুহক সভ্য কৰিব পৰা হলে সাহিত্য সভাত সুন্দৰ ভাষণ দিয়া সভাপতিবোৰেই সভ্যতম মানুহ হ'লহেঁতেন। তোমালোকৰ নিচিনা অনুভূতিহীন শব্দ চহকী সাহিত্যিকবোৰ সভ্যতাৰ আগশাৰীত থাকিলেহেঁতেন।

ঃ হুঁ, অ-নু-ভূ-তি ঙ্গ এঘাৰটাকৈ মন বিলাই বাৰ নম্বৰটোক বিয়া কৰোৱা ভদ্ৰ মহিলাই আকৌ অনুভূতিৰ কথা কয়ঙ্গ

ঃ উদঙীয়া গৰুৰ শেষৰ দমৰাটো বুলি নিজক কল্পনা-কৰিব পৰা ভদ্ৰলোকক পুতৌ কৰিবলৈও ঘিণ লাগে। সাহিত্যিকৰ মুখত কি সুন্দৰ শব্দঙ্গ বাঃ ঙ্গ এইবুলি ধুনীয়াকৈ স্ত্ৰীহোৱা শাড়ীখন বিদিশাই হেঙাৰত ওলোমাই থলে।

ঃ কথাৰ উত্তৰ দিব নোৱাৰি এইবাৰ সাহিত্যৰ পোকৰত লাগিলগৈ। সাহিত্যই তোমাৰ কি অপকাৰ কৰিলে? আন ভাল উত্তৰ বিচাৰি নাপাই অনিৰ্বাণৰ তৰ্কৰ খাতিৰত "সাহিত্য" শব্দটোতে গুৰুত্ব দিলে। তাৰ গাল দুখনৰ কেবা ঠাইতো তেজ ওলাল।

ঃ ঠিকেইতো। সাহিত্যই আপোনাৰ কি অপকাৰ কৰিলে? এইবুলি ঘৰৰ আগফালে বাহিৰত থিয় হৈ চামচুল হুচেইনে চিএৰি নিজৰ উপস্থিতি জনাই ডাঙৰকৈ হাঁহি দিলে। হাঁহি হাঁহিয়ে কলে ঃ - দুৱাৰ খুলিবানে ভাই?

চামচুল হুচেইন অনিৰ্বাণতকৈ দহ বছৰৰ ডাঙৰ। কিন্তু বন্ধু। অনিৰ্বান ৰাজ্যিক চৰকাৰৰ সাংস্কৃতিক বিভাগৰ বিশেষ বিষয়া। এজন মন্ত্ৰীৰ যোগেদি এই বিশেষ চাকৰি পোৱা আজি চাৰি বছৰমানহে হৈছে। চামচুল হুচেনে চাকৰি নকৰে; ধনী ঘৰৰ ল'ৰা; ৰাজনীতিৰ ফৰিং। কমিউনিষ্টলৈকে দেশৰ সকলো ৰাজনৈতিক দলত দুই এবছৰ থাকি সাম্প্ৰদায়িক আৰু আঞ্চলিক দলবিলাকতো জুতি সলাই, বৰ্তমান আভ্যন্তৰীণ জৰুৰী অৱস্থাত নিৰাপত্তাৰ কাৰণে কংগ্ৰেছত সোমাই ভৱিষ্যতে এম.পি, এম, এল. এ হোৱাৰ বাট কাটিছে। হুচেন গড়কাপ্তানি বিভাগৰ ডাঙৰ ঠিকাদাৰ। হুচেন সাহিত্যিকো ঠিকাদাৰীৰপৰা ৰাজনীতিলৈকে কৰিও হুচেনে কেৱল প্ৰেমৰ গল্প লিখে, ডেকা গাভৰুৰ প্ৰমালাপৰ মাজত দুখীয়াৰ কাৰণে চকুলো বোৱায়, বিৰহ-কাতৰ প্ৰেমিকৰ মুখেদি কোৱায়- এই পৃথিৱীৰ পৰা আল্লাই যেন দুখীয়াৰ দুখ, অন্যায়-অত্যাচাৰ, ধৰ্ম বিদ্বেষ, আঁতৰাই নিয়ে। বিদিশাই চামচুলক একেবাৰে দেখিব নোৱাৰে; তথাপি দুৱাৰখন খুলি দিলেগৈ - মনটো ভাল লাগি থকাৰ কাৰণে।

দুৱাৰ খোলাৰ লগে লগে চামচুল হুচেইন সোমাই আহিল। বিদিশাই খিৰিকীৰ পৰ্দা এখন কোঁচাই দিল থাকোঁতেই অনিৰ্বাণো কঁকালত লুঙী এখন মেৰিয়াই শুদা গাৰেই ওলাই আহি ওচৰতে পোৱা চোফাখনত ধপচ্‌কৈ বহি পৰিল— যেন ভাগৰ লাগি হে বহিল।

হুচেনৰ উৎসাহ অপৰিসীম। ড্ৰয়িং ৰুমৰপৰা ওলাই যাব খোজা বিদিশালৈ চাই, চোফা এখন্ত এচকী হৈ বহি ,হুচেইনে হাঁহি হাঁহি ক'লে ঃ কওক মিচেচ্ বৰুৱা, সাহিত্যই আপোনাৰ কি অপকাৰ কৰিলে ?

বিদিশাৰ মতে চামচুল হুচেইনৰ এনেকুৱা কথাৰ উত্তৰ এটাই হ'ব পাৰে ঃ চুপ থাক্ আৰু ওলাই যা। কিন্তু তাইৰ মনটো ভাল লাগি আছিল— গৰমত পিন্ধি আৰাম লগা কপাহী শাড়ীখন আৰু গিৰিয়েকৰ খহুতা খং দুয়োটাকে পুৰাই সমানে বঢ়িয়াকৈ ইস্ত্রি কৰিব পৰা কাৰণে। চামচুলৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ সুযোগতে দুই বন্ধুক গাজত লগাকৈ দুআষাৰ কোৱাৰ লোভ তাই সামৰিব নোৱাৰিলে। মজিয়াত পৰি থকা জুইশলাৰ কাঠি কিডাল বুটলি ছাইদানীত থৈ থৈয়েই বিদিশাই মুখ মেলিলে-

ঃ সাহিত্যই কৰা অপকাৰৰ সীমা আছেনে? এওঁ নিজে কয়— কিছু লিখি প্ৰকাশ কৰি মন্ত্ৰীক ভাল লগাব পাৰিলে ডাঙৰ প্ৰমোচন এটা পোৱাৰ সুযোগ আছে। আৰু আপুনিতো কয়েই যে আপুনি লেখক হিচাপে জনপ্ৰিয় হ'ব পাৰিলে ৰাজনৈতিক উন্নতিৰ বাট মুকলি হয়। কিন্তু যিবোৰ হোজা পাঠকে আপোনালোকৰ সাহিত্য পঢ়ে, সেইবোৰেতো আপোনালোকৰ এনেবোৰ স্বাৰ্থপৰ অভিপ্ৰায় গম নাপায়। লগতে থাকি এনেবোৰ ফাকিক প্ৰশ্ৰয় দিব লগা হোৱা দেখি মোৰ নিজলৈকে ঘিণ লাগে ।

বৈ বৈ কোৱা কথাখিনিৰ লগে লগে বিদিশাই ড্ৰয়িংৰুমটো পৰিপাটী কৰি পেলালে।

চামচুল হুচেইন টেঙৰ মানুহ। এনেবোৰ কথাৰ উত্তৰ দিয়াতকৈ আন কথা উলিয়াই বিদিশাক উপেক্ষা কৰাই সন্মান বচোৱাৰ সুন্দৰ উপায় বুলি তৎক্ষণাৎ বুজিলে। গতিকে বিদিশাক সম্পূৰ্ণ উপেক্ষা কৰি অনিৰ্বাণলৈ চাই ইস্ আস্ কৰি হুচৈনে ক'লে—

ঃ ইস্ ইস্ তোমাৰ গাল দুখন দেখোন ব্লেডে কাটি বখলা বখল কৰিলে।

হাতেৰে গাল দুখন মোহাৰি তলুৱাত লাগি থকা তেজবোৰলৈ চালে অনিৰ্বাণে। নিজৰ মনত ক্ষোভ লুকাব নোৱাৰি কথাৰ লাছতে কৈ পেলালে ঃ অকল গালেই নে?

গিৰিয়েকৰ পৰাজয়ৰ স্বীকৃতিপূৰ্ণ বক্তব্য শুনি ওলাই আহিব খোজা হাঁহিটোক উশাহৰ লগত গিলি থৈ বিদিশাই চিলিং ফেনখন চলাই দিলে।

ঃ এৰা আজি বৰ গৰম। — এইবুলি চামচুল হুচেইনে ফেজ টুপীটো খুলি মূৰৰ কেঁচা-পকা চুটি চুলিবোৰৰ ওপৰত হাত ফুৰাই দিলে।

বিদিশাই কি কৈছিল তালৈ একেবাৰে কাণ নকৰি অনিৰ্বাণৰ লগত কথা পাতি বিদিশাক সম্পূৰ্ণ উপেক্ষা কৰাৰ আনন্দ চামচুল হুচেনে মনে মনে অনুভৱ কৰিছিল। সেই আনন্দতে অনিৰ্বাণে দুখ কৰি কোৱা কথাষাৰো হুচেনৰ কাণত নোসোমাল। এইবাৰ, অনিৰ্বাণৰ ঘৈণীয়েকৰ প্ৰতি খং উঠি থকাটোৱে সাহস যোগোৱাত হুচেনে বিদিশাক লঘু কৰিবলৈকে সুধিলেঃ আপুনি কি জানো কলে? ভালকৈ মন কৰিবলৈকে নহ'ল। বেয়া নাপাব।

বেড্ৰুমলৈ যাব খোজা বিদিশা পৰ্দাখনত ধৰি ৰল আৰু অবহেলাৰে মূৰটো লৰাই মেলা চুলিখিনি পিঠিলৈ পেলাই ক'লে ঃ

ঃ নাই , মই অকণো বেয়া পোৱা নাই। মইতো বুজোঁ যে মই কোৱা কথা শুনা বুলি প্ৰমাণ হলে আপুনি ভদ্ৰলোক হৈ ইয়ালৈ অহাৰ বাটেই বন্ধ।

অনিৰ্বাণৰ আৰু সহ্য নহ'ল। মুখ পাতি ধৰিলে।

ঃ বিদি, মোক এৰি হুচেইন চাহাবক ধৰিছা কিয়? সাধাৰণ ভদ্ৰতাটো অন্ততঃ মানি চলাটো মই বিচাৰোঁ।

মুখতে ধৰি বিদিশাই প্ৰতিটো শব্দত জোৰ দি ক'লে—

ঃ ঘৈণীয়েকৰ লগত লগা বিবাদৰ খবৰ গিৰিয়েকে বাহিৰা মানুহক দিয়াতকৈও মই অভদ্ৰতা কৰিলোনে? বিদিশাৰ মাতত ক্ষুৰৰ চোক।

হুচেইনে পৰিস্থিতি পাতল কৰিবলৈ মাজতে সুধি দিলেঃ তোমালোকৰ মাজত আগৰেপৰা কিবা এটা লাগি আছিল নেকি অনিৰ্বান?

জিভাত ক্ষুৰৰ চোক নকমোৱাকৈ বিদিশাই তৎক্ষণাৎ উত্তৰ দিলে ঃ বাহিৰৰপৰা শুনি থাকিও একো নজনাৰ দৰে সোমোৱাটো বাৰু সহ্য কৰিলোঁ। কিন্তু তাকে আকৌ নুশুনা বুলি প্ৰমাণ কৰাৰ চেষ্টা কৰাটো একেবাৰে জঘন্য কথা মিস্টাৰ হুচেন।

মুখত ঘৃণাৰ ভাব অকণো নুলুকুউৱাকৈ প্ৰকাশ কৰি বিদিশাই সাউতকৰে গৈ বাহিৰলৈ যোৱা দুৱাৰৰ পৰ্দা দাঙি নিষ্ঠুৰভাবে কলেঃ মই দুৱাৰৰ পৰ্দা দাঙি দিছোঁ, ইয়াতকৈ অভদ্ৰভাবে মই যাবলৈ ক'বলৈ ভাল নাপাওঁ।

হুচেন থিয় হ'ল। খঙত হুচেইনৰ ভৰি কঁপিছিল। সমৰ্থনৰ আশাত তেওঁ অনিৰ্বাণলৈ চালে। এনেকুৱা অৱস্থাত কি কৰিব পাৰি তাক ঠিক কৰিবলৈ অনিৰ্বাণ চিন্তাত ব্যস্ত। একো কথা নোকোৱাকৈ দঙা পৰ্দাৰ তলেদি চামচুল হুচেই ন গুলী যোৱাদি ওলাই গুচি গ'ল। বিদিশাই তৎক্ষণাৎ পৰ্দা এৰি দুৱাৰ বন্ধ কৰোঁতেহে অৰ্নিবাণে সাৰ পোৱাদি পালে। খঙত তাৰ মূৰ গৰম হৈ গৈছিল। দুৱাৰ বন্ধ কৰি শোৱনি কোঠালৈ আহিবলৈ ধৰা বিদিশাক হঠাৎ থিয় হৈ অনিৰ্বাণে আগচি ধৰিলে। দাঁত কামুৰি সি গুজৰি দিলে--

ঃ মোৰ বন্ধুক তুমি কিয় অপমান কৰিলা?

ঃ গিৰিয়েক-ঘৈণীয়েকৰ বিবাদৰ মাজত সোমাবলৈ অহা ভদ্ৰলোকক ইয়াতকৈ ভাল ব্যৱহাৰ কৰিব নোৱাৰি। এনেয়েও মই মানুহটোৰ ৰাজনীতিকে আদি কৰি একোকে ভাল নাপাওঁ।

অনিৰ্বাণ এৰি দিয়াৰ পাত্ৰ নহয়। দুগুণ জোৰেৰে ক'লে ঃ তুমি জানা সি ওপৰৰ মহলত গৈ মোৰ চাকৰিকে খাব পাৰে?

ঃ তুমি ক'ব খুজিছা নেকি যে তোমাৰ চাকৰি ৰাখিবলৈ তাক মই আদৰ কৰিব লাগে। বিদিশাৰ মাতত খং নাই।

ঃ অলবৎ। হেজাৰ বাৰ অলবৎ। অনিৰ্বাণে চিঞৰি জিকিৰ খুজিলে।

এই কথাৰ উত্তৰটো মনতে জুকিয়াই লওঁতেই বিদিশাৰ হাঁহি উঠিব খুজিলে। সেই হাঁহিত চোক মিহলাই বিদিশাই ক'লে ঃ তেন্তে কেতিয়াবা তোমাৰ চাকৰিৰ কাৰণে হুচেইনে মোক আৰু ঢিলা কৰি দিয়াৰো সম্ভাৱনা আছে। ওলাই অহা হাঁহিটো ৰাখিব নোৱাৰি বিদিশাই হাঁহিয়েই দিলে।

ঃ নিলাজ।

মুখ বিকটাই অনিৰ্বাণে কোৱা শব্দটো ঢেকুৰা কুকুৰে ঘেং কৰা যেন লাগিল।

বিদিশাই খং নুঠাকৈও আঘাত কৰিব জানে। বাপেকে দিয়া তিনি হেজাৰ টকীয়া সোণৰ নেক্‌লেছত আঙুলি বুলাই উত্তৰ দিলে ঃ ঢকুৱাৰ বেৰ ঢাকিবলৈ বৰ চুৰিয়াৰ ফেৰ মৰা লাজ মোৰ নাই মই টোকোনাৰ ঘৰৰ ছোৱালী নহয়।

ঃ এইটোৱেই সঁচা উত্তৰ। তুমি মানুহক টকা-পইচাৰেই জোখা। জমিদাৰী থকা হলে মোকো তুমি সেৱা কৰি থাকিলাহেঁতেন।

ঃ অন্ততঃ বিয়া কৰাবলৈ ত্ৰিশ হেজাৰ টকা দেউতাৰ পৰা নোলোৱা হলে কিছু শ্ৰদ্ধা থাকিলেহেঁতেন।

ঃ সেই একেটা কথাকে কৈ নাথাকিবা। সেয়াটো ধাৰ বুলি লোৱা টকা।

ঃ এইবিধ মুখে মুখে ধাৰ বুলি লোৱা টকাক অৰ্থনীতিত ভেটি বুলি কয়। এইবিধ ধাৰ কোনেও কেতিয়াও শোধ কৰা মই শুনা নাই।

ঃ মোৰ কিন্তু এতিয়া বেয়াকৈ খং উঠিব।

ঃ মই ভালকৈ সেই দৃশ্য উপভোগ কৰিম।

খঙত চোঁচা মাৰি গৈ , চকু ৰঙা কৰি, কঁপি কঁপি, আক্ৰমণৰ কাৰণে হাতৰ মুঠি টান কৰি অনিৰ্বাণ একেবাৰে বিদিশাৰ গাত পৰোঁ পৰোঁ হৈ থিয় হ'লগৈ।

ঃ ছশ টকাৰ চাকৰি কৰি ত্ৰিশ হেজাৰ টকা ধাৰ বুলি গাইপ কৰালৈকে বাৰু ভদ্ৰতা বুলি মানিলোঁ। কিন্তু সেই ধাৰৰ সুদ হিচাপে জীয়েকক দেখুওৱা ৰঙা চকু সহ্য কৰিব পৰা মানুহ মোৰ দেউতা নহয়।

ঃ মুখ চম্ভালি কথা ক'বা।

নিজৰ অৱস্থা চম্ভালি আক্ৰমণ কৰাৰ কথা ভাবিবা। মোক তুমি কিনি অনা নাই।

গুজৰি দিলে অনিৰ্বাণে ঃ মই চব শেষ কৰি দিম।

হাঁহি দিলে বিদিশাই ঃ হে ৰুদ্ৰ , তুমি সংহাৰ কৰাৰ আগতে মোক সৃষ্টিৰ কাৰণে এগৰাকী এজন বিচাৰি ল'বলৈ সময় দিয়া। হাতযোৰ কৰি বিদিশাই কথাকিটা কোৱাৰ এনেকুৱা এক ভংগী কৰিলে যে ইমান খঙৰ মাজতো অনিৰ্বাণৰ হাঁহি উঠিব খুজিলে।

নহঁহা হাঁহিটো ওঁঠত আহি ৰৈ থকাৰ দৰে অনিৰ্বাণো ৰৈ থাকিল। বিদিশাই স্বাভাৱিকভাৱে ৰান্ধনি ঘৰলৈ খোজ দিলে। দেওবৰে সদায় ৰান্ধোই ঃ তেতিয়াও সি বন্ধাৰ যোগাৰ কৰাতে ব্যস্ত। বিদিশাক দেখি সি থিয় হ'ল আৰু সুধিলে ঃ চাৰক ব্ৰেকফাস্ট দিম নেকি?

ঃ সুধি আহ।

অভ্যস্ত দেওবৰ আচৰিত নহ'ল।

পুৱাৰ জলপান খাই অনিৰ্বাণ অফিচলৈ ওলাই যাওঁতে বিদিশা গা-ধোৱা ঘৰত আছিল। সদায় অফিচলৈ যোৱাৰ পৰত মাত লগাই যোৱা কামটো অনিৰ্বাণে ইচ্ছা কৰি সেইদিনা বাদ দিলে।

## দুই

**বাদ** দিয়াৰ উপায় নাই ; জীৱনত বহুত কথা বাদ দিয়াৰ উপায় নাই। মৰি যাবৰ মন যাবৰ সময়তো মানুহে লজ্জা-নিবাৰণৰ কাৰণে গাত কাপোৰ ৰাখে।শোকত ম্ৰিয়মান অৱস্থাতো ভোক পিয়াহ লাগে, শ্মশানলৈ মৃত আপোনজনক খৰি দিবলৈ নিওঁতেও নিজে মৰাৰ কথা নভবাকৈ থাকে।

বিদিশাৰ সিমান ডাঙৰ সমস্যা একো হোৱা নাই। চাৰি বছৰীয়া বৈবাহিক জীৱনত বিদিশাৰ মনে নতুন ঘৰত পোহ মনা নাই ; এতিয়াও তাইৰ কাৰণে বাপেকৰ ঘৰ বেছি আপোন ; গিৰিয়েকৰ ঘৰ যেন পৰিবৰ্তনৰ কাৰণে অহা অস্থায়ী বাসস্থান।

ডাঙৰ বাথ টাৱেলখন গাত মেৰিয়াই গা-ধোৱা ঘৰৰ দুৱাৰ সামান্য ফাক কৰি বিদিশাই জুমি চালে। নাই, শোৱনি কোঠাত কোনো নাই। অনিৰ্বাণ গ'ল বুলি তাই জানে। অফিচলৈ যোৱাৰ সময় মিলায়ে তাই বাথ ৰুমত সোমাইছিল। আন

## এই গতি নিৰবধি

বহুত হেজাৰ বিজাৰ চাকৰিয়ালৰ লগতে অনিৰ্বাণো সাধাৰণ চাকৰিয়ালৰ দৰে অফিচলৈ ওলাই যোৱাটো তাই কিবা সহ্য কৰিব নোৱাৰে; তাইৰ নিজকে বৰ নিঃকিন যেন লাগে। কোনোদিন খোজকাঢ়ি মেডিকেল কলেজলৈ নোযোৱা ডাক্তৰ বাপেকক কেতিয়াও তাই দেৰি হ'ল বুলি লৰালৰি কৰা দেখা নাছিল, আৰু যোৱা অহাৰ সময়টোও সাধাৰণ চাকৰিয়ালৰ লগত একে নহয়। নমান বজাত যায়, একমান বজাত আহে, আকৌ সন্ধিয়া ছয়মান বজাত যায়। ভাগ্য ভালযে অনিৰ্বাণৰ অফিচটো ওচৰতে কাৰণে সি দুপৰীয়া ভাত খাবলৈ আহিব পাৰে। অফিচৰ গাড়ীও মাজে সময়ে আনে; কিন্তু তেওঁক নিজাকৈ এখন গাড়ী চৰকাৰে এতিয়াও দিয়া নাই। তেওঁৰ স্তৰৰ চাকৰিয়ালক নিদিয়ে।

শোৱনি কোঠাত কোনো নাই যেন দেখি বিদিশা গা-ধোৱা ঘৰৰপৰা ওলাই আহিল। আহিয়ে শোৱনি কোঠালৈ বাহিৰৰপৰা অহা দুৱাৰখন বন্ধ কৰি ললে। অন্য একো নাই; কিন্তু কেতিয়াবা তাই কাপোৰ সলাওঁতে হঠাতে আহি ওলাই বেচেৰা দেওবৰে বৰ লাজ পায়। নাই ,দেওবৰলৈ তাইৰ লাজ নালাগে এইটো নতুন কথা নহয়। বাপেকৰ ঘৰত থকালৈকে তাই কোনোদিন চাকৰৰ আগত লাজ কৰি পোৱা নাই। আজি হঠাতে তাইৰ মনত খেলালে ঃ চাকৰলৈ লাজ নালাগে কিয় ? সিহঁত মানুহ নহয় নেকি ? তাইক এনেকুৱাকৈ অনাবৃত অৱস্থাত দেখি দেওবৰৰ নিশ্চয় কিবা এটা উত্তেজনা হ'বও পাৰে বুলি ভাবি বিদিশাৰ এনেয়ে হাঁহি উঠিল। ডাঙৰ আইনাখনৰ কাষৰ সৰু টেবুলত টাৱেলখনথৈ সদ্যস্নাত নিৰাভৰণ নিজৰ দেহৰ বিশেষ অংশবোৰ দেহ জোখৰ আৰ্চিত আপোন মনে চাই চাই কাপোৰ-সাজ এলাহ কৰি পিন্ধোতে বিদিশাই নিজৰ দেহটোকে সদায় নতুনকৈ দেখাৰ দৰে মুগ্ধ হৈ চায়।

কাপোৰ পিন্ধি নিজক চাই, কিবা ভাবি, ভাগৰি, বিদিশা বিছনাত পৰিল। কেতিয়া টোপনি আহিল ক'ব নোৱাৰে। দেওবৰে ভাত খাব নেকি বুলি সোধোঁতে খকমক্ কৈ উঠি তাই খোৱা টেবুলত বহিলগৈ। ঘড়ী চাই দেখিলে এক বাজিল। গিৰিয়েক দুপৰীয়া খাবলৈ অহাৰ কথা তাই পাহৰি আছিল। দেওবৰেহে ক'লে, চাৰ আজি এতিয়াও খাবলৈ অহা নাই বুলি। কথাটো শুনি লৈ , সেই বিষয়ে একো নভবাকৈ তাই কলে ঃ দি দে ; বহুত দেৰি হ'ল।

বিদিশাই অকলে ভাত খাই বেয়া পায়। কিন্তু বিয়াৰ পাচত আজি চাৰি বছৰে বহুত ঘটনাই তাইক অকলে ভাত খোৱাই ভাল বুলি ভাবিবলৈ বাধ্য কৰাইছে। বিয়াৰ পিছত জীৱনটো কেনেকুৱা হ'ব সেই বিষয়ে থকা সপোনবোৰ তাই পাহৰি গৈছে। গিৰিয়েকটো কিমান দেৱ পুৰুষ হ'ব, সেই বিষয়ে থকা সপোনবোৰ মনত পৰিলে এতিয়া তাইৰ হাঁহি উঠে। সেই সকলোবোৰ সহ্য কৰাৰ পাছতো কিন্তু অকলে ভাত খাবলৈ বহিলে তাইৰ মনটো বৰ বেয়া লাগে। দেওবৰে সেই কথা জানে। আৰু জানে, ওচৰতে থকা তাইৰ বান্ধৱী ইৰাই। ইৰাই আৰু জানে যে মুখ চোকা বিদিশাৰ প্ৰায়ে গিৰিয়েকৰ লগত মাতবোল বন্ধ হয় আৰু তেতিয়া তাই বৰ দুখ লগাকৈ অকলে বহি ভাত খায়।

এগৰাহ ভাত মুখত ভৰাই বিদিশাই ভাবিছিল, আজি ভাত খাওঁতে কি কথা পাতি দেওবৰকে সেই সময়কণ ওচৰতে থিয় কৰাই ৰাখিব। কিবা এটা কথা নাপাতিলে সি ওচৰতে বৈ থাকিবলৈ লাজ কৰে। এনেতে সোমাই আহিল ইৰা। সুধিলে ঃ অকলে ভাত খাইছ যে ? চাহাবে খাই গ'ল নেকি ?

দেওবৰে মাত লগালে ঃ খাই যোৱা নাই ।

ঃ বহ । আহি ভাল কৰিলি। তইতো জানই অকলে খাই মই বৰ বেয়া পাওঁ।

ঃ আকৌ কাজিয়া কৰিলি নেকি গিৰিয়েৰৰ লগত ?

ঃ কথাৰ উত্তৰ দিছিলোঁ। বোধকৰোঁ মহাপুৰুষৰ সন্মানত লাগিল। বা দে সেইবোৰ। তই ভাত খালি ?

ঃ খালোঁ। খায়ে ওলাই আহিছোঁ। বাপেক আজি অফিচলৈ যোৱা নাই কাৰণে তিনিওটাকে বাপেকৰ ওচৰতে থৈ আহিছোঁ।

ঃ সিহঁতৰ স্কুল নাই নেকি ?

ঃ নাই বোলে। কিহৰ বন্ধ জানো। ইৰাই বিদিশাৰ থালৰপৰা সৰু ভজা মাছ এটা আনি মুখত ভৰাই দিলে।

ইৰাৰ ল'ৰা-ছোৱালী তিনিটা। তাই বিদিশাৰ লগতে একে শ্ৰেণীতে পঢ়া; কিন্তু বিয়া হৈ গ'ল এঘাৰ বছৰ আগতে -- সোতৰ বছৰ বয়সতে বিদিশাই পলিটিকেল চায়েন্সত এম-এ পাছ কৰা চাৰি বছৰ পুৰা হওঁ হওঁ-- বিয়াৰ এমাহ পাচত হে খবৰ ওলাইছিল। ইৰাই পঢ়া-শুনাৰ কথা পাতি ভাল নাপায়। কয় ঃ আমাৰ আৰু বুঢ়া বয়সত কিহৰ পঢ়া-শুনাৰ কথা? ল'ৰা ছোৱালীয়ে যি কৰে কৰিব। বিদিশাই মুখতে ধৰে ঃ বুঢ়া বুলি নকবি মই এতিয়াই বুঢ়ী হ'ব নোখোজো।

ঃ কি উত্তৰ দিছিলিনো গিৰিয়েৰক?

যিটো বিষয়ৰ কথা পাতি ইৰাই ভালপায়, সেইটো বিষয়কে আৰম্ভ কৰিবলৈ বিদিশাই মিছা কথা এটা কলে ঃ বাপেক হ'ব খোজে; মই কৈছোঁ মোক কিন্তু এতিয়াই ল'ৰা-ছোৱালী নালাগে।

প্ৰসঙ্গটো যে ইৰাই ভাল পালে তাৰ প্ৰমাণ ওলাই পৰিল। অতি আগ্ৰহেৰে আৰম্ভ কৰিলে ঃ তয়ো আৰু এজনী। জানো বোপাই, পঢ়ি-শুনি তই কি শিকিলি নাজানো। তোৰ মাক হ'বৰ মন নাযায়?

ঃ মোৰ ভাল লগা নলগাটো বেলেগ কথা। কিন্তু য'ত আজি দৰ্মহাৰ টকাৰে ঘৰ ভাড়া দি দুটা মানুহ চলিব নোৱাৰোঁ, সেই অৱস্থাত সন্তানৰ মাক হোৱাৰ আৰাম উপভোগ কৰাৰ লোভ মোৰ নাই।

ঃ কোলাত এটা সন্তান পোৱাৰ আনন্দটো তই পোৱাৰ আগলৈকে কি বুজিবি? ইৰাই নিজ অভিজ্ঞতাক ওখ আসন দি বান্ধৱীৰ ভাতৰ থালৰ পৰা আৰু এটা ভজা মাছ আনি মুখত ভৰাই দিলে।

ঃ বুজোঁ ভাই, ময়ো তিৰোতাহে। গৰু-ছাগলীয়েও সন্তানৰ বিপদ আশংকা কৰি মানুহকে খুচিবলৈ খেদি যোৱাও দেখিছোঁ। সেই একেই জান্তৱ আক্ৰোহ; তাকে মানুহৰ ক্ষেত্ৰত অপত্য স্নেহ নে কি বোলে।

ইৰাই দাঁতত কাঁইট লগা যেন পালে। বিদিশাই কথাকেইটা তাইক আক্ৰমণ কৰিবলৈ কলে নেকি? আঙুলিৰে দাঁতত লগা কাঁইট এৰুৱাবলৈ চেষ্টা কৰি ইৰাই কওঁ নকওঁকৈ কলে ঃ জানো তই ইমানবোৰ পঢ়ি-শুনি কি শিকিলি। মোৰ হলে ল'ৰা-ছোৱালীকেইটা দুঘন্টা ঘৰত নাথাকিলে উৰুঙা উৰুঙা লাগে।

ঃ লাগিবই। পোহনীয়া মেকুৰীটো ভাত খাবৰ সময়ত আমনি কৰিবলৈ নাহিলেও মানুহৰ উৰুঙা লাগে। কিন্তু তই দেখোন নিজে কৰ যে ল'ৰা-ছোৱালীকিটাৰ কাম কৰোঁতেই তই দিনটো আজৰি নাপাৱঙ্গ আমাৰ প্ৰতিজনী মাতৃৰে সেই অৱস্থা; ভাত ৰন্ধা ল'ৰা-ছোৱালীক আপদাল কৰা আদিত এনেকৈ লাগি থাকিব লাগে যে নিজৰ কথা ভাবিবলৈ জীৱনটোত আজৰিকে নাপায়।

ঃ আমিনো জীৱনটোত নিজৰ কাৰণে বাৰু বেলেগ কি ভাবিম ?

ঃ কি ভাবিবি আৰু? গোটেই জীৱনটো মাতৃত্বৰ সন্মান আৰু সতীত্বৰ গৌৰব ৰক্ষা কৰাৰ লোভত আমি ভাত ৰান্ধি, ঘৰ ৰখি, ল'ৰা-ছোৱালীক ডাঙৰ দীঘল কৰাত ব্যস্ত হৈ কটাই দিওঁ। আমি নিজে উপাৰ্জন নকৰো কাৰণেই সংসাৰৰ সকলো জঞ্জাল আমাৰ মূৰৰ ওপৰত পৰে। উপাৰ্জন কৰা মতা মানুহজন আনকি মন গ'লে বেশ্যালয়লৈ যাবলৈও স্বাধীন, মদ খাই, তাচ খেলি সময় কটোৱাৰ অধিকাৰো অকল তেওঁৰে।

ঃ সংসাৰ সেইদৰেই চলি আহিছে। সেই বুলি তই গিৰিয়েৰৰ লগত নোশোৱাকৈ জীৱন কটাব পাৰিবিনে? নে সংসাৰৰ নিয়ম মানি সংসাৰ কৰিবি?

ঃ দেহৰ ভোক গুচাবলৈ স্বামীৰ লগত শোৱাটো বয়স আৰু দেহৰ প্ৰয়োজনৰ কথা-বিশেষকৈ সেই ভোক গুচাবলৈ গ'লে তই অসতী হোৱাৰ ভয় য'ত আছে। তথাপি সহবাসৰ পাচতো নিসন্তান হৈ থকাৰ উপায় আজিকালি দেখোন স্কুলৰ ল'ৰা-ছোৱালীয়েও জানে।

ঃ হে প্ৰভু, সেইটো তই সমৰ্থন কৰ নেকি? সেইটোক সমৰ্থন কৰা মানে দেখোন বহু শিশুক সংসাৰলৈ অহাৰ বাট

বন্ধ কৰাৰ দোষত দোষীবোৰৰ দৰে তয়ো অপৰাধী।

ঃ চৰকাৰৰ মতে , এখন দেশ তথা পৃথিৱীৰ মঙ্গলৰ কাৰণে এই পন্থা লবই লাগিব। তই বা মই তাক অপৰাধ বুলিলে কি হ'ব? গর্ভ বিনষ্ট কৰাটো আজিকালি আইন-সংগত।

ঃ তোৰ সেইবোৰ কথা মোক নকবি বিদিশা। মোৰ অসহ্য লাগে।

ঃ তিনিটাৰ মাক হোৱাৰ পাছতো সহ্য নকৰিলে তোৰ গিৰিয়েৰৰ চাকৰি যোৱাৰ সম্ভাৱনা আছে। আজিকালি সন্তান বেছি হ'লে চাকৰি যোৱাৰ আইন হৈছে।

ঃ এনেকুৱা ভগৱানৰ ইচ্ছাৰ বিৰুদ্ধে আইন কৰা চৰকাৰ ৰাইজৰ শাওতে তললৈ যাব। তই চাই থাকিবি।

ঃ শগুণৰ শাওত বুঢ়া গৰু নমৰে।

ঃ বুঢ়া হলেতো মৰিব, আৰু মৰিলেই শগুণৰ লাভ। তাৰ নিজৰ শাওতে মৰক বা আন কাৰণতে মৰক। কি কৰিলি? হলেইনে তোৰ খোৱা?

ঃ তই বৰ ভাল সময়ত আহিলি। কব নোৱাৰাকৈ কথাত বিভোৰ হৈ আজি বহুত ভাত খালোঁ। কি হৈছে তোৰ?

ঃ এই নাইনল নে ফাইনলৰ ব্লাউজবোৰে গৰমত বৰ খজুৱায় অ'— এইবুলি ইৰাই ব্লাউজৰ তলেদি হাত ভৰাই বুকুখন খজুৱাই দিলে। খজুৱাই খজুৱাই দুৱাৰমুখলৈ চাই সুধিব খুজিছিল কোনোবা আহিব নেকি এতিয়া। কাৰণ যেনেকৈ খজুৱাইছিল, সেই অৱস্থাত আহি কোনোবাই দেখিলে বৰ লাজ লাগিব। দুৱাৰ মুখলৈ চাওঁতেই জোতাৰ শব্দ শুনি ইৰাই ব্লাউজটো লৰা-লৰিকৈ ঠিক কৰি ললে। লগে লগে অনিৰ্বাণ বৰুৱা দুৱাৰমুখ পালেহি। দেখা হ'লে কি হ'লহেঁতেন বুলি ভাবিয়েই ইৰাৰ লাজ লাগিল। লাজ ঢাকিবলৈকে বিদিশাক ক'লে ঃ তোৰ চাহাব আহিল দেখোন।

চকুৰে চকুৰে পৰিলত অনিৰ্বাণে বাধ্য হৈ মাত লগালে ঃ অ' আপুনি?

মনে মনে সি ভালো পালে। ইৰা থকাৰ কাৰণে সি অন্ততঃ ঘৰত আহি মাত এষাৰ মাতিব পাৰিলে। বিদিশাকতো সি নামাতেই।

ঃ আজি আজৰি পোৱা কাৰণে দুপৰীয়াই আহিলোঁ। নহ'লেতো সময় ক'ত পাওঁ? আহি ভালেই হ'ল। মোৰ বান্ধৱীজনী আপুনি অকলে এৰি যায়, তাইক খাবৰ পৰত লগ দিয়াও হ'ল, ভজা মাছো খালোঁ।.......

অনিৰ্বাণে কিবা এটা উত্তৰ দিবলৈ পোৱাৰ আগতে বিদিশাই মাত লগালে। একেবাৰে ভাত খাই লোৱাহি ।এক বাজি গ'ল।

ভোক নলগা নহয়, কিন্তু বিদিশাই মতাৰ কাৰণেই যাবনে? কি কৰাটো ভাল হ'ব ঠিক কৰিব নোৱাৰি অনিৰ্বাণ ৰৈ আছিল। তাৰ মনৰ অৱস্থা উমান কৰি বিদিশাই তাক সিদ্ধান্ত লবলৈ উপায় এটা দিবলৈকে ক'লে ঃ নেলাগে কাপোৰ সলাব; আগতে খাই যোৱাহি।

উপায় এটা পাই অনিৰ্বাণে ভাল পালে। কাপোৰ সলোৱাৰ কথা সি ভবা নাছিল যদিও সেইটোকে চিন্তা কৰি ৰৈ থকা বুলি ইৰাক জানিবলৈ দিব পাৰি সি ভাল পালে। বিদিশাই জানে যে সি ইৰাৰ নিচিনা মহিলাৰ লগত কথা পাতি ভাল পায়— বিবিধ মহিলাৰ শিক্ষাৰ গর্ব নাই, কটা কটা কথা নকয়, গিৰিয়েকক আলপৈচান ধৰি কর্তব্য কৰাৰ আৰাম পায়, ল'ৰা-ছোৱালীৰে ভৰা সংসাৰ যাৰ আদর্শ। অর্থাৎ যিবিলাক মহিলা বিদিশাৰ বিপৰীত।

অনিৰ্বাণ সোমাই আহি খোৱা টেবুলৰ কাষত বহিলহি। বিদিশাই দেওবৰলৈ নবৈ নিজে খোৱাৰ যোগাৰ কৰি দিলে। ভাত খাবলৈ আৰম্ভ কৰি অনিৰ্বাণে ইৰাক ক'লে ঃ আপোনালোকৰ কথা পতাটো মই আহি দেখিছোঁ বন্ধ হে কৰিলোঁ।

ঃ কথা আৰু এইৰ লগত কি পাতিম? তাইৰ ওভোতা কথাৰ উত্তৰ দিওঁতে মোৰ মূৰ বিষায়গৈ।

খন্তেক বৈ, ভিতৰুৱা কথা ভু পোৱা বান্ধবীৰ অধিকাৰ প্ৰকাশ কৰি, স্বাভাৱিক হোৱাৰ চেষ্টা কৰি, ইৰাই কথা লাচতে সুধি পেলালে ; হয়নে মিস্টাৰ বক্তব্য এই বোলে... ?

ঃ কি ? কওক।

ঃ মানে ... মানে... চেষ্টা কৰিও ইৰাই মুখৰপৰা ভৱা কথাটো উলিয়াব নোৱাৰি, ৰঙা চিন্তা পৰি, বিদিশালৈ চাই এনেয়ে সুধি দিলে ঃ কওঁনে ? যেন নকবি বুলি ক'লেই তাইৰ দুয়ো কুল ৰক্ষা পৰে।

বিদিশাই স্বাভাৱিক আগ্ৰহেৰে সুধিলে ঃ কি ক'ব খুজিছনো ? মই মাক হ'বলৈ অমান্তি হোৱা কথাটো নেকি ?

ঃ আৰুনো কি হ'ব ? বিদিশাই কথাটো কৈ দিলত ইৰাই সকাহ পাই উত্তৰ দিলে।

ভাত গৰাহ বুকুত পিছলি নগৈ লাগি ধৰিব খুজিলে নেকি ? অনিৰ্বাণে পানী এঢোক খাই বুকুত লগা ভাতখিনি পিছলাই কলে ঃ বুজাওকচোন আপোনাৰ বান্ধৱীক। মই আৰু হাৰ মানিছোঁ। জানে, কালি ঘৰৰপৰা আহিছোঁ। ঘৰত ভনীজনীয়ে মোক কৈছিল, মায়ে বোলে কামাখ্যালৈ বলি আগ কৰিছে আমাৰ সন্তান হ'বলৈ। মোৰ মাৰলৈহে দুখ লাগে।

বিদিশাই হাঁহি দিলে। হাঁহি হাঁহি কলে ঃ কামাখ্যাৰ নিজৰে সন্তান নাই। তেওঁ অম্বুবাচীত ৰজস্বলা হে হয়। কামাখ্যা গৰ্ভৱতী হোৱা বা মাক হোৱা শুনা নাই। সন্তানৰ কাৰণে পূজা কৰিলে সেই দেৱতাৰ গান্ধীজনক পূজা কৰিব লাগিব।

ইৰা অবাক। সুধিলে ঃ দেৱতাৰ গান্ধী ? তই কাৰ কথা কৈছ ?

মুখ মেলি ভাতগৰাহ মুখত ভৰাবলৈ দাঙি বৈ থকা অনিৰ্বাণলৈ চাই বিদিশাই ক'লেঃ মহাদেব নে কি সেই শিব দেৱতা।

ইৰাই বিদিশাৰ ব্যংগটো উপেক্ষা কৰি সহজভাৱে উত্তৰ দিলে। মোৰ ঘৰতে শিৱৰ সুন্দৰ ছবি এখন আছে। তেওঁকে আনি পূজা কৰিবি তেন্তে।

বিদিশাই হাঁহিয়ে উত্তৰ দিলে ঃ পাগল নেকি ? তোৰ শিৱৰ ছবিখন দেখিছোঁ মই; সদায় যে ধূপ জ্বলাই ক'লা পেলাইছ। কিন্তু সেই ছবিত শিৱৰ মূৰটোহে আছে। শিৱৰ মূৰটো কামত নাহে। লিংগ। শিব লিংগক পূজা কৰিব লাগিব। আৰু বজাৰত মুকলিকৈ পোৱা 'নিৰোধ'বোৰ নোহোৱা কৰিব লাগিব।

অনিৰ্বাণে ভাতগৰাহ মুখত নভৰাই আকৌ থালতে থৈ দি লাজ কৰিব খোজা ইৰাক কলে ঃ শুনিছে আপোনাৰ বান্ধৱীৰ উত্তৰ ? এওঁৰ লগত মই কাৰণেহে সংসাৰ কৰি আছোঁ।

ঃ নোৱাৰিয়েই যদি তেন্তে বৈবাহিক সম্বন্ধ ছিঙাৰ আইনো আমাৰ দেশত আছে। — বিদিশাই ৰেপিব পাৰে।

ইৰাই খঙেৰে ক'লে ঃ তোৰ মুখত একেবাৰে লেকাম নাই।

ঃ মনতে নাই ; কেৱল দেহতে আছে বিয়াৰ লেকামডাল। বিদিশাই মনৰ কথা মুকলিকৈ ক'লে।

ঃ সেইডাল লেকাম বাবেৰ-মাৰেহে দিছিল; মন গ'লে তুমি নিজেই এৰুৱাব পাৰা। মোক কৈছা কিয় ? ইৰাৰ উপস্থিতি পাহৰি, ভাতগৰাহৰ লগতে কেঁচা জলকীয়া একামোৰ খাই অনিৰ্বাণে খঙেৰে কলে।

ঃ মই এৰুৱালে আৰোহীজন কৰ্ফাল খাই পৰে বুলি বেয়া লাগে। আৰোহী নিজে নামি লেকাম খুলি নিবলৈ অপেক্ষা কৰি আছোঁ।

জলকীয়াটো বৰ জ্বলা। অনিৰ্বাণে পানী এগিলাচ ঘোট্‌ঘোটকৈ খাই দিলে।

ইৰাৰ অসহ্য লাগিছিল। বহাৰ পৰা উঠি ক'লে ঃ মই যাওঁ বোপাই।

ঃ যা তেন্তে। লেকাম সলাব খুজিলে মই যোৱাৰ পাছত ইয়ালৈকে আহিবি।

খঙত ভোৰভোৰাই ইৰা ওলাই যোৱালৈ হাঁহি হাঁহি বিদিশাই চাই থাকোঁতে অনিৰ্বাণ নিৰ্বাক হৈ বহি আছিল।

দুপৰীয়াৰ নিজান। কাৰো মুখত কথা নাই। ক'ৰবাত কপৌৰ কণে মেটমৰা দুপৰীয়াটোক গুণ টানি নিয়া যেন লাগিছিল। বিছনাত পৰি অনিৰ্বাণে ওপৰত ঘূৰা বিজুলি বিচনীখন এনেয়ে চাই আছিল। যুৰীয়া পালেঙৰ ইখনত, হাতত কিতাপলৈ বিদিশা নিশ্চিন্ত হৈ পৰি আছিল। অনিৰ্বাণে চোৰ-চাৱনিৰে বিদিশালৈ চালে। তাইৰ চুলিকোচা বৰ মৰম লগা ; গোন্ধটোও। তাই এনেকৈ অসংযতভাৱে বিচনাত পৰি থাকিলে সাবটি ধৰিবৰ মন যায়, কিন্তু তাইৰ সকলো আকৰ্ষণ শেষ হৈ যায় কথাবোৰ শুনিলে। বিদিশা যদি সহজ-সৰল ছোৱালী হলহেঁতেন যি কেৱল আদৰ মৰমৰে বশ হৈ থাকে, যি নিজৰ সকলো চিন্তা গিৰিয়েকক কৰিবলৈ এৰি দিয়ে, সি সংসাৰ বিচাৰে, সমাজ বিচাৰে , সন্তান বিচাৰে।

হাতৰ কিতাপ বুকুত লৈ বিদিশাৰ পাতল ঘুমটি আহোঁতেও অনিৰ্বাণে এইবোৰকে ভাবি আছিল। ভাবি ভাবি সি ঠিক কৰিছিল, ধনী ঘৰৰ মতগৰ্বী ছোৱালীৰ লগত আন যিহকে-তিহকে কৰিব হয়তো পাৰি, কিন্তু সুখেৰে সংসাৰ কৰিম বুলি বিয়া কৰাব নোৱাৰি।

মিহি মিহি মাত, ছোৱালীৰ দৰে কঁকাল ভঙা খোজ, নিজকে সজাই-পৰাই ধুনীয়া কৰাত ব্যস্ত অনিৰ্বাণ বৰুৱাৰ বংশ গৌৰৱে কোনোদিন তেওঁক বিবাহ বিচ্ছেদৰ নিচিনা আইনৰ সহায় ল'বলৈ নিদিব। তাতকৈ দন্দ- হাই কৰি একেলগেই থাকিব। আৰু বংশ-গৌৰৱে যেনিবা দিলেই ; তথাপি অনিৰ্বাণ বৰুৱাই আনৰ আগত গৰ্ব কৰিব পৰাকৈ বিদিশাৰ নিচিনা ঘৈণী এজনী আকৌ যোগাৰ কৰিব নোৱাৰে বুলি জানে। আৰু বিদিশাতকৈ কিবা এজনী ভাল ঘৈণীও পোৱাৰ সম্ভাৱনা যেনিবা আছেই ; তথাপি এইজনী বিদিশাকতো আৰু নাপায়। বিদিশাকতো আজিও তেওঁ সম্পূৰ্ণ উপভোগ কৰি নিঃশেষ কৰি খালী কলহৰ দৰে পেলাই দিব পৰা হোৱা নাই।

টোপনিতে দিয়াদি অনিৰ্বাণে হাত এখন বিদিশাৰ মূৰত পেলাই দিলে। বিদিশাই তথাপি সাৰ নাপালে।

# তিনি

সাৰ পোৱাব নোৱাৰি ।এইখন দেশৰ মানুহক সাৰ পোৱাব নোৱাৰি। বিদিশাৰ বাপেক ডাক্তৰ প্ৰতাপ খাটনিয়াৰে গুৱাহাটী বিধানসভা সমষ্টি বুলি ধৰা গোটেই অঞ্চলটোত চাৰি বছৰ ধৰি গাঁৱৰ মানুহৰ ঘৰে ঘৰে গৈ বিনা পইচাই চিকিৎসা কৰাৰ পাচতো নিৰ্বাচনৰ কাৰণে নিৰ্দলীয় প্ৰাৰ্থী হৈ দুবাৰ উঠি দুয়োবাৰ হাৰিল। মেডিকেল কলেজৰ প্ৰফেচাৰ হিচাপে দহ বছৰ চাকৰি কৰাৰ পাচত খাটনিয়াই হঠাৎ চাকৰি এৰি গুৱাহাটীত প্ৰাইভেট চিকিৎসক হিচাপে বিখ্যাত হৈ পৰা দহ বছৰ বেছি হ'ল। তাৰ ভিতৰতে হোৱা দুয়োটা নিৰ্বাচনতে তেওঁ হাৰিল। আজিকালি তেওঁ কয়, এইখন দেশৰ মানুহক সাৰ পোৱাব নোৱাৰি। তেওঁ চাকৰি এৰিছিল এজন কংগ্ৰেছী নেতাই তেওঁ বিৰুদ্ধে গোচৰ তৰি তেওঁক অপদস্থ কৰাৰ খণ্ডত ; আৰু সেই খণ্ডতে তেওঁ নিৰ্বাচনত উঠিছিল কংগ্ৰেছীবোৰক এসেকা দিবলৈ। ডাঃ খাটনিয়াৰ ধনী মানুহ। প্ৰফেচাৰ হৈ থাকোঁতে ৰোগী

চাই লোৱা পোন্ধৰ টকীয়া ফিজ দিনে তেওঁ কেতিয়াও পাঁচ শতকৈ কম পোৱা নাছিল। মেডিকেল কলেজত তেওঁৰ যোগেদি ৰোগীয়ে বিছনা পাবলৈ হলে আন ডাক্তৰৰ দৰেই তেওঁকো ফিজ এটা দিবই লাগিব। এতিয়াও ডাক্তৰৰ উপাৰ্জন সম্পত্তি, প্ৰতিপত্তি গুৱাহাটীত আন বহুতৰ ঈৰ্ষাৰ বস্তু। সাধাৰণ মানুহে কয় বৰ্তমান ভাৰতত ডাক্তৰবোৰেই সকলোতকৈ ধনী মানুহ। উদাহৰণ ঃ ডাঃ প্ৰতাপ খাটনিয়াৰ।

ডাঃ খাটনিয়াৰৰ মতে ধন থাকিলে ৰজাকো কিনিব পাৰি— কেৱল পৰিমাণ লৈ কথা। খাটনিয়ানীৰ কিন্তু যুক্তি বেলেগ। কোটি কোটি টকাৰ মালিক হৈও বজাৰত বহি ধন ঘটি থাকোঁতেই বহুত ব্যৱসায়ীৰ জীৱন শেষ হয়; কোনেও নামও নাজানে। অকল টকাই সকলো নহয়; মান-সন্মানো লগে । সেই কাৰণে বিদিশাক পুৰণি মৰ্যাদাসম্পন্ন মানুহ এঘৰলৈ বিয়া দিব লাগে। সেই উদ্দেশ্য লৈ বিচাৰোঁতেই অনিৰ্বাণ বৰুৱাক উপযুক্ত দৰা হিচাপে নিৰ্বাচন কৰিছিল।

যোৰহাটৰ ৰায়বাহাদুৰ বৰুৱাৰ ঘৰৰ বৰপো-নাতি অনিৰ্বাণ। দৰ্শনত এম.এ। ৰায়বাহাদুৰৰ বৰ পুতেক নিজৰে চাহ বাগিছাত মালিক মেনেজাৰ হৈ আছিল। কিন্তু ডেকা বয়সতে ঢুকাল; শত্ৰুৰ মতে মদে ঠেলি নি বৈতৰণী পাৰ কৰি দিলেগৈ। বাগিছা সেইখন এতিয়াও আছে। কেৱল চৰকাৰৰ সমবায় বিভাগত কপা লাখ টকাত বন্ধকত আছে; চলায়ো চৰকাৰে। অনিৰ্বাণৰ পৰিয়ালত মাক আৰু বিয়া দিবলগীয়া ভনীয়েক ৰঞ্জিতা। অকলশৰীয়া জোঁৱাই পালে ভাল; শহুৰেকৰ ঘৰখনৰ বেছি আপোন হৈ পৰে।

এইবোৰ বিবেচনা কিন্তু ডাক্তৰনীৰহে। ডাক্তৰৰ সেইবোৰত মত নিমিলে। ডাক্তৰে আধুনিক কায়দাত জীয়েকক সুধিছিল, অনিৰ্বাণক বিয়া কৰাব নে নকৰায় জীয়েকে কৈছিল, মানুহজনক দেখিলেই মাতৃ-ভক্ত যেন লাগে। এনেকুৱা মাকৰ প্ৰতি আসক্ত মানুহক বিয়া কৰাই সুখী হ'ব নোৱাৰি বুলি তাইৰ বিশ্বাস। অনিৰ্বাণক তাই লগ পাইছে এজনী বান্ধৱীৰ ঘৰত। কথাও পাতিছে। তাইৰ মতে মানুহটো মাইকীমুৱা।— ডাঙৰ দীঘল হ'লে কি হ'ব। কথা বাৰ্তাতো পুৰুষসুলভ দৃঢ়তা নাই। ডাক্তৰৰ মতে শিক্ষিত ল'ৰা-ছোৱালীক বন্ধুৰ দৰেহে উপদেশ দিব পাৰি; জোৰ কৰিব নোৱাৰি। বিদিশাৰ মাকে কিন্তু নেৰিলে। ৰায়বাহাদুৰৰ ঘৰৰ ল'ৰা অনিৰ্বাণলৈ বিদিশাক বিয়া দিবই। মাকৰ মতে ছফুট ওখ অনিৰ্বাণৰ চেহেৰাত আভিজাত্য আছে; এম.এ. পাছ, চাহাবৰ দৰে গাৰ ৰং; গাত দামী সাজ-পাৰ। পুৰোহিতৰ মতে একেবাৰে ৰাজৰ জোৰা। অনিৰ্বাণৰ মাকৰো বিদিশাক ভাল লাগিছে; এদিন আহি চাই যাওঁতে বুঢ়ীয়ে বোৱাৰীয়েক বুলি মৰম কৰিয়ে গৈছে। ডাক্তৰে কয় সিহঁতৰ ভাল লাগিবই; কাৰণ, লগতে যে ত্ৰিশ হাজাৰ টকা ধাৰ হিচাবে বিচাৰিছে ঘৰখন ঠিক কৰিবলৈ। ডাক্তৰনীয়ে নেৰে। বেমাৰীৰ গাত হাত দিয়েই ঘটা ধনবোৰ একেজনী জীয়েকক নিদি সাঁচি থৈ স্বৰ্গলৈ নিবনেকি? তথাপি বিয়া নহ'লগৈহেঁতেন। ডাক্তৰে মনে মনে ডাক্তৰ-জোঁৱাইহে বিচাৰিছিল। বিদিশাই মনে মনে বিচাৰিছিল বংশ গৌৰৱতকৈ ধন আৰু প্ৰতিপত্তি থকা স্বামী। কিন্তু এনেতে এটা ঘটনা ঘটিল। দেৱভক্ত ডাক্তৰনীয়ে কোনোবা হাত চোৱা পণ্ডিতৰ কথা শুনি ওৰে নিশা শিৱ স্তৱ পাঠ কৰি পুৱা শিৱক বৰ খুজিবলৈ ঠিক কৰিছিল— ছোৱালীজনীৰ মনটো তেওঁ নিজে ভবা মতে হ'বলৈ, তাই অনিৰ্বাণক বিয়া কৰাবলৈ ৰাজী হ'বলৈ। এনেকুৱা পূজা ডাক্তৰৰ ঘৰত চলিয়ে থাকে। কেৱল ডাক্তৰেহে সেইবোৰত যোগ নিদিয়ে। নিশাটো উজাগৰে থাকি পুৱা ডাক্তৰনী শিৱৰ আগতে অজ্ঞান হৈ পৰি গ'ল। ডাক্তৰ আৰু বিদিশাই ধৰি তেওঁক বিছনালৈ আনিলে। জ্ঞান পাই ডাক্তৰনীয়ে দুখ কৰি ক'লে, এইৰ বিয়াৰ চিন্তাই মোক মাৰিব। শিক্ষা-দীক্ষা পালে ল'ৰা-ছোৱালী এনেকুৱাই যদি হয়, তেন্তে দেখোন মুৰ্খ কৰি ৰখাই ভাল। কথাকিটা শুনি বিদিশাৰ বেয়া লাগিল। হঠাৎ কৈ পেলালে ঃ ঠিক আছে মা, মই বিয়া কৰাম; কিন্তু মোৰ ভাল নালাগিলে গুচি আহিম।

এনেকুৱাবোৰ কথা শুনাও পাপ বুলি মাকে ভাবে। কিন্তু বিদিশাই বিয়া কৰাম বুলি সৈ কৰাটো ইমান আনন্দৰ কথা আছিল, যে বাকী তাই দিয়া চৰ্তটো মানিব বুলি একেবাৰে কৈ পেলালে।

ঃ তেন্তে মই ঠিক কৰিম, নে.....

ঃ তুমিয়েই যি দৰা ঠিক কৰিছা, সেয়ে হ'ব। মোৰ কোনো আপত্তি নাই।

ঃ তই অনিৰ্বাণক বেয়া বুলি ....

ঃ কেতিয়াও বেয়া নোবোলোঁ। একেবাৰে ৰাজী।

ঃ তই ধেমালি কৰিছ নেকি?

ঃ বিয়াৰ কথাত ধেমালি কেনেকৈ কৰিম?

মাক-জীয়েকৰ কথা শুনি আছিল খাটনিয়াৰে। পেঁপা বজোৱাৰ ভংগী কৰি বিহু সুৰত গাই দিলেঃ

বনৰে হাতীকো বুজিব পাৰোঁ মই—

তিৰিৰ বুদ্ধি বুজা টান।

ডাঃ খাটনিয়াৰ মাত্তি হ'ল ত্ৰিশ হেজাৰ টকা বিয়াৰ আগতে দিবলৈ । দিয়াৰ আগতে ঘৈণীয়েকক কলেঃ সেয়া ধাৰ মানে যৌতুক। ডাক্তৰনীয়ে গোজোৰা মাৰি ক'লেঃ আনক দিছোঁনে কিবা ? একেজনী ছোৱালীৰ যৌতুকত হে দিম। ডাক্তৰনীয়ে অনিৰ্বাণক একো বিষয়তে বেয়া বুলিবলৈ নিদিয়ে।

ধুমধামেৰে বিয়া হৈ গ'ল। বিদিশাৰ ৰূপে-গুণে অনিৰ্বাণক চহকী কৰিলে। তাৰ বন্ধুমহলে বাৰে বাৰে ক'লেঃ তই বৰ 'লাকি' ভাই। বিদিশাকো বান্ধৱীবোৰে কৈছিল, এনেকুৱা দৰা পোৱাৰ পাছত তুমি আমাৰ কথা পাহৰিবলৈ বাধ্য। বিদিশাৰ নিজৰো মন এটা আছিল। তাইৰ মনটোৱে কিন্তু বাপেকৰ পৰা ত্ৰিশ হেজাৰ টকা লৈ বিয়া কৰোৱা গিৰিয়েকটোক প্ৰথম দিনাৰ পৰাই ভাল চকুৰে চাব পৰা নাছিল। টকা দিয়া কথাটো তাই শুনিছিল বিয়াৰ চাৰিদিন আগত - মাক-দেউতাকে মনে মনে কথা পাতোঁতে । তেতিয়াই তাইৰ বিয়া ভাঙি দিবৰ মন গৈছিল। কিন্তু তেতিয়া বিয়াৰ যোগাৰ ইমান আগবাঢ়িছিল যে তাইৰ কথাত গুৰুত্ব দিবলৈ আনকি বাপেকৰো সময় নাছিল। বিয়াৰ পিছদিনা নিশা ফুলশয্যাত লগ পোৱা অনিৰ্বাণক তাই কিন্তু বেয়া পোৱা নাছিল। অনিৰ্বাণে সেইদিনা তাইক বহুত ডাঙৰ ডাঙৰ কথা কৈছিল। লগতে নিজকে কোৱাদি কৈছিল ঃ বোধকৰোঁ মাক-বাপেকে পাতি দিয়া বিয়াবোৰেই ভাল। নহ'লে মই নিজে বাছি লোৱা হ'লে তোমাৰ দৰে ৰূপে-গুণে চহকী পৰী এজনীক বাছি লবলৈ সাহেই নকৰিলোঁহেঁতেন।

বিয়াৰ আগতেই চিনাকি হৈ কথা পতা বিদিশাই মাৰ্জিত উত্তৰ দিছিল ঃ জেনেৰেলাইজ নকৰিবা। সকলোবোৰ মাক-বাপেকে পতা বিয়া ভাল হ'ব বুলি নক'বা। তেনেকুৱা বহুত বিয়া বিহ হোৱাৰো উদাহৰণ আছে।

ঃ তোমাৰ সৈতে কথা পাতিও আৰাম আছে; যুক্তিপূৰ্ণ কথা শুনি মই ভাল পাওঁ।

ঃ মোক মুখ-চোকা বুলি লগৰবোৰে কয়।

ঃ যুক্তিপূৰ্ণ কথা চোকা হ'ব পাৰেই। মই নিজে দৰ্শনৰ মানুহ; যুক্তি ভাল পাওঁ।

ডাঃ খাটনিয়াৰ চৰকাৰী মহলত প্ৰতিপত্তি থকা মানুহ। সাংস্কৃতিক বিভাগত বিশেষ বিষয়াৰ পদ সৃষ্টি কৰি ডাঃ খাটনিয়াৰে জোঁৱায়েকক প্ৰাইভেট কলেজত লেক্‌চাৰাৰ পদৰ পৰা লৈ আহিল। এতিয়া দৰমহাও মাহে সাতশ টকা হ'ল। চাকৰীৰ ছমাহমানৰ পাছত এদিন বিদিশাৰ খোকোজা লাগিল। চৰকাৰৰ হতুৱাই কাম কৰাৰ পৰাৰ ক্ষমতা নিজৰো আছে বুলি ঘৈণীয়েকৰ আগত প্ৰমাণ দিয়াৰ আগ্ৰহ এটাক অনিৰ্বাণে বাধা দিব নোৱাৰিলে। কাৰণ, বিদিশাৰ বাপেকে চাকৰিটো যোগাৰ কৰি দিয়া লৈ বিদিশাই এদিন অনিৰ্বাণক কৈছিল ঃ দেউতাৰ হতুৱাই কৰোৱাটো মই ভাল পোৱা নাই। তুমি নিজে চেষ্টা কৰি সফল হ'লে মোৰ বেছি গৰ্ব হয়। সেইদিনা অনিৰ্বাণে বিদিশাক মুখেৰে সমৰ্থন কৰিলেও পেটে পেটে বেয়া পাইছিল। ইতিমধ্যে শহুৰেকৰ লগত ভাল থকা মন্ত্ৰীজনাৰ মন্ত্ৰীত্ব গ'ল। শহুৰেকৰ প্ৰতিপত্তি অনিৰ্বাণে চাকৰি কৰা বিভাগত নোহোৱা হ'ল। সেই কথাৰে প্ৰমাণ দিবলৈ অনিৰ্বাণে অফিচৰপৰা আহি সন্ধিয়া অফিচৰ গাড়ীতে দিছপুৰত নামি খোজ কাঢ়ি ফুৰোঁতে হঠাতে বিদিশাক কৈছিল—

ঃ এটা ভাল খবৰ আছে। এইবাৰ দেউতাক লৈ লাভ নাই কাৰণে নিজে চেষ্টা কৰিছোঁ।

ঃ কি খবৰ?

ঃ খুব সোনকালে মোৰ এটা ডাঙৰ প্ৰমোচন হ'ব লাগে। মেনেজ কৰিছোঁ। সেইটো চাকৰি হ'লে দৰমহা বহুত বাঢ়িব, বাহিৰা উপাৰ্জনৰ বাটো আছে।

বাহিৰা উপাৰ্জনৰ বাট মানে ঘোচ খোৱাৰ বাট বুলি বিদিশাই জানে। সেইটো বেয়া কাম বুলিও জানে। কিন্তু লগতে এই কথাও সত্য যে বিদিশাই টকাৰ অভাৱটো সহ্য কৰিব নোৱাৰে। বিদিশাৰ বিশ্বাস যে বাপেকৰ ত্ৰিশ হেজাৰ টকা গিৰিয়েকে ঘূৰাই দিয়াৰ পাছত হে তাই শান্তি পাব। বাপেকে তাৰ পাচত তাইক সম্পত্তি কিবা দি দিয়াটো বেলেগ কথা। কিন্তু ধাৰটো নমৰালৈকে তাই যেন শান্তি নাপাব। সেই ধাৰ মাৰিবলৈ গিৰিয়েকে ক'ৰ পৰা টকা আনে সেই কথা তাই জানিবলৈ নিবিচাৰে। গতিকে ঘোচ খোৱা চাকৰিত তাইৰ আপত্তি নাই। কিন্তু ভিক্ষাৰীৰ দৰে অসৎ মানুহৰ দৰে চাকৰি এটা 'মেনেজ' বা যোগাৰ কৰাৰ কথা কোৱাটো তাই অকণো ভাল নাপালে। অনিৰ্বাণক আঘাত দিয়াৰ অভিপ্ৰায়েৰে তাই অকৰাৰ দৰে সুধিলেঃ মেনেজ কৰিছা কিয়? তুমি চাকৰিটো পাব নালাগে নেকি নিয়মমতে?

ঃ আঁকৰী, আজিকালি মেনেজ নকৰিলে উপায় নাই। তাকো পাৰিছোঁ, এতিয়াৰ মন্ত্ৰীজনা আমাৰ আপোন হয় কাৰণেহে। নহ'লে সেইটো চাকৰিৰ কাৰণে মোৰ ওপৰৰে চাৰিজন আছে। তেওঁলোকক দেও দি চাকৰিটো পাবলৈ হ'লে মেনেজ কৰিবই লাগিব।

আকৌ অঁকৰাৰ দৰে সুধিলে বিদিশাইঃ সেইটো চাকৰিলৈ গ'লে সাংস্কৃতিক বিভাগৰ কাম বেছি ভালকৈ, দেশৰ আৰু ৰাইজৰ বেছি কামত অহাকৈ, কৰাৰ সুবিধা পাবা নেকি তুমি?

হাঁহি দিলে অনিৰ্বাণেঃ তুমি বৰ অঁকৰা বিদি। চাকৰিত দৰমহা বৃদ্ধি, সন্মান বৃদ্ধি, আদিহে হয়। তাত দেশ আৰু ৰাইজৰ বা সংস্কৃতিৰ কাম কোনে কৰিব?

ঃ সাংস্কৃতিক বিভাগত কাম কৰোঁতে তুমি সংস্কৃতিৰ উন্নয়নৰ কাৰণে চিন্তা কৰিব নালাগেনে?

ঃ সেইবোৰ চিন্তা কৰিবলৈ বিশ্ববিদ্যালয়ত গৱেষণা বিভাগ আছে; আৰু আছে অনা-চৰকাৰী সাংস্কৃতিক কৰ্মী আৰু সংঘ। আমি বিভাগীয় চাকৰিহে কৰোঁ।

ঃ তেন্তে অকল দৰমহা বাঢ়িবলৈকে....

ঃ আমি প্ৰমোচন বিচাৰোঁ, ওখ চাকৰি মেনেজ কৰোঁ। লক্ষ্য হ'ল – মোৰ বিদিশাক ধনৰ অভাব নোহোৱাকৈ সুখী কৰি ৰখাটো।

বিদিশাই ৰৈ দিলে, অভিনয়ৰ সুৰত কলেঃ আচৰিত!

অনিৰ্বাণ আচৰিত হ'ল। নিজেও ৰৈ সুধিলেঃ কিয়?

ঃ ভাবিছোঁ, জীৱনৰ উপাৰ্জনৰ বাটটোত তোমালোক চৰকাৰী চাকৰিয়ালৰ ইমান ফাকি। অথচ তোমালোকেই ফাকিয়াল ব্যৱসায়ী আৰু ৰাজনৈতিক নেতাক শাস্তি দিব লাগে বুলি ড্ৰয়িংৰুমত গৰম তৰ্ক কৰা। দেশ সেৱাৰ অকণো মনোভাব নথকাকৈ কেৱল ব্যক্তিগত আৰ্থিক উন্নতিৰ কাৰণে ৰাজহুৱা ধন দৰ্মহা বুলি লোৱাটো এক প্ৰকাৰৰ ঠগ-চুৰি নহয়নে? এইটো অপৰাধ নহয়নে? তেমোলোক দেখোন একোটা ক্ৰিমিনালঙ্গ যিটো চৰকাৰত তোমাৰ নিচিনা মনোবৃত্তিৰ চাকৰিয়াল বেছি থাকিব, সেই চৰকাৰ কেতিয়াও ভাল চৰকাৰ হ'ব নোৱাৰে।

অনিৰ্বাণৰ মুখলৈ নোচোৱাকৈ বিদিশাই কথা কৈ কৈ গৈ আছিল। দিছপুৰৰ অস্থায়ী ৰাজধানীৰ অফিচঘৰবোৰলৈ চাই বিদিশাই কৈছিলঃ এইবোৰ যেন একোটাইত দলৰ প্ৰমোচন, ধন আৰু প্ৰতিপত্তি বৃদ্ধিৰ কাৰণে চেষ্টা কৰা ষড়যন্ত্ৰৰ কক্ষ- ৰাইজৰ ধন আনি নিজে চহকী হ'বলৈ কৰা ষড়যন্ত্ৰ। তোমালোকেই আকৌ কংগ্ৰেছকে ধৰি কমিউনিষ্ট আদি

সকলো ৰাজনৈতিক দলক সুবিধাবাদী বুলি সমালোচনা কৰা। ছিঃ আৰু ফুৰিবলৈ নাযাওঁ ব'লা। মোৰ ভাল লগা নাই।

অনিৰ্বাণ আচৰিত। কি কথাৰ পৰা কি হ'লগৈ? সুধিলে ঃ তোমাৰ কি হ'ল বিদিশা?

ঃ তোমালোকৰ নিচিনা মানুহৰ কাৰণে একো অসম্ভৱ নহয়। নহ'লে তুমি বিয়াৰ সুযোগতে ত্ৰিশ হেজাৰ টকা যেনেকৈ দেউতাৰপৰা আদায় কৰি ললা, তেনেকৈ মই নোৱাৰিলোঁহেঁতেন।

অনিৰ্বাণৰ চকুত উৰি ফুৰা গুবৰুৱা পোক এটাই জোৰেৰে খুন্দা মাৰি দিলেহি। তাৰ বৰ অসহ্য লাগিছিল। বিদিশাই দুৰ্বল ঠাইত আঘাত কৰিছিল। সি চুকটোত ধৰি বৈ গৈছিল।

বিদিশা দৰ্কাৰ হলে নিষ্ঠুৰ হ'বও পাৰে। সেইদিনা তাই গিৰিয়েকক সোধা নাছিল। কি হ'ল বুলি। ধৰি লৈছিল চকুত কিবা পোক-চোক পৰা বুলি। কিন্তু তাৰ কাৰণে ব্যতিব্যস্ততা দেখুৱাই তাই নিজৰ কথাৰ আঘাতটো কমাব নুখুজিলে। সেইদিনা তথাপি অনিৰ্বাণে সংযম দেখুৱাইছিল। তাইক একো কোৱা নাছিল ; কেৱল কথা পতাটো বন্ধ কৰি দিছিল। ৰাতি খাবৰ পৰত হে অনিৰ্বাণে সুধিছিল ঃ এটা কথা সঁচা নহয় নে বাৰু?

ঃ কি ?

ঃ তুমি মানুহক আঘাত দি, কষ্ট দি ভালপোৱা নহয় নে?

ঃ উপযুক্ত পাত্ৰক আঘাত কৰাত আৰাম আছে।

অনিৰ্বাণে আৰু কথা বঢ়োৱা নাছিল— কথাৰ মূৰত কথা কওঁতে কিবা অপ্ৰীতিকৰ পৰিস্থিতিৰ উদ্ভৱ হোৱাৰ ভয়তে হয়তো।

এইবোৰ কথাকে টুকুৰাটুকুৰ ছবিৰ দৰে মনলৈ আহিবলৈ এৰি দি বিদিশাই অকলে আপোন মনে মূৰ আঁচুৰি আছিল। ঘৰৰ সন্মুখত গাড়ী এখন ৰোৱা শুনি খিৰিকীয়েদি চাই দেখিলে— তাইৰ বাপেক আহিছে। গাড়ীৰ দুৱাৰ খুলি বাপেক পদুলি পোৱাৰ আগতেই তাই গৈ বাপেকক আগচি ধৰিলেগৈ। তাইৰ মুখত ফুটি উঠা আনন্দই বাপেক ডাঃ খাটনিয়াৰৰ বুকু জুৰাই গ'ল। ক'লে ঃ মই কেতিয়াবাই গা ধুলোঁ। সদায় গা ধোওঁতেই পোৱাহি ; আজি ইমান দেৰি কিয়?

প্ৰশ্নৰ উত্তৰ নিদি বাপেকে জীয়েকক সোঁ-হাতৰ বাহুৰে আঁকোৱালি ধৰিয়েই এৰি দি কলে ঃ চুলিবোৰ তিতি আছে।

ঃ মা নাহিল কেলেই? বাপেকক ড্ৰয়িং ৰুম পোৱাই বিদিশাই সুধিলে।

ঃ স্বাভাৱিক কথা -মই অহালৈকে পূঁজা শেষ হোৱা নাই— ৰবি, জোঁৱাই?

ঃ পুৱাই ওলাই গ'ল।

ঃ কলৈ?

ঃ কৈ যোৱা নাই।

ঃ নকয় নেকি?

বিদিশা নিমাত।

ঃ অভ্যাস নাই?

ঃ ওঁ। বিদিশাই সমৰ্থন কৰিলে।

ডাঃ খাটনিয়াৰে কি যেন চিন্তা কৰিলে। বিদিশাই চিলিং ফেনখন খুলি দিলে। এনেতে বহুত দূৰৈৰপৰাই বিদিশা বিদিশাকৈ কোনোবাই চিঞৰা শুনি প্ৰশ্ন-দৃষ্টিৰে বাপেকে জীয়েকলৈ চালে। বিদিশাই কলে ঃ মোৰ বন্ধু ইৰা ; তুমি দেখোন চিনি পোৱাই। তাই মোৰ নিচেই ওচৰতে থাকে।

ইতিমধ্যে ইৰা সোমাই আহিল। সাধাৰণ সাজ-পাৰেৰে বিদিশা বয়সী ইৰা ঃ কেৰেণী বাপেকৰ জীয়েক; চকু-মুখত

সংকোচ আছে। গিৰিয়েক আগুৰ-চেক্ৰেটৰী; অফিচ চুপাৰিন্‌টেণ্ডেণ্টৰ পৰা প্ৰমোচন পোৱা পিচে পিচে সেহা ল'ৰা-ছোৱালী তিনিওটাক বাহিৰতে ৰবলৈ দি দুৱাৰমুখৰপৰাই ইৰাই কলেঃ এই মোৰ দুই নম্বৰ ছোৱালী নীতাৰ আজি জন্মদিন। তই কিন্তু বিদিশা এতিয়াই মোৰ লগতে যাব লাগিব। মই সেইবোৰ কেক্ -মম আদি সজোৱা-তজোৱা একো নাজানো।

কথা কৈ কৈ ভিতৰ সোমাই আহি ইৰাই ডাঃ খাটনিয়াৰক দেখি কথা বন্ধ কৰি বুকুত হাত দি ভয় খোৱাৰ দৰে দীঘল উশাহ লৈ কলে ঃ ইমান ভয় খালোঁ। আপুনি দদাইদেউ ভিতৰত মনে মনে বহি আছে বুলি মই বাৰু কেনেকৈ জানিম ?

ঃ কেনেকৈ জানিবা ? আগেয়েতো সদায় তুমি দেখি আহিছা যে ভিতৰত থাকিলে মই সদায় ডবা-শংখ বজাই নাচি থাকোঁ- কৌতুক কৰিলে ডাক্তৰে।

বাপেকতকৈ সৰু কাৰণে দদাইদেউ বোলা ডাক্তৰৰ খুহুতীয়া স্বভাব ইৰাই জানে। একে চুবুৰীতে আছিল আগেয়ে- - দালান সজাৰ পাচতহে ডাক্তৰ আঁতৰি আহিল। কৌতুক আক্ৰমণত লাজ পাই ইৰাই ক'লে ঃ দদাইদেউৰ যে কথাবোৰ একেদৰেই আছে।

ঃ ঠিকেই কৈছা। চন্দ্ৰ- সূৰ্য্য সকলোৰে পৰিৱৰ্তন হোৱাৰ পাচতো মই একেদৰেই আছোঁ। পিচে বাহিৰত কোলাহল কৰা সেইকিটি ল'ৰা-ছোৱালী....

ঃ মোৰ দদাইদেউ। আপুনি সিহঁতক চিনিকে নাপাব। ৰ'ব এই , এইপিনে আহঁ হত ?

ইৰাই মতাৰ লগে লগে ছোৱালী দুজনী দুটা অস্থিৰতাৰ প্ৰতীক হৈ সোমাই আহিল। সিহঁত যেন মাকে মতাৰ দৰে ৰৈ হে আছিল। এবছৰীয়া ল'ৰাটো খট্‌খটীত আহিব নোৱাৰিলে। সি বাহিৰৰ পৰাই চিঞৰিলে ঃ মা- আ- আ-

ঃ এই দুজনী মোৰ ছোৱালী, এইজনী ডাঙৰ, এইজনী সৰু। ইৰাই মাতৃত্বৰ আনন্দেৰে ছোৱালী দুজনীক ধৰি দেখুৱাই পুনৰ কলে ঃ ৰ'ব আৰু দেখুৱাওঁ।

এইবুলি ইৰাই এবছৰীয়া পুতেকক বাহিৰৰপৰা কোলাত লৈ আহি দেখুৱাই দি ক'লে, ককাক নমস্কাৰ দিয়া সোণ।

ল'ৰাটোৱে মৰম লগাকৈ নমস্কাৰ কৰিলে।

ডাঃ খাটনিয়াৰে সুধিলে ঃ আৰু আছে নেকি ?

ইৰাই লাজ কৰি কলে ঃ দদাইদেউৰ যে কথা। আগৰ নিচিনা হৈয়ে আছে।

ডাঃ খাটনিয়াৰে দীঘলকৈ উশাহ লৈ ক'লে ঃ আৰু নাই যদি ৰক্ষা।" আৰু নেদেখুৱাবা ইৰা। তিনিটাই যথেষ্ট।

বিদিশাই খিলখিলকৈ হাঁহি দিলে।

ইৰাই লাজ সামৰি ক'লে- দদাইদেউ আপোনাক পাই ভাল হ'ল। আপোনাক ঘৰত মাতিবলৈ যাবলৈ মানুহ নাই। ইয়াতে মাতোঁ, মোৰ ছোৱালীৰ আজি জন্মদিন। আপুনি আহিব; খুড়ীকো লৈ আহিব। দহ বাজি গ'ল, মই যাওঁ। বিদিশা, তই মোৰ লগতে ব'ল এতিয়া।

ঃ এতিয়াই কেনেকৈ যাম ?

ঃ তেন্তে দদাইদেউ যোৱাৰ পাচতে যাবি। টেবুল সজোৱা আদি সকলো কাম তোৰ কাৰণেই পেলাই থম।

কথা কৈ কৈ ইৰা ওলাই গ'ল। পিচে পিচে ছোৱালী দুজনী। কোলাত থকা কেঁচুৱাটোৱে পৰ্দাখন কামুৰি ধৰিছিল। "এইটো আৰু" বুলি এৰুৱাই লৈ ইৰাই গ'লগৈ।

ডাঃ খাটনিয়াৰে ঘড়ী চাই ক'লে দহ বাজি গ'ল। অনিৰ্বাণ ভাত খাই অফিচলৈ যাবলৈ এতিয়াও নাহিল দেখোন ?

ঃ বাহিৰে বাহিৰেও যাব পাৰে। বিদিশাই উদাসভাবে ক'লে।

ঃ ব'ল তেনে ঘৰলৈকে। মাৰেও ভাল পাব। তইনো অকলে ইয়াত এতিয়া কি কৰিবি ?

ঃ এতিয়াই নাযাওঁ দেউতা—। এওঁ আহিব পাৰে। আৰু ইৰাৰ ঘৰলৈও সোনকালে যাব লাগিব। গধূলি আঠমান বজাত যাম বাৰু।

ঃ ভাল হ'ব ৰাতি আমাৰ তাতে থাকিবি তেন্তে। মই কাইলৈ নলবাৰীৰ ওচৰৰ গাঁও এখনত বেমাৰী চাবলৈ যাম। তোকো লৈ যাম।

ঃ খুব ভাল লাগিব। বিদিশাই উল্লাসেৰে ক'লে।

ঃ তোৰ তেন্তে এতিয়া একো কাম নাই? — বাপেকে গহীনাই সুধিলে।

ঃ বিশেষ একো নাই। বাপেকে কি কাৰণে সুধিছে ধৰিব নোৱাৰি বিদিশাই সন্দেহেৰে উত্তৰ দিলে।

ঃ তেন্তে আহ। দবাকে খেলোঁ।

বিদিশা জয় পৰি যোৱা যেন হ'ল। বাপেকে ডবা খেলি বৰ ভাল পায়। বিদিশায়ো, কিন্তু আজিলৈকে তাই গিৰিয়েকক কৈ কৈ দবা খেল এখন কিনাই অনাব পৰা নাই। তাই নিজেও বজাৰলৈ যাওঁতে সদায় পাহৰে। অনিৰ্বাণে ফ্লাচৰ বাহিৰে একো নেখেলে। ফ্লাচো খেলে ক্লাবত হে। গতিকে ঘৰত একো খেলাৰ যোগাৰ নাই। বিদিশাই দুখেৰে কলেঃ দেউতা, দবা যে কিনিম বুলি কৈছিলোঁ, কিনা হোৱাই নাই।

বাপেকে নিজৰ বুদ্ধিক তাৰিফ কৰি গৰ্বেৰে কলে ঃ মই কিবা তোৰ ওপৰত আশা কৰি আহিছোঁ নেকি? লৈ আহিছোঁ।

ডাঃ খাটনিয়াৰে গাড়ীৰপৰা দবা আৰু গুটি লৈ আহিলগৈ। মাৰ্বলৰ দামী গুটিবোৰ সজাই লওঁতে ডাঃ খাটনিয়াৰে ভাবিছিল—এই বিদশাজনীক ইমান লৰালৰিকৈ বিয়া দিব নালাগিছিল। ৰায়বাহাদুৰৰ ঘৰৰ হলে কি হ'ব ? অনিৰ্বাণৰ আচাৰ-ব্যবহাৰ অভ্যাস একোতে আভিজাত্য নাই। তাই বৰ অসুখী হোৱা যেন লাগে। তাই নিজে ভাল লাগি কাৰোবাক বিয়া কৰোৱা হলে, বিয়াৰ আগতে কোৰ্টশ্বিপ কৰি ইটোৱে সিটোক জানি লোৱা হলে, তাই সুখী হ'লহেঁতেন । বাপেকে মাকে বিয়া পতা পুৰণি ব্যৱস্থা এৰিবৰ হ'ল । আৰু — বিশেষকৈ বিদিশাৰ নিচিনা শিক্ষিতা ছোৱালীৰ ক্ষেত্ৰত।

বাপেকে চাল এটা কৰি ঘূৰাই লব খুজিছিল। বিদিশাই নিদিলে। কলে ঃ চাল ঘূৰাই লোৱাটো নচলিব দেউতা।

ডাঃ খাটনিয়াৰে মানি ললে। বিদিশাক বিয়া দিয়া চালটো ঘূৰাই ল'ব নোৱাৰা বাপেকৰ দবাৰ চাল ঘূৰাই লোৱাৰ কোনো অধিকাৰ নাই।

বাপেক জীয়েক মূৰ পুতি দবা খেলত ব্যস্ত। অনিৰ্বাণ কেতিয়া সোমাই আহিল এটায়ো গম নাপায়। কাষত আহি দেউতা বুলি মাতোতে ডাক্তৰে খটক্কৈ বিদিশাৰ ঘোঁৰা এটা মাৰি মুখেৰে কেৱল ওঁ বুলি ক'লে।

আগৰেপৰা ঠিক কৰি থোৱা মতেই সৈন্য এটাৰে বাপেকৰ মন্ত্ৰীটোক লৰফৰ কৰিব নোৱাৰাকৈ ধৰি বিদিশাই গিৰিয়েকক কলে ঃ তুমি ভাত খাই যাব পাৰিবা। হৈ আছে। দেওবৰক দিবলৈ কোৱা।

দুয়ো খেলাত ব্যস্ত হৈ থাকিল। কেতিয়া ভাত নোখোৱাকৈ অনিৰ্বাণ আকৌ গুচি গ'ল গমেই নাপালে। দুঘণ্টাৰ মূৰত বাপেকক মাথ্ কৰি বিদিশাই গিৰিয়েকক বিচাৰি নাপাই দেওবৰক সুধিলে। দেওবৰে ক'লে - ভাত নোখোৱাকৈ গুচি যোৱা বুলি বিদিশাই কিন্তু কথাটোত কোনো গুৰুত্ব আৰোপ নকৰিলে। ইমান বয়সত গপ লগা মানুহক গপ লাগিবলৈ দিয়াই ভাল বুলি বিদিশাই কেতিয়াবাই সিদ্ধান্ত লৈছিল। বাপেকক ক'লে।

ঃ ৰবা দেউতা, তুমি ভাত খাই যোৱা।

ঃ মাৰ বৈ থাকিব নহয়।

ঃ মা ৰওক এদিন। নহ'লে মই এতিয়া অকলে ভাত খাব লাগিব।

ঃ ই নোখোৱাকৈ গুচি গ'ল হ'বলা?

ঃ ওঁ।

খাই উঠি বাপেক যাওঁতে দুখোজৰ আঁতৰত হলেও জীয়েকক ইৰাৰ ঘৰত নমাই দি গ'ল। ডাঃ খাটনিয়াৰৰ চাল-চলন, কথা-বাৰ্তা সকলো চাহাবী। পুতেক-জীয়েককো শিকাইছিল বাপেকক পাপা বুলি মাতিবলৈ। কিন্তু নোৱাৰিলে পুৰণিকলীয়া ঘৈণীয়েকৰ কাৰণে। ঘৈণীয়েকৰ মতে , দেউতাতকৈ পাপাটো ভাল মাত হ'ব নোৱাৰে।

বিদিশা এনেয়েও দেখাত ধুনীয়া। তাতে ইৰাৰ জীয়েকৰ জন্ম দিনলৈ ইচ্ছা কৰিয়ে ধুনীয়াকৈ সাজি-পাৰি গৈছিল। নীলা পোছাকৰ লগত মিলাকৈ কপালত নীলা ফোট। শিৰত সেন্দুৰ আছে নে নাই জুমি চাব লাগিব। ইৰাই দেখিয়ে কলে ঃ একেবাৰে কইনা হৈ আহিছ। আজি দৰা এটা বাচিব লাগিব।

ঃ উপকাৰ হ'ব মোৰ। চেষ্টা কৰিবিচোন।

জন্মদিনৰ ওখল মাখল। তাতে সৰু লৰা-ছোৱালীৰ চিঞৰ-বাখৰে তোলপাৰ কৰি আছিল। বিদিশাই সুদক্ষ হাতেৰে এঘণ্টাৰ ভিতৰতে হাতৰ কাষতে পোৱা বস্তুৰে বহা কোঠাটো ধুনীয়াকৈ সজাই পেলালে। টেবুলত কেক্ আৰু বাৰ্থডে মম সজাই থলে। "হেপি বাৰ্থ-ডে টু ইউ" গাই কেক্ কটা হৈ গ'ল। ল'ৰা-ছোৱালীবোৰক খুওৱা কামটোও নিয়াৰিকৈ শেষ কৰিলে। বয়সিয়াল অভ্যাগতও আছিল চৈধ্যজনমান। সেইখিনিক খুৱাবলৈ ইৰাই ল'লে। সেই সময়ত ইংৰাজী জাজ্ সুৰৰ মিউজিক ৰেকৰ্ড বজাই বিদিশাই সৰু ল'ৰা-ছোৱালীবোৰৰ লগত নাচিবলৈ ল'লে। ইৰাই আহি দেখি কলে ঃ বিদিশা তই নহ'লে ভাই কোনো উৎসৱেই সম্পূৰ্ণ নহয়। বল এইবাৰ আমি বহোঁগৈ।

বিদিশাহঁতে খাই থাকোতেই অনিৰ্বাণহঁত সোমাই আহিল, জন্মদিন হোৱা ছোৱালীজনীৰ কাৰণে পুতলা ৰেল এখন সুন্দৰকৈ ৰঙা কাগজত বান্ধি। ইৰাই লৰালৰিকৈ উঠি অনিৰ্বাণক বহিবলৈ ঠাই আজৰাই দিলে। অনিৰ্বাণ কিন্তু নবহিল। পেকেটটো খুলি মজিয়াত ৰেলখন ছাবি দি চলাই দিলে। চিগনেলৰ তলেদি , ব্ৰিজৰ ওপৰেদি সুৰঙ্গৰ মাজেদি ট্ৰেনখন ঘূৰি ঘূৰি যোৱা চাই চাই ল'ৰা-ছোৱালীবোৰে জঁপিয়াবলৈ ধৰিলে।

ইৰাহঁত লৰালৰিকৈ খাই উঠিল। অনিৰ্বাণৰ কাৰণে টেবুল সজাই দিলে। সি কিন্তু কোনোপধ্যে টেবুলৰ ওচৰলৈকে নগ'ল। বাৰে বাৰে ক'লে ঃ মোৰ ভীষণ পেটৰ অসুখ। একো মুখতে নিদিওঁ। তাতকৈ আন এদিন ভালকৈ খাই যামহি।

ইৰাই বিদিশাক ক'লে ঃ তই নকব কেলেই ? কিনো ইমান পেটৰ অসুখটো হ'ল।

ঃ আজি দিনটো ভাত খোৱা নাই। বিদিশাই জনালে। তাই জানে ; অনিৰ্বাণৰ পেটৰ অসুখ হোৱা নাই, তাইৰ ওপৰত উঠা খঙতে খোৱা নাই। কিন্তু সেই কথা সদৰি কৰাৰ ইচ্ছা তাইৰ সমূলি নাই।

অনিৰ্বাণে ভাবিছিল, বিদিশাই কৈ দিব দুপৰীয়া খোৱা নাই বুলি আৰু তেতিয়া সি নোখোৱাৰ কাৰণ হিচাপে ক'ব যে যিখন ঘৰত গিৰিয়েকক খাবলৈ দিয়াতকৈ দবা খেলাত মনোযোগ বেছি, সেইখন ঘৰত খালে বদহজম হ'ব। তাৰ পাচত হয়তো সি ইৰাকে অনুৰোধ কৰিব বান্ধৱী বিদিশাক বুজাই মানুহ কৰিবলৈ।

কিন্তু সেইবোৰ কোৱাৰ সুবিধা তাৰ নহ'ল। নোখোৱাকৈয়ে সি ইৰাৰ ঘৰৰপৰা গুচি আহিল। আনকি আহিবৰ পৰত ল'ৰা-ছোৱালীৰ লগত খেলাত ব্যস্ত থকা বিদিশাক এবাৰ যাওঁ বুলিও নকলে- আহা বুলি লগতে আনিব খোজাৰ প্ৰস্তাৱতো নিদিলেই।

অনিৰ্বাণ অহাৰ লগে লগে আলহীবোৰ শেষ হ'ল। ল'ৰা-ছোৱালীবোৰো গ'লগৈ। কেৱল বাকী থাকিল ইৰাৰ ভনীয়েক মীৰা। অনিৰ্বাণৰ উপস্থিতিটো বিদিশাই একেবাৰে ভালপোৱা নাছিল। তাইৰ সন্দেহ হৈছিল, কিবা প্ৰকাৰে অনিৰ্বাণে নিজৰ ঘৰুৱা জীৱনৰ অশান্তিৰ কথা উলিয়াই জন্মদিনৰ আনন্দ মাটি কৰাৰ উপৰিও বিদিশাক অপদস্থ কৰাৰ চেষ্টা কৰিব। মানুহটোৱে আজিকালি যাৰে-তাৰে আগত বিদিশাক অপদস্ত কৰাৰ চেষ্টা কৰে। বিদিশা অৱশ্যে সাজু আছিল সমানে উত্তৰ দি গিৰিয়েকৰ মুখ বন্ধ কৰিবলৈ। তথাপি তাই লোকৰ ঘৰত এটা শুভ উৎসৱত ঘৰুৱা লেতেৰা কথা

উলিয়াবলৈ ভাল নাপালেহেঁতেন। সেই কাৰণে একো নোখাবাকৈ অনিৰ্বাণ শুচি গলত তাই সকাহ পালে। ইমান পৰে অনিৰ্বাণে অনৰ্থ কৰাৰ আশংকাত উদ্বিগ্ন হৈ থাকি, সি যোৱাৰ পাচত বিদিশাৰ যেন ভাগৰ লাগিল। বহা-কোঠাত দেহাটো এলাই দি বিদিশাই স্বস্তিৰ নিশ্বাস এৰি ইৰাৰ ভনীয়েক মীৰাক কলেঃ আহা ভাই, তোমাৰ লগত কথা পতা হোৱাই নাই। তুমি থাকিবা নহয় আজি?

ঃ নাথাকো বাইদেউ। ঘৰ এৰি আজৰি হৈ আন ঠাইত থাকি আৰাম কৰাৰ সুবিধা আমাৰ নাই।

বিদিশাই জানে, মীৰা দুখীয়াৰ ঘৰলৈ পৰিছে। গিৰিয়েকৰ দৰ্মহাও বৰ কম। পুলিচৰ গুপ্তচৰ বিভাগৰ গুপ্ত নথি-পত্ৰৰ তত্ত্বাবধানত থকা কেৰেণী মাত্ৰ। এনেয়ে বিদিশাই দুখীয়া মানুহ বুলিলেই বেয়া পায়। মানুহ কিয় দুখীয়া হ'ব লাগে তাই নুবুজে,পলিটিকেল চায়েন্সত এম.এ পাছ কৰিলেও তাই কোনোদিন বুজিব পৰা নাই যে ক্ষমতাত অধিষ্ঠিত চৰকাৰে বহুত দুখীয়াৰে এমুঠি চহকী সৃষ্টি কৰি আৰামত শাসন কৰি থাকে। তাইৰ বিশ্বাস , যি চহকী হ'ব খোজে আৰামত থাকিব খোজে, যাৰ বুদ্ধি আছে, সেইবোৰ মানুহ কোনো প্ৰকাৰৰ চৰকাৰৰ তলত থাকি কেতিয়াও দুখীয়া নহয়।

তাই মীৰাক ভাল পায় তাইৰ যুক্তিবুদ্ধিৰ কাৰণে। মীৰাই বিদিশাক সমানে সমানে উত্তৰ দিব পাৰে! বুদ্ধিৰ সেই আভিজাত্য মীৰাৰ আছে আৰু বিদিশাই সেই আভিজাত্য ভাল পায়।

চুলিত ওকনি পিটিকাটো লুকাবলৈ চুলি ঠিক কৰা হেন কৰি বিদিশাই কলেঃ মই কিন্তু ঘৰতে বহি থাকিলে উশাঃ বন্ধ হোৱা যেন পাওঁ। একেটা মানুহৰ লগত কথা পাতিবলৈ কথাও নোলোৱা হয়। আৰু তোমালোকৰ দৰে সংসাৰং সংখ্যা বঢ়োৱাও নাই। গতিকে নিশ্চিন্ত।

ঃ ধনীৰ ঘৰৰ ছোৱালী ধনীৰ ঘৰলৈকে পৰিলে বহুত উদ্ভগুলি কৰাৰ সুযোগ আছে। আমাৰ মূৰত এইবোৰ বিলাসৰ ভাব সোমোৱাৰ বাটবোৰ অভাৱে ঢাকি ৰাখে।

ঃ উদ্ভগুলি ?-- বিদিশা আচৰিত।

ঃ অন্য শব্দও থাকিব পাৰে। মই নাজানো বাইদেউ। আমি সাধাৰণতে এনেবোৰ চখক উদ্ভগুলি বুলি কওঁ।

বিদিশা ৰৈ গৈছিল। মনে মনে ভাবি চাইছিল ঃ তাই যদি খাবলৈ নাইকীয়া ঘৰৰ ছোৱালী হ'লহেঁতেন, তেন্তে অনিৰ্বাণৰ নিচিনা স্বামীক তাই দেৱতা বুলি ললেহেঁতেন। দুবেলা দুসাজি যোগাৰ কৰাৰ চেষ্টাত ব্যতিব্যস্ত হৈ থকা গিৰিয়েকৰ ঘৈণীয়েক হোৱা হ'লে তাই সন্তানৰ মাক এতিয়াই নহওঁ বুলি গিৰিয়েকৰ লগত তৰ্ক কৰাতকৈ ৰাতি গিৰিয়েকক এখন্তেক আৰাম দিয়াৰ চেষ্টাতে ইতিমধ্যে হয়তো তিনিটামানৰ মাক হ'লহেঁতেন।

বিদিশাৰ মুখেদি বহুত পৰ কথা নোলাল; কিন্তু মনটোৱে বহুত সমস্যা খুচৰি ফুৰিবলৈ ধৰিলে। হয়, দৰিদ্ৰ হোৱাটো মহাপাপ; সেই মহাপাপ জনতাৰ মূৰত জাপি দিয়াৰ বাবে যিবোৰ শাসক দোষী সেইবোৰ অপৰাধীক কেতিয়াও ক্ষমা কৰিব নাপায়। কিন্তু লোকে জাপি দিয়া সেইবোৰ মহাপাপৰ বোজা মূৰত লৈ থকাবোৰৰ সেইবোৰৰ বিৰুদ্ধে থিয় হোৱাৰ শক্তি আৰু সুযোগ কিমান থাকে?

মীৰা আছিল ছাত্ৰ আন্দোলনৰ লগত জড়িত-- বিয়াৰ আগলৈকে। সেই মীৰাৰ ৰাজনৈতিক বিশ্বাস বিদিশাৰ পাঠ্যপুথিগত ৰাজনৈতিক জ্ঞানৰ লগত একেবাৰে অমিল। মীৰাই বিশ্বাস কৰে যে দেশৰ ডেকা-দলেই ৰাজনৈতিক বুৰঞ্জী পৰিবৰ্তনত সদায় আগভাগ লব লাগে। কিন্তু ডেকাদলক সকলো বিধৰ ৰাষ্ট্ৰনেতাই নিজ স্বাৰ্থত উদ্গনি দি কামত লগায়। নিৰ্ভীক ডেকা শক্তি যেনেকৈ ৰুচ বা চীন দেশত জনতাৰ সাম্যবাদী চৰকাৰ স্থাপনত আগৰণুৱা আছিল, ঠিক তেনেকৈয়ে গণশত্ৰু ফ্যেচীবাদী হিটলাৰেও ডেকাশক্তিক সংগঠন কৰি লৈছিল। সেই সময়ত জাৰ্মেনিত এনেকুৱা অৱস্থা হৈছিল যে হিটলাৰৰ বিৰুদ্ধে কোনোবাই মাত মাতিলেই ডেকা শক্তিয়ে সেই মুখ বন্ধ কৰি দিছিল। যিবোৰ মানুহে বাস্তৱ পৰিস্থিতি বুজি নাপায় সেইবোৰে কোনো কোনো ৰাজনৈতিক কথা শুনিব নাপায় ; তেওঁলোকৰ মতে ৰাজনীতিটো অৰ্থ আৰু

প্ৰতিপত্তি আহৰণৰ ব্যবসায়।

বহুত সময় মনে মনে থকাৰ বিষয়ে সজাগ হৈ বিদিশাই মীৰালৈ চালে। মীৰাই সৰু সন্তানটোক পিয়াহ খোৱাই আছিল। তাইৰ মুখত এক অসাধাৰণ প্ৰশান্তি আৰু সন্তোষ। বিদিশাৰ কিয় জানো ঈৰ্ষা উপজিল। হঠাৎ সুধি পেলালে—

: ইমান কম বয়সতে মীৰা তোমাৰ তিনিটা ল'ৰা-ছোৱালী। ইপিনে তুমি নিজেই স্বীকাৰ কৰা যে তোমালোকৰ দুখীয়া সংসাৰ। ইহঁতক মানুহ কৰিবলৈ চেষ্টা কৰোঁতে তুমি হাৰাশাস্তি যে হ'ব লাগিব, ভাবি চাইছানে বাৰু?

: চাইছোঁ। কিন্তু মোৰ বিশ্বাস, অস্বাভাৱিক কিবা এটা কৰি নিজকে বিশিষ্ট বুলি ভাবি মানুহৰ আলোচনাৰ বিষয়-বস্তু হোৱাৰ লোভটো টিকাত চুণ সানি বহুবালি কৰাৰ সৈতে একে। বুৰ্বকৰ ঘোঁৰা চহিচ সেইবোৰকে বুলিব পাৰি। বিয়া কৰাই, মাতৃত্ব লাভ কৰি, যৌন বিকৃতিৰ পথ বন্ধ কৰাটো বৰ্তমান ভাৰত সমাজৰ এক বিশেষ প্ৰয়োজন। মই অস্বাভাৱিক হ'বলৈ বেয়া পাওঁ।

মীৰাৰ উত্তৰ নে গালি? বিদিশাৰ মুখৰ মাত হৰিল। পেটে পেটে ভীষণ খং আৰু লাজ। মনটোৱে সুধিলে : স্নাতকোত্তৰ মহলাত পঢ়ি শিক্ষাতকৈ অলপ শিক্ষিতৰ অভিজ্ঞতা বেছি দামী নেকি?

কেঁচুৱাটোৰ মূৰত হাত ফুৰাই, বিদিশাৰ নীৰৱতাৰ সুযোগ লৈ মীৰাই পুনৰ লাহে লাহে কৈছিল—

: আৰু বিশ বছৰৰ পাছত হয়তো বিজ্ঞানে আৱিষ্কাৰ কৰিব যে মানুহৰ স্ত্ৰী- পুৰুষৰ সংগম বিবৰ্তনে মচি নিব নোৱাৰা নীচক পশুত্বৰ বহিৰে একো নহয়। টেস্ট টিউবত নিবেমাৰী উত্তম সন্তান জন্মোৱাটোহে সভ্যতাৰ শেহতীয়া নিদৰ্শন। সুসভ্য সমাজে পৃথিৱীৰ যিকোনো ঠাইৰপৰা সৰ্বোত্তম বীৰ্য্য সংগ্ৰহ কৰি বীৰ্য বেংকত জমা থৈ, স্ত্ৰী-পুৰুষ সংগম অসভ্যামি বুলি ঘোষণা কৰি, টেস্ট-টিউবত উত্তম সন্তান জন্মোৱাত আত্মনিয়োগ কৰিব হয়তো। কাগজত হয়তো খবৰ ওলাব পৃথিৱীৰ কোন কোন অসভ্য সমাজত তেতিয়াও অনগ্ৰসৰ পদ্ধতিৰে, মান্ধাতা যুগৰ দৰে স্ত্ৰী -পুৰুষৰ সংগমৰ নিচিনা অস্বাস্থ্যকৰ পদ্ধতিৰে সন্তান প্ৰসৱ কৰি মানৱজাতিৰ অপকাৰ সাধিছে। চৰকাৰে হয়তো কাগজত বিজ্ঞাপন দিব—

"অস্বাস্থ্যকৰ সংগম অভ্যাস ত্যাগ কৰক<br>
সংগমৰ যোগেদি সন্তান প্ৰসৱে<br>
সংসাৰলৈ হীনবল মানুহ আনিব<br>
বিজ্ঞান-সম্মত উপায়েৰে টেস্ট টিউবত<br>
উত্তম বীৰ্যৰ সন্তান কোলাত লৈ গৰ্ব<br>
অনুভৱ কৰক। স্ত্ৰীয়ে পুৰুষৰ আৰু পুৰুষে স্ত্ৰীৰ<br>
সংগ নোহোৱাকৈ যৌন ক্ষুধা নিবাৰণৰ<br>
শেহতীয়া বৈজ্ঞানিক পদ্ধতি জানি লবলৈ<br>
কাষৰে স্বাস্থ্য-কেন্দ্ৰত খবৰ কৰক। আৰু......"

বিদিশা আৰু ৰ'ব নোৱাৰিলে। হাঁহি হাঁহি ৰঙা পাৰি গ'ল। হাঁহিয়ে ক'লেঃ মীৰা, তুমি অতি সহজভাৱে এইবোৰ কথা কেনেকৈ কৈ যাব পাৰিছা?

: এইবোৰ কথাততো চিন্তা কৰিবলৈ একো নাই। আছে জানো কিবা বাইদেউ?

: মীৰা, আজি তুমি থাকা। আমি বহুত ৰাতিলৈকে কথা পাতিম। মোৰ ঘৰতে থাকিবা ব'লা।

: আজি থকা নহব বাইদেউ। আমি সেইদৰে ইচ্ছা কৰিলেই থাকিব নোৱাৰো। ঘৰখন অচল হৈ যাব। হয়নে বাইদেউ, তোমালোকৰ ঘৰত বোলে আজিকালি চামচুল হচেইন চাহাব বহি থাকেহি। মোৰ মানুহজনক চোৱাৰ ইচ্ছা আছিল।

ঃ কিয় ? তুমি হুচেইনক চিনি পোৱা নেকি ?"

ঃ নাপাম কিয় ? আমাৰ স্কুলৰ মাষ্টৰ আছিল নহয়। আদ্দিৰ গিলা কৰা কলিভাৰ পাঞ্জাবী পিন্ধি, আতৰৰ চোকা গোন্ধেৰে আমোল-মোলাই থকা হুচেইন চাৰক মোৰ এতিয়াও মনত আছে। তুমি ঘটনাটো নাজানা নেকি ?

ঃ কি ঘটনা ?

ঃ এ বহুত কথা। ইৰা বাইদেৱে তোমাক কৈছিল বুলি ভাবিছিলো। চমুকৈ ক'বলৈ হলে আমাৰ স্কুলৰে ছোৱালী এজনী লৈ পলাব খুজিছিল। ৰাতি গছৰ তলত খাপ দি ছোৱালীজনী ঘৰৰপৰা ওলাই অহালৈ ৰৈ থাকোতেই গাৱঁৰ মানুহে পাই খুন্দি পেলালে। বেচেৰাক মূৰ খুৰাই আমাৰ স্কুললৈ লৈ আহিছিল। তোমালোকৰ ঘৰত মোক দেখিলে বেচেৰা শিল পৰা কপৌৰ দৰে ৰৈ যাব।

বিদিশা আচৰিত নহ'ল। কলে ঃ সেইটো মানুহ তাতকৈ ভাল হ'ব নোৱাৰে। মই সদায় কওঁ। কিন্তু আমাৰ মহাপুৰুষৰ আকৌ বন্ধু। হুচেইনে বোলে চৰকাৰৰ ওপৰ মহলাত কৈ প্ৰমোচন আদি কৰাই দিব পাৰে।

ইতিমধ্যে মীৰাৰ গিৰিয়েক আহি উপস্থিত। মীৰা যাবলৈ ব্যস্ত হৈ উঠিল। মীৰাৰ গিৰিয়েক সাধাৰণ ভদ্ৰ মানুহ ; কথা-বাৰ্তা কম কয়, আনহাতে আলোচনা কৰি সময় খৰচ নকৰে। আনকি বিদিশাৰ লগত চিনাকি হৈ লোৱাৰ প্ৰতিও কোনো আগ্ৰহ নেদেখুৱালে।

মীৰা গিৰিয়েকৰ লগত ওলাই যোৱাৰ সময়ত বিদিশাৰ লগত গিৰিয়েকক চিনাকি কৰি দিলে। বিদিশাই মাতিলে ঃ এদিন মীৰাকো লৈ আমাৰ ঘৰলৈ আঁহিব।

মীৰাৰ গিৰিয়েকে কোনো উত্তৰ নিদি "আহোঁ" বুলি বিদায় ল'লে। মীৰা যোৱাৰ পাচত বিদিশা যেন এই পৃথিৱীত কিছু সময়ৰ কাৰণে একেবাৰে অকলশৰীয়া হ'ল। ইৰা ঘৰৰ বস্তু আদি সামৰি ল'ৰা-ছোৱালীক শুৱাত ব্যস্ত। সকলোৱেই ব্যস্ত। সকলোৰে কিবা কৰিবলৈ আছে। ক'ৰবালৈ যাবলৈ আছে। কেৱল বিদিশাৰ ক'লৈকো যাবলৈও নাই, একো কৰিবলৈও নাই। এতিয়া গৈ তাই গিৰিয়েক ঘৰত থাকোঁতেও অকলশৰীয়াকৈ থকা ঘৰ এটালৈ যোৱাদি যাব লাগিব। কোনো বাক্য ব্যয় নকৰাকৈ দেওবৰে দিয়া ভাত খাই, দেওবৰে পাৰি থোৱা বিছনাত শুই পৰিবগৈ। গিৰিয়েকৰ সৈতে তাইৰ আজি বাক্য-বিনিময় হোৱাৰ কোনো আশা নাই।

হঠাৎ তাইৰ মনত পৰিল বাপেকক দুপৰীয়া কৈ পঠোৱা কথাটো। সন্ধ্যা আঠবজাত তাই বাপেকৰ ঘৰলৈ যাব বুলি কৈ পঠাইছিল। লৰালৰিকৈ তাই ইয়াৰপৰা বিদায় লৈ ঘৰ পালেহি। ঘৰত আহি দেখে, হুচেইনৰ লগত অৰ্নিবাণ গুপুত মেলত ব্যস্ত। বিদিশাক দেখিয়েই হুচেইনে ক'লে, মিচেচ্ বৰুৱা, এইবাৰ ভালকৈ এদিন খুৱাই দিব লাগিব। বৰুৱা চাহাবৰ এইবাৰ এনেকুৱা এটা চাকৰি হৈ গৈছে যে দৰ্মহা যিমানেই নহওঁক, দিনে কমে এশ টকা ঘৰলৈ আহিব। সকলো কাগজত বিজ্ঞাপন দিয়া আৰু তথ্য আৰু জনসম্পৰ্ক বিভাগৰ যাৱতীয় সকলো বয়-বস্তু কিনাৰ দায়িত্বত এইবাৰ স্পেচিয়েল অফিচাৰ। চৰ্কাৰী বিজ্ঞাপন পোৱা ডাঙৰ কাগজবোৰেই মাহে দিয়া ধন দহ হেজাৰ পাবগৈ। তাৰ উপৰি...ৰব গুচি নাযাব, সকলোৰে লগত বন্দবস্ত মই কৰি দিম। এইবাৰ আৰু কোনো চিন্তা নাই। ইমান দিন মন্ত্ৰীৰ পিচে পিচে ঘূৰি একো নহবগৈ যেন দেখিছিলোঁ। আজি খবৰটো পোৱাৰ পাচতহে শান্তি পাইছোঁ।

হুচেইনৰ কথাৰ শেষলৈকে বিদিশা বহা কোঠাত ৰৈ থকা নাছিল।

হুচেইনৰ কথাত বিদিশাই কোনো দিন গুৰুত্ব নিদিয়ে। কিন্তু কিয় জানো, তেতিয়া হুচেইনে কোৱা কথাবোৰ সঁচা হলে বেয়া নহ'ব যেন তাইৰ লাগিছিল। হঠাৎ এই পৰিবৰ্তন বাৰু কিয় ?

ৰেডিঅ'টো অন্ কৰি দি হুচেইনৰ কথা নুশুনিবৰ কাৰণেই বিদিশাই ভলিউমটো ডাঙৰ কৰি দিলে। লগে লগে বাপেকৰ ঘৰলৈ দেওবৰকে লৈ অটো-ৰিক্সা এখনতে যাবলৈ আপোনমনে আন এসাজ কাপোৰ পিন্ধাত মনোনিবেশ কৰিলে।

বাৰড্ৰোবত নিজৰ কাপোৰবোৰ চাই বিদিশাৰ ভাল লাগে। শাড়ী, মেখেলা-চাদৰ, মেক্সি, আবৰ-নগা-মিজো পোছাক, স্যুইমিং ড্ৰেছ, কি নাই বিদিশাৰ। ধনী বাপেকৰ একেজনী ছোৱালী বিদিশাৰ সাজ-পাৰৰ সংখ্যা দেখিয়েই প্ৰথমে অনিৰ্বাণে ভয় খাইছিল। কৈছিল, "ইমানবোৰ কাপোৰ তুমি কেতিয়া পিন্ধা?" বিদিশাই কৈছিল ঃ কিনাৰ চখটো মোতকৈ দেউতাৰ বেছি। ৰেডিঅ'টোত কোনোবা এটাই এনেকুৱা গান গাইছিল যে মূৰ টিংটিঙাই যায়। তাই ৰেডিঅ'টো বন্ধ কৰি দিলে। কাষৰে বৈঠকখানাত তেতিয়াও হুচেইন আৰু অনিৰ্বাণে কথা পাতি আছিল। অনিৰ্বাণে কৈছিল ঃ অৰ্ডাৰটো মই দেখি আহিছোঁ। হুচেইনে কৈছিল ঃ সোনকালে জইন কৰি দিয়া। পাৰিলে কাইলৈকে। তুমি এতিয়া গাড়ীও পাবা নহয়?

ঃ গাড়ী নিজাকৈ এখন পায়। আন গাড়ী মোৰ তলত দুখন থাকিব।

ঃ তেন্তে এতিয়া মাটি লৈ ঘৰ সজাৰ যোগাৰ কৰা।

ঃ ৰবা....

ঃ ৰবলৈ একো নাই। মই তোমাক কলোঁ নহয়, মাহে দহ হেজাৰ আহিবই। আৰু লাগ বুলিলে পাৰ্টিবোৰে তোমাক ধাৰলৈকো দিব।

বিদিশাৰ বিশ্বাস, হুচেইনে বৰ বৰ কথা এনেয়ে কয়। তথাপি তাইৰ মনটো ভাল লাগি গ'ল ; অনিৰ্বাণে নতুন চাকৰিৰ অৰ্ডাৰটো দেখি অহা বুলি কোৱা কাৰণে। এই নতুন চাকৰিটোত আগেয়ে থকা বৰুৱা আৰু চৌধুৰীক তাই চিনি পায়। সিহঁতৰ ঘৰে-বাৰীয়ে, টকা-পইচাই বৰভাল অৱস্থা। পিছে বংশ-গৌৰৱৰ ভেমত গংগাটোপ আমাৰ মহাশয়ে বা কি কৰে। চাকৰিটো পালে তাক অলপ বুদ্ধি দি মানুহ কৰি লব লাগিব। বিদিশাৰ ধাৰণা, বংশ-গৌৰৱ, শিক্ষা, সন্মান আদি সকলো মিছা যদি মানুহ ধনী নহয়। হয়তো তাইৰ অনিৰ্বাণৰ ওপৰত উঠা খঙৰ গুৰিতেও এই কম উপাৰ্জনৰ চাকৰিয়েই প্ৰধান। গোসাঁনীৰ মূৰ্তিৰ পাচফালে সুন্দৰ পৰ্বতী নাথাকিলে গোসাঁনীৰ ৰূপ ফুটি নুঠাৰ দৰে ধন নহ'লে মানুহৰ কোনো গুণেই ফুটি নুঠে। হুচেইনে কোৱা কথাকিটা সঁচা হ'লে ভাল হয়। খবৰ-কাগজৰ ধনী মালিকে দিয়া টকাবোৰ সাধাৰণ অৰ্থত ঘোচ বুলি ক'ব নোৱাৰি। চৰকাৰী বিজ্ঞাপন সিহঁতে পাবই, লাগে চৰকাৰে দুখীয়া কাকতবোৰৰ কাৰণে যিমানেই ৰাইজক দেখুৱাই কন্দা-কটা নকৰক। সিহঁতে বিজ্ঞাপন পোৱাৰ কাৰণে সঁচাকৈয়ে যদি হুচেইনে কোৱা মতে টকা দিয়ে, তেন্তে সেয়া কোটিপতিৰ হাতৰ ধন দুখীয়াৰ হাতলৈ অহাৰ নিচিনাহে হয়। সঁচাকৈয়ে চাকৰিটো হৈছে যদি, তেন্তে সেই পাৰ্টিবোৰৰ লগত অনিৰ্বাণৰ হৈ তাই কথা পাতিব। কিছু পইচা বেছিকৈ আহিলে বাপেকৰ ধাৰটো মাৰি এখন ঘৰ কৰি লব পাৰিলে, তাইৰ জীৱনলৈ অলপ শান্তি আহে । তেতিয়া তাই অনিৰ্বাণৰ বহুত দোষ এৰি দিব পাৰিব, আন বহুত নেতাৰ দৰে দেশৰ দুখীয়া জনসাধাৰণৰ কাৰণে কান্দি নাম কিনিব পাৰিব।

ভণ্ডামি? সমাজত কোনটো কথানো ভণ্ডামি নহয়। আমি লিখা পঢ়া শিকি মনৰ আচল ভাবটো লুকাই ভদ্ৰতা ৰক্ষাৰ কাৰণে মোলায়েম কথা কোৱাটো জানো ভণ্ডামি নহয়? গণতন্ত্ৰ নামেৰে ধনতন্ত্ৰকে চলাই থকাটো জানো ভণ্ডামি নহয়? ভাৰতীয় ৰাজনীতিত গান্ধীৰ নামটো জানো পূজাৰীৰ ৰাম-নামী কাপোৰ নহয়?

হুচেইনক সেইদিনা দেওবৰৰ হতুৱাই বিদিশাই নিজে চাহ দিয়ালে। সেইদিনা হুচেইনে নতুনকৈ চাৰে সাত টকা দি কিনি অনা তাচযোৰেৰে তিনিও বহি ফ্লাচ খেলিলে। বিদিশা ত্ৰিশ টকাৰ জিকিল। আৰু হ'ল বিদিশাই অৰ্নিবাণৰ লগত সহজভাবে কথা পাতিলে, শুলে। ❑

# চাৰি

খং এটা পকিলে টন্‌টননিত ৰক্ষা নোহোৱা হয়। ফুটাই পুঁজখিনি উলিয়াই দিলেহে ৰক্ষা পৰে। খং উঠিলে খং উঠাজনক বলকি-জলকি খং জামৰাবলৈ দিয়া হয়। এইবোৰ সজুৱা মানুহৰ সাধাৰণ জ্ঞান। কিন্তু ভাৰতৰ ৰাজনৈতিক নেতাবৰ্গই যুগ যুগ ধৰি মানুহে আহৰণ কৰা প্ৰমাণসিদ্ধ জ্ঞানক উপেক্ষি সিদ্ধান্ত ললে যে মানুহৰ খং-অভিযোগ ওলাবলৈ দিয়াটো ঠিক নহয়। গতিকে ১৯৭৫ চনৰ জুন মাহত ২৫ তাৰিখে সমগ্ৰ দেশতে আভ্যন্তৰীণ জৰুৰী আইন প্ৰবৰ্তন কৰি জনাই দিলে যে চৰকাৰক কোনেও সমালোচনা কৰিব নোৱাৰিব। খবৰ-কাগজত তেনেকুৱা কোনো কথা ছপা কৰিবলৈ নোৱাৰিব, বনুৱা কৰ্মচাৰীয়ে চৰকাৰৰ বিৰুদ্ধে কোনো অভিযোগ উত্থাপন কৰিব নোৱাৰিব। দেশৰ মানুহ অবাক হৈ বৈ গ'ল। পুৰা ১৯ মাহ ধৰি মানুহৰ মনে মনে সকলো খং অভিযোগ জমা হবলৈ ধৰিলে। মানুহ মনে মনে থকাটো ধুমুহাৰ আগৰ শান্ত অৱস্থা বুলি চৰকাৰী নেতাবৰ্গই ধৰিব নোৱাৰিলে।

কোনোবা ৰজাই ঘোচখোৱা চৰকাৰী বিষয়াক বোলে ঘোচ খাব নোৱাৰিবৰ কাৰণে সাগৰৰ ঢৌ লেখিবলৈ দিছিল। বিষয়াজনে বোলে তাতো বেপাৰী নাওক সাৱধান কৰি কৈছিল, " ৰজাৰ আদেশত ঢৌ লেখিছোঁ, ইয়াত নাও চলালে ৰজাই নিৰ্বংশ কৰিব।" ভয়তে নাৱৰ মালিকে বোলে বিষয়াক ঘোচ দি নাও পাৰ কৰি নিছিল। মানুহৰ মুখ বন্ধ কৰা জৰুৰী আইনে কিছুমানৰ কাৰণে নতুন উপাৰ্জন উজু বাট উলিয়ালে। জৰুৰী আইনৰ কবলত পৰা লোকৰ হৈ মন্ত্ৰীৰ ওচৰত ওকালতি কৰি হেজাৰ হেজাৰ টকা ঘটিবলৈ ধৰিলে। পুলিচৰ প্ৰতাপ ইমান বৃদ্ধি পালে যে সাধাৰণ পুলিচ এজনো ৰজা হেন হ'ল। চামচুল হুচেইন কেবাজনো মন্ত্ৰীৰ প্ৰিয়পাত্ৰ। গতিকে পাৰ্মিট আদায় কৰা, চাকৰি দিয়া, আইনৰ কবলৰ পৰা নিৰপৰাধ মানুহক উদ্ধাৰ কৰা, আদি কামত চামচুল হুচেইন ছমাহতে লাখপতি হ'ল। গাড়ী কিনিলে, ঘৰ সাজিলে, শকত হ'ল। সোণাপুৰ ওচৰৰ কোনোবা স্কুলীয়া ছোৱালী এজনীক বুদ্ধি কৰি গাড়ীত তুলি পলুৱাই নিবলৈ চেষ্টা কৰোঁতে চামচুল হুচেইন পুলিচৰ হাতত ধৰা পৰা অৱস্থা হৈছিল। তেহে মন্ত্ৰীক নে পুলিচৰ ওপৰৱালাক তাৰপৰাই লৰালৰিকৈ ফোন কৰি "উদণ্ড ছাত্ৰক" শিক্ষা দিবলৈ ওখ পুলিচ বিষয়াক মতাই নি কোনোমতে সাৰি আহিল। ওপৰৱালাৰ হস্তক্ষেপে চামচুলৰ অপৰাধৰ কথা শুনিবও নুখুজিলে। পিচে, সোণাপুৰত মানুহে এতিয়া কয় বোলে স্কুলীয়া ছোৱালীবোৰে ধৰি তাক মুখত থুৱাই, চৰিয়াই যিটো অৱস্থা কৰিছিল, তাততৈ পুলিচৰ হাতত পৰা বহুত ভাল। চামচুল কিন্তু এৰা মানুহ নহয়। সোণাপুৰৰ ছাত্ৰ-ছাত্ৰী দহজনক পুলিচৰ হতুৱাই ধৰাই আনিলে— নাশকতামূলক ৰাজনৈতিক কাৰ্যত লিপ্ত থকা বুলি।

আভ্যন্তৰীণ জৰুৰী আইন আৰ্শীবাদ হৈ আহিল অৰ্নিবাণ বৰুৱাৰ কাৰণেও। বিদিশাৰ বাপেক ডাঃ খাটনিয়াৰৰ গুৱাহাটী নগৰত এশ বিঘা মাটি। চৰকাৰী মাটি -আইনত সোপাকে মাটি যাব খোজা দেখি ডাঃ খাটনিয়াৰে হঠাতে কংগ্ৰেছী হৈ পৰিল। তাৰ পাছত বিভিন্ন নামত বহুত দিনৰ আগৰ তাৰিখ দি মাটি ভাগ কৰি এচিকত মাটিও চৰকাৰে নিব নোৱাৰাকৈ

কেনেকৈ ৰাখিলে , সেই মেজিক জনা মানুহে হে বুজাই ক'ব পাৰিব। সৰ্বসাধাৰণ ৰাইজৰ কাৰণে এইবোৰ কথা সদায় সাঁথৰ হৈ থাকিব।

অনিৰ্বাণ বৰুৱাই , চামচুল হুচেইনৰ সহায়ত, এনেকুৱা এটা চাকৰি পালে, যে তেওঁতকৈ সেই বিভাগত ওপৰত থকা বহুতক লেং মাৰি পাৰ হৈ গ'ল। চাকৰিৰ লগে লগে সংশ্লিষ্ট ব্যৱসায়ীয়ে আহি চালাম দি চালামী আগবঢ়ালে। বাহিৰা পইচাৰ সোঁত ববলৈ ধৰিলে। বিদিশাৰ সাজ-পাৰ, কথা-বতৰা বেলেগ হ'ল। ডেৰ লাখ টকীয়া ঘৰ ছমাহতে সাজি উলিয়ালে। জৰুৰী আইনৰ কবলত পৰাৰ ভয়ত বিভাগীয় মানুহে অনিৰ্বাণ বৰুৱাৰ চাকৰিত অন্যায় উন্নতিৰ বিৰুদ্ধে মাত মাতিব নোৱাৰিলে। লাজকুৰীয়া অনিৰ্বাণ বৰুৱা আৰ্থিক অৱস্থাৰ উন্নতি হোৱাৰ লগে লগে সাহসী হ'ল, সাৱলীল হ'ল, অভিজাত হ'ল। আভিজাত্যৰ আনুসংগিক আচাৰ-ব্যৱহাৰ, নীতি-নিয়ম আহি পৰিল।

মদৰ গোন্ধ সহিব নোৱাৰা অনিৰ্বাণ বৰুৱাই প্ৰথমে নিমন্ত্ৰণ খাবলৈ যাওঁতে আৰু পিছলৈ নিজে ঘৰতে পাৰ্টি দি মদ খোৱাৰ পাচত, দিনৌ অকণমান নহ'লে থাকিব নোৱাৰা হ'ল। যিবোৰ মানুহৰ সৈতে আহ-যাহ আৰম্ভ হ'ল সেইবোৰ দিনৌ ক্লাবলৈ যায়, সপৰিবাৰে মদৰ টেবুলত বহে, লাইট জ্বলাই বেডমিণ্টন খেলে, কুকিং-টেলৰিং শিকে, আউটিঙত যায় আনৰ ঘৈণীয়েকৰ সৈতে। সেই সমাজৰ পৰিবেশত বিদিশাৰ নিচিনা আধুনিকাৰ মনৰ আহ-পাহ মুকলি হ'ল-- যেন নদীৰ মাছে সাগৰৰ বহল পানী পালে। সেই সমাজত বিদিশা আৰু অনিৰ্বাণ আগশাৰীৰ মানুহ হৈ পৰিল . ডাঃ খাটনিয়াৰ খুচি হ'ল।

পৃথিবীত এবিধ মানুহ আছে যিবিধে কেতিয়াও নিজৰ কাৰণে কিবা কৰা বুলি স্বীকাৰ নকৰে। যোৰহাটত এজন বাগিছাৰ বৰমহৰী আছিল। তেওঁ কৈছিল ঃ মোকনো চাকৰি কেলেই ? এই বোৰ কৰিছোঁ পৰিয়ালটোৰ কাৰণেহে। তেওঁ বিয়া কৰাইছিল মাক বাপেকৰ কাৰণে. চাফা কাপোৰ পিন্ধে বাগিছাৰ চাহাবৰ কাৰণে। আনকি ভাত মুঠিও খায় দেহাটোৰ কাৰণে নিজৰ কাৰণে নহয়। গুৱাহাটীত অনা-চৰকাৰী হিচাপ এটা মতে ঘোচ খোৱা চৰকাৰী চাকৰিত থকা চৰকাৰী ওখ বিষয়াৰপৰা আলি-মহৰিলৈকে সকলো ধনী হঠাতে হ'ব পাৰে। কিন্তু ঘোচ-খোৱাৰ বদনাম নোলোৱাকৈ ৰোগীৰ সেৱাত জীৱন অৰ্পণ কৰি লাখটকীয়া জীৱন-যাপন কৰা গুৱাহাটীৰ বেছিভাগ ধনী হ'ল চিকিৎসক - ডাক্তৰ। এনেকৈ আনৰ সেৱাত আত্মনিয়োগ কৰা একো একোজন ডাক্তৰৰ মেডিকেল কলেজত পোৱা চৰকাৰী দৰ্মহাৰ উপৰিও দৈনিক আয় দুহেজাৰলৈকে আছে। এওঁ- লোকৰ উপাৰ্জনৰ বাট সহজ আৰু সমাজে মঞ্জুৰ কৰা । ধৰক চকুৰ অপাৰেচন কৰাবলৈ মেডিকেল কলেজত চিট পাবলৈ কলেজৰ চকুৰ প্ৰফেচাৰক ঘৰত এটা ভিজিট দিব লগা হয়। ঘৰৰ ভিজিটটো প্ৰফেচাৰ হ'লে ১৬ ০০ টকা। প্ৰসৱৰ সময়ত মেডিকেল কলেজত চিট পোৱাৰ বাট ঠিক কৰিবলৈ অন্তঃসত্বা হোৱাৰেপৰা ৮/৯ মাহ সেই বিভাগৰ প্ৰফেচাৰক প্ৰতিবাৰত ১৬.০০ টকাকৈ দি কমেও ১০ বাৰ দেখুৱাবই লাগিব। তাৰ পাচত এওঁলোকৰ দল একোটাও আছে। চকু দেখুৱাবলৈ গলে চকুৰ ডাক্তৰে ৰোগীক পঠিয়াব দলৰে আনকিজন পেট, মূৰ, তেজ, প্ৰস্ৰাব আদিৰ বিশেষজ্ঞৰ ওচৰলৈ। মুঠতে এজন ডাক্তৰৰ হাতত পৰিলে কমেও পাঁচশ খৰচ নকৰাকৈ ওলাই যোৱাৰ উপায় নাই।

হঠাৎ কংগ্ৰেছী নেতা হৈ পৰা ডাঃ খাটনিয়াৰৰ নিচিনা শহুৰেক অনবৰত মুখ্যমন্ত্ৰীৰ লগত গাড়ীত ঘূৰি ফুৰাৰ পাচত অনিৰ্বাণৰ বিৰুদ্ধে কোনেও একো কবলৈকে সাহ নকৰা হ'ল। ইপিনে দেশত আভ্যন্তৰীণ জৰুৰী অৱস্থা। কোনো সোধপোচ নকৰাকৈ ধৰি নি আটক কৰি ৰাখিব পৰা ক্ষমতা কৰ্তৃপক্ষৰ। বহুত গুপ্ত বদমাইচ এই সময়ত নিৰাপদ হ'ল ; আৰু হয়তো হৈয়ে থাকিলেহেঁতেন। কিন্তু চোৰাং কৰবাৰী মুনাফাখোৱা আদি ব্যৱসায়ীৰ মূৰত ৰাম টাঙোন পৰিল। সেইদল ভাৰতীয় পৰি মৰা বিধৰ নহয়। এইবিধ মানুহেই অলক্ষে থাকি নিজ ব্যৱসায়ৰ পথ সুগম কৰি ৰখা চৰকাৰ আমাৰ নিচিনা দেশত পাতি দিয়ে। সেই দলে এইবাৰ ৰাজনৈতিক নিৰ্যাতিতৰ সুৰত সুৰ মিলাই দেশত নতুন চৰকাৰ প্ৰতিষ্ঠাৰ শপত গ্ৰহণ কৰিলে। কংগ্ৰেছ বিৰোধী দলবোৰৰ লগত সুৰ মিলাই কথা ক'বলৈ ললে। চৰকাৰে সাধাৰণ নিৰ্বাচন ঘোষণা কৰাৰ লগে লগে সেই দলৰ এভাগে বিৰোধী পক্ষক দেহে-কেহে সহায় কৰিলে- গণতান্ত্ৰিক স্বাধীনতা বিচাৰি নহয় ; অৰ্থাগমৰ সুবিধা পুনৰ প্ৰতিষ্ঠা কৰিবলৈ। নিৰ্বাচন হৈ গ'ল। ভাৰত স্বাধীন হোৱাৰ পাছত পোন প্ৰথম বাৰৰ কাৰণে কেন্দ্ৰত শাসন ক্ষমতা

কংগ্ৰেছৰ হাতৰ পৰা জনতা পাৰ্টিলৈ গ'ল। কংগ্ৰেছক গাদি চ্যুত কৰাৰ আনন্দত ৰাইজ আত্মহাৰা হৈ থাকোঁতেই সেইদল অসৎলোকে নিজৰ অৰ্থাগমৰ বাট পুনৰ তলে তলে সুগম কৰি ললে। কংগ্ৰেছ চৰকাৰ আৰু আভ্যন্তৰীণ জৰুৰী অৱস্থা নাইকিয়া হোৱাত অনিৰ্বাণ বৰুৱায়ো স্বস্তিৰ নিশ্বাস পেলালে। কাৰণ, গুপ্তচৰ বিভাগে ইতিমধ্যে তেওঁৰ হঠাৎ ঘৰ-গাড়ী টকা হোৱাৰ বিষয়ে তদন্ত চলাইছিল আৰু তেওঁৰো আন বহুতৰ দৰে চাকৰিৰ পৰা খেদা খোৱাৰ দিন আহিছে বুলি শুনি আছিল। হঠাতে, খবৰ নিদিয়াকৈ আহি গুপ্তচৰ বিভাগে এদিন ঘৰ খানাতালাচ কৰি সম্পত্তিৰ হিচাপ নিয়াৰ পিচত তেওঁৰ চাকৰি যোৱা যেনেই লাগিছিল।

ইন্দিৰা গান্ধী নিৰ্বাচনত পৰাজিত হোৱাৰ খবৰ পোৱাৰ পিচত তেওঁ নিশা দুই বজালৈকে জনতা দলৰ নেতাবৰ্গৰ চকুত পৰাকৈ ফূৰ্তি কৰি ফুৰিছিল। আৰু এটা সুখবৰ যে তেওঁৰ শহুৰেক ডাঃ খাটনিয়াৰ আৰু বন্ধু হুচেন নিৰ্বাচনত জনতা পক্ষৰ হৈ প্ৰচাৰত নামিছিল। এতিয়া একমাত্ৰ এটাই বাকী থাকিল; পুলিচৰ গুপ্তচৰ বিভাগৰপৰা তেওঁৰ বিৰুদ্ধে অনুসন্ধান কৰা ফাইলটো গাইপ কৰিব লাগে। আজিকালি এইবোৰ বিষয়ত বিদিশাৰ বুদ্ধিয়ে বৰ কাম কৰে। তাতে বিদিশাৰ বন্ধু ইৰাৰ ভনীয়েক মীৰাৰ গিৰিয়েকেই পুলিচৰ গুপ্তচৰ বিভাগৰ এইবোৰ ফাইলৰ তত্বাৱধানত। সেই ফাইলটোৰ বিষয়ে হয়তো ভয় কৰিব লগা নাছিল; বহুত তেনেকুৱা ফাইল এনেয়ে পৰি থাকিব। কিন্তু অনিৰ্বাণৰ বিৰুদ্ধে যিবোৰ অভিযোগ সেই ফাইলত থকা বুলি গম পোৱা গৈছে, সেইবোৰ অভিযোগত শাস্তি নিবিহাকৈ কোনো চৰকাৰ থাকিব নোৱাৰে। কথাবোৰ ভাবি ভাবি চাৰি পেগ হুইস্কি খোৱাৰ পাচতো অনিৰ্বাণ বৰুৱা জিকাৰ খাই উঠিল।

আজি সন্ধিয়াৰপৰা অনিৰ্বান বৰুৱাৰ ঘৰত বিশেষ পাৰ্টি। সেই পাৰ্টিলৈ জনতা দলৰ সমৰ্থক চৰকাৰী বিষয়া, ব্যৱসায়ী আদিৰ উপৰি বিদিশাই গিৰিয়েক দুজনক বাদ দি ইৰা আৰু মীৰাকো মাতিছিল। গিৰিয়েক দুজনক বাদ দিছিল, কাৰণ তেওঁলোকৰ চাকৰিৰ স্তৰ আৰু মানসিক স্তৰ এনেকুৱা পাৰ্টিৰ কাৰণে উপযুক্ত নহয়। কিন্তু মীৰাক প্ৰয়োজন আছিল অনিৰ্বাণ বৰুৱাৰ সেই ফাইলটোৰ কাৰণে। আৰু মীৰাক মাতিলে ইৰাক মাতিবই লাগিব। ইৰা নাহিল গা-অসুখ বুলি, মীৰা আহিয়েই গুচি যাবলৈ ওলাল। ব্যস্ত বিদিশাই কলেঃ সেইবোৰ হ'ব নোৱাৰে; বহুত কাম মই তোমালৈ থৈ দিছোঁ।

অতি সহজভাৱে মীৰাই কলেঃ তোমাৰ ব্যস্ততাটো ভাল লাগিছে বাইদেউ। আগেয়ে যে তুমি বিছনাত পৰি কথা পাতি থাকিবলৈ ভাল পাইছিলা! ইমান এলাহ আছিল তোমাৰ। এই ঘৰটো কিন্তু বৰ ধুনীয়াকৈ সজালা তুমি। কাৰ প্লেন বাইদউ?

ঃ ভিনদেৰেৰাই সেইবোৰ কৰিব বুলি ভাবিছা? তেওঁ চৰকাৰৰপৰা চল্লিশ হাজাৰ টকা বিল্ডিং এডভান্স আনিয়েই খালাচ। বাকীখিনি মোৰ। আনকি দেউতাৰ পৰাও দহ হাজাৰ টকা ধাৰ কৰিছোঁ।

চাকৰে চাহ দি গ'ল। চাহত চেনী দিবলৈ তলমূৰ কৰি ওলাব খোজা সন্তোষৰ হাঁহিটো ওঁঠতে কামুৰি ৰাখি বিদিশাই ক'লেঃ মোৰ ইপিনে সেইটো বিপদো আহিল।

ঃ ইৰা বাইদেৱে কৈছে।

ঃ চাৰি মাহ হ'ল। তোমাৰ অসভ্য ভিনিহিয়েৰাৰ কাণ্ড। কিমান বাধা দিবা আৰু ? ....খোৱা মীৰা।

ঃ এতিয়াযে তুমি বেয়া পোৱা সতীত্ব, মাতৃত্ব আদি সোপাই তোমাৰ মূৰত পৰিবহি।

ঃ উপায় নাই। মতা মানুহক বুজাব নোৱাৰি।

বাহিৰত গাড়ী ৰোৱাৰ শব্দ হ'ল। লগে লগে অনিৰ্বাণ সোমাই আহিলেই। আহিয়েই ব্যস্তভাৱে সুধিলেঃ তুমি দৰব খালানে বিদি?

অদৰকাৰী খং দেখুৱাই বিদিশাই উত্তৰ দিলেঃ মই সৰু ছোৱালী নহয় যে কিনি অনা দৰব নেখাই পেলাই থম।

বিদিশাই উত্তৰ দি থাকোতেই অনিৰ্বাণে মীৰালৈ চাই অতি আপোনভাৱে সুধিলেঃ অ' মীৰা! আজি তুমি আমাক

পাৰ্টিত হেল্প কৰি দিবলৈ সোনকালে আহিবা বুলি বিদিশাই কৈছিল। ধন্যবাদ ভাই।

ঃ ডিক্ নামৰ মানুহটোৱে হুইস্কি আৰু কিবা-কিবি দি গৈছে। বিদিশাই অনিৰ্বাণলৈ চাহ্ এপিয়লা আগবঢ়াই দি কলে।

ঃ আৰু ? - অনিৰ্বাণে গুৰুত্ব দি সুধিলে।

ঃ টকা দুহেজাৰ। তোমাৰ ছেল্ফতে থৈছোঁ।-- বিদিশাই সৰুকৈ কলে।

ঃ মই কিন্তু এতিয়া যাবই লাগিব। চামচুল আহিব তুমি তাৰ গাড়ীতে গৈ আৰু কি কি লাগে আনি লবা। মীৰা আছেই। তোমাৰ পাৰ্টিৰ তেন্তে সকলো এৰেঞ্জমেণ্ট সম্পূৰ্ণ?

মীৰাই নুসুধি নোৱাৰিলে ঃ চামচুল হুচেইনক আজিকালি সহ্য কৰিব পাৰা নেকি বাইদেউ?

বিদিশাই হাঁহি উত্তৰ দিলে ঃ পুৰণি বেমাৰৰ দৰে সহ্য হৈ গৈছে। কি কৰিবা? সংসাৰত বাধ্যত পৰি বহুত কাম কৰিব লাগে।

অনিৰ্বাণে মাজতে মাতি দিলে ঃ পুৰণি বেমাৰৰ দৰেনে? আজিকালি চামচুলৰ লগত চিনেমা চাবলৈও যায়।

ঃ মীৰা, তোমাকো বজাৰলৈ লৈ যাম। বিদিশাই গিৰিয়েকৰ কোটৰ বুকুত লাগি থকা চিগাৰেটৰ ছাইখিনি টুকুৰিয়াই এৰুৱাই দিলে।

ঃ মই নাযাওঁ বাইদেউ। অন্য কথা বাদ দিলেও সেই চামচু ল হুচেইনৰ গাড়ীত মই উঠিব নোৱাৰোঁ।

ঃ সেইবোৰ কৈশোৰৰ প্ৰতিজ্ঞা; কিয় প্ৰশ্ৰয় দিয়া?

ঃ বহুতৰ কাৰণে হয়তো কালি কৰা প্ৰতিজ্ঞাও আজিয়েই অৰ্থহীন। সকলো সমান নহয় বাইদেউ। তোমাৰ কাৰণে হয়তো প্ৰতিজ্ঞা কৰাটো ধেমালিয়েই।

মীৰাই আঘাত দিবলৈ কোৱা কথাকেইটা বিদিশাৰ গাত লাগি গ'ল। তথাপি বিদিশাই প্ৰকাৰান্তৰে ওভোতাই আঘাত দিবলৈকে বুজনিৰ সুৰত ক'লে ঃ তুমি বেয়া নাপাবা মীৰা। মই জানো যে তোমাৰ মনত বহুত উচ্চ আশা আছিল। থাকেই ছোৱালীৰ। তাৰ পৰিবৰ্তে বিয়াৰ পিছত পোৱা অভাৱী সংসাৰখনে তোমাক বেছি ভাৱপ্ৰৱণ কৰি তুলিছে। এওঁৰ প্ৰথমৰ গৰীব সংসাৰে মোকো তেনেকুৱা কৰিছিল। সৰু কথাতে লাগিছিলোঁ; বহুতক এনেয়ে বেয়া পাইছিলো। কৈ ,কৈ বিদিশাই মৰমেৰে মীৰাৰ মূৰত হাত থলে।

ঃ ময়ো জানো বাইদেউ যে ধনাঢ্যতাৰ গৰ্বই অভাৱীক পুতৌ কৰি আঘাত কৰিবলৈ বিচাৰে। তুমিও তেনেকুৱা কৰিলে কিবা লাগে।

তথাপি বিদিশাৰ খং নুঠিল। বৰঞ্চ মীৰাৰ কথা একেবাৰে নুশুনাৰ নিচিনা কৰি চাৰিওফালে চাই ক'লে ঃ এ, এওঁ কেতিয়া মনে মনে গুচি গ'ল?

মীৰাই কোনো উত্তৰ দিয়াৰ প্ৰয়োজন নেদেখিলে। বিদিশাই কিন্তু বেয়া নাপালে। সমাজত নিৰাপদ হ'ব পৰাকৈ ধন আৰু ওখ চাকৰি থাকিলে দুখীয়াৰ অভিমানী চোকা কথাই আঘাত কৰিব নোৱাৰে। হাঁহি হাঁহি বিদিশাই কলে ঃ মীৰা, মই নিজে বৰ চোকা চোকা কথা কওঁ বুলি বদনাম আছে। এতিয়া দেখিছোঁ তুমি মোৰো ওপৰত ।

কোনো উত্তেজনা প্ৰকাশ নকৰাকৈ মীৰাই সমিধান দিলে ঃ অকল চোকাটোৱেই গুণ নহয়। চোকাটো কিহত লগোৱা হৈছে সেইটোহে প্ৰধান কথা। কাৰোবাক খুন কৰিবলৈ লোৱা চোকা কটাৰি আৰু ডাক্তৰে ৰোগীক বচাবলৈ অস্ত্ৰোপচাৰৰ কাৰণে লোৱা চোকা কটাৰীৰ পাৰ্থক্য আছে।

মীৰাক সাবটি ধৰি বিদিশাই ক'লে ঃ তুমি মোক চেৰ পেলালা। মই হাৰিলোঁ ভাই। এতিয়া পাৰ্টিৰ কাৰণে এইবোৰ ঠিক ঠাক কৰোঁ আহা।

ঃ বাইদেউ এটা কথা কওঁ বেয়া নাপাবা। মই তোমাক কৈ যাবলৈহে আহিলোঁ পাৰ্টিত নাথাকোঁ বুলি। এনেয়েও

অৱশ্যে তোমাৰ ঘৰটো চাবলৈ এদিন অহাৰ কথাই আছিল। এতিয়া দুয়োটা কাম একেলগে হ'ল। মই যাওঁ বাইদেউ।

বিদিশা আচৰিত হ'ল ঃ এইবোৰ তুমি কি কথা কৈছা মীৰা? কিয় গুচি যাবা?

মীৰাই সহজভাৱে কলে ঃ তুমি জানাই দেখোন বাইদেউ, এনেকুৱা নাচ-গান, মদ লৈ কৰা পাৰ্টিত মই কেতিয়াও থকা নাই। মই সাধাৰণ কেৰেণীৰ ঘৈণীয়েক। ইয়াত সাজ-পাৰ, কথা-বাৰ্তা একোতে খাপ খাব নোৱাৰিম।

ঃ মই তোমাক মোৰ কাপোৰেৰে ধুনীয়াকৈ সজাই -পৰাই দিম।

ঃ আৰু মোৰ গিৰিহঁতটোৱেও এইবোৰ ভাল নাপায়। গতিকে বেয়া নাপাবা।

মীৰাই কোৱা কথাবোৰ মিছা নহয়। এনেকুৱা পাৰ্টিত তাইক লৈ এটা সমস্যাহে হ'ব। বিদিশাই অৱশ্যে মীৰাক মাতিছিল অনিৰ্বাণৰ ফাইলটো কিবা প্ৰকাৰে মীৰাৰ গিৰিয়েকৰ হতুৱাই আনোৱাৰ বিষয়ে এই সুযোগতে কথা পাতিবলৈ হে। খন্তেক ৰৈ বিদিশাই কলে ঃ মই তোমাৰ কথাটো বুজিছোঁ। কিন্তু মই তোমাক মাতিছিলো মোৰ ভনী হিচাপে মোক অলপ সহায় কৰি দিবলৈহে। জানাই নহয়, সমাজৰ যি স্তৰত থাকা, সেই স্তৰৰ আদব-কায়দা কিছু বাধ্য হৈ হলেও কৰিব লগা হয়। বেয়া পালেও উপায় নাই। আমি আনৰ পাৰ্টিৰ নিমন্ত্ৰণ খাই ফুৰাৰ পাচত নিজেও এবাৰ পাৰ্টি দিব লগা হয়; উপায় নাই। কিন্তু তুমি এতিয়াই যাবানে?

ঃ উপায় নাই বাইদেউ। ল'ৰা-ছোৱালীকেইটাক অকলে এৰি থৈ আহিছোঁ।

ঃ অ', এটা কথা তোমাক সুধিম বুলি ভাবিও সোধা নাই। মিস্টাৰ হাজৰিকা মানে তোমাৰ গিৰিহঁত কংগ্ৰেছী চৰকাৰৰ বৰ বিশ্বাসী আছিল বুলি নাম আছে। এতিয়া পিচে জনতা চৰকাৰ হ'লে বিপদ নহ'বনে?

ঃ সেইবোৰ কথা তেওঁ হে জানে। মই সোধোঁতে কৈছিল যে বিশ্বাসী হৈ চাকৰি কৰাই তেওঁৰ কাম ওপৰত লাগে যি চৰকাৰেই থাকক।

ঃ কথাটো মিছা নহয়।

ঃ মই তেন্তে আহোঁ বাইদেউ।

ঃ তুমি কিবা কথাত বেয়া পাই যাব খোজা নাইতো?

ঃ কিহত বেয়া পা ম? সুন্দৰকৈ খালোঁ; তোমাৰ নতুন ঘৰ দেখিলোঁ।

মীৰাক সাবটি ধৰি বিদিশাই দুৱাৰৰ গধুৰ পৰ্দা দাঙি আগবঢ়াই দিলে আৰু গেট খুলি ওলাই যোৱাৰ লগে লগে হাঁহি হাঁহি হাত জোকাৰি বিদায় দি ক'লে- আকৌ আহিবা দেই।

ঠিক সেই সময়তে ফাইলটোৰ কথা ভাবি অনিৰ্বাণ বৰুৱা জিকাৰ খাই উঠিছিল। আৰু ঠিক সেই সময়তে শোৱনী কোঠাৰ চোফাখনত বহি জিকাৰ খোৱা অনিৰ্বাণক ভিতৰলৈ সোমাই আহি বিদিশাই দেখি আচৰিত হৈ সুধিলে; তুমি মনে মনে ভিতৰতে বহি আছা?

ঃ উপায় আছেনে? মই ভাবিছিলোঁ তুমি মীৰাক কিবা ধৰণেৰে ফুচুলাই গিৰিয়েকৰ হতুৱাই কামটো কৰাবলৈ আজিয়েই ৰাজী কৰাব পাৰিবা। কিন্তু তাই দেখোনৰ গ'লগৈয়েই।

ঃ কি কৰিম? তাইতো কোনোমতে নাথাকে। আৰু লৰালৰিকৈ এতিয়াই কথাটো উলিওৱাৰ সুযোগকে নাপালোঁ।

ঃ কিবা টকা-পইচাৰ অফাৰ এটাকে দি দিব লাগিছিল। টকাৰে পৃথিৱীত সকলো কাম হয়। ময়ে এবাৰ কথাটো উলিয়াওঁগৈ বুলি ভাবিছিলোঁ। কিন্তু এই মীৰাৰ নিচিনা মানুহৰ কটা কটা কথা মই একেবাৰে সহ্য কৰিব নোৱাৰোঁ। এনেয়ে ভিকহু, তাতে মুখত বৰ বৰ আদৰ্শৰ কথা।

ঃ মোৰো তাইৰ লগত কথা পাতি বৰ আমনি লাগে। সেই কাৰণে যাওঁ বুলি কলত ভালেই পালোঁ। তাইৰ ঘৰলৈকে এদিন যামহঁক। চামচুল আহিবই বুলি কলা নহয়?

ঃ আহিব।

ঃ তুমি চামচুলকে নোকোৱা কেলেই? সিয়েই তোমাৰ চাকৰিটো ঠিক কৰি দিম বুলি আঠ হেজাৰমান টকা এতিয়ালৈকে নিলে। এতিয়াও দেখোন আৰু দুহেজাৰ লৈ ফাইল-চাইল নাইকিয়া কৰিব পাৰে ! আমি নিজে সেইবোৰ কাম কৰা বৰ অসুবিধা। মই বৰ টান পাওঁ।

ঃ কৈছিলোঁ। সি চেষ্টা কৰিবই। খৰচলৈ বুলি এহেজাৰ টকা নিচেই। পিচে বিপদটো আমাৰহে। গতিকে নিজেও চেষ্টা এটা কৰাত লোকচান কি?

ঃ ঠিকেই কৈছা। কিজানি চামচুলেই কিবাকিবি লগাই তোমাৰ বিষয়ে অনুসন্ধান কৰাইছে। তেতিয়াহে সি তোমাক সেই বিপদৰ পৰা সৰুৱাবলৈ আৰু কিছু আদায় কৰিব পাৰিব।

ঃ তুমি আকৌ এদিন চামচুলৰ লগত চিনেমাকে চাবলৈ গলেই দেখোন সি গদগদ হৈ নকৰিবলগীয়া চেষ্টাও কৰিব।

ঃ হয়তো কৰিব। কিন্তু এদিন তাৰ লগত চিনেমালৈ গৈয়েই বৰ টান পালোঁ। গাড়ীখনত তুলি সি ঘৰলৈ আনিবই নোখোজে। কি অসভ্য। একেবাৰে নিলাজ। সেইবোৰ জানি-শুনিও তুমি মোক চাকৰিৰ কাৰণে বেশ্যাৰ দৰে ব্যৱহাৰ কৰিব খুজিছা নহয়?

ঃ আৰে! তোমাৰ ওপৰত মোৰ বিশ্বাস আছে। দহটা চামচুলেও একো কৰিব নোৱাৰে। কেৱল কুকুৰৰ আশা হে বাঢ়িব। তুমি শিক্ষিতা, সাবালিকা, নিজক বচাব তুমি জানা. মই শিকাব নালাগে। আই এম্ প্ৰাউড্ অব ইউ।

অনিৰ্বাণে সম্ভ্ৰম প্ৰদৰ্শনৰ কায়দাৰে থিয় হৈ বিদিশাক অভিবাদন জনালে! কলেঃ তুমি পাৰিবাই।

ঃ গিৰিয়েকৰ বাহুৰ মাজতে থাকি বিদিশাই প্ৰশ্ন কৰিলেঃ মই কিহবাত বিফল হোৱা শুনিছা?

ঃ শুনাই নহয়, দেখিছোঁ।

ঃ কিহত?

ঃ মোৰ খং তোলাত। এই বুলি বিদিশাৰ উত্তৰ চুমাৰে ঢাকি পেলালে।

## পাঁচ

**নিশা** দহ বজাত বিদিশাৰ পাৰ্টিৰ ৰূপ বেলেগ হ'ল। কৌতুকী এক নিমন্ত্ৰিতাই বহুত খেল আৰু প্ৰতিযোগিতাৰ অৱতাৰণা কৰিলে। মদৰ নিচাত সকলোৰে থৰক- বৰক অৱস্থা। তেনেকুৱা সময়তে মিচেচ্ সিঙে এটা নতুন খেল উলিয়ালে। অলৌ গুটি তলৌ গুটি খেলি এজনক বাচি উলিওৱা হ'ব। তেওঁৰ চকু বান্ধি দিয়া হ'ব, লাইট নুমাই দিয়া হ'ব। সেই অৱস্থাত তেওঁ সোঁহাতৰ তৰ্জনী আঙুলীৰে চুই চাই কৈ দিব লাগিব তেওঁ কাক চুইছে। কব পাৰিলে, তেওঁ যিজনক চোৱে সেইজনে চোওঁতাজনৰ ইচ্ছামতে নাচ-গান বা আন কিবা কৰিব লাগিব। কব নোৱাৰিলে তেওঁক পাৰ্টিৰ আনসকলে আমোদজনক শাস্তি দিব। চিঠিখেলত নাম ওলাল প্ৰায় তিনিকুৰি বছৰীয়া, অথচ চুলিৰ ৰং আৰু চেহেৰাত ডেৰকুৰি বছৰীয়া যেন হৈ থকা উদ্যোগপতি কামাল আহমদ। মিচেচ্ সিঙে কামাল আহমদৰ চকু ক'লা কাপোৰেৰে বান্ধি দিলে। দুৱাৰ বন্ধ

কৰি ভিতৰৰ সকলো লাইট নুমাই দিলে। হাতত লোৱা পেন্সিল টৰ্চেৰে মিচেচ্ সিঙে কেৱল চাই থাকিল, আহমদে যাতে চুই চাওঁতে তৰ্জনী আঙুলিটোৰ বাহিৰে আন একো লগাব নোৱাৰে। আহমেদক সুবিধা দিয়া হ'ল যে এবাৰ এবাৰকৈ মুঠতে দহবাৰ আহমেদে চকু বন্ধা অৱস্থাতে নিজৰ তৰ্জনী আঙুলিটো দহ ঠাইত লগাব পাৰিব। তাৰ ভিতৰত অন্ততঃ এবাৰ শুদ্ধকৈ কব পাৰিব লাগিব— তেওঁৰ আঙুলি কাৰ গাত লাগিছে। এবাৰ শুদ্ধ হলেই শাস্তিৰপৰা ৰেহাই পাব।

অন্ধকাৰত প্লিজ, তেনেকুৱা নকৰিব, কি কৰিছে, মই ভাল নাপাওঁ, আদি শব্দ উফৰি ফুৰিবলৈ ধৰিলে। বিভিন্ন নিমন্ত্ৰিতৰ মূৰ, হাত, ভৰি, পেট, বুকু আদিত আঙুলি লগালে আহমেদে; কিন্তু এবাৰো সঠিককৈ ক'ব নোৱাৰিলে। দশম বাৰত শেষ চেষ্টা আহমেদৰ। সেয়ে অলপ সময়ৰ কাৰণে তেওঁৰ চকুৰ বান্ধ খুলি দিয়া হ'ল যাতে তেওঁ এঢোক মদ খাই মনটো আৰু অলপ চেঙা কৰি লব পাৰে। আহমেদে সেই সুযোগতে কোনজন কোনখিনিত আছে চাই ললে। সোঁফালে কোণত চকী এখনত বহি মদৰ গিলাচত ঢোক মৰা মিস্টাৰ সিঙলৈ চাই আহমেদে ভাবিলে, এই মানুহটোৱে একে ঠাইতে বহি মদকে খাই আছে; ইয়াকে চুব লাগিব। কথা পতাৰ কায়দাৰে সিঙৰ ওচৰলৈকে কেইখোজ হ'ব হিচাপ কৰিও ললে। তাৰ পাছত আহমেদ "ৰেডি" হ'ল, তেওঁৰ চকু বান্ধ খালে আৰু এখোজ দুখোজকৈ সন্দেহেৰে যোৱাদি মিস্টাৰ সিংহ বহি থকাৰ ফালে আগবাঢ়িল। নিশা এঘাৰ বজাৰ বন্ধ ঘৰৰ ভিতৰৰ ডাঠ অন্ধকাৰ। মিচেচ্ সিঙৰ হাতত থকা পেন্সিল টৰ্চৰ পোহৰৰে ৰচি এগছৰ দৰে একোবাৰ খন্তেকলৈ জ্বলে । তাৰ মাজত হঠাৎ আহমেদে চিঞৰ মাৰি দিলে ঃ মিস্টাৰ সিংহ।

তৎক্ষণাৎ লাইট জ্বলি উঠিল। দেখা গ'ল - চকীৰ ওপৰত মিস্টাৰ সিং নাই। অৰ্থ ঠাইত মিচেচ্ সিং থি য় হৈ আছে। আৰু কঁকালৰ গাঁঠি ঢিলা কৰি নমাই দিয়া মিচেচ্ সিঙৰ তলপেটৰ নামনিত নিজৰ তৰ্জনী আঙুলি লগাই- আহমেদ থিয় হৈ আছে। হাঁহিৰ গিৰ্জনিয়ে ঘৰ উৰুৱাই নিও উৰুৱাই নিও কৰিলে। মিচেচ্ সিঙে চিঞৰি ক'লে ঃ মিস্টাৰ আহমেদে চকু খোলা থাকোঁতে মিস্টাৰ সিঙলৈ চাওঁতেই বুজিছিলোঁ তেওঁ কি বুদ্ধি পাঙিছে। সেয়ে লাইট নুমুৱাৰ লগে লগে চকীৰপৰা সিঙক উঠাই মই থিয়হৈ থাকিলোঁ যাতে সিঙৰ মূৰৰ সমান ওখত মোৰ তলপেটটো থাকে। আৰু লৰালৰিকৈ কঁকালৰ গাঁঠি ঢিলা কৰি শাড়ী খহাই ললোঁ। মই বুজিছিলোঁ যে তেওঁ হিচাপৰ খোজ কাঢ়ি কোনোবা কোমল ঠাইত আঙুলি লগালেই এনাউন্স কৰিব। গতিকে তলপেট উলিয়াই থৈছিলোঁ।

লগতে হাঁহি আহমেদে স্বীকাৰ কৰিলে যে মিচেচ্ সিঙৰ তলপেটৰ তলত কাপোৰৰ পৰশ পাই তেওঁ ভাবিছিল মিস্টাৰ সিঙে দাড়িত বন্ধা কাপোৰখন বুলি।

মিস্টাৰ আহমেদক শাস্তি বিহা হ'ল । ঘোষিত শাস্তিমতে মিস্টাৰ আহমেদ এখন পৰ্দাৰ আঁৰত সামান্য অন্তৰ্বাস পিন্ধি থিয় হৈ থাকিল আৰু দহ ছেকেণ্ডৰ কাৰণে তেওঁৰ আগৰ আঁৰকাপোৰ গুচাই দিয়া হ'ল দৰ্শকৰ বাবে।

তাৰ পিচতহে অনিৰ্বাণে মন কৰিলে যে কোঠাৰ ভিতৰত বিদিশা নাই। ইফালে- সিফালে আলেঙে আলেঙে চাওঁতে আগফালৰ বাৰাণ্ডাত বিদিশাই চামচুলক ধমকি দিয়া শুনিলে ঃ ৰাস্কেল, চৰিয়াই গাল ভাঙি দিম।

চামচুলে মদপীৰ মাতেৰে হুমকি দিছিল ঃ আজি তোক নাঙঠ কৰিমেই।

অনিৰ্বাণে বিদিশাক মাত লগাই দিলে। বিদিশাৰ অবিন্যস্ত সাজ-পাৰ চাই নামতহে মদ খোৱা অনিৰ্বাণৰ বেয়া লাগিছিল। তথাপি ভাবপ্ৰৱণতাতকৈ প্ৰয়োজন ডাঙৰ। প্ৰয়োজনৰ তাগিদাতে বিদিশাক মৰম কৰি অনিৰ্বাণে সুধিলে ঃ তুমি বেছিকৈ খাইছা নেকি?

ঃ কেলেই খাম ? তুমি?

ঃ মই নামতহে। চামচুলক ক'লানে?

ঃ সি বোলে এক ধম্‌কিতে ফাইল লৈ আহিব। বৰ অসভ্য পিচে মানুহটো। আজি তাক চৰিয়াইছোঁ মই — উপায় নাপায়। এতিয়া সি উঠিব নোৱাৰে ; পৰি থাওক তাতে।

ঃ থেংকিউ। পার্টি তেন্তে সফল হৈছে।

ঃ জমিছেও বেছ। অৱশ্যে মইহে এইবোৰত আচলতে আনন্দ নাপাওঁ। নিয়ম মানি হাঁহি হে থাকে। বৰ নীচ ৰুচি কিছুমানৰ।

অনির্বাণে বিদিশাক পাতলকৈ চুমা এটা খাওঁতে চামচুলে বোধকৰোঁ পৰি থকা অৱস্থাৰপৰা দেখি আছিল। সি তাৰপৰাই লেবাই লেবাই খঙেৰে চিঞৰিলে ঃ শ্যালী ৰাণ্ডী-ী-ী-ী। বিদিশা বা অনির্বাণে সেই অভিযোগ শুনিলেনে নাই তাৰ প্ৰমাণ তেওঁলোকৰ ব্যৱহাৰত ধৰা নপৰিল। ভিতৰত ব্যস্ততা বাঢ়িল। বেছিকৈ মদ খাই মাতাল হৈ কাপোৰ খুলি নাঙঠ হ'ব খোজা মিচেচ্ সিঙক কোনোমতে ঢাকিঢুকি শোৱনি কোঠালৈ অনির্বাণ আৰু বিদিশাই কঢ়িয়াই নিলে। মিচেচ্ সিঙৰ এইটো বোলে অভ্যাসেই। তথাপি ইমান শকত মাইকী নাঙঠ হ'লে অনির্বাণৰ মতে বৰ বেয়া দেখি। ❑

# ছয়

ঃ বৰ বেয়া দেখি হে বৰ বেয়া দেখি।

ঃ কি বেয়া দেখি? ইৰাৰ মাতত যেন জলকীয়া গুৰি মিহলোৱা আছে।

সিমান ঘেংকৈ নধৰিবাচোন। মইতো নতুনকৈ তোমাৰ খং উঠিবলগীয়া কাম একো কৰা নাই। তোমাৰ মূৰত এইবোৰ কি কথা সোমাইছে?

ঃ সেইটো কব নোৱাৰাৰ কাৰণেহে একো ক'ব নোৱাৰি শিয়ালৰ দৰে পলাই ফুৰিছা নেকি? মোৰ নিচিনা কপালৰ মানুহৰে ভগৱানত বিশ্বাস নাইকিয়া হয়গৈ। বিদিশাৰ নিচিনা প্ৰেমিকৰ "কিউ" লৈ ফুৰা ছোৱালীয়ে পায় অনির্বাণ বৰুৱাৰ নিচিনা বংশে গৌৰৱে, ধনে-চাকৰিয়ে, ৰূপে-গুণে, বয়সে-স্বাস্থ্যই উপচি পৰা স্বামী; আৰু মোৰ নিচিনা কামে-কথাই থকাবোৰৰ কপালত পৰে অকৰ্মণ্য, কাপুৰুষ টোকোনা মানুহ। এনেকুৱা অৱস্থাত পৰিম বুলি কল্পনাও কৰা নাছিলোঁ। — ইৰাৰ মাতত চকুপানী সনা।

গিৰিয়েক শইকীয়াই খবৰ-কাগজ পঢ়াৰ পৰাই মাত নামাতি নোৱাৰিলে; আজি ৰাতিপুৱাই তোমাৰ কি বেয়া অৱস্থাটো হ'ল? কি বলকিছা তুমি?

ঃ আৰু কি হ'বলৈ বাকী আছে যে ৰাতিপুৱাই আজি নতুনকৈ কিবা এটা হ'ব? সিদিনা সেয়া বিদিশাই মাতোতেও পার্টিলৈ যাব নোৱাৰিলোঁ ভাল কাপোৰ এসাজৰ অভাৱত। তাৰ সলনি ঘৰ-বাড়ী আদি আন কিবা হোৱা হ'লেও ক'বলৈকে আছিল। সিফালেও নাই। আজিলৈকে নিজৰ বুলিবলৈ ঘৰ এখনকে নহ'ল। আমাতকৈ পিছত চাকৰি পাইয়ো অনির্বাণ বৰুৱাই একে বছৰতে দালান বনালে। তাৰ উপৰি দিনৌ পইচাৰ চিন্তা।

ঃ দেশৰ অৱস্থা যেনেকুৱা মোৰ অৱস্থাহে তেনেকুৱাইহে হ'ব। অনির্বাণেও ঘৰ সাজিব পাৰিলে ঘোচ খাব পৰা চাকৰিলৈ বদলি হোৱাৰ পাচতহে।

ঃ সংসাৰৰ যি সময়ৰ যি দস্তুৰ তুমি-আমিও তেনেকুৱাই হ'ব লাগিব। তোমাৰ চাকৰিত ঘোচ নোপোৱাৰ কাৰণে অনির্বাণ বৰুৱাই ঘোচ পোৱাটো হ'বলা বেয়া হ'ল?

ঃ ঘোচ মই পালেও লব নোৱাৰোঁ।

ঃ আঙুৰ টেঙা বুলি তুমিয়েই প্ৰথম কোৱা নাই। অসমৰ্থ কাপুৰুষেহে তেনেকুৱা কথাৰে নিজৰ দুৰ্বলতাক ঢাকি ৰাখে।

এনেকুৱা আলোচনা মোখনি মাৰি শেষ কৰাৰ সুৰত শইকীয়াই কলে ঃ অকল ধন-সম্পত্তিয়ে সকলো নহয় হে পৃথিৱীত। মনৰ সুখ হে আচল কথা।

ঃ মনৰ সুখটো হবপায় বন্ধু-বান্ধৱে ইতিকিং কৰিব পৰাকৈ আৰ্থিক অৱস্থা বেয়া হ'লে পোৱা যায়?

ঃ বন্ধু-বান্ধৱীতকৈ চহকী হৈ পাবপৰা মনৰ সুখটো কেনেকুৱা হ'ব তাক চেলেকি চোৱাৰ ৰুচি মোৰ নাই।

ঃ থাকিলে যে বাওনাই চন্দ্ৰলৈ হাত মেলাতকৈ দেখিবলৈ কদাকাৰ হ'ব। বিদিশাৰ নতুন ঘৰটো দেখিলে আমাৰ এইবোৰ জীৱন গাহৰি-জীৱন যেন লাগে। নিজৰ ঘৰ এখন নিজে চিন্তা কৰি সজাই-মেলি পোৱা আনন্দটো আমাৰ ভাগ্যত নহবগৈ আৰু।

কৈ কৈ ইৰাৰ চকুপানী ওলাই আহিল। গিৰিয়েক শইকীয়া ৰসিক মানুহ। কলেঃ হেৰা ইৰা, মই পৰিসংখ্যা বিভাগৰ ডাঙৰ বিষয়া। পৰিসংখ্যাৰ মতে গৰমৰ আধা আৰু ঠাণ্ডাৰ আধা থকা বতৰ আৰামৰ হ'ব। সেই বুলি তুমি এটা ভৰি জুইত আৰু এটা ভৰি বৰফত দি আৰাম বিচাৰিলে নহ'ব। সুখও লাগিব, অসৎ উপায়ে ধনও লাগিব, মানুহেও ভাল বুলি ক'ব লাগিব— সকলো একেলগে সম্ভৱ নহয়।

ইৰাই কোনো উত্তৰ দিয়াৰ প্ৰয়োজন নেদেখিলে। গিৰিয়েকে শইকীয়া মাটি হেন মানুহ। গালি পাৰিলেও শুনি থাকে; খং নুঠে। চাকৰি ডাঙৰেই; কিন্তু বাহিৰা পইচা নাই। দৰ্মহাটোৰে কোনোমতে মাঁহটো চলে। শইকীয়া কিন্তু তাতে সন্তুষ্ট ; লৰা-ছোৱালীকেইটা পঢ়াই শুনাই ডাঙৰ কৰিব পাৰিলেই হ'ল। শইকীয়া নিজে দুখীয়াৰ ঘৰত ওপজা মানুহ। ঘৰখন এতিয়াও দুখীয়া। সুবিধা পালেই ইৰাই টোকোনাৰ ঘৰ বুলি গালি পাৰে। বৈবাহিক জীৱনত এনেবোৰ গালি ভাতৰ লগত পদিনাৰ জুতি বুলি শইকীয়াই সহ্য কৰে। ইৰাৰ মনটো কিন্তু বেলেগ। নিজে সৰুৰেপৰা ধনী খুড়াকৰ ঘৰৰ দাঁতিতে মাস্টৰ বাপেকৰ দুখীয়া সংসাৰত ডাঙৰহৈ আহোঁতে বুজিছিল যে পৃথিৱীত ধন নহ'লে সুখ নাহে। সদায় ভাবিছিল, বিয়াৰ পিছত জিয়ৰী কালৰ বহুত অভাৱ তাই পূৰণ কৰিব। তাই ধনী গিৰিয়েক পাব। ইৰাৰ মতে বিদিশা বা ধনী খুড়াকৰ জীয়েক ইশাৰ দৰে তিনিশ টকীয়া শাড়ী এখন কিনো বুলিলেই কিনি, গাড়ীত উঠি, চিনেমা চাই, ড্ৰইংৰুমটো সুন্দৰকৈ সজাই, ল'ৰা-ছোৱালীক দামী ইংৰাজী স্কুলত পঢ়াই, প্ৰদৰ্শনী-মহিলা সভা- মেল-মিটিং আদিলৈ মন গলেই ওলাই গৈ , সময় কটোৱা জীৱনৰ সমান সুখী নাই। ল'ৰা ছোৱালীৰ জঞ্জাল মাৰিবলৈ আৰু ভাত ৰান্ধিবলৈ চাকৰ-বাকৰ থাকিব লাগে। ইৰাৰ মতে মাহেকৰ দৰমহাৰে কোনোমতে চলা মানে দাৰিদ্ৰৰ বোজা বোৱা। আৰু বিদিশাই কোৱাৰ দৰে মহাপাপতহে মানুহ দৰিদ্ৰ হয়। আৰু অনিৰ্বাণৰ নিচিনাবোৰহে - আচল মহাদেৱ হেন স্বামী। সেইজনী মুখ চোকা বিদিশায়ো অনিৰ্বাণৰ খং তোলাব নোৱাৰে। আনে কি কয় তালৈ কেৰেপ নকৰি অনিৰ্বাণে যেনেতেনে এনেকুৱা এটা চাকৰি যোগাৰ কৰি ললে যে এবছৰতে জয়জয় ময় ময় অৱস্থা হ'ল। মানুহে কোৱা কথা কেলেই লাগিছে? চামচুল হুচেইনক আসৈ দিয়েই হওঁক বা মন্ত্ৰীৰ ভৰিত ধৰিয়েই হওঁক, চাকৰিটো কৰি ললে যে ললেই। মনে মনে ইৰাই ভাবিলে, যাৰ ভাগ্য ভাল তাৰ সকলোফালেই ভাল। আমাৰ নিচিনাবোৰৰহে আশাতে জীৱন শেষ হয়।

শইকীয়া বহি থাকিব নোৱাৰিলে। উঠি গৈ ইৰাৰ মূৰত মৰমেৰে হাত থৈ কলেঃ কান্দিছা কেলেই? আমাৰ কি নাই? এইকেইটা ল'ৰা ছোৱালী পঢ়ি-শুনি ডাঙৰ হ'লে তোমাৰ সুখ থবা ক'ত?

জোকোৰা মাৰি গিৰিয়েকৰ হাতখন নিজৰ মূৰৰপৰা এৰুৱাই দি ইৰাই বিননিৰ সুৰত ক'লে ঃ গাভৰু কালটো কোনোমতে পেটৰ ভাত মোকোলাওঁতে হাৰাশাস্তি হৈ মই বুঢ়া বয়সত ল'ৰা-ছোৱালীয়ে সোন্দা কলটো খোৱাবলৈ বৈ থাকিম। সেই আশাতে মই এতিয়া গেবাৰি খাটি হাঁহি থাকিব লাগে?

ঃ তেনেকুৱাবোৰ আশাই আছিল যদি, ভাল ধনী দৰা এটা চাই বিয়া নকৰালা কিয়?

ঃ মইতো জনা নাছিলো যে কথা-চহকী ভণ্ড ধৰ্ম-যুধিষ্ঠিৰ এজনক বিয়া কৰাইছোঁ। জনা হ'লে কেতিয়াও নাহিলোঁহেঁতেন।

ঃ এতিয়াও দেখোন বিদিশা বৰুৱাই গোটোৱা চামচুল হুচেইন এখন গোটাই লব পাৰা।

ঃ ললেনো কি কৰিবা তুমি? জানিবাই বা কেনেকৈ? ক্ষয় যাবনে কিবা?— খঙৰ ভমকত ইৰাৰ মুখত বেয়া কথা ওলাল।

শইকীয়াই গহীনাই মন্তব্য কৰিলে ঃ ক্ষয়ো নাযায় চিনো নাথাকে। মই মাত্র লোকৰ ল'ৰা-ছোৱালীক লোকৰ বুলিয়েই মৰম কৰিয়েই ভাল পাওঁ। লোকৰ ল'ৰা-ছোৱালীক নিজৰ বুলি মৰম কৰিব লগা নহ'লেই হ'ল। তালৈকে তোমাক স্বাধীনতা দিলো।

ঃ সেইটোতনো তোমাৰ আপত্তি কিহৰ?

ঃ আন আপত্তি একো নাই । কেৱল দুখীয়াৰ সংসাৰত খৰচ বঢ়াৰ ভয়। আৰু তাকে লৈ বন্ধু-বান্ধৱে ফিচিঙা-ফিচিঙ কৰিলে সেইবোৰ হজম কৰোঁতে কষ্ট হ'ব।

ঃ সেই কষ্টকে দিব পৰা হ'লেও অলপ শান্তি পালোহেঁতেন।

শইকীয়াই আকৌ মোখনি মৰাৰ চেষ্টা কৰিলে ঃ হ'ব আৰু ইৰা। কাগজ পঢ়াতো নহ'লেই। আজি বন্ধৰ দিনতে সেই কাগজখনে খোজা গল্পটো লিখি পেলাওঁ বুলি ভাবিছোঁ। আজিলৈ ছুটী দিয়া মোক।

ইৰা উচাট মাৰি উঠিল। থৈ দিয়া তোমাৰ গল্প। লোকে এখন কিতাপ লিখিয়েই ৰাষ্ট্ৰীয়, জাতীয়, দপ্তৰীয়া, চুবুৰীয়া , আদি সকলো পুৰস্কাৰ পায়। এওঁ ইপিনে দিনে-নিশাই এতিয়ালৈকে দহ-পোন্ধৰখন কিতাপ লিখিও আজিলৈকে সাহিত্য সভাৰ নিমন্ত্রণী চিঠি এখনকে পোৱা দেখা নাই।

ঃ মইতো সাহিত্যিক নহয়; সাহিত্যিক হোৱা হ'লে সাহিত্য সভাৰ সহিততে থাকিলোহেঁতেন। মই লেখক হে।

ঃ একেবোৰ উত্তৰকে শুনি শুনি আমনি লাগিছে।

ঃ ভাবি থৈছোঁ, ঘৈণীয়ে গিৰিহঁত সলালেই ময়ো উত্তৰ সলাম।

ঃ অনবৰত পেংলাই কৰি থাকিলে সকলো ঠিক হৈ যাব বুলি কেৱল মূৰ্খই হে ভাবে।

উচাট মাৰি ইৰা উঠিল। ক'ৰবাত খেলি থকা ল'ৰা-ছোৱালীকেইটা মা- মা কৰি চিঞৰি আহিছে। এইকেইটাৰপৰাহে একো কৰিব নোৱাৰি। ইহঁত নথকা হ'লে তাই মাকৰ ঘৰলৈকে গুচি গ'লহেঁতেন। এনেকুৱা এটা মানুহৰ লগত থকাতকৈ মৰাও ভাল। ইৰাই আগফালৰ দুৱাৰখন খুলি দিলে এনেয়ে। বাহিৰৰ মুকলি বতাহ কিছু ভিতৰলৈ সোমালে তাই যেন শান্তি পাব।

দুৱাৰ খুলিয়েই দেখে, বাহিৰত মীৰা। মিচিক-মাচাককৈ হাঁহি থিয় হৈ আছে। ইৰা আচৰিত। ইমান ৰাতিপুৱাই তাই ক'ৰপৰা ওলালহি? সুধি দিলে ঃ বাহিৰতে যে বৈ আছ, সোমাই অহা নাই কিয়? ইমান ৰাতিপুৱাই ক'ৰপৰা ওলালিহি?

ঃ বজাৰলৈ আহিছোঁ। এওঁৰ বোলে আজি বজাৰ কৰি দি যোৱাৰো সময় নাই। বাটতে তোৰ ঘৰত সোমাই যাওঁ বুলি আহি তহঁতৰ তর্ক প্রতিযোগিতাৰ শ্ৰোতা হৈ বাহিৰতে বৈ আছোঁ।

ইৰাই লাজ পালে। মুখেৰে ক'লে ঃ অসভ্য। তোৰ সেই তাহানিৰ অসভ্য অভ্যাসবোৰ নগ'ল।

ঃ তোৰ জানো চোকা মুখখন মিঠা হ'ল?

ঃ এইটো মানুহৰ লগত থাকিলে মুখ চোকা নহৈ মিঠা হ'বনে?

ইৰাই ভনীয়েকক "আহ" বুলি মাতি ৰান্ধনি ঘৰৰ ফালে খোজ পেলালে।

মীৰা সোমাই আহিল। দেখিলে, ভিনিহিয়েক শইকীয়াই মেলি লোৱা কাগজ পত্ৰবোৰ সামৰিছে। হাঁহি হাঁহি মীৰাই ক'লে ঃ কিয় সামৰিছে ভিনদেউ? আপুনি গল্পটো লিখক। মই আপোনাক আমনি নকৰোঁ। মই আহিলো যেতিয়া বাইদেউ এতিয়া মোৰ আগত বক্তৃতা দিয়াতে ব্যস্ত থাকিব। গতিকে আপুনি নিৰাপদে লিখিব পাৰে।

শইকীয়াই হাঁহি মাৰি ক'লে ঃ এতিয়ালৈ এৰিলোঁ মীৰা, এতিয়া লিখিলে কিবাকিবি বেয়া কথাবোৰহে ওলাব।

ঃ বাইদেৱে ৰাতিপুৱাই সদায় এইদৰে বলকনি আৰম্ভ কৰে নেকি?

ঃ সেইদৰে নকবা। ঘৈণী আৰু ল'ৰা-ছোৱালীৰে আমাৰ আদৰ্শ সংসাৰ। অনাতাঁৰ কেন্দ্ৰৰ পুৱাৰ অনুষ্ঠানৰ গান সদায় ভালবোৰকে পোৱা জানো? আজিৰ বেয়া ৰেকৰ্ড এখন শুনি তুমি সদায় পুৱা বেয়া ৰেকৰ্ড বজায় বুলি নকবা।

সন্মুখতে সেইদিনা পুৱাৰ কাগজখন পৰি থকা দেখি মীৰাই সুধিলে ঃ আজিৰ কাগজ পঢ়িলেনে ভিনদেউ?

ঃ কাগজ? মেলি লওঁতেই ইৰা দেৱীৰ আবিৰ্ভাৱ। কাগজ মেলাতে থাকিল। তুমি পঢ়াগৈ বাৰু। মই অলপ পিচতে চকু ফুৰাম।

ঃ মই ঘৰতে চাই আহিছোঁ। সেই কাৰণেহে সুধিছোঁ। — এইবুলি মীৰাই কাগজখন হাতত লৈ প্ৰথম পৃষ্ঠাৰ বাতৰি এটা দেখুৱাই কলে ঃ এয়া, কিবাকিবি বহুত কাৰণত অনিৰ্বাণ বৰুৱাৰ চাকৰি গৈছে। তেওঁৰ বিৰুদ্ধে চৰকাৰে কিবা মোকৰ্দমাও তৰিছে। কালি গ্ৰেপ্তাৰ কৰিছিল ; জামিনতহে এৰি দিছে।

অবাক হৈ শইকীয়াই খবৰটো পঢ়ি চালে। ঃ কি কাণ্ড ? চামচুল হুচেইনক আগতেই ধৰি আগতেই এৰি দিছে। ইমানবোৰ কথা হৈ গ'ল , অথচ কালি অফিচত মই অকণো গমকে নাপালোঁ। চাওঁ এই বুলি শইকীয়াই খবৰটো পঢ়ি গ'ল মাজডোখৰৰপৰা ঃ

"জানিবলৈ পোৱা মতে শ্ৰী অনিৰ্বাণ বৰুৱাই দুদিন
আগতে চাকৰিৰপৰা ইস্তাফা দিছিল। তেওঁৰ হৈ
শ্ৰীচামচুল হুচেইনে পুলিচৰ চোৰাংচোৱা বিভাগত বোলে
হুমকি দিছিলগৈ এইবুলি যে বৰুৱাৰ বিষয়ে মিছা
কথাৰে ভৰা ফাইলটো এতিয়াই মন্ত্ৰীৰ ঘৰলৈ পঠাই
নিদিলে কেবাজনৰো চাকৰি যাব। মন্ত্ৰীৰ ঘৰলৈ নিয়াই
ফাইলটো নাইকিয়া কৰাৰ অভিসন্ধি আছিল বুলি
বিশ্বস্তসূত্ৰে জানিব পৰা গৈছে; কিন্তু এই বিষয়ত
মন্ত্ৰীৰ অনুমোদন থকাৰ কোনো প্ৰমাণ পোৱা নাই।......"

ইতিমধ্যে ইৰা ৰান্ধনিঘৰ পাইছিলগৈ। তাৰপৰাই কাণপাতি শইকীয়াই খবৰটো পঢ়া শুনি লৰালৰিকৈ হাতত বেলনা মাৰিডাল লৈ মীৰাহঁতৰ ওচৰ পালেহি। আহিয়েই সুধিলে ঃ তহঁতে ইমানপৰে কি কথা পাতিছহঁক?

মীৰাই খবৰ কাগজখন আগবঢ়াই দি খবৰটো আঙুলিয়াই দেখুৱাই দিলে। একান্ত মনোযোগেৰে ইৰাই খবৰটো পঢ়োতে শইকীয়াই মুখৰ চেহেৰাৰপৰা মনৰ ভাব বুজাৰ চেষ্টা কৰিছিল। শইকীয়াৰ মনৰ ভাবটো বুজি মীৰাই আমোদ পাইছিল। পঢ়ি উঠি টোপনিৰপৰা সাৰ পোৱাৰ দৰে অবাক হৈ ইৰাই শইকীয়া আৰু মীৰাৰ মুখলৈ চালে। তাৰ পাচত কিবা ভাবি হঠাৎ মীৰাৰ হাতত ধৰি কলে ঃ মীৰা, বিদিশাৰ ওচৰলৈকে যাওঁ ব'ল। তাইৰ চাগৈ অকলে বৰ বেয়া লাগিছে। হঠাতে এনেকুৱা হ'ব পায়নে বাৰু ?

বিদিশাৰ দুৰ্ভাগ্যৰ তুলনাত নিজকে সৌভাগ্যৱতী হোৱা যেন পাই ইৰাৰ মুখত লুকাই-চুৰকৈ জিলিকি পৰা সন্তোষৰ চিন শইকীয়াৰ সন্ধানী চকুৱে হেলাৰঙে ধৰা পেলালে। ৰসিক শইকীয়াই ইন্ধন যোগালে ঃ এৰা, গ'লে এতিয়াই যাব লাগে- - তপতে তপতে।

গিৰিয়েকে কোৱা কথালৈ কাণ নিদি ইৰাই নিজকে কোৱাদি ক'লে ঃ এইবোৰ বদনামৰ ভাগী হোৱাতকৈ এসাজ নাখাই থকা ভাল।

শইকীয়া আৰু মনে মনে থাকিব নোৱাৰিলে। ক'লে ঃ তুমিতো সদায় তাকে কৈ আহিছা ইৰা । আজি মীৰা অহাৰ আগতেও মোক জানো বুজোৱা নাছিলা যে অনিৰ্বাণ বৰুৱাৰ দৰে হঠাৎ ধনী হোৱাতকৈ আমাৰ দৰে দুখীয়া হৈ থকাই ভাল। তোমাৰ কাৰণেইতো মই সেই পথত খোজ দিয়া নাই। নহ'লে মোৰো একে অৱস্থা হ'লহেঁতেন।

কৃত্ৰিম গাম্ভীৰ্য্যেৰে শইকীয়াই কথা কওঁতে তেওঁলৈ ইৰাই পোন্দোৱাকৈ চাই আছিল। গিৰিয়েকৰ বক্ৰোক্তিলৈ কেৰেপ নকৰি ইৰাই ভনীয়েকক ক'লে ঃ ব'ল মীৰা, বিদিশাকে মাত লগাই আহোঁগৈ। নহ'লে আমিও তাইৰ এনেকুৱা হোৱাত ভালপোৱা বুলি ভাবিব।

ঃ মই নাযাওঁ। ময়ে তাইক এই অৱস্থাৰপৰা ৰক্ষা নকৰিলোঁ বুলি ভাবি আছে। মই গলে কিজানি ডিঙিত ধৰি উলিয়াই পঠিয়াব।

ঃ কিয় ?

ঃ সেইবোৰ বহুত কথা, তোক কোৱাই নাই। মুঠতে বিদিশা বাইদেউ গিৰিয়েকৰ সৈতে আমাৰ ঘৰলৈ দুদিন গৈছিল। আমাৰ ঘৰলৈ মানে এওঁক লগ ধৰিবলৈ। এদিন যে মিঠায়ে-চিঠায়ে এপেপা লৈ গৈছিল। মোক ৰান্ধনি ঘৰত গৈ বিদিশা বাইদেৱে মনে মনে অনুৰোধ কৰিছিল, অনিৰ্বাণ ভিনদেউৰ ফাইলটো নোহোৱা কৰিবলৈ— মই যাতে মই গিৰিহঁতক কৈ কামটো কৰাওঁ । তইতো জানই যে তেওঁ অফিচত চোৰাংচোৱা বিভাগৰ গুপ্ত নথি-পত্ৰৰ তত্বাবধানত। পিছে মোৰ গিৰিহঁততো কেনেকুৱা ? ক'ব পাৰি নেকি তেওঁক এইবোৰ কথা ? আৰু সুধিছিল— গিৰিয়েকৰ বিৰুদ্ধে অভিযোগবোৰ কেনেকুৱা বিধৰ। মইতো সেইবোৰ অফিচৰ কথা নাজানো আৰু তেওঁৰো একো নকয় মোক। আনকি সেইদিনালৈকে তেওঁ নাজানিছিল যে বিদিশা বাইদেউহঁতৰ লগত মোৰ বিশেষ চিনাকি আছিল।

অধৈৰ্য্য হৈ ইৰাই সুধিলে ঃ পিছে তই কি কৰিলি ?

ঃ কি কৰিম আৰু ? তইতো তোৰ ভনী জোঁৱায়েৰেক জানই। উপায় নাপাই বিদিশা বাইদেউকে কলোঁ— মই কোৱাতকৈ তেওঁ কোৱাই ভাল হ'ব। বিদিশা বাইদেউ কিন্তু বৰ টেঙৰ। এওঁৰ ওচৰলৈ গৈ এওঁক একো নকৈ প্ৰথমতে মোকে ক'লে।

ঃ কি ক'লে ?

ঃ ক'লে যে আমি ভাড়াঘৰত ইমান পইচা দি থকাটো অন্যায় হৈছে। ল'ৰা-ছোৱালীকেইটাৰ ভৱিষ্যতলৈ সাঁচিব লাগে। তেওঁৰ নতুন ঘৰৰ ওচৰতে তেওঁৰে আন এটুকুৰা মাটি আছে। দামটো যেতিয়াই পাৰে দিলেই হ'ব। এতিয়া কিন্তু লৰালৰিকৈ ঘৰ এটা সাজি তালৈ যাব লাগে। ভাড়াৰ পইচাকেইটা বাচি যাব।

ঃ তাৰ পিচত ?— ইৰাৰ ধৈৰ্য্য নাই।

ঃ মই কলোঁ— এতিয়া আমি ঘৰ সাজিব নোৱাৰোঁ বাইদেউ আমাৰ টকাই নাই। বাইদেৱে খঙেৰে কোৱাদি কলে যে কোনোমতে থাকিব পৰা ঘৰ এটা দুহেজাৰতে হয়। মই হাঁহি দিলোঁ। কলোঁ— দুহেজাৰনো ক'ৰ পৰা ওলাব ? তেতিয়া বিদিশা বাইদেৱে বেয়া কাম এটা কৰিলে।

ঃ কি কৰিলে ?

ঃ বেগৰ পৰা টকা এহেজাৰ উলিয়াই মোক দি ক'লে যে, মোৰ ঘৰ সজাটো একেবাৰে ঠিক কৰি দিবলৈকে তেওঁ আজি ইয়ালৈ আহিছিল। সেয়ে টকাৰ অভাৱৰ কথা কলে মুখ বন্ধ কৰি দিয়াৰ উপায়ো হাততে লৈ আহিছিল। টকাকেইটা মোৰ হাতত গুজি দি কলেঃ " কাম আৰম্ভ কৰা, ধাৰ লাগিলে আৰু দিম। পিচত মাৰি দিবা।" মই নলওঁ, তেওঁৰো নেৰে। তেনেকুৱাতে মোৰ গিৰিহঁতে আমাক উপেক্ষা কৰি, আগৰে পৰা পাতি থকা কথাৰ সূত্ৰ ধৰি অনিৰ্বাণ বৰুৱাক স্পষ্টকৈ কলে ঃ " মিস্টাৰ বৰুৱা, আপোনাৰ ফাইলটোৰ বিষয়ে একো কথা কোৱা মোৰ পক্ষে সম্ভৱ নহয়। মোৰ চাকৰিটোৱেই

হৈছে গোপন নথি-পত্ৰ ৰখাৰ । সেই গোপনীয় কথা মই কেতিয়াও কাকো ক'ব নোৱাৰোঁ। আপুনি হাত-দীঘল মানুহ, ওপৰ মহলাত ধৰক। মোৰ নিচিনা মাখি মৰা কেৰাণীক বিপদত পেলায় কেলেই ?-- এইবুলি তেওঁ মোৰ হাতৰপৰা বিদিশা বাইদেৱে দিয়া টকা হেজাৰ নি বিদিশা বাইদেউক কথাৰ মাজতে দি দিলে।

ঃ পিচত ?

ঃ বিদিশা বাইদেউৰ মুখত সৰস্বতী আছে। বিভিন্ন ধৰণেৰে তোৰ জোঁৱায়েৰক প্ৰশংসা কৰি ফুচুলাবলৈ ধৰিলে। এওঁতো গোঁৱাৰেই। শেষত এওঁ ক'লে- " মিচেচ্ বৰুৱা, আপোনাৰ সৈতে আজি মোৰ প্ৰথম চিনাকি । তাৰ আগতে, অৱশ্যে মীৰাৰ লগত চিনাকি বুলি আজি গম পালোঁ। এটা কথা কওঁ বেয়া নাপাব' বিদিশা বাইদেউ সন্দিহান হৈ ৰৈ থাকিল-- কি কথা কয় শুনিবলৈ।

ঃ কি কলেনো ?

ঃ নকবি আৰু। এওঁ যে পোনপটীয়াকৈ বৰ বেয়া কথা কৈ দিব পাৰে। মোৰ লাজ লাগি গৈছিল। খঙো উঠিছিল।

ঃ কি কলে কচোন ?

ঃ ঠিক এনেকুৱাকৈ ক'লে ঃ " মিচেচ্ বৰুৱা, আমি উপাৰ্জনৰ সীমাৰ ভিতৰত সাৱধানে থকা মানুহ। মই বুজিছোঁ যে মীৰালৈ থকাৰ মৰমতে আপুনি আমাৰ ল'ৰা- ছোৱালীকেইটালৈ কাপোৰ আৰু মিঠাই লৈ আহিছে। পিছে এইবোৰ এবাৰ পাই লেথা লাগিলে ল'ৰা-ছোৱালীয়ে মোক জুলুম কৰি মাৰিব। গতিকে সেইখিনি ঘূৰাই নিলে ভাল পাম।"

ঃ ৰাম ৰাম, বিদিশা চাগৈ লাজত মুচ্‌কুচ্ যোৱা যেন হ'ল। - ইৰাই লাজতে চকু মুদি কলে।

মীৰাই মূৰ জোকাৰি ক'লে ঃ ওহোঁ, তই ভুল কৰিছ। তই তেন্তে তোৰ বান্ধৱীক নাজানই। বিদিশা বাইদেৱে অতি স্বাভাৱিকভাৱে উত্তৰ দিলে ঃ "সঁচা কথা ক'বলৈ গলে মই বস্তুবোৰ আনোতেই কথাটো ভাবিছিলোঁ ; কাৰণ, আপোনাৰ বিষয়ে মই মীৰা আৰু ইৰাৰপৰা সকলো শুনি থৈছোঁ। সেই কাৰণে, পিচত গালি খায় বুলি বস্তুবোৰ মনে মনে মীৰাৰ হাতত দি নগৈ আপোনাৰ আগতে দিলোঁ। দেখিলে নহয়। ঘৰ সজা, সাজিবলৈ ধন ধাৰলৈ দিয়া আদিও মনে মনে মীৰাক নকৈ আপোনাৰ আগতে কৈছোঁ। কাৰণ, আপোনাৰ চেণ্টিমেণ্টক আমি কেতিয়াও অৱমাননা নকৰোঁ।"

ঃ তাৰ পাচত ?

ঃ বিদিশা বাইদেৱে কাপোৰবোৰ ঘূৰাই নিবলৈ গাত ললে । কিন্তু ভনীজনীৰ ঘৰলৈ লৈ অহা মিঠাই কেইটাও ঘূৰাই নিব লাগিবনে ? সেই প্ৰশ্নৰ উত্তৰত এওঁ ঘূৰাই নিব লাগিবই বুলি কিন্তু কব নোৱাৰিলে। আমি আৰু বিদিশা বাইদেউহঁতে একেলগে বহি চাহ-মিঠাই আনন্দেৰে খালোঁ। আহিবৰ সময়তো এওঁক কৈ আহিছিল ঃ "আপোনাৰ নিচিনা নৈতিক আদৰ্শ থকা মানুহ মই খুব ভাল পাওঁ। আকৌ আপোনাক আমনি কৰিমহি।" হয়তো পিচত আকৌ যোৱাৰ বাট মুকলি কৰি ৰাখিছিল।

শইকীয়াই কাণেৰে সকলো শুনি থাকিলেও একো নুশুনাৰ দৰে একমনে ডাঢ়ি খুৰাই আছিল। ৰান্ধনী ঘৰৰ বাৰাণ্ডাত পানী এবাল্টি লৈ ল'ৰা-ছোৱালীকেইটাই ইটোৱে- সিটোৰ গাত ছটিয়াই উৰাই-ঘূৰাই হাঁহিছিল। ইৰাই সেইবোৰ একোলৈ কাণ নকৰি মনে মনে ভাবিছিল গিৰিয়েকৰ চাকৰিৰ কাৰণে ভনী জোঁৱাই এটাৰ হাতত ইমান অপমান সহ্য কৰাৰ ধৈৰ্য্য বিদিশাৰ নিচিনা কাটিহা নসহা ছোৱালীজনীয়ে ক'ৰ পৰা পালে ? ধনে মানুহক অপমান সহিবলৈকো শিকায় নেকি ?

মীৰাৰ ক'বলগীয়া আৰু বহুত আছিল। বিদিশাৰ বিষয়ে বেয়া কথা ইৰাক ক'বলৈ মীৰাই ভাল নাপায়। কাৰণ, হেজাৰ হলেও বিদিশা ইৰাৰ বন্ধু ; বায়েকৰ বেয়া কথা কোৱা যেন হয়। আচলতে অনিৰ্বাণ বৰুৱাৰ অসৎ উপায়েৰে ধন ঘটাৰ ৰিপোৰ্ট ইমান আহিছিল যে বহুত দিনৰ আগতে এদিন গিৰিয়েকে মীৰাক কথা-প্ৰসঙ্গত কৈছিল যে বেয়া বুদ্ধিত অসমীয়াক আনে চেৰ পেলাব নোৱাৰে। তেতিয়া গিৰিয়েকে নাজানিছিল যে অনিৰ্বাণহঁত মীৰাৰ চিনাকি। কথাবোৰ শুনাৰ

পাচত মীৰায়ো বিদিশাহঁতৰ লগত চিনাকিৰ কথাটো গিৰিয়েকক কৈ দিবলৈ কিবা যেন বেয়া পালে। তাৰ পাচত এদিন আহি কৈছিল চামচুল হুচেইনৰ কথা। হুচেইনে বোলে অফিচত গৈ ধমকি দি কৈছিল গৈ যে অনিৰ্বাণ বৰুৱাৰ বিষয়ে মিছা কথা লগাই অনিষ্ট কৰাবোৰক, আৰু সেইবোৰকে ফাইলত গাঁঠি ওপৰবালাক লগোবা কেৰাণীবোৰব পাউশুত গন্ধ ভৰোবাদি একোদিনাই ভৰাই থোৱাৰ ক্ষমতা তেওঁৰ আছে। আৰু কোনে সেইবোৰ কৰিছে সেই সন্তেদ চামচুলক জনাই দগাবাজবোৰক ধৰাত সহায় কৰি দিলে, সম্ভেদ দিয়াজনক একেদিনাই কেবাখাপো পদোন্নতি কৰাই দিয়াৰ শক্তিও বোলে চামচুলৰ আছে। মীৰাৰ গিৰিয়েক অভিজ্ঞ অফিচ কৰ্মী। চামচুলৰ বক্তব্য সোপাকে টেপ-ৰেকৰ্ডাৰেৰে ধৰি যথাস্থানত দিছিলগৈ। কেন্দ্ৰত কংগ্ৰেছী চৰকাৰ পতনৰ খবৰ ওলোৱাৰ দিনা অনিৰ্বাণ বৰুৱা আৰু চামচুল হুচেইনে বোলে মীৰাৰ গিৰিয়েকক প্ৰচাৰ বিভাগৰ আগতে লগ পাই কৈছিল ঃ এতিয়া চাম নহয়, কোনে কাৰ চাকৰি খায়। আমাৰ জনতা চৰকাৰে সকলো কংগ্ৰেছী অভিযোগ কলমৰ এটা খোচতে নাকচ কৰি দিব। পিছে কথাটো সঁচা নহ'লগৈ। জনতা চৰকাৰেও ঘোচখোৰ মতলবীক ক্ষমা কৰিবলৈ ভাল নাপালে। কংগ্ৰেছী চৰকাৰ যোৱাৰ পাছত অনিৰ্বাণ বৰুৱাৰ চাকৰি যাব পাৰে বুলি একমাত্ৰ মীৰাৰ গিৰিয়েকেই মীৰাক কৈছিল। মীৰা নিৰুপায়। কিন্তু তাই চামচুল হুচেইনৰ নিচিনা সাংঘাতিক মানুহক ভয় কৰে। কোন সময়ত সি মিছা কথা লগাই গিৰিয়েকক বিপদত পেলায় ঠিক নাই বুলি ভাবে। মীৰাৰ গিৰিয়েকে সেই সন্দেহ এটা সত্যনিষ্ঠ হাঁহিৰে মোহাৰি থয়। মীৰাই এইবোৰ কথা কেতিয়াও ইৰাক কোৱা নাই। নকয়ো।

# সাত

নকয়? উঠাই লম বুলি নকয়? বাঃ, তেন্তে এনেই ইমান কষ্ট কৰি জনতা পাৰ্টিৰ কাৰণে কাম কৰিলোঁনে। তেওঁক এনেয়ে ইমান কষ্ট কৰি লোকসভাৰ সদস্য কৰি নিৰ্বাচনত জিকালোঁনে? মোৰ সমৰ্থনত থকা মানুহখিনিক নোপোৱা হলে তেওঁ কেনেকৈ জিকিলহেঁতেন। মনে মনে কংগ্ৰেছীৰ মাজত ময়ে অকলে প্ৰচাৰ কাৰ্য্য চলাই কংগ্ৰেছীৰ হতুৱাই জনতাৰ প্ৰাৰ্থীক ভোট দিয়াইছিলোঁ। এতিয়া তেওঁলোকে প্ৰথমে মোৰ জোঁৱাইটোৰ চাকৰি খালে হবনে?

ডাঃ খাটনিয়াৰ ব্যস্ত হৈ পৰিল। মানুহ পঠিয়াই জোঁৱায়েকক জামিনত খালাচ কৰাই আনিলে। তাৰ পাচত, মন্ত্ৰী, এমেলে আদিৰ ঘৰে ঘৰে যাতায়াত আৰম্ভ হ'ল। সকলোবোৰৰ গুৰি মীৰাৰ গিৰিয়েক বুলি ধৰি লৈ তেওঁৰ বিৰুদ্ধে বহুত বেনামী চিঠি লিখি হুলস্থূল কৰি দিলে। তেওঁৰ ফলীয়া এমেলে গৈ মীৰাৰ গিৰিয়েকৰ বিৰুদ্ধে মন্ত্ৰীকো লগালেগৈ।

হুলস্থূল যিমানে বেছি হ'ল, মানুহৰ মাজত কথাবোৰ সিমানে বেছিকৈ ওলাল। অনিৰ্বাণ বৰুৱা মানুহৰ আগত ওলাব নোৱাৰা হ'ল। যিবিলাক ব্যৱসায়ীৰ ঘোচ খাই কাম নকৰাকৈ পেলাই থৈছিল, সেইবোৰে ঘৰতে আহি ধমকি দি গ'ল— টকা ঘূৰাই নিদিলে বেয়া হ'ব বুলি।

অফিচৰপৰা আহি শইকীয়া ঘৰৰ বাৰাণ্ডাত বহি আছিল। মাৰ কলৈ গ'ল বুলি সুধিলত ল'ৰা-ছোৱালীকেইটাই কব নোৱাৰিলে। সিহঁতক এৰি থৈ গৈছিল অফিচৰপৰা ফাইল লৈ অহা পিয়নটোৰ হাতত। পিয়নটোক কৈ গৈছিল ওচৰৰ মানুহ এঘৰৰপৰা সোনকালে ঘূৰি আহিব বুলি আৰু তেওঁ নহালৈকে ল'ৰা-ছোৱালীকেইটাক চাবলৈ। ইমান জৰুৰী কি দৰকাৰ হ'ল ইৰাৰ? শইকীয়াই ভাবি নাপালে। হয়তো চুবুৰীয়া কাৰোবাৰ কিবা দৰ্কাৰত গৈছে। এইবোৰ ভাবি থাকোতেই ইৰা অহা

দেখিবলৈ পালে। মুখখন ওন্দোলোৱা- খং সনা। খোজ খৰ। ওচৰ পালতে শইকীয়াই সুধিব খুজিছিল, কলৈ গৈছিলা বুলি। সুধিবলৈ নাপালেই। ইৰায়ে আৰম্ভ কৰিলে–

ঃ ইমান অসভ্য। তাইক মই বাৰু কি কৰিছোঁ। তাই মোক মাতি নি কিয় অপমান কৰিব? কৈ কৈ ইৰাই হুকহুকাই কান্দি দিলে। টিঙত টোকৰ মাৰিলেই গম পোৱা মানুহ শইকীয়া। চকুপানী বন্ধ কৰিবলৈ শইকীয়াই ঘৈণীয়েকক নিচুকাবলৈ চেষ্টা কৰিলে। কলে ঃ ৰবাচোন নাকান্দিবা। কিয় কান্দিব লাগিছে? মই চব ঠিক কৰি দিম নহয়।

কান্দি কান্দিয়ে ইৰাই খংটো গিৰিয়েকৰ ওপৰতে জাৰিলে ঃ তুমি কিটো ঠিক কৰিবা? তোমাৰ ঘৈণীয়েক বুলিহে আজি সিহঁতে মোক ইমান অপমান কৰিলে। আন গিৰিয়েক হোৱা হলে দুয়োটাকে মুখ ভাঙি দি আহিলগৈহেঁতেন। তুমি একো কৰিব নোৱাৰা বুলি জানে কাৰণেই মোক এইদৰে মাতি নি অপমান কৰিবলৈ সাহ কৰিলে।

ল'ৰা-ছোৱালীকেইটাই বেৰি ধৰিলেহি। ইৰাক হাতত ধৰি ৰান্ধনি ঘৰলৈ শইকীয়াই লৈ যাওঁতে ল'ৰা-ছোৱালীকেইটাও পিচে পিচে গ'ল। ৰান্ধনি ঘৰত গৈ অনভ্যাস হাতেৰে চাহ কৰি ইৰাক দি , ল'ৰা-ছোৱালীকেইটাকো গাখীৰ দিওঁতে শইকীয়াৰ নিজৰ পোছাকী কাপোৰতে গাখীৰ পৰা চাই ইৰাই খং পাহৰি হাঁহি কলে ঃ এবাৰ ল'ৰা-ছোৱালীকেইটাক গাখীৰ দিওঁতেই এই অৱস্থা?

মাকে হাঁহি দিয়া দেখি নিশ্চিত হৈ ল'ৰা-ছোৱালীকেইটা গাখীৰ খাই খেলিবলৈ গুচি গ'ল। তেতিয়াহে শইকীয়াৰ প্ৰশ্নৰ উত্তৰত ইৰাই ক'লে– কেনেকৈ মানুহ পঠাই দৰকাৰি কথা আছে বুলি কৈ বিদিশাই মতাই নিলে, মাতি নি কেনেকৈ অনিৰ্বানৰ বৰুৱাৰ ওপৰত চৰকাৰে লোৱা ব্যৱস্থা অন্যায় হৈছে আৰু সকলো গোচৰ তৎক্ষণাৎ উঠাই লব লগে বুলি লিখা গোহাৰি এখনত চহী কৰিবলৈ ক'লে। সেই গোহাৰিত চহী কৰাৰ আগতে গিৰিয়েকক সুধিব লাগিব বুলি ইৰাই কোৱাৰ লগে লগে বিদিশা চুলি মেলি খাওঁ খাওঁ মূৰ্তি ধৰি ইৰাৰ ওচৰলৈ খেদা মাৰি আহিল। বিদিশা খং উঠিলে কিমান কদাকাৰ হ'ব পাৰে সেই কথা ইৰাই এই প্ৰথম দেখিলে। ইৰা ভয়তে থিয় হ'ল। অনিৰ্বাণ বৰুৱা আহি ঘৈণীয়েকক দাঁত কৰচি ক'লে ঃ এই বনৰী, তোৰ নিচিনা বনৰীৰ বন্ধু এনেকুৱাই হয় ; বিপদত কেতিয়াও সহায় নকৰে। তাৰ পাচত দুয়োটাই গালি পাৰি ক'লে- যে মীৰা আৰু ইৰায়ে হিংসাতে এইবোৰ লগাই অনিৰ্বাণৰ সৰ্বনাশ কৰিলে। শেষত ইৰাই কলে ঃ মোক কেৱল মৰাহে নাই। আনকি মই ওলাই আহি গেটৰ মুখ পাওঁতে অনিৰ্বাণ বৰুৱাই চাকৰটোক কৈছে ঃ এই থাৰ্ড ক্লাছ মানুহবোৰ আহিলে গেটৰ ভিতৰলৈ সোমাবলৈ নিদিবি।

শইকীয়াই ঘৈণীয়েকক সান্ত্বনা দি কলে- খং উঠি লাভ নাই ইৰা। আঘাত পালে প্ৰত্যাঘাত কৰিবলৈ চোৱাটো আমাৰ জৈৱিক প্ৰবৃত্তি। বিদিশাহঁতক এতিয়া সকলোৱে আঘাত হে কৰিছে। তেওঁলোকে প্ৰত্যাঘাত কৰিব কাক? তোমাকে মাতি নি কথা শুনাই অলপ চাগৈ সকাহ পাইছে। আনক বিচাৰি নাপাই এতিয়া চাবা-গিৰিয়েক-ঘৈণীয়েকৰ মাজত কুৰুক্ষেত্ৰৰ সৃষ্টি হ'ব।

ইৰাই ভাগৰ লাগি ভাবিছিল, তেতিয়াই গিৰিয়েকৰ নিৰাপদ বুকুত মূৰ থৈ যেন অকণমান আৰাম কৰি লব।

# আঠ

হুঁঃ কু-ৰু- ক্ষে-ত্ৰ! ভদ্ৰলোকে এইবাৰ উপমা দিবলৈ শিকিছে। গোষ্ঠীৰ ভিতৰত ৰাজ্য লৈ যুদ্ধ হোৱাৰ ঐতিহাসিক সত্যৰ ভিত্তিতহে কুৰুক্ষেত্ৰত যুদ্ধ হৈছিল। তোমাৰ দৰে "ৰণত পৰি কলীয়া তেল নাইকিয়া ফপৰীয়া" হৈ ঘৈণীয়েকৰ সৈতে কুৰুক্ষেত্ৰৰ যুদ্ধ কৰিবলৈ নাহে। অৱশ্যে, সেই প্ৰসংগই যদি মোক প্ৰয়োজন পূৰণাৰ্থে দ্ৰোপদীৰ দৰে একাধিক পতিৰ অংকশায়িনী হবলৈ ইংগিত দিছে, অথবা তোমাৰ কোনোবা বন্ধুৰ দ্বাৰা মোৰ বস্ত্ৰহৰণ সহ্য কৰিবলৈ সকিয়াইছে, তেন্তে বেলেগ কথা। তুমি ভবাৰ দৰেই পতিব্ৰতা সতীৰ দৰে সেই আদেশ পালন কৰিব পাৰিমনে নাই, আৰু নোৱাৰিলে ঘৰলৈকে ঘূৰি যাম নে কি কৰিম, সেইটো মই সময়ত বিবেচনা কৰি চাম।

ঃ ঘৰলৈ কিয়? একেবাৰে "বেক্" কৰি গৈ দেখোন মাৰাৰ পেটত সোমাই পৰিব পাৰাগৈ। খঙত অনিৰ্বাণ বকৰ্বাই ক'ৰবাত মূৰ সুমাবলৈ যোৱাৰ ভংগী কৰি কেইখোজমান গৈ দেখুৱালে।

দুদিন নে তিনিদিন ফণি নলগোৱা চুলিৰ গুৰিবোৰ বিষোৱা যেন লাগিল বিদিশাৰ। মুখেৰে ক'লে ঃ পতিব্ৰতাৰ দৰে নহলেও নিজৰ নাক ৰক্ষা কৰিবলৈকে তোমাকো লৈ গৈ তাকে কৰিলোঁহেঁতেন। কিন্তু ঘোচ খোৱা দোষত সন্দেহ কৰা অপৰাধীক তাতো থব নোৱাৰি; আইনে তাতো ঢুকি পাবগৈ।

বিদিশাৰ লগত অনিৰ্বাণে তৰ্কত নোৱাৰে। খঙত ভেকাহিৰে সোপা দিবলৈ ক'লে ঃ এনেয়ে বলকি নাথাকিবা দেই। তোমাৰ কথাৰে মোৰ পেট নভৰে।

ঃ পেট ভৰিব বুলি কোনেনো কৈছে? পেটো নভৰে, মনো নভৰে। বিভিন্ন চোৰাং বাটেদি হোৱাহোৱে ধন আহি থাকিলেহে সকলো ভৰি থাকে।

ঃ এইবাৰ ঘৰতে সেইবোৰ কথা আৰম্ভ হ'ল।

ঃ সঁচা কথা ঘৰে-পৰে সকলোতে ক'ব পাৰি।

ঃ পাৰিব পাৰে; কিন্তু তুমি নোৱাৰা। টকাৰ মৰমত ভাঙৰ হোৱা ফটুৱা মানুহৰ ছোৱালী বিয়া কৰাই খৰচৰ হেঁচাত, ষ্টেণ্ডাৰ্ড ৰক্ষাৰ তাগিদাত, ধন অহাৰ বাট বিচাৰিবলগীয়া নোহোৱা হ'লে, মোৰ এই অৱস্থা নহয়। বিয়াৰ আগতে মোৰ টকাৰ ইমান প্ৰয়োজন হোৱা নাছিল।

কথা কওঁতে কওঁতে অনিৰ্বাণৰ খং উঠি আহিল। বিদিশাৰ গালৰ ওচৰত চৰ মাৰিব খোজাৰ দৰে হাত ৰাখি দাঁত কামুৰি প্ৰশ্নৰ শিলগুটি দলিয়ালে ঃ মই ঘটা টকা মই পেৰাত ভৰাই থৈছোঁ নে তোমাৰ ষ্টেণ্ডাৰ্ড ৰক্ষাত তুমি খৰচ কৰিছা, কনৰী?

মুখখন আঁতৰাই নখৰ মলি চিকুটি একৰ্বাই বিদিশাই ভোৰ ভোৰালে ঃ ঘৈণীয়েকক খৰচ কৰিবলৈ টকা দিবলগীয়া হলেই অসৎ পথেৰে টকা আনিব লাগিব বুলি কোনো ভদ্ৰলোকৰ সংহিতাত লিখা বোধকৰোঁ নাই। সকলো ঘৈণীয়েকেই ধন-সম্পত্তি, মান-সন্মান স্বীকৃতি বিচাৰে; সেইবুলি সকলো গিৰিয়েকে অসৎ পথেৰে ধন উপাৰ্জন কৰেনে?

ঃ সেইবোৰ টকা নালাগে বুলি তেতিয়াই ক'ব নোৱাৰিলা কিয় ?

ঃ বেচেৰা কেঁচুৱা ল'ৰাটোক মই মনত পেলাই নিদিয়া কাৰণেহে এনেকুৱা হ'ল। মনত পেলাই দিয়া হ'লে কেতিয়াও অসৎ পথেদি ধন উপাৰ্জন নকৰিলেহেঁতেন। ভদ্ৰলোকে কেতিয়াবা মোক জানো কৈছিলহি যে সেইবোৰ ধন অসৎ পথেদি অনা ?

ঃ ইস, এওঁ কবই নোৱাৰে...

ঃ ক'ব পৰা আৰু মুকলিকৈ আলোচনা কৰি মতামত বিচৰা— দুয়োটা বেলেগ কথা। মোকতো টকা লাগেই। টকা কাক নালাগে ? আজিৰ সমাজত টকা নহলে জীয়াই থাকিবই নোৱাৰি। তথাপি ভদ্ৰলোকৰ মনত থকা উচিত যে প্ৰথম যিদিনা এজনে ঘৰতে আহি এবছৰৰ কমিছন বুলি বাৰ হেজাৰ টকা দিছিল সেইদিনাই মই কৈছিলোঁ যে এই লোভৰ শেষ নাই। ভদ্ৰলোকে মোক উত্তৰ দিছিল এইবুলি ঃ এয়া ঘোচ নহয়; উপাৰ্জন; তাৰ হৈ মই কৰি দিয়া কামত যি লাভ হ'ব, তাৰ মাত্ৰ সামান্য অংশ এটাহে সি মোক দিছে। মনত আছেনে ভদ্ৰলোকৰ ?

ওচৰতে থকা চাহৰ পিয়লা এটা অনিৰ্বাণে খঙত চুকলৈ দলিয়াই দিলে। ভাগি টুকুৰা- টুকুৰ হ'ল। চেফ্‌টি পিনেৰে কাণ খজুৱাই থকা বিদিশাই অকণো আমনি নাপালে। খঙত বৰ্বৰাই নিজকে নিজে ক'লে - মই বৰ বেয়া মানুহৰ পাল্লাত পৰিলোঁ।

চেগ চাই থকা চিকাৰী কুকুৰৰ দৰে বিদিশাই চিকাৰ ধৰি পেলালে ঃ বেয়া মানুহ ? কোন ? মই ? ঘোচ খাই চাকৰি গৈ পুলিচ মোৰ পিছত ঘূৰিছে নেকি ?

ঃ চু-উ-উ-প্‌। বৰ্ৰাৰ কথা যেন চাবুকৰ কোব।

অলায়ক হাতৰ চাবুক অনিৰ্বাণৰ নিজৰ গাতে ঘূৰি পৰাকৈ আঁতৰি দিয়াৰ দৰে বিদিশাই মূৰত ওকণি বিচাৰি সহজভাৱে ক'লেঃ মই চুপ থাকিলেই যেন মানুহৰ আগত মুখ উলিয়াব নোৱাৰাকৈ বাগৰি ফুৰা কথাবোৰ নোহোৱা হৈ যাব।

ঃ মোৰ বদনাম মই সহ্য কৰিছোঁ বা উপেক্ষা কৰিছোঁ, তোমাৰ কি ?

ঃ লগতে মই যে কাৰো আগত মুখ উলিয়াব নোৱাৰা হৈছোঁ। ভদ্ৰলোকৰ গোষ্ঠীলৈ বিবাহিতা হৈ অহাৰ কাৰণে।

ঃ গুচি গ'লেই হ'ল। হেজাৰ প্ৰেমিক আছে দেখোন। ৰূপ-যৌৱনৰ বজাৰ মেলি ললে গ্ৰাহকৰ অভাৱ নহয়। এই সময়ত মোক অসৎ বুলি এৰি গ'লে মানুহে ভাল বোলাৰো সুযোগ মিলিছে।

ঃ মোৰ প্ৰেমিক এহেজাৰনে ? পুৰা এহেজাৰ এটা আছে। এহেজাৰ এক নম্বৰ প্ৰেমিকটো দেখোন তুমি নিজে নিজৰ ঘোচ খাব পৰা চাকৰি পাবলৈ গোটাই আনি দিয়া শ্ৰীমান চামচুল হুচেইন।

ঃ আকৌ সেইবোৰ আৰম্ভ হ'লনে ?

ঃ চামচুল হুচেইনৰ লগত তুমি মোক ৰাতি এঘাৰ বজালৈকে অকলে পঠিয়াই দিছিলা। আনকি ঘূৰি অহাৰ পাছতো সোধা নাছিলা- ইমান ৰাতি কিয় হ'ল বুলি। আজিলৈকে সোধা নাই। তুমি জানা যে সুধিলেই বিপদ ; অৰ্থাৎ সুধিলেই মই সঁচা কথা ক'ব পাৰো আৰু সঁচা কথা ক'লেই ওলাই পৰিব যে তুমি ধৰ্মমতে বিয়া কৰি অনা মাল, আনে ভোগ কৰিছে আৰু তেতিয়া তোমাৰ পুৰুষত্বই আঘাত পাব— অথচ একো কৰিবও নোৱাৰিব।

আকৌ অনিৰ্বাণে চিঞৰি দিলে ঃ চু-উ-উ-প্‌।

আকৌ বিদিশাই কটা ঘাঁত চেঙা তেল দিয়াদি, ঘিণ লগা বস্তুত চকু পৰাদি অনিৰ্বাণলৈ চাই, ডগা-গৰুক কাণে-মূৰে কোবোৱাদি কথাৰে কোবালে। ঘৈণীয়েকৰ যৌৱনক মূলধন কৰি চাকৰিত উন্নতি কৰা মহাপুৰুষে চুপ বুলি ঘৈণীয়েকক শাসন কৰাৰ অধিকাৰ পাব নোৱাৰে। আনৰ ঘৈণীয়েক হোৱা হলে মেখেলাৰে বান্ধি জাৰিলেহেঁতেন। হুঁঃ, লাজ পাইছে!

অকল চামচুলেই নে? মীৰাৰ গিৰিয়েকে তোমাৰ ওপৰত অভিযোগ থকা ফাইলটো তুমি কোৱাদি লুকাই থোৱাহেঁতেন, তুমি তাক কিজানি মোৰ গাৰ ওপৰত শুৱাই দিলাহিহেঁতেন.....

অসহ্য হৈ অনিৰ্বাণ বৰুৱা কঁপিবলৈ ধৰিলে। বাহিৰৰ শত্ৰুৰ সৈতে যুঁজিব পাৰি— যিমান ডাঙৰ শত্ৰুৱেই নহওঁক লাগে। কাৰণ বাহিৰৰ শত্ৰুৱে ভিতৰত কেনেকুৱা শক্তি মজুত কৰা আছে, তাক আন্দাজ হে কৰিব পাৰে, জানিব নোৱাৰে। কিন্তু ভিতৰতে থকা বিভীষণ শত্ৰুৰ সমান বিপদ নাই। বিভীষণৰ কথা মনত পৰোঁতেই অনিৰ্বাণৰ মনত পৰিল যে বিভীষণে ককায়েক ৰাৱণক যুদ্ধত হৰুৱাবলৈ ৰামৰ পক্ষ লোৱাৰ উপৰিও, ককায়েক ঢুকুৱাৰ লগে লগে নবৌয়েকক বিয়া কৰাই পেলালে। এই মাইকীবোৰ চব মন্দোদৰী— ইহঁতক বিশ্বাস কৰিব নোৱাৰি। অনিৰ্বাণৰ খং বাঢ়ি গ'ল। এইক চুলিকোছাত ধৰি জোকাৰি মুখেৰে মাতিব নোৱাৰা কৰি দিব নেকি? দাঁত কামুৰি ভাবি থাকোতেই দেওবৰ সোমাই আহিল হাতত চিগাৰেটৰ নতুন পেকেট তিনিটা লৈ। খংটো কিছুদূৰ দেওবৰৰ ওপৰতে জাৰিবলৈ অনিৰ্বাণে সুধিলে: ইমান সময় লাগেনে চিগাৰেট আনিবলৈ? ক'ত কি কৰগৈ?

চিগাৰেট কাষৰে টেবুলখনত থৈ দেওবৰে চুকত টুকুৰা-টুকুৰ হৈ ভাগি পৰি থকা চাহৰ পিয়লা, বিছনাৰ এচুকত নিৰ্বিকাৰ হৈ বহি থকা বিদিশা, খঙত কঁপি থকা অনিৰ্বাণ, সকলোৰে ওপৰেদি চাবনি বগৰাই নি ড্ৰেছিং টেবুলত থকা জুইশলা আৰু ভৰ্তি হৈ থকা ছাইদানিটো দেখিলে। সেও মনা কুকুৰৰ দৰে সি নিঃশব্দে জুইশলা বাহ আৰু ছাইদানিটো আনি অনিৰ্বাণৰ ওচৰৰ টেবুলত থলেহি। কিবা ভাবি সি ছাইদানিৰ আধাপোৰা চুৰটবোৰ বাওঁ হাতৰ তলুৱাত ঢালি ললে- বাহিৰত পেলাই দিবলৈ।

অনিৰ্বাণে ধমকি দি সুধিলে: নকব কেলেই? ইমান দেৰি হ'ল কিয়?

হাতৰ ছাই আৰু আধাপোৰা চিগাৰেটৰ টুকুৰাবোৰ সোঁহাতেৰে ঢাকি ল'লে— পৰি নাযাবৰ কাৰণে। সেইবোৰ পৰি গৈ লেতেৰা নহবৰ কাৰণে দেওবৰে কৰা যত্ন অনিৰ্বাণৰ চকুত পৰিছিল। সি ভাবিছিল— বহুত কথা এইদৰে ঢাকি ৰাখিব পাৰি বুলি বিদিশাক শিকাব পৰা হ'লে ভাল আছিল।

দেওবৰ পুৰণি চাকৰ। দৰ্মহাটো পিয়ন বুলি অফিচৰ পৰা পায়। আজি কিছুদিন ধৰি ঘৰখনত হোৱা সকলো অশান্তি সি দেখি আহিছে, শুনি আহিছে। চাহাবৰ চাকৰিৰ গণ্ডগোল হোৱাটোও সি জানে। অনিৰ্বাণৰ প্ৰশ্নৰ উত্তৰত সি কিবা এটা কৈ আঁতৰি পৰিব পাৰিলেহেঁতেন। কিন্তু মনে মনে সি থিক কৰিলে যে চাহাবক অন্ততঃ এই অৱস্থাটোৰ বিষয়ে মানুহবোৰক জনোৱা উচিত— চাহাবৰ নিমখ খোৱাৰ বিনিময়ত। নহলে এই ঘৰত দ্বন্দ্ব কৰি থাকোতেই চাহাবৰ মান-সন্মান ৰসাতলে যোৱাৰ খবৰটো হয়তো একেবাৰে শেষতহে গম পাবগৈ। সি কওঁ নকওঁকৈ কলে: ছাৰ....

: ক বেগেতে।

: ছাৰ, এই ওচৰৰ ল'ৰাবোৰ ছাৰ বৰ বেয়া.... ছাৰ। মই বাহিৰলৈ ওলালেই সিহঁতে টিটকাৰি দিয়ে।

: কিয়? কি কৰিলি তই?

: মই ছাৰ একো কৰা নাই সিহঁতক। কিন্তু....

: কিন্তু কি?

: সিহঁতে ছাৰ আপোনাৰ, মানে, আপোনাৰ..... মানে আজি মোক "চোৰ-চোৰ ধৰ-ধৰ" বুলি খেদিছে। আন মানুহ হোৱা হ'লে আজি বাটৰ মানুহে ধৰি খুন্দি পেলালেহেঁতেন। মোক ছিনি পোৱা শৰ্মা ছাৰে দেখি সিহঁতক আগচি ধৰিহে ৰক্ষা কৰিলে। শৰ্মা ছাৰে সিহঁতক সুধিলে— ই দেওবৰে তহঁতৰ কি চুৰ কৰিছে?

: পিচে।

: সিহঁতে ক'লে চাৰ মানে, মই একো চুৰ কৰা নাই। কিন্তু মই যি ঘৰত চাকৰ, সেই ঘৰৰ মালিক বুলি আপোনাৰ

নাম কোৱাত! আপুনি হেনো গভাইট চোৰ। আৰু আপোনাৰ ঘৰত থাকো কাৰণে ময়ো চোৰ। — একে উশাহতে কথাকেইটা কৈ পেলালে দেওবৰে। উত্তেজনা ৰাখিবলৈ চেষ্টা কৰোঁতে তাৰ হাতৰ চিগাৰেটৰ টুকুৰাবোৰ সৰি পৰিল।

অনির্বাণ আচৰিত নহ'ল। কিন্তু দেওবৰকতো কিবা এটা কব লাগিব। মুখ ভেঙুচাই কলেঃ ইস্ বাটিৰ গুণ্ডাই কোৱা কথা এটা কওঁতে তাৰ হাতৰ ছাই সোপাই সৰি পৰিল। এই বুলি খণ্ডেৰে আদেশ দিলে ঃ চাফা কৰ বেগেতে।

ছাইসোপা হাতেৰেই আকৌ তুলি লৈ দেওবৰ ওলাই গ'ল। বিদিশাৰ মুখৰ ভিতৰত ওলাবলৈ চেষ্টা কৰি থকা হাঁহিটোক অনির্বাণৰ টেঁটু চেপি মাৰিবৰ মন গ'ল।

টেলিফোনটো বাজি উঠিল। ওচৰতে আছিল কাৰণেই অনির্বাণেই ধৰিলে। আজিকালি তাৰ টেলিফোন ধৰিবলৈও ভয় লাগে। সিফালে শহুৰেক ডাঃ খাটনিয়াৰ কথাৰ সুৰ ৰুঢ়। কোনো ভনিতা নকৰাকৈ কলে ঃ তোমাৰ কাৰণে মই নাযাবলগীয়া ঠাইলৈ গলোঁ, নধৰিবলগীয়া মানুহৰ ভৰিত ধৰিলোঁ। এতিয়াও একো কৰিব পৰা নাই। তুমি কিন্তু এনেকৈ শিয়াল সোমোৱাদি গাতত সোমাই থাকিলে নহ'ব। মন্ত্রীবোৰ সলনি হ'লেও চৰকাৰী অফিচাৰ একেবোৰেই আছে। আমাৰ নিচিনা ডেমোক্রেচিত অফিচাৰেই চৰকাৰ। তুমি চামচুলক লৈ ওলোৱা। টকা আৰু ব্যক্তিগত দেখা সাক্ষাতে কৰিব নোৱাৰা কাম একো নাই।...

ডাঃ খাটনিয়াৰে কথা শেষ কৰাৰ পাচত অনির্বাণে একো নকৈ ফোনটো থৈ দিলে। মিছা কথা কোৱা নাই। চেষ্টা কৰিলে কি কৰিব নোৱাৰি? অনির্বাণে ভাবি চালে, সি হয়তো কেতিয়াও বহি নাথাকিলহেঁতেন যদি বিদিশাই পিচফালৰ পৰা আক্রমণ কৰি তাৰ মূৰটো নষ্ট কৰি নিদিলেহেঁতেন।

কিবা এটা উপায় কৰাৰ চিন্তা মূৰত সোমোৱাৰ লগে লগে অনির্বাণে লৰালৰিকৈ দাড়ি খুৰাবলৈ ললে।

দাড়ি খুৰাই, ধুনীয়াকৈ সাজপাৰ পিন্ধি অনির্বাণ ওলোৱালৈকে বিদিশা একেদৰে বহি আছিল। শহুৰেকে দিয়া আশাৰ ৰেঙনিয়ে অনির্বাণৰ মনটো মুকলি কৰি দিছিল। তাৰ বিদিশাক ক্ষমা কৰি ঘৰুৱা দিশত যুদ্ধখন বন্ধ কৰাটো ভাল হ'ব বুলি ধাৰণা হ'ল। হঠাৎ সি বিদিশালৈ চাই কলে ঃ বিদি, ক্ষমা কৰিবা। মন ঠিক নাথাকিলে মুখেদি ভাল কথা নোলায়। তুমি দুখ নকৰিবা। মই ঠিকে আছোঁ। আমাৰ নিচিনা অফিচাৰেই চৰকাৰ চলাই আছে। মই কেৱল ৰাজনৈতিক ম'হ যুঁজত বিৰিণা হৈ ধৰা পৰিছোঁ। গতিকে মোক উদ্ধাৰ কৰিবলৈ মোৰ নিচিনা আনবোৰ অফিচাৰে চেষ্টা কৰিবই। এইখন সমাজত মান সন্মান সকলো সাময়িক উত্তেজনা মাত্র আৰু, মই জে'ললৈ যাব লগা হ'লেও তোমাৰ বিশেষ চিন্তা নাই। তোমাৰ আৰু ভৱিষ্যত প্রথম সন্তানৰ কাৰণে যথেষ্ট ধন-সম্পত্তি কৰি থৈ গৈছোঁ।

এইবুলি অনির্বাণে অন্তঃসত্ত্বা বিদিশাক পিঠিত হাত ফুৰাই কলে; তোমাৰ মানসিক স্বাস্থ্যৰ ওপৰত ভৱিষ্যত সন্তানৰ মানসিক-শাৰীৰিক উভয় স্বাস্থ্য নির্ভৰ কৰে। তুমি দুখ নকৰিবা বিদি। মোৰ সমস্যা মই সামাধা কৰিম।

ঃ মোক আকৌ কাৰোবাৰ ওচৰলৈ পঠোৱাৰ মতলব পাণ্ডিছা নেকি? নহ'লে ইমান মিহি কথা হঠাতে কোৱাৰ কোনো প্রয়োজন নাই।

ঃ দেউতাৰাই এইমাত্র ফোন কৰিছিল। মই পাহৰি থকা অতি সঁচা কথা এটা কলে! ক'লে যে চৰকাৰে মানে মন্ত্রী-তন্ত্রীবোৰ নহয়; চৰকাৰী অফিচাৰবোৰেই। আৰু অফিচাৰবোৰক গৈ লগ ধৰিলে সমস্যা সমাধানৰ উপায় ওলাবই।

বিদিশাৰ দেউতাকলৈ বেয়া লাগিল। কাৰো ওচৰত সৰু নোহোৱা দেউতাকে জোঁৱায়েকৰ কাৰণে বহুতৰ ওচৰত সৰু হৈছেগৈ বুলি তাই জানে। তাই কেতিয়াবাই অনির্বাণক এৰি গুচি গ'লহেঁতেন: কেৱল যাব পৰা নাই মাক-বাপেকে আঘাত পাব বুলিয়েই। আৰু সন্মান - ঘৰুৱা সন্মানটো— বৰ ডাঙৰ কথা। তাই এইদৰে গুচি গ'লেই গোটেইখন বি-বি-বা-বা হ'ব। সঁচা কথাটো কোনেও নকয়; ক'ব গিৰিয়েকে এৰিলে বুলি। আৰু তাইৰ চৰিত্রৰ বিষয়ে কল্পনা কৰি থোৱা বহুত কথা তেতিয়াযে মুখে মুখে উৰি ফুৰিব। মধ্যবিত্ত সমাজৰ এটা বান্ধোন আছে; সন্মান আৰু ভদ্রতাৰ খাতিৰত হেজাৰ শান্তি

ভূগি থাকিও এই সমাজৰ বন্ধনৰ মাজৰপৰা ওলাই যোৱা টান.....

ঃ বিদি, মোৰ এই বিপদৰ সময়ত তুমি মোক সদায় কথাৰে গৰকি থাকিলে, মোৰ মূৰ বাৰু কেনেকৈ ঠিক থাকিব?

ঃ নিজে উপাৰ্জন কৰা দুৰ্ব্যবহাৰৰ কাৰণে আনক দোষ দি লাভ নাই।

ঃ মোক তুমি ক্ষমা নকৰা? — অনুনয়ত অনিৰ্বাণ ওস্তাদ।

ঃ এনেকুৱা সাময়িক নম্ৰ প্ৰকৃতি বিকৃতিৰে পৰিচায়ক। মোৰ অভিমতত অভিজ্ঞতাৰ ভেটি আছে।

ঃ হঠাৎ কথাৰ সুৰ আওপাকে ঘূৰাই দিয়া কিয় বিদি? বৰ হতাশাৰ সুৰত অনিৰ্বাণে অভিযোগ কৰিলে।

ঃ কথা সদায় মই একেবোৰকে কৈ আহিছোঁ। কেতিয়াবা মাত্ৰ তোমাৰ কাৰণে বাধ্য হৈ আপত্তি নকৰাকৈ আপত্তিজনক কাম কিছুমান কৰি আহিছোঁ।

ঃ বিদি, কিবা দুৰ্বিপাকত পৰি মোৰ বিৰুদ্ধে অভিযোগ চৰকাৰে তোলাৰ আগলৈকেতো তুমি এনেকুৱা কথা কোৱা নাছিলা?

ঃ জীয়াই থকাৰ স্বাভাৱিক প্ৰয়োজনতে আৰামে বিবেকৰ বহুত আপত্তি গ্ৰাওকাণ কৰে। নিজৰ ঘৰ এখন নিজে সাজি লোৱাৰ সুযোগটোৱে মোক আন বহুত ফালে চকু নিদিবলৈ বাধ্য কৰিছিল।

ঃ তুমি তেন্তে মনে প্ৰাণে-মোক ভাল নোপোৱা ?

ঃ একেবাৰে অবান্তৰ প্ৰশ্ন। আমাৰ সম্বন্ধত মন-প্ৰাণৰ কোনো কথা নাই। আমাৰ বন্ধনৰ একমাত্ৰ সূত্ৰ ধৰ্মমতে পতা বিয়াখন। কিছুমানৰ তাতে কণাৰ ফৰ্মুটি লগাদি মনৰ মিল হৈ যায়। কিছুমান একেলগে থাকি থাকি আৰু অৰ্থনৈতিক কাৰণত বহুত আপত্তি আওকাণ কৰি একেলগে থাকি যায়; আৰু আমাৰ নিচিনা কেতবোৰ সদায় দুই মেৰুৰ দৰে দূৰে দূৰেই থাকে।

ঃ এনেকুৱা মনোবৃত্তিয়েই যদি তোমাৰ, তুমি বিয়া কৰাইছিলা কেলেই?

ঃ মইতো বিয়া কৰোৱা নাই। সমাজ-সংস্কাৰ মানি মোক বিয়া দিছিল, আৰু তুমি বিয়া কৰাইছিলা।

ঃ তোমাৰ তেন্তে আগতেও আপত্তি আছিল?

ঃ এতিয়া সুধি লাভ নাই। সেই কথা বিয়াৰ আগতে সুধিব লাগিছিল।

ঃ মোক দেখাৰ পাছতো?

ঃ লগ পোৱাৰ পাছত যে মই সাজু হৈ আছিলোঁ— সুধিলেই মোৰ আপত্তি জনাবলৈ।

ঃ মোৰ ভুল হৈ গ'ল বিদিশা দেৱী।

ঃ মিস্টাৰ বৰুৱা, অনুতাপে ভুল নুশুধৰায়।

ঃ এতিয়া তেন্তে কি কৰিব পাৰি।

ঃ ভাবিছিলোঁ, আগৰ দিনৰ দৰে আমাৰ মাজতো এটা বন্ধুত্ব স্থাপিত হ'ব। তাকে লৈ থাকিম। কিন্তু তাৰো আশা নাই।

ঃ তেন্তে তুমি গুচি যোৱা। মোৰ কিন্তু কোনো আপত্তি নাই।

ঃ তোমাৰ আপত্তিৰ কথা মই ভবা নাই।

বিদিশাই সঁচাকৈ অনিৰ্বাণৰ কথা ভবা নাছিল। ভাবিছিল একমাত্ৰ মাক-দেউতাকে কিমান দুখ পাব— সেই কথা। সকলো সুন্দৰভাৱে চলিলে, বিদিশাই অনিৰ্বাণৰ লগত মিলাকৈ কাম কৰি গলে, সকলো ঠিক থাকে। অকস্মাৎ বিচ্যুতি হ'লেই খণ্ডত সকলো পাহৰি যায়।

মাক-বাপেকৰ ওচৰলৈ তাই ঘূৰি যাব পাৰে সহজে। কিন্তু উভতি যোৱাটো জীৱন নহয়। তাই জীৱনৰ পাতনি মেলিবলৈহে ওলাই আহিছিল। জীৱনক স্বাভাৱিক গতি দিয়াৰ বিফলতাক তাই কেতিয়াও গ্ৰহণ কৰিব নোৱাৰে। তাতকৈ

সকলো প্ৰতিবাদ আৰু আপত্তিৰে তাই জীৱনৰ সৰ্বস্ব দি আৰম্ভ কৰা এই সংসাৰখনকে ধৰি থাকিব। লাগে যদি অনিৰ্বাণ ওলাই যাওক। কিন্তু অনিৰ্বাণ গ'লে তাইৰ এই সংসাৰখনত কি থাকিব? হঠাৎ তাইৰ মনটো ভাল লাগি গ'ল। অনিৰ্বাণ গলেও তাইৰ সকলো থাকিব। ঘৰ-মাটি তাইৰ নামত; ধন তাইৰ নামত; সন্তান তাইৰ গৰ্ভত। তাই বিচাৰিলে এটা চাকৰিও পাব। হঠাতে তাইৰ নিজকে বৰ চহকী যেন লাগি গ'ল।

ঃ তুমি কিবা কবানে বিদিশা?

ঃ একো নাই কবলৈ।

ঃ মোক তুমি ক্ষমা কৰিছানে?

ঃ ক্ষমাই মোক মহান কৰিব পাৰে; তোমাক আপোন কৰিব নোৱাৰে।

অনিৰ্বাণে কি কৰিব ভাবি থাকোঁতে বিদিশাই মনটো ভাল লাগি মূৰ ফণীয়াবলৈ লৈছিল। মনে মনে তাই ভাবিছিল ঃ মধ্যবিত্ত সমাজ ডুবিলে সকলো হয়তো একেলগে ডুবিব। কিন্তু এই সমাজ বাদ দি শ্ৰমিক শ্ৰেণীলৈ নিজক কেতিয়াও কোনেও নমাই আনিব নোৱাৰে। ফাল্‌নাৰ ওপৰত খং উঠি ফাল্‌নীয়ে নতুন মতা লোৱা নিয়ম হয়তো শ্ৰমিকৰ কাৰণে সাধাৰণ ভাত-মাছ বা অভিজাতৰ বাবে এটা অভিজাত প্ৰথা; কিন্তু বিদিশাৰ মধ্যবিত্ত মনৰ বাবে ই এক চূড়ান্ত পৰাজয়।

অনিৰ্বাণ বোৰৰ সংসাৰ সেই ভাবপ্ৰৱণতাৰ ভেটিত থিয় হৈ থাকে।

সেই কাৰণেই অনিৰ্বাণ ওলাই যোৱাৰ পাচত উধাতু খাই অহা চামচুলক বহিবলৈ দিলে বিদিশাই, অনিৰ্বাণে ভয় খোৱাৰ কোনো দৰ্কাৰ নাই বুলি চামচুলে কওঁতে বিদিশাই আগ্ৰহেৰে সুধিলে ঃ আপুনি চাগে কিবা সুবিধা কৰিব পাৰিছে!

ঃ একো টান নহয়হে। মানুহ একে সোপাই; দলবোৰহে বেলেগ বেলেগ। আদৰ্শও একেটাই। একে জনতা, একে দেশ, একে শিক্ষা, একে মধ্যবিত্তৰ নেতৃত্ব আৰু একেটা মহাত্মা গান্ধীৰ ভক্ত। ক্ষমতা পোৱাৰ আশাত হে দল একোটা হয়। বাৰু বিদিশা-

ঃ কওক।

ঃ মোক আৰু তুমি আপুনিৰপৰা "তুমি" বুলিব নোৱাৰিলা।

ঃ সময়ত পাৰিমগৈ। দেওবৰকো প্ৰথমে বহুত দিনলৈ "তুমি" বুলিছিলোঁ। এতিয়াহে "তই" বোলোঁ। বিদিশাৰ কটাক্ষ চামচুলে নুবুজিলে। হয়তো বিদিশাৰ আকৰ্ষণে তাক আনমনা কৰি ৰাখিছিল।

ঃ অনিৰ্বাণক ?

ঃ চামচুলৰ কথা শুনি বিদিশাৰ হাঁহি দিবৰ মন গ'ল। ক'লে ঃ আপুনি কিন্তু সাংঘাতিক দেই। খেতি কৰিবলৈও বিচাৰে আধি মাটিত; ইপিনে মাটিৰ মালিককো সুবিধা পালেই অনধিকাৰ প্ৰৱেশকাৰী বুলি প্ৰমাণ কৰিব খোজে। আপুনি বিয়া নকৰায় কেলেই মিস্টাৰ হুচেইন।

ঃ বিয়া ?

ঃ ঠিক আছে, এওঁৰ এই কেচ-ফেচ্‌বোৰ উৰাই দিয়ক। মই আপোনাৰ সংসাৰ পাতি দিম।

বিদিশাই চামচুলক বেয়া ব্যৱহাৰ কৰিব নুখুজিলে— অনিৰ্বাণৰ প্ৰয়োজনতে। জীৱনে, সমাজে, বংশ পৰিয়ালে, শিক্ষাই দিয়া দায়িত্বৰ বোজাই তাইক অনিচ্ছাকৃতভাবে হলেও অনিৰ্বাণৰ কাৰণে চামচুলক সহ্য কৰিবলৈ উদগালে।

চান্দ সদাগৰে প্ৰয়োজনত পৰি বাওঁ হাতেৰে হলেও মনসা দেৱীক বেলপাত এটা দিছিল। দ্ৰৌপদীক পাঁচটাই বিয়া কৰাইছিল। ৰামে সীতাক অগ্নি পৰীক্ষা কৰাইছিল, কুন্তিয়ে প্ৰথম পুত্ৰ কৰ্ণক পৰিত্যাগ কৰিছিল....

বিদিশায়ো নাও নুবুৰে মানে বাব।

মজ্জাগত সমাজ-সংস্কাৰে ব্যতিক্ৰম নিবিচাৰে।

*বিদিশায়ো।*

# ন

কাচাৰীত বিচাৰকৰ আগত চৰকাৰে অনা মনোৰোগ-বিশেষজ্ঞ ডাঃ মিশ্রই সাক্ষী দিছিল-

ঃ সামাজিক নীতি-নিয়ম নমনাৰ ফলত আমাৰ মনত পাপবোধৰ জন্ম হয়। আৰু আমি তেতিয়া নিজে নিজক অজানিতে শাস্তি দিওঁ। এই পাপবোধ কাল্পনিকো হ'ব পাৰে। যৌন-মিলন, বিশেষকৈ বিয়াৰ আগত মহাপাপ বুলি জানি অহা এগৰাকী যুৱতীয়ে প্ৰলোভনত পৰি এদিন এজনৰ সৈতে যৌন-সংগম কৰি ইমান পাপবোধত ভূগিলে যে অৱশেষত আত্মহত্যা কৰিলেগৈ। সৎ বংশত ডাঙৰ হোৱা আৰু ধাৰ্মিক মাকৰ প্ৰতি অনুগত বা মাতৃকামত ভোগা অনিৰ্বাণ বৰুৱাই প্ৰলোভনত পৰি ঘোচ খাবলৈ লৈ মনে মনে এনেকুৱা পাপবোদত ভূগিলে যে সেই ধন ঘৈণীয়েকক হিচাপ নোহোৱাকৈ খৰচ কৰিবলৈ দিয়েই ক্ষান্ত নাথাকি, শেষত , নিজে ধৰা পৰিব পৰা বহুত প্ৰমাণ পুলিচৰ হাতত পৰিব পৰা ব্যৱস্থা নিজে কৰিলে বুলিব পাৰি। আনকি পুলিচৰ গুপ্ত নথি পত্ৰৰ তত্বাৱধানত থকা কেৰাণীজনৰ ঘৰত ফাইল লুকাবলৈ অনুৰোধ কৰিবৰ কাৰণে যাওঁতেও অৱচেতন মনত তেওঁৰ একমাত্ৰ ইচ্ছা আছিল নিজৰ পাপৰ কথাটো মিছা অভিযোগ হিচাপে হলেও মুকলিকৈ আলচ কৰাৰ সুযোগ গ্ৰহণ কৰি মনটোৰ বোজা লাঘৱ কৰাৰ। বিয়াৰ পিছত মাক আৰু ঘৰখনৰ প্ৰতি কৰা অৱহেলাৰ কাৰণে অনিৰ্বাণ বৰুৱাৰ অৱচেতন মনত যি পাপবোধ সঞ্চিত হৈছিল, সেই পাপবোধৰ কাৰণেই তেওঁ ঘৈণীয়েকৰ দুৰ্ব্যবহাৰ শাস্তি হিচাপে গ্ৰহণ কৰি সকাহ পাইছিল। নিজৰ চাকৰিৰ কাৰণে চামচুল হুচেইনৰ লগত ঘৈণীয়েকক অবাধ মিলা-মিছাৰ সুযোগ দিওঁতে মাকৰ প্ৰতি কৰা অৱহেলাৰ কাৰণে নিজৰ অধিকাৰক নিজে প্ৰতাৰিত কৰিছিল, জানি-শুনিও। চাকৰিৰ কাৰণে কৰাটো এটা চেলুহে।

আমি সৰুৰেপৰা ঘৰে-পৰে শুনি শুনি বিশ্বাস কৰি আছোঁ যে শাস্তিৰে পাপৰ প্ৰায়শ্চিত্ত কৰিব পাৰি। আমি সেই শাস্তি কেতিয়াবা নিজক আৰু কেতিয়াবা আনক দি তৃপ্তি লভোঁ। আন্দোলন কৰা কৰ্মীক শাস্তি বিহা বহুত বৰমূৰীয়াৰ অৱচেতন মনত এনেকুৱা পাপবোধে কাম কৰে। ঘোচ খোৱা মানুহে জুৱা খেল আদি অনাৱশ্যক কামত বেছি খৰচ কৰাৰ কাৰণ হ'ল - অৱচেতন মনত কথা পাপবোধৰ প্ৰায়শ্চিত্ত কৰা। কাৰণ অৰ্থ নাশ এটা ডাঙৰ শাস্তি আৰু সেই শাস্তি অনিৰ্বাণ বৰুৱাই সদায় লবলৈ বিচাৰিছিল।

চাৰি-পাঁচ বছৰ বয়সত, ৰায়বাহাদুৰ বৰুৱাৰ ঘৰৰ ল'ৰা বুলি, ইংৰাজ চাহাবৰ লগত অহা-যোৱা থকা আৰু গভৰ্ণৰৰপৰা চিঠি অহা ৰায়বাহাদুৰৰ ঘৰৰ দুলাল বুলি, বাটত মানুহে ঘূৰি চোৱা অনিৰ্বাণে যেতিয়া দেখিলে যে স্বাধীন ভাৰতত নতুন মূল্যবোধ অনুসৰি তাৰ বাপেক- ককাক বৃটিছ সিংহৰ পদলেহী কুকুৰহে আছিল আৰু তেওঁলোকে দেশৰ স্বাধীনতা আন্দোলনৰ বিপক্ষে গৈ বিদেশী চৰকাৰকহে সহায় কৰিছিল, তেতিয়া তেওঁৰ মনত পাপবোধে গোট বান্ধিছিল। ডাঙৰ হলত নতুন মূল্যবোধ অনুসৰি ধন সম্পত্তি বৃদ্ধিৰে উপৰিপুৰুষৰ প্ৰতিপত্তি পুনৰ পোৱাৰ সুপ্ত কামনাক চৰিতাৰ্থ কৰিবলৈ গৈ পাপবোধ দুগুণে বঢ়ালে। ঘোচ খাবলৈ প্ৰৰোচিত কৰা বুলি ঘৈণীয়েকৰ চৌখিনতাক অপৰাধী কৰি, ঘৈণীয়েকক

প্ৰায় পতিতা হোৱাৰ পথলৈ আগুৱাই দি অনিৰ্বাণ বৰুৱাই নিজকে শাস্তি দিছিল। এইবিধৰ চৰকাৰী বিষয়া আৰু নেতা সমাজৰ কাৰণে বৰ বিপদজনক। আনক শাস্তি দি নিজৰ পাপবোৰৰ প্ৰায়শ্চিত্ত কৰা ৰাজনৈতিক নেতাৰ নিদৰ্শন মই আঙুলিয়াই নেদেখুৱালেও হ'ব।

বিদিশা দেৱীৰ কাৰণে ইংৰাজী কথাছবিৰ নায়কৰ পুৰুষ-সৌন্দৰ্য্য, অবিৰত অৰ্থাগম, কথাত পেলাব নোৱাৰা চোকা মুখ আৰু মানুহ অবাক হৈ যোৱা অযত্ন পালিত সৌন্দৰ্য্য— এয়ে জীৱন। কিন্তু মাকৰ কাৰণে বাধ্য হৈ অনিৰ্বাণ বৰুৱাক বিয়া কৰাই আত্মত্যাগৰ গৌৰৱ লব খোজা বিদিশা দেৱীৰ অবদমিত বাসনাই মাকৰ ওপৰত থকা ক্ৰোধ প্ৰকাশ কৰিলে মাকে দিয়া গিৰিয়েক অনিৰ্বাণ বৰুৱাক অপদাৰ্থ বুলি অনবৰত ইতিকিং আৰু তুচ্ছ কৰি। শিক্ষাই বিদিশা দেৱীক চোকা কৰিলে শিক্ষিতা নকৰিলে। ঘোচ খাই ধৰা পৰা অনিৰ্বাণক তেওঁ বেছি ঘৃণনীয় কৰি মাকৰ আগত বৰ্ণনা কৰি মাকৰ ওপৰত প্ৰতিশোধ ল'লে। নিজ অধিকাৰ দৰ্শাই মাকক বাধা নিদিয়াৰ কাৰণে বাপেকৰ ওপৰতো তাই প্ৰতিশোধ ল'লে। আনকি চামচুল হুচেইনৰ হাতত তাইৰ গিৰিয়েকে নিজে তুলি দিয়া দেখিও সেই বিষয়ত নিজৰ যথেষ্ট আপত্তি থাকোতেও তাই মাক- বাপেকৰ ওপৰত প্ৰতিশোধ লবলৈকে নিজক এৰি দিছিল, অনিৰ্বাণ বৰুৱাৰ নিকৃষ্ট, অযোগ্য চৰিত্ৰকে মাক- বাপেকৰ আগত দাঙি ধৰিছিল।

মাননীয় বিচাৰক মহোদয়, মোৰ বিশ্লেষক মনোবিজ্ঞানে কয় যে এই মোকৰ্দমাৰ আচামী শ্ৰী অনিৰ্বাণ বৰুৱাক উন্মাদ বুলি কব নোৱাৰি। তেওঁ উন্মাদৰ অভিনয় কৰিছে। এনেকুৱা মানসিক অৱস্থাৰ মানুহেৰে আমাৰ দেশ ভৰি আছে আৰু সেই সকলোবোৰক উন্মাদ বুলি ক'লে সুস্থ মানুহ নোহোৱাই হ'ব। মনঃসমীক্ষণৰ অন্তত মোৰ এয়ে অভিমত।

ডাঃ মিশ্ৰই মানসিক ৰোগৰ বিশেষজ্ঞ হিচাপে চৰকাৰৰ পক্ষৰ হৈ কাচাৰীত সাক্ষী দিয়া বিদিশায়ো একান্তমনে শুনি আছিল।

অনিৰ্বাণৰ ওপৰত চৰকাৰে মোকৰ্দমা থিয় কৰালে চৰকাৰী ধনো আত্মসাৎ কৰাৰ অভিযোগত। চৰকাৰী মহলত নিজে ঘূৰিও একো কৰিব নোৱাৰি ডাঃ খাটনিয়াৰে হুম্‌কি দিলে — কেনেকৈ প্ৰমাণ কৰে চাম বুলি। নিজৰে বন্ধু মানসিক চিকিৎসাৰ বিশেষজ্ঞ ডাঙৰ ডাক্তৰ এজনৰপৰা লিখিত প্ৰমাণ আনিলে যে প্ৰায় ছমাহমানৰপৰা অৰ্নিবাণে এক বিশেষ মানসিক ৰোগত ভুগিছে ; গতিকে এই ছমাহত তেওঁলোৱা কোনো সিদ্ধান্তই আইনমতে দোষণীয় নহয়। অনিৰ্বাণক আৰোগ্য কৰিবলৈ অন্ততঃ ছমাহ অসমৰ বাহিৰত চিকিৎসা কৰিব লাগিব বুলি পৰামৰ্শ অনালে। তাকে মিছা বুলি প্ৰমাণ কৰিবলৈ চৰকাৰী পক্ষই ভাৰতৰ বিখ্যাত মানসিক ৰোগ বিশেষজ্ঞ ডাঃ মিশ্ৰৰ হতুৱাই অনিৰ্বাণক পৰীক্ষা কৰালে আৰু ডাঃ মিশ্ৰক সাক্ষী হিচাপে কাছাৰীত থিয় কৰালে কাচাৰীত ডাঃ মিশ্ৰৰ সাক্ষ্যই ডাঃ খাটনিয়াৰ আৰু অনিৰ্বাণৰ পক্ষৰ আনসকলৰ মুখ শুকুৱাই পেলালে। এই কথা চতুৰা বিদিশাই লক্ষ্য কৰিছিল।

সেইদিনা সন্ধিয়া অনিৰ্বাণৰ ঘৰত বহুত মানুহ। এই মোকৰ্দমাৰ ৰিপোৰ্ট খবৰ-কাগজে নিজৰ বিক্ৰী বঢ়োৱাৰ উপায় হিচাপে ডাঙৰ ডাঙৰ আখৰেৰে প্ৰকাশ কৰিছিল। অসমত নিগাজী হৈ থকা ৰাজ্যিক কংগ্ৰেছী চৰকাৰে এই এটা মোৰ্কদমাৰেই প্ৰমাণ কৰিব খুজিছিল যে জৰুৰী অৱস্থাৰ নামত অসমত কোনো অন্যায় কৰা হোৱা নাছিল; প্ৰকৃত দোষীকেহে শাস্তি বিহা হৈছিল।

পিচদিনাই ৰায় দিয়াৰ কথা। অনিৰ্বাণৰ পক্ষৰ উকীলে কাছাৰীতে ঘোষণা কৰিছিল যে বিচাৰত হাৰিলে উচ্চ ন্যায়ালয়ত আপীল কৰা হ'ব।

গুৱাহাটীৰ কিছুমান বিশেষত্ব আছে। বান্দৰৰপৰাই মানুহ হোৱাৰ পাচতো বান্দৰৰ জাত থাকি যোৱাৰ দৰে গুৱাহাটীত কিছুমান বস্তু থাকি যায়। বিহগী কবি ৰঘুনাথ চৌধাৰীৰ কবিতা কিবা পাঠ্যক্ৰমত হে এতিয়াও থকাৰ দৰে গুৱাহাটীৰ নৱগ্ৰহৰ মৰিশালিত সঁচাসঁচি কেতেকী চৰায়ে পুৱতী নিশা এতিয়াও বছৰি ছমাহমান অদৰ্কাৰিভাৱে চিঞৰে। আহাৰ মাহত

কামাখ্যা ৰজস্বলা হওঁতে এতিয়াও গুৱাহাটীৰ জনসংখ্যা বাঢ়ে। আগেয়ে একেজন ব্যক্তিয়েই ঠাই চাই কংগ্ৰেছৰ সমৰ্থক বা সমালোচক হোৱাদি, এতিয়াও একেজনেই জনতা পাৰ্টিক এঠাইত সমৰ্থন কৰি আন এঠাইত সমালোচনা কৰে। এতিয়াও ব্ৰহ্মপুত্ৰত বানপানী আহে, উমানন্দত বান্দৰে চিঞঁৰে। আৰু এটা বিশেষত্ব কেৱল অনিৰ্বাণ বৰুৱাই নতুনকৈ অনুভৱ কৰিছে। সেইটো হৈছেঃ এই গুৱাহাটীত অযাচিত উপদেশৰ অভাৱ নাই আৰু খবৰ কৰাৰ নামত সং চাবলৈ অহা মানুহৰ অভাৱ নাই।

সন্ধ্যা ছয় বজাত বিজুলী বিচনীৰ বতাহ লৈ অনিৰ্বাণ বৰুৱাৰ ঘৰত বহি থকা বহুত মানুহৰ ভিতৰত ডাঃ খাটনিয়াৰ আৰু ইৰাৰ গিৰিয়েক মিস্টাৰ শইকীয়াও আছিল। আন আন নতুনকৈ অহা বহুতে উপদেশ দি আছিল ; কিন্তু ডাঃ খাটনিয়াৰ, মিস্টাৰ শইকীয়া আৰু চামচুল হুচেইনে একো কোৱা নাছিল। তেওঁলোকেও অনিৰ্বাণ বৰুৱাৰ দৰে কেৱল শুনি গৈছিল।

ভিতৰত অকলে বহি বিদিশাই ভাবিছিল ঃ ডাঃ মিশ্ৰই যিহকে নকওঁক, আমাৰ অবচেতন মনক গঢ় দিয়ে ঘৰখনে প্ৰথমতে। গতিকে আমাৰ অপৰাধৰ কাৰণে উপৰিপুৰুষো ভালেখিনি দায়ী। বিদিশাৰ নিজৰ দুৰ্ভাগ্যৰ কাৰণে বাপেক-মাকেই প্ৰকৃততে দায়ী। এই যুক্তিৰ সপক্ষে যেন ডাঃ মিশ্ৰই তাইক সমল যোগালে। অৰ্নিবাণক প্ৰকৃততে দোষ দিব নোৱাৰি। বিদিশাৰ বাপেক-মাকে টকাৰ জাল পেলাই তাক নধৰা হলে সি হয়তো নিজৰ মানসিক সুৰৰ লগত মিলা বহুত ছোৱালীৰ এজনীক বিয়া কৰাই কিজানি সুখতে থাকিলহেঁতেন।

পুলিচে অনিৰ্বাণ বৰুৱাক যিদিনা গ্ৰেপ্তাৰ কৰি নি পিচদিনা জামিনত দিছিল, সেই চৌবিশ ঘণ্টাৰ ওপৰ সময়ছোৱাত বিদিশাৰ মনটোৱে বহুত হিচাপ নতুনকৈ কৰিছিল। পিচদিনা জামিনত অহা অনিৰ্বাণ বৰুৱাক বিদিশাই পদূলিমুখৰপৰা আগবঢ়াই নিছিলহি, গা-ধুবলৈ, পানী-চাবোন, সলাবলৈ সাজ-পাৰ নিজে যতনাই দিছিল, চুলি-খোৰ নিজে ফণিয়াই দিছিল। হঠাৎ যেন এৰাতিৰ অভাৱতে বিদিশাই গম পাইছিল যে তাইৰ জীৱনত বৰ্তমান অনিৰ্বাণ বৰুৱাই আটাইতকৈ আপোন।

তাৰ পাছত আজি এমাহ মোকৰ্দমা চলি থকা কালত অনিৰ্বাণৰ লগত বিদিশাৰ কথা কটাকটি বিশেষ হোৱা নাই। সুবিধা পালেই বিদিশাই অনিৰ্বাণক সাহ দিছে। কৈছে ঃ ইমানবোৰ অফিচাৰৰ চাকৰি গৈছে ; তোমাৰনো কি চিন্তা? বাগিছাকে চলাবাগৈ আকৌ।

পুলিচে অনিৰ্বাণক লৈ যোৱাৰ পাছত সেইদিনা চামচুল হুচেইন গুলাইছিলহি। তাই ক'ব নোৱাৰাকৈয়ে তাইৰ দুচকুৰেদি পানী বাগৰি অহা দেখি চকুপানী মচি দিবলৈ উদ্যত হৈ হুচেইনে তাইক কৈছিল ঃ মই আছোঁ নহয়। নাকান্দিবা। যেন সি বিদিশাৰ দ্বিতীয় মালিক।

হুচেইনৰ কথা-বাৰ্তা দেখি দেওবৰৰ নিচিনা চাকৰ এটাও বিৰক্ত হৈছিল। সি তৎক্ষণাৎ বিদিশা আৰু হুচেইনৰ মাজত সোমাই হুচেইনক খঙেৰে কৈছিল ঃ আপোনাৰ এতিয়া ইয়াত একো কাম নাই। এতিয়া থানালৈ গৈ ছাৰক বেগেতে আনিব লাগে।

হুচেইনে দেওবৰলৈ খাওঁ খাওঁ মূৰ্তিৰে চাইছিল। বিদিশা ভিতৰ সোমাই আহিছিল। তাৰ পাচত হুচেইনে দেওবৰক কিবা ক'লে নে নাই বিদিশাই নাজানে। হুচেইন কেতিয়া গ'ল তাকো নাজানে। কিন্তু সেই মুহূৰ্ত্তত বিদিশাই অনুভৱ কৰিছিল যে কেৱল চকিদাৰ হিচাপে হলেও তাইৰ জীৱনত অনিৰ্বাণৰ প্ৰয়োজন আছে।

আজিও গুৱনি কোঠাত অকলে বহি বহি বিদিশাই ভাবি আছিল ঃ হুচেইনৰ নিচিনা কিছুমান মানুহক লাজটো কি বস্তু সেই বিষয়ে স্কুল-কলেজত শিকাব লাগে। বাহিৰত বিভিন্ন মানুহে অনিৰ্বাণক কি উপদেশ দিছিল, সেইবোৰ তাই শুনা নাছিল। মিস্টাৰ শইকীয়া আহিলত তাই ভাল পাইছিল। মাত্ৰ এসপ্তাহ আগতে এদিন বাটত লগ পাই বিদিশাই ইৰাক ক্ষমা খুজি বুজাই দিছিল যে মানসিক অৱস্থা বেয়া থকাৰ কাৰণে ইৰাক কৰা দুৰ্ব্যৱহাৰ পাহৰি পেলায়। তাৰ পিছত মিস্টাৰ শইকীয়া এই প্ৰথম আহিছে।

বাহিৰত বাপেকে মতা শুনি এলাহ কৰি বিদিশা ওলাই আহিল। বাকীবোৰ গ'ল; কেৱল দেউতাক, হুচেইন আৰু অনির্বাণ আছিল। বাপেকে বহিবলৈ কোৱাত তাই চোফা এখনত লাহে-ধীৰে বহিল।

নিশা ন মান বাজিছিল। গৰমটো অলপ কমিছিল। বতাহ এছাটি খোলা খিৰিকীয়েদি সোমাই আহিছিল।

ডাঃ খাটনিয়াৰে সুধিলে ঃ ভাত হ'লনে অ'?

ঃ হ'ল।

ঃ তই পিচে কি কৰিবি? আমাৰ ঘৰলৈ আজিয়েই যাবি নে কাইলৈ যাবি?

ঃ কিয়?

ঃ মাৰে কৈছিল। আৰু এটা কথা নহয়। আমি সদায় বেয়া দিনৰ কাৰণে সাজু থকা ভাল। ধুৰন্ধৰবোৰে লগ লাগি অনির্বাণৰ বিৰুদ্ধে মানসিক চিকিৎসকলৈকে এনেকুৱা সাক্ষী থিয় কৰাইছে যে কিছুদিনৰ কাৰণে এওঁক জেলত থোৱাৰে মতলব। অৱশ্যে হাইকোৰ্টত আপীল কৰিব পৰা হ'ব। পিচে এনেকুৱা অৱস্থাত ইয়াত থাকি অকলে তই বৰ অসুবিধা পাবি।

ঃ কোনে কৈছে?

ঃ কোনে ক'ব আৰু? ময়ে কৈছোঁ। চোফাৰ গজাল এটাত লাগি খদ্দৰ পঞ্জাবীৰ হাতটোত অকণমান ফুটা এটা হোৱাটো পিটিকি চাই ডাঃ খাটনিয়াৰে জীয়েকক পুনৰ সুধিলে। তোৰ মনটো দেখিছোঁ বৰ ক্ষিপ্ত হৈ আছে।

ঃ হব পাৰে। পিচে দেউতা, এওঁ জেললৈ যাবলগীয়া হ'লেও মই ইয়াতে থাকিম। সিদিনা মায়ে কৈছিল নহয় যে এনেকুৱা সময়ত এইখন ঘৰ এৰি যাব নাপায়।

ঃ পাগলৰ দৰে কথা নকবি।

ঃ দবা-খেলত আমি চাল ঘূৰাই লবলৈ নিদিয়া নিয়মটো আমি নিজে কৰি লোৱা হ'ব পাৰে। কিন্তু জীৱনত চাল ঘূৰাই লোৱাৰ সুযোগ আমাৰ সমাজত নায়েই দেউতা।

ঃ তই বৰ বেছিকৈ চিন্তা কৰিছ।

ঃ চিন্তা নকৰাকৈ বিয়া দিয়া মাক-বাপেকৰ জীয়েকে নিজে বেছিকৈ চিন্তা কৰিবই লাগিব।

ওপৰত ঘূৰি থকা ফেনত লাগি কফাল খাই অহা গুবৰুৱা এটাই দুখ পোৱাকৈ ডাঃ খাটনিয়াৰৰ গালত খুন্দা মাৰিলেহি।

ঃ তোৰ মানসিক অৱস্থাটো বুজিছোঁ। আমাক দোষ দি লাভ নাই। এইবোৰ ভাগ্যৰ লিখন। - গালখনৰ দুখ পোৱা ঠাইত মোহাৰি ডাক্তৰে কলে-

বেৰত পৰা চিকাৰ ধৰিবলৈ খাপ পাতি থকা জেঠিটোলৈ চাই বিদিশাই কলেঃ ভাগ্য নে বাপেক-মাকৰ ভুল - সেই কথা ধৰা পেলাবলৈ বা নির্ণয় কৰিবলৈ ডাক্তৰ নালাগে; ভোগোতাই নিজে গম পায়।

ঃ তই দেখোন মোক আচৰিত ধৰণেৰে কথা কৈছ ? মোৰ গাত কি দোষ?

ঃ দোষ তেন্তে মোৰ নে কি? মায়ে দৰা বাছি উলিয়ালে; দেউতাই সেই পৰিশ্ৰম নকৰাকৈ ৰক্ষা পোৱাৰ আনন্দত বিয়া দি দিলে। আৰু মই বেচেৰী প্ৰতিবাদৰ স্বাধীনতা বিচাৰি পোৱাৰ আগতে এইখন ঘৰত পৰিলোঁহি।

ঃ বল, তই ওলা মোৰ লগতে ।-ভৰিত তেজ খোৱা মহ এটা মাৰি ডাঃ খাটনিয়াৰে থিয় হ'ব খুজিলে। উত্তেজনাত কঁপিছিল যেন লাগে।

ঃ মই নাযাওঁ দেউতা। কিন্তু এখেত হুচেইনক লৈ গ'লে ভাল পাম।

খঙেৰে ডাঃ খাটনিয়াৰে কলে ঃ হুচেনক মই কিয় নিম? নিজে আহিছে তইঁতৰ বন্ধু; নিজে যাব।

বিদিশা গহীন হ'ল। বাপেকৰ ওপৰত চাবনিৰ গোঁজ পুতি যেন কথাৰে কোবাবলৈ ধৰিলে' খং নেদেখুওৱাই ভাল দেউতা। এই পৰিস্থিতিত যদি কাৰোবাৰ খং উঠাৰ যুক্তি আছে, তেন্তে, অকল মোৰ হে আছে, মোৰ বাহিৰে কাৰো নাই। দেউতা, বিয়াৰ পিচৰপৰা মই কান্দি কান্দি সদায় ভাতৰ পাতত বহিছোঁ নে আনন্দেৰে প্ৰতি সাজ ভাত হাঁহি-মাতি, কথা-পাতি খাইছোঁ, সেইটো কোনে জানে? মোক যিজনলৈ বিয়া দিলে, সেইজনৰ কাণ্ড-কাৰখানাই মোক ভবিষ্যতৰ সুখৰ সপোন দেখুৱাইছেনে মোক তিলতিলকৈ মাৰি নিছে, সেই কথা কোনে খবৰ কৰিছে? কথাৰে কৌতুক কৰি হাঁহি হাঁহি কটোৱা মোৰ কুমাৰী জীৱনৰ দিনবোৰৰ ঠাইত আজি কেৱল দ্বন্দ-হাই-কাজিয়া কৰিবৰ কাৰণে কথা কোৱা মোৰ জীৱন মই আনন্দেৰে গ্ৰহণ কৰিছোঁ নে বাধ্য হৈ বন্দিনী থকাদি আছোঁ — কোনে খবৰ কৰিছে? গছৰপৰা সৰা বাঁহ গছৰ পাত বহুত সময় বতাহতে নাচি-বাগি থাকি বহুত পিচতহে মাটিত পৰাৰ দৰে মোৰ ভিতৰখন কেতিয়াবাই মৰি গৈ বাহিৰত এনেয়ে নাচি আছোঁ নে জীয়াই জীয়াই অলপ অলপকৈ মৰি আহিছোঁ, সেই খবৰ মোৰ আই-বোপায়ে জানে জানো?

তোমালোকে দেউতা, নিজৰ ফালটো কেৱল চালা। অভিজাত বংশৰ ল'ৰা বিচাৰিলা, চাকৰি যোগাৰ কৰি দিলা, কন্যাক সমাজৰ মতে সুন্দৰ পাত্ৰলৈ ঠিক সময়ত বিয়া দিলা। তোমালোকৰ গৌৰব ৰক্ষা হ'ল, কৰ্তব্য কৰা হ'ল। কিন্তু সেই অভিজাত বংশৰ পাত্ৰৰ লগত ওৰে জীৱন কটোৱাটো মোৰ দৰে ডাঙৰ কৰা ছোৱালী এজনীৰ কাৰণে কেনেকুৱা হ'ব, সেই কথা তোমালোকে নাভাবিলা। তোমালোকৰ শ্ৰেণী-সন্মানক আঘাত নকৰিবৰ কাৰণেই মই নিজে মনে বিচৰা দৰা বিচাৰি নললোঁ। মোৰ সেই স্বাৰ্থ ত্যাগক এইদৰেই পুৰস্কৃত কৰিব লাগিছিলনে?

মেলা চুলি, অবিন্যস্ত সাজ-পাৰ, উদাস দৃষ্টিৰে খিৰিকীয়েদি দূৰলৈ চাই অভিনয়ৰ সুৰত কথা কৈ যোৱা বিদিশা যেন পৰিবেশৰ বিষয়ে সম্পূৰ্ণ অজ্ঞ। বহুত দিনৰে পৰা সাঁচি থোৱা কথাবোৰ যেন নিজেই ওলাই গ'ল।

মনটো আচৰিত বস্তু। আচৰিত তাৰ ব্যৱহাৰ। বিপদত থাউনি নোপোৱা হোৱা মনে ওচৰত পোৱা ছিগা ঘাঁহ পাতকে সাৱটি ধৰে। উপযুপৰি অহা বিপদে যেন বিদিশাক বুজাই দিলে যে তাই হাত মেলিলেই একমাত্ৰ অনিৰ্বাণকহে এতিয়া পাব পাৰে। তাইৰ মাক-বাপেকো এতিয়া বহুত দূৰত। মাকেতো সিদিনা কলেই যে গিৰিয়েকক এই বিপদত অকলে এৰি তাই এতিয়া মাকৰ ঘৰলৈ গুচি আহিব নাপায়। ওচৰতে থকা বাপেকে সমৰ্থন কৰিছিল।

কথা শেষ কৰাৰ পাচতো একেদৰে বাহিৰলৈ চাই ৰৈ থাকিল বিদিশা। ডাঃ খাটনিয়াৰে কিবা এটা কৈ জীয়েকক বুজনি দিয়াৰ সলনি নিজৰ চকুৰেদি পানী বাগৰি আহিবলৈ এৰি দিলে।

বিদিশাই কোনোফালে চোৱা নাছিল। তথাপি অনুভৱ কৰিছিল যে চামচুল হুচেইনৰ নিচিনা অপদাৰ্থ এটা আগত বহি থাকোতেই তাই নিজৰ মনটো উদঙাই কথা কৈছে। চামচুল হুচেইনক তাই মানুহ বুলিয়েই নাভাবে। তথাপি, কেৱল অনিৰ্বাণক বিয়া কৰোৱাৰ কাৰণেই, অনিৰ্বাণৰ চাকৰিৰ কাৰণেই এনেকুৱা মানুহ এটাক সদায় সহ্য কৰি যাওঁতে মনটো যে কিমান হেঁচা খাই চেপেটা হয়, সেই কথা তাই কাক বুজাব? তাইৰ শিক্ষিত মনটোৱে হুচেইনক ব্যৱহাৰ কৰাৰ এটা বাট উলিয়াইছিল। তাক প্ৰলোভিত কৰি, তাৰ কামুক চৰিত্ৰক নাঙঠ কৰি, দেহাৰ ক্ষুধাত আৰু তাইৰ দেহৰ সৌন্দৰ্য্যৰ লোভত আধা মৰা হোৱা অৱস্থাত সি পৰাটো চাই চাই তাই নিজক নিজে ৰক্ষা কৰিবলৈ কিমানদূৰ সক্ষম— তাকে পৰীক্ষা কৰিছিল। এই পৰীক্ষাত তাই আনন্দ পাইছিল। কাৰণ তাই সদায় জিকিছিল আৰু নাৰী-ৰূপী বিষ্ণুৰ পিচে পিচে উলংগ লৈ সদাশিৱ ঘূৰি ঘূৰি গছকে সাৱটি কামনাৰ কামোৰ কমোৱাৰ দৰে অৱস্থা হোৱা হুচেইন ভাগৰি পৰা চাই চাই তাই অপাৰ আনন্দ পাইছিল।

বিদিশাই ভাবিয়ে আছিল। এক অস্বস্তিকৰ পৰিবেশ নিজান। লাইটটো যেন নিজে নুমাই পলাই যাব নোৱাৰে

কাৰণেই জ্বলি আছিল। ডাঃ খাটনিয়াৰ একে থৰে বৈ থাকিল। চামচুল হুচেইনে মন কৰিলে যে শব্দ হয় বুলি তাৰ উশাহ লবলৈও ভয় লাগিছে। এই অৱস্থাত বেছি পৰ বহি থাকিব নোৱাৰি; মৰিব লাগিব। হঠাৎ মনটো তাৰ ভাল লাগিল। জীৱনত এনেকুৱা তিতা-কেঁহা লগা সময়তে তিৰোতাৰ মনৰ ভিতৰত নিজৰ ঠাই অধিকাৰ কৰিবলৈ সহজ। আৰু বাপেকৰ আগতে এইবোৰ কৈ কিজানি বিদিশাই প্ৰমাণ কৰিবই খুজিছে যে অনিৰ্বাণৰ লগত থকা তাইৰ কাৰণে অসম্ভৱ। তেন্তে, তাৰ আগতে কোৱা মানে তাকেই আমন্ত্ৰণ কৰিছে নেকি এই বিপদৰপৰা উদ্ধাৰ কৰিবলৈ?

বিদিশাই বিবাহিত জীৱনত অনিৰ্বাণক সদায় অপদস্থ কৰিয়েই ভাল পাইছিল। এইবাৰ এদিনৰ কাৰণে অনিৰ্বাণ জেললৈ যাওঁতে তাই অনুভৱ কৰিলে যে অনিৰ্বাণ কেৱল দোষেৰে গঢ়া মানুহ হলেও তাইৰ জীৱনত বৰ্তমান সিয়েই তাইৰ মানুহ। তাৰ গাততো একো দোষ নাই। সিতো খুজি বিয়া কৰোৱা নাছিল। আৰু ,এই কথা স্বীকাৰ কৰিবই লাগিব যে তাইৰ সকলো নিন্দা-গঞ্জনা সহ্য কৰিও সি তাইক সুখী কৰিবলৈ সকলো কৰে, তাইৰ ভৱিষ্যতৰ কাৰণে ভাবে, কেৱল তাইৰ কাৰণে নিজৰ ঘৰখনকো সি পৰ কৰি পেলাইছে। তাইৰ বাপেক-মাকে তাইৰ কাৰণে তেনেকুৱাকৈ কিবা ত্যাগ কৰিছেনে? উৎপতীয়া সন্তানে পৰি দোষ পোৱা দেখি মাক দৌৰি যোৱাৰ দৰে বিদিশাৰ মনটোৱে মনে মনে অপদাৰ্থ অনিৰ্বাণক বেচেৰা বুলি মাতৃ সুলভ ঐকান্তিকতাৰে সাৱটি ধৰিলে। কিন্তু এয়া কি? অনিৰ্বাণৰ লগতে দেখোন চামচুল হুচেইনো বুদ্ধি কৰি তাইৰ বুকুত সোমাবলৈ আহিছে! খঙতে দাঁত কামুৰি তাই গোৰ মাৰি দিওঁতে ভৰিটো চোফাত লাগি দুখ পালত বিদিশাই সাৰ পোৱাদি পালে। দেখিলে মুৰ খজুৱাই হুচেইন আৰু চকু চলচলীয়া কৰি বাপেক একেথৰে বহি আছে। বিদিশাই তাৰ ফালে চোৱা দেখি চামচুল হুচেইনে সাহ পাই মুখ মেলিলে....

ঃ মই এটা কথা কওঁ......

বিদিশাৰ আৰু সহ্য নহ'ল। এই কুকুৰটোৰ কি অধিকাৰ আছে তাইক, তাইৰ এনেকুৱা মনৰ অৱস্থাত, মিহি মিহিকৈ , তাইৰ বাপেকৰ আগতে কথা কোৱাৰ? দেউতাই মুখেৰে মতা নাই কিয়? মই মোৰ দেউতাক মনৰ কথা কওঁতে সি ইয়াত বহি থাকিবই নাপায়। মুখেৰে মাতিবতো নোৱাৰেই। দেউতাই দেখা নাইনে যে এই মানুহটোৱে বেয়া মতলবেৰে ইয়াত বহি কথা চোৱাই থাকেহি ? তাইৰ গিৰিয়েক বহি আছে হয়। পিচে তাইৰ গিৰিয়েক বহি থাকোতে দেউতাকে দেখোন সকলো অধিকাৰ দাবী কৰি , জোঁৱায়েকক উপেক্ষা কৰি, বহুত কাম কৰে। তেন্তে এইটো কৰিব নোৱাৰে কিয়? তাৰ মানে, মোক বিয়া দিয়াৰ আগলৈকে মোৰ বদনাম ওলালে দেউতাৰ গাত পৰিলহেঁতেন আৰু এতিয়া বদনাম ওলালে অনিৰ্বাণৰ গাতহে পৰিব; গতিকে কি দৰকাৰ? বাঃ কি বাৎসল্য প্ৰেম!

নাই, অনিৰ্বাণক তাই দোষ নিদিয়ে। মানুহটো লাজে, ভয়ে, সংসাৰৰ ভৱিষ্যতৰ চিন্তাই, পাগল হোৱাদি হৈছে চামচুল হুচেইন কিজানি কিবা কামত আহে বুলিয়েই চকুমুদি থাকিবলৈ বাধ্য হৈছে। তাই অনিৰ্বাণৰ মুখলৈ চালে। চকু সোমাই গৈছে, মুখ শুকান, চুলি জপৰা, পোছাক জধলা, চাৱনিত ভয় আৰু উদ্বেগ। তাৰ তুলনাত চামচুল হুচেইনৰ মুখে-চকুৱে নতুন আশাৰ উন্মাদনা। আৰু বাপেকৰ চকু-মুখত আনক উপদেশ দিয়াৰ নিশ্চিত দক্ষতা আৰু স্থিৰতা আৰু তাইৰ নিজৰ এই পাগলী হোৱা অৱস্থা।

বাহিৰত দূৰলৈ নেদেখা আন্ধাৰ, ভিতৰত চেপি চেপি ঘাম উলিওৱা গৰম, সন্মুখত হুচেইনৰ মুখত দেখা প্ৰেমিকৰ উন্মাদনা আৰু ডাঃ খাটনিয়াৰৰ নিস্পৃহ স্থিতপ্ৰজ্ঞ মূৰ্তি— এই সকলোবোৰে বিদিশাক আত্মৰক্ষাৰ কাৰণে শেষ চেষ্টা কৰিবলৈ যেন প্ৰৰোচিত কৰিলে। ঠিক সেই সময়তে হুচেইনে " মই এটা কথা কওঁ" বোলো শেষ নোহোৱা কথাকেইটা শত্ৰুপক্ষৰ অতৰ্কিত আক্ৰমণৰ হুংকাৰ হৈ তাইৰ কাণত বাজি উঠিল। অকণো সময় নষ্ট নকৰি তাই প্ৰতি-আক্ৰমণ আৰম্ভ কৰি দিলে। অনিৰ্বাণলৈ চাই তাই মুখত ঘৃণা ফুটাই তুলি ক'লে —

এইজন মহাপুৰুষ হুচেইনৰ এটা কথা তোমাক কবলৈকে আছে। তুমি শুনি থোৱা ভাল। দেউতায়ো জনা উচিত।

হুচেইনক মই সহ্য কৰিছিলোঁ তোমাৰ চাকৰিৰ স্বাৰ্থতে। পুলিচৰ এইবোৰ গণ্ডগোল লগাৰ পাচত হুচেইন যেতিয়া চেকা নপৰাকৈ সাৰি আহিল, তেতিয়া তেখেতক মই নিজে অনুৰোধ কৰিলোঁ — তোমাকো যেনেতেনে সকলাই দিবলৈ। মই কোৱা মতেই খৰচৰ কাৰণে তুমি তেওঁক দহ হেজাৰ টকা দিলা। আৰু ,শুনি লোৱা, মই অকলে ইয়াত তেওঁক অনুৰোধ কৰাৰ দিনা , সি এই কুকুৰে মোক প্ৰস্তাৱ দিবলৈ সাহ কৰিছিল যে মই তাক দিব লাগে। মই তেতিয়াও তাক সেই আশা পূৰণ কেতিয়াবা হ'ব বুলি কৈ সেইদিনা কোনো মতে পঠিয়াই দিছিলোঁ — কেৱল তোমাৰ কাৰণে। এতিয়া তোমাক কৈছোঁ ; কাৰণ বুজিছোঁ যে সি তোমাৰ কাৰণে একো নকৰে।

খুলি থোৱা জোতা তাতে এৰি চামচুল গুচি যাব খোজা দেখি সৈন্য-সামন্ত মতাদি বিদিশাই দেওবৰক চিঞৰি দিলে। সকলো কথা আঁৰে আঁৰে শুনি হয়তো দেওবৰ ওচৰতে থিয় হৈ আছিল। সি বাহিৰেদি দৌৰি গৈ চামচুলক আগচি ধৰিলেগৈ — বিদিশাই হুকুম নিদিয়াকৈয়ে। দেওবৰৰ হাত এৰুৱাই যাব খোজা হুচেইনক দেওবৰে ঠেলা মাৰি ভিতৰত সুমাই দিলে। থৰ্ক থৰ্ককৈ কঁপি হুচেইন ৰৈ থাকিল— মূৰ তললৈ কৰি।

বিদিশাৰ কিন্তু মুখ বন্ধ নহ'লঃ মোকৰ্দমাৰপৰা সৰুৱাব পাৰিব বুলি সেইদিনা এই কুকুৰক মই একো নকলোঁ। এতিয়া বুজিছোঁ সি এইবোৰ একো নকৰে। তুমি জেললৈ গ'লে মোক সি নিজাৰ কৈ পোৱাৰ আশাত আছে। কুকুৰ , মোক তই কি বুলি ভাবিছ?

দাঁত কামুৰি বিদিশাই কোৱা কথাই নিশাৰ অন্ধকাৰ কঁপাই দিলে। ডাঃ খাটনিয়াৰে উঠি আহি জীয়েকক ক'লেঃ এইবোৰ তই কি কৰিছ?

এক অস্বস্তিকৰ পৰিবেশত বোবা হৈ চামচুল হুচেইন থিয় হৈ থাকিল। বাপেকে টানি নিব খোজা হাত এৰুৱাই বিদিশাই হুচেইনক চাবনিৰে খুচি ক'লে ; এতিয়া আৰু মই ভয় নকৰোঁ। কাৰণ মই এতিয়া বুজিলোঁ যে হুচেইনৰ নিচিনা কুকুৰে মোৰ নতুন অন্যায় একো কৰিব নোৱাৰে।

ইমানপৰে স্তব্ধ হৈ বহি থকা অনিৰ্বাণ খেদা মাৰি আহিলঃ ইয়াৰ মুখখন ভাঙি দিওঁ।

মাজতে সোমাই বিদিশাই ক'লেঃ আজিয়েই আকৌ নতুনকৈ কিবা এটা কেচ হ'ব নালাগে। কাইলৈ ইটোৰ ৰায় শুনি লওঁহক।

ডাঃ খাটনিয়াৰে বৰ অস্বস্তি অনুভৱ কৰিছিল। অনুৰোধৰ সুৰত কলেঃ তোক মই এই অবস্থাত এৰি যাব নোৱাৰোঁ। তই ব'ল মোৰ লগত আই। আহ আকৌ।

বহাৰপৰা নুঠি বিদিশাই ভাগৰুৱা হুমুনিয়াহ কাঢ়ি উদাস সুৰত ক'লেঃ মোক তোমালোকে তোমালোকৰ ঘৰৰপৰা কেতিয়াবাই উলিয়াই দিলাহঁক, দেউতা। এতিয়া মোক এঘণ্টাৰ কাৰণে নিবলৈও নিয়মমতে এওঁৰ অনুমতি ল'ব লাগিব।

চামচুলৰ উপস্থিতিটো বিদিশাৰ অসহ্য লাগিছিল। অথচ এই ৰাতিখন মাৰপিট চিঞৰ-বাখৰ হৈ মানুহ গোট খোৱা অবস্থা এটা হলেও বেয়া হ'ব বুলি জানিছিল। খণ্ডৰ কোবত তেনেকুৱা একো হোৱাৰ আগেত পঠিয়াই দিয়াই ভাল বুলি ভাবি বিদিশাই দুৱাৰৰ পৰ্দা দাঙি চামচুলক চকুৰে ওলাই যাবলৈ আদেশ দিলে। খুলি থোৱা জোতা এৰি শুদা ভৰিৰেই ভয়ে ভয়ে চামচুল ওলাই গ'ল। একো কৰিবলৈ নাপাই দাঁত কামুৰি থকা দেওবৰে এবাৰ বিদিশালৈ চাই হুচেইনে এৰি যোৱা জোতাযোৰ দাঙি ললে। আৰু তাৰ পাচত, বিদিশালৈ অপেক্ষা নকৰি, নিজে দৌৰি গৈ হুচেইনৰ মূৰত পৰাকৈ এপাট এপাটকৈ দুয়োপাট জোতা জোৰেৰে দলিয়াই দিলেগৈ।

ভাগৰত বহি পৰি বিদিশাই ভাগৰুৱা চাবনিৰে বাপেকলৈ চালে। চাবনিৰেই যেন কলে— দেউতা, তুমি এতিয়া যোৱাই ভাল। ডাঃ খাটনিয়াৰে বুজিলে। তললৈ মূৰকৈ, ভিতৰৰ লাইটে খেদি বাহিৰ কৰা নিজৰ ছাঁটোৰ পাচে পাচে, ডাঃ

খাটনিয়াৰ ওলাই যাওঁতে জীয়েকে নামাতিলে। বাপেকেও যাওঁ বুলি নকলে।

নিজৰ সম্মান অটুট ৰাখি, মধ্যবিত্ত সমাজৰ সতীৰ দৰে বিপদৰ সময়ত গিৰিয়েকৰ পক্ষ লৈ চামচুলৰ প্ৰতাৰণাক মুকলিকৈ ধৰা পেলাই দি ভাগৰি পৰা বিদিশাক অনিৰ্বাণে পিঠিত হাত দি, কৃতজ্ঞতা স্বীকাৰ কৰি ক্ষমা খুজিব খোজোঁতেই তাই অনিৰ্বাণৰ বুকুত ভাগৰুৱা মূৰটো নিজেই থৈ দিলে।

বিদিশাই নাও নিজে নুবুৰায়। অভিজাতৰ স্বীকৃতি-প্ৰাৰ্থী, শ্ৰমিক-স্বাৰ্থৰ পৰিপন্থী মধ্যবিত্তৰ শ্ৰেণী-চৰিত্ৰ যেনিবা গুৱাহাটী মহানগৰীৰ বৰ্তমানক উপেক্ষা কৰি, গুৱাহাটীক এতিয়াও বশিষ্ঠৰ আশ্ৰম বুলি ভাবি থাকি যোৱা কেতেকী চৰাইয়ে নিজৰ অস্তিত্ব জাহিৰ কৰিবলৈ এতিয়াও অদৰ্কাৰি চিএৰ মাৰিয়ে আছে। ❑

"All understanding of primitivie conditions remains imposible so long as we regard them through brothel spectacles."- গণিকালয়ৰ ঘানীত বন্ধা চকুৰে চালে আদিম অবস্থাৰ তাৎপর্য বুজা অসম্ভৱ।

**গৌতম** বুদ্ধ তেতিয়াও ওপজা নাই। যীশুখ্ৰীষ্টৰ জন্মৰ ৭০০ বছৰ আগৰ কথা। বৰ্তমানৰ উত্তৰ প্ৰদেশত তেতিয়া আছিল পাঞ্চাল ৰাজ্য। গঙ্গাৰ পাৰ। তেতিয়া বৈদিক যুগৰ শেষৰ ফালে উপনিষদ ৰচনাৰে তাত্বিক ব্যাখ্যা দি আৰ্য বা ব্ৰাহ্মণ্য ধৰ্মৰি দাৰ্শনিক দিশ বিকশিত হোৱাৰ যুগ। হিন্দু ধৰ্মৰ তেতিয়াৰ নাম আৰ্য ধৰ্ম।

ঃ ইমান সুন্দৰ দৃশ্য। এনেকুৱা দৃশ্যকো অৱজ্ঞা কৰি তুমি বশিষ্ঠ আৰু বিশ্বামিত্ৰ ঋষিৰ শ্লোক পঢ়ি আপোন পাহৰা হৈ থাকা কেনেকৈ? প্ৰৱাহন, মোৰ কথা শুনিছানে?

ঃ শুনিছো লোপা। তোমাৰ চকুৰে সেই দৃশ্য চাই থাকোঁতে তোমাৰ চকুযুৰিলৈ চাই মই বেছি আনন্দ পাওঁ।

ঃ কথাৰ উত্তৰ তুমি দিব ঠিক জানা। কিন্তু আনবোৰ ছাত্ৰৰ লগতে পুৰণি শ্লোকবোৰকে তুমিও কুকুৰৰ দৰে চিঞৰি আওৰোৱা দেখিলে মোৰ বৰ বেয়া লাগে। একমাত্ৰ ইয়াকে ভাবি মই শান্তি পাওঁ যে প্ৰৱাহন চিৰদিন মোৰ হৈ থাকিব।

ঃ লোপা!

ঃ প্ৰৱাহন তুমি আমাৰ ঘৰলৈ প্ৰথম দিনা বৰ মাৰ লগত অহা ভালকৈ মনত আছে। তুমি তেতিয়া আঠ বছৰীয়া; মই বোধকৰোঁ চাৰি বছৰীয়া। মায়ে মোক কৈছিল, এওঁ প্ৰৱা হন। তোৰ ককায়েৰ। মোৰ পিতাই তেতিয়াও শিষ্যক শিক্ষা দিবলৈ আশ্ৰম পতা নাছিল। আমাৰ ঘ ৰত তেতিয়া মাতৃ আৰু কৃতদাসী তিৰোতা আৰু সিহঁতৰ ল'ৰা-ছোৱালীৰ ব াহিৰে কোনো নাছিল। সেয়ে তুমি আমাৰ ঘৰত থাকিবলৈ অহাত মই মনে মনে বৰ ভাল পাইছিলোঁ।

ঃ তোমাৰ মুখখন তেতিয়া একেবাৰে ঘূৰণীয়া আৰু লাজত ৰঙা আছিল লোপা।

ঃ মোৰ মায়ে তেতিয়া কি কৈছিল মনত আছেনে?

ঃ নিশ্চয় আছে। খুড়ীয়ে মোক মৰমেৰে প্ৰথম দিনাৰেপৰা আদৰি লৈ কোৱা কথাবোৰ মই কেতিয়াও নাপাহৰোঁ। মোকতো গাৰ্গ্য খুড়াৰ হাতত মোৰ আয়ে নিজে গতাই দি গৈছিলহি। খুড়াৰ সম্মুখত কঠোৰ শাসনত অধ্যয়ন কৰি ক্লান্ত হোৱাৰ পাচত মই ভাগৰ জুৰাবলৈ সদায় তোমাৰ ওচৰ পাইছিলোঁহি। কিন্তু তেতিয়াও বেদ আৰু ব্ৰাহ্মণ শাস্ত্ৰৰ সকলো জ্ঞান মই যিমান পাৰোঁ খৰকৈ আয়ত্ব কৰিবলৈ চেষ্টা কৰিছিলোঁ।

ঃ পিতাই দেখোন কৈছে যে তোমাৰ এতিয়া সকলো শাস্ত্ৰ পঢ়া শেষ হ'ল।

ঃ কিন্তু লোপা, জ্ঞান অসীম। ঠিক শেষ হ'ল বুলি ক'ব নোৱাৰি।

ঃ তেন্তে তুমি এতিয়াও চুলিত তেল নঘঁহাকৈ, পলাশৰ ঠাল লৈ এতিয়াও ব্ৰতাচাৰী হৈয়ে থাকিবানে?

ঃ এতিয়া লোপা তুমি মোৰ চুলিত তেল ঘঁহিব পাৰিবা; পলাশৰ ঠাল আৰু নলওঁ।

ঃ কিয় যে তোমালোকে চুলিত তেল নঘঁহাটো কৰা মই নুবুজোঁ। অথচ সেইদৰে ব্ৰহ্মচাৰীৰ বেশ ধৰিও তুমি মোক চুমা খোৱা।

ঃ আচলতে এইবোৰ কৰা হয় নাম কৰিবৰ কাৰণেহে। ব্ৰাহ্মণ যুৱকৰ কঠোৰ তপশ্চৰ্যাৰ পৰা জ্ঞান লাভ হয় বুলি আমাক আন মানুহে সম্ভ্ৰম কৰে।

ঃ শুনা প্ৰৱাহন, কুৰু ৰজাই মোৰ পিতাক মাটি - সোণ- ৰূপ আৰু দাস বহুত বহুত দিয়ে আছে। আমাৰ ঘৰ এনেয়েও দাস-তিৰোতাৰে ভৰ্তি। এতিয়া আকৌ নতুনকৈ তিনিজনী আহিছে।

ঃ সেইবোৰ গাভৰু দাস-ছোৱালী বিক্ৰী কৰি দিয়া। প্ৰতিজনীত ডেৰকুৰিকৈ সোণৰ মুদ্ৰা পাবা।

ঃ ওহোঁ, আমি ব্ৰাহ্মণ আৰু অধ্যয়নৰ বাবে বহু অবসৰ আমাৰ আছে কাৰণে আমি আন মানুহতকৈ জ্ঞানী। কিন্তু এই দাসবোৰৰ দুখ লগা অৱস্থা দেখিলে মোৰ ব্ৰহ্মা-ইন্দ্ৰ-বৰুণ আদি দেৱতা, বশিষ্ঠ ভৰদ্বাজ-ভৃগু-অঙ্গিৰা আদি ঋষি আৰু মোৰ পিতাৰ নিচিনা ধনী ব্ৰাহ্মণবোৰলৈ বৰ খং উঠে। এই সকলোবোৰতে কেৱল দৰ-দাম, মুনাফা, লোভৰ ৰাজত্ব। এদিন পিতাই এজনী কলীদাসীৰ গিৰীয়েকক বিক্ৰী কৰিলে এজন বণিকক। বেচেৰী দাসীজনীয়ে গিৰিয়েকক তাইৰ লগতে ৰাখিবলৈ মোৰ ওচৰত যে কিমান কন্দা-কটা কৰিছিল। পিতাক কৈছিলোঁ, কিন্তু নুশুনিলে। এটা জন্তুৰ দৰেই দাসটোক লৈ যাওঁতে সেই দাসী আৰু তাইৰ ল'ৰা-ছোৱালীয়ে কিযে কন্দা-কটা কৰিছিল।

ঃ আনে এইবোৰ কথা কোৱা হ'লে মোৰ খং উঠিলহেতেঁন। কিন্তু লোপা, তুমি ক'লে তোমালৈ বেছি মৰম লাগে।

- - - - - - - - -

ঃ তুমি এই অলংকাৰবোৰ নিপিন্ধা কিয় লোপা?

ঃ তুমি মূৰত সেই গধুৰ মুকুটটো পিন্ধা দেখিলেও মোৰ বেয়া লাগে ; মই নিজৰবোৰ পিন্ধাটো বাদেই।

ঃ তুমি লোপা পাঞ্চাল ৰাজ্যৰ ৰজা প্ৰৱাহনৰ ৰাণী।

ঃ মই প্ৰৱাহৰ সহধৰ্মিণীহে ; ৰাণী নহয়।

ঃ দেখিছা, খুড়াই কেনেকৈ মই যে পাঞ্চাল ৰাজ্যৰ ৰাজকোঁৱৰ, সেই কথা লুকাই ৰাখিছিল। আমিতো নাজানিছিলোঁ।

ঃ পিতাৰ লুকুৱাৰ বাহিৰে উপায় কি? ৰজাৰ শ শ ৰক্ষিতাৰ মাজত তোমাৰ মাতৃও আছিল এগৰাকী। আৰু তোমাতকৈ ডাঙৰ ৰাজকুমাৰ ভালেমান কিজন আছিল। গতিকে তুমিয়েই এদিন পাঞ্চালৰ ৰজা হ'বা বুলি পিতায়ো জনা নাছিল।

ঃ তুমি এই ৰাজপ্ৰসাদ ভাল নোপোৱা লোপা?

ঃ পিতাই ছাত্ৰক পঢ়োৱা সুবৃহৎ অট্টালিকাতো মই সুখী নাছিলোঁ। বিৰাট আছিল এই গৃহ, কিন্তু দাসবোৰৰ বাবে সেই ঘৰ বন্দীশাল নহয়নে? এই ৰাজপ্ৰাসাদতো তুমি আৰু মই - এই দুয়ো প্ৰাণীৰ বাহিৰে সকলো দাস নহয়নে?

ঃ মোৰ জন্ম শাসন কৰিবৰ কাৰণেই। সেয়ে মই আজি ৰজা! এসময়ত শিক্ষক হ'ম বুলি ভাবিছিলোঁ। কিন্তু নিজকে ৰাজকুমাৰ বুলি জনা হোৱাৰ পাচত ৰজা হোৱাই মোৰ কাৰণে স্বাভাৱিক। কাৰণ, মই এতিয়া কেৱল সৃষ্টি নহয়, স্ৰষ্টাও। আৰু চৰকাৰ চলোৱাৰ লগত এনে মনোভাৱৰ সম্বন্ধ আছে। নিজৰ শক্তি - প্ৰতিপত্তি বৃদ্ধিৰ কাৰণেই মোৰ ৰাজকীয় পূৰ্বপুৰুষসকলে বশিষ্ঠ, বিশ্বামিত্ৰ আদিৰ প্ৰতি ইমান সন্মান দৰ্শাইছিল। সেই ঋষি সকলে ইন্দ্ৰ-অগ্নি-বৰুণ দেৱতাৰ নামত সাধাৰণ মানুহক শিকাইছিল; ৰজাক মানি চলিবলৈ। সেইদিনত ৰজাই ঋষি-মুনিক দামী দামী বস্তু দান আৰু উৎসৰ্গা কৰি ঈশ্বৰৰ ঐশ্বৰিক শক্তিৰ ওপৰত মানুহৰ বিশ্বাস বঢ়োৱাৰ চেষ্টা কৰিছিল। আৰু সাধাৰণ মানুহেও বিশ্বাস কৰিছিল যে ভগৱানৰ কৃপাতে ৰজাই সকলো ভাল বস্তু ভোগ কৰিবলৈ পায়।

ঃ পুৰণি দেৱতাবোৰেই দেখোন যথেষ্ট। তুমি আকৌ নতুনকৈ স্বৰ্গৰ দেৱতাৰ সৃষ্টি কৰিছা কিয়?

: বহুত দিন অতীত হ'ল; কিন্তু কোনেও এতিয়ালৈকে ইন্দ্ৰ , বৰুণ বা ব্ৰহ্মা দেৱতাক দেখা নাই। সেয়ে কিছুমানে সেইবোৰ দেৱতাৰ অস্তিত্ব বিশ্বাস নকৰা হৈছে।

: তুমি সৃষ্টি কৰা দেৱতাজনৰ বিষয়েও দেখোন মানুহে সন্দেহ কৰিবলৈ ধৰিব ?

: মই এই দেৱতাক এনেকুৱা ৰূপত বৰ্ণনা কৰিম যে সেই দেৱতাই নিজে নিজক দেখাৱা নাহিলে আন কোনেও নেদেখিব। যি দেৱতাৰ শৰীৰ আকাশ সদৃশ, যি সদায় বৰ্তমান, তেওঁক বেলেগে দেখাৰ প্ৰশ্ন উঠিব কেনেকৈ ? তেনেকুৱা প্ৰশ্ন উঠিব পাৰে পুৰণি আধা-মানুহ দেৱতাৰ বিষয়েহে।

: তোমাৰ এনেকুৱা নতুন দেৱতাৰ বৰ্ণনাই সাধাৰণ মানুহৰ বাহিৰেও উদ্দালক আৰুণিৰ নিচিনা ব্ৰাহ্মণকো মোহিত কৰিছে। তুমি সাধাৰণ মানুহৰ চকুত ধূলি মাৰিবৰ বাবেই এইবোৰ কৰিছানে ?

: লোপা, তোমাৰ আগত মোৰ লুকাবলৈ একো নাই। আমাৰ হাতত ক্ষমতা ৰাখিবলৈ হলে সকলো ধৰণৰ যুক্তি ওফৰাবই লাগিব। আমাৰ, ৰাজশক্তিৰ এতিয়া প্ৰধান শত্ৰু সেইবোৰেই যি ভগৱান আৰু পূজাৰ বিৰুদ্ধে প্ৰচাৰ কৰে।

: তুমি দেখোন তোমাৰ নতুন দেৱতা সৃষ্টিৰ লগে লগে সেই দেৱতাৰ আবিৰ্ভাৱৰ বিষয়েও কৈছা ?

: লোপা, স্থিতি থাকিলে বোধগম্য হব লাগিব। ইন্দ্ৰিয়গ্ৰাহ্য কিন্তু নহয়, কাৰণ, তেতিয়া বিৰুদ্ধপক্ষই চাবলৈও বিচাৰিব। মই মাত্ৰ কৈছোঁ যে এই ভগৱান এনেকুৱা যে তেওঁক ইন্দ্ৰিয়ৰ অতীত এক ঐশ্বৰিক জ্ঞানেৰে উপলব্ধি কৰিব পাৰি। আৰু তাকে কৰিবলৈ যাওঁতে মই এনে এক মতবাদৰ সৃষ্টি কৰিছোঁ যে তাৰ অৰ্থ আৰু ৰহস্য বিচাৰি মানুহে বহুত যুগ অন্ধৰ দৰে খেপিয়াই ফুৰিব। আৰু তাৰ পাচতো এনে ভগৱানৰ ওপৰত বিশ্বাস মানুহে এনেদৰে নোহোৱা কৰিব নোৱাৰিব। ইয়াকে কৰাটো প্ৰয়োজনো হৈছে। কাৰণ পুৰোহিত-ব্ৰাহ্মণ আদিৰ পুৰণি অস্ত্ৰবোৰ, পুৰণি দেৱতাবোৰ, অচল হৈছে।

: তোমাৰ দেৱতাও একেদৰে এদিন অৰ্থহীন হব। তুমি ব্ৰাহ্মণ পণ্ডিতবৰ্গকে তোমাৰ নতুন দৰ্শন শিকাইছা। কিন্তু তোমাৰ লগত থাকি মই এই সকলোবোৰ মিছা আৰু প্ৰবঞ্চনা বুলি জনাৰ দৰে এই ব্ৰাহ্মণ পণ্ডিতবোৰেও এদিন জানিবগৈ।

: কিছুমান ব্ৰাহ্মণে ইয়াৰ গুপ্ত ৰহস্য জানেই। কিন্তু মোৰ এই দৰ্শন তেওঁলোকৰো ভাল কামত আহিব বুলি তেওঁলোকে জানে। সাধাৰণ মানুহে ইতিমধ্যে পূজাৰী, পুৰোহিত আদিৰ ওপৰত বিশ্বাস হেৰুৱাইছে। আৰু বিশ্বাস হেৰুউৱা মানেই তেওঁলোকে দান-উৎসৰ্গা আদিৰ পৰা বঞ্চিত হৈ সুবিধাভোগী হৈ থকাৰ সুযোগ হেৰুৱাব। মোৰ দৰ্শনে কিন্তু তেওঁলোকৰ সকলো শোষণৰ সুবিধা ৰক্ষা কৰিব।

: এইবোৰ তেন্তে ধন-সম্পতি সুবিধা ভোগৰ ফন্দি ?

: আৰু ই এনে এক ধন-সম্পতি ভোগৰ ফন্দি যে ইয়াত কোনো হানিৰ ভয় নাই। সেই কাৰণেই উদ্দালকৰ নিচিনা ব্ৰাহ্মণৰ প্ৰতি গভীৰ শ্ৰদ্ধা প্ৰদৰ্শনৰ অভিনয়, সাধাৰণ মানুহৰ মনত বিশ্বাস জন্মাবৰ বাবে লাগে।

: বৰ নীচ অভিসন্ধি।

: মানি লৈছোঁ। কিন্তু আমাৰ কাৰণে ই এক চূড়ান্ত উপকাৰী বিজয়। কিন্তু এই আকাশৰ ওপৰত থকা দেৱতাৰ বাহিৰেও আন এক পৰম জ্ঞান মই এতিয়াও দিয়া নাই।

: কি ?

: সেইটো হৈছে মৃত্যুৰ পিচত পৃথিৱীলৈ আকৌ অহাৰ তত্ত্ব - পুনৰজন্ম তত্ত্ব। আমি ৰজা, পুৰোহিত আৰু বণিকবোৰে যিমানে অসীম সুখ-সুবিধা উপভোগ কৰোঁ, সাধাৰণ প্ৰজা সিমানে দুখ-সাগৰত ওপঙে। এই কপৰ্দকহীন মানুহবোৰক কিছুমানে বুজাই ফুৰিছে যে সিঁহতৰ হাড়ভঙা শ্ৰম আৰু কষ্টৰ বিনিময়ত আমি মহা সুখত আছোঁ। আৰু আমাক সুখত ৰাখিবলৈ কষ্ট কৰিলে সিঁহত স্বৰ্গলৈ যাব বুলি আমি ভুৱা দি থৈছোঁ। সেই স্বৰ্গতো এতিয়ালৈকে কোনেও দেখা নাই ;

গতিকে মানুহৰ মনত সন্দেহ জন্মা স্বাভাৱিক। কিন্তু মই এতিয়া কৈছোঁ, এই পৃথিৱীত উচ্চ-নীচ, ধনী-দুখীয়া, উচ্চজাত-নীচজাত, আদি সকলো পাথৰ্ক্য মানুহৰ পূৰ্ব জন্মৰ পুণ্য-পাপৰ ফল। আমাৰ আগৰ জন্মৰ ভাল-বেয়া কামৰ ফলস্বৰূপেই এই জন্মত উচ্চ - নীচ হওঁ।

প্ৰৱাহন মৰাৰ পাচতো প্ৰৱাহনৰ দৰ্শন থাকি গ'ল। পুৰণি যজ্ঞ, পূজা আদিও অৱশ্যে চলি আছিল। কিন্তু ক্ষত্ৰিয় প্ৰৱাহনৰ মতবাদৰ নতুন ধাৰা বেছি জনপ্ৰিয় হ'ল, কুৰুৰ যাজ্ঞ্যবন্ধ্যই এই ধাৰা বেছি জনপ্ৰিয় কৰিলে। নতুন পণ্ডিতসকলৰ তৰ্ক-সভা পুৰণি যজ্ঞতকৈ জনপ্ৰিয় হ'ল। এই প্ৰৱাহন-প্ৰবৰ্তিত ব্ৰহ্মবাদীসকলক নিয়ন্ত্ৰণ কৰি নি ৰজাই ধন-সোণ, ছোৱালী আদি মুক্তহস্তে দান দিবলৈ ধৰিলে। এনেকুৱা বহুত সভাত যাজ্ঞবন্ধ্য জয়ী হৈছিল।

প্ৰৱাহনৰ মৃত্যুৰ ৬০ বছৰ পাচতো শতাধিক বৰ্ষীয় লোপা জীয়াই আছিল - পাঞ্চাল নগৰৰ বাহিৰৰ বাগিছা এখনত। এনেকুৱা গছ-গছনিৰে ভৰা ঠাইত থাকি তেওঁ ভাল পাইছিল। প্ৰবাহন জীয়াই থাকোঁতে লোপাই গিৰিয়েকৰ বহু কথাৰ বিৰোধিতা কৰিছিল।

ধৰ্মসম্বন্ধীয় আলোচনাত যোগ দিয়া গাৰ্গী নামৰ তিৰোতা এগৰাকী এদিন সেই চহৰলৈ আহিল। লোপাৰ গিৰিয়েকৰ ফালৰ পৰা গাৰ্গী আপোন। এদিন তেওঁ লোপাৰ ওচৰলৈ আহিল। আৰু বুঢ়ীৰ আগত দুখেৰে কলে যে তেওঁ বিদেহৰ জনক ৰজাৰ ৰাজসভাত যাজ্ঞ্যবন্ধ্যৰ আচৰিত উত্তৰত স্তব্ধ হ'ল। সেইবোৰ সভাত কেনেকৈ ব্ৰাহ্মণবোৰ প্ৰতিপক্ষৰ উত্তৰ কটাতে ব্যস্ত, কেনেকৈ তাত বুদ্ধিৰ কচৰৎ চলে, তাকো ক'লে।

বুঢ়ী লোপাই ক'লে ঃ মোৰ স্বামী প্ৰবাহনে এই চিন্তাধাৰা কি মতলবেৰে আৰম্ভ কৰিছিল। মই জানো।

ঃ মই আপোনাৰ কথা বিশ্বাস কৰিছোঁ। সম্পদশালী হুবৰ কাৰণে ধৰ্মপথেই ভাল পথ।

ঃ তোমাক কি উত্তৰ দি যাজ্ঞ্যবন্ধ্যই পৰাজিত কৰিলে ?

ঃ উত্তৰ ? মই ব্ৰহ্মাৰ আদি সম্বন্ধে প্ৰশ্ন কৰিছিলোঁ আৰু প্ৰশ্ন কৰি কৰি তেওঁক মই শ'লঠেকত পেলাইছিলো। তেতিয়া তেওঁ মোক আচৰিত কৰি ঘপককৰে ক'লে- "তুমি গাৰ্গী যদি আকৌ প্ৰশ্ন কৰা তেন্তে তোমাৰ মূৰ ছিগি মাটিত পৰিব। মই অবাক হৈ ৰৈ গ'লো।

ঃ মই আচৰিত নহলোহেতেন। কাৰণ এই যাজ্ঞ্যবন্ধ্যই প্ৰৱাহনৰ প্ৰকৃত শিষ্য ; এওঁ প্ৰৱাহনৰ মিছাৰ ওপৰত প্ৰতিষ্ঠিত দৰ্শনক উন্নত কৰি কামত লগাইছে।

ঃ তেন্তে মই প্ৰশ্ন কৰা হ'লে মোৰ মূৰ সচাঁকৈ ছিগিলহেতেঁন নেকি ?

ঃ ছিগিলহেঁতেন। কিন্তু কোনো ঐশ্বৰিক শক্তিৰ প্ৰভাৱত নহয়; আন মানুহ নিহত হোৱাৰ দৰেই তুমিও হত্যাকাৰীৰ বলি হলাহেতেন।

ঃ মানুহে কেতিয়াবা এই প্ৰৱঞ্চনাক ঘিণ কৰিবলৈ শিকিবনে ?

ঃ শিকিব ; মই আশা কৰোঁ শিকিব................।

অধ্যাপক অৰবিন্দ ৰাভাই কোৱা কাৰণেই সাংবাদিক হৰিপ্ৰসাদ সেনে ৰাহুল সাংস্কৃতায়নৰ 'ভল্গা সে গঙ্গা' নামৰ বিখ্যাত গ্ৰন্থখনিৰ 'প্ৰৱাহন' নামৰ অধ্যায়টো পঢ়োতেই চমুকৈ পঢ়ি পেলালে। পঢ়ি উঠি হৰিপ্ৰসাদ যেন আচৰিত হ'ল। প্ৰায় দহবছৰ আগতেই এই গ্ৰন্থকে পঢ়োতে তেওঁ ইয়াৰ ভিতৰত থকা ইমানবোৰ সূক্ষ্ম কথা যেন পোৱা নাছিল। সঁচা কথা যে সেই সময়ত তেওঁৰ মূৰত বস্তুবাদী বৈজ্ঞানিক চিন্তাৰ প্ৰভাৱ কম আছিল। হৰিপ্ৰসাদ সেনে মনৰ আৰামটোক গা এঙামুৰি দি প্ৰকাশ কৰিলে।

ভাৰতৰ এখন বিখ্যাত দৈনিক কাকতৰ গুৱাহাটী অফিচৰ কৰ্মকৰ্তা সাংবাদিক হৰিপ্ৰসাদ সেন বহুতৰে পৰিচিত। কিন্তু

বহুতৰ অপ্ৰিয়ভাজনো। হৰিপ্ৰসাদ সেনে মিঠা কথা কব নাজানে। সেনৰ বস্তুবাদী চিন্তাধাৰাৰ খবৰ পাই প্ৰথমতে গুৱাহাটীৰ তথাকথিত বহুত কমিউনিষ্টে ভাল পাইছিল। কিন্তু এই কমিউনিষ্টসকলৰ ৰৰমূৰীয়াৰ সভা এখনত সেনক এজন ৰৰমূৰীয়াই প্ৰশ্ন কৰিছিল, অমুক গাঁৱত মাটিহীন কৃষকৰ আন্দোলনত জয়যুক্ত হোৱাৰ বিষয়ে আপুনি কি ভাবে? সেই গাঁৱত থকা মানুহৰ ধৰ্ম-উপাৰ্জন সম্প্ৰদায় হিচাপে ভাগে ভাগে খবৰ সুধি সেনে কৈ দিলে যে মূৰ্খামি কৰা হৈছে। সকলো অবাক। সেনে বুজাই দিলেঃ তাত শতকৰা ৭৫ জন অহিন্দু, তাৰে এটাইখিনি মৈমনসিঙৰ পৰা আহি বসবাস কৰা মানুহ। সেইখিনি মানুহে মাটি বিচাৰিলেই বাকী ২৫ জন অসমীয়া হিন্দুৰপৰা দিব লাগিব। গতিকে মানুহখিনিৰ আন্দোলন দমোৱাত চৰকাৰে শতকৰা ২৫ ভাগ থলুৱা অসমীয়াৰ সমৰ্থন পাব। সকলো চুপ হৈ গ'ল।

হৰিপ্ৰসাদসেনে গুৱাহাটীত একমাত্ৰ শ্ৰদ্ধা কৰে অধ্যাপক অৰবিন্দ ৰাভাক। সেনৰ মতে অগাধ পঢ়া-শুনা গতিকে তেখেতৰ প্ৰায়বোৰ সিদ্ধান্তই নিৰ্ভুল।

ঃ চব ভুল। চব মিছা কথা, একেবাৰে মিছা কথা। লাহৰী, তোক মই ইমানকৈ কলোঁ এম - এ পঢ়োতে হিষ্ট্ৰী ল, ইতিহাস ল। তই নুশুনিলি। হেৰ' তহঁতৰ সেইবোৰ দৰ্শন নে ফিলচফি একেবাৰে মিছা কথাৰে ভৰা, একেবাৰে ভুল। তহঁতৰ সেই ৰাধাকৃষ্ণ, তহঁতৰ বিখ্যাত দাৰ্শনিক ৰাধাকৃষ্ণণ, তহঁতৰ পণ্ডিত জৱাহৰলাল নেহৰু, তহঁতৰ পণ্ডিত আটাইবোৰেই ভুল কৰিছে, ফাঁকি দিছে, ভুৱা। শুন লাহৰী, এইটো চা...... তই নায়েই দেখোন... লাহৰী, লাহৰী, লা......।

ঃ বাইদেউ নাই দেউতা, এঘণ্টামান আগতে জালুকবাৰীলৈ ওলাই গ'ল।

ঃ এঘণ্টামান আগতে ? কেলেই তাই মোৰ সৈতে কথা পাতি আছিল নহয় ?

ঃ কথা পাতি আছিল ভাত খাই উঠিয়েই ,চাৰি ঘণ্টামানৰ আগতে। এতিয়া চাৰি বাজিল দেউতা।

ঃ হয়-নেকি ? কিন্তু জালুকবাৰীলৈ যাওঁতে তাই মোক কৈ যাব পাৰিলেহেঁতেন। ইউনিভাচিটি লাইব্ৰেৰীৰ পৰা মোৰ দুখনমান কিতাপ আনিব লাগিছিল।

ঃ আপোনাৰ কিতাপ আনিবলৈকে যোৱা বুলি মোক কৈ গৈছে। আপুনি কালি ৰাতিয়েই কৈছিল বোলে।

ঃ অ' হয়নেকি ? বাৰু বাৰু। মই কেতিয়াবা হঠাৎ একোটাইত কথা নিজেই কৈ পাহৰি যাওঁ। নহয়নে অ' যামিনী ?

ইতিহাসৰ বিশিষ্ট পণ্ডিত ডক্টৰ অৰবিন্দ ৰাভা দিল্লী বিশ্ববিদ্যালয়ত আছিল। তেতিয়াৰেপৰা আজি প্ৰায় বিছ বছৰ ধৰি যামিনী নামৰ এই মানুহটো শ্ৰীযুত ৰাভাৰ লগত আছে। গুৱাহাটী বিশ্ববিদ্যালয়ত ইতিহাস বিভাগৰ মুৰব্বী হৈ তেওঁ অহা মাত্ৰ দুবছৰহে হৈছে। যামিনীয়ে জানে যে সকলো কথা কৈয়ে পাহৰা অধ্যাপক ৰাভাই সদায় ভাবে যে তেওঁ কেতিয়াবা হঠাৎ হে দুই এটা কথা পাহৰে। ৰাভাতকৈ বয়সত ডাঙৰ যামিনীয়ে এনেকুৱাবোৰ কথাত কেতিয়াও প্ৰতিবাদ নকৰে।

ঃ তোৰ এতিয়া কি কাম আছে যামিনী ? এইটো চা...............

যামিনীয়ে জানে যে অধ্যাপক ৰাভাই লাহৰীক নাপালে আৰু আন মানুহো কোনো নাথাকিলে তাক এনেকৈ সুধি লৈ, হাতত থকা মূৰ্তি বা পুৰণি শিলৰ ফলি এখন তাক দেখুৱাই দেখুৱাই, উৰাই-ঘূৰাই সি নুবুজা কথাবোৰ কৈ থাকে। কেতিয়াবা তাৰ কিছুমান কথা শুনি ভাল লাগে, কেতিয়াবা আমনিও লাগে। আজি কিন্তু তাৰ বহুত কাম বাকী আছে। গতিকে সি লৰালৰিকৈ কলে-

ঃ ৰব দেউতা, মই পাক ঘৰৰ কামখিনি শেষ কৰি আহোঁগে। নহলে বাইদেউৰ জালুকবাৰীৰ পৰা আহি খং উঠিব। - এইবুলি যামিনী অধ্যাপকৰ উত্তৰলৈ নৰৈ বেগাবেগীকৈ নোহোৱা হ'ল।

মহেঞ্জোদাৰোত পোৱা কোনোবা শস্য-দেৱীৰ মূৰ্তিৰ ছবি এখন লৈ অধ্যাপকে একাত্মমনে চাবলৈ ধৰিলে। সেই ছবিৰ বিষয়েই কিবা এটা ক'বলৈ হয়তো অলপ পিচতে তেওঁ আকৌ যামিনীক চিঞৰিব।

## এই গতি নিৰবধি

১৯৭০ চন। গুৱাহাটী চহৰ। খাছী-জয়ন্তীয়া-গাৰো পাহাৰ অঞ্চলত মেঘালয় নামৰ নতুন ৰাজ্যৰ জন্ম হোৱাৰ লগে লগে এইখন গুৱাহাটী চহৰৰ মৰ্যাদা আৰু বাঢ়িছে। গুৱাহাটীৰ আশে-পাশে ৰাজধানী হোৱাৰ জল্পনা-কল্পনাই গুৱাহাটীক ফাগুন মহীয়া গৰম কৰি ৰাখিছে। মানুহে ধুম-ধাম মাটি কিনিছে, ঘৰ সাজিছে। পকী ঘৰ সাজোঁতে আহিলা হিচাপে ব্যৱহাৰ কৰা সন্তীয়া বাঁহ-কাঠবোৰ গুৱাহাটীত য'তে ত'তে দ'মে দ'মে পৰি আছে - দেশৰ পিচ পৰা অঞ্চলৰ দুৰ্দশাগ্ৰস্ত ৰাইজৰ দৰে চৰম অৱজ্ঞা সহ্য কৰি - একেদৰেই, প্ৰয়োজনত পকী ঘৰ সজাত লাগিবলৈ , নহলে আৰ্বজনাৰ দৰে পৰি থাকিবলৈ। গুৱাহাটী অসমৰ দাপোণ স্বৰূপ। ইয়াৰ গেলা বিল-খালে অসমৰ পিচ পৰা অৱস্থাৰ কথা সোঁৱৰাই দিয়ে, অসমৰ খাবলৈ নাইকিয়া মানুহৰ ছবি গুৱাহাটীৰ চাউল আৰু মাছৰ দামত জিলিকি উঠে; প্ৰতিবাদ কৰিব নজনা সাধাৰণ ৰাইজৰ চৰিত্ৰ প্ৰতিবিম্বিত হয় বজাৰত কিলোত যোল্ল টকা মাছৰ দাম শুনি আমনে-জিমনে ঘূৰিব খোজা ৰাইজৰ আগতে, কোনোবা ঘোচ খোৱা চৰকাৰী বিষয়া বা আন অসৎভাৱে ধন ঘটা মানুহে হেলাৰঙে সেই দামতে মাছ কিনি নিয়া দেখিও মুখেৰে মাতিব নোৱাৰাত। গুৱাহাটী এনেয়ে গৰম। তাতে মাজে মাজে চহৰবাসীয়ে একোটা সমস্যা লৈ দুগুণ গৰম তোলে — হয়তো চহৰৰ গেলা গৰমক পাহৰিবলৈকে। দেশৰ কোনোবা হোৱা বিপ্লৱী বা সন্ত্ৰাসবাদীক কাৰ্যক পুলিচী প্ৰচাৰ পত্ৰত ওলোৱা যুক্তিৰে একোজনে বুজাই বক্তৃতা দি সন্ধিয়াৰ গৰম বঢ়ায়। মাজে মাজে তেল শোধনাগাৰ লাগে লাগে বুলি, নহ'লে আন্দোলন কৰিম বুলি, (অৰ্থাৎ আন্দোলনেৰে চৰকাৰৰ গঁড়ৰ ছাল ফুটাম বুলি) কৰা চিঞৰ - বাখৰে গুৱাহাটীক উত্তেজিত কৰে, ভোকাতুৰ শিশুৱে ভোকৰ যন্ত্ৰণা বুজি নাপাই কিবা খেলাৰ বস্তুকে বিচাৰি চিঞৰি ভাগৰি ঘুমটি যোৱাৰ দৰে, শোধনাগাৰৰ চিঞৰেও আকৌ শাম কাটে। চহৰৰ কথা; এনেকুৱা মাজে মাজে অহা বিৰতি পূৰাবলৈ আন আন উত্তেজনা আছে। "কালিদাসৰ শকুন্তলাত অৰণ্যৰ স্থান" বা "মহাভাৰতৰ যুদ্ধৰ বৈজ্ঞানিক ৰহস্য" বা বাল্মিকিয়েও অদৰ্কাৰী যেন পাই এৰি যোৱা উৰ্মিলাৰ কাৰণে দুখ কৰি লিখা কবিতাৰ নিচিনা বিষয়ত ঘণ্টাৰ পিচত ঘণ্টা জুৰি আলোচনা কৰিব পৰা দেওবৰীয়া সাহিত্য-চ'ৰা আছে, কেতিয়াবা একোঢোক সুৰা পান কৰা অ ৱসৰপ্ৰাপ্ত ভদ্ৰলোকৰ দৰে ভগবানক মনত পেলাবলৈ কামাখ্যা নৱগ্ৰহ-উমানন্দ-উগ্ৰতাৰা-শুক্লেশ্বৰ-বশিষ্ঠাশ্ৰম আদি আছে, দেশত বানপানী হোৱাৰ কথা মনত পেলাই দিবলৈ কাষতে ব্ৰহ্মপুত্ৰ আছে, পুৰণি কবিতা মনত পেলাবলৈ প্ৰাকৃতিক দৃশ্য আছে, চোৰাং মদ আছে, এনেয়ে কথা পতাৰ সাধাৰণ বিষয়বস্তু হিচাপে শামুক, পতিতা তিৰোতা, অবৈধ প্ৰেমৰ ঘটনা, মৃত্যু, বেমাৰ, মেডিকেল কলেজত ধন-লোভী ডাক্টৰৰ ব্যৱহাৰ,বস্তুৰ দাম, আদি আছে, তাৰ উপৰি চাৰ্কাচ আহে; অন্য ঠাইৰ সাংস্কৃতিক দল আহে ; আৰু আহে একদম চুমা খাই পৰি যোৱা ইংৰাজী চলচিত্ৰ।

কিন্তু গুৱাহাটীৰ এইবোৰ বিশেষত্বৰ একোৱে চুব নোৱাৰাকৈ থাকে অধ্যাপক অৰবিন্দ ৰাভা। ঘৰটো লৈছে কামাখ্য পাহাৰৰ একেবাৰে উত্তৰলৈ , ঘাই ট্ৰাংক ৰোডৰ পৰা এমাইল সোমাই পাহাৰৰ টিলা এটাৰ ওপৰত। ওচৰত, অৰ্থাৎ প্ৰায় তিনি ফালংমানৰ ভিতৰত আন মানুহৰ বসতি নাই। ওচৰতে দুই এটা নতুন ঘৰ আধা সজা হৈছে, থাকিবলৈ মানুহ অহা নাই। ছাপন্ন বছৰীয়া ৰাভা হটঙা মানুহ, ওখই প্ৰায় পাঁচফুট দহ ইঞ্চি , খহটা গাৰ বৰণ পোহৰ নহয়, মূৰত কেঁচা-পকা মিহলি এপাচি কেঁকোৰা চুলি, চকুত চচ্‌মা, চকু সৰু আৰু উখহা , মুখখন বহল, গালৰ কুম ওখ, হাত-ভৰিবোৰ ডাঙৰ আৰু জেবেঙা। ৰাভাৰ পৰিবাৰ তিনি বছৰ আগতে দিল্লীত ঢুকাল; কিবা দুৰাৰোগ্য ৰোগ হৈছিল। ত্ৰিছ বছৰীয়া বৰ পুতেক দিল্লী বিশ্ববিদ্যালয়ত ইতিহাসৰ গৱেষণাত আছে। দ্বিতীয় সন্তান লাহৰী। এইবছৰ দৰ্শনত এম. এ.পাছ কৰিছে। চোকা ছাত্ৰী; দেখাতো শুৱনি। বাপেকৰ কণাৰ লাখুটি বুলি ক'ব পাৰি। আৰু আছে যামিনী। দিল্লীৰে পৰা পুৰণা লগুৱা। ঘৰখন যামিনী আৰু লাহৰীয়েই চলায়। ডক্টৰ ৰাভা তেওঁৰ গৱেষণাগাৰত বহুত কিতাপ, কিছুমান পুৰণি মূৰ্তি আৰু ফলি আদি লৈয়ে ব্যস্ত। ৰাভাৰ মতে মহেঞ্জোদাৰো আৰু হৰপ্পাৰ লিপিৰ উদ্ধাৰ কৰিব নোৱাৰালৈকে তেওঁৰ শান্তি নাই। ভাৰতৰ আৰ্যবোৰে যাৰ পৰা ভাষা শিকি অথবা যি ভাষাক চিনিব নোৱাৰাকৈ উন্নত কৰি, সংস্কৃত ভাষাত বেদ লিখিলে, সেই দ্ৰাবিড় বা প্ৰাক্-আৰ্য জাতিৰ ভাষা সংস্কৃতি আমি উদ্ধাৰ কৰিবই লাগিব। এই এটা পোকে ডক্টৰ ৰাভাক ঐতিহাসিকৰ পৰা নি প্ৰায় প্ৰত্নতাত্বিক কৰি পেলাইছে।

ভাৰতৰ ইতিহাসৰ বিষয়েও ডক্টৰ ৰাভাৰ মন্তব্যবোৰ আন ভাৰতীয় বিখ্যাত ঐতিহাসিকসকলৰ কাৰনে আচৰুৱা। কিন্তু ৰাভাৰ মতে তেওঁ কোৱাবোৰেই একমাত্ৰ বৈজ্ঞানিক সিদ্ধান্ত।

ঃ চাৰ ! চুলি খজুৱাই তলমূৰ কৰি থকাৰ পৰা ডক্টৰ ৰাভাই মূৰ তুলি চালে । সমুখত অশোক শৰ্মা, তেওঁৰে ছাত্ৰ আছিল দিল্লী বিশ্ববিদ্যালয়ত। পিছে এম-এ-পাছ নকৰি অশোকে হঠাৎ ইঞ্জিনিয়াৰিং কলেজত নাম লগালে আৰু এতিয়া গড়কাপ্তানি বিভাগৰ একজিকিউটিভ ইঞ্জিনিয়াৰ - ইংৰাজৰ দিনীয়া পদবীটোৰ বৰ্তমান অনূদিত নাম 'কাৰ্যবাহী অভিযন্তা'। জোঙা নাক, পদুম গঢ়ি ডাঙৰ চকু, লাহী-দীঘল, ককিলা-সজীয়া দেহাৰে অশোক শৰ্মা দেখনিয়াৰ ডেকা চাকৰিয়তো চহকী।

ঃ কোন ? হেৰা, তুমি তুমি অশোক ? ঐতিহাসিক নহৈ ইঞ্জিনিয়াৰ হোৱা অশোক হয়নে ? বাৰু বাৰু, তুমি ক'ৰপৰা, কেতিয়া, কিয় আহিলা ? বহা, বহা, । ৰ'বা; লাহৰীক মাতোঁ।

ঃ মই চাৰ আজি বিশেষকৈ আপোনাৰ ওচৰলৈ আহিছিলোঁ।

ঃ A Pleasant surprise। বহা, বহা। তোমাক আজি বহুত দিনৰ মূৰত লগ পালোঁহে। কেনে চলিছে চাকৰি? ভাল লাগিছেনে?

ঃ চাকৰি চলিছে চাৰ। মই এতিয়া গুৱাহাটীৰ শৰণীয়া পাহাৰৰ ওপৰলৈকে ৰাস্তা সজাৰ কামত।

ঃ শৰণীয়া পাহাৰৰ ওপৰলৈ ? তালৈ কিয় ৰাস্তা লাগে ? তাৰ ওপৰতটো একো নাই । এনেয়ে চখ কৰি সাজিছাহঁক বুলিবলৈও উপায় নাই। তোমালোকৰ চৰকাৰে দৰ্কাৰী ঠাইতে ৰাস্তা দিব পৰা নাই ; চখ কৰিবলৈ পাহাৰ এটাৰ ওপৰলৈ এনেয়ে ৰাস্তা সাজিবলৈ তোমালোকৰ চৰকাৰৰটো ধন নাই ?

ঃ এনেয়ে হয়তো ধন নাই। কিন্তু এতিয়া ধন ওলাবই। কাৰণ, শৰণীয়া পাহাৰৰ ওপৰত এটা গান্ধীমূৰ্তি বহুৱাবলৈ ঠিক কৰিছে। বহুত টকা খৰচ কৰি ভাৰতৰ বিখ্যাত শিল্পীৰ দ্বাৰা সজোৱা ব্ৰঞ্জৰ বিৰাট মূৰ্তি। গান্ধী শতবাৰ্ষিকীৰ ভিতৰতে উদ্বোধন কৰিব। গতিকে টকা ওলাবই।

ঃ ঠিকেই কৈছা। গান্ধীৰ নাম-যশ নোহোৱা হ'লে ইহঁতৰো চৰকাৰ নাথাকে। গতিকে গান্ধীৰ কাৰণে ধন ওলাবই। হাতত সেইটো কিহৰ টোপোলা ?

ঃ চাৰ, এইটো আনিছোঁ আপোনালৈ।

ঃ কি ? বোম্বাই চুৰট নে কি ?

ঃ নহয় চাৰ। আপোনাৰ প্ৰিয় বস্তু বোম্বাই চুৰট আজি আনিবলৈ পাহৰিলোঁ, চুৰট ননাৰ কাৰণে নিজকে মনে মনে তিৰস্কাৰ কৰি অশোক শৰ্মাই হাতত অনা টোপোলা মেৰিওৱা কাগজখন গুচাবলৈ ধৰিলে। নিজৰ টেবুলত পৰি থকা কিছুমান প্ৰত্নতাত্ত্বিক সৰু সৰু বস্তুৰ ওপৰত চকু ৰাখি আনমনা অধ্যাপক ৰাভাই মুখেৰে শব্দ কৰিলে-

ঃ তেন্তে ?

ঃ কাগজৰ মেৰটো এৰুৱাই অশোকে হাতত দাঙি ধৰিলে এটা পুৰণি শিলৰ মূৰ্তি। মূৰ্তিটোৰ গোটেই অবয়ব ৰঙা, খুব সম্ভব সেন্দূৰ সনা। অশোকে লাহেকৈ ক'লে ঃ এইটো আনিছোঁ ছাৰ।

মূৰ্তিটোলৈ দূৰৰপৰাই বহুত পৰ চাই থাকিল অধ্যাপক ৰাভাই। সেই দৃষ্টিয়ে যেন লৰচৰ কৰিব নাজানে। লাহে লাহে অধ্যাপক আগুৱাই আহিল অশোকৰ ওচৰলৈ। মূৰ্তিটো তেতিয়াও অশোকৰ হাততে। চাই চাই অধ্যাপকে আলফুলকৈ মূৰ্তিটো হাতত ল'লে; হাতত লৈয়ো বহুত পৰ ঘূৰাই-পকাই চালে। তাৰ পিছত টেবুলত থৈ চাবলৈ ধৰিলে। পিন্ধি থকা চচমাযোৰ মাজে মাজে হাতেৰে এনেয়ে ঠিক কৰিব খোজাৰ বাহিৰে অধ্যাপক অলৰ-অচৰ হৈ বহি ৰ'ল। বহুত পৰৰ মূৰত অশোকলৈ মূৰ তুলি চাই ৰাভাই সুধিলে -

ঃ ক'ত পালা এই মূৰ্তিটো ?

ঃ ৰাস্তা বান্ধিবলৈ শৰণীয়া পাহাৰৰ মাটি কাটোতে বনুৱাবোৰে পালে। ভয়তে সিহঁতে মোক কলেহি। মই পাই অলপ চাফা কৰি আপোনালৈ লৈ আহিছোঁ।

ঃ আৰু কিবা আছেনে ঠাই টুকুৰাত ?

ঃ এতিয়ালৈকে আন একো পোৱা নাই। পালেই আপোনাক জনাম।

অধ্যাপকে অলপ চিন্তা কৰি প্ৰায় নিজক কোৱাদি কৈ গ'লঃ বোধকৰোঁ আন একো নোলাব তাত। কোনোবাই হয়তো মন্দিৰ পতাৰ আশাৰে ভাৰতৰ আন কোনোবা ঠাইৰপৰা আনি ইয়াত পেলালেহি। এইটো অসমত পাব পৰা মূৰ্তি যেন নালাগে। দেখিছানে অশোক, মূৰ্তিটোৰ গাত সেন্দুৰবোৰ নতুনকৈ লগোৱা, খুব বেছি বছৰৰ আগতে লগোৱা নহয়। নিশ্চয় সেন্দুৰ সানি মন্দিৰ পাতিব খুজিছিল, হয়তো উপাৰ্জনৰ পথ হিচাপে। কিন্তু নহ'লগৈ। মূৰ্তিটো কিন্তু বহুত পুৰণি।

ঃ কিমান পুৰণি চাৰ ?

ঃ কিমান পুৰণি ? তোমাক মই তাৰিখ ক'ব নোৱাৰোঁ। কিন্তু কৃষিজীৱি মানুহে খেতিৰ উন্নতিৰ কাৰণে দেৱতাক পূজা কৰা দিনৰে মূৰ্তি। আজিকালি দুৰ্গা প্ৰতিমাত থকা গণেশৰ হাতত কি কি থাকে বাৰু ? নাজানা ? গণেশৰ হাত কেইখন বাৰু ? দুখন ? হেঃ হেঃ হেঃ । আজিকালি গণেশৰ হাত চাৰিখন। সাধাৰণতে দুখন হাতত পদুম ফুল দিয়ে, এখন হাত নিৰ্ভয় দি আশীৰ্বাদ দিয়াৰ ভংগীত থাকে, চতুৰ্থখন হাতত........

ঃ দেউতা ? হঠাতে যামিনীয়ে সোমাই আহি মাত লগালে।

ঃ কি হ'ল ?

ঃ মই বজাৰৰপৰা আহোঁগৈ।

ঃ যা, যা, আহি এওঁক চাহ দিবি। ভালেই হ'ল; এওঁ এতিয়া চাহ খোৱালৈকে বহিব লাগিব। লাহৰী আহিলনে ?

ঃ নাই অহা।

ঃ বাৰু , ওঁ, অশোক, কি কৈছিলোঁ তোমাক ?

ঃ মানে গণেশৰ হাতত .........

ঃ ঠিক কৈছা। এই মূৰ্তিটোত চোৱা এতিয়া। গণেশৰ হাতত কি আছে ? এইটো হাতত এইটো পদুম ফুল। তাৰ পাচত এইটো হাতত এয়া কি ?

ঃ ঠিক ধৰিব পৰা নাই চাৰ।

ঃ হুঁ। এই বস্তুটো হাতত থকা গণেশৰ মূৰ্তি এটা আনিছা কাৰণেই মই আচৰিত হৈছোঁ। এনেয়ে তুমি গণেশৰ মূৰ্তি পাবা হাতত ধেনু-কাঁড় লোৱা, অংকুশ আৰু হাতী বন্ধা ফঁই লোৱা, ধানৰ থোক লোৱা। কিন্তু ডালিম ফল লোৱা গণেশৰ মূৰ্তি তুমি সাধাৰণতে নেদেখা। সেই কাৰণেই ক'ব খুজিছোঁ যে এইটো বৰ দৰ্কাৰি বস্তু গোটাই আনিলা তুমি। ৰ'বা।

ৰাভাই গৱেষণাগাৰৰ এচুকৰ পৰা কিছুমান ছবি, হাতেৰে কষ্ট কৰি অঁকা ছবি, আনি টেবুলত থলে। ওপৰৰ ধূলিবোৰ ৰুমালেৰে কোবাই লৈ দেখুৱাই গ'ল।

ঃ তুমি এইখিনিতে বহা। ওঁ , এতিয়া চোৱা। এইখন ছবি চোৱা। ইয়াত কোন দেৱতা আছে কোৱাচোন ?

অশোক শৰ্মা বৈ থকা দেখি অধ্যাপক ৰাভাই হাঁহি মাৰি ক'লে ঃ নাজানা ? নজনাই স্বাভাৱিক। এয়া শক্তি গণপতিৰ মূৰ্তি। এক নগ্ন-নাৰী মূৰ্তিৰ লগত মৈথুনৰত অৱস্থাত। কি হ'ল ? লাজ লাগিছে নেকি ? লাজ তোমালোকৰ লাগিবই।

কাৰণ তোমালোকে আধুনিক নীতিবোধৰ চচ্‌মা পিন্ধি অতীতক চোৱাইক। কিন্তু যি যুগৰ যিবোৰ মানুহে এই মূৰ্তি ৰচনা কৰিছিল, তেওঁলোকৰ আধুনিক ৰুচিবোধ-নীতিবোধ নাছিল। থকা হ'লে তেওঁলোকে এনেকুৱা মূৰ্তিক দেৱতাৰ মন্দিৰত স্থান নিদিলেহেঁতেন। তাৰ পাচত এয়া চোৱা গণেশৰ হাতত অংকুশ আৰু হাতী বন্ধা ফঁই। আকৌ এইটি ভক্তি-বিঘ্নেশ্বৰ গণেশ মূৰ্তিৰ হাতত নাৰিকল, আম, গুৰ আৰু পৰমান্ন। আকৌ এয়া লক্ষ্মীগণপতি আৰু মহাগণপতি। দুইটি মূৰ্তিৰ হাতত ডালিম ফল।

এতিয়া এই ডালিম ফলটোৰ কথালৈ আহা। ৰ'বা, ছবিবোৰ থৈ তুমি অনা মূৰ্তিৰ ডালিম ফলটো চোৱা। এই মূৰ্তি ৰখা মানুহজন বৰ জ্ঞানী আছিল। ডালিম ফলটোত কিমান সুন্দৰকৈ সেন্দুৰ সানিছে দেখিছানে? মানুহজনে জানিছিল যে ডালিমত ৰঙা ৰং সানিব লাগে। এই ডালিম ফল কেৱল গণেশৰ হাতভে থকা বিশেষ কোনো ডাহৰ কথা নহ'লহেঁতেন কিন্তু ডালিম ফল আমাৰ দেশৰ দেৱ-দেৱীৰ হাতত থকাৰ বাহিৰেও অন্যান্য দেশৰ দেৱ-দেৱীৰো এই ফলটোৰ লগত নিবিড় সম্পৰ্ক থকাৰ উদাহৰণ আছে। প্ৰাচীন গ্ৰীচৰ ডিমিটৰ দেৱীৰ প্ৰায়বোৰ মূৰ্তিৰ হাতভে ডালিম আছে। এথেন্সত পোৱা দেৱী এথেনোৰ মূৰ্তিৰ হাততো আছে। অলিম্পিয়াত পোৱা মিলন্ নামৰ হেৰা দেৱীৰ পুৰোহিত আৰু হেৰা দেৱীৰ মূৰ্তিৰ হাততো ডালিম আছে। গ্ৰীচৰ দেৱীৰ হাতত ইমানবোৰ ফল পায়েই অধ্যাপক জৰ্জ টমচনে এই ফলৰ বিষয়ে কি মন্তব্য কৰিছে জানানে?

ডালিম ফলৰ ভিতৰফাল টুকটুকীয়া ৰঙা। ডালিমৰ গুটিৰপৰাই গ্ৰীকভাষাৰ ৰঙা ৰং বুজোৱা শব্দটো আহিছে। কিন্তু এই ৰঙা ৰঙৰ তাৎপৰ্য কি? পৌৰাণিক কাহিনী অনুসৰিয়েই টাইটানে ডাইওনিচাচক হত্যা কৰাৰ পাচত সেই ৰক্তৰপৰাই ডালিম গছৰ জন্ম। আগৰ মানুহৰ বিশ্বাসমতে সপোনতো ডালিম দেখিলে অপঘাত পোৱাৰ অৰ্থাৎ ৰক্তপাতৰ আশংকা থাকে। কিন্তু এইবোৰ গৌণ অৰ্থ। আচল অৰ্থ প্ৰাচীন গ্ৰীক বৈদ্যশাস্ত্ৰৰ পৰা আন্দাজ কৰিব পাৰি। গ্ৰীক বৈদ্যসকলে নাৰীৰ ঋতুকাল আৰু গৰ্ভধাৰণ বিষয়ত ডালিম ব্যৱহাৰ কৰাৰ নিৰ্দেশ দিছে। সেই কাৰণেই কিছুমান গুহ্য-সংপ্ৰদায়ত ডালিম খোৱাটো নিষিদ্ধ আছিল। ঋতু-ৰজক মানুহে একালত অশুচি বুলি ভাবিছিল - আমাৰ এতিয়াৰ দৰেই। থেচ্‌মোফোৰিয়া উৎসৱৰ সময়ত তিৰোতাৰ লগত সঙ্গম নিষিদ্ধ আছিল তাৰ লগতে নিষিদ্ধ আছিল ডালিম খোৱাটো। তেওঁবিলাক তেতিয়া বগা কাপোৰ পৰা বিছনাত শুব লাগিছিল। বগা ৰঙে কামভাৱ জাগ্ৰত নকৰে আৰু সাপক আকৰ্ষণ নকৰে। সাপৰ লগত যৌন চেতনাৰ যোগা-যোগ আছে বুলি মানুহৰ ধাৰণা আছিল। শিৱৰ ডিঙিত থকা সাপ আৰু মনসা পূজাৰ সাপ ফেট তুলি থকা দৃশ্যৰ লগত আমাৰ লিঙ্গ - পূজাৰ সাদৃশ্য আছে। আৰু স্বপ্ন বিচাৰ মতে অন্তঃসত্ত্বা নাৰীয়ে সাপৰ সপোন দেখিলে পুত্ৰ সন্তান হয়। গতিকে সঙ্গম নিষেধ কৰা কালত ডালিম খোৱাও নিষেধ কৰাৰ অৰ্থই হ'ল ডালিম ফল ৰতি-বাসনাৰ উদ্দীপক। সেই কাৰণেই আচলতে ডালিম ফলৰ ৰঙা ৰং ঋতু -ৰজৰ প্ৰতীক বুলি একালত ভাবিছিল। আৰু, প্ৰাচীন কল্পনা অনুসাৰে,নাৰীৰ উৎপাদিকা শক্তিৰ মূলত আছে এই ঋতু-ৰজ। আৰু, উৎপাদিকা শক্তিৰ প্ৰতীক ঋতু-ৰজৰ লগত সাদৃশ্য থকাৰ কাৰণেই ডালিম ফল উৰ্বৰতাৰ প্ৰতীক।

উৰ্বৰতাৰ প্ৰতীক বোলোতেই এটা কথা মনত পৰিছে। উৰ্বৰতাৰ প্ৰতীক ৰঙা ৰঙৰ লগত গণেশৰ সম্পৰ্ক তুমি মন কৰিছানে? মন্ত্ৰমহাৰ্ণৱ মতে গণেশৰ মূৰ্তি ৰক্তবৰ্ণ। ৰঙাজবা ফুলৰ নাম গণেশ কুসুম। সেন্দূৰৰ নাম গণেশভূষণ। ভীলজাতিৰ মানুহে পথাৰত গুটি সিচাৰ সময়ত এটুকুৰা শিলত সেন্দূৰ সানে আৰু শিলটোৰ নাম গণেশ। ৰ'বা, তোমাৰ আমনি লাগিছে নেকি? নাই লগা। বেচ্‌ এইবাৰ তেন্তে গণেশৰ হাতত লোৱা পদুম ফুলটোক বিচাৰ কৰি চাওঁহক আহা।

তন্ত্ৰশাস্ত্ৰত আছে যে, যন্ত্ৰ আঁকি তাত থাপনা কৰি দেৱতাৰ পূজা কৰিব লাগে। যন্ত্ৰ হ'ল এবিধ চিত্ৰ। যন্ত্ৰ দুবিধঃ পূজা যন্ত্ৰ আৰু ধাৰণ-যন্ত্ৰ। পূজা যন্ত্ৰ বিভিন্ন দেৱতাৰ বেলেগ বেলেগ। ধাৰণ যন্ত্ৰ ভূৰ্জপত্ৰত আঁকি মানুহে গাত ধাৰণ কৰিব লাগে। বিভিন্ন দেৱতাৰ যন্ত্ৰবোৰৰ মাজত প্ৰধান হ'ল ঃ গণেশ যন্ত্ৰ, শ্ৰীৰাম যন্ত্ৰ , নৃসিংহযন্ত্ৰ, অষ্টদল পদুম ফুল আৰু লতা। এই পদুমফুল কিহৰ প্ৰতীক? নাৰী জননাংগৰ। আনকি কেতিয়াবা পদুমফুল মানে নাৰী জননাংগকে বুজায়। এই ধৰা,

'পদ্মমধ্যে গতে শুক্রে সন্ততিস্তেন জায়তে।'

কিন্তু অকল এই ক্ষেত্রতহে পদুম ফুলৰ এনেকুৱা অৰ্থ আছে বুলি নাভাবিবা। ভাৰতৰ শৈৱ সম্প্ৰদায়ৰ দৰে মিছৰতো পদুমফুল হ'ল যৌন মিলনৰ প্ৰতীক। উত্তৰাঞ্চলৰ বৌদ্ধসকলে এতিয়াও আবৃত্তি কৰা "ওম্! মণি পদ্মে হুং' কথাৰ অৰ্থ কি? পদুম ফুলৰ মাজত মণি স্বৰূপ, তোমাক নমস্কাৰ। কাক?

অৰ্থাৎ গণেশ দেৱতাৰ এই মূৰ্তিৰ লগত আদিম কালৰ কৃষিজীৱি ভাৰতীয়ৰ জীৱনযাত্ৰাৰ সম্বন্ধ আছে। মানে......

ঃ দেউতা।

ঃ অ' লাহৰী, কেতিয়া আহিলি তই?

ঃ কেতিয়াবাই। আপোনাৰ আৰু এখেতৰ কাৰণে চাহ কৰি মই অথনিৰেপৰা ৰৈ আছোঁ। যামিনীকাইক দুবাৰ পঠিয়ালোঁ। সি মাতিবলৈ সাহকে নকৰিলে।

ঃ বাৰু বাৰু, মোৰ কিতাপ আনিলি?

ঃ আনিলোঁ।

ঃ এতিয়া অশোক, সেই দুখন কিতাপত তুমি দেখিবা যে ............................

ঃ দেউতা, আগতে চাহ.............।

ঃ অ' এৰা, ব'লা অশোক, চাহ খাই লওঁহক। তোমাৰ আকৌ আমনি লাগিছে নেকি?

ঃ নাই লগা। ভালহে লাগিছে।

ঃ মই জানো তোমাৰ আমনি নালাগে। ব'লা চাহ খাওঁগৈ। হয়নে লাহৰী, তই দুখন কিতাপ আনিছনে?

ঃ আনিছো দেউতা।

ঃ চব মিছা, বুজিছা অশোক, তোমালোকৰ বৰ বৰ দাৰ্শনিকবোৰে কোৱা কথ চব মিছা, চব ভূল, কাৰণ সিঁহতৰ ঐতিহাসিক চিন্তাধাৰা বৈজ্ঞানিক নহয়।

অধ্যাপক ৰাভাৰ ঘৰৰপৰা অশোক শৰ্মা উভটি আহোঁতে নিশা দহমান বাজিল। ডাঙৰ বঙলাটোত শৰ্মা অকলে থাকে। আৰু থাকে অফিচত পিয়ন-চাপ্ৰাচীৰ কাম কৰা তিনিটা মানুহ। পৃথিৱীৰ আন কোনো প্ৰকৃত সভ্য দেশতে আজিৰ দিনত এগাল পিয়ন-চাপ্ৰাচী চকীদাৰ পৰিবেষ্টিত হৈ এক্‌জিকিউটিভ ইঞ্জিনিয়াৰ ধৰণৰ কাৰিকৰী মানুহ বিৰাট কোঠা এটাত টেবুলৰ ওপৰত এদ'ম ফাইল লৈ বহি নাথাকে। এওঁবিলাক নেহাৎ কাৰিকৰী মানুহ, তাত্বিক আলোচনা আৰু চিন্তাত দিনে-নিশাই ব্যস্ত থাকিব লগা চাকৰি এওঁলোকৰ নহয়। কিন্তু অসমৰ গাঁও চহৰ বানপানীয়ে উটাই নিয়াৰ সময়তো এওঁলোকে একোবাৰ মন্ত্ৰী আদিৰ লগত বানপানীৰ ধ্বংসলীলা জীপ-গাড়ীৰে যাব পৰা অঞ্চললৈকে গৈ চাই অহাৰ বাহিৰে বাকী সময় এই বিৰাট টেবুলৰ আগত অতি ব্যস্ত গৱেষকৰ দৰে বহি থাকে। বৃটিছে এৰি যোৱা ব্যৱস্থাৰ পিয়ন-চাপ্ৰাচী সকলৰ আৰ্থিক অভাৱৰ আৰু চাকৰিৰ পৰা বৰ্খাস্ত কৰিব পৰা নিজ ক্ষমতাৰ সুযোগ লৈ এওঁলোকে দুবেলা দুমুঠি খাবলৈ দিয়াৰ বিনিময়ত পিয়ন-চাপ্ৰাচী সকলক ঘৰুৱা চাকৰ হিচাপে বিনা পইচাই খটুৱাই থাকে। কোনোবা আত্মসন্মানগৰ্বী পিয়নে এনেকুৱা ক্ষেত্ৰত প্ৰতিবাদ কৰিলেই আন কিবা কাৰণ দৰ্শাই সেইজনৰ চাকৰি নোহোৱা কৰা হয়। ই অশোক শৰ্মাও সেই বিধ চৰকাৰী বিষয়াৰ ব্যতিক্ৰম নহয়। (অফিচৰে এজন পিয়নে অশোক শৰ্মাৰ ৰন্ধা-বঢ়া কৰে; ফলস্বৰূপে পিয়নজনে বিনা পইচাই ভাত পায় আৰু চৰকাৰী কাম কৰাৰ পৰা ৰেহাই পায়।) এজনে ঘৰ-দুৱাৰ পৰিপাটিকৈ ৰাখে। এজনে বজাৰ কৰে, চাহ-তামোল-চিগাৰেটৰ যোগান ধৰে। তাৰ বাহিৰে ড্ৰাইভাৰ আছে, ফুলনিত ফুল নাথাকিলেও মালী আছে, জমাদাৰ আছে। এইবোৰ অৱশ্যে শৰ্মাৰ ঘৰতে নাথাকে। চৰকাৰী জীপ-গাড়ীখন বাৰাণ্ডাতে থৈ শৰ্মা ঘৰৰ ভিতৰ সোমাল। ৰেডিঅ'টোলৈ

চাই কৈৰা ভাবি ৰেকড্ প্লেয়াৰটো চলাই দিলে। কি ৰেকৰ্ড লগোৱা আছে তাক চোৱাৰ প্ৰয়োজন অনুভৱ নকৰিলে। ওচৰতে আদেশৰ কাৰণে বৈ থকা পিয়নটোক ক'লেঃ ভাত নাখাওঁ।

ৰাতি চাৰে ন বজালৈকে অধ্যাপক ৰাভাৰ কথা শুনি শুনি অশোক শৰ্মাৰ ভাগৰ লাগিছিল। আবেলি চাহ খোৱাৰ পাচতে মাত্ৰ কেইমিনিটমানৰ কাৰণে লাহৰীক অকলে লগ পাইছিল। এম-এ পাছ শিক্ষিতা ছোৱালী, অধ্যাপক বাপেক ; কিয় বাপেকক নিজে ক'ব নোৱাৰে। বুজিব পাৰিলেও সি বুজিব নোখোজে; কাৰণ, বুজিলেই সি কথাটো অধ্যাপকক নিজে ক'ব লাগে। আজিও সি গণেশৰ মূৰ্তিটো হাতত লৈ যাওঁতে ভাবি গৈছিল যে কিবা এটা সুযোগত কথাটো সি তলমূৰ কৰি অধ্যাপকক কৈ দিব। ক'বলৈতো বিশেষ একো নাই ; খুব সম্ভৱ অধ্যাপকে জানেও। কেৱল কব লাগে; মই চাৰ এটা কথা সুধিব খুজিছোঁ। অপৰাধ হ'লে ক্ষমা কৰিব। তেতিয়া চাৰে সুধিবই কি কথা বুলি। সোধাৰ পাচতে অকণমান বুজাই কব লাগে যে লাহৰী আৰু মোৰ বিয়া হ'লে লাহৰীও সুখী হ'ব আৰু চাৰেও জীয়েকৰ বিষয়ে চিন্তা কৰাৰ পৰা ৰেহাই পাই গৱেষণাত বেছি ভালকৈ আত্ম নিয়োগ কৰিব পাৰিব। মানে এইখিনি কথাকে অলপ সজাইপৰাই কব লাগিব। কিন্তু মস্কিল হৈছে এটা কথাৰ কাৰণে, ক'বলৈ সকলো ঠিক-ঠাক কৰি গৈ কেইঘণ্টামান অধ্যাপকৰ বেলবেলনি শুনি ফেচাটোৰ দৰে ঘূৰি আহিব লগা হয়। একো উপায়কে সি বিচাৰি পোৱা নাই। গুৱাহাটী চহৰত তাৰ বন্ধুৰ সংখ্যাও তাকৰ। দুআষাৰ ভিতৰুৱা কথা পাতিব পৰা একমাত্ৰ বন্ধু দীপক বৰঠাকুৰেই। দীপক কটন কলেজত লেক্‌চাৰাৰ, পদাৰ্থ বিদ্যাৰ। বয়সত পাছ কৰা ছাত্ৰ, বিয়া কৰোৱা নাই। কিন্তু বৰ উদণ্ড, তাৰ উপৰি সি গুৱাহাটীত মাত্ৰ নামেৰে পৰিচিত। গুৱাহাটী বিশ্ববিদ্যালয়ত ইংৰাজী বিভাগৰ অধ্যাপক ডক্টৰ প্ৰতাপ বৰঠাকুৰৰ বৰপুতেক। বৰঠাকুৰৰ এখনেই চাহাবী ঘৰ, তো সকলোৱে ইংৰাজীত কথা পাতে, চাহাব বন্ধু সিঁহতৰ ঘৰত আলহি থাকে, আমেৰিকা যুক্তৰাষ্ট্ৰত এবছৰ থাকি অহাৰ পাছত দীপকে এতিয়া আমেৰিকান উচ্চাৰণেৰে ইংৰাজী কয় আৰু আমেৰিকাত শিকি অহা ব্যৱসায়িক বুদ্ধিৰে বাপেক পুতেক দুয়ো এতিয়া চৰকাৰৰ পৰা ধন ধাৰে লৈ কবিৰাজী ঔষধৰ তৈয়াৰ কৰা লেবৰেটৰি খুলিছে। সেই লেবৰেটৰিত নানা নতুন ঔষধ গৱেষণা হয়। নিজে ৰাসায়ন বিদ্যাৰ ছাত্ৰ নহ'লেও সেই বিষয়ে নতুনকৈ শিকি ঔষধ প্ৰস্তুত কৰা কামত লাগিছে দীপকে।

দীপকক অধ্যাপক ৰাভাৰ ওচৰলৈ পঠোৱাৰ বিপদ এটা আছে। সি ভালকৈ হিচাপ কৰি কথা কব নাজানে। আগতেও এদিন অশোকক কৈছিল ঃ কেজুৰেলি কৈ দিবি। এগ্ৰি নকৰে যদি নাই, Lots of them are rotting যিকোনো এজনীয়ে তোক পালে স্বৰ্গ পোৱা বুলি ভাবিব। You are not to rotforan introvert daughter of a stupid teacher. এনেকুৱা সুৰত কোৱা কথা বাৰু শুনি থাকিব পাৰিনে ? তথাপি তাৰে শৰণাপন্ন হ'ব লাগিব, তাকে এদিন লৈ যাব লাগিব।

লাহৰী পৰিমাৰ্জিত, ভদ্ৰ, পেনপেনাই থকা সাধাৰণ অসমীয়া ছোৱালী নহয়। মধ্য যুগীয় প্ৰেমিকা হৈ চিঠি লিখি, লুকাই-চুৰকৈ লগ পাই আবেগত উটি-ভাঁহি প্ৰেম কৰা ছোৱালী নহয়। জীৱনৰ স্বাভাৱিক প্ৰয়োজন আৰু নিয়ম হিচাপেই তাই বিয়া কৰাব, তাকে অশোকৰ নিচিনা চিনাকি আৰু বুজি পোৱা ল'ৰা এটা পালে ভাল হয়। তাই জানে যে বাপেকে কেতিয়াও আপত্তি নকৰে। কিন্তু নিজৰ কাৰণে বাপেকক এৰি তাই বিয়া কৰাই গুচি যাব খুজিছে বুলি নিজে প্ৰস্তাৱ দিবলৈ তাইৰ বেয়া লাগে। তাইৰ মতে সেই প্ৰস্তাৱ অশোকে নিজে দিব লাগে। বাপেকক তাই খুব ভাল পায়। কিন্তু নিজৰ জীৱনৰো এটা দাবী আছে আৰু সেইটোক তাই আওকাণ কৰিব পাৰিলেও বাপেকক নজনোৱাকৈ অশোকৰ বুকুত নিজকে এৰি দিবলৈও নাৰাজ। সেই সৰল বাপেকটোক ফাঁকি দিয়াৰ কথা তাই সপোনতো ভাবিব নোৱাৰে। অথচ তাইৰ বিয়াখনো পলম কৰাৰ ইচ্ছা নাই। কি কৰা যায় এতিয়া ? অশোক ভাবপ্ৰৱণতাৰ দাস নহয়; কিন্তু সি বিয়া কৰালে লাহৰীকে কৰাব। এই ক্ষেত্ৰত সি দীপকৰ দৰে যি কোনো এজনী ছোৱালী হলেই হ'ব বুলি ভাবিব নোৱাৰে। আজি সাত বছৰৰ চিনাকি, সান্নিধ্যই নিবিড় কৰা সম্পৰ্ক, বহুবাৰ কৰা আবেগিক প্ৰতিশ্ৰুতিৰ মূল্য ৰক্ষা কৰিবলৈ অশোক বদ্ধপৰিকৰ। আছে, অসুবিধা তাৰ কালৰপৰাও আছে। সি বামুণৰ ল'ৰা ; ৰাভাৰ ছোৱালী এজনী তাক বিয়া কৰাবলৈ দিবলৈ তাৰ মাক-বাপেকে- ভায়েক

ভনীয়েক আৰু বংশ পৰিয়াল কোনো ৰাজী হোৱা নাই। গতিকে বিয়াৰ পাচত সি কাৰোবাৰ বেছি আপোন হয় যদি অধ্যাপক ৰাভাৰ হব, অধ্যাপক ৰাভাৰে বেছি ওচৰ চাপিব। সেই ক্ষেত্ৰতো বাপেক অকলশৰীয়া হ'ব বুলি ভাবি লাহৰীয়ে কৰা সন্দেহৰ কোনো যুক্তি নাই।

কাপোৰ-কানি নসলোৱাকৈ এইবোৰ কথা ভাবি বিছনাত পৰি থাকোঁতে তাৰ কেতিয়া টোপনি আহিল অশোকে নাজানে। টোপনিত সি সপোন দেখিলে। সপোনত অশোকে অধ্যাপক ৰাভাৰ আগত লাহৰীক বিয়া কৰোৱাৰ প্ৰস্তাৱ দিলে। সেই কথা শুনাৰ লগে লগে খঙত অধ্যাপক ৰাভা দৈত্য হৈ পৰিল। ভয়ে ভয়ে আশোকে দৈত্যটোলৈ চাই দেখিলে সেইটো দৈত্য নহয়, গণেশ দেৱতাহে। গণেশ দেৱতাই ৰুদ্ৰমূৰ্তিৰে অশোকলৈ চাই অধ্যাপক ৰাভাৰ দৰেই অৰ্নগল কৈ গ'ল,—

ঃ তুমি কাক বিয়া কৰাব খুজিছা? লাহৰীক? লাহৰীতো কেতিয়াও তোমাৰ লগত সুখী নহয়। লাহৰীৰ তেজত মাতৃ প্ৰধান সমাজৰ স্বাধীন চিন্তাৰ সোঁত। তোমাৰ তেজত আছে পিতৃ-প্ৰধান সমাজৰ পুৰুষ - কৰ্তৃত্ব। তুমি কেনেকৈ লাহৰীৰ কদৰ বুজিবা? আনকি আদিম যুগতে তোমাৰ সমাজৰ পুৰুষ-কতৃত্ব সহ্য কৰিব নোৱাৰি কিমান আৰ্য নাৰী নাৰী-প্ৰধান সমাজলৈ আহিছিল,তাৰ ইতিহাস তুমি জানা জানো? নাজানা। কেনেকৈ জানিবা? মোকেই প্ৰতি বছৰে অন্ততঃ লগ পোৱাৰ পাচতো, দিনৌ বিভিন্ন দোকানৰ এচুকত দেখাৰ পাছতো, মোৰ অৰ্থাৎ গণেশৰ কথা ভাবিছা জানো?

সোঁ - মাজতে সিংহৰ পিঠিত ৰণচণ্ডী মূৰ্তিৰে থিয় হৈ থকা দশভূজা দুৰ্গাৰ দুকাষে লক্ষ্মী-সৰস্বতী আৰু গণেশ-কাৰ্তিক থকা দুৰ্গা মূৰ্তি তুমি দেখিছাই। তুমি নিজে শাক্ত হোৱা বা নোহোৱা, হিন্দু হোৱা বা নোহোৱা, জীয়েক-পুতেকহঁতক লৈ যুদ্ধত অৱতীৰ্ণ হোৱা দুৰ্গাৰ এই মূৰ্তি অসমত থাকিলে তুমি প্ৰতি বছৰে একোবাৰ দেখিবই লাগিব। কিন্তু প্ৰতিমাৰ পৰ্বতীত শিব সহ সপৰিয়ালে থকা দুৰ্গাক এনেকুৱা মূৰ্তি সাজি পূজা কৰিব লাগে বুলি কোন শাস্ত্ৰত আছে?

ক'তো নাই । ঐতিহাসিকৰ মতে আনকি ডেৰশমান বছৰৰ আগতেও দুৰ্গাপূজাৰ কাৰণে এনেকুৱা মূৰ্তিত গণেশ নাছিল। এতিয়াও সেই দুৰ্গা মূৰ্তি আগতহে থাকে। আচলতে পূজা হয় 'পূৰ্ণ ঘট' আৰু 'যন্ত্ৰক' কেন্দ্ৰ কৰিহে। দুৰ্গা প্ৰতিমাৰ একাষে শাড়ী বা কাপোৰকে মানুহক পিন্ধোৱেদি পিন্ধাই ওৰণী লোৱা তিৰোতাৰ দৰে থকা কিবা বস্তু এটা নিশ্চয় দেখিছা। সেইটোৱেই পূৰ্ণঘট; তাক স্থাপন কৰা হয় যন্ত্ৰৰ ওপৰত। মজিয়াৰ ওপৰত নদীৰ পলসুৱা মাটিৰে চাৰিকোণীয়াকৈ চেপেটা এটা ভেটি বন্ধা হয় আৰু তাৰ ওপৰত পাঁচ বিধ শস্য সিঁচি দিয়া হয়। তাৰ ওপৰেৰে ৰঙেৰে অঁকা সৰ্বতোভদ্ৰ মণ্ডলৰ ওপৰত থাপন কৰা হয় এটা পানী ভৰোৱা মাটিৰ ঘট। পানীত দৈৰে সানি চাউলো দিয়ে। ঘটটোৰ ডিঙিত এডাল ৰঙা ফিটা। ঘটৰ মুখত দিয়া হয় পাঁচ বিধ গছৰপৰা অনা পাত, অৰ্থাৎ পঞ্চপল্লৱ। (তাতে এখন মাটিৰ থালত চাউল দিয়ে। ঘটৰ মুখত দিয়া হয় পাঁচ বিধ গছৰপৰা অনা পাত, অৰ্থাৎ (পঞ্চপল্লৱ) তাতে এখন মাটিৰ থালত চাউল আৰু তামোল আৰু এটা নাৰিকল। নাৰিকলটোত সেন্দুৰ সনা থাকে। ঘটটোৰ পেটতে সেন্দুৰেৰে এটা শিশুৰ আকৃতি আঁকে আৰু তাকে সিন্দুৰ-পুত্তলি বোলে। অৰ্থাৎ শস্যৰ কাৰণে প্ৰয়োজনীয় পলসুৱা মাটিৰ ওপৰত শস্যৰ গুটি আৰু গছ-পাত দি, মানুহৰ গৰ্ভৰ প্ৰতীক মাটিৰ ঘটত পানী আৰু ওপৰত সন্তানৰ প্ৰতীক স্বৰূপ সেন্দুৰ-পুত্তলি আঁকি, সন্তানধাৰণক্ষম তিৰোতাৰ দৰে পৃথিৱীকো শস্যধাৰণক্ষম কৰিবলৈ এনেকুৱা মন্ত্ৰ-পূজা কৰিছিল। এই শস্যৰ দেৱীকে, আদিম মানুহে নিজ বাসনা বেকত কৰি কল্পনা কৰা এই শাকম্ভৰী বা শাকৰ দেৱীকে, এতিয়া দুখীয়া খেতিয়কে ঢুকি নোপোৱা নিয়মেৰে পূজা কৰা হয়।

এটা কথা তুমি ভাবি চাইছানে বাৰু? মহিষাসুৰক বধ কৰিবলৈ যুদ্ধৰতা দুৰ্গাৰ কাষত বীণা বজোৱা সৰস্বতীৰ হাঁহি, পদুম ফুলত বহি থকা লক্ষ্মীৰ কতাক্ষ, দেৱ-নিন্দিত সৌন্দৰ্যৰ কোঁৱৰ কাৰ্তিক আৰু হাতত পদুমফুল লৈ থকা গণেশৰ প্ৰয়োজন কি? তোমাৰ চাগৈ সন্দেহ হৈছে যে মই কোনোবা দেৱতা বিদ্বেষী অসুৰ। আচলতে কিন্তু সেইটো মিছা সন্দেহ। মই আচলতে দুৰ্গা-প্ৰতিমাৰ একাষত হাতীৰ মূৰটোৰ সৈতে হাঁহি উঠা জধলা এটাৰ দৰে বহি থকা গণেশহে। মোৰ এই ৰূপ

তোমালোকৰ আৰ্যঁৰে এচাম মানুহে দিয়া। আজিকালি তোমালোক শাসক-শ্ৰেণীৰ বহুতীয় বুদ্ধিজীৱি এদলে মোক দেৱতাৰ স্থানলৈ তুলিছা। আমি কিন্তু জানো যে শ্ৰেণী হিচাপে তোমালোকে নিজ স্বাৰ্থ পূৰণ নোহোৱা কেনো কামকে নকৰা। গতিকে মোক দেৱতা কৰাৰ মূলতেও তোমালোকৰ কিবা স্বাৰ্থ আছে, - হয় মোক হাত কৰি মোৰ শ্ৰেণীক শোষণ কৰাৰ পথ বেছি সুগম কৰা, নহলে মোক প্ৰশংসা কৰি মোৰ শ্ৰেণীৰ মাজতে বিভীষণৰ জন্ম দিয়া। এতিয়ালৈকে মোৰ বহুত নাম- তোমালোকে দিয়া নামঃ গণেশ, গণপতি, গণনায়ক, বিনায়ক, লোকবন্ধু, লোকনাথ, গণ, শক্তি- গণপতি, বাল গণপতি, আদি যে কিমান। কিন্তু তোমালোকৰ শ্ৰেণীয়ে মোক দিয়া এই নামবোৰৰ অৰ্থ কেতিয়াবা ভাবি চাইছানে? 'গণ' অৰ্থাৎ জনগণ আৰু জনগণৰ দলপতি বুজোৱা নাম এইবোৰ। তোমালোকে বেদ আদি লিখা যুগত 'গণ' মানে আজিকালিৰ জনজাতিক বুজাইছিল। অৰ্থাৎ আমি জনজাতীয় মানুহ। মানসিক শ্ৰমৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰি উদ্বৃত্তভোগী শ্ৰেণীৰ জন্ম হোৱাৰ লগে লগে আমি খাটি খোৱা জনজাতিবোৰ নিম্ন শ্ৰেণীৰ হৈ পৰিলোঁ। আৰু আমাক নিকৃষ্ট শ্ৰেণীৰ, সেই শোষিত শ্ৰেণীৰ বুলি চিন ৰাখিবলৈকে দুৰ্গা প্ৰতিমাত মোৰ ৰূপটো ইমান কুৎচ, ইমান অমানুহ ধৰণৰ কৰি ৰাখিলাইক। সেই নিকৃষ্ট শ্ৰেণীৰ, সেই শোষিত শ্ৰেণীৰ ছোৱালী লাহৰীকে আকৌ তোমাক লাগে। কাৰণ শোষণ কৰিব পৰাকৈ তাইৰ পূৰ্ণ যৌৱন আছে আৰু তাত তোমাৰ লুভীয়া চকু পৰিছে। তুমি ভাবানেকি যে তোমালোকৰ আজিৰ ধাৰণা মতে সিদ্ধিদাতা হোৱা মই গণেশে তথা অৰবিন্দ ৰাভাই তোমাৰ এনেকুৱা আশা সিদ্ধি হোৱাৰ কাৰণে কোনোবা দিনা সহায় কৰিম? হাঃ হাঃ হাঃ.... মই আজি আকৌ থিয় হৈছোঁ তোমালোকৰ বিঘ্নকৰ্তা ৰূপত। হাঃ হাঃ হাঃ...

"From tribes there developed nations and states, Law and politics arose, and with them the fantastic reflections of human reflections of humen things in the human mind: religion. In the face of all these creations , which appeared in the first place to be products of the mind and which seemed to dominate human society. the more modest productions of the working hand retreated into the background, the more so since the mind that plans the labour process already at a very early stage of the development of society was able to have the labour that had been planned and carried out by other hands than its own. All merits for the swift advance of civilization was ascribed to the mind , to the development and activity of the brain........ and so arose in the course of time that idealistic outlook on the world which, especially since the decline of the ancient world, has dominated men's minds." উদ্বৃত্তভোগীশ্ৰেণীয়ে কৰা মানসিক শ্ৰমৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্নেৰে সৈতে শ্ৰেণীবিভাগ,জাতি, ৰাষ্ট্ৰ আৰু মানুহৰ মনৰ আজগুবী চিন্তা-প্ৰসূত ধৰ্মৰ জন্ম সমসাময়িক।

What's that বিঘ্নকৰ্তা ? মানে যি দেৱতাই বিঘিনি জন্মায় ? হাঃ হাঃ হাঃ it's really a news to me. কিন্তু আপুনি ডক্টৰ ৰাভা, ইতিহাস এৰি ধৰ্মৰ এই দেৱী-দেৱতাৰ পিচত লাগিবলৈ ললে কিয় ?

ঃ আপুনি কেনেকৈ বুজিব ডক্টৰ বৰঠাকুৰ ? আপোনাৰ অধ্যাপনাৰ সীমা ইংৰাজী সাহিত্য , তাতো বৰ্ষ( বছি চেক্সপীয়েৰ পৰ্যন্ত। কিন্তু মানুহজাতিৰ চিন্তাৰ ফচল কেৱল ইংৰাজী উচ্চ মহলাৰ পাঠ্যপুঠিতে সীমাবদ্ধ নহয়। আৰু , তাকে পঢ়া মানে সত্যৰ সামান্য এক অংশকহে জনা হয়। আংশিক সত্য যে মিথ্যাৰ সমানেই ভয়ংকৰ ডক্টৰ বৰঠাকুৰ। আপোনাক এতিয়া মই কেনেকৈ বুজাম যে এইবোৰ প্ৰাচীন গ্ৰন্থত থকা কল্পনাৰ মাজৰপৰা ঐতিহাসিক সত্য উদ্ধাৰ কৰাতে মই বৰ্তমান লাগি আছোঁ। -যদিও এনে কামত মোৰ ক্ষমতাৰ বিষয়ে মই নিজেই সন্দিহান।

ঃ Oh, I see. মই আকৌ শুনিছিলোঁ - মানে মোৰ ল'ৰা দীপকে কৈছিল- আপুনি বোলে কিবা ট্ৰাইবেল মানুহৰ সংস্কৃতিৰ ওপৰত, অনাৰ্য সভ্যতাৰ ওপৰত, গৱেষণা কৰি আছে। আ পুনি এইবোৰতো লাগিছে বুলি মই জনাই নাছিলোঁ।

ঃ আচলতে বিষয় একেটাই; অৰ্থাৎ একেটা বিষয়ৰ গৱেষণাতে এই সকলোবোৰ পঢ়াৰ প্ৰয়োজন হৈছে।

ঃ হয় নেকি ? হব অৱশ্যে। কাৰণ আমাৰ ট্ৰাইবেল মানুহৰ সংস্কৃতি বুলিতো বেলেগ সংস্কৃতি নাই। আচলতে আৰ্যবোৰ অহাৰ আগতে ভাৰতত অনাৰ্যবোৰৰ বিশেষ একো নাছিল। গতিকে একো নথকাৰপৰা কিবা উলিয়াবলৈ কষ্ট কৰিব লাগিবই।

ঃ আমাৰ শিক্ষিত মানুহ লৈ এইখিনিতে বিপদ। তেওঁলোকে নজনাখিনি নাই বুলি ধৰে। আপোনাৰ কথা অৱশ্যে মই কোবা নাই। আপোনাৰ বিষয়বস্তুৱেই বেলেগ। তথাপি ভাবি চাওকচোন, এই ভাৰততে আৰ্য-সংস্কৃতিতকৈ পুৰণি 'লোকায়ত' নামৰযে এটা সংস্কৃতি আছে আৰু সেই সংস্কৃতিৰ প্ৰভাৱ যে আমাৰ মাজত আৰ্য সংস্কৃতিতকৈ বেছি, সেইকথাকে আমি নাজানো দেখোন। লোকায়ত মানেই লোকৰ দৰ্শন, জনসাধাৰণৰ দৰ্শন। লোকেষু আয়ত লোকায়তঃ। অৰ্থাৎ জনসাধাৰণৰ মাজত পৰিব্যাপ্ত কাৰণেই এই দৰ্শনৰ এই নাম।

ঃ বুজিছোঁ, বুজিছোঁ। মই আকৌ আজি চিনেমা চাবলৈ যাওঁ বুলি ভাবিছিলোঁ। পিচে, দীপকে, মানে মোৰ প্ৰথম ল'ৰাটো - এতিয়া যে কটনত ফিজিক্সৰ লেক্‌চাৰাৰ, সি ক'লে বোলে আপোনাৰ ঘৰলৈ আহে। মইতো আচৰিত। তাৰনো চিনাকি কেনেকৈ সুধিলো। সিহে ক'লে বোলে তাৰ বন্ধু অশোক শৰ্মাৰ যোগেদি আপুনি তাৰ প্ৰায় আপোনাৰ নিচিনাই। সিহঁতে বোলে প্ৰায় আপোনাৰ কথা পাতে। তেতিয়াহে মই ক'লো যে তহঁতৰ তেনেকুৱা লতাপতা সম্বন্ধৰ আৱশ্যক নাই, ডঃ ৰাভা মোৰ বিশিষ্ট বন্ধু। বহুত দিন ভালকৈ লগহে পোৱা নাই। ব'ল। সেই বুলি ওলাই আহিলোঁ। ই দীপক ক'লৈ গ'ল ?

ঃ বোধকৰো লাহৰীৰ লগত কথা পাতি আছে। লাহৰীয়ে মোক আকৌ এই পঢ়া -কোঠাত কেতিয়াও আমনি নকৰে। আনকো আমনি কৰিবলৈ নিদিয়ে।

ঃ তাৰ উপৰি they must find us boring. মোৰ ল'ৰাটোৱেতো কয়েই মই হেনো বৰ অদৰকাৰী কথা বোৰ কৈ থাকোঁ। বয়সৰ পাৰ্থক্য এটা, মানে..........।

ঃ দেউতা,চাহ দিছোঁ।

ঃ বাৰু বাৰু। বৰঠাকুৰ, এইজনীয়েই মোৰ একমাত্ৰ ছোৱালী। মোৰ একমাত্ৰ কণাৰ লাখুটিও বুলিব পাৰে।

ঃ জানো জানো। আপুনি অলপ আগতে চিনাকি কৰি দিছিল নহয়। সকলো ফালৰ পৰাভাল । You can be proud of your daughter.

ঃ চাহ চেঁচা হৈ যাব.......। লাহৰীৰ নিজৰ প্ৰশংসো শুনাৰ অনিচ্ছাৰ মাত।

লাহৰী ৰাভাৰ পাচে পাচে দুয়ো খোৱা -কোঠালৈ আগবাঢ়িল। বৰঠাকুৰে ভাৱিলে, এইটোৰ ওচৰলৈ আহি আজি গোটেই সন্ধিয়াটো মাটি হ'ল। অধ্যাপক ৰাভা কিন্তু নিজৰ চিন্তাত বিভোৰ। চাহৰ টেবুলত দীপকক বহি থকা দেখি বাপেক বৰঠাকুৰে সুধিলে ঃ তই দেখোন আগতে আহি বহি আছিহি ?

ঃ মই আপোনালোকৰ সাহিত্য আৰু ইতিহাসত ৰস নোপোৱা মানুহ। গতিকে মিচ লাহৰী দেৱীৰ লগতে সময়কণ কটালোঁ। মই চায়েন্সৰ মানুহ, আপোনালোকৰ কথাত কি ৰস পাম ? আৰম্ভ কৰোঁ। এই বুলি দীপকে খোৱা আৰম্ভ কৰিবলৈ অনুমতি বিচাৰি অধ্যাপক ৰাভালৈ চালে।

অধ্যাপক ৰাভাই অতি আগ্ৰহেৰে কলেঃ নিশ্চয় নিশ্চয়, আৰম্ভ কৰি দিয়া। খুব ভাল লাগিল তুমি নিজকে বিজ্ঞানৰ মানুহ বুলি কোৱা কাৰণে। বিজ্ঞান সত্যাশ্ৰয়ী, পৰীক্ষাৰ মাজেদি সত্য বুলি প্ৰতিপন্ন কৰাৰ পাচতহে বিজ্ঞানে সেই সত্যক গ্ৰহণ কৰে। আমাৰ দেশৰ ভাববাদী ভেঁকুৰা চিন্তাচৰ্চা বিসৰ্জন দিবলৈ বিজ্ঞানৰ বৰ প্ৰয়োজন। তুমি কিহত ?

ঃ ফিজিক্সত।

ঃ বাহ , বৰ ভাল হৈছে। লাহৰী, তোৰ কেনে লাগিছে দীপকক ? বৰ ভাল লগা নাইনে ?

প্ৰশ্নটোৱে যি কোনো মানুহকে অপ্ৰস্তুত কৰিব। তথাপি লাহৰীয়ে সংযত ভাষাত ভদ্ৰতা ৰক্ষা কৰি ক'লে ঃ মই সেই কথা তেখেতক আগতে কৈছোঁ।

ঃ হঠাতে দীপকে বাধা দি ক'লে, মই লাহৰী তোমাক অলপ আগতে ক'লো যে এই তেখেত, আপুনি, শব্দবোৰ মোক নকবা। তুমি, তেওঁ বচ।

ঃ ঠিকেই কৈছা। নহয়নে লাহৰী ?

আমি সেইটো প্ৰথম কথা পাতোতেই ঠিক কৰি লৈছিলোঁ দেউতা। কিন্তু এতিয়া অভ্যাসবশতঃ ওলাই গ'ল মুখত।

লাহৰীৰ বেয়া লগা নাই। অধ্যাপক বৰঠাকুৰ আৰু দীপক চাহ খাই উঠি বেছি পৰ নবহিল। ৰাভাৰ ঘৰলৈকে গাড়ী নিব নোৱাৰি; বৰঠাকুৰে গাড়ীখন ৰখীয়া নোহোৱাকৈ দূৰতে থৈ গৈছিল। কোনোবা দুষ্ট ল'ৰাই অকলে পাই গাড়ীখনৰ কিবা অনিষ্ট কৰিব পাৰে বুলি অজুহাত দেখুৱাই বৰঠাকুৰে বিদায় ল'লে। যাবৰ পৰত অধ্যাপক ৰাভাক নিমন্ত্ৰণ কৰি গ'ল আৰু দিল্লীত ৰাভাৰ পুতেক ধৰণীয়ে নাম কৰা বুলি আনন্দ প্ৰকাশ কৰি গ'ল। যাবৰ সময়ত দীপকে ওচৰতে থকা লাহৰীৰ গলধনৰ ওপৰত নিজৰ সোঁ-হাতৰ তপত তলুৱা লাহেকৈ থৈ শব্দৰ বৈজ্ঞানিক মিতব্যয়িতাৰে কেৱল ক'লেঃ আহোঁ দেই ভাই। লাহৰীয়ে কোনো ভাবান্তৰ প্ৰকাশ নকৰাকৈ ওঠত হাঁহিৰে বিদায় দিলে। ৰাভাই আৰাম প্ৰকাশ কৰি লাহৰীক ক'লে ঃ এক সুন্দৰ বিৰতি। বৰ ভাল হ'ল, তোৰো লগ এটা বাঢ়িল।

আবেলিয়ে তেতিয়া সন্ধিয়াৰ আন্ধাৰেই ভাল বুলি পৃথিবীৰ মূৰত অন্ধকাৰৰ বোজা জাপি দিয়া নাছিল।

যামিনী তেতিয়া ৰন্ধা-বঢ়াত ব্যস্ত। লাহৰী অকলে বহি আছিল আৰু পঢ়া-কোঠাৰ পৰা বাপেকে কিবা কয়নে তালৈ কাণ পাতি আছিল। লাহৰীৰ দীপক বৰঠাকুৰক ভাল লাগিল। মানুহটোৰ কোনো ফৰ্মেলিটি নাই। দু-আষাৰ কথা পতাৰ পাচতে ক'লেঃ আপুনি আপুনি কৰি মই কথা পাতিব নোৱাৰোঁ। বয়স হিচাপেও আমি তুমি - তামা কৰিব পাৰোঁ। নতুন চিনাকী লাহৰীক এনেকৈ কথা কব পৰা দীপকক ভাইৰ ভাল লাগিল। মাক জীয়াই থকা দিনৰপৰা অধ্যাপক ৰাভা লাহৰীৰ ওপৰত ইমান নিৰ্ভৰশীল যে বাপেকক বাদ দি কেৱল নিজৰ বিষয়ে ভৱাৰ সুৰুঙা লাহৰীয়ে কেতিয়াও পোৱা

নাছিল। আনকি বাপেকৰ ৰুচি-অভিৰুচিৰ লগত তাই নিজৰ ৰুচি অভিৰুচি মিলাই লৈছিল। (সেইকাৰণে বাপেকৰ ওচৰলৈ অহা মানুহৰ অভিৰুচি মিলাই লৈছিল।) সেই কাৰণে বপেকৰ ওচৰলৈ অহা মানুহৰ লগত বহি বাপেকে আৰম্ভ কৰা আলোচনাত বহি বহি ভাগ লোৱাৰ বাহিৰে নিজৰ কিবা অভিৰুচি থকাৰ কথা তাইৰ কেতিয়াও মনত পৰা নাছিল। তায়ো যেন ইতিহাস আৰু প্ৰত্নতত্ত্বৰ আদবয়সীয়া গৱেষক। পৰিণতি স্বৰূপে তাইৰ বয়সে বিচৰা সমবয়সীয়া সংগৰ লগত অদৰকাৰী কথা পাতি এলাহ কৰিবলৈ শিকা নাছিল। আনকি এক পৰিমাৰ্জিত সীমাৰ ভিতৰত থাকি অশোক শৰ্মাক ভাল পাই বিয়া কৰোৱাৰ কথা পতাৰ বাহিৰে তাই আন কোনো ডেকাৰ সান্নিধ্য পোৱাই নাছিল। সঁচা কথা ক'বলৈ গ'লে অশোকৰ লগত সান্নিধ্যও বাপেকৰ যোগেদিয়েই, তাকো অতি ভদ্ৰভাৱেহে, যৌৱনৰ উত্তেজনা তাত নাই।

ই কিন্তু একেবাৰে বেলেগ, এই দীপটো। সি যেন বহুত দিনৰ আপোন; বহুত দিনৰ মূৰত বৰ আপোন মানুহ লগ পোৱা যেন লাগিল। কিছুমান মানুহক প্ৰথম লগ পায়েই হঠাৎ যে ভাল লাগি যাব পাৰে সেই কথা প্ৰথম অনুভৱ কৰিলে লাহৰীয়ে। আশোকৰ লগত সম্পৰ্কটো কিন্তু বেলেগ। বহুত দিনৰ সান্নিধ্যই, ঘনিষ্ঠতাই ক্ৰমাৎ বেছি আপোন কৰি পেলাইছিল। অশোক শান্ত, ধৈৰ্যশীল, হিচাবী ; দীপক অশান্ত, অধৈৰ্য, খামখেয়ালি। লাহৰীৰ মনত খেলাই গ'ল যে অশোক আৰু দীপকৰ গুণ-দোষবোৰৰ এটাইবোৰকে একো - একোটাহতঁক বেলেগে বেলেগে কিছু সময়ৰ কাৰণে ভাল লাগি যাব। কেৱল শান্ত, ধৈৰ্যশীল, হিচাবী মানুহ এটাক আমনি লগা হ'বগৈ পাৰে। তাই ভাবি চালে যে বাপেকৰ অশান্ত, বেহিচাবী , উশৃঙ্খল , আপোন পাহৰা চৰিত্ৰটোৱেহে তাইক বেছি আকৰ্ষণ কৰে। এই কথাটো তাই আজি দীপক অহাৰ আগলৈকে উপলব্ধি কৰিব পৰা নাছিল কিয় ? এনেকৈয়ে কিছুমান মানুহৰ সান্নিধ্যই মনৰ দুৱাৰ হঠাৎ খুলি দিয়ে নেকি ? আজিএতিয়ালৈকে অশোক অহা নাই কিয় ? আচৰিত কথা। অশোকক এতিয়াও তাই 'আপুনি' সম্বোধন কৰে।

চিন্তাবোৰে অসংযম দৰ্শাবলৈ চেষ্টা কৰা লাহৰী ৰাভাই হঠাৎ অনুভৱ কৰিলে। যুক্তিবাদী চিন্তাৰে জীৱন চলাই অহা লাহৰী ৰাভাৰ কাৰণে ই এক নতুন অভিজ্ঞতা। সদায় চিৰিয়াছ হৈ থকা লাহৰী ৰাভাই কলেজ বিশ্ববিদ্যালয়তো কোনো প্ৰেমিক ডেকাৰ দৃষ্টি আকৰ্ষণ কৰা নাছিল। আনকি অশোকে প্ৰথম যিদিনা ঘৰতে বহি বিয়াৰ প্ৰস্তাৱ দিয়ে, সেইদৰে ঠিকাদাৰে দিয়া টেণ্ডাৰৰ দৰে সেই প্ৰস্তাৱ লাহৰী ৰাভাই বিবেচনা কৰিহে চাইছিল- প্ৰস্তাৱ শুনি আবেগত লাজুকী হোৱা নাছিল।

কিবা এক আৰামত এলাই পৰা দেহাটোক লাহৰী ৰাভাই দাঙিলে। আৰু বহি থাকিব নোৱাৰি। এই আঠ বজাৰ পাচত অশোক আৰু নাহে। গতিকে তাই বাপেকৰ কামখিনিত সোনকালে লগাই ভাল। বাপেকে প্ৰতিদিনে নিজৰ গৱেষণাৰ বিষয়ে কোৱা কথাবোৰ লাহৰীয়ে টেপ ৰেকৰ্ড বজাই বজাই লগে লগে লিখি যায়। কাৰণ, নহলে বাপেকে প্ৰায়ে লাহৰীক কালি কি কৈছিলো অ' বুলি সুধি দিয়ে। লাহৰীয়ে প্ৰায়ে তেনেকুৱা প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে। তদুপৰি, বহুত সময়ত লাহৰীয়ে মন কৰিছে যে কিছুমান বিষয়-বস্তুৰ চিন্তা শেষ কৰি বাপেকে যেতিয়া আন এটা বিষয়-বস্তু লয়,তেতিয়া প্ৰায়েই আগৰটোৰ কথা পাহৰি যায় আৰু পাচত কেতিয়াবা হাঁহাকাৰ কৰে। লাহৰীৰ বিশ্বাস যে ভাৰতীয় ঐতিহ্যৰ এক নতুন চিন্তাধাৰাৰ জন্ম বাপেকৰ গৱেষণাই দিব আৰু এজন ষ্টেনোগ্ৰাফাৰ ৰাখিব নোৱাৰা অৱস্থাৰ কাৰণে সেই গৱেষণাৰ ফল হেৰাই যাবলৈ দিব নোৱাৰি। এতিয়া লাহৰীয়ে প্ৰতি পুৱাই বাপেকে কোৱাখিনি টেপ-ৰেকৰ্ডত ধৰি থৈ দিনটোৰ বাকী যিকোনো সময়ত সেই ৰেকৰ্ডকে বজাই নিজে লিখি বাপেকৰ হাতত দি দিয়ে।

আজিও লাহৰীয়ে হাতত কাগজ পেন্সিল আৰু কাৰ্বন লৈ বাপেকে ৰাতিপুৱা কোৱা কথাৰ টেপ-ৰেকৰ্ড বজাই দিলে। যেন ব্যক্তিগত সুখ-দুখৰ চিন্তাৰ এনেকুৱা মেৰপাকৰ পৰা উদ্ধাৰ পাবলৈ এই বিধ গতানুগতিক কামেই একমাত্ৰ ঔষধ। টেপ-ৰেকৰ্ড বাজিবলৈ ধৰিলে -

ঃ চলিছে - কওঁ তেন্তে ? এইটো কিন্তু তই মোৰ বৰ উপকাৰ কৰিছ। কালিৰপৰাই লোকায়ত দৰ্শন আৰু লোকায়তিক

সমাজৰ সীমাতে আছোঁ মই। আজি তোক মহাভাৰতৰ সাধু এটা কওঁ। শান্তি পৰ্বত আছে। শুন -

পাণ্ডৱসকলে পুৰত প্ৰৱেশ কৰাৰ খবৰ পাই হেজাৰে হেজাৰে মানুহ তেওঁলোকৰ দৰ্শনপ্ৰাৰ্থী হৈ গোট খালেহি। সেই সময়তে হেজাৰ হেজাৰ ব্ৰাহ্মণে আনন্দেৰে ধৰ্মৰাজ যুধিষ্ঠিৰক আশীৰ্বাদ দিবলৈ ধৰিলে। সেই ব্ৰাহ্মণসকলৰ মাজত দুৰ্যোধনৰ সখা দুৰাত্মা চাৰ্বাক ৰাক্ষসে ভিক্ষাৰীৰ বেশ লৈ আত্মগোপন কৰি আছিল । সেই পাপাত্মাই পাণ্ডৱসকলৰ অপকাৰ কৰাৰ অভিসন্ধিৰে, ব্ৰাহ্মণ সকলে আশীৰ্বাদ শেষ কৰি মনে মনে থকাৰ সুযোগ লৈ, ব্ৰাহ্মণসকলৰ অনুমতি বা পৰামৰ্শ নোলোৱাকৈ নিৰ্ভীক চিত্তে উচ্চৈঃস্বৰে গৰ্বিত সুৰত যুধিষ্ঠিৰক সম্বোধন কৰি ক'লে, " মহাৰাজ, এই ব্ৰাহ্মণসকলে আপোনাক জ্ঞাতিঘাতী, জ্ঞাতিসংহাৰকাৰী অতি কুৎসিৎ ৰজা বুলি ধিক্কাৰ দিছে। গতিকে এনেকুৱা জ্ঞাতিসংহাৰ আৰু গুৰুজনৰ বিনাশ সাধন কৰি আপোনাৰ লাভ কি হ'ল ? এতিয়া আপোনাৰ মৃত্যুৱেই শ্ৰেয় ।" তেতিয়া তাত থকা ব্ৰাহ্মণসকল চাৰ্বাকাৰ এনেকুৱা কথা শুনি অতি কোপিত, ব্যথিত হ'ল আৰু লাজ পাই মৌনব্ৰত অৱলম্বন কৰি ৰ'ল। ৰজা যুধিষ্ঠিৰে ব্ৰাহ্মণসকলৰ সেই অৱস্থা দেখি ক'লে, "মই অচিৰাৎ প্ৰাণত্যাগ কৰিম; আপোনালোকে আৰু মোক ধিক্কাৰ নিদিব।" তেতিয়া ব্ৰাহ্মণসকলে ৰজা যুধিষ্ঠিৰক সম্বোধন কৰি ক'লে,

"মহাৰাজ, যিটো মানুহে আপোনাৰ প্ৰতি কটুক্তি কৰিলে সেইটো হ'ল দুৰ্যোধনৰ পৰম বন্ধু চাৰ্বাক নামৰ ৰাক্ষস। " ইয়াৰ পাচত ব্ৰাহ্মণসকলে চাৰ্বাকৰ প্ৰতি নিতান্ত ক্ৰুদ্ধ হৈ চাৰ্বাকক ভৎৰ্সনা কৰি হুংকাৰ শব্দ কৰিবলৈ ধৰিলে। তেতিয়া চাৰ্বাক সেই মহাত্মাসকলৰ ক্ৰোধান্বিত দগ্ধ হৈ জুই লগা গছৰ দৰে ততালিকে ভূতলত নিপাতিত হ'ল। মহাৰাজ যুধিষ্ঠিৰে তাকে দেখি ব্ৰাহ্মাসকলক যথোচিত সম্মান কৰিবলৈ ধৰিলে।

মহাভাৰতৰ এই সাধুও আন যি কোনো আখ্যানৰ দৰে উদ্দেশ্যমূলক। চাৰ্বাক হ'ল লোকায়ত মতাদৰ্শত বিশ্বাসী পণ্ডিত। এই আখ্যানৰ যোগেদি চাৰ্বাকক এনেকৈ লঘু আৰু ঘৃণিত কৰি ব্ৰাহ্মণসকলে লোকায়ত মতৰ কবৰ ৰচনা কৰিছিল। চাৰ্বাকে এই আখ্যানত বৈদিক ব্ৰাহ্মণ সকলে এই জ্ঞাতিভিত্তিক সমাজৰ মূল নীতিক অৱজ্ঞা কৰি সেই নীতিৰ গুৰুস্বৰূপ চাৰ্বাকৰ দগ্ধ কৰি মহাৰাজ যুধিষ্ঠিৰৰ মহিমা-কীৰ্তন কৰিছে। হয়তো মহাভাৰতৰ কুৰুক্ষেত্ৰ যুদ্ধৰ কাহিনীৰ আঁৰত এই আদিম জ্ঞাতি-ভিত্তিক সমাজৰ ধ্বংসস্তূপৰ ওপৰত ৰাজশক্তিৰ আৰ্বিভাব কাহিনীৰ ইংগিত আছে। শ্ৰীমদ্ভাগত্গীতাত স্বয়ং ভগৱান কৃষ্ণই এই নতুন নীতিবোধক সমৰ্থন কৰি কৈছে, "হতো বা প্ৰাপ্স্যসি স্বৰ্গং জিত্বা বা ভোক্ষ্যসে মহীম ।" অৰ্থাৎ এনেকুৱা জ্ঞাতিহত্যাৰ যুদ্ধত জিকিলে পৃথিৱী - ভোগ কৰিবা আৰু মৰিলে স্বৰ্গলাভ হ'ব। জ্ঞাতি-হত্যাৰ কাৰণে এনেকুৱা নৈতিক সমৰ্থন জ্ঞাতি-ভিত্তিক সমাজত অসম্ভৱ। সেই কাৰণেই বুজা যায় যে ভাৰতীয় সংস্কৃতিত দুটা সম্পূৰ্ণ পৰস্পৰ-বিৰোধী ধাৰা আছে। এটা হ'ল বৈদিক সাহিত্যক আশ্ৰয় কৰি থকা অধ্যাত্মাবাদৰ মহিমামুখৰ শ্ৰেণী বিভক্ত সমাজৰ শাসক শ্ৰেণীৰ সংস্কৃতি আৰু আনটো হ'ল আধ্যাত্মাবাদৰ আগৰেপৰা থকা প্ৰাক্-বিভক্ত সমাজৰ গণ-সংস্কৃতি বা লোকায়ত সংস্কৃতি।

তথাকথিত আৰ্য - সংস্কৃতিৰ লগত এই পুৰণি গণ-সংস্কৃতি বা লোকায়ত সংস্কৃকিৰ বিৰোধৰ বহুত উদাহৰণ বেদ আদি শাস্ত্ৰতে সিঁচৰতি হৈ আছে। আমাৰ পণ্ডিত ৰাধাকৃষ্ণইঁতে ক'ব খোজাৰ দৰে ভাৰতীয় দৰ্শন যে অনাবিল অধ্যাত্মবাদী আৰু ভাববাদী দৰ্শন নহয়, বৰঞ্চ এই অধ্যাত্মবাদী দৰ্শনতকৈ পুৰণি বস্তুবাদী লোকায়ত দৰ্শনৰ দ্বাৰাহে যে ভাৰতীয় জনসাধাৰণ বেছিকৈ প্ৰভাবান্বিত, সেই কথা বুজাবলৈকে আমি আদিম বস্তুবাদৰ বিষয়ে লোকায়ত বিৰোধী আৰ্যগ্ৰন্থাদি পঢ়ি সত্য উদ্ধাৰ কৰা আৱশ্যক। আমি এতিয়ালৈকে সমৰ্থন কৰি অহা অধ্যাত্মবাদী তথা ৰাজ-পৃষ্ঠপোষকতাপ্ৰাপ্ত সংস্কৃতিয়ে গণ-সংস্কৃতি তথা লোকায়ত সংস্কৃতি নিৰ্মূল কৰিবলৈ কি অহোপুৰোৰ্ষাথ কৰিছিল, তাৰ প্ৰমাণ আমাৰ প্ৰায়বোৰ শাস্ত্ৰতে পোৱা যায়। মৈত্ৰায়ণ উপনিষদত থকা এটা অদ্ভুত গল্প বিশেষ তাৎপৰ্যপূণ। গল্পটোত আছে, এবাৰ অসুৰৰ লগত দেৱতাৰ তয়া-ময়া যুদ্ধ লাগিছিল। যুদ্ধত দেৱতাসকল একেবাৰে হাৰি যাওঁ যাওঁ। দেৱতাসকলে গৈ দেৱগুৰু বৃহস্পতিক উপায় সুধিলেগৈ। দেৱতাৰ ৰাজ্য ৰক্ষাৰ্থে দেৱগুৰুৱে এটা ফন্দি পাতিলে। নিজে অসুৰৰ শিবিৰত প্ৰবেশ কৰিলেগৈ। আৰু সেই অসুৰ

বিলাকৰ মাজত বস্তুবাদী লোকায়ত মত প্ৰচাৰ কৰিবলৈ ধৰিলে। লোকায়ত মত গ্ৰহণ কৰাৰ ফলত অসুৰৰ সমাজত নৈতিক পতন আৰম্ভ আৰু তাৰ ফলতেই অসুৰৰ সমাজত নৈতিক পতন আৰম্ভ হ'ল। লোকায়ত মতক দেশৰ সকলো মানুহৰ আগত এইদৰে ইমান ভয়াবহ কৰি তুলি ধৰা হৈছিল যাতে আৰ্য জনসাধাৰণকে ধৰি কোনো মানুহেই লোকায়তিক ধ্যান-ধাৰণা গ্ৰহণ নকৰে। যি লোকায়ত ধ্যাণ-ধাৰণাক শাস্ত্ৰ লিখি ভয়াবহ বুলি নিষিদ্ধ কৰিব লগা হৈছিল, সেই মতবাদ যে যথেষ্ট শক্তিশালী আৰু ব্ৰাহ্মণ্য সংস্কৃতিৰ ভয়ৰ কাৰণ হৈ পৰিছিল, তাক সহজে বুজিব পাৰি। আনকি ধাৰ্মিক নীতি-বিধিৰ ৰচয়িতা ভৃগুৱেও মনুস্মৃতিত পৰিস্কাৰকৈ লোকায়ত সংস্কৃতিৰ বিৰুদ্ধে বিষোদগাৰ কৰি গৈছে। মনুৰ মতে, যোগ্য সময়ত যদি অতিথি হিচাপেও আহে, তথাপি লোকায়তবোৰক বাক্যালাপেৰে সম্ভাষণ কৰাও অনুচিত।

সেয়া গল লোকায়তকিবোৰৰ কথা। কিন্তু প্ৰশ্ন জাগিব পাৰে ঃ অধ্যাত্মবাদী দৰ্শন যে শাসক শ্ৰেণীৰ চেতনাৰ পৰাই ওপজা তাৰ প্ৰমাণ কি ? প্ৰমাণ আছে। সেই প্ৰমাণো ঋষিবিলাকে নিজৰ শাস্ত্ৰতে দি থৈ গৈছে। ছান্দোগ্য উপনিষদত এটা আখ্যান আছে। এই আখ্যানমতে -

শ্বেতকেতু আৰুণেয় এবাৰ পাঞ্চাল সমিতিলৈ গৈছিল। তাৰ প্ৰবাহন ৰজাই তেওঁক প্ৰশ্ন কৰিলে ঃ হে কুমাৰ, তোমাৰ পিতাৰে উপদেশ দিছেনে ? শ্বেতকেতুৱে দিছে বুলি জনালে। প্ৰবাহনে তেতিয়া শ্বেতকেতুক পৰলোকতত্ব আৰু অধ্যাত্মবিদ্যা সংক্ৰান্ত পাঁচটা প্ৰশ্ন সুধিলে। শ্বেতকেতুৱে এটাৰো উত্তৰ দিব নোৱাৰিলে। তেতিয়া প্ৰবাহনে তিৰস্কাৰ কৰি কলে যে বাপেকৰ দ্বাৰা উপদিষ্ট হোৱা বুলি শ্বেতকেতুৱে কোৱা উচিত হোৱা নাই। মনৰ দুখত শ্বেতকেতুৱে ঘূৰি আহি সকলো কথা বাপেকক কলেহি। বাপেক উদ্দালকে স্বীকাৰ কৰিলে যে তেওঁ নিজেও সেইবোৰ প্ৰশ্নৰ উত্তৰ নাজানে আৰু ইয়াকে কৈ উদ্দালক নিজে ৰাজভৱন পালেগৈ। প্ৰবাহন ৰজাই ঋষিক অভ্যৰ্থনা জনাই কি ধৰণৰ মনুষ্যসম্বন্ধী বিত্ত লাগে সুধিলে। উদ্দালকে সেইবোৰ একো নালাগে বুলি কৈ জনালে যে তেওঁৰ ল'ৰাক যি প্ৰশ্ন কৰিছিল সেই প্ৰশ্নৰ উত্তৰহে তেওঁক লাগে।

ৰজাৰ তাত উদ্দালক বহু কাল থকিল। বহুত দিনৰ মূৰত ৰজাই ঋষিক ক'লে ঃ আপুনি যিটো কথা মোক সুধিছে, সেই কথা বা সেই বিদ্যা পূৰণি কালত আপোনাৰ পূৰ্বে কোনো ব্ৰাহ্মণেই জনা নাছিল। এই বিদ্যা কেবল ক্ষত্ৰিয়ইহে জানিছিল। আৰু সেই বিদ্যাৰ বলতে সকলোতে ৰাজ্য-শাসন কৰিবলৈ ৰজা হোৱাৰ ক্ষমতা ক্ষত্ৰিয়সকলে লাভ কৰিছিল।

অৰ্থাৎ এই অধ্যাত্মবিদ্যাৰ কাৰণেই সকলোতে ক্ষত্ৰিয়ই শাসন-ক্ষমতা লাভ হৈছিল। ক্ষত্ৰিয় মানেই সেই কালৰ শাসক শ্ৰেণী। ভাববাদ বা অধ্যাত্মবাদৰ লগত শাসক শ্ৰেণীৰ সম্পৰ্কৰ বিষয়ে এনেকুৱা স্পষ্ট উক্তি বিৰল। এতিয়া কথা হ'ল - অধ্যাত্মবাদেই শাসন ক্ষমতা দিলে নে শাসকক্ষমতাই অধ্যাত্মবাদৰ প্ৰচাৰ কৰিলে ? এই প্ৰশ্নৰ মীমাংসা বেলেগ কথা ; কিন্তু এই কথা ঠিক যে অধ্যাত্মবাদ কেৱল শাসক-শ্ৰেণীৰ শোষণৰ হাতিয়াৰো। অধ্যাত্মবাদী ধৰ্ম হ'ল কানি বৰবিহ ; জনসাধাৰণক সেই বৰবিহ সেৱন কৰিবলৈ শিকাই কানীয়া কৰি শোষণ কৰে শাসক শ্ৰেণীয়ে।

হ'ব আৰু আজিলৈ। তই কেনেকুৱা পালি লাহৰী ?

ঃ ভাল পাইছোঁ। কিন্তু, এইবোৰ সিদ্ধান্ত আপোনাৰ একেবাৰে নতুন নেকি ?

ঃ ওহোঁ। মই জুকিয়াইছোঁহে। মই মাত্ৰ ঐতিহাসিক বস্তুবাদৰ সপক্ষে থকা যুক্তিবোৰ জুকিয়াইছো। এইবোৰ তই দেবী বাবুৰ 'লোকায়ত' গ্ৰন্থতে পাবি।

ঃ কালি আপুনি গণেশৰ কথা কৈছিল আৰু কৃষিজীৱি মানুহৰ কথা কৈছিল দুৰ্গাপূজা প্ৰসঙ্গত। আজি হঠাতে কিয় সেই প্ৰসঙ্গ শেষ নকৰাকৈ লোকায়তৰ কথা আৰম্ভ কৰিলে ?

ঃ প্ৰসঙ্গ সলোৱা নাই। একেটাই আছে। বাৰ্হস্পত্যসূত্ৰম আদি শাস্ত্ৰত লিখা মতে লোকায়তিৰ "বাৰ্তাই" হ'ল একমাত্ৰ

বিদ্যা। আৰু এই বাৰ্তা মানে কৌটিল্যৰ মতে কৃষি, পশু-পালন, আৰু বাণিজ্য - কৃষি পশুপালনো বাণিজ্য চ বাৰ্তা। অৰ্থাৎ বাৰ্তা মানে খেতি-বাতিকে প্ৰধানকৈ বুজায়। গতিকে লোকায়ত মতৰ মানুহে খেতি-বাতি কৰিছিল আৰু সেই খেতিবাতিৰে দেৱী দুৰ্গা প্ৰতিমাত গণেশ আছে।

এতিয়ালৈকে কোৱা লোকায়তিক মতাদৰ্শই ভাৰতৰ প্ৰাক-বৈদিক আদিম মতাদৰ্শ। সেই সমাজ ব্যৱস্থাত শাসক শোষকৰ শ্ৰেণী বিভাগ হোৱা নাছিল। মানসিক শ্ৰম আৰু শাৰিৰীক শ্ৰমৰ বিভাগৰ লগে লগেই আমাৰ উচ্চ নীচ শ্ৰেণী বিভক্ত সমাজৰ জন্ম। মনুৰ মতে, ব্ৰাহ্মণৰ কৃষিকৰ্ম নিষিদ্ধ অৰ্থাৎ ব্ৰাহ্মণ সকল লোকায়তিকৰ দৰে কৃষিজীৱি হ'ব নালাগে। এই প্ৰসংগতে এটা কথা মনত ৰখা দৰকাৰ - মানুহৰ মাজত লোকৰ শ্ৰমৰ বিনিময়ত আৰামেৰে থকা উদ্বৃত্তজীৱি এলেহুৱা চেতনাৰেই নিজ সুখ-সুবিধা ৰক্ষাৰ্থে গঢ়া নৈবেদ্যজীৱি দেৱী-দেৱতা। এই দেৱী-দেৱতাৰ সংখ্যা বৰ্তমান কিমান? তেত্ৰিশ কোটি। হিন্দুৰ জনসংখ্যাতকৈ দেৱতাৰ সংখ্যা বেছি নহয়নে? হলেও শাসক গোষ্ঠীৰ আপত্তি নাই, কাৰণ এই দেৱতাসকলৰ প্ৰতি ভক্তি ৰখা জনসাধাৰণে নিজৰ দুখ-দৈন্য ক কৰ্মফল বুলি গ্ৰহণ কৰি নিজকে দোষ দিবলৈ শিকে আৰু তাৰ ফলত ৰাষ্ট্ৰ শক্তিৰ শাসন সহজ হয়। সেয়ে শ্ৰেণীবিভক্ত সমাজত ধৰ্মনিৰপেক্ষতাৰ নামত শাসক সম্প্ৰদায়ে বিভিন্ন ধৰ্মৰ অনুশাসন প্ৰচাৰ কৰাত আত্মনিয়োগ কৰে।

ইমানতে টেপ-ৰেকৰ্ডাৰটো বন্ধ কৰি লাহৰী ৰ'ল। লিখোঁতে হাত বিষাই গৈছিল। তথাপি যেন তাই লিখাৰ বাবে লগে লগে নতুন কিবা এটা শিকিবলৈ পোৱাৰ আনন্দত আৰাম পাইছিল। প্ৰাচীন অশোক আৰু আধুনিক দীপকৰ অস্তিত্ব লৈ তাইৰ মনত দ্বন্দ উপস্থিত হোৱা নাইতো?

টেপ-ৰেকৰ্ডাৰটো আকৌ চলাই দিলে লাহৰীয়ে। এইবাৰ কিন্তু লগে লগে লিখি যোৱাৰ চেষ্টা নকৰি লাহৰীয়ে কেৱল শুনি থাকিল। চিন্তাৰ পৰা হাত সৰাৰ ই যেন এক উত্তম উপায়। পুৱা ৰেকৰ্ড কৰা বাপেকৰ কথাখিনি লাহৰীয়ে শুনিবলৈ ধৰিলে -

ঃ বৌদ্ধ পুথি দিব্যাবদান আৰু পতঞ্জলিৰ মহাভাষ্যই কয় যে এই লোকায়তিক সকলৰ নিজা ভাষা, সেই ভাষাৰে লিখা সাহিত্যৰ ওপৰত ভাষ্য আৰু প্ৰবচনো আছিল। কিন্তু কলৈ গ'ল সেইবোৰ পুথি? নতুনকৈ অহা কোনোৱা মানুহ দলে সেইবোৰ একেবাৰে নষ্ট কৰি পেলালে। জৱাহৰলাল নেহৰুৰ মতে খুব সম্ভৱ উত্তৰ - যুগত পুৰোহিত দল আৰু সনাতন ধৰ্মীবোৰে ভাৰতত বস্তুবাদীসকলৰ অনেক পুথি নষ্ট কৰি পেলালে। তাৰ মানে এইটোৰেই নহয় জানো যে সেই কালতো বস্তুবাদী চিন্তাধাৰাক শাসকগোষ্ঠীয়ে বিদ্বেষৰ চকুৰে চাইছিল। কিন্তু তথাপিতো নেহৰুৱে সেই সত্য লুকাই ৰাখি কৈছে যে বিৰাট মূঢ় জনতা আৰু মুষ্টিমেয় চিন্তাশীল মানুহৰ মাজত পাৰ্থক্য থাকিলেও সামঞ্জস্য আছিল আৰু তাৰ ফলতে কোনো সংঘাত নহৈছিল। এনেকুৱা কথা সম্ভৱ হ'ব পাৰেনে বাৰু? নোৱাৰে। কিন্তু শ্ৰেণীবিভক্ত সমাজত শাসকাশ্ৰয়ী মতবাদত বিশ্বাসী নেহৰুৱে এনেধাৰণাৰ বিৰুদ্ধে কিবা কলে নিজ স্বাৰ্থৰ বিৰুদ্ধে যোৱা হ'ব।

যি হওক, বহুতে ভাবিছিল, হৰপ্পা আৰু মহেঞ্জোদাৰোৰ লিপি উদ্ধাৰ হ'লে লোকায়ত সংস্কৃতিৰ বিষয়ে বহুত কথা জনা যাব। কিন্তু সেই লিপিৰো অৰ্থোদ্ধাৰ আজিলৈকে হোৱা নাই। কেৱল অনুমান কৰা হৈছে যে সেই লিপি চীনা লিপিৰ দৰে প্ৰতীকধৰ্মী।

আমাৰ দেশৰ দাৰ্শনিক লিখাবোৰ পঢ়িলে বুজা যায় যে চিন্তা-নায়কসকলৰ লগত স্বাভাবিক কৰ্মজীৱনৰ সম্বন্ধ যিমানে আঁতৰ হৈছে সিমানেই তেওঁলোকৰ চেতনাই বহিঁবাস্তৱৰ যথাৰ্থক বুজিব নোৱাৰা হৈছে। অৰ্থাৎ কৰ্মক, শ্ৰমক, নীচ-বৃত্তি বুলি ধৰি লব পৰাৰেপৰা মানুহ ভাববাদৰ ফালে আগুৱাই গৈছে। কিন্তু সকলো মানুহেতো কৰ্মক বাদ দিব নোৱাৰে। আৰু উৎপাদনৰ দায়িত্ব অন্ততঃ কিছু মানুহে লবই লাগিব। আচলতে, যেতিয়ালৈকে এদল মানুহে পেটৰ ভাত মুঠি উৎপাদনৰ দায়িত্ব নিজে পূৰাকৈ গ্ৰহণ নকৰে তেতিয়ালৈকে আন এদলে এনে কাৰ্যক হীন বা অধমৰ লক্ষণ বুলি ভবা

সম্ভৱ নহয়। সেই কাৰণে কৰ্ম বা শ্ৰমক সেই শ্ৰেণীৰ মানুহেহে হীন বুলি ভাবিব পাৰে যি শ্ৰেণীৰ মানুহে কৰ্মৰ প্ৰত্যক্ষ দায়িত্বৰ পৰা মুক্তি পাইছে। সেই কাৰণেই অধ্যাত্মবাদী বা ভাৱাবাদী নামৰ উদ্‌বৃত্তজীৱীৰ চিন্তা-সৃষ্ট শাস্ত্ৰত দেশৰ সকলো শ্ৰেণীৰ মানুহৰ খবৰ পোৱা নাযায়। তাত মাত্ৰ পোৱা যায় কৰ্মৰ দায়িত্ব গ্ৰহণ নকৰাকৈ আনৰ শ্ৰমৰ ফল উপভোগ কৰাৰ অধিকাৰ পোৱা শ্ৰেণীৰ চেতনাৰ খবৰ। গতিকে লাহৰী, বিলুপ্ত লোকায়ত গ্ৰন্থাদিৰ আশা এৰি আমি এতিয়া উদ্‌বৃত্তজীৱি ৰচিত অধ্যাত্মবাদী পুথিত লোকায়তৰ প্ৰতি কৰা গালাগালি আৰু বিদ্বেষ চালিজাৰি, লোকায়তিক সংস্কৃতিৰ পুথি-পাঁজিবোৰ নষ্ট হলেও সাধাৰণ মানুহৰ মাজত পৰিব্যাপ্ত লোকায়ত দৰ্শন আৰু ধ্যান ধাৰণা আজিও আচাৰ-নীতি - সংস্কাৰ হিচাপে বৰ্তি আছে। আৰু সেইবোৰৰ পৰাই বহুত কথা আন্দাজ কৰিব পাৰি। আৰু এনেকুৱা সন্দেহ কৰাৰো যথেষ্ট থল আছে, লোকায়তসকলৰ ভাষাকে সংস্কাৰ কৰি সংস্কৃত ভাষাৰ সৃষ্টি কৰা হৈছিল।

ঃ দেউতা, আপুনি যিবিলাকক গণ বা লোকায়ত বুলি কৈছে, সেইবোৰৰ সকলো আৰ্যৰ পূৰ্ববৰ্তী ভাৰতৰ বাসিন্দা নহয় জানো?

ঃ কথাটো তয়ো খেলিমেলি নকৰিবি। আৰ্য বুলিয়েই সেই শব্দেৰে বুজোৱা সকলো মানুহ একেলগে সভ্য আৰু পণ্ডিত হৈ উঠা নাছিল। মোৰ বিশ্বাস, অনাৰ্য সমাজতে প্ৰথম ৰাষ্ট্ৰৰ জন্ম আৰু তাৰপৰাই ধৰিব পাৰি যে অনাৰ্য সমাজেই প্ৰথম শাসক আৰু প্ৰজা নামেৰে দুটা শ্ৰেণীত বিভক্ত হৈছিল। কাৰণ মহেঞ্জোদাৰোৰ নগৰ সভ্যতাই প্ৰমাণ কৰে যে ৰাষ্ট্ৰশক্তিৰ তেতিয়া জন্ম হৈছিল আৰু তাত শোষিত শ্ৰেণীৰ মানুহ আছিল : তেওঁলোকৰপৰাই আৰ্যই ৰাষ্ট্ৰক্ষমতা শিকি হৈছিল। কিন্তু তেতিয়াও আৰ্যৰো শোষিত শ্ৰেণী পিচ পৰি আছিল আৰু সিঁহতে অনাৰ্যৰ দৰে 'গণ' বা ট্ৰাইবেল সমাজ পাতি বাস কৰিছিল। কালক্ৰমত প্ৰাক-বৈদিক দ্ৰাবিড় সমাজৰ 'গণ' বা সমাজ আৰু শোষিতৰ গণ বা সমাজৰ মাজত বৈবাহিক আদান-প্ৰদান পৰ্যন্ত হৈছিল। আৰ্য প্ৰজাবোৰ তথাকথিত অনাৰ্যৰ সংস্পৰ্শলৈ নহাটো কৰিবৰ কাৰণেই বহুত পুথি - পাঁজি লিখা হৈছিল। গতিকে এটা কথা পাহৰিলে নচলিব যে বৈদিক কালতো তথাকথিত আৰ্য মানৱ দলৰ মাজত অনাৰ্য অথবা অসভ্য বা বৰ্বৰ স্তৰটো আৰ্যবোৰে জাপ মাৰি পাৰ হৈ অহা নাছিল বা তেওঁলোক আদিৰে পৰাই সভ্য নাছিল। গণেশ পুৰুষ দেৱতা, গতিকে সন্দেহ হয় কোনোবা আৰ্য মানৱদলৰে ই প্ৰথমতে দেৱতা আছিল। অৱশ্যে তথাকথিত অনাৰ্যবোৰৰ একেবাৰে পুৰুষদেৱতা থাকিব নোৱাৰেই বুলি ভবাৰো কোনো থল নাই। কাৰণ মাতৃ-প্ৰধান সংস্কৃতিৰ স্মাৰক মহেঞ্জোদাৰোত পুৰুষদেৱতাৰ মূৰ্তি পোৱা গৈছে। গণেশৰ নাৰী-সুলভ বহুত অৰ্চনাবিধিয়ে গণেশক মাতৃ-প্ৰধান মানৱ দলৰ সাক্ষীগোপাল পুৰুষ-দেৱতা বুলি ইংগিত দিয়ে।

এই প্ৰসংগত মনত ৰাখিবই লাগিব যে উদ্‌বৃত্তজীৱিৰ মাজৰপৰা ৰাজশক্তিৰ আৰ্বিভাৱ আৰু সেই ৰাজশক্তিক দৈৱশক্তি বুলি প্ৰচাৰ কৰিবলৈ অধ্যাত্মবাদৰ সৃষ্টি, উভয়েই সমসাময়িক আৰু পৰিপূৰক। তাৰ পাচৰপৰাই আজিলৈকে ৰজাই ঋষি-মুনি-পণ্ডিতক নিজে সন্মান প্ৰদৰ্শাই জনগণক সেইসকলক শ্ৰদ্ধা আৰু বিশ্বাস কৰিবলৈ উচটনি দি আহিছে আৰু পণ্ডিত শ্ৰেণীয়ে ৰজাক সকলো সময়তে সমৰ্থন দি আহিছে। ৰাজশক্তিৰ সমৰ্থক এই পণ্ডিতবোৰ, নিস্কমা হৈ খাবলৈ পোৱাৰ বিনিময়ত, সদায়েই ৰাজশক্তিৰ সপক্ষে।

যি হওক, বৈদিক ঐতিহ্য অতি প্ৰাচীন আৰু উত্তৰ কালত যিসকলে লোকায়তিক চিন্তাধাৰা সম্পৰ্কে ঘৃণা আৰু বিদ্বেষ দেখুৱাইছে, আদিবৈদিক যুগত এওঁলোকৰ পূৰ্বপুৰুষসকলে সেইবোৰ ধ্যান-ধাৰণাকে ঐতিহ্য বুলি ভবাৰ উদাহৰণ বেদতে বহুত আছে। কাৰণ, বেদৰ ভিতৰত ঋকবেদত বৃহস্পতিয়েই গণপতি। এই কথাটো বিশেষ গুৰুত্বপূৰ্ণ; কাৰণ, বৃহস্পতিয়েই লোকায়ত দৰ্শনৰ আদি গুৰু নামে খ্যাত।

ঃ লাহৰী.....।

*কোমলকৈ কাবতে মতা শুনি লাহৰী ৰাভা উচপ খাই উঠিল। টেপ-ৰেকৰ্ডাৰটো বন্ধ কৰি লবালৰিকৈ থিয় হৈ গাৰ*

কাপোৰ সংযত কৰি ললে। কাষতে অশোক শৰ্মা। এই ৰাতি চাৰে ন বজাত অশোক শৰ্মা ওলাবহি পাৰে বুলি লাহৰীৰ ধাৰণা নাছিল। বুকুত হাত দি ভয় দমাই ওচৰৰে চকীখন দেখুৱাই ক'লে ঃ বহক।

ঃ কি হ'ল? ভয় খাই গলা নেকি?

ঃ নাই, মানে আপুনি ইমান ৰাতি আহিব পাৰে বুলি ভবা নাছিলোঁ।

ঃ ৰাতি মানে মই প্ৰায় আঠ বজাৰ পাচতে আহিলোঁ।

ঃ আঠ বজাৰ পাচতে?

ঃ ওঁ। মই চাৰৰ ওচৰত আছিলোঁ।

ঃ হয় নেকি? মই আকৌ ৰৈ আছিলোঁ আপুনি আহিলে টেপ- ৰেকৰ্ডৰ কথাবোৰ লিখিম বুলি। মানে লিখাত আপুনিও অলপ সহায় কৰি দিব বুলি।

ঃ আই এম চৰি লাহৰী। কিন্তু মই দেৰি কৰাৰ বিশেষ এটা কাৰণ আছিল। আজি বাৰু দীপক বৰঠাকুৰ আহিছিলনে?

ঃ আহিছিল। বাপেকো আহিছিল। আপুনি কেনেকৈ জানিনে?

ঃ ময়ে পঠিয়াইছিলোঁ তোমাৰ দেউতাৰাৰ ওচৰলৈ। দীপক মোৰ বন্ধু বুলি জানাই দেখোন।

দেউতাৰ সৈতেতো তেওঁক িশেষ কথা পতা নেদেখিলোঁ। বৰঞ্চ মোৰ সৈতেহে কথা পাতিলে।

ঃ অশোক শৰ্মাই আগ্ৰহ কৰি সুধিলে ঃ কি কথা পাতিলে?

ঃ বিশেষ একো নাই। আন বহুত কথাৰ মাজত কেৱল মোক জানিবলৈ দিলে যে আমি দুটাৰ বহুত ভিতৰুৱা কথা তেওঁক আপুনি কয়।

ঃ খুব স্বাভাৱিক। মোৰ বন্ধুক নকৈ কাক কম?

ঃ কোৱাৰ প্ৰয়োজন আছে জানো? এইবোৰ কথা ওলাই গলে মই বৰ দিগদাৰ পাওঁ।

ঃ ওলাই কিয় যাব?

ঃ আপোনাৰ বন্ধু যিহে কথা চহকী, ইতিমধ্যে চাগৈ কিমান ঠাইত কলে তাৰ ঠিক নাই।

ঃ কি কৰিবা? তাৰ শৰণাপন্ন হোৱাৰ বাহিৰে মই আন উপায় পোৱা নাই। তুমি নিজে দেউতাৰাক একেবাৰে নোকোৱাই। মোৰো শিক্ষক হোৱা কাৰণে কবলৈ বৰ অসুবিধা হৈছে। প্ৰস্তাৱটো মই নিজেই দিলে যেন তেখেতৰ উদাৰতাৰ সুযোগ লৈ তোমাক কাঢ়ি নিয়া হ'ব। আন এনে কোনো মানুহ পোৱা নাই যি মোৰ হৈ তোমাৰ দেউতাৰাক কবলৈ সাহ কৰে। কিন্তু দীপকে পাৰিব

ঃ আন কোনোৱাই কলেও জানো দেউতাৰ উদাৰতাৰ সুযোগ লোৱা কথাটো ওলাই নপৰিব?

ঃ নহয়; তেতিয়া দীপকৰপৰা প্ৰস্তাৱ হিচাপে আহিব - সি নিজেই কৰা প্ৰস্তাৱ হিচাপে।

ঃ মই এটা কথা ভাবিছোঁ। দেউতাই নিজে নোকোৱালৈকে আমি বিয়াৰ কথাটো পিচুবাব নোৱাৰোনে? আমি দুয়ো যদি পৰস্পৰৰ প্ৰতি সৎ হওঁ, তেন্তে পলম হোৱাততো কোনো অসুবিধা নাই।

ঃ অশোকৰ কথা বন্ধ হৈ গল। বহুতপৰ মনে মনে থকাৰ পাচত বৰ আঘাত পোৱা মানুহৰ দৰে মাতিলে -

ঃ লাহৰী !

হঠাৎ পঢ়া কোঠাৰ পৰা দৌৰি অহাদি আহোঁতে অধ্যাপক ৰাভাই চিঞৰি আহিল।

ঃ লাহৰী, অ' লাহৰী, লাহৰী ..........

ঃ লাহৰী উচপ খাই দুৱাৰমুখলৈ আগুবাই গল ঃ কি হ'ল দেউতা?

ঃ এই ৰ ৰ, এইখিনি চা, এই কথাকিটা এতিয়াই টেপ-ৰেকৰ্ড কৰি থচোন। নহলে কাইলৈ আকৌ কিতাপ দুকটি মাৰিব লাগিব। অ' অশোক, তুমি আছাই, ভালেই হ'ল। তুমিও শুনি যোৱা, মই পাতটো লুটিয়াই লওঁ। দিলিনে চলাই?

ঃ দিছোঁ দেউতা।

ঃ অশোক, এদিন তোমাক মই কৈছিলোঁ যে মানৱ সমাজৰ ইতিহাস বৈজ্ঞানিক পদ্ধতিৰে বুজিবলৈ হলে তুমি মোৰ্গানৰ এনচিয়েন্ট চোচাইটি, এঙ্গেলচৰ, 'পৰিয়াল ব্যক্তিগত সম্পতি আৰু ৰাষ্ট্ৰৰ মূল' আদি বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে লিখা কিতাপ পঢ়িব লাগিব। পাঠ্যপুথিত এইবোৰৰ বিষয়ে দিয়া মন্তব্যযুক্ত সংক্ষিপ্ত চিনাকি ভ্ৰান্তিজনক। এতিয়া মই বুজিব পাৰিছোঁ যে অকল তোমাৰে নহয়, বৰঞ্চ প্ৰায়বোৰ মানুহৰে অতীতৰ বিষয়ে ধাৰণা অতি উ পৰুৱা। সেই কাৰণে গণেশৰ বিষয়ে লিখিবলৈ লোৱা মোৰ ৰচনাত এই কথাখিনি দি আৰম্ভ কৰিম। শুনি লৈ কেনেকুৱা পোৱা কবাহঁক।

শুনাহঁক।

মানৱ - সমাজৰ ইতিহাসটো এইখিনিতে ভুৰুকাত হাতী ভৰোৱা দিওঁ। মানৱসমাজৰ প্ৰথম স্তৰটো প্ৰাক-বিভক্ত সমাজৰ স্তৰ। সেই সমাজকে আদিম সাম্যবাদী সমাজ বোলা হয়। কাৰণ, সেই সমাজত ব্যক্তিগত সম্পতি নাছিল। ৰাষ্ট্ৰ ব্যৱস্থা থকাৰো পৰিচয় নাই। গতিকে শোষক , শোষিত, শাসক, শাসিত নাই। সকলোবেই স্বাধীন। তেনেকুৱা সমাজ একালত থকাৰ প্ৰমাণ হ'ল, আজিও পৃথিৱীৰ বহুত ঠাইত, বহুত পিচ পৰা অঞ্চলত তেনেকুৱা সমাজ টিকি থকাটো। লুইচ্ হেনৰি মোৰ্গান নামৰ বিখ্যাত ঐতিহাসিক পণ্ডিতে সেই সমাজৰ বিষয়ে প্ৰত্যক্ষ প্ৰমাণেৰে গৱেষণা কৰিবলৈ তেনেকুৱা সমাজৰ মাজত জীৱনৰ বেছি ভাগ সময় কটাই তেওঁৰ অভিজ্ঞতা লিপিবিদ্ধ কৰি থৈ গৈছে। তেওঁ ঠিৰাংকৈ প্ৰমাণ কৰি দেখুৱাইছে যে আজি মানুহৰ কোনোৱা জাতি যিমানেই সুসভ্য নহওক, এসয়ত তেওঁলোকেও সমাজৰ সেই আদিম স্তৰত বাস কৰি আহিছে। কোনেও সেই স্তৰটো জাপ মাৰি পাৰ হৈ আহিব নোৱাৰে।

এনেকুৱা আদিম সমাজ আদিম ৰূপত সাম্যবাদী থাকিবই বোলাৰ কাৰণ কি? কাৰণ এই অৱস্থাত মানুহৰ উৎপাদন শক্তি ইমান অনুন্নত আছিল যে সকলোৱে মিলি প্ৰাণপণ পৰিশ্ৰম কৰি দলৰ সকলোৰে কাৰণে কোনোমতে প্ৰাণ-ধাৰণৰ উপাদান প্ৰকৃতিৰ সম্পদৰপৰা আহৰণ কৰিছিল। উৎপাদনৰ হাতিয়াৰ উন্নত হলেহে মানুহে প্ৰচুৰ পৰিমাণৰ বস্তু উৎপাদন কৰিব পাৰে। কিন্তু হাতিয়াৰ যেতিয়া স্থূল আৰু অতি সাধাৰণ আছিল, তেতিয়া কোনোমতে প্ৰাণ ধাৰণ কৰাতকৈ বেছি একো উৎপাদন কৰিব নোৱাৰিছিল। এই অৱস্থাত থকা সমাজত মানুহৰ শ্ৰমে উদ্‌বৃত্ত বা আৱশ্যাকতকৈ বেছি বস্তু সৃষ্টি কৰিব পৰা নাছিল, সেই কাৰণে উদ্‌বৃত্তজীৱি শ্ৰেণীৰো আৰ্বিভাৱ হোৱা নাছিল। তেতিয়া মানুহ সকলো সমান আছিল। সেই সময়ত কাৰো পক্ষে অকলে জীয়াই থকা সম্ভৱো নাছিল। গতিকে মানুহৰ চেতনাই ব্যক্তিতকৈ সমষ্টিৰ ওপৰত বেছি গুৰুত্ব দিছিল। সেয়ে শ্ৰম কৰাত আৰু শ্ৰমৰ ভোগ কৰাত সকলো সমান।

কিন্তু মানুহৰ উৎপাদন কৌশল একে হৈ থকা নাই। প্ৰকৃতিক পূজা কৰি নহয়, প্ৰকৃতিৰ সৌন্দৰ্যত মোহ গৈ বা সৌন্দৰ্য বৰ্ণনা কৰি নহয়, বৰঞ্চ প্ৰকৃতিৰ লগত নেৰানেপেৰা সংগ্ৰাম কৰিহে মানুহে উৎপাদনৰ হাথিয়াৰ ক্ৰমে ক্ৰমে উন্নত কৰি আনিছে। এনেকৈ উন্নত কৰি কৰি মানুহে একালত দেখা পালে যে নিজৰ বা দলৰ প্ৰাণধাৰণৰ কাৰণে আৱশ্যকীয়খিনিতকৈও বেছি উৎপাদন মানুহে উন্নত হাতিয়াৰেৰে কৰিব পাৰে। এনেকুৱা অৱস্থাতে মানুহৰ সমাজত শ্ৰম-বিভাজনৰ জন্ম। এই শ্ৰম বিভাগৰ কাৰণে খেতিত লগা সকলক খেতি কৰিবলৈ দি বাকী কিছুমানে উৎপাদনৰ কৌশল উন্নত কৰাত মনোনিবেশ কৰিলে। তাৰ পাচত এইদৰে উন্নত হৈ হৈ সমাজত দেখা দিলে এক নতুন ধৰণৰ শ্ৰম-বিভাগৰ অৱস্থা। এই পৰ্যায়ত বিভাগটো হ'ল এনেকুৱা ঃ এফালে উৎপাদন কৰে তেওঁলোক। সংগঠকসকলে নিজে উৎপাদনত

অংশ গ্ৰহণ নকৰে, তাৰ সলনি সংগঠক সকলে মূৰ বা মগজ খটুৱায় - কেৱল মগজৰ বুদ্ধিৰে সংগঠন কৰি আৰাম কৰাই তেওঁলোকৰ কাম হ'ল। এই সংগঠক-শ্ৰেণীৰ মাজৰ পৰাই ওলাল পুৰোহিত শ্ৰেণী। আৰম্ভণিতেই পুৰোহিত শ্ৰেণী নিশ্চয় উৎপাদনৰ উপায়বোৰৰ মালিক হৈ পৰা নাছিল। বৰঞ্চ তাৰ পৰিবৰ্তে তেওঁলোকৰ কাম আছিল উৎপাদনৰ কাম তদাৰক কৰা আৰু উৎপাদনৰ সেই উপায়বোৰ ৰক্ষা কৰা - ভাবি-চিন্তি সঠিকমতে পূৰা সমাজৰ হিতৰ অৰ্থে মগজ খটোৱা। এই দায়িত্বই স্বাভাৱিকতে তেওঁলোকৰ কৰ্তৃত্বও দিছিল। কিন্তু এই কৰ্তৃত্বৰ প্ৰভাৱতে তেওঁলোক শেষলৈ আৰু উৎপাদন - কাৰ্যৰ কেৱল পৰিচালক হৈয়ে নাথাকিল ; ক্ৰমে তেওঁলোক সেইবোৰৰ মালিক হৈ পৰিল। ৰক্ষকেই ভক্ষক ৰূপ ললে। আৰু সেইদৰে শ্ৰেণীবিভক্ত সমাজৰ আৰ্বিভাৱ হ'ল। এফালে হ'ল মালিক শ্ৰেণী - এওঁলোকে মূৰ খটুৱাব, কিন্তু শাৰীৰিক শ্ৰম নকৰে। আনফালে শ্ৰমিক শ্ৰেণী - এওঁলোকে কেৱল শাৰীৰিক শ্ৰমকে কৰিব, মূৰৰ চৰ্চা কৰাৰ সুযোগ সুবিধা এওঁলোকে নাপায়, সমাজত এই শ্ৰেণীবিভাগৰ অনিবাৰ্য ফল স্বৰূপে দেখা দিলে শ্ৰমৰ লগত চিন্তাৰ বিচ্ছেদ , শাৰীৰিক শ্ৰমৰ লগত মানসিক শ্ৰমৰ প্ৰভেদ আৰু বিচ্ছেদো। বংশ পৰম্পৰা ধৰি শ্ৰমৰ ৰূপান্তৰ হ'বলৈ ধৰিলে। চিকাৰ আৰু পশু-পালনত লগত সংযুক্ত হ'ল কৃষি। আমাৰ দেৱতা গণেশৰ হাতত ধনু-শৰৰ লগতে শস্যও থাকিবলৈ ললে। তাৰ পাচত কৃষি আদিৰ লগতে আহি যোগ হ'ল সুতা কটা, কাপোৰ বোৱা, ধাতুৰ কাম, কুমাৰৰ কাম আদি । বাণিজ্য আৰু শিল্পৰ লগত যোগ হ'ল চাৰুকলা আৰু বিজ্ঞান। গোষ্ঠীৰ ঠাইত দেখা দিলে জাতি আৰু ৰাষ্ট্ৰই। এইদৰেই কালক্ৰমত প্ৰকৃতি সম্বন্ধে ভাৱবাদী অধ্যাত্মবাদী দৃষ্টিভঙ্গীৰ জন্ম হ'ল। এয়ে হ'ল ভাববাদ আৰু অধ্যাত্মবাদৰ চমু জন্ম কাহিনী। সেই কাৰণে এই কথা ভাবিলে ভুল হ'ব যে সমাজত শ্ৰেণী বিভাগ হোৱাৰ আগতেই মানুহৰ মনত অধ্যাত্মবাদী আৰু ভাৱবাদী চিন্তাই ঠাই লৈছিল। কিন্তু যি সমাজত উৎপাদন কৰ্মৰ লগত, শ্ৰমৰ লগত, সকলো মানুহৰে প্ৰত্যক্ষ যোগাযোগ আছিল, সেই সমাজৰ চিন্তা-চেতনা প্ৰাক-অধ্যাত্মবাদী আৰু সেই কাৰণেই লোকায়তিক হোৱা নিতান্ত স্বাভাবিক।

মানুহৰ উৎপাদন পদ্ধতিৰ উন্নতিয়েই মানুহক প্ৰাক্ বিভক্ত আদিম সমাজৰ পৰা শ্ৰেণী - সমাজ গণ্ডীলৈ লৈ আহিছিল। কিন্তু উৎপাদন পদ্ধতিৰ উন্নতি সিমানতে বন্ধ হোৱা নাই। এই উন্নতিয়েই মানুহক পৰ্যায়ক্ৰমে আগুৱাই নি আছে - দাস সমাজ, সামন্ত - সমাজ, ধনতান্ত্ৰিক সমাজ আদিলৈ। ধনতান্ত্ৰিক সমাজৰ পূৰ্ণ বিকাশেই শ্ৰেণীসমাজৰ শেষ সীমা। আজি ধনতান্ত্ৰিক সমাজত যি সংকট প্ৰকট হৈ উঠিছে তাৰ সমাধান সমাগত দিনৰ শ্ৰেণীহীন সমাজ।

তেন্তে মানুহ বৰ্তমান শ্ৰেণী বিভক্ত সমাজৰ হেঁচাত অতীষ্ঠ হৈ উঠি আদিম কালৰ শ্ৰেণীহীন সমাজলৈ উভটি যাবনে? নিশ্চয় নাযায়। আদিম সাম্যসমাজৰ মূল কথা আছিল দাৰিদ্ৰ। সকলো সমান দুখীয়া কাৰণেই সকলো সমান হৈ আছিল। কিন্তু সমাগত সাম্য সমাজ প্ৰাচুৰ্যৰ ভেটিত প্ৰতিষ্ঠিত। যোৱা কেবাহাজাৰো বছৰৰ অক্লান্ত চেষ্টাৰে মানুহে নিজৰ উৎপাদন শক্তিক এনেকুৱাকৈ উন্নত কৰিছে যে এতিয়া প্ৰচুৰ উৎপাদন কৰা সম্ভৱ।

হ'ব আৰু লাহৰী। বন্ধ কৰি দে। লোকায়ত সমাজ ব্যৱস্থাৰ কথাখিনি আজি প্ৰায় শেষ হ'ল বুলি ধৰিব পাৰি। তোমাৰ কেনে লাগিল অশোক?

লাহৰী থিয় হ'ল আৰু ভাতৰ যোগাৰ চাবলৈ ভিতৰলৈ গ'ল।

: হেৰা অশোক, সদায় মোৰ কথাকে তোমাক কওঁ। তোমাৰ কথা সোধাই নাই। কোৱাচোন, তোমাৰ চাকৰি কেনে চলিছে।

: চলিছে আৰু। মই এতিয়া একজিকিউটিভ ইঞ্জিনিয়াৰ।

: হয় নেকি? ডাঙৰ চাকৰিনে?

: হয় ডাঙৰেই।

: দৰ্মহা কিমান পোৱা? এহেজাৰমান?

ঃ হয়গৈ।

ঃ বঢ়িয়া হৈছে। তুমিতো বিয়া কৰোৱা নাই ? এইবাৰ কৰাই পেলোৱা।

লাহৰীও নাই, ভিতৰলৈ গৈছে। এই সুযোগতে অশোকে প্রস্তাবটোৰ কথা উলিওৱাৰ সুযোগ বিচাৰি কলে ঃ বিয়াৰ কথা ভাবিছোঁ। পিচে ছোৱালীহে ঠিক কৰিব পৰা নাই।

ঃ সেইটো একো ডাঙৰ কথা নহয়। নিজে নোৱাৰিলে তোমাৰ বন্ধু-বান্ধৱক চাই দিবলৈ কোৱা। লাহৰীয়েই তোমাক সহায় কৰিব পাৰে। তাইৰ নির্বাচন ভাল হ'ব।

ঃ মই চাৰ আপোনাক কথা এটা সুধিম বুলি ভাবিছোঁ।

ঃ সোধা। সোধা। কিহৰ বিষয়ে বাৰু ? লোকায়তৰ ?

ঃ নহয় চাৰ.....।

ঃ অ', গণেশৰ। যি হওক, আজি আৰু সেইবোৰ কথা নুলিয়াবা ? তোমাক বাৰু মই কাইলৈ বুজাই দিম।

ঃ মই ভাবিছিলোঁ .....

ঃ ভৰাৰ দৰকাৰ নাই। তুমি যেতিয়া মোক সুধিয়েই আচল সত্য পাব পাৰা, তেতিয়া তুমি সোধাৰ আগতে আৰু মোৰ উত্তৰ পোৱাৰ আগতে ভাবি মৰাৰ লাভকি ? তুমি ভাত খাই যাবা নেকি ?

ঃ নাই চাৰ, মই যাবলৈ ওলায়ে আছোঁ। এই যাওৱেঁই।

শান্তভাৱে দুৱাৰ মুখত থিয় হৈ লাহৰীয়ে কলে । আপুনি ইচ্ছা কৰিলে ভাত খায়ো যাব পাৰে। আমাৰ কম নহয়।

ঃ আজি নকবা।......

ঃ বাৰু তেন্তে ৰাতিও হ'ল, তুমি যোৱাগৈ। কাইলৈ আহিবা।

ঃ ভাল বাৰু।

ঃ অধ্যাপক ৰাভাই 'দেৰি হ'ল দেৰি হ'ল' বুলি অশোক শৰ্মাক উলিয়াই দুৱাৰ মাৰিব খুজিছিল। উপায় নাপাই লাহৰীয়ে দুৱাৰমুখলৈ আহি ক'লে ঃ তেনেকৈ খেদি দিয়াৰ নিচিনা নকৰিব দেউতা, মানুহে আপোনাক ভুল বুজিব।

ঃ নাই একো ভুল বুজা নাই। ৰাতি হোৱা দেখিহে লৰালৰিকৈ যাবলৈ কোৱা বুলি মই বুজিছোঁ। - অশোকে সেমেনা-সেমেনি কৰি ক'লে।

ঃ মইটো তাকেই কৈছোঁ লাহৰী। তেওঁ যদি ইয়াতে ভাত খাই শুই থাকে তেন্তে আৰু চাৰি ঘণ্টা বহি থাকিলেও মোৰ আপত্তি নাই। এতিয়া বেচেৰা অকলে ইমান দূৰ যাব লাগিব। বাৰু যোৱা দেই।

আকাশৰ তৰাৰ ইতিকিঙলৈ এবাৰ খঙেৰে চাই অশোক শৰ্মাই কৃষ্ণ চতুৰ্দশীৰ আন্ধাৰ ওখোৰা-মোখোৰাত দুবাৰ নে এবাৰ উজুটিয়াই গৈ প্রায় দুই ফালং দূৰত ড্ৰাইভাৰসহ এৰি যোৱা চৰকাৰী জীপ গাড়ীত উঠি ড্ৰাইভাৰক ঘৰলৈ চলাবলৈ নির্দেশ দিলে। ঘৰ বুলি কামাখ্যাৰ পৰা বামুনীমৈদানলৈ আহোঁতে অশোক শৰ্মাৰ ধাৰণা হৈছিল- আজি নিশা এই এঘাৰমান বজাত বোধকৰো গুৱাহাটী মৰিল।

নিশাৰ উদং ৰাস্তা। মানুহ দুনুহ বৰ কম। মাজে মাজে দুই একোখন মটৰ গাড়ী উগ্ৰ গতিবেগত পাৰ হৈ যায়। অশোক শৰ্মাৰ ড্ৰাইভাৰটোৱেও অলপ জোৰেৰে গাড়ী চলাইছিল। এনেয়ে গাড়ীৰ স্পিড্ বেছি হলে অশোক শৰ্মাই আপত্তি নকৰে ; কিন্তু আজি অশোকে অধ্যাপক ৰাভাৰ ঘৰত উঠা গোটেই খঙটো জাৰিবলৈ ড্ৰাইভাৰক ফটা-কঠা হিচাপে ব্যৱহাৰ কৰিলে।

ঃ ইমান স্পিড্ দিছ কিয় ? ক'ত মৰিবলৈ যাব ?

ডেকা ল'ৰা ড্ৰাইভাৰটোৱে অশোকৰ মনৰ কথা জানে। এইখন জীপ গাড়ী সি চলাই থাকোঁতে ইয়াতে বহি দীপক আৰু অশোকে লাহৰীৰ কথা পাতিছে। ড্ৰাইভাৰী জীৱনৰ পাঁচটা বছৰত সি দেখিছে, গাড়ীত উঠা ভদ্ৰলোকসকলে ড্ৰাইভাৰবোৰক গৰু,কুকুৰ আদি পশুৰ নিচিনা বুলি ভাবে, নাইবা চকু-কাণ নোহোৱা প্ৰাণী বুলি ভাবে। আগৰজন ইঞ্জিনিয়াৰ চাহাবে এই জীপ গাড়ীৰে পিচ চিটত বিভিন্ন তিৰোতাক লৈ কৰা খেলা সি ৰিয়েৰ-ভিউ-আইনাত চাই চাই মনে মনে মুখত অবাইচ মাত আওৰাইছিল। এতিয়াও অশোক শৰ্মাৰ লাহৰীৰ লগত সম্বন্ধৰ কথা সি বহুতখিনি জানে। আজি যে কিবা কথাত বিফল হৈ আহি খং উঠিছে, সেই কথা বুজিব পাৰিলে। গতিকে আমবাৰী পাৰ হ'ব খোজা গাড়ীখনৰ স্পিড অলপ কমাই দি নিৰ্বিকাৰ সুৰত সুধিলে -

ঃ গেষ্ট হাউচলৈ যাম নে ক্লাবলৈ যাম?

খঙতে সোধাৰ সুৰত অশোক শৰ্মাই ড্ৰাইভাৰলৈ নোচোৱাকৈ কিছুপৰ মনে মনে থকাৰ পাচত সুধিলে-

ঃ এতিয়া ক'ত মদ পাবি, গৰু।

ঃ ক্লাবত পাম বোধকৰোঁ।

ঃ পাব যদি বল।

অশোকে কোনো বন্ধু-বান্ধবৰ লগত মদ নাখায়। কিন্তু মন বেয়া লাগিলে মনে মনে যে অকণমান খায়, সেই কথা ড্ৰাইভাৰে জানে। ড্ৰাইভাৰৰ বিশ্বাস, অকলে মনে মনে মদ খোৱা মানুহবোৰ বৰ বেয়া।

তাৰ মতে সেইবিধ মানুহে হত্যা পৰ্যন্ত কৰিব পাৰে।

ক্লাবৰ আগত গাড়ী ৰখাই লগে লগে অশোকে কলে ঃ তই মনে মনে লৈ আহগৈ। অৱনহঁতৰ কাৰণে লাগে বুলি কবি।

"Religious ideas are ultimately conditioned by concrete material factors." বাস্তৱ পাৰ্থিব উপাদানেই ধৰ্মীয় ধ্যান ধাৰণাক গঢ় দিয়ে।

ঃ প্ৰশংসা শুনি অতীষ্ঠ হৈ আমাৰ লক্ষ্মীনাথ বেজ**ক কৰাই** কি কৈছিল ? ওঁ কি কৈছিল ? ছেঃ পাহৰি গৈছোনে ? অ', অ' মনত পৰিছে, পৰিছে। সেইযাৰ কথাহে খাজে-খোপে নাই পৰিব ইয়াত। হেৰ' যামিনী, লাহৰী, হেৰ' কোন আছ ডবাটো কোবাই দে।

ঃ কি কৈছে দেউতা ?

ঃ হেৰ' আমাৰ গণেশ এইবাৰ সিদ্ধিদাতা হ'ল, অৰ্থাৎ বিঘ্নকৰ্তাৰ পৰা সিদ্ধিদাতা হ'ল। গতিকে এইবাৰ গণেশক প্ৰশংসা কৰাৰ পল। আৰু তই প্ৰতিটো প্ৰশংসাৰ পাচতে ডবা কোবাই সেই প্ৰশংসা বাণী প্ৰচাৰ কৰিবি।

যামিনী ভোৰ-ভোৰাই গুচি গ'ল। সি লাহে লহে অধ্যাপকৰ বুজিব নোৱাৰে। যেনেকৈ অশিক্ষিত লোকৰ চোকা মানুহবোৰ এনেকুৱাকৈ কিবা একেটা কথাতে লাগি থাকি পিচত বলিয়া হয়গৈ নেকি ... ।

যামিনীৰ অহা-যোৱালৈ অধ্যাপক ৰাভাৰ লক্ষ্য নাছিল। অধ্যাপক ৰাভাৰ সন্মুখত থকা ডাঙৰ টেবুলখনত বহুত গণেশৰ মূৰ্তি, কিছুমান গণেশৰ ছবি আৰু কিছুমান কাগজত গণেশৰ বৰ্ণনা। গণেশৰ মূৰ্তিবোৰৰ মাজতে অধ্যাপকে এটা চিন দিলে।

ঃ ঠিক এইখিনিৰপৰাই সিদ্ধিদাতা। বুজিছোঁ বুজিছোঁ, তোঁৰ পণ্ডিত বুজিছোঁ। এতিয়াৰ ৰক্তকলুষ বিঘ্নৰাজক নি একেবাৰে সিদ্ধিদাতা কৰাটো মুখৰ কথা নহয়। একেবাৰে ৰত্নাকৰৰপৰা বাল্মীকি কৰোঁ বুলিয়েই কৰোতে কম কষ্ট কৰিব লগা হোৱা নাই। প্ৰচাৰতো কৰিবই লাগিব। নহলে মানুহে বুজিব কেনেকৈ ? আৰু কি নিখুঁত প্ৰচাৰ ! মানুহে বিঘ্নৰাজ গণেশক একেবাৰে পাহৰি ধৰি ললে যে অতীতৰপৰা গণেশ সিদ্ধিদাতাই আছিল।

ৰচ, লগাই দিলে সকলো পুৰাণতে গণেশৰ মাহাত্ম্য। ব্ৰহ্মবৈৱৰ্ত আৰু স্কন্দ পুৰাণত গণেশে সিদ্ধদাতা ৰূপে বহু ঠাই পাই গ'ল। সিমানকে কৰিলেওতো নহ'ব। অলপ বেছি বেছিকৈ কৰাই লাগিব। গতিকে এইখন কি ? গণপতিতত্ত্ব ? হয়, এইখনতে আপোনালোকে কলে যে উপনিষদৰ ব্ৰহ্ম আৰু সিদ্ধিদাতা গণেশ একেজনাই - একে আদি দেৱতা। আৰু কেৱল সিদ্ধিদাতা গণেশৰ মহিমা কীৰ্তনৰ কাৰণেই নতুনকৈ লিখাই পেলালে গণেশ পুৰাণ আৰু গণেশ উপনিষদ। কিন্তু শাস্ত্ৰত লিখা থাকিলেই প্ৰচাৰ-কাৰ্য-বৰ লাহে লাহে হয়। সিমান বিলম্ব সহ্য কৰাৰ ধৈৰ্য নাই। গতিকে নাৰদ পুৰাণত গনেশস্তোত্ৰত লিখি পেলালে - এয়া, ৰবা, এইটো শ্লোক শুনা — -

অষ্টানাং ব্ৰাহ্মণানাং চ লিখিত্বা যঃ সমৰ্পয়েৎ

তস্য বিদ্যা ভবেৎ সদ্য গণেশস্য প্ৰসাদতঃ।

অৰ্থাৎ গণেশ মাহাত্ম্য লিখি আঠজন ব্ৰাহ্মণক যিজনে দিয়ে তেওঁৰ গণেশৰ প্ৰসাদত সদ্য বিদ্যা লাভ হয়। মুঠ কথাত গণেশ মাহাত্ম্য লিখি মানুহৰ মাজত হেগুবিলৰ দৰে বিতৰণ কৰিবলৈ মানুহক আহ্বান কৰা হ'ল - যাতে প্ৰচাৰটো অতি ক্ষিপ্ৰ আৰু ব্যাপক হয়।

কিন্তু ইমানকে কৰি ক্ষান্ত হলেই বিঘ্নকৰ্তা অপদেৱতা গুচি সিদ্ধিদাতা হৈ যাব জানো ? আৰু দেৱতা হলেই সেই দেৱতাৰ বাপকেমাকো শ্ৰেষ্ঠ দেৱতা হ'ব নালাগিব জানো ? কৰা যাব, কি অসুবিধা আছে? কৈ দিলে যে বেদ-ব্যাসে

মহাভাৰত ৰচনাৰ সময়ত গণেশৰ বাহিৰে আন কাকো উপযুক্ত লিপিকাৰ বিচাৰি নেপালে। মহাভাৰত ৰচনা কৰাৰ বহুত কালৰ পাচত এই কথা লিখা হ'ল বুলি আপুনি ক'ব খোজে নেকি? কলেও কওক, সেইবোৰ আপত্তি সময়ে নোহোৱা কৰি পেলাব বুলি সেইকালৰ পণ্ডিতবৰ্গই জানিছিল।

কিন্তু সিদ্ধিদাতাক অকল শ্ৰেষ্ঠ জ্ঞানী বুলি কলেইটো নহব, তাৰ উপযুক্ত প্ৰমাণো দিব লাগিব। গণেশ-গীতা নামেৰে এখন গীতাকে লিখি পেলালে বাপেকে। পঢ়িলে অৱশ্যে বুজা যায় যে শ্ৰীমদ্ভাগৱত গীতাৰ শ্ৰীকৃষ্ণৰ ঠাইত গণেশক বহুৱাই গৈছে, কোনোবা অলপ বুদ্ধিৰ পণ্ডিতে। হলেওটো গণেশ-গীতা এখন হ'ল, অৰ্থাৎ গণেশ ভগবান শ্ৰীকৃষ্ণৰ সমানেই শ্ৰেষ্ঠ দেৱতা।

জন্ম সম্বন্ধেও গণেশক দেৱত্ব দিব লগা হ'ল। গণেশৰ জন্মত দেৱত্ব আৰোপ কৰাত লাগি গ'ল পণ্ডিতবৰ্গ। বৰাহপুৰাণে কলে অকল শিৱৰপৰাই গণেশৰ জন্ম - তাত মাতৃৰ প্ৰয়োজন হোৱা নাছিল। অৰ্থাৎ গণেশৰ জন্ম অলৌকিক। শিৱ পুৰাণ আদিৰ মতে কেৱল পাৰ্বতীৰপৰাই গণেশৰ জন্ম - তাত পুৰুষৰ সংযোগ নাছিল। পণ্ডিতবোৰ বৰ ধূৰ্ত দেই। কাৰোবাৰ, অৰ্থাৎ কোনোবা ৰজাৰ আদেশত চাগৈ গণেশক পণ্ডিতবোৰে গণেশক সিদ্ধিদাতা কৰিছিল; নহলে আন যিকোনো প্ৰকাৰৰ শ্ৰেণী-স্বাৰ্থত পৰি। গতিকে বাধ্য হৈ এনেকুৱা এক দেৱতাৰ সৃষ্টি কৰিব লগা হোৱাত বিৰক্ত হৈয়ে চাগৈ পণ্ডিতবোৰে গণেশৰ জন্ম যে স্বাভাৱিক নহয় তাৰ প্ৰমাণ স্বৰূপেই সিদ্ধিদাতাৰ জন্ম বৃত্তান্ত অস্বাভাৱিক কৰি লিখি গ'ল।

কিন্তু বেচেৰা পণ্ডিতবোৰৰ বিপদ হ'ল গণেশৰ হাতীৰ মূৰটো লৈ। কি কৰা যায় এতিয়া? এই হাতীৰ মূৰটো ব্যাখ্যা কৰোঁতে পুৰাণ লিখোতাবোৰে যথেষ্ট কল্পনা শক্তিৰ পৰিচয় দিছে। কিছুমানে লিখিলে যে শনিৰ দৃষ্টি পৰি শিশু গণেশৰ মূৰ ছিগিলত বিষ্ণুৱে আনি হাতীৰ মূৰ এটা লগাই দিলেহি। শিব পুৰাণ এখনৰ মতে ভৃগুৰামে যুদ্ধত গণেশৰ মূৰ ছিন্ন কৰিলত শিৱৰ অনুচৰ নন্দীয়ে ঐৰাৱতৰ মূৰটো আনি লগাই দিলেহি। এই বিষয়ত এটা কথা লিখোঁতাসকলে প্ৰকাৰান্তৰে কৈ গৈছে। গণেশ গণ অৰ্থাৎ জনজাতিৰ দলপতি হলেও মূৰটো কিন্তু দেৱলোকৰ ঐৰাৱতৰ। অৰ্থাৎ গণেশে বা গণসকলৰ দলপতি কিছুমানে সুবিধাভোগী হোৱাৰ লোভত শ্ৰেণী বিভক্ত সমাজৰ সুবিধাভোগী দলৰ আদৰ্শ গ্ৰহণ হয়তো কৰিছিল, আৰু তাৰ কাৰণেই অধ্যাত্মবাদী সকলে গণেশক সিদ্ধিদাতা দেৱতা হিচাপে গ্ৰহণ কৰি আনবিলাক গণেশকো একে পথ লবলৈ প্ৰৰোচিত কৰিছিল।

কিন্তু, এই গণেশৰ জন্মৰ এটা অতি আচৰিত পৌৰাণিক কাহিনী আছে। সেই আখ্যানমতে শিৱ আৰু পাৰ্বতীয়ে এবাৰ হাতীৰ ভঙ্গীত মৈথুন কৰিছিল আৰু সেইকাৰণেই গণেশৰ মূৰটো হাতীৰ হ'ল।

আন কিছুমানৰ মতে পাৰ্বতীয়ে স্নানৰ সময়ত নিজৰ গাৰ মলিৰে শিশু এটা খেলাৰ ছলেৰে গঢ়ি তাক প্ৰাণ দিলে। সেই শিশুৱেই গণেশ।

আন এখন পুৰাণৰ মতে পাৰ্বতীয়ে শিৱক সন্তান ভিক্ষা কৰিলত শিৱই পাৰ্বতীৰ ৰক্ত-বস্ত্ৰেৰে এটা সন্তান সাজি পাৰ্বতীৰ কোলাত দিলে। পুৰাণৰ কল্পনাৰ শেষ নাই। এখন পুৰাণে কিন্তু গণেশ যে দেৱতা বা আৰ্য-উদ্‌বৃত্ত শ্ৰেণীৰ লোক নহয় সেই কথা প্ৰায় কৈয়েই পেলালে। এই আখ্যান মতে পাৰ্বতীয়ে এবাৰ স্নানৰ সময়ত গাত সনা তেল আৰু মলি মিহলাই গঙ্গাৰ পাৰত থকা গজাননা নামৰ এক ৰাক্ষসীক খাবলৈ দিয়ে। তাৰ ফলতে গজাননাৰ গৰ্ভত সন্তান জন্ম হলত সেই সন্তানক ৰাক্ষসীক খাবলৈ দিয়ে। তাৰ ফলতে গজাননাৰ গৰ্ভত সন্তান জন্ম হলত সেই সন্তানক পাৰ্বতীয়ে গ্ৰহণ কৰে। সেই সন্তানেই গণেশ। এই আখ্যানে পৰিষ্কাৰকৈ কৈছে যে গণেশৰ জন্ম দেৱতাৰ ঘৰত নহয়। দেৱলোকত গণেশ পোষ্যসন্তানহে। কেৱল ইয়াত কোৱা নাই যে অসুৰ কুলজাত বিঘ্নৰাজক সংস্কাৰ কৰি দেৱলোকত স্থান দিওঁতে সিদ্ধিদাতা কৰি লোৱা হৈছিল।

আৰু আছে আখ্যান। এইটোৰ মতে ইন্দ্ৰ আদি অভিজাত দেৱতাবোৰ এবাৰ বৰ বিপদত পৰিছিল। কাৰণ, তিৰোতা

আৰু শুদ্ৰবোৰে দলেদলে সোমনাথ পাহাৰত থকা শিৱৰ ওচৰলৈ যাত্ৰা কৰিলে। এই নিকৃষ্ট মানুহবোৰৰ শোভাযাত্ৰাই দেৱতাবোৰক ভয় খুৱাই দিলে। দেৱতাসকলে শিৱক গৈ প্ৰাৰ্থনা কৰি লে সেই মানুহৰ শোভাযাত্ৰা বন্ধ কৰিবলৈ। শিৱ ৰাজি নহ'ল। উপায় নাপাই দেৱতাসকল গ'ল পাৰ্বতীৰ ওচৰলৈ। পাৰ্বতীয়ে সম্মত হৈ এই ইতৰ মানুহৰ মিছিল বন্ধ কৰিবলৈকে বিঘ্নৰাজৰূপী গণেশক সৃষ্টি কৰিছিল। অৰ্থাৎ গণেশ যে বিঘ্নৰাজ আছিল সেই কথা স্বীকাৰ কৰাৰ লগতে এই কথাও কৈ গৈছে যে শিৱ দেৱতাও জনগণৰ সপক্ষে আছিল। সেই কাৰণেই বোধকৰোঁ শিৱক দেৱত্ব দিয়াৰ পাচতো দেৱতাসকলে বৰ বিশ্বাস নকৰিছিল। মনত ৰখা উচিত যে মনুৰ মতে গণেশ শুদ্ৰৰ দেৱতা—

বিপ্ৰাণাং দৈৱতং শম্ভুঃ ক্ষত্ৰিয়াণাং তুমাধৱঃ ।

বৈশ্যানাং তু ভৱেৎ ব্ৰহ্মা শূদ্ৰাণাং গণনায়ক।।

অৰ্থাৎ বিপ্ৰৰ দেৱতা শিৱ, ক্ষত্ৰিয়ৰ কৃষ্ণ, বৈশ্যৰ ব্ৰহ্মা আৰু শূদ্ৰৰ দেৱতা গণেশ। তাৰ মানে এই শেষৰটো আখ্যানেৰে পণ্ডিতে বোধকৰোঁ ইঙ্গিত দি গৈছে যে গণেশ শূদ্ৰৰ দেৱতা। আৰু শূদ্ৰৰ বিঘ্নকৰ্তা দেৱতা যে দেৱতাৰ কাৰণে সিদ্ধিদাতা হ'ব আৰু দেৱতাৰ সিদ্ধিদাতা যে শূদ্ৰগণৰ বিঘ্নকৰ্তা হ'বই, সেই কথা সহজে বুজিব পাৰি। শ্ৰেণীহীন আৰু শ্ৰেণীবিভক্ত সমাজৰ মাজত এই আদৰ্শৰ পাৰ্থক্য আজি সকলো আঁৰ-বেৰ সত্বেও নগ্নৰূপত প্ৰকট।

বেদ উপনিষদৰ বহুত পিচত পুৰাণ। আৰু পুৰাণতহে গণেশৰ এয়া সিদ্ধিদাতা ৰূপে নৱ-জন্ম। তাৰ আগতেও কিন্তু গণেশ আছিল, কেৱল তেতিয়া সিদ্ধিদাতা নাছিল। সিদ্ধিদাতা হোৱাৰ আগৰ স্তৰত গণেশ আছিল বিঘ্নকৰ্তা। কিন্তু তাৰ আগতেও গণেশ আছিল অৰ্থাৎ সবাতোকৈ প্ৰাচীন ঋক্ বেদতো গণেশ আছিল। উল্লেখযোগ্য যে প্ৰাচীন বৈদিক যুগত মানুহৰ এতিয়াৰ দৰে নিৰ্দিষ্ট শ্ৰেণী বিভাগ হোৱাৰ নজিৰ নাই।

অভিজাত শ্ৰেণীৰ জন্ম হোৱাৰ আগতে গণ বা সাধাৰণ জনগণৰ দলবোৰৰ প্ৰতি ধৰ্ম-সাহিত্যত কোনো বিদ্বেষ নাই। সেই আদিম মানুহৰ কামনা আছিল অন্ন লাভ আৰু সন্তান লাভ। আজিকালিও অৱশ্যে আমাৰ দেশত অন্ন আৰু সন্তানৰ মাজত এটা সম্পৰ্ক আছে; অন্নৰ অভাৱ কমাবলৈ জন্ম-নিৰোধ কৰা হৈছে। সেইদিনত কিন্তু সকলো আচাৰ - অনুষ্ঠানৰ একমাত্ৰ লক্ষ্য আছিল অন্ন আৰু সন্তান লাভ। সেই কালত এই দুটাই আছিল সম্পত্তি।

নামতে প্ৰমাণ যে গণ-সমাজৰ পতি বা গণদলপতিয়েই গণেশ। সমগ্ৰ ভাৰততে একেদিনাই ৰাষ্ট্ৰ শক্তিয়ে আধিপত্য বিস্তাৰ কৰা নাছিল আৰু ৰাষ্ট্ৰ শক্তিৰ আয়ত্বৰ ভিতৰলৈ অহাৰ পাচতো গণ-সমাজৰ আচাৰ-ব্যৱহাৰবোৰ নোহোৱা হৈ যোৱা নাছিল। বৰঞ্চ তেনেকুৱা গণ-সমাজৰ ধ্যান-ধাৰণাৰ ব্যাপকতা আৰু জনপ্ৰিয়তাই এমুঠি অভিজাত শাসক শ্ৰেণীক ভয় খুৱাই দিছিল। সেই সময়তে নিশ্চয় গণেশৰ নাম বিঘ্নৰাজ হৈছিল। গণ বা গণেশ যে এজন নাছিল তাৰ প্ৰমাণো বহুত আছে শাস্ত্ৰতে। সেই আদিম গণবোৰক বিঘ্নৰাজ হোৱাৰ আগৰ কালত বিদ্বেষৰ চকুৰে চোৱা নাছিল ; কাৰণ সেই আদিম কালত গণ-সমাজ আৰু ৰাষ্ট্ৰ-শক্তিসম্পন্ন মানুহৰ মাজত পাৰ্থক্য অথবা বিৰোধ উপস্থিত হোৱা নাছিল। ঋকবেদৰ সবাতোকৈ প্ৰাচীন দ্বিতীয় মণ্ডলত আছে —

গণানাং ত্বাং গণপতি হবামহে

কবিং কবীণামুপশ্ৰৱস্তমম্..........

অৰ্থাৎ, হে ব্ৰহ্মণপতি, তুমি গণবোৰৰ ভিতৰত গণপতি, কবিসকলৰ ভিতৰত কবি, সকলো অন্নৰ উপমাস্বৰূপ অন্ন যিসকলৰ আছে তুমি সেই সকলৰ ভিতৰত শ্ৰেষ্ঠ..। অৰ্থৰ পৰা বুজিব পৰা যায় যে গণৰ প্ৰতি বিদ্বেষ নথকাৰ উপৰিও এই মন্ত্ৰত কোনো অধ্যাত্মবাদৰ গোন্ধ নাই, তাৰ সলনি আছে অন্ন কামনা। এই মন্ত্ৰত শ্ৰৱ মানে অন্ন আৰু ব্ৰহ্মণ শব্দও

## এই গতি নিৰবধি

অন্নবাচকেই ঃ ব্রহ্মণঃ অস্যন্য পৰিবৃঢ়স্য কৰ্মণো বা পতে পালয়তিঃ

আকৌ বাজসনেয়ী সংহিতাত আছে -

গণানাং ত্বাং গণপতি হবামহে

প্রিয়ানং ত্বাং প্রিয়পতি হবামহে.........

মইতো সেই কাৰণেই বাৰে ... তইঁতক কওঁ, হেৰ' ভাৰতবৰ্ষৰ বৰ্তমানক বুজিবলৈ হ'লে এই দেশৰ অতীতক বৈজ্ঞানিক পদ্ধতিৰে বুজিবলৈ শিকিবিহঁক, ভাৰতৰ ইতিহাস ভালকৈ শিকিবিহঁক। এই গণেশ নামৰ দেৱতাজন ভাৰতৰ আদিম যুগক বুজিবলৈ আমাৰ কাৰণে একেবাৰে সিদ্ধিদাতা। এই গণেশৰ লগে লগে আদিৰেপৰাই থাকিলেই আমি ভাৰতৰ সমাজ বিকাশৰ ধাৰাত শ্ৰেণীহীন সমাজ, ব্যক্তিগত সম্প্ৰতিৰ বিকাশ, অধ্যাত্মবাদীৰ চেতনাৰ প্ৰাৰম্ভণ, ৰাষ্ট্ৰশক্তিৰ আৰ্বিভাব, শ্ৰেণী সংঘৰ্ষ আদি স্তৰবোৰ দেখা পাওঁ। যি সময়ত গণেশৰ বা গণপতিৰ প্ৰতি বিদ্বেষ নাই, সেই সময়ত শ্ৰেণী বিভাগ হোৱা নাছিল, মানসিক চিন্তা কৰা মানুহবোৰ শ্ৰেষ্ঠ বুলি ভৱা নহৈছিল, অভিজাত শ্ৰেণীৰ সৃষ্টি হোৱা নাছিল, ৰাষ্টশক্তিৰ উদ্ভৱ হোৱা নাছিল। তাৰ পিচত গণেশে বিঘ্নকৰ্তা হোৱা দিনত সমাজত ৰাষ্ট শক্তিৰ উদ্ভৱ হৈছিল, সেই শক্তিৰ লগত পুৰণি যৌথ জীৱন-যাপন কৰা মানুহৰ সংঘৰ্ষ হৈছিল, ৰাষ্ট্ৰ শক্তিৰ লগত গণ সংস্কৃতিৰ সংঘৰ্ষ আৰম্ভ হৈছিল। গণেশ সিদ্ধিদাত্ৰ হোৱা কালত গণ-শক্তিৰ ক্ষমতাসম্পন্ন গণপতি কিছুমানক ৰাষ্ট্ৰ শক্তিয়ে তোষামোদৰে কিনি পেলাইছিল। সেই সময়ত গণ সাধাৰণ আৰু গণপতিৰ মাজত বিৰোধ উৎপত্তি হোৱা স্বাভাৱিক। ভাৰতবৰ্ষৰ ইতিহাসত এটা কথা সদায় স্পষ্ট। এই দেশত ৰাষ্ট্ৰ শক্তিৰ অধিনায়ক সকলে সদায় বৈদিক গৰিমা আৰু দৈৱ - ঐতিহ্য আহৰণ কৰি লয়। আনকি সৌ সিদিনাৰ শূদ্ৰ শিৱাজীয়েও ৰাষ্ট্ৰশক্তি লাভ কৰাৰ পাচত গৰ্গভট্টক নি তেওঁৰ গণনাৰে নিজক ক্ষত্ৰিয় বুলি প্ৰমাণ কৰালে। গতিকেই গণেশক সিদ্ধিদাতা বুলি দেৱতা হিচাপে গ্ৰহণ কৰোঁতে দেৱ-লোকৰ সন্তান বুলি ব্যাখ্যা দিয়াটো অতি সাধাৰণ ঘটনা। বৈদিক যুগত বাস কৰা আৰ্য-অনাৰ্য সকলো মানুহৰে যে এটা অতীত আছে, তেওঁবিলাক সকলোৰেই যে এসময়ত গণ-সমাজত বাস কৰিছিল, এই সত্য আমি আৰ্যৰ কথা কওঁতে পাহৰি যাওঁ। ইতিহাসৰ পাঠ্য পুথি পঢ়ি আমাৰ এনেহে ধাৰণা হয় যেন অনাৰ্যবোৰ ভাৰতৰ অসভ্য আদিম অধিবাসী আৰু আৰ্যবোৰ সুসভ্য পৰাক্ৰমী জাতি। কথাটো একেবাৰে ভ্ৰান্তিমূলক - বিশেষকৈ দুই জাতিক দিয়া নাম দুটাৰ কাৰণে। আচলতে ভাৰতত সেই আদিম কালত মহেঞ্জোদাৰোৰ দৰে নগৰ স্থাপন কৰা কৃষিজীৱি মাতৃ-প্ৰধান আদিম মানুহবোৰৰপৰাই আৰ্যই ভাষা, আচাৰ-ব্যৱহাৰ, তন্ত্ৰ-মন্ত্ৰ-যাদু আদিৰ উপৰিও খেতি কৰিবলৈ শিকিছিল। কিন্তু নগৰ-নিৰ্মাণ পৰ্যন্ত আগুৱাই যোৱা সেই আদিম সমাজত এক স্থৱিতাই দেখা দিছিল। নগৰ নিমাৰ্ণ কৰা মানেই এক-প্ৰকাৰ আদিম ৰাষ্ট্ৰ শক্তিৰ আৰু পুৰোহিত শ্ৰেণীৰ লগত গণ-শক্তিৰ বিৰোধ উপস্থিত হৈছিল। সেই সময়তে আহি পালে অঘৰী আৰু পশু পালক আৰ্যবোৰ। অঘৰী জীৱন কটোৱা মানুহে কৃষিজীৱি আদিম মানুহৰ স্থায়ী খেতি -বাতি আৰু স্থায়ী বসতিলৈ লুভীয়া চকুৰে চালে। আৰম্ভ হ'ল সংঘৰ্ষ নিশ্চয় বৰ দীঘলীয়া। সেই সংঘৰ্ষৰ মাজতে আৰ্য-অনাৰ্য উভয়ৰে গণ পাতি থকা ভাষা আৰু লাভ কৰা ৰাষ্ট্ৰ-শাসন জ্ঞান কামত লগাই ৰাষ্ট্ৰ শক্তিৰ লগে লগে সুবিধাভোগী শ্ৰেণীৰ সৃষ্টি হ'ল। এই সুবিধাভোগী শ্ৰেণীৰ আজৰি সময়ত চিন্তা-প্ৰসূত সন্তান ভাৰতীয় অধ্যাত্মবাদ। আৰু সেই অধ্যাত্মবাদেই আমাৰ গণেশক এসময়ত নিজৰ দেৱতা হিচাপে গ্ৰহণ কৰি ললে। এই আৰ্যবোৰো একালত গণ-সমাজত বাস কৰাৰ চিন বৈদিক সাহিত্যতে আছে।

সিদ্ধিদাতাৰ হৈ ইতিমধ্যে পণ্ডিতসকলে ডবা কোবায়ে আছে। কোবাই থাওক। আমি ইতিমধ্যে সাধাৰণ গণেশৰপৰা বিঘ্নৰাজলৈ ৰূপান্তৰিত হোৱা গণেশক এবাৰ চাই লওঁ।

অধ্যাপক ৰাভাৰ মনৰ মাজত খেলাই যোৱা কথাবোৰ প্ৰায়খিনিয়েই মনতে আছিল। কেতিয়াবা দুই এষাৰ তেওঁ ডাঙৰকৈ কৈছিল। বিভিন্ন পুথি-পাঁজি মেলি দৰ্কাৰি কথাখিনি তেওঁ চিন দি গৈ আছিল। বাহিৰৰ জগতৰ লগত সেই

সময়ত ৰাভাৰ সম্বন্ধ একেবাৰে নাছিল। এনেকুৱাকৈ পুৱাতে থকা বাপেকক লাহৰীয়ে কেতিয়াও আমনি নকৰে। লাহৰীয়ে জানে যে ৰাভাক বিশ্ববিদ্যালয়ত পণ্ডিতসকলে কেতিয়াবা পাগল, কেতিয়াবা হিন্দু ধৰ্ম-বিদ্বেষী,কেতিয়াবা নিজৰে জনজাতীয় সংকীৰ্ণ স্বাৰ্থত আত্মনিয়োগ কৰা মূৰ্খ, আদি বুলি কয়। কেতিয়াবা কেতিয়াবা অধ্যাপক ৰাভাক ৰাষ্ট্ৰস্বাৰ্থৰ বিৰুদ্ধে যোৱা মতলবী, প্ৰচলিত 'গণতন্ত্ৰ'ৰ বিৰুদ্ধে যোৱা সাম্যবাদী গণতন্ত্ৰত বিশ্বাসী বিপ্লৱী, প্ৰচলিত পাণ্ডিত্যাভিমানী মূৰ্খ,আদি বিশেষণেৰেও কাকতে পত্ৰে সমালোচনা কৰা লাহৰীয়ে পায়। তেনেকুৱা এটা সমালোচনাকে এবাৰ পঢ়ি হাঁহি হাঁহি ৰাভাই কৈছিল ঃ মই এতিয়া সিঁহতৰ কাৰণে বিঘ্নকৰ্তা। সিঁহতৰহে অধিকাৰ বুলি ভৱা ৰাজনীতিত মই হাত দিছোঁ। আৰু কিছুদিন পিচত চাবি যে সিঁহতে মোক ধন-সোণ দি কিনি 'সিদ্ধিদাতা' কৰিব খুজিব — যাতে আপ্যায়িত হৈ মই সেই অৱস্থাত সিঁহতৰ সপক্ষে কোৱা কথাবোৰ আমাৰ মানুহৰ মাজত প্ৰচাৰ কৰি বুজাব পাৰোঁ যে মোৰ নিচিনা বিজ্ঞ আৰু জনজাতীয় নেতা এজনেও সিঁহতৰ সপক্ষে কোৱা কথাবোৰ আমাৰ মানুহৰ মাজত প্ৰচাৰ কৰি বুজাব পাৰে যে মোৰ নিচিনা বিজ্ঞ আৰু জনজাতীয় নেতা এজনেও সিঁহতৰ ৰাষ্ট্ৰ শক্তিৰ নীতিক সমৰ্থন কৰোঁ। কিন্তু লাহৰী তইতো জান যে সেই উদ্দেশ্য সিঁহতৰ সিদ্ধি নহ'ব। মোক, মোৰ নিচিনা দহজনক, বিভীষণ কৰিব পাৰিলেও লাভ নাই ; কাৰণ হেজাৰ হেজাৰ লাখ-লাখ মানুহে ইমান ঐতিহাসিক জ্ঞানেৰে চহকী নোহোৱাকৈও শ্ৰেণী-বিভক্ত সমাজ ভাঙি দিবলৈ নিজক সাজু কৰিছে, ৰাইজে নখ জোকাৰিছে।

জপৰা চুলিৰে তলমূৰ কৰি, মাজে মাজে চচমাত হাত দি এইবাৰ অধ্যাপক ৰাভাই বিঘ্নৰাজ গণেশৰ বিৱৰণ থকা পুথি-পাজি আৰু নিদৰ্শনবোৰ গোটাই ল'লে।

ঃ এয়া, এয়া আমাৰ বিঘ্নৰাজ । বাঃ বিঘ্নৰাজ। গণেশ আমাৰ কিমান আপোন, আজিও কিমান আমাৰ নিজৰে নিচিনা। এইজন বিঘ্নৰাজ ডাঙৰ ডাঙৰ ব্যৱসায়ীয়ে শোষণৰ ক্ষমতা বা অধিকাৰ হিচাপে দোকানৰ একোণত সসম্মানে থোৱা সিদ্ধিদাতা নহয়; সেইদল সুবিধা-ভোগীয়ে একেবাৰে সকলোৰে মনৰপৰা নিৰ্মূল কৰিব খোজা বিঘ্নৰাজ গণেশজনহে।

এইজনৰ কথা কওঁতে ডৰা কোৱাবলৈ নাই। কাৰণ বিদ্বেষৰ জালত পণ্ডিতসকলৰ মুখেদি বিঘ্নৰাজৰ নামত এনেকুৱা কথা ওলাইছে যে লাজত ওৰণি টনা বোৱাৰীৰ বাকীবোৰ নিলাজ ঠাই অসাৱধানতাবশতঃ ওলাই পৰাৰ অৱস্থা হৈছে ; অৰ্থাৎ পণ্ডিতসকলে আৰু ভদ্ৰতা ৰক্ষা কৰিব পৰা নাই। যিশুখ্ৰীষ্টৰ জন্মৰ অন্ততঃ চাৰিশ বছৰ আগতে লিখা মানৱ গৃহ সূত্ৰত গণেশৰ যি আতংকজনক বৰ্ণনা আছে, তাক পঢ়িলে কোনেও সেইজন গণেশ দেৱতাই পিচলৈ সিদ্ধিদাতা হ'ল বুলি ভাবিব নোৱাৰে। বাঃ, পবিত্ৰ মন্ত্ৰৰ দৰে সংস্কৃতত লিখা কথাকিটা সুৰ লগাই পঢ়িবলৈ ধৰিলে -

বিনায়কঃ কৰ্মাবিঘ্নসিদ্ধ্যৰ্থং বিনিযোজিত ঃ ।
গণ নামাধিপত্যে চ ৰুদ্ৰেণ ব্ৰহ্মণা তথা ।।
তেনোপসৃষ্টোন যস্তস্য লক্ষণানি নিবোধত ।
স্বপ্নে ইব গাহতে ইত্যৰ্থং জলং মুণ্ডাংশ্চ পশ্যতি ।।
কাষায় বাসসশ্চৈব ক্ৰব্যাদাংশ্চধিৰোহিত ।
অন্ত্যজৈৰ্গৰ্দভৈৰুষ্ট্ৰৈঃ সহৈ বস্ত্ৰাবতিষ্ঠতে।।
ব্ৰজন্তঞ্চ তথাত্মানং মন্যতে'নুগতং পৰৈঃ।
বিমনা বিফলাৰম্ভঃ সংসাদত্য নিমিত্ততঃ।
তেনোপসৃষ্টো লভতে ন ৰাজ্যং ৰাজনন্দনঃ।
কুমাৰী ন চ ভৰ্ত্তাৰপত্যং ন চ গৰ্ভিনী।।

আচৰ্য্যত্বং স্ত্ৰোতিয়শ্চ ন শিষ্যো'ধ্যয়নং তথা ।

বনিগ্লাভং চ চাপ্নোতি কৃষিষৈব কৃষীবলঃ ।।

মন্ত্ৰ পঢ়ি উঠি এইবাৰ অৰ্থটো পঢ়ক। অৰ্থ কৰিছে এজন পণ্ডিতেই। এয়া, কৰ্মবিঘ্নৰ কাৰণেই বিনায়ক বা গণেশক ব্ৰহ্মা-বিষ্ণু - মহেশ্বৰে গণ বিলাকৰ আধিপত্য দিছে। তেওঁ অৰ্থাৎ গণেশ যাৰ গাত লম্ভে, সেইজনৰ অৱস্থা কি হয় শুনাইক। সেই গণেশ লম্ভা মানুহজনে যেন পানীত গা ধুইছে, যেন মূৰ খুৰোৱা মানুহ দেখিছে, যেন আমমাংসাশী জন্তুৰ ওপৰত আৰোহন কৰিছে অথচ ইচ্ছা মতে দৌৰিব নোৱাৰাৰ কাৰণে পিচে পিচে যোৱা শত্ৰুৰ কৱলত পৰিছে - এনেকুৱা স্বপ্ন দেখে। সেইজন মানুহ সদায় অন্যমনস্ক হৈ থাকে, তেওঁ আৰম্ভ কৰা কোনো কামেই সিদ্ধি নহয়গৈ আৰু তেওঁ অকাৰণত বিষণ্ন হয়। গণেশ লম্ভিলে ৰাজকুমাৰৰ ৰাজ্যলাভ নহয়,কুমাৰীয়ে বিচৰা স্বামী নাপায়, গৰ্ভৱতীয়ে সন্তান নাপায়, ঋতুমতী নাৰীয়ে গৰ্ভধাৰণ কৰিব নোৱাৰে, শ্ৰোতিয়তাৰ আচাৰ্য লাভ নহয়, শিষ্যৰ অধ্যয়ণ নহয়, বণিকৰ বাণিজ্যত মুনাফা নৰয় আৰু কৃষকৰ খেতিৰ ফল বেয়া হয়।

পূজা কৰক এতিয়া এই ভয়াবহ গণেশক। এইগণেশক মানুহে এসময়ত পূজা কৰিছিল তেওঁৰ বিষদৃষ্টি নপৰিবৰ কাৰণে ঘোচ দিবলৈ। এনেকু ৱা এজন দেৱতাক সেই কাৰণেই বিঘ্নেশ, বিঘ্নকৃৎ, বিঘ্নেশ্বৰ, বিঘ্নৰাজ আদি নাম দিছিল। মহা দুৰ্বৃত্ত এটা, কেৱল গণ্ডগোল লগাই ফুৰে। পিচত অৱশ্যে গণেশ সিদ্ধিদাতা হলত এইবোৰ শব্দৰ অৰ্থ কৰা হ'ল বিঘ্ন দূৰ কৰাৰ ক্ষমতা থকা দেৱতা বুলি।

আকৌ, এয়া চাওক, গণেশৰ নাম একদন্ত। আনটো দাঁত কলৈ গ'ল ? শাস্ত্ৰ মতে দাঁতেৰে বহুত শত্ৰু বিনাশি তেওঁৰ থকাটো দাঁতো ভেজেৰে ৰঙা। হওক বাৰু। আনটো দাঁত ?

পৰশুৰামৰ সৈতে যুদ্ধ লাগোঁতে পৰশুৰামৰ কুঠাৰৰ আঘাতত এটা দাঁত ভাগিল। ব্ৰহ্মবৈৰ্বতপুৰাণত অৱশ্যে লিখা আছে গণেশ পৰশুৰামতকৈ বহুত শক্তিমান ; কিন্তু গণেশৰ পিতাক শিৱই পৰশুৰামক দিয়া অস্ত্ৰক প্ৰত্যাঘাত কৰি গণেশে পিতাকক অপমান কৰিব নুখুজিলে। সেইটো বাৰু বাদ। কিন্তু গণেশৰ যুদ্ধ হৈছিল কাৰ লগত ? নিজৰ দাঁত হেৰুৱা যুদ্ধত গণেশৰ শত্ৰুপক্ষ আছিল পৰশুৰাম। এই পৰশুৰাম কোন ? হিংসাৰ ভেটিত ব্ৰাহ্মণ্য আধিপত্য প্ৰতিষ্ঠাতাৰ লগত গণেশৰ যুদ্ধ হৈছিল আৰু সেই যুদ্ধত গনেশ জিকিছিল যদিও, এটা দাঁত হেৰুৱাইছিল। তাৰ মানে এটা যুগত গণে শৰ শত্ৰু আছিল পুৰোহিত শ্ৰেণী।

অতি পুৰণি পাথৰৰ গণেশ-মূৰ্তিত গণেশৰ চেহেৰা দেখিলে ভয় লগা। আৰু গণেশ কাৰ দেৱতা ? শূদ্ৰৰ। এই শূদ্ৰবোৰক কি দিব লাগে ? সিঁহত কিহৰ যোগ্য ? একেজন মনুৱেই কৈছে -

উচ্ছিষ্টমন্নং দাতব্যং জীৰ্ণানি বসনানিচ।

পুলকাশ্চৈব ধান্যানং জীৰ্ণাশ্চৈব পৰিচ্ছদা ঃ ।।

খাই এৰা ভাত, ফটা কাপোৰ,পতান ধান- এইবোৰ দিব লাগে। সেইবোৰৰ দেৱতাটো কিমান ভাল হ'ব পাৰে ?

ঠিক ঠিক, এই কথাটো মনত ৰখা দৰকাৰ, অৰ্থাৎ গণ, শ্ৰেণী, ব্ৰাত, বাহীক, সংঘ আৰু পাষণ্ড শব্দেৰে একেবিধ গণসমাজত বাস কৰা যৌথ জীৱন যা পন কৰা মানুহৰ কথাকে বুজায়। তেন্তে ভালেই হ'ল। অ' যামিনী, যামিনী, এয়া শুন তোৰ মহাভাৰতৰ কাহিনী। এইটো কলৈ গ'ল ? আহ, বহ, শুনি যা। মহাভাৰতত তোৰ কৰ্ণ মহাবীৰে কৈছে -

ঃ হে মদ্ৰৰাজ, মই ধৃতৰাষ্ট্ৰৰ আগত ব্ৰাহ্মণে কোৱা যি কথা শুনিছো, তাকে কওঁ। ব্ৰাহ্মণসকলে ধৃতৰাষ্ট্ৰৰ মন্দিৰত বিবিধ বিচিত্ৰ দেশৰ আৰু পুৰণি ৰজাসকলৰ বৃত্তান্ত কৈছিল। তাতে এদিন এজন ব্ৰাহ্মণে বাহীক আৰু মদ্ৰদেশৰ মানুহবোৰৰ নিন্দা কৰি কৈছিল, হে ৰাজন, হিমালয়, গঙ্গা, সৰস্বতী, যমুনা, আৰু কুৰুক্ষেত্ৰৰ বাহিৰত থকা, সিন্ধু নদী আৰু তাৰ পাঁচখন

উপ-নৈৰ পৰা দূৰ প্ৰদেশত থকা, সেই অনাৰ্য বাহীকবোৰক পৰিত্যাগ কৰা উচিত। ... মই নিতান্ত নিগূঢ় কাৰ্যৰ কাৰণে বাহীকবিলাকৰ মাজত বাস কৰিছিলোঁ; সেইকাৰণেই সিঁহতৰ আচাৰ-ব্যৱহাৰ জানি আহিছোঁ ।.........তাত আচাৰভ্ৰষ্ট মানুহবোৰে গৌৰী সুৰা পান আৰু নহৰুৰ লগত ভূষ্ট যব, বিবস্ত্ৰা আৰু মালাচন্দন বিবৰ্জিতা হৈ নগৰৰ গৃহ-প্ৰাচীৰৰ ওচৰত্বে নৃত্য কৰে আৰু গাধ আৰু উটৰ দৰে চিৎকাৰ কৰি অশ্লীল গান গায়; সিঁহতে নিজ বা আনৰ স্বামী বুলি ভেদ জ্ঞান নকৰি বিবেক-বিহীন হৈ বিহাৰ কৰি স্বেচ্ছাক্ৰমে পুৰুষবোৰক আহ্লাদ কৰি আমন্ত্ৰণ কৰে।... বাহীক দেশত শাকল নামে এখন নগৰ আছে। তাত এক ৰাক্ষসীয়ে প্ৰতিটো কৃষ্ণ চৰ্তুদশীৰ নিশা দুন্দুভি ধ্বনি কৰি গীত গাই গাই কয় - হায়, মই কিমান দিন পাচত পুনৰ শাকল নগৰত সুসজ্জিতা হৈ গৌৰীবোৰৰ লগত গৌৰীসুধা পান আৰু গোমাংস আৰু পালাণ্ডযুক্ত মেৰমাংস ভোজন কৰি বাহেয়িক সঙ্গীত কৰিবলৈ পাম। সিঁহতৰ মতে যি মানুহে বৰাহ, কুক্কুট, গো, গৰ্দভ, উষ্ট্ৰ আৰু মেষৰ মাংস ভোজন নকৰে, সেইবোৰৰ জন্ম নিৰৰ্থক। হে শল্য, শাকল দেশৰ আবাল বৃদ্ধ সকলোৰেই সুৰা পানত মত্ত হৈ গীত গায়। এতেকে কেনেকৈ সিঁহতৰ ধৰ্ম-জ্ঞান লাভ সম্ভৱ হ'ব পাৰে।

হে মহাৰাজ, আন এজন ব্ৰাহ্মণে কুৰু সভাত কৈছিল যে হিমাচলৰ বহিৰ্ভাগে পীলু বন আছে আৰু পঞ্চ উপনদী সহ সিন্ধু নদ বিদ্যমান, সেই অৰট্ৰদেশ নিতান্ত ধৰ্মহীন, তালৈ যোৱা অবিধেয়। ব্ৰাহ্মণ, দেৱতা আৰু পিতৃলোকে ধৰ্মভ্ৰষ্ট সংস্কাৰহীন এই অৰট্ৰদেশীয় বাহীকবোৰৰ পূজা গ্ৰহণ নকৰে।....

হে শল্য, যি মানুহে উট আদিৰ গাখীৰ ওহাৰত মুখ দি খায়, অচ্যুৎ স্থানে বাস কৰে, তেওঁ কেনেকৈ স্বৰ্গলাভ হ'ব ? পঞ্চনদী পৰ্বতৰপৰা ওলাই যি ঠাইত প্ৰবাহিত হৈছে, সেই ঠাইৰ নাম অৰট্ট, সাধুলোক কেতিয়াও তাত দুদিনো নাথাকে। বিপাশা নদীত বাহ আৰু বাহীক নামৰ দুটা পিশাচ আছে। বাহীকবোৰ সিহঁতৰে সন্তান। সেই বাহীকবোৰক প্ৰজাপতি ব্ৰহ্মাই সৃষ্টি কৰা নাই। গতিকে এই হীনযোনি মানুহবোৰৰ কেনেকৈ ধৰ্মজ্ঞান হ'ব? ধৰ্ম বিবৰ্জিত কাৰস্কৰ , মাহিসক, কালিঙ্গ, কেবল, কৰ্কোটক আৰু বীৰকবোৰক পৰিত্যাগ কৰা কৰ্তব্য। হে মহাৰাজ, সেই ব্ৰাহ্মণে তীৰ্থ গমনৰ পথত সেই অৰট্ট দেশত এৰাতি কটাইছিল। সেই নিশাই এজনী উলুখল মেখেলা পিন্ধা ৰাক্ষসীয়ে ব্ৰাহ্মণক এইবোৰ কাহিনী কৈছিল। সেই অৰট্ট দেশ বাহীকৰ বাসস্থান ; তাত বাস কৰা হতভাগ্য ব্ৰাহ্মণ কিজনৰ বেদাধ্যয়ন বা যজ্ঞানুষ্ঠান নাই। দেৱতাই সেই ব্ৰতবিহীন দুৰাচাৰবোৰৰ অন্ন ভোজনৰ নকৰে। অৰট্ট দেশৰ দৰে প্ৰস্থল, মদ্ৰ, গন্ধাৰ, খচ, বসাতি, সিন্ধু আৰু সৌবীৰ দেশত এনেকুৱা কুৎসিৎ ব্যৱহাৰ প্ৰচলিত আছে।

হে মহাৰাজ, কিছুদিন আগতে আমাৰ তাত আলহি থাকোঁতে ব্ৰাহ্মণে কৈছিল যে গান্ধাৰ, মদ্ৰক, আৰু বাহীকবোৰৰ সকলোৰেই কামাচাৰী, লঘূচেতা আৰু সংকীৰ্ণ। আন এজন ব্ৰাহ্মণে মোক কৈছিল যে পুৰণি কালত অৰট্ট দেশীয় দস্যু বোৰে এক পতিব্ৰতা সীমান্তিনীক অপহৰণ কৰি সতীত্ব হৰণ কৰিলত তেওঁ এইবুলি শাপ দিছিল, 'এই নৰাধমবোৰ, তহঁতে অৰ্ধমাচৰণ কৰি মোৰ সতীত্ব ভংগ কৰিলি; গতিকে তহঁতৰ সকলোবোৰ তিৰোতাই ব্যাভিচাৰিণী হ'ব। তহঁতে কেতিয়াও এই শাপৰ পৰা মুক্ত নাপাব"। এই কাৰণেই অৰট্ট দেশত সম্পত্তিৰ উত্তৰাধিকাৰ পুতেকে নাপায়, ভাগিনীয়েকেহে পায়।.......

হ'বলে যামিনী। তই গলিয়েই। বাৰু যা। আচ্ছা, এই অৰট্ট দেশ হৰপ্পা বা হৰপ্পা নহয়নে? ভাগিনীয়েকে উত্তাধিকাৰ পোৱাই মাতৃ-কেন্দ্ৰিক সমাজ নুবুজায়নে? আৰু সংস্কৃত ভাবাৰ পণ্ডিত পাণিনিৰ মতে এই বাহীকবোৰেই আয়ুজীবি সংঘ বা গণৰ দৃষ্টান্ত নহয় জানো? তাৰ মানে বাহীক বোৰ গণ আৰু সেই গণৰে দেৱতা গণেশ। তেন্তে গণ বা গণেশৰ প্ৰতি ঘৃণা মহাভাৰততো আছে। সেইবোৰ বাৰু দেখা যাব। কিন্তু মহাবীৰ কৰ্ণই এজন ব্ৰাহ্মণে কোৱা বুলি যিখিনি কথা ক'লে, সেইখিনিত এটা কথা মন কৰিছানে? ব্ৰাহ্মণজনে কৈছে যে নিতান্ত নিগূঢ় কাৰণত তেওঁ বাহীকৰ মাজত কাম কৰিছে। ব্ৰাহ্মণে কোৱা বুলি যিখিনি কথা ক'লে যে নিতান্ত নিগূঢ় কাৰ্য-কাৰণ কি হ'ব পাৰে? কিবা হ'ব পাৰেনে?

পাৰে পাৰে। তাৰ উদাহৰণ আছে। উদাহৰণটো শাস্ত্ৰৰপৰা দাঙি ধৰাৰ আগতে এটা কথা বুজা প্ৰয়োজন। সেই কালৰ

শাসক শ্ৰেণীয়ে সেই গণ বা সংঘবোৰক ভাঙিবৰ কাৰণে কিমান নিলাজ আৰু দুৰ্নীতিমূলক ব্যৱস্থা লৈছিল, তাৰ প্ৰমাণ দিব পৰা উদাহৰণ আছে আৰু কৰ্ণই বৰ্ণোবা ব্ৰাহ্মণৰ নিগূঢ় কাৰ্য-কাৰণৰ তেনেকুৱা এক ৰাজাজ্ঞাবশতঃ হোৱা স্বাভাৱিক । অৰ্থাৎ কোনোবা ৰজায়েই সেই ব্ৰাহ্মণক এক গুপুত কাৰ্যৰ ভাৰ দি বাহীকৰ দেশলৈ পঠিয়াইছিল। সেই একে গণবোৰ ভাঙি চুৰমাৰ কৰিবৰ কাৰণে ৰাজনীতিজ্ঞ ঋষি কৌটিল্যই মদ আৰু গণিকা ব্যৱহাৰ কৰিবলৈতো কৈছেই, কেনেকৈ গুপ্তচৰ পঠাব লাগে তাকো বৰ্ণাই গৈছে। কিন্তু কথা হ'ল, এই গণবিলাকক লৈ কৌটিল্য তথা ৰাজশক্তিৰ ইমান মূৰ কামোৰণি কিয় ? সেই কথা কৌটিল্যই নিজে কৈ গৈছে। এই গণশক্তিক ৰাজ-শক্তিয়ে ভয় কৰিছিল। কিয় ? একতা, গণ-বন্ধন group bond ৰ কাৰণে । কোনোৱা ৰজাই সিহঁতক অৰ্থাৎ কোনোৱা গণপতি বা গণেশক, মিত্ৰভাৱে ললেও সেই ৰজাও গণবোৰৰ দৰেই অধইচ হৈ পৰাৰ সম্ভাৱনা। গতিকে, এই গণবোৰক শক্তিহীন কৰাৰ একমাত্ৰ উপায় হ'ল সিহঁতৰ একতা ভাঙি দিয়া। আৰু তাকে কৰাৰ বিধান দিলে কৌটিল্যই - মদ, গণিকা দি আৰু গুপ্তচৰৰ যোগেদি সেইবোৰ মানুহৰ মাজত হাইকাজিয়া সৃষ্টি কৰি সিঁহতৰ একতা ভঙাৰ উপায় বিধান কৰিলে। এয়া চাওক, কৌটিল্যৰ বিধান আৰু সেই বিধানকে কুৰি শতিকাতো জনজাতিৰ বিৰুদ্ধে ব্যৱহাৰ কৰা হয়নে নহয় ভাৱি চাওক , কৌটিল্যৰ মতে -

ঃ ..... সংঘৰ ( বা গণ বা জনজাতীয় সমাজৰ) ওচৰ চাপি সত্ৰি নামৰ গুপ্তচৰ বা গূঢ় পুৰুষসকলে (নিগূঢ় কাৰণত বাহীকৰ দেশলৈ যোৱা কৰ্ণ বৰ্ণিত ব্ৰাহ্মণৰ দৰে) গণ বা সংঘবিলাক পৰস্পৰৰ মাজত থকা দোষ,দ্বেষ, ৰোষ, অপকাৰ আদি উপলক্ষ্যত হোৱা বৈৰী ভাৱ-ভেদ সুমাই দিব আৰু সিহঁতক এই বুলি কব, "অমুক গণ বা সংঘই তহঁতৰ গণ বা সংঘৰ এনেকুৱা বেয়া বদনাম কৈছে।"একেদৰেই আন আন সংঘতো ইটোৰ বিৰুদ্ধে সিটোক কৈ ভেদ -ভাৱ সুমাই দিব আৰু সিহঁতক এই বুলি কব, "অমুক গণ বা সংঘই তহঁতৰ গণ বা সংঘৰ এনেকুৱা বেয়া বদনাম কৈছে।" একেদৰেই আন আন সংঘতো ইটোৰ বিৰুদ্ধে সিটোক কৈ ভেদ ভাৱ আনিব লাগিব। পৰস্পৰৰ প্ৰতি ৰুষ্টভাৱাপন্ন সংঘীবিলাকৰ মাজত আচাৰ্য গূঢ় পুৰুষসকলে বিদ্যা, শিল্প, জুৱা-খেল আৰু বৈবাহিক বিষয়ত শিশুসুলভ কাজিয়াৰ সৃষ্টি কৰি দিব। ..... সংঘৰ সমাজত হীনবিলাকৰ লগত বিশিষ্ট সকলৰ একেলগে ভোজন আৰু বিবাহ সম্বন্ধ এই গুপ্তচৰসকলে নিষিদ্ধ কৰি দিব (অৰ্থাৎ সমাজত শ্ৰেণী বিভক্ত সমাজৰ উচ্চ-নীচ ভাৱ আনি দিব)..... অথবা সেই গণ সমাজত কিবা ব্যৱহাৰ নায্যভাৱে নিণীৰ্ত হলেও এই ব্ৰাহ্মণ গুপ্তচৰসকলে তাৰ বিপৰীতে গৈ অন্য মত সমৰ্থন কৰি বুজাব বা শুনাব। অথবা তীক্ষ্ণ নামৰ গূঢ় পুৰুষসকলে তাত থাকোতে ৰাতি সংঘী বোৰৰ মাজত কিবা বিবাদ লাগিলে যিকোনো এক পক্ষৰ গাত তেনে কাৰ্যৰ দোষ আৰোপ কৰি দুয়ো পক্ষৰ মাজত যুঁজ লগাই দিব।... যুঁজৰ শেষ হ'লে শৌণ্ডিক আৰু সৌৰিকৰ বেশধাৰী গূঢ় পুৰুষসকলে নিজ পুত্ৰ বা স্ত্ৰীৰ মৰণ হোৱা বুলি চেলু ধৰি প্ৰেতৰ উদ্দেশ্যে অৰ্পণ কৰা বুলি মদ উলিয়াব আৰু সেই শত-শত কলহ মদৰ ফলহ, সংঘীবোৰক দিব।..........অথবা কুলটা স্ত্ৰীৰ গিৰিহঁত হৈ বা প্লৱক, নট, নৰ্তক বা যাদুকৰৰ বেশ ধৰি থকা গুপ্তচৰসকলে পৰমৰূপ-যৌৱন বিশিষ্ট স্ত্ৰীলুলুপ হোৱাৰ পাচত সিঁহতৰ ভিতৰতে অন্যতম কোনোবা এক স্ত্ৰীৰ প্ৰতি বিশ্বাস উৎপাদন কৰাই, মিলনৰ গুপ্তস্থান ঠিক হোৱাৰ পাচত, সেই ৰমণীক অন্য এক সংঘমুখ্যৰদ্বাৰা অন্য ঠাইলৈ নিয়াই বা অন্য কোনোবা সংঘমুখ্যই সেই ৰমণীক অপহৰণ কৰা বুলি মিছাকৈ ৰটনা কৰি সংঘমুখ্যবোৰ মাজত এই গুপ্তচৰসকলে কাজিয়াৰ সৃষ্টি কৰাব। এইদৰে কাজিয়া লাগিলে তীক্ষ্ণ নামৰ গুপ্তচৰসকলে নিজৰ কাৰ্য সমাধা কৰিব, অৰ্থাৎ কোনোবা এজন সংঘমুখ্যক হত্যা কৰি ৰটাই দিব যে এই কামুক ব্যক্তি প্ৰতিদ্বন্দী আন এটা কামুকৰদ্বাৰা নিহত হৈছে। অথবা এই সংঘমুখ্যবোৰৰ কোনোবাই যদি কাজিয়া কৰিব নোখোজে, তেন্তে সেই ৰমণীৰদ্বাৰা কোৱাব এনেকৈ, " আপোনাৰ প্ৰতি মই আসক্ত ; কিন্তু অমুক সংঘ-মুখ্যই মোক বাধা দিছে ; তেওঁ জীয়াই থাকোতে মই আপোনাৰ ওচৰত থাকিবলৈ সাহ নকৰো। " এনেকৈ কৈ সেই সংঘমূখ্যক বধ কৰাৰ আয়োজন কৰিব। অথবা, যদি কোনো সংঘমুখ্যই সেই তিৰোতাক বলেৰে কোনোবা হাবি বা আন গুপ্ত ঠাইলৈ লৈ যায় তেন্তে তীক্ষ্ণ নামৰ গুপ্তচৰে সেই সংঘমূখ্যক হত্যা কৰিব বা সেই তিৰোতাৰ হতুৱাই বিষ-প্ৰয়োগেৰে হত্যা কৰাব। তাৰ পাচত সেই ৰমণীয়ে এনেকৈ কব, "অমূক প্ৰতিদ্বন্দী প্ৰেমিকে মোৰ প্ৰিয়জনক হত্যা

কৰিছে।" অথবা সিদ্ধপুৰুষৰ বেশধাৰী গুপ্তচৰে কোনোবা স্ত্ৰীক কোনোবা সংঘমূখ্য বশ কৰাৰ বশীকৰণ ঔষধ বুলি দিহ দি দিব আৰু সেই সংঘমুখ্য বধ হোৱাৰ খবৰ পোৱাৰ লগে লগে পলাই যাব। সেই গুপ্তচৰ পলাই যোৱাৰ পাচত আনবোৰ গুপ্তচৰে আহি প্ৰচাৰ কৰিব যে অমুক সংঘমূখ্যই সেই সিদ্ধ পুৰুষক পঠিয়াই দিছিল - এই প্ৰতিদ্বন্দ্বী কামুক সংঘমুখ্যক বধ কৰিবৰ কাৰণেই। অথবা ধনী বিধবা স্ত্ৰীলোক বা সধবা হলেও দাৰিদ্ৰাদি দোষত গুপ্ত ব্যাভিচাৰিণী হোৱা স্ত্ৰীলোক বা স্ত্ৰী বেশধাৰী পুৰুষ গুপ্তচৰসকলে দায় আৰু নিক্ষেপ সম্বন্ধী বিবাদত মধ্যস্থতা কৰি সংঘমূখ্য বিলাকৰ ওচৰলৈ গৈ সিবিলাকক কথা কৈ খং তুলি দিব। অথবা দেৱতাৰ ছবি দেখুৱাই জীৱিকা অৰ্জা নাৰী, সাপ - নচুৱা স্ত্ৰী, নৰ্তকী বা গায়িকা স্ত্ৰীয়ে সংঘমূখ্যক উন্মাদিত কৰিব। এইভাবে উন্মাদিত হৈ বশীভূত হোৱা সংখামুখ্যবোৰ সংকেত দিয়া গুপ্তস্থানত সমাগম হলেই তীক্ষ্ণ নামৰ গুপ্তচৰসকলে সিহঁতক বধ কৰিব বা বান্ধি লৈ অপহৰণ কৰিব। অথবা, কোনোৱা গুপ্তচৰ পুৰুষে সংঘমুখ্য বা গণপতিক এইদৰে জনাব, "অমুক গাঁৱত দুখীয়া অমুক পুৰুষ জীৱিকাৰ অন্বেষণত আন ঠাইলৈ গৈছে, তাৰ স্ত্ৰী ৰাজভোগৰ যোগ্যা, তাইক আপুনি অনাই লওক," সেই স্ত্ৰীক সংঘমূখ্যই লৈ অহাৰ পোন্ধৰ দিন পাছত সিদ্ধবেশধাৰী এক পুৰুষে সংঘমুখ্যবোৰৰ মাজলৈ গৈ কান্দি চিঞৰি এইদৰে কবগৈ, "এইজন মুখ্য পুৰুষে মোৰ ভাৰ্যা, পুত্ৰবধু ভাগিনী বা কন্যাক বলাৎকাৰ কৰি আনি ভোগ কৰিছে।" যদি সংঘই সেই মুখ্যক নিগৃহীত কৰে বা খেদি দিয়ে তেন্তে ৰজাই সেই মুখ্যক নিজৰ বশলৈ আনি অন্যান্য প্ৰতিকুলাচাৰী মুখ্যবোৰৰ বিৰুদ্ধে তাক লগাই দিব। আৰু যদি সেই মুখ্যক সংঘই নিগৃহীত নকৰে তেন্তে তীক্ষ্ণ নামধাৰী গুপ্তচৰে সেই সিদ্ধবেশধাৰী পুৰুষক হত্যা কৰিব। তেতিয়া অন্যান্য সিদ্ধবেশধাৰী গুপ্তচৰবোৰে চিঞৰি কব, 'এই সংঘমূখ্য পুৰুষ ব্ৰহ্মঘাতী আৰু ব্ৰাহ্মণীৰ লগত অপকৰ্মত ৰত।" অথবা দৈবজ্ঞৰ বেশধাৰী গূঢ় পুৰুষে বা গুপ্তচৰে সংঘমূখ্যৰ অন্যতমৰ দ্বাৰা বৃতা আপোন কোনোবা ব্যক্তিৰ কণ্যা সম্বন্ধে অন্যতম সংঘমূখ্যক এইদৰে কব, - "অমুক ব্যক্তিৰ কন্যা যাৰ পত্নী হ'ব সেইজন ৰজা হ'ব আৰু সেই কন্যাই প্ৰসব কৰা পুত্ৰ ৰজা হ'ব। এতএব, হে স্বামী, সৰ্বস্বদানে বলাৎকাৰপূৰ্বক সেই কন্যাক লাভ কৰিব লাগে।" যি সংঘমূখ্যক এই কথা কোৱা হয় তেওঁ যদি সেই কন্যা লাভ কৰিব নোৱাৰে তেন্তে পূৰ্বতে সেই কন্যাক বৰণ কৰোতাজনক এই সংঘমূখ্যৰ বিৰুদ্ধে উৎসাহিত কৰিব। আৰু যদি সেই সংঘমূখ্যই সেই কন্যাক লাভ কৰিব পাৰে তেন্তে পূৰ্বতে বৰণ কৰোতাৰ লগত কাজিয়া লাগিবই। অথবা ভিক্ষুকী বেশধাৰী স্ত্ৰী গুপ্তচৰে ভাৰ্যা প্ৰেমৰত কোনোবা সংঘমূখ্যক এইদৰে ক'ব, "অমুক যৌৱনদীপ্ত মুখ্যই আপোনাৰ ভাৰ্য্যাৰ প্ৰতি কামলোলুপ হৈ মোক দূতীৰূপে পঠাইছে। তেওঁৰ খঙৰ ভয়ত মই এই চিঠি আৰু অলঙ্কাৰ লৈ ইয়ালৈ আহিছো। আপোনাৰ ভাৰ্যা নিৰ্দোষ। আপুনি গুপ্তভাৱে সেই পাষণ্ডক আঁতৰোৱাৰ (অৰ্থাৎ বধ কৰাৰ) ব্যবস্থা কৰক। যেতিয়ালৈকে তাক বধ কৰিব নোৱাৰে তেতিয়ালৈকে ময়ো আপোনাৰ ওচৰত থাকিব নোৱাৰো। " এনেকুৱাকৈ বিবাদৰ সূত্ৰপাত হলে বা তীক্ষ্ণ গুপ্তচৰৰ দ্বাৰা বিবাদৰ সূত্ৰপাত হ'লে ৰজাই অল্পশক্তি বিশিষ্ট সংঘমূখ্যক কোষ আৰু দণ্ডেৰে নিজবশলৈ আনি তেওঁক অন্যান্য বিদ্ৰোহী সংঘমূখ্যৰ বিৰুদ্ধে আক্ৰমণ কৰিবলৈ নিয়োজিত কৰিব.....।

বাঃ বাঃ বাঃ - কি সুন্দৰ বুদ্ধি। শ্ৰেণী বিভক্ত সমাজৰ ৰাজ-শক্তিয়ে এতিয়াও সংঘবদ্ধ জনগণক বশ কৰি ৰাখিবলৈ এইবোৰ ব্যৱস্থাকে হাতত নলয়নে? তেন্তে, এই সংঘ, গণ আৰু গণপতিৰ প্ৰতি থকা বিদ্বেষৰ কাৰণ, অভিজাত শ্ৰেণীৰ নিম্ন শ্ৰেণীৰ প্ৰতি সৰ্বদা বিদ্যামান বিদ্বেষৰ সৈতে একে? এনেকুৱা গণৰ অধিপতি গণেশ বশলৈ নহালৈকে হে বিঘ্নৰাজ হৈয়ে থাকিব তাত আচৰিত হ'ব লগা একো নাই।

এনেকুৱা কুৎসিৎ জঘণ্য উপায়েৰে এদল মানুহক বশ কৰাৰ চেষ্টা অভিজাত ৰাজশক্তিয়ে কিয় কৰিব লগা হয়? শ্ৰেণীৰ স্বাৰ্থত, নিজ শ্ৰেণীক সুখত ৰাখিবলৈ, লোকায়ত বা নিম্ন শ্ৰেণীক কেবল উৎপাদনৰ হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰি থকা অব্যাহত সবাৰ পাবলৈ - যাতে সিহঁতেও মানুহ হিচাপে সমান সুবিধা দাবী কৰাৰ সুযোগ আৰু সাহস নাপায়। কিন্তু, গুপ্তচৰ পঠিয়াই এনেকুৱা জঘণ্য কৰ্মেৰে এদল মানুহক শক্তিহীন কৰিবলৈ উঠি-পৰি লগা ৰাজশক্তিক হীন বুলিব পাৰি নে সেই সকল গণবিলাকক হীন বুলিব পাৰি? তাৰ মানে, আদিম গণ সমাজত লোভ-ক্ৰোধ আদি তেতিয়াৰ ৰাজশক্তি আৰু

পুৰোহিত শ্ৰেণীয়ে বুদ্ধি কৰি সুমাই দিছিল। আৰু তাকে কৰিবলৈ ৰাজশক্তিয়ে সেই গণবোৰৰ মাজলৈ সাধু বেশধাৰী গুপ্তঘাতক, সধবা বা বিধবা গণিকা, কামোত্তেজক মদ আদি অনেক বস্তু পঠিয়াব লগা হৈছিল।

ইমান ভয় কৰিছিল যে গণবোৰক ? কৰিছিল, আৰু এতিয়াও কৰে। এটা হিচাপ হাজিৰ কৰিলে কথাটো পৰিস্কাৰ হ'ব। ট্ৰাইবেল বা জনজাতীয় গণ-সমাজৰ বিৰুদ্ধে এনেকুৱা জঘণ্য নীতি অনুসৰণ কৰাৰ পাচতো সেই গণ সমাজ কিন্তু সম্পূৰ্ণ বিলুপ্ত হৈ নগল। কাৰণ গণশক্তিৰ সংগঠন আৰু সংখ্যাগৰিষ্ঠতাৰ আগত ৰাজশক্তিৰ ব্যক্তিসংখ্যা অতি নগণ্য। ১৮৭১ - ৭২ চনৰ চেন্সাছ ৰিপোৰ্ট অনুসাৰে (বৰ্তমানৰ ৰিপোৰ্টত হিচাপ কৰি উলিয়ালেও একে সত্যকে ওলাব) ১৮৬০ লাখ মানুহৰ ভিতৰত ১৮০ লাখ মানুহ তেতিয়াও ট্ৰাইবেল সমাজতে আছিল। বাকী ১৬৮০ লাখ মানুহৰ মাজত মাত্ৰ ১৬০ লাখ মানুহ উচ্চ জাতৰ। তেন্তে বাকী ১৫২০ লাখ মানুহ কি ? এই বিৰাট সংখ্যক মানুহ, সেই ৰিপৰ্ট মতে, আগেয়ে আছিল স্থানীয় অসভ্য আৰু অনাৰ্য মানুহ। আৰ্যই এই দেশত সভ্যতা বিস্তাৰ কৰাৰ পাচত বোলে এই মানুহখিনি সভ্য হৈ আৰ্যসভ্যতাৰ অন্তভূক্তি হৈছিল। এই ১৫২০ লাখ মানুহৰে ৪১০ লাখে অৱশ্যে মুছলমান ধৰ্মগ্ৰহণ কৰা বুলি কোৱা আছে। তাৰ মানে ইয়াকে বুজা হ'ল যে ১৮৬০ লক্ষ মানুহৰ ভিতৰত ১৭০০ লাখ মানুহ (১৮০+১৫২০) অনাৰ্যই; আৰ্যৰ অভিজাত শ্ৰেণী তথা ৰজানুগ্ৰহ প্ৰাপ্ত শ্ৰেণীয়ে গণ-নিবাসী দুখীয়া আৰু নিম্ন শ্ৰেণীৰ আৰ্যবোৰকো অনাৰ্য বুলিয়েই কৈছিল। আৰু এটা কথা ; বৃটিছে আহি ভাৰতত আৰ্যৰ সভ্যতাৰ জয়ঢোল বৰ বেছিকৈ কোবালে। কাৰণ বৃটিছে মানুহৰ মনত প্ৰত্যয় নিয়াব খুজিছিল যে যেনেকৈ বাহিৰৰ পৰা অহা আৰ্যই ভাৰতক উন্নতিৰ জখলাত তুলি নিলে, সেইদৰেই বাহিৰৰ পৰা অহা আৰ্য বৃটিছেও ভাৰতৰ উপকাৰৰ অৰ্থেই ভাৰতৰ শাসন ক্ষমতা হাতত লৈছে। আৰু যাতে ভাৰতবাসীয়ে হৃদয়ঙ্গম কৰে যে এই দেশত এইদৰে বাহিৰৰ পৰা অহা সত্য আৰু উন্নত মানুহে শাসন কৰাটো স্বাভাৱিক কথা, ঐতিহাসিক সত্য।

বাঃ, কৌটিল্যৰ নিচিনা ৰাজনীতিজ্ঞই সিমানতে এৰি যোৱা নাই; এয়া আৰু ওলাইছে। নীতিবিগৰ্হিত নানা উপায়েৰে গণ-সংগঠনবোৰ ভাঙি দিয়াৰ পাচত সেই মানুহবোৰক কি কৰিব লাগে তাকো কৈ গৈছে। কৌটিল্যৰ মতে, সেই ভাঙি দিয়া গণ-সমাজৰ মানুহবোৰক ৰজাই প্ৰথমে সৈন্য বিভাগত ভৰ্তি কৰিবলৈ চেষ্টা কৰিব। অৰ্থাৎ এতিয়াৰ দৰে যুঁজাৰু জনজাতীয় মানুহ সাধাৰণ সৈণ্য বিভাগত ভৰ্তি কৰিবলৈ চেষ্টা কৰিব। অৰ্থাৎ এতিয়াৰ দৰে যুঁজাৰু জনজাতীয় মানুহ সাধাৰণ সৈন্য কৰিবলৈ নিয়াদি তেতিয়াও নিয়াৰ ব্যৱস্থা দিছিল। তাৰ পাছত আৰু কৈছিল, গণ সমাজত হোৱা সকলোবোৰ বিবাদতে ৰজাই হীনপক্ষক কোষ আৰু দণ্ডেৰে স্বপক্ষে আনি নিজ প্ৰতিপক্ষ বা শত্ৰুৰ বিপক্ষে সিহঁতক থিয় কৰাই দিব।

কিন্তু গণ-সমাজৰ শক্তি যে গণ বন্ধন বা একতা সেই কথা ভদ্ৰসৱে পাহৰা নাছিল। সেই কাৰণেই ব্যৱস্থা দি গৈছে যে গণসমাজৰপৰা উৎপাটিত সেই মানুহবোৰক পাঁচ ঘৰ বা দহ ঘৰকৈ সৰু সৰু দলত বিভক্ত কৰি দূৰে দূৰে বহুৱাই কৃষি-কাৰ্যত নিযুক্ত কৰিব লাগিব। -- দশকুলিং পঞ্চকুলিং বা কৃষ্যাং নিবেশয়েৎ। কৌটিল্যই কৈ গৈছে যে এই মানুহবোৰক বহুৱাওঁতে যাতে পৰস্পৰৰ মাজত সম্পৰ্কৰহিত হৈ থাকিবলগীয়া হোৱালৈ লক্ষ্য ৰখা হয়। যাতে সেই মানুহবোৰে আকৌ একগোট হৈ মূৰ দাঙিব নোৱাৰে। কাৰণ ইহঁতক একেলগে থাকিবলৈ দিলে আকৌ ৰজাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিব পাৰে।

যিবিধ গণ-সমাজ বা সংঘ, বা জনজাতীয় সমাজক ধ্বংস কৰিবৰ কাৰণে কৌটিল্যৰ ইমান চেষ্টা , সমাজ বিজ্ঞান মতে সেই প্ৰাগবিভক্ত গণ সমাজৰ ধবংসস্তুপৰ ওপৰতে ৰাজশক্তিৰ আৰ্বিভাব হৈছিল। মহাভাৰতত সেই ৰাষ্ট্ৰশক্তিৰ আবিৰ্ভাব হৈছিল। মহাভাৰতত সেই ৰাষ্ট্ৰ শক্তিৰ আৰ্বিভাবৰ বিষয়ে ভীষ্মই কৈছে -

" সৰ্বপ্ৰথম পৃথিৱীত ৰাজ্য, ৰজা, দণ্ড, দণ্ডাৰ্হ ব্যক্তি আদি একোৱেই নাছিল। মানুহে একমাত্ৰ ধৰ্ম অৱলম্বন কৰি পৰস্পৰে পৰস্পৰক ৰক্ষা কৰিছিল। মানুহে এইদৰে কিছুদিন কাল-যাপন কৰি বুজিলে যে পৰস্পৰে পৰস্পৰক ৰক্ষা কৰা নিতান্তই কষ্টকৰ। এই সময়তে তেওঁলোকৰ মনোমন্দিৰত প্ৰবেশ কৰিলে মোহ। মোহৰ আবিৰ্ভাবৰ কাৰণে জ্ঞানৰ আৰু ধৰ্মৰ লোপ হ'বলৈ ধৰিলে আৰু মানুহবোৰ ক্ৰমে লুভীয়া, পৰধন গ্ৰহণ - তৎপৰ , কামপৰায়ণ, বিষয়াসক্ত আৰু কাৰ্য্যাকাৰ্য

বিবেকশূণ্য হৈ পৰিল। ... এই অৱস্থাৰ হাতৰপৰা মানুহক মুক্তি দিবলৈকে সৃষ্টি হ'ল ৰজা, ৰাজ-ধৰ্ম, ৰাজনীতি।"

ইয়াত অৱশ্যে মন কৰিব লাগিব যে ভীষ্ম ৰাজতন্ত্ৰৰ মানুহ। গতিকে গণ সমাজক দোষী কৰি দেখুৱাই ৰজাৰ আৱশ্যকতা প্ৰতিপন্ন কৰিছে। ইয়াতকৈ ভাল উদাহৰণ আছে বৌদ্ধ সাহিত্যৰ মহাবস্তু অবদানত । ইয়াৰ বৰ্ণনা বাস্তৱানুগ আৰু চিত্তাকৰ্ষক। মহাবস্তু অবদানে দেখুৱাইছে যে সকলোৰে মূলত আছে উৎপাদন পদ্ধতিৰ উন্নতি। খেতি-বাতি কৰিবলৈ শিকাৰ পাচত লাহে লাহে প্ৰয়োজন হ'ল সকলোৰে মাজত বেলেগ বেলেগকৈ মাটি বিলাই দিয়াৰ ; আৰু শেষ পৰ্যন্ত এই ব্যক্তিগত সম্পত্তি লৈয়েই উপস্থিত হোৱা নানা সমস্যাৰ সমাধানাৰ্থেই কালক্ৰমত ৰাষ্ট্ৰ-শক্তিৰ উদ্ভৱ। মহা বস্তু অবদানৰ মতে আগৰ যৌথ জীৱনত মানুহে সুখ নিবাসত থাকি প্ৰীতি ভক্ষণ কৰি জীৱন - যাত্ৰা নিৰ্বাহ কৰিছিল। তেওঁলোকে যি কৰ্মকে কৰিছিল সেয়ে দলৰ আছিল। কিন্তু খেতি-বাতিৰ উপায় নিয়ম শিকাৰ পাচত, দলৰ মাজত মাটি ভাগ কৰি দিয়াৰ পাচত দেখা গ'ল চুৰি, মিছা কথা, মৰামৰি আৰু কটাকটি। তেতিয়া সকলোৱে মিলি পৰামৰ্শ কৰিলে যে তেওঁলোকে বলবান, বুদ্ধিমান, সকলোৰে মন যোগাই চলিব পৰা এজনক নিজৰ মাটি ৰাখিবৰ কাৰণে নিযুক্ত কৰিব। আৰু তেওঁক সকলোৱে নিজৰ ফচলৰ ছয় ভাগৰ এভাগ দিব। সেই মানুহজনে অপৰাধীক দণ্ড দিব, ভাল মানুহক ৰক্ষা কৰিব আৰু ভাগ মতে সকলোৱে ফচল পোৱাৰ ব্যৱস্থা কৰি দিব। ..... এই মাটি ৰাখোতাই ৰজা, ফচলৰ ছয় ভাগৰ এভাগ তাৰ দৰমহা।

বৌদ্ধ ঐতিহ্যত গণতন্ত্ৰৰ প্ৰভাৱ প্ৰবল কাৰণেই এই বৰ্ণনাত প্ৰাক-বিভক্ত গণ-সমাজৰ ধ্বংসস্তূপৰ ওপৰত ৰাষ্ট্ৰশক্তিৰ উদ্ভৱৰ এটা বাস্তৱধৰ্মী বৰ্ণনা পোৱা যায়।

এইবোৰ কথাৰপৰাই প্ৰমাণ হয় যে আদিম অবিভক্ত সমাজৰ বিষয়ে প্ৰাচীন লোকসকলে জানিছিল , হয়তো সেই আদিম সমাজ যিবোৰ ঠাইত থাকি গৈছিল সেইবোৰৰ প্ৰত্যক্ষ অভিজ্ঞতাও লভিছিল । প্ৰাচীন পুথি-পত্ৰত গণপতিক বিচাৰি যাওঁতে আমি প্ৰাচীন গণ-সমাজ বুজোৱা শব্দ হিচাপে গণ, ব্ৰত, সংঘ, পুগ, শ্ৰেণী প্ৰভৃতি পাওঁহক। আৰু সেই আদিম সমাজৰ কিছু কিছু চিন আজিও ভাৰতৰ বহুত পিছ পৰা অঞ্চলত জিলিকি আছে। অসমৰ কথাই চোৱা যাওক। এই অসমত গাৰো, ৰাভা, কছাৰী, হাজং, মিকিৰ, মিছিং, মিৰি, কোচ, খাছি, জৈয়ন্তীয়া, আবৰ, নগা, মিজো, আদি কৰি জনজাতীয় মানুহবোৰ বাদ দি গৈ থাকিলে বাকী অসমীয়া কেইটা থাকিবগৈ ? এই জনজাতীয় গোটবোৰ এসময়ত গণ বা সংঘবদ্ধ সমাজত বাস কৰিছিল। কিন্তু ৰাষ্ট্ৰশক্তিৰ আৰ্বিভাবৰ পাচত সৃষ্টি হোৱা এমুঠি সুবিধাভোগীৰ হাতত সকলো ক্ষমতা আৰু সম্পত্তি পৰিল আৰু এই জনজাতীয় গোটবোৰে পিচ পৰি ৰৈ গ'ল। কোনে জানে এইবোৰ জনজাতীয় গোটৰ ওপৰত কৌটিল্যাই দিয়া ব্যৱস্থা কিমানদূৰ প্ৰয়োগ কৰা হৈছিল। আৰু নগা বা মিজো জনজাতীয় লোকে কৌটিল্য বৰ্ণিত ব্যৱস্থাৰ প্ৰতিবাদতে বিদ্ৰোহৰ পথ লৈছে নে কৌটিল্য বৰ্ণিত ব্যৱস্থা তাত প্ৰবৰ্তন কৰিব নোৱাৰাৰ কাৰণেই আদিম একতাৰ মন্ত্ৰ পুনৰ মনত পেলাই এই দুই জনজাতি জাগ্ৰত হৈ উঠিছে, তাৰ বিষয়ে গৱেষণাৰ অৱকাশ আছে। কিন্তু এই কথা ঠিক যে শাসকচক্ৰই সিবিলাকৰ মাজতো সিদ্ধিদাতা দলপতি আবিষ্কাৰ কৰি লৈছে।

গণেশৰ সেই হাতীৰ মূৰটো লৈ আমাৰ পণ্ডিত বৰ্গইকম কল্পনা শক্তিৰ পৰিচয় দিয়া নাই। কিন্তু সেইবোৰ বৰ্ণনাৰ পৰস্পৰ বিৰোধিতাই প্ৰমাণ কৰে যে সেইবোৰ পিচৰ কালৰ কেৱল কল্পনাহে । কিন্তু বিজ্ঞান মতে এটা কথা ধৰিব পাৰি যে এই হাতীৰ মূৰটোৱে প্ৰমাণ কৰে যে গণেশৰ আদি ৰূপত-অৰ্থাৎ দেৱত্বপ্ৰাপ্তিৰ আগৰ ৰূপত- আছিল হাতী টোটেম, অৰ্থাৎ সেই গণসমাজৰ মানুহে হাতীকে সেই দলৰ মূল বুলি বা আদি বুলি ভাবিছিল।

টোটেম বিশ্বাসৰ ওপৰত দিয়া ব্যাখ্যাই আকৌ মানুহক পাগল কৰিব। আচলতে কথা হ'ল , জন্তু-জানোৱাৰৰ নামেৰে মানব দলৰ নামাকৰণ পদ্ধতি মানুহৰ সংগঠনৰ এক আদিম পৰ্যায়ৰ বৈশিষ্ট্য। পৃথিৱীৰ সকলো ঠাইতে আদিম সমাজত এই প্ৰথা থকাৰ প্ৰমাণ পোৱা গৈছে। এই বিশ্বাসৰ অৰ্থ হ'ল, পুৰা এদল মানুহে বিশ্বাস কৰে যে কিবা এক জন্তু বা গছৰ পৰা তেওঁলোকৰ জন্ম আৰু তেওঁবিলাক সকলোৱেই সেই গছ বা জন্তুৰ বংশধৰ। আৰু সেয়ে তেওঁলোকৰ ধাৰণাত সেই গছ বা

জন্তুৰ নামেই তেওঁলোকৰ আচল পৰিচয়। আদিম টোটেম-সমাজ যদি সচাঁকৈয়ে এনেকুৱা আদিম সাম্য-সমাজ হয়, তেন্তে এই টোটেম-পূজাৰ পৰাই পিছৰ যুগৰ অধ্যাত্মবাদ বা ধৰ্ম-বিস্বাসৰ জন্ম নেকি? কথাটো ভুল। মনত ৰখা দৰকাৰ যে ধৰ্মাচেতনাৰ মূল কথা হ'ল উপাস্য-উপাসকৰ মাজত প্ৰভেদ, - উপাস্য দেৱতা ওপৰ স্তৰৰ, স্বৰ্গৰ, উপাসক তলৰ স্তৰৰ, উপাস্য দেৱতাৰ ওচৰতে ভিক্ষাৰী। কিন্তু টোটেম-বিশ্বাসী আদিম মানুহৰ কাৰণে টোটেম উপাস্য -দেৱতা নাছিল। যিদল মানুহৰ টোটেম বাঘ, সেইদল মানুহৰ প্ৰত্যেকেই নিজক বাঘ বুলি ভাৱে। নিজৰ টোটেম চিন বাঘক নিজতকৈ নিজতকৈ ওপৰৰ বুলি নাভাৱে। গতিকে টোটেম বিশ্বাসক ধৰ্ম বিশ্বাসৰ আদি পৰ্যায় বুলিব নোৱাৰি। টোটেম সমাজ ভাগি ৰাষ্ট্ৰৰশক্তিৰ আৰ্বিভাৱৰ ফলত, শাসকৰ আৰ্বিভাৱৰ ফলত, শাসকৰ হাতত ঐশ্বৰ্য কেন্দ্ৰীভূত হোৱাৰ সময়তহে প্ৰকৃত অৰ্থত ধৰ্ম-বিশ্বাসৰ জন্ম হ'ল। সামজ বিকাশৰ এই পৰ্যায়ত টোটেমৰ অৱশ্য জাত সলনি হ'ল- এই টোটেমকে কালক্ৰমত দেৱতাৰ জাতলৈ তুলিলে। টোটেম সমাজত যি দলৰ চিন জন্তুটোৰ লগত দলৰ সকলো মানুহে একাত্মবোধ কৰিছিল, ৰাষ্ট্ৰৰ উৎপত্তিৰ পাচত সেই জন্তুকে মানুহে দেৱতা বুলি আঠুকাঢ়ি প্ৰণাম কৰিলে। আমেৰিকাৰ ওজিবে নামৰ এদল অধিবাসীৰ ভাষাত এনেকুৱা গোষ্ঠীৰ চিন- স্বৰূপ জন্তু বা গছক 'টোটেম' বোলে আৰু তাৰ পৰাই এই শব্দ লোৱা হৈছে। আমাৰ ভাৰতৰ বেদ আদি প্ৰাচীন পুথিত এই টোটেম বিশ্বাসৰ চিন অসংখ্য। আমাৰ হিন্দুধৰ্মৰ গোত্ৰবোৰৰ নামকে চালেই হ'ল। ব্ৰাহ্মণাদি উচ্চ বৰ্ণৰ কেইটামান বিখ্যাত গোত্ৰকে নমুনা লোৱা হওক। ভৰদ্বাজ গোত্ৰ, ভৰদ্বাজমানে ভৰত পখী। গোতম= গৰুৰ পৰা; কাশ্যপ = কাছ;, শুনক = কুকুৰ;মৌদগল্য = মাগুৰ মাছ; কৌশিক=ফেচাঁ; বাৎস= গৰুপোৱালি, মাণ্ডুকেয়-মণ্ডুক বা ভেকুলী; দাভায়ান - দুৰ্বা ঘাঁহ; তৈত্তিৰীয় -তিত্তিৰ চৰাই। অৱশ্যে পৰবৰ্তী যুগত গোত্ৰবোৰৰ এই টোটেম অস্তিত্ব ঢাকিবলৈ কাশ্যপ আদি নামবোৰক ঋষিৰ নাম বুলি প্ৰচাৰ কৰা হৈছে। উপনিষদ-সংহিতা আদিৰ নামতো একে টোটেম বিশ্বাস বৰ্তমান। যেনে - বৰাহ, ছাগলেয়, হাবদ্ৰবীয়, দুন্দুভ ইত্যাদি। এটাইতকৈ আচৰিত লাগিব শ্বেতাশ্বেতৰ উপনিষদৰ নাম; ইয়াৰ অৰ্থ হ'ল স্বেত্ব অশ্বতৰ অৰ্থাৎ বগা খচ্চৰ।

এইবোৰৰ তুলনাত আমাৰ গণেশ দলপতি হৈ থকা মানুহবোৰৰ হাতী টোটেম থকাটো অতি সাধাৰণ কথা। টোটেম বিশ্বাসেই প্ৰমাণ কৰে যে বৈদিক বা তথাকথিত আৰ্যবোৰ ভাৰতত আনবিলাক অধিবাসীতকৈ সুসভ্য নাছিল। কাৰণ অনাৰ্যৰ দৰেই আৰ্যইও প্ৰাক্-বিভক্ত যৌথ সমাজত একেদৰেই টোটেমত বিশ্বাস কৰিছিল। নহলে ইমানবিলাক ঋষি আৰু গোত্ৰৰ নাম জন্তু আৰু গছ-গছনিৰ পৰা নাহিলহেতেন। আচলতে আৰ্যৰ অভিজাত শ্ৰেণী আৰু অনাৰ্যৰ পুৰোহিতশ্ৰেণীৰ সংমিশ্ৰণতে বৈদিক সংস্কৃতিৰ জন্ম। আৰু এই দুটা অভিজাত শ্ৰেণীৰ মাজৰপৰা একালত ৰাষ্ট্ৰ শক্তি হাতলৈ অনা উচ্চ শ্ৰেণীৰ জন্ম। এনেকুৱা এক সংমিশ্ৰিত শ্ৰেণীয়েযে গণেশক বিদ্বেষৰ চকুৰে চাব তাত আচৰিত হ'ব লগা একো নাই। কাৰণ, তেতিয়াও গণ বা সংঘ পাতি থকা মানুহবোৰ আছিল ৰাষ্ট্ৰ শক্তিৰ শত্ৰু। সেই অগণন গণ-শক্তিৰ ওপৰত ৰাষ্ট্ৰ-শক্তিৰ যি অত্যাচাৰ তাৰ কথা নজনাকৈয়ে আজি সাধাৰণ মানুহৰ অসন্তোষক তিৰস্কাৰ কৰা পণ্ডিতবোৰক শূলত দিব লাগে।

পাহৰিলে নচলিব যে ছবিৰ দৰে সুন্দৰ এই গাঁওবোৰ, আমাৰ স্কুলীয়া পাঠ্যৰ পদ্যত থকা

> শুৱনি আমাৰ গাঁওখনি অতি
>
> শুৱনি গছেৰে ভৰা.......... ....
>
> চালত কোমোৰা লাও জিকা ভোল
>
> ভঁৰালত জহা ধান.......আদি।

বৰ্ণনাৰে আকৰ্ষণীয় কৰা এই আমাৰ গাঁওবোৰ দেখাত নিৰীহ যেন লাগিলেও, এইবোৰেই চিৰকাল প্ৰাচ্য স্বৈৰাচাৰ মজবুত বুনিয়াদ আছিল; এইবোৰ গাঁৱেই মানৱ-মনক সংকীৰ্ণ গণ্ডীৰ মাজত আবদ্ধ কৰি ৰাখি গঢ়ি তুলিছিল কুসংস্কাৰৰ অবাধ হাতিয়াৰ ৰূপে, প্ৰচলিত নিয়মৰ ক্ৰীতদাস ৰূপে। এই গাঁওবোৰ সকলো ঐতিহাসিক শক্তি আৰু গৌৰৱৰপৰা

বঞ্চিত। গতিকে গাঁৱক প্ৰশংসা কৰি গাঁৱলৈ ঘূৰি যাবলৈ আহ্বান দিয়া নেতৃবৰ্গৰ মতলব হ'ল শোষণৰ পথ সুকমল কৰি ৰখা।

পাহৰিলে নচলিব যে এই স্থিতিশীল, মৰ্যাদাহীন, নিষ্কৰ্মা জীৱন, এই নিষ্ক্ৰিয় সত্তাই আন কালে বিপৰীত লক্ষণ হিচাপে জগাই তুলিছিল উৎসৱ উন্মত্ত অন্ধ আৰু অসীম শক্তিক; হিন্দুস্থানত আনকি খুন বা হত্যা কৰাকো ধৰ্ম-কৰ্ম বুলি ব্যাখ্যা কৰা হৈছিল।

পাহৰিলে নচলিব এই সৰু সৰু সমবায় বা গোষ্ঠী সমাজ জীৱনক জাতিভেদ আৰু দাস প্ৰথাই কলুষিত কৰিছিল, মানুহক পাৰিপাৰ্শ্বিকৰ ক্ৰীতদাস কৰি ৰাখিছিল, স্বয়ং বিকাশমান সামাজিক অৱস্থাক প্ৰাকৃতিক নিয়তিৰ সমান কৰি তুলিছিল আৰু এইদৰেই একপ্ৰকাৰ পাশৱিক প্ৰকৃতি - পূজাৰ জন্ম দিছিল। মানুহৰ কিমান যে অধঃপতন হৈছিল সেই কথা ভালকৈ বুজিব পাৰি যেতিয়া আমি দেখো যে এই প্ৰকৃতি-ৰাজ্যৰ ৰজা মানুহে আঠু কাঢ়ি কোনোবা বান্দৰ গৰুক সেৱা কৰিছে।

ঃ দেউতা ! কি হৈছে দেউতা ?

ঃ কি হৈছে, একো হোৱা নাই।

ঃ মই চাহ খাবলৈ মাতিবলৈ গৈ দেখোঁ আপুনি টেবুলত মূৰটো থৈ টোপনি গৈছে। মই মাতিলেতো ক'ব নোৱাৰা। মূৰ ঘূৰাইছিল নেকি ?

ঃ ক'তা ? নাই ঘূৰোৱা মূৰ অ,' তই হ'বপায় সেই কাৰণে মোক শুৱাই দিলি ?

ঃ ওঁ।

ঃ নাই অ,' মোৰ কেলেই মূৰ ঘূৰাব ? এই গণেশক খামোচ মাৰি ধৰি থকাৰ কাৰণে আমাৰ সমাজ ইতিহাসৰ যি এক সত্যৰ পোহৰ হাতৰ মুঠিত পাইছোঁ, সেই সত্যই মূৰ ঘূৰোৱাৰ সলনি মোক এক উজ্বল ভৱিষ্যতৰ ছবিৰ মৃত সঞ্জীৱনী দিছে। মূৰ ঘূৰায় আমাৰ অভিজাত শ্ৰেণীৰ, সুবিধাভোগী শ্ৰেণীৰ। তই ........... ......

ঃ দেউতা চাহ খাওঁগৈ।

ঃ তাকে ক, বল।

ঃ চাহৰ টেবুলতে দীপকো বহি আছে। কেতিয়াবাই আহিল। আপোনৰ পঢ়া কোঠালৈকে আহিব খুজিছিল। মই বাধা দিলোঁ।

ঃ বল তেন্তে বল।

একেলগে লাহৰীৰ সৈতে যাওঁতে অধ্যাপক ৰাভাই কৈ গ'লঃ বুজিছ লাহৰী, আজি বহুত কথা জুকিয়ালো। মইটো নিজে একো ভাবিব লগা হোৱা নাই। কেৱল দৰকাৰী কথাবোৰ জুকিয়াই গৈছোঁ। অৰ্থাৎ পণ্ডিতবোৰে নাজানে আৰু মতলব কৰি ঢাকি থোৱা বহুত কথা একেলগে জুকিয়াই পেলাইছোঁ। অ,' তুমি, মানে তুমি.......

ঃ দীপক। লাহৰীয়ে সৰুকৈ সোঁৱৰাই দিলে।

ঃ দীপক, দীপক........।

ঃ গুড মৰ্নিং, মই আজি এক আচৰিত সময়ত হাজিৰ।

ঃ বহা , বহা, চাহ খোৱা।

ঃ বহিছো, কিন্তু চাহ নেখাওঁ। আজি অলপ শুচি হৈ আছোঁ।

ঃ কিয় ? হঠাৎ শুচি হোৱাৰ কাৰণ কি ?

ঃ আজি আমাৰ ঘৰত মোৰ হৈ কালী পূজা।

ঃ কালী পূজা? তোমাৰ হৈ?

ঃ ওঁ। মোৰ হৈ। আৰু তাৰ কাৰণে আপোনালোকক নিমন্ত্ৰণ জনাবলৈ আহিলোঁ। সোনকালে যাব দেই।

কোনো কথা নোকোৱাকৈ এটা আচৰিত বস্তু দেখাদি অধ্যাপক ৰাভাই দীপকলৈ চাই থাকিল।

ঃ ক'তা, একো নকলে দেখোন! সোনকালে যাব লাগিব কিন্তু। পাপাই কৈ পঠাইছে।

প্ৰশ্নসূচক দৃষ্টিৰে দীপকলৈ চাই তীক্ষ্ণ সুৰত অধ্যাপক ৰাভাই সুধিলে ঃ তুমি কি বিষয়ৰ লেক্চাৰাৰ?

ঃ ফিজিক্স, পদাৰ্থবিদ্যা। কিয় সুধিলে?

ঃ এনেয়ে। মই পূজালৈ নাযাওঁ। এই বুলি অধ্যাপক ৰাভাই চাহৰ পিয়লাটো টানি ললে। চাহ খাবলৈ লৈ পুনৰ কলে ঃ তোমাৰ আন কাম নাই যদি যাব পাৰা। চাহো নোখোৱা যেতিয়া বহি থকাৰো মানে নাই।

লাহৰীয়ে বুজিলে যে কালীপূজাৰ কথা কওঁতেই বাপেকৰ খং উঠিছে। গতিকে সমস্যাটো পাতল কৰি দিবলৈকে লাহৰীয়ে কলে ঃ আপুনিতো দেউতা বুঢ়া কৃষ্ণ কলিতাৰ ঘৰত হোৱা কালী পূজালৈ গৈছিল।

কিন্তু অধ্যাপক ৰাভা যেন বেছিহে বিৰক্ত হ'ল। খঙেৰে লাহৰীক কলে ঃ গৈছিলো। অজ্ঞ আৰু বুঢ়া কৃষ্ণ কলিতাৰ বিশ্বাস শুধৰোৱাৰ সময় নাই। কিন্তু বিজ্ঞানত এম-এচ-চি পাছ কৰি ডেকা এটাই কালীপূজা পাতি ফুৰিলে তাৰ কোনটো ৰূপ আচল বুলি ধৰিম? তাৰ অধ্যাত্মবাদী-ভাববাদী ৰূপটো নে সি শিকা বৈজ্ঞানিক পৰীক্ষা-নিৰীক্ষাৰে সত্যক বিচাৰ কৰাৰ নিৰ্দেশ ছাত্ৰক শিকোৱা বিজ্ঞানী ৰূপটোক? কি বিজ্ঞান পঢ়িছা তুমি? পূজা বিজ্ঞান নে পদাৰ্থবিজ্ঞান?

দীপক আচৰিত হ'ল। খঙো কম উঠা নাছিল। কঁপা মাতেৰে কলে ঃ মই ....মই....

ঃ হৈছে যোৱা, কালী পূজা পাতাগৈ। তোমাৰ সেই ডিগ্ৰীটোত কেৱল বিজ্ঞানী শব্দটো ঘঁহি-পিহি জিলিকাই ৰাখিবা। চাকৰিত লাগিব। খঙত ৰঙা পৰিছিল দীপক। কিবা এটা কব খুজি মুখ মেলোতেই অধ্যাপক ৰাভাই বিৰাট জেবেঙা হাতখনেৰে দুৱাৰলৈ দেখুৱাই কলেঃ I say get out. তৎক্ষণাৎ ওলাই যাব লাগে। এনেকুৱা দুতলীয়া মানুহৰ মোৰ ইয়াত ঠাই নাই। গেট্ আউট।

ফটা গেঞ্জীৰ মাজেৰে ওলাই থকা অধ্যাপক ৰাভাৰ শক্তিশালী দেহ আৰু বাহুৰ মাংশপেশী ফিন্দ খাই উঠালৈ এবাৰ চাই খঙত ওলাই যোৱাদি দীপক কোবেৰে ওলাই গ'ল। লগে লগে দুৱাৰমুখলৈ আহি অধ্যাপক ৰাভাই কলে ঃ and don't come again, পুৱাৰ বেলিত তেতিয়া তেজৰ স্বাক্ষৰ।

"Owing to a certain judicial blidness even the best intelligences absolutely fail to see the things which lie in front of their noses. Later, when the moment has arrived, we are surprised to find traces everywhere of what we failed to see..... look beyond the middle ages into the primitive age of each nation and that corresponds to the socialist tendency although these learned men have no idea that these two have any connection. They are therefore surprised to find what is newest in what is oldest....."

এবিধ বিচাৰবুদ্ধিৰ অন্ধতাৰ কাৰণেই আনকি সবাতোকৈ উচ্চ স্তৰৰ বুদ্ধিমান সকলেও একেবাৰে নাকৰ আগতে কি আছে তাকো দেখা নাপায়।.... সেই কাৰণেই তেওঁলোকে সবাতোকৈ পুৰণিৰ মাজতে সবাতোকৈ নতুনক পোৱা দেখি আচৰিত হয়।

**মহেঞ্জোদাৰোৰ** দিনৰে পৰা হেজাৰ বছৰ উত্থান পতনেৰে বাগৰি যোৱা দেশ ভাৰতত মানুহৰ এটা আচৰিত নির্বিকাৰ সহনশীলতা আছে। এক উৎকণ্ঠাহীন, উদাসীন, পৰিবৰ্তন অসম্ভৱ বুলি ভবা মনোভাব, সাগৰৰ সকলো নদীৰ উশৃঙ্খলতাক হেলাৰঙে অবদমন কৰিব পৰাৰ স্থিতাবস্থাত বিশ্বাসী এক এলাহ আছে। এনেহে লাগে যেন মহেঞ্জোদাৰো সাজিলে, ভাগিল; আৰ্য আহিল, মিহলি হ'ল ; বেদ লিখিলে, আমাৰ তন্ত্র-মন্ত্রৰ সৈতে মিলি গ'ল ; বৌদ্ধধৰ্ম আহিল, আঁতৰিল ; বৃটিছ আহিল, গ'ল ; গান্ধীয়ে যঁতৰ ঘূৰালে বন্ধ হ'ল ; ভাৰত বোলে স্বাধীন হ'ল, ভাল হ'ল ; চন্দ্ৰলৈ মানুহ গ'ল , যাওক, আমাৰো কামাখ্যালৈ মটৰগাড়ী যোৱা বাট হৈছে ; বানপানী আহিছে, গৈছে, মানুহৰ খাবলৈ নাইকিয়া হৈছে, হবই; নির্বাচন আহিছে, গৈছে, পৃথিৱী ঘূৰিছে, ঘূৰক; কিন্তু আমি আছোঁ, থাকিমও। এনে এক মনোভাব ওপৰে ওপৰে চালে এনে নির্বিকাৰ মনোভাব ভাৰতত সৰ্বব্যাপ্ত যেন লাগে। কিন্তু ভাগ্যক দোষ দি নির্বিকাৰ হোৱা এই চাম মানুহেই একমাত্র ভাৰতীয় নহয়, বেদত প্ৰতিবিম্বিত ভাৰতেই সম্পূর্ণ দেশ নহয় ; বৰঞ্চ এই ভাৰততে বেদকে উপাৰ্জনৰ আহিলা কৰি লোৱা মানুহ এমুঠিও আছিল। সেইদৰেই নিম্ন মধ্যবিত্তৰ ব্যক্তি-স্বাৰ্থপূৰণাৰ্থে কৰা চেষ্টাত আশানুৰূপ সফল হ'ব নোৱাৰি অহাএই শক্তিহীনৰ হতাশাজনিত নির্বিকাৰ ভাবেই ভাৰতৰ সকলোৰে মনোভাব নহয়, বৰঞ্চ পৃথিৱীৰ দৰে অগ্নিগৰ্ভ ভাৰতৰ চিন্তাচর্চাৰ ওপৰত এনেকুৱা এটা নির্বিকাৰ মনোভাৱৰ চামনি আছে বুলিলেহে ৰক্ষিত খাব। এনেকুৱা ভাৰতবর্ষত এটা বছৰ কেতিয়া কেনেকৈ পাৰ হ'ল তাৰ খবৰকে ৰখাটো অসমৰ গুৱাহাটীৰ নিচিনা চহৰত অতি অবাস্তৱ এটা বছৰ স্বাভাবিকতে যেনেকৈ যায় তেনেকৈ গ'ল আৰু । যাওক। লোকসভালৈ সাধাৰণ নির্বাচন হৈ গ'ল। যাবই। অসমত কংগ্ৰেছ জিকিবই। চিনাকি থোৱা বেয়া হলেও আমি তাৰেই কাম চলাওঁ, অচিন-কাঠৰ থোৱা নলগাওঁ । পূববংগত মুজিবুৰ ৰহমানে "মুক্তি যুদ্ধ" চলাইছে। ভাৰত চৰকাৰে কি কৈছে? সমৰ্থন কৰিছে? তেন্তে চিন্তা কৰাৰ দৰ্কাৰ নাই। আমাৰো সমৰ্থন কৰি দিয়া। আমাৰ খাবলৈ নাইকিয়া দেশলৈ সেই দেশৰ ভগনীয়া আহিছে? আহক, একেলগে খাবলৈ নোপোৱা হৈ থাকিম। মহেঞ্জোদাৰো, বৈদিক সংস্কৃতি, বুদ্ধদেৱ আদি অহা-যোৱা কৰা দেশত এইবোৰ নগণ্য সমস্যা। ভিয়েটনাম? ধেৎ লোকৰ দেশৰ ঢাপত ছাগলী খেদিবলৈ গৈ আপদ মাতিম কিয়? পৃথিৱীৰ পৰিস্থিতিৰ হেঁচা আমাৰ ওপৰত পৰিব? সেই বুলি আমি এতিয়া আকাশৰ মেঘ আঁতৰোৱাৰ কাৰণে উঠি পৰি লাগিম নে? শস্যশ্যামলা প্ৰকৃতিক আমি সৌন্দর্যশালী বুলি বন্দনা কৰি থকাই ভাল; নহ'লে প্ৰকৃতিৰ লগত যুঁজি আমি জীয়াই আছোঁ বুলি ভাবিলে এই আৰামৰ শান্তি আৰু নাথাকিব।

কাষৰে নদীত বৰশী বাই থকা মানুহৰ কাৰণে ওচৰতে বহা মঙ্গল বৰীয়া হাটৰ বাৰ এটা পাৰ হৈ যোৱাটো যিমান গাত নলগা ঘটনা, সিমান গাত নলগা ঘটনাৰ দৰে এটা বছৰ পাৰ হৈ গ'ল - এটা হাট বাৰ যোৱাদি সৰকি গ'ল। বিছনাৰ তলেদি পাৰ হৈ যোৱা নিগনিৰ দৰে গ'ল, তাৰ উমান কোনেও নাপালে। ১৯৭১ চন পালেহি। পায়ো চাৰি-পাঁচ মাহ গ'ল। গৰমে গুৱাহাটীক ভাজিছে। গুৱাহাটীৰ এই নির্বিকাৰ পৰিস্থিতিৰ তলত কিন্তু বহুত সৰু-সুৰা ঘটনা ঘটি গ'ল। তাৰ ভিতৰতে এটা প্ৰধান কথা হ'ল ডক্টৰ ৰাভাৰ বিষয়ে মানুহৰ মুখে মুখে উফৰি ফুৰা মন্তব্য। বজাৰত কিবা বস্তুৰ দাম সহিব নোৱাৰি কোনোৱা ভদ্ৰলোকে কৈ উঠিলঃ নহ'ব কেলেই? ইউনিভাৰ্চিটিৰ ৰাভা অধ্যাপকে যদি বেদৰ অৰ্থ উলিয়াব পাৰে, তেন্তে বস্তুবো কিনিব নোৱাৰা দাম হ'ব পাৰে।

কামাখ্যাৰ পাণ্ডাই ক'লে ঃ এইখন কামৰূপত হিৰণ্যকশিপুৰে মূৰ দিব লগা হৈছিল ; অধ্যাপকেই নে চধ্যাপকেই ,

ৰাভাই নে চাভাই আকৌ তাকে জানিও অবজ্ঞা কৰিছে। হেৰ’ দেৱী-দেৱতাক অসন্মান কৰি কোন ক'ত ডাঙৰ হৈছে, কাৰ উন্নতি হৈছে?

বাটত অধ্যাপক ৰাভাক দেখি কোনোবা কেইটামান দুষ্ট ছাত্ৰই দূৰৰ পৰা মেকুৰী মাতেৰে চিঞৰিলে ঃ আৰে পাগল!

মিচ ৰাকা বৰুৱাৰ ঘৰত জন্মদিনৰ পাৰ্টি হৈছিল। মিচ বৰুৱা ইংৰাজী সাহিত্যৰ এম.এ. ছাত্ৰী। বহুত বন্ধু-বান্ধৱ আহিছিল। দীপক বৰঠাকুৰো গৈছিল। দীপকে সেই পাৰ্টিত সেই পাগলটো অৰ্থাৎ অধ্যাপক ৰাভাৰ কথা উলিয়ালে। দীপকৰ বাপেক অধ্যাপক বৰঠাকুৰে কলে যে ৰাভা তেওঁৰ বিশিষ্ট বন্ধু, ভালকৈ চিনি পায়। ৰাভাৰ অলপ মূৰৰ দোষ স্কুলত পঢ়া দিনৰে পৰা আছে। তাতে আগৰ ছোৱাত গেলা দেশী মদ খাই মানুহটোৰ মূৰত একো নোহোৱা হ'ল। এতিয়া তেওঁৰ একমাত্ৰ চিন্তা হ'ল উচ্চ বৰ্ণৰ হিন্দুক খেদাই আধা-নঙঠা জনজাতিবোৰক উচ্চ আসন দিয়াটো। মানুহজনৰ মূৰটো এতিয়া একেবাৰে নষ্ট হ'ল। দীপকে কলে ঃ কালী পূজালৈ মাতিবলৈ গৈছো। কথা নাই, বাৰ্তা নাই, পোনে পোনেই প্ৰশ্ন কৰিছে বোলে ফিজিক্সৰ লেকচাৰাৰ হৈ কালী পূজা পাতিছা কেলেই? কি ক'ম? মইতো অবাক। ফিজিক্সৰ মানুহে কালী পূজা পাতিব নাপায় বুলি ক'ৰবাত লিখা আছেনে? তাতে সেইটো মই চাকৰি পাবলৈ আগ কৰা পূজা। অবাক হৈয়ে গুচি আহিলোঁ। পিচতহে শুনিছো মানুহটো একেবাৰে পাগল। বেচেৰী জীয়েক লাহৰীজনীলৈ বেয়া লাগে। পাগল বাপেকটোক লৈ বেচেৰীৰ যে কি বিপদ।

ৰাকা বৰুৱাৰ আৰু সহ্য নহ'ল। অলপ অভিমানৰ সুৰত দীপকৰ বাহুত হাত দি কলেঃ প্লিজ দীপকদা, তুমি মোৰ জন্মদিনৰ দিনা অন্ততঃ মোৰ আগত আন কাৰোবাৰ প্ৰশংসা কৰি নেথাকিবা। মিচ লাহৰী ৰাভাৰ প্ৰতি তোমাৰ সঞ্চিত আগ্ৰহ আজি প্ৰকাশ কৰি নোকোৱা হ'লেও তুমি তেওঁৰ প্ৰতি একো অন্যায় কৰা নহ'লহেতেন বুলিয়েই মই ভাবো।

ঃ আয়েম চৰি ৰাকা। আই দিদ নট মিন ইট। মোক তুমি ভুল নুবুজিবা। দীপকে গলি পৰি ক্ষমা খুজিলে।

ৰাকা আৰু দীপকৰ বিয়া প্ৰায় ঠিক হৈয়ে আছে। সেই কাৰণে এনেকুৱা কথা বাৰ্তা কাৰো আচহুৱা যেন নালাগিল। তথাপি প্ৰতাপ বৰঠাকুৰে পুতেকক ইমানবোৰ মানুহৰ মাজত বিবুদ্ধি হোৱাৰ পৰা ৰক্ষা কৰিবলৈ কোবাদি , এটা গল খেকাৰি মাৰি, কৈ গ'ল-

ঃ আমাৰ কবিৰাজী ঔষধৰ কাৰখানাত থকা প্ৰধান বিশেষজ্ঞ কবিৰাজজনক মই ৰাভাৰ অসুখৰ কথা কৈছো। আমাৰ এইজন শ্ৰীবিশ্বামিত্ৰ ভীষক শাস্ত্ৰী আকৌ ভাৰত বিখ্যাত কবিৰাজ। এওঁ কেমিষ্টিত এম-এ। আমাৰ নীলাচল আয়ুৰ্বেদ ৰসশালাৰ ভাগ্য ভাল যে এনেকুৱা এজন কবিৰাজ পাইছোঁ। তেওঁ কলে যে সুৰা জাতীয় উত্তেজক পানীয় অতিমাত্ৰাই সেৱনৰ ফলত স্নায়ু দৌৰ্বল্য হৈছে। দুৰ্বল স্নায়ুয়ে মনৰ ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰে। গতিকে তেওঁৰ মূৰত এটা চিন্তা সোমালে সেইটোকে তেওঁ ইমান বেছিকৈ ধৰে যে বাকী সকলো বাদ পৰে। মূৰ্চ্ছা যোৱা ৰোগীয়ে মূৰ্চ্ছা গৈ আৰাম পোৱাৰ দৰে এইবিধ ৰোগীয়ে একেটাতে লাগি থাকি আৰাম পায়। এইবিধক হেনো কিবা স্নায়ু মূৰ্চ্ছাজনিত একদেশোন্মাদ ৰোগ বোলে। খুব কম মানুহৰহে হয় বোলে। আয়ুৰ্বেদত বোলে চিকিৎসা আছে। একেবাৰে ভাল নহ'লেও দমাই ৰাখিব পাৰে। এইবিধ উন্মাদে বোলে হঠাৎ নিজৰ অতি প্ৰিয় মানুহকো শত্ৰু জ্ঞান কৰি বধ কৰিব পাৰে। হঠাৎ আত্মহত্যাও কৰিব পাৰে। মোৰ সেই কথা শুনিহে কিন্তু সন্দেহ হৈছে যে দিল্লীত মানুহে ৰাভাৰ বিষয়ে কোৱা কথা সঁচাও হ'ব পাৰে নেকি?

ঃ কি কথা? - এজনে বৰ আগ্ৰহেৰে সুধিলে।

ঃ শুনা কথাহে। ঘৈণীয়েক দিল্লীতে ঢুকাল। বিশেষ একো অসুখো নাছিল। কোনোবা কোনোৱাই কয় বোলে ৰাভাই এনেকুৱা এক উন্মাদ অবস্থাতে এদিন ঘৈণীয়েকক বিহ খুৱাই মাৰিলে। পুলিচৰ হাতৰপৰা কোনোমতেহে ৰক্ষা পৰিল। তাৰ পাচতে গুৱাহাটীলৈ আহিল।

ঃ পাপা, আমাৰ কবিৰাজকে তেওঁৰ চিকিৎসাত লগালে কেনে হয়?

ঃ ক'ত লগাবলৈ দিব ? কথাটো কওঁতেই দাং খাই আহিব ? মই চিনি পাওঁ নহয়।

ঃ এতিয়া আৰু পাগলক সুধি চিকিৎসা ব্যৱস্থা কৰিব লাগিবনে ?

ঃ তেওঁৰ কোনোবা আপোন মানুহৰ যোগেদি কৰিব পাৰি।

ঃ লাহৰীয়ে পাৰিব। লাহৰী ৰাভা একমপ্লিচড গাৰ্ল। আয়েম চৰি ৰাকা। লাহৰীৰ নাম দীপকে লোৱা দেখিয়েই ৰাকাই খঙেৰে চোৱা দেখি দীপকে লৰালৰিকৈ কলে। ৰাকাৰ চকুত আৰু ভংগীত প্ৰতিযোগী হৰ হে বল। দীপক মনে মনে থাকিল।

ড্ৰয়িং ৰুমৰ এচুকত বহি প্ৰকাশ বসুমতাৰীয়ে দুজনী গাভৰুৰ হাত চাই আছিল। বসুমতাৰী বিধান সভাৰ সদস্য - কংগ্ৰেছী। গাভৰুৰ সংগ ভালপায়, ৰাজনীতিৰ কথা নাপাতে। গাভৰুৰ হাতৰ পৰশৰ মাজতো বসুমতাৰীয়ে এখন কাণেৰে দীপকহঁতৰ কথা শুনি আছিল। অধ্যাপক ৰাভাক তেওঁ বেয়া পায়। তেওঁৰ মতে ৰাভাৰ নিচিনা বাওঁ পন্থী মানুহক চাৰ ইউনিভাৰ্চিটিত ৰাখিব নাপায়। এইবাৰ দূৰৰপৰাই মাত লগালে - -

ঃ অ' শুনক হে বৰঠাকুৰ। আপোনালোকৰ ৰাভাৰ গাঁৱৰে মানুহ মই। পৰহি আহিছো। অধ্যাপক ৰাভাৰ ভায়েক বিনোদ ৰাভাই গাঁৱত বেজ বিচাৰি ফুৰিছে। ককায়েকৰ গাত লম্বা গণেশ ভুত খেদাবলৈ।

ঃ ভুত ?

ঃ ভুত নহয়নো কি ? ৰাভা অৱশ্যে এৰ মতলবী মানুহ। তাৰ সকলো পাগলামিতে ৰাজনৈতিক উদ্দেশ্য থাকে। কোনে জানে হয়তো পশ্চিম বংগৰ নক্সাল নে কি সেই গুণ্ডাবোৰৰ হৈ এই পাগলামিৰ মাজেদি প্ৰচাৰ চলাইছে। আমাৰ মুখ্যমন্ত্ৰীয়ে পিচে চকু ৰাখিছে। মই নিজে ৰিপোৰ্ট দিছোঁ।

ৰাকা বৰুৱাৰ ককায়েক গুৱাহাটীৰ পুলিচৰ ডি.এচ.পি। থাকেও সদায় বুকু ফিন্দাই। খঙেৰে কোবাদি কথা কোৱাটো তেওঁৰ স্বভাৱত পৰিণত হৈছে। এতিয়াও বসুমতাৰীক খঙেৰে কোবাদি ক'লে -

ঃ মুখ্যমন্ত্ৰীক আকৌ বেলেগে ক'ব লাগিছে কিয় ? আমাৰ বেলেগ পুলিচ বিভাগ এটাই খোলা হৈছে। অসমত সেইবোৰ কেতিয়াও হ'ব নোৱাৰে - তাত অধ্যাপক ৰাভাই লাগক বা আন কোনোবাই লাগক। পিঠিৰ চামৰা উঠি যাব।

বসুমতাৰী এম-এল-এ মানুহ। ৰাকাৰ ডেকা ককায়েকে সাধাৰণ এটা ডি-এচ-পি হৈ এনেকৈ তেওঁৰ আগত খঙেৰে কোবাদি কথা কথাটো সহ্য কৰিব নোৱাৰিলে।

ঃ কিন্তু তোমাৰ মোৰ ওপৰত ইমান খং উঠাৰ দৰকাৰ কি ?

ৰাকাই হাঁহি দিলে; হাঁহি হাহিঁ বসুমতাৰীৰ আগত পিছলা চাদৰখনক শাসন কৰিব খুজি ক'লে ঃ আপুনি ভুল কৰিছে আংকোল, দাদাই সদায় এইদৰে কথা কয়। আচলতে তাৰ খং উঠা নাই।

ঃ পুলিচৰ মানুহৰ সেইটো খং থাকিব লাগিব। নহলে মানুহক ঠাণ্ডা কৰি ৰাখিব কেনেকৈ ? এজনে মাত লগালে।

ঃ I am Sorry. মই দুঃখিত আংকোল। আপোনাৰ ওপৰত মোৰ কিয় খং উঠিব ? মোক মানুহে কিয় ৰাফ বুলি ভাবে বাৰু ?

ঃ তুমি দাদা একচুৰেলি ৰাফ কাৰণে। এইবুলি ৰাকাই হাঁহি দিলে।

সকলোৰে হাঁহিত যোগ দিলে।

স্পেনিচ সুৰত বিহু গীত গোৱা হ'ল, টুইস্টৰ লগত বিহু নাচৰ মিল বুজাবলৈ বিহু টুইস্ট নামৰ এটা নতুন নাচ দীপক আৰু ৰাকাই নাচিলে। কেক্ কটা হ'ল, " হেপি বাৰ্থড টু ইউ" গোৱা হ'ল, সকলো নিমন্ত্ৰিতে অনা উপহাৰবোৰ সকলোৰে ঘূৰি ঘূৰি চাই ইটোৱে সিটোৰ উপহাৰৰ প্ৰশংসা কৰিলে। অধ্যাপক বৰঠাকুৰে বসুমতাৰীক বুজালে যে চৰকাৰে আৰু তিনিলাখ এককালীন ঋণ দিলে তেওঁৰ নীলাচল আয়ুৰ্বেদ ৰসশালা ভাৰতৰ ভিতৰতে শ্ৰেষ্ঠ দেশী ঔষধৰ কাৰখানা হ'ব।

বসুমতাৰীয়ে কথা দিলে যে তেওঁ এই বিষয়ে মুখ্যমন্ত্ৰীক কব।

ইয়াৰ ভিতৰতে দীপক আৰু ৰাকা কোনোবা এটা সময়ত ঘৰৰ সমুখৰ ঘাঁহনিত অকলে থিয় হ'ল। ভিতৰৰপৰা এখিৰিকি পোহৰ আহি ঘাঁহনিত মিহি দলিচাৰ দৰে পৰিছিলহি।

ঃ তোমাক আজি বৰ ধুনীয়া লাগিছে ৰাকা।

ঃ লাহৰী ৰাভাৰ সমান একমপ্লিচড্ যেন লগা নাই নিশ্চয়?

ঃ তুমি ইমান চিৰিয়াচলি লৈছা কিয় ৰাকা?

ঃ নলম কিয়? আজিকালি তুমি কিয় যোৱা তালৈ?

ঃ মোৰ বন্ধু এজনৰ কাৰণে। ইঞ্জিনিয়াৰ অশোক শৰ্মাৰ কাৰণে। সি লাহৰীক বিয়া কৰাব।

ঃ তোমাৰ বন্ধুৱে বিয়া কৰাব কাৰণে তুমি তালৈ অহা-যোৱা কৰিব লাগে? ক'তা, তুমি মোক বিয়া কৰাবা বুলিতো মোৰ ওচৰলৈ তোমাৰ বন্ধু অশোক শৰ্মা অহা নাই!

ঃ প্লিজ ডাৰ্লিং, এই কথাটো এতিয়া বাদ দিয়া।

দীপকে ৰাকাক টানি ল'লে। আজি ৰাকাই নতুন কিবা লিপষ্টিক্ লৈছে।

ঃ নতুন? কি নতুন কাম? অধ্যাপক ৰাভাই গাঁৱৰ পৰা অহা খেতিয়ক ভায়েক বিনোদ ৰাভালৈ সঁচাকৈ আগ্ৰহেৰে চালে।

বিনোদ ৰাভাই আঠুৰ মূৰত পৰা চুৰিয়াখনৰ ফুটা পিটিকি পিটিকি কলে - নতুন কাম আৰু কিটো কৰিবি? মই আহি এমাহমান ইয়াতে থাকোঁ বুলিছো। সেইটোৱেই নতুন।

ঃ এমাহ কিয়, দুমাহ থাক। তোৰ লগত যে আহিছে ঘিটিৰা বেজ, সি থাকিব নে যাবগৈ?

ঃ সি দুই চাৰিদিন থাকি যাবগৈ।

ঃ সি যোৱাৰ আগতে তাৰ মন্ত্ৰ কিছুমান শিকি ল'ব লাগিব।

ঃ তোক আকৌ মন্ত্ৰ কেলেই? তই নামানই দেখোন।

ঃ মোৰ দৰকাৰ আছে।

ঃ দৰকাৰ থাকিলেই তোক ওজা এজনে গুপুত মন্ত্ৰবোৰ শিকাই দিব?

বিনোদ ৰাভা ভোৰভোৰাই উঠিল। বিনোদে জীৱনত পঢ়া-শুনা নকৰিলে। ককায়েকে পঢ়ি থকা অবস্থাত নচলা হোৱা ঘৰখন চলাবলৈ নিজে খেতি-বাতিত লাগিল। অধ্যাপক ৰাভাৰ এটা বিশেষত্ব আছে। ভায়েকৰ আগত শিক্ষকৰ ব্যৱহাৰো নকৰে, ভায়েকক ডাঙৰএকো কথাও নকয়। বিনোদ ৰাভা আগদিনাই আহি পাবৰেপৰা অধ্যাপক ৰাভাই খেতিৰ কথা পাতিছে, গাঁৱৰ অবস্থাৰ কথা পাতিছে। কিন্তু গণেশ, লোকায়ত আদি কথা ঘূণাক্ষৰেও উলিওৱা নাই। ককায়েকৰ পঢ়া কোঠাটো চাই ভায়েকে ক'লে ঃ এই হেন কোঠাটো গৰু গোহালিৰ নিচিনা কৰিছ কেলেই? তোৰ সকলো দস্তুৰবোৰ নগল আৰু।

ককায়েকে কেৱল সেমেনা - সেমেনি কৰিলে।

ভায়েক বিনোদ ৰাভা ককায়েকৰ ঘৰত থাকিবলৈ এনেয়ে অহা নাই। কালী পূজাৰ নিমন্ত্ৰণ কৰিবলৈ অহা দীপকক ঘৰৰপৰাই ৰাভাই খেদি উলিয়াই দিয়াৰ দিনা লাহৰী মনে মনে নেথাকিল। অনাহকত ডেকা লৰা এটাক গালি পৰাৰ কোনো অৰ্থ নাছিল বুলি লাহৰীয়ে প্ৰতিবাদ কৰিলে। বাপেকে দিয়া সমিধানৰ উত্তৰত লাহৰীয়ে কলে যে সকলো মানুহে বাপেকৰ

দৰেই চিন্তা নকৰাই স্বাভাৱিক বাপেকে পূজা পাতল নামানিলে বুলি আন সকলোৰে বাদ কিয় দিব ? বাপেকেই যে নির্দূলতাৰ প্ৰমাণ কি ? এইদৰে কথাৰ মূৰত কথা কৈ থাকোতে বাপেক-জীয়েকৰ প্ৰায় কাজিয়া লগা অৱস্থা। অধ্যাপক ৰাভাই কৈ দিলে যে তেওঁৰ চিন্তাৰ বিবোধিতা কৰি তেওঁৰ ঘৰত কোনো থাকিব নোৱাৰে। লাহৰীয়ে কলে যে এনেকুৱা এটা অকলশৰীয়া নিৰ্জীব জীৱন যাপন কৰাতকৈ তায়ো গুচি যাবলৈ বিচাৰে। মাজত সোমাই যামিনীয়ে কৰা হেজাৰ ছাক - বচন অধ্যাপক আৰু লাহৰীয়ে নুশুনিলে। হঠাৎ লাহৰী ৰাভাই 'মা তুমি কিয় এৰি গ'লা' বুলি হুকহুকাই কান্দিবলৈ ধৰিলে। তাৰ পিচদিনাই লাহৰী গাঁৱত থকা দদায়েকৰ ঘৰত কেইদিনমান থাকিবলৈ ওলাল। বাপেকে সেও মানিলে। জীয়েকক মৰম কৰি বহুত কথা বুজালে। তাৰ পিচদিনাই লাহৰী গাঁৱত থকা দদায়েকৰ ঘৰত কেইদিনমান থাকিবলৈ ওলাল। অধ্যাপক ৰাভাই বাধা নিদিলে; বৰঞ্চ ভাল পালে।

দদায়েক বিনোদ ৰাভাক লাহৰীয়ে বৰ ভাল পায়। সকলোতেও কিবা কথা দেউতাকক কবলৈ সংকোচ পালে দদায়েকক কয়। সেই দদায়েকৰ ঘৰলৈ গৈ লাহৰীয়ে বাপেকৰ আচৰিত কথা এটা এটাকৈ কলেগৈ। দদায়েকে মণ্ডল চোৱালে, দৈৱজ্ঞৰ হতুৱাই সোঁৱৰণী চোৱালে, বেজক সুধিলে। সকলোৰে একে মত যেন অন্ততঃ বিনোদ ৰাভাৰ লাগিল। মণ্ডলত ওলাল যে কোনোবা ৰঙা দেৱতাৰ দোষ লাগিছে, গণেশ দেৱতা ৰঙা। দৈৱজ্ঞই কলে তিৰোতাৰ লগত থকা পুৰুষ দেৱতাৰ দোষ; দেৱতাজন বামাচাৰী ; গণেশ পূজা বামাচাৰী সকলে কৰে। বেজৰ মতে জেতুকা পাতেৰে জাৰিব লগা অপদেৱতাৰ দোষ; জেতুকা ৰঙা, গতিকে গণেশ দেৱতা। সকলোৰে কোৱা কথাৰ মাজতে এনেয়ে হয়তো বিনোদ ৰাভাই গণেশ দেৱতাক বিচাৰি নাপালেহেঁতেন। কিন্তু লাহৰীয়ে কৈছে যে বাপেক অকল গণেশ দেৱতা লৈয়ে ব্যস্ত। তাৰ উপৰি, বিনোদৰ নবৌৱেক অৰ্থাৎ লাহৰীৰ মাকে মৰাৰ দিনলৈকে গণেশ পূজা কৰিছিল। সেই পূজাতো এতিয়া নহয়েই, সেই দেৱতাৰ মূৰ্ত্তিও কলৈ গ'ল তাৰ ঠিক নাই। গতিকে সেইজন দেৱতাৰ দোষ লাগিব পাৰে বুলি বিনোদ ৰাভাৰ এনেয়েও মনে ধৰে।

এই সকলোবোৰৰ পাচত, গাঁৱৰ বুঢ়া-মেথাক পৰামৰ্শ সুধি বিনোদ ৰাভাই নিজৰ খেতিৰ কামত আন মানুহক লগাই নিজে ককায়েকৰ চিকিৎসাৰ কাৰণে ঘিটিৰা বেজক লৈ অহাটো ঠিক কৰিলে। প্ৰথমতে লাহৰীয়ে আপত্তি কৰিছিল। কৈছিল বেজ-ফেজে কি কৰিব। সেইবোৰত নিজৰ একেবাৰে বিশ্বাস নাই বুলিও কৈছিল। বিনোদৰ যুক্তি বেলেগ ঃ তোৰ ভাল লগা বেয়া লগা কথাটো বাদ দে। আচল কথা হৈছে ককাইদেউ ভাল হ'ব লাগে। তইঁতৰ ডাক্তৰি চিকিৎসা মতেতো তাক নি এতিয়া পগলা ফাটেকত থব লাগে। পগলা ফাটেকৰপৰা কেইটা বলিয়া ভাল হৈ অহা শুনিছ ? সি মোৰ ককাই ; তাক মই কেতিয়াও পগলা ফাটেকলৈ নিবলৈ দিব নোৱাৰো। তাতকৈ লাগে সি ব্ৰহ্ম পাগলেই হওক। তথাপি তাক মই ঘৰতে ৰাখিম। এতিয়া আমাৰ জৰা-ফুকাৰ কথাহে। আন একো দৰৱতো আৰু নুখুৱাওঁ যে তাৰপৰা কিবা অপকাৰ হোৱাৰ সম্ভাৱনা থাকিব। কেৱল জাৰিব। তই বিশ্বাস নকৰ নাই ; কিন্তু তাকে কৰি বাপেৰটোৰ ভাল যদি হয়, তেন্তে তোৰ আপত্তি ক'ত ?

লাহৰীয়ে উত্তৰ বিচাৰি নেপালে। জৰা-ফুকাত যে লাহৰীৰ বিশ্বাস নাই,সেইটো সঁচা। জৰা-ফুকাই বাপেকক ভালও কৰিব নোৱাৰে। কিন্তু তাকে নকৰিলে বাপেকক মেণ্টেল হাস্পাতাললৈ পঠাব লাগে বা মেণ্টেল চিকিৎসকক লগাব লাগে, তেনেকুৱা চিকিৎসাৰ ব্যৱস্থা কৰি বাপেক পাগল হোৱা বুলি নিজে প্ৰমাণ দিবলৈ লাহৰী সন্মত নহয়। কাৰণ লাহৰীয়ে জানে যে বাপেক বলিয়া হোৱা নাই, কিন্তু বলিয়া নহলেও বলিয়াৰ অৱস্থাপ্ৰাপ্ত হোৱা বাপেকটোৰ লগত অকলে তাই থাকে কেনেকৈ ? এতিয়া অন্ততঃ এটা সুবিধা হ'ব যে বেজক লৈ যাবলৈ বিনোদ খুড়াক নিজে ওলাইছে আৰু গুৱাহাটীতে কিছুদিন থাকিব বুলিও কৈছে। দদায়েক থাকিব বুলি কোৱাটোৰ প্ৰতি লাহৰীৰ আগ্ৰহ বেছি। সৰুৱেপৰা দিল্লীত আপোন মানুহৰপৰা আঁতৰত ডাঙৰ হোৱা লাহৰীৰ কাৰণে আত্মীয় মানুহ বৰ ডাঙৰ বস্তু। দিল্লীৰপৰা আহোঁতেও তাইৰ আনন্দ বেছি আছিল আপোন মানুহৰ ওচৰলৈ আহিবলৈ পোৱাৰ কাৰণে। মাক ঢুকুৱাৰ পাচৰপৰা তাইৰ নিজক বৰ

অকলশৰীয়া যেন লাগে। যি বা ককায়েক এটা আছে সিও তাৰ নিজা ৰাজনৈতিক মতামত লৈ ইমান ব্যস্ত যে আন একো খবৰ কৰাৰ সময় তাৰ নাই। তাৰ মতে দেশৰ বৰ্তমান অবস্থাত আপোন-স্বজন লৈ আৰাম কৰাৰ সময় তাৰ নাই। বৰ্তমানৰ বিপ্লৱক ঠিক পথেদি নিবলৈ হ'লে আমি বৰ্তমানৰ ব্যক্তিগত সুখৰ কল্পনা এৰিবই লাগিব। তাৰ এইবোৰ লেকচাৰ শুনি থাকিবৰ মন নাযায়। বাপেকৰ মূৰ্তি সেইটো। এনেকুৱা অবস্থাত থাকি থাকি তাইৰ ধাৰণা হৈছে যে নিজৰ আৰু বাপেক-ককায়েকৰ সকলো দায়িত্ব আৰু চিন্তা লোকৰ হাতত এৰি দি নিশ্চিন্ত হৈ কিছুদিন থাকিবলৈ পালে তাই স্বৰ্গসুখ পাব। নিজৰ জীৱনৰ বিষয়ে তাই ভাবিবলৈ এৰিছে। দীপকক গালি পাৰি খেদি দিয়াটো তাই কোনোমতে সহ্য কৰিব নোৱাৰিলে। আন কথাটো বাদেই, কিন্তু দীপকক লগ পাই তাইৰ মনটোৱে যে ভাল পাইছে, এই কথা বাপেকে বুজি নেপালে কেলেই? দীপকৰ সংগ ভাল লগা কথাটো তাই বাপেকৰ আগত লুকুউৱা নাছিল। যিটো বাপেকৰ কাৰণে তাই নিজৰ সুখ আৰু ভৱিষ্যতৰ কথা ভাবিবলৈ বাদ দিছে, সেইটো বাপেকে তাইৰ "অকলশৰীয়া" জীৱনটো যে দুৰ্বিসহ হৈছে, সেই কথাটো নভবাটো তাই কেনেকৈ সহ্য কৰে? হ'ব পাৰে, বাপেকৰ মতে সি চিন্তা চৰ্চাত একেবাৰে অন্ধবিশ্বাসৰ যুগৰ। তথাপি সি এম-এচ-চি পাছ কৰিছে। এখন কলেজৰ অধ্যাপক সি। সি কালী পূজাত নিমন্ত্ৰণ কৰিবলৈ অহাৰ কাৰণেই একেবাৰে বেয়া মানুহ হৈ গ'লনে? লাহৰীয়ে অৱশ্যে এটা কাম কৰিলে। গাঁৱলৈ আহিবৰ দিনা ভাগ্যৰ বলত (দেউতাৰ আগত এনেকৈ ভাগ্যৰ দোহাই দিব পাৰিলোহেতেন জানো?) দীপকক লাহৰী ৰাভাই হঠাৎ বাটতে পালে। পায়েই কোনো চিন্তা নকৰাকৈ উপযাচি নিজে মাতি বাপেকৰ অমাৰ্জিত ব্যৱহাৰৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰিলে। বুজাই কলে যে বাপেকে নিজৰ লগত মত নিমিলাৰ কাৰণে আনকি লাহৰীকো কেতিয়াবা ঘৰৰপৰা ওলাই যা বুলি ধমকি দিয়ে। ইমান সহজ ল'ৰা দীপকটো, সি সকলো কথা সঁচা বুলি মানি ললে আৰু এনেয়ে বেয়া পোৱাৰ বা ভুল বুজাৰ সম্ভাৱনা থাকিলেও লাহৰীয়ে সেইদৰে কোৱাৰ পাচত নিজকহে দোষী যেন লগা বুলি সৈ কাঢ়িলে। কথা দিলে যে সি আগৰদৰেই কেতিয়াবা কেতিয়াবা লাহৰীহঁতৰ ঘৰলৈ আহিব আৰু অধ্যাপক ৰাভাই গালি পৰাটোক বয়সত ডাঙৰৰ অধিকাৰ বুলি মানি ল'ব।

অশোক শৰ্মাটোক আজিকালি লাহৰীৰ বৰ আমনি লগা হৈ আহিছে। কেনেকৈ মেকুৰীটো অহাদি আহে! লাহৰীৰ বাপেকৰ মাত এবাৰ শুনিলেও উচপ খাই উঠে। লাহৰীৰ মতে, মতা মানুহ মতা মানুহৰ নিচিনা হ'ব লাগে। আত্মসমৰ্পণ কৰাটো তাই বহুবালি বুলি ভাবে- বিশেষকৈ অশোকৰ। লাহৰীৰ বাপেকৰ আদৰ্শৰ প্ৰতি অশোক আৰু দীপক উভয়ৰে বিশ্বাস আৰু শ্ৰদ্ধা নাই। কেৱল পাৰ্থক্য হ'ল এয়ে যে দীপকে সেই কথা সাহসেৰে জনাই দিয়ে আৰু অশোকে লুকাই ৰাখে। তেন্তে কোনটোক ভাল বুলিব পাৰি? সঁচা কথা যে বাপেকৰ আদৰ্শক লাহৰীয়ে আজিলৈকে গ্ৰহণ কৰাৰ কথা বাদেই, ভালকৈ বুজাই নাই। শান্তিপূৰ্ণ এটা অবস্থাত অশান্ত গৃহযুদ্ধ আৰম্ভ কৰি সৰ্বহাৰাৰ শ্ৰেণী স্বাৰ্থ পূৰণ কৰাৰ যি আদৰ্শৰ কথা বাপেক আৰু ককায়েকে কয়, সেই আদৰ্শক বুজাৰ আগ্ৰহো তাইৰ নাই। তাই জীৱনটোক, নিজৰ জীৱনটোক থানথিত লগাবলৈ বিচাৰে আৰু স্বৰ্গী হোৱা মাকৰ আদৰ্শ মানি ভগৱান বা এক অদৃশ্য শক্তিৰ হাতত নিজৰ ভাগ্য তুলি দি আৰামেৰে থাকিবলৈ বিচাৰে।

: তইটো আৰামতে কিতাপ-পত্ৰ এসোপা লৈ আছ। বিপদ মোৰহে খেতিয়ে বাতিয়ে। তোৰ নিজৰ কিতাপকে পঢ়ি থাকচোন। আকৌ ঘিটিৱা বেজৰ মন্ত্ৰবোৰ কেলেই তোক? তইতো আৰু মন্ত্ৰত বিশ্বাস নকৰ যে সেইবোৰ তোৰ কেতিয়াবা দৰকাৰত আহিব। কব খোজা বহু কথাও ওঠৰ ওচৰলৈ অহাৰ পাচতো সামৰি থৈ বিনোদ ৰাভাই বহুত পৰ মনে মনে থকা ককায়েকক লাগ-বান্ধ নোহোৱা কথা কেইটামান কৈ দিলে।

: মোৰ মন্ত্ৰত বিশ্বাস নাই বুলি তোক কোনে ক'লে? সেইবোৰ মন্ত্ৰ-তন্ত্ৰৰ আদি আৰু আচল ৰূপ বিচাৰিয়েই মই চিন্তা কৰি আছোঁ।

: কিন্তু তইতো সেইবোৰত বিশ্বাস নকৰ।

: কেলেই নকৰোঁ। বৰঞ্চ মোৰ সমান সেইবোৰক সত্য বুলি, ভাৰতৰ আচল পুৰণি ঐতিহ্য বুলি মোৰ দৰে ভৱা

মানুহ, বিশ্বাস কৰা মানুহ, তই কমেইহে পাৰি। এই অসমখন যাদুৰ দেশ বুলি বিখ্যাত। কিন্তু আজিকালিৰ মানুহে সেই কথাটোকে অতীতৰ মানুহৰ অজ্ঞতাৰ দোষ বুলি উৰাই দিব খোজে। মইহে জানো যে অসম যাদুৰ দেশ হ'বই লাগিব, অসমত তন্ত্ৰ-মন্ত্ৰ থাকিবই লাগিব।.........

অধ্যাপক ৰাভাই আৰু কিবাকিবি কৈ গ'লহেতেন। কিন্তু ভায়েক বিনোদে কথা কাঢ়ি অনাদি আনি সুধিলে ঃ ইমানখিনি জানই যদি তোক এটা কথা কওঁ। তোক মন্ত্ৰবোৰ পঢ়িবলৈ লাগে আৰু আমাৰ ঘিটিৰা বেজে এনেয়ে কেতিয়াও মন্ত্ৰ মাতি নাযায়। ঘিটিৰা বেজক কওঁ তোক জাৰিবলৈ। তেতিয়া জাৰোঁতে সি মন্ত্ৰ মাতিবই। তই দেখোন তেতিয়াই শুনি যাব পাৰিবি। অলপ ডাঙৰকৈ মন্ত্ৰ মাতিবলৈ কলেই হ'ল। খেতি বাতি এৰি এনেয়ে গুৱাহাটীত থাকিবলৈ অহা নাই। সেই কথা তেওঁ সন্দেহ কৰিছিল। লগতে ঘিটিৰা বেজ অহাটোৰে সন্দেহ দৃঢ় কৰিছিল। আহিছিল দুয়োটা, লাহৰীজনী গাঁৱলৈ যোৱাৰ পাচত। লাহৰী গাঁৱলৈ গৈছিল বাপেকৰ ওপৰত খং উঠি। লাহৰীয়ে নিশ্চয় বিনোদক খণ্ডতে বাপেকক গালি খোৱা আদি কথা কলেগৈ। আৰু সি বিনোদ আহিছে ঘিটিৰা বেজক লৈ অধ্যাপকৰ দেও-ভূত জাৰি খেদিবলৈ। তাকে পোনপটীয়াকৈ ক'ব নোৱাৰি এইবোৰ পাক চক্ৰ লগাই কৈছে। অধ্যাপকে ভাবে যে বিনোদ স্বভাৱে চৰিত্ৰে খেতিয়ক। নিজৰ জ্ঞানৰ দৌৰ দেখুৱাই তাক আঘাট দিয়া অন্যায়। সময় আহিলে এই বিনোদবোৰেই মন্দিৰ ভাঙি তাতে নতুন সমাজৰ পাতনি মেলিব। সত্য কথাটো জানি বুজি লোৱাৰ পাচত সিঁহতক আৰু তাত্বিক তৰ্কেৰে পথৰ নিৰ্দেশ দিয়াৰ প্ৰয়োজন নহব। বৰঞ্চ এদিন হয়তো বিনোদহঁতেই পঢ়ি শিকা ভদ্ৰলোকবোৰৰ বহুত ভ্ৰান্তি শ্ৰেণীগত দৃষ্টিৰে শুধৰাই দিব। অধ্যাপক ৰাভাই লাহেকৈ উত্তৰ দিলে ঃ ঠিক আছে, মোৰ কোনো আপত্তি নাই।

বিনোদ ৰাভাই যেন উদ্ধাৰ পালে। এটা ডাঙৰ বোজা মূৰৰপৰা নমাই থোৱা সুৰত কলে ঃ ৰক্ষা কৰিলি এই বাৰলৈ। অৰবিন্দ ৰাভাৰ বিশ্বাস যে বিনোদৰ নিচিনা খেতিয়কে অন্তৰৰ আনন্দ লুকাই ৰাখি ফাকি দিব নাজানে।

আচ্ছা, এতিয়া ইয়াক মানে বিনোদক কলোঁ অসম তন্ত্ৰ-মন্ত্ৰৰ দেশ বুলি, যাদুৰ দেশ বুলি, কথাটো দেখোন ভাবি চালে একেবাৰে সঁচা। অসম যাদুৰ দেশ, তালৈ গ'লে মন্ত্ৰৰ বলেৰে মানুহক ভেড়া কৰি ৰাখে, অসমৰ ছোৱালীৰ পাকত পৰিলে পুৰুষ পলাই সাৰিব নোৱাৰে। - এইবোৰ কথা এসময়ত অসমৰ বাহিৰৰ উচ্চ বৰ্ণৰ হিন্দুৰ মাজত যিমান গুৰুত্ব দি প্ৰচাৰ কৰা হৈছিল, তাতকৈ বেছি গুৰুত্ব দি পিচৰ এচাম বুৰ্বক অসমীয়া লেখকে সেইবোৰ মিছা বুলি প্ৰতিপন্ন কৰাৰ চেষ্টা কৰিলে। আচলতে সেইবোৰ কথা সঁচা। আচলতে কথাটো সঁচা। এসময়ত বাহিৰৰপৰা ৰাজকাৰ্যত আহি বা যি কোনো কাৰণতে আহি অসমত উপস্থিত হোৱা ব্ৰাহ্মণ সজ্জনে দেখিছিল যে গোটেই অসম জনজাতীয় সংস্কৃতি আৰু সমাজ ব্যৱস্থাৰ লীলা কেন্দ্ৰ। আনকি ইয়াৰ ৰজাৰো কোনো ঐতিহ্য নাই; ৰজাবোৰ জনজাতীয়। সমাজ বুলি কলেই সকলো দোষ কোৱা নহ'ব। এই জনজাতীয় সমাজবোৰ বেলেগে বেলেগে আচুতীয়া হৈ থাকি একে ধৰণৰ উৎপাদন আহিলাকে ব্যৱহাৰ কৰি থাকি যোৱাৰ কাৰণে আদিম চিন্তা-ধাৰাৰ কোনো পৰিবৰ্তন হোৱা নাই। প্ৰজনন বা সন্তান উৎপাদন আৰু শস্য উৎপাদনত গুৰুত্ব দিয়া আদিম গণ সমাজ, নাৰীৰ জননাংগৰ ছবিৰ অন্তৰালত প্ৰকৃতিৰ সকলো উৎপাদিকা শক্তিক কল্পনা কৰা আদিম লোকায়ত সমাজ তেতিয়াও অসমত বৰ্তমান। গতিকে বাহিৰৰ মানুহে আহি অসমত তন্ত্ৰ-মন্ত্ৰ আৰু স্ত্ৰী-প্ৰাধান্যৰ দেশ বুলি মন্তব্য কৰিছিল। খাচীৰ (Khasi) নিচিনা মাতৃ-তান্ত্ৰিক জাতি থকা অসমক তেওঁলোকে চিনি পাইছিল। কিন্তু উত্তৰ যুগৰ অসমীয়াই নিজৰ বিষয়ে এনে মন্তব্যক অসন্মান বুলি ভাবি তাৰ প্ৰতিবাদ কৰিলে। আৰু অসমীয়াক আৰ্য সংস্কৃতিৰ অন্তৰ্গত কৰাৰ যি ফন্দি বহিৰাগত উচ্চ বৰ্ণৰ লোকে কৰিছিল, তাত আত্মসমৰ্পণ কৰি নিজক আৰ্য বুলি কিটাহি মাৰি গৰ্ব কৰা এচাম সুবিধাভোগী মানুহ এই অসমতে ওলাই পৰিল। ৰাজশক্তিৰ গাত ওলমি থোৱা এই চাম মানুহেই অসমৰ প্ৰকৃত সংস্কৃতিক লুকাই আৰ্য সভ্যতাৰ জয়ঢোল ইমানকৈ কোৱাবলৈ ধৰিলে যে অসমৰ সাতাম পুৰুষীয়া 'বিহুকো' সংস্কৃতৰ বিষুব ৰেখা নামৰ শব্দৰপৰা অহা বুলি কবলৈ মৰসাহ কৰিলে। সেই শ্ৰেণীৰ মানুহেই আহোমৰ দিনত আছিল ডা-ডাঙৰীয়া, বৃটিছৰ দিনত ৰাজানুগ্ৰহপ্ৰাপ্ত দেশী চাহাব, আৰু এতিয়া? পুৰণি অসমৰ ৰজাবোৰ কোন কোন জাতিৰ আছিল।

চুতীয়া, বড়ো, কছাৰী, জয়ন্তীয়া, কোছ, আহোম আদি নহয়জানো? ইয়াৰ কোনটো ৰজা আৰ্যজাতিৰ আছিল? এই সকলোবোৰ জনজাতীয় ৰজা নহয়নে?

অসমৰ আদি সাহিত্য কি? অসমীয়া সাহিত্যৰ সবাতোতকৈ পুৰণি নিদৰ্শন কি কি? মুখে মুখে চলি অহা দেওধনি গীত, নিচুকনি গীত, গৰখীয়া গীত, বাৰমাহী গীত, আই নাম, বিয়া নাম, বিহুগীত, দেহবিচাৰৰ গীত, গোৱালপৰীয়া গীত, নাওবোৱা গীত, ধাইনাম, ভূত-জৰা মন্ত্ৰ, সাপে খোৱা মন্ত্ৰ, বশীকৰণ মন্ত্ৰ আদি মন্ত্ৰ আৰু গীতেই অসমৰ অতীত সাহিত্য নহয়নে? এই সাহিত্যত ক'ৰবাত বৈদিক সাহিত্যৰ গোন্ধ, আৰ্যৰ গোন্ধ, আছেনে? আৰু গুৱাহাটীতে থকা আজিৰ এই কামাখ্যা মন্দিৰ কেতিয়াৰ? এয়া, এয়া। এইটো হাজো, ঠাই টুকুৰা নহয়, মানুহ এটাৰ নাম। বহুত সৰু সৰু জনজাতিৰ মাজত কোচ নামৰ জনজাতি এসময়ত আছিল বলবান। সেই কোচবে দলপতি, অৰ্থাৎ কোচ নামৰ গণসমাজৰ দলপতি আছিল হাজো। তেওঁৰে জীয়েক দুজনীক বিয়া কৰাইছিল হৰিয়া মণ্ডলে। হৰিয়া মণ্ডল কোন? বাৰটা মেছ পৰিয়ালৰ দলপতি। সেই বাৰটা পৰিয়ালৰ নাম কি কি? পানবৰ , ভেদেলা, ভেদভেদো, কঠিয়া, গুৱাবৰ, মেঘো, বৈহাগু, জেচাই, গৰু কটা, বৰিহনা, যুদ্ধবৰ, দেখেৰা। এইবোৰ নামত কৰ'বাত বৈদিক সংস্কৃতিৰ গোন্ধ আছেনে? এইবোৰ আছিল ক'ত? গোৱালপাৰাত? সেই মেছ পৰিয়াল বিলাকৰ দলপতি হৰিয়া আৰু হাজোৰ জীয়েক হীৰাৰে পুতেক বিসু। এই বিসুৱেই নিজৰ দলৰ পৰাক্ৰম আৰু নিজৰ সুস্থ নেতৃত্বৰ বলত এদিন পৰাক্ৰমী ৰজা হলত বেদপন্থী ব্ৰাহ্মণে তেওঁক বিশ্ব সিংহ নাম দিলে আৰু তেওঁৰ বংশাৱলী কোনোবা দেৱতাৰপৰা আৰম্ভ কৰি লিখিলে। এইজন লোকায়ত গণ-সমাজৰ দলপতি তথাকথিত উদ্‌বৃত্তজীৱি উচ্চ শ্ৰেণীৰ চিকাৰ হ'ল। ব্ৰাহ্মণ্য ধৰ্মত তেতিয়া শাক্ত মতবাদ শক্তিশালী হৈছিল। সেই শাক্ত পণ্ডিতেই পালে বিসুক। বিসু বা বিশ্ব সিংহয়ে বুৰঞ্জী মতে প্ৰথমে কামাখ্যা দেৱীৰ মন্দিৰ আবিষ্কাৰ কৰে। অসম বুৰঞ্জী মতে বিশ্বসিংহ নীলাচললৈ গ'ল আৰু তাত কেইঘৰমান মেছ মানুহৰ ঘৰ পালে। মানুহ কিন্তু কাকো লগ নাপালে। কেৱল এজনী বুঢ়ীৰ আগতে এটা মাটিৰ টিপ আছিল। টিপৰ তলতে এগৰাকী দেৱী আছে বুলি বুঢ়ীয়ে ৰজাক কলে। বিশ্বসিংহই তাতে প্ৰাৰ্থনা কৰিলে যেন আহোমৰ লগত যুদ্ধ কৰিবলৈ তেওঁৰ সৈন্যাদিৰ সৰবৰাহ তৎক্ষণাৎ আহে। আৰু প্ৰাৰ্থনাৰ পাচতেই সৈন্য আদি আহি পৰিল। গতিকে ৰজাই তাতে গাহৰি আৰু কুকুৰা বলি দিলে আৰু প্ৰতিজ্ঞা কৰিলে যে দেশত শান্তি স্থাপন কৰিব পাৰিলে তেওঁ তাতে এটা সোণৰ মন্দিৰ দেৱীক সাজি দিব। .... কামাখ্যাৰ মূৰ্তি মাটিৰ তলৰপৰা উলিওৱা হ'ল। মনত ৰাখিব লাগিব যে সেই বিসু— যি বিসু শব্দ বিষুব ৰেখাতকৈ 'বিহু' শব্দৰ বেছি ওচৰ কোনোবা শাক্ত ব্ৰাহ্মণৰ পাল্লাত পৰি বিশ্বসিংহ হ'ল আৰু তেওঁৰ পুতেক নৰনাৰায়ণ আৰু চিলাৰাইক কাশীত ধৰ্ম-শাস্ত্ৰ অধ্যয়ন কৰিবলৈ পঠাইছিল, ব্ৰহ্মানন্দ নামৰ এজন গুৰুৰ শিষ্যৰূপে। অৰ্থাৎ তেতিয়ালৈ বামাচাৰী তন্ত্ৰ-মন্ত্ৰ শাক্ত ধৰ্মলৈ ৰূপান্তৰিত হৈ বৈদিক আচাৰ অনুষ্ঠানত সোমাই পৰিছিল আৰু বিশ্বসিংহৰ নিচিনা গণপতি বা জনজাতিৰ দলপতিক নতুন নামাকৰণেৰে বৈদিক বিধি-ব্যৱস্থাৰ ভিতৰুৱা কৰি মৰ্যাদা দান কৰি হাতকৰিছিল ব্ৰাহ্মণসকলে । আৰু পুতেকহঁত যাতে একেবাৰে বৈদিক ঐতিহ্যৰ অধিকাৰী বুলি প্ৰমাণিত হয় তাৰ কাৰণে দুয়ো পুতেকক কাশীত ব্ৰাহ্মণৰ ওচৰত শিক্ষা গ্ৰহণ কৰিবলৈ পঠাই দিছিল। এইদৰেই শ্ৰেণী বিভক্ত সমাজৰ ধৰ্ম-সম্মত জাতি বিভাগৰ আদৰ্শ আহোম আৰু কোচ ৰজাৰ যোগেদি অসমত সোমাইছিল আৰু এই দৰেই বৈদিক ঐতিহ্যধাৰী উচ্চ শ্ৰেণীয়ে নিম্ন শ্ৰেণীৰ ৰজা পুৰোহিত আদিক হাত দি ভাৰতৰ ওপৰ শ্ৰেণী বা সুবিধাভোগী ৰাজ শক্তি সমৰ্থক শ্ৰেণীক গঢ়ি তুলিছিল। গতিকে ভাৰতৰ আৰ্য আৰু অনাৰ্য বুলি দুবিধ বেলেগ বেলেগ মানুহৰ দুটা বেলেগ সংস্কৃতি বুলিলে ভুল হ'ব। আগেয়ে ইয়াত অৰ্থাৎ ভাৰতত থকা লোকায়তিকসকল আৰু কিছু পিচত ভাৰতলৈ অহা তথাকথিত আৰ্য নামৰ মানুহ চাম, এই দুই বিধ মানুহৰ পুৰোহিত আৰু ৰাজশক্তিৰ লগ লাগিলেই উচ্চ বৰ্ণৰ হিন্দুখিনি ; আৰু বাকী সৰ্বহাৰা শোষিত শ্ৰেণীটোত সেইদৰে লোকায়ত আৰু আৰ্য উভয়বিধ মানুহেই আছে। প্ৰভাৱশালী সকলে অনাৰ্য দলপতিকে বিবিধ উপায়েৰে হাত কৰি নিজৰ কৰি ল'লে। আৰু আমাৰ গণেশ দেৱতা বা গণপতি তাৰে প্ৰতীক মাত্ৰ।

এই কথাৰ প্ৰমাণ হিচাপে আমাৰ অসমৰ সংস্কৃতিলৈ চালেই হ'ল। লোকগীত, লোক সাহিত্য, লোক সংস্কৃতি কাক

বোলো? আদিম অৱস্থাৰপৰা বৈদিক বা পুৰাণ আদি ৰচিত হোৱাৰ সময়লৈকে চলি অহা বা তাৰ পাচতো বৈদিক সভ্যতাই ঢুকি নোপোৱা ঠাইত চলি থকা গীত মাতকে বোলো। লোকগীত আদি লোকায়ত সকলৰ গীত। সেই কাৰণেই লোকগীত। লোকায়তসকল হ'ল গণ-সমাজত বাস কৰা সাধাৰণ মানুহ বা জনজাতীয় মানুহ বা বৈদিক উদ্বৃত্তজীৱি শ্ৰেণীৰ গণ্ডিৰ ভিতৰত নপৰা বাকী মানুহখিনি। বৈদিক সংস্কৃতিৰ বাহক শ্ৰেণীটোৱেই ৰাজতন্ত্ৰ আৰু পুঁজিবাদৰ বাহক শোষণ কৰা অধ্যাত্মবাদৰ জন্ম দিলে। এই শ্ৰেণীটোৱেই ভাৰতত শ্ৰেণী বিভক্ত সমাজ নিগাজী আৰু স্থায়ী কৰিলে।

বিহুত বিষুব ৰেখা বিচাৰি পোৱা আৰু নিজকে বৈদিক সমাজৰ পণ্ডিত বুলি জাহিৰ কৰা অসমীয়া পণ্ডিতবোৰে আৰু অসমীয়া মানুহৰ ধৰ্ম সম্বন্ধীয় বিশ্বাসবোৰকে এবাৰ ভালকৈ চাই নলয় কেলেই? অসমত কিবা বৈদিক পূজা নহয়নে? নহয়। আনকি এতিয়া জাতত তুলি ব্ৰাহ্মণ্য ধৰ্মৰ পূজা হিচাপে পতা দুৰ্গা পূজাও প্ৰকৃততে অসমীয়াই পাতেনে? নাপাতে। বামুণে মূৰ্তিৰ আগত পূজা কৰে নে কি কৰে কোনেও নাজানে। বাকী মানুহে পূজা চায় আৰু তাক আনন্দ কৰাৰ এটা উপলক্ষ্য বুলি ভাবে। অসমত মানুহে বিশ্বাস কৰে ভূত প্ৰেতক, যখ যখিনীহঁতক, পিশাচক, বুঢ়া ডাঙৰীয়াক, প্ৰেতাত্মাক। অসমত মানুহে পূজা কৰে সাপ-গছ-নদী পৰ্বতক। এইবোৰৰ পূজা পদ্ধতিও বৈদিক নহয়। কাৰণ এইবোৰ বৈদিক দেৱতা নহয়।

বামুণে শালগ্ৰাম বুলি পূজা কৰা শিল অসমৰ লোক-বিশ্বাসতো বিশেষ বস্তু। তাৰ পৰাই অনুমান কৰিব পাৰি যে লোকায়তৰ যি কোনো এচামৰ দেৱতা শিৱক ৰুদ্ৰৰে অন্য ৰূপ বুলি ব্ৰাহ্মণ্য ধৰ্মই গ্ৰহণ কৰোঁতে লোক-বিশ্বাসৰ এই শিলটোকো শিৱৰ প্ৰতীক লিঙ্গ হিচাপে গ্ৰহণ কৰিলে। লোক-বিশ্বাস মতে শিল অপদেৱতাৰ বাসস্থান। এইঅসমতে মৃতকৰ কবৰৰ ওপৰত খাচীয়াসকলে থিয় শিল পোতে। অসমীয়া বিয়া, মৃত্যু আৰু শপত খোৱাত শিল ব্যৱহাৰ কৰা হয়। কিবাকিবি অসুখৰ সেকা - পোটোকাতো শিল লাগে।

খাদ্যলৈ আহক। অসমীয়া খাদ্য বুলিলে আমি মাংস পোলাও বুজোঁনেকি? আমাৰ খাদ্য কচু, ঢেকীয়া, খুতৰা, লাই, খৰিচা, চাঁওে টেঙা, পিঠা, সান্দহ, পিঠাগুৰি, ইত্যাদি, সকলো লোকায়তসকলৰ খাদ্য। আমাৰ জৰা-ফুকাতো লাগে বিহলঙনি, সৰিয়হ, তামোল-পাণ।

আমাৰ উৎসৱ হ'ল বিহু: অৱশ্যে আমাৰ বেলেগ বেলেগ ঠাইত একে উৎসৱৰ বেলেগ বেলেগ নামো আছে। অসম কামিনীৰ দেশ। ইয়াৰ প্ৰতি গৰাকী তিৰোতাই দেৱী বুলি পুৰাণত কোৱা আছে, 'অন্যত্ৰ বিৰলা দেৱী কামৰূপে গৃহে গৃহে'। ব্ৰাহ্মণ্য ধৰ্মৰ পাণ্ডাৰ কাৰণে এনে ধাৰণা হোৱা খুব স্বাভাৱিক। কাৰণ অসমত মাতৃ-তান্ত্ৰিক জাতিৰ প্ৰাধান্য এসময়ত আছিল। খাছি আৰু গাৰো উভয় জাতিয়েই মাতৃ-কেন্দ্ৰিক। তাৰ উপৰি লোকায়তিক সংস্কৃতিত নাৰীৰ স্বাধীনতা ব্ৰাহ্মণ্য ধৰ্মৰ প্ৰভাৱত পৰাৰ আগলৈকে খৰ্ব হোৱা নাছিল। নাৰীক দাসী কৰা, নৰকৰ, দ্বাৰ কৰা ব্ৰাহ্মণ্য ধৰ্মৰ পাণ্ডাই অসমত চাগে নাৰীৰ মুকলি মূৰীয়া মন আৰু পৰিৱেশ দেখি চমক খালে। প্ৰবাসত দোষ নাই বুলি নিজ লাম্পট্যক তৃপ্ত কৰাৰ উপযুক্ত স্থান যেন পালে চাগে। শ্যালা - ইহঁতেই আকৌ আগৰ দিনত কি পৰিৱেশত কি অৱস্থাত মানুহে সৃজন আৰু সন্তান উৎপাদনক প্ৰাধান্য দিছিল তাক ভাবি নোচোৱাকৈ সেইসকলক অশ্লীল বুলি হাঁহে, প্ৰবন্ধ লিখে। তহঁতৰ লম্পট দৃষ্টিত বিহু নাচ, বিহুগীত অশ্লীল হ'বই। তহঁতে কেতিয়াও সেইবোৰৰ প্ৰয়োজন আৰু তাগিদা এসময়ত আছিল বুলি বুজিব নোৱাৰইক।

এই অশোকটো আকৌ মহা মূৰ্খক। সি ইতিহাস নপঢ়ি ইঞ্জিনিয়াৰ হৈ ৰক্ষা পৰিল। তাৰ নিচিনা মগজেৰে ইতিহাস বুজিব নোৱাৰে। দিনে নিশাই তাক মই গণেশৰ কথা নিজে পঢ়ি যি বুজিছোঁ তাকে কৈ আছোঁ। সিয়েই আকৌ মোক সোধে বোলে গণেশৰ লগত তন্ত্ৰ মন্ত্ৰ, কাপালিক, বামাচাৰীৰ সম্বন্ধ কি? হেৰ' সেইটোকেতো সিহঁতে সিহঁতৰ দেৱতা কৰি ল'লে। অৱশ্যে তাৰ প্ৰশ্নটো মিছাও নহয়। মানুহে সহজে সেই কথা বুজিব নোৱাৰে। শিলত কটা গণেশৰ মূৰ্তি প্ৰায় গোটেই অসমতে পোৱা যায়। হাতীয়ে পিঠিত পৃথিৱীখন লৈ থকা আখ্যানৰ মাজতো গণেশ দেৱতাৰ ইঙ্গিত আছে, অথচ এই গণেশক বামাচাৰীসকলে নিজৰ দেৱতা কৰি লোৱা কথাখাৰ মইয়ে দেখোন সিদিনা বুজা নাছিলোঁ, জনা নাছিলোঁ।

অধ্যাপক বাভাই পাহৰিলে বিনোদৰ কথা, খিটিবা বেজৰ কথা, লাহৰীৰ কথা। তেওঁৰ চকুৰ আগত ভাহি উঠিল

অতীত ভাৰতবৰ্ষৰ এখন ছবি। কথাছবিৰ দৃশ্যৰ দৰে বহুত দৃশ্য তেওঁৰ চকুৰ আগেদি পাৰ হৈ গ'ল।

অধ্যাপক ৰাভাই চাই গ'ল ঃ

১ ম মানুহ ঃ সেইটো কোনহে বাদ্ধে?

২য় মানুহ ঃ বামুণ সেইটো, নদীত গা ধুই পানীৰে তৰ্পণ কৰিছে।

১ ম মানুহ ঃ কৰ বোপাই, থিয়ে থিয়ে স্বৰ্গলৈ যাবি। মোৰ ইহঁতক সুধিবৰ মন যায় বুজিছানে - বোলোঁ হেৰা বামুণ, ইমান সহজেই যদি তোমালোকে দূৰ দূৰণিৰ কোনোবা পৰলোকলৈ সেই পানী পঠিয়াব পাৰা, তেন্তে আমাৰ সৌৰা খেতিৰ মাটিলৈ পানী যোৱাৰ ব্যৱস্থা এটা কৰি নিদিয়া কেলেই? তেনেকুৱা এটা তৰ্পণ কৰিলে দেখোন এককোবে পানী গৈ পথাৰত পৰিবগৈ!

২য় মানুহ ঃ ঠিকেই কৈছা। ইহঁতে মৰা মানুহক খুৱাবলৈ শ্ৰাদ্ধ কৰিলে মোৰ সুধিবৰ মন যায়, বোলো হেৰ' বামুণ, তহঁতৰ শ্ৰাদ্ধ - পিণ্ডই যদি পৰলোকত কাৰোবাৰ ভোক গুচাব পাৰে তেন্তে অলপ দূৰৰ গাঁৱলৈ গলেই চিৰা-পিঠাৰ টোপোলাটো লৈ যাবহঁক কেলেই? ঘৰতে কোনোবাই সেইদৰে শ্ৰাদ্ধ কৰি তহঁতৰ ভোক ঘৰৰ পৰাই গুচাই দিব পাৰে দেখোন।

১ ম মানুহ ঃ হেৰ' মনে মনে থাক ককাই। সেইটো বামুণটো আহিছেই। কেনেবাকৈ শুনিলে ৰজাক লগাবগৈ! তাৰ পাচত জহাই ফুৰিব যে ব্ৰাহ্মণৰ শাওপাততহে আমি ৰাজৰোষত পৰিলোঁ।

২ মানুহ ঃ আন কথা পাতা। তুমি আজিকালি কাপালিক হলা হ'বলা?

১ মানুহ ঃ হ'লোঁ মানে কি আৰু? কাপালিক আৰু লোকায়তিক দুয়োটাৰ মাজত কোনো ভেদ নাই। কাপালিক কিবা মই হৈছোঁনে? বামুণবোৰে আমাৰ মাজতে কিবা একোটা অবুজ ভাগ কৰি দেখুৱায়। আজিকালি আমাৰ কিছুমানক লোকায়তিক নুবুলি কাপালিক বোলে। সিদিনা এটা বামুণে এটা ধনী শূদ্ৰিৰ ঘৰত ৰজাটো বহাদি বহি কিবা মন্ত্ৰ মাতিছে। মই কাষ চাপিলো । সি মন্ত্ৰ শেষ কৰি অৰ্থ কৈছে। কি কৈছে জানা?

২ য় মানুহ ঃ কি কৈছে?

১ ম মানুহ ঃ হতশ্ৰী হোৱাই কৈছে বোলে সেই মন্ত্ৰৰ অৰ্থ মতে হেনো এই পবিত্ৰ ভাৰতবৰ্ষত এতিয়াও হেনো লোকায়তিক আৰু কাপালিক প্ৰভাৱ খুব প্ৰবল। লোকায়তিক আৰু কাপালিকৰ মতে হেনো তিৰি আৰু মুনিহৰ সঙ্গমেই একমাত্ৰ অনুষ্ঠান। দেহেই একমাত্ৰ সত্য আৰু জীৱনৰ সিদ্ধিও নিৰ্ভৰ কৰে মতা-মাইকীৰ সহবাস দীৰ্ঘস্থায়ী হোৱাৰ ওপৰত। আৰু বোলে এইবোৰ কথা হেনো বেদবিৰুদ্ধ মহাপাপ। গতিকে হেনো বেদত বিশ্বাসী ধনী মানুহে লোকায়তৰ লগত একেলগে খোৱা, ফুৰা, আদি কৰিব নাপায়। মোৰ এনে খং উঠিছিল যেন মূৰটো ছিঙি পেলাম তাৰ। সি আমাৰ স্ত্ৰীপুৰুষৰ মিলনক, কামসাধনাক হাঁহিবলৈ আহে। হেৰ গৰু, কাম - সাধনাৰ বলতে তহঁতৰো বংশ বৃদ্ধি হৈছে। তহঁতে আমাক হাঁহিলে কি হ'ব?

ঃ ঠিক কৈছা, ঠিক কৈছা, চুঙা চাই সোপা। চিঞৰি উঠিল অধ্যাপক অৰবিন্দ ৰাভাই। তেওঁ যেন সচাঁকৈ সেই মানুহ দুটাই কথা পতা শুনিহে আছিল। অধ্যাপক ৰাভাৰ চিন্তাই এইবোৰ বামাচাৰ বা কামসাধনাৰ লগত গণেশৰ সম্বন্ধ বিচাৰি ঢাপলি মেলিলে-

ঃ কাম সাধনা, স্ত্ৰী -পুৰুষৰ মিলন। তাৰ মানে, আজি আমি ব্যাপক অৰ্থত তাকে কওঁ তান্ত্ৰিক মতবাদ। কিন্তু বস্তুবাদৰ লগত, লোকায়ত বিলাকৰ আদিম বস্তু বাদৰ লগত বামাচাৰৰ সম্পৰ্ক কি?

আছেতো সম্পৰ্ক। কিয় নহব? তান্ত্ৰিক সাহিত্যত গণেশ মছগুল হৈ বহি আছে দেখোন। তান্ত্ৰিক সাহিত্যতে আছে গণেশৰ পঞ্চাছটা নাম। তান্ত্ৰিক শক্তিবাদৰ লগত গণেশৰ সম্পৰ্ক একেবাৰে নিবিড়। এই ভাৰতবৰ্ষতে বহুত ঠাইত, বহুত

দেৱালয়ত শক্তিগণপতিৰ মূৰ্তি আছে। কি ৰূপত আছে সেই মূৰ্তি। এয়া- এয়া নগ্ন নাৰীমূৰ্তিৰ লগত মৈথুনৰত অৱস্থাত আমাৰ গণেশ।

স্বাভাৱিকতে কামভাৱপ্ৰধান মূৰ্তি। কিন্তু কথা হ'ল কাম শব্দটোক আজি যি অৰ্থত গ্ৰহণ কৰা হয়, পূৰণি দিনতো একে অৰ্থতে ব্যৱহাৰ কৰিছিলনে? আমাৰ দৰে তেতিয়াৰ মানুহেও কাম বিষয়ৰ অত্যধিক উৎসাহক লাম্পত্য বা অতিপাত ভোগাশক্তি বুলি ভাবিছিলনে? বৰঞ্চ একেবাৰে ওলোটা অৰ্থ থকাই স্বাভাৱিক, অৰ্থাৎ কামভাৱক সুখ সম্ভোগ সম্পত্তি আৰু উন্নতিৰ প্ৰতীক হিচাপে পবিত্ৰভাৱত গ্ৰহণ কৰাই স্বাভাৱিক। আমি আজি আমাৰ বৰ্তমানৰ ধ্যানধাৰণাৰে অতীতৰ মানুহৰ ৰুচিবোধৰ ব্যাখ্যা দিলে কেনেকৈ হ'ব? বৈদিক সাহিত্যতো এনে কিছুমান কথা আছে যে সেইবোৰ কথা শুনিলে আমাৰ আজিৰ ধাৰণাৰে সেইবোৰক কামবিকাৰ বা কুৎসিৎ লাম্পট্য নাম দিব লাগিব। অথচ বৈদিক ঋষিৰ কাৰণে সেইবোৰ কাম-ভাৱৰ প্ৰকাশ আছিল অতি গুৰুত্বপূৰ্ণ আৰু উদ্দেশ্যমূলক।

শুক্ল-যজুৰ্বেদৰ মন্ত্ৰকে লোৱা হ'ক। কেৱল এই অথ বুজোঁতে মনত ৰাখিব লাগিব যে সেই মন্ত্ৰ লিখোঁতাসকল ঋষি আছিল। আমাৰ আজিৰ যুগৰ লম্পট নাছিল। এই কথা মনত নাৰাখিলে বেদৰ এনেকুৱা উক্তি বুজোতে বহুত ভুল হৈ যাব।

শুক্ল - যজুৰ্বেদ ( বাজসনেয়ী সংহিতাৰ ) দহোটা মন্ত্ৰত ব্ৰহ্মা আৰু মহিষীৰ মাজত মৈথুন সংলাপ,এয়া—

ঃ উদগাতাই বাবাতাক অভিমেথন কৰিলে।

এজন পুৰুষক উদগাতাই কলে, 'এওঁ বাবাতাৰ শৰীৰৰ মধ্যাংশ ওখ কৰি দাণ্ডি ধৰা। কেনেকৈ? গধুৰ বস্তুক পৰ্বতত তোলোতে সোঁমাজত ধৰি যেনেকৈ দণ্ডা হয়, এওঁক ঠিক সোঁমাজত ধৰি দাণ্ডি দিয়া। এই বাবাতাৰ যোনিপ্ৰদেশ বৃদ্ধিপ্ৰাপ্ত হোৱাকৈ দাণ্ডি ধৰা।......"

প্ৰত্যুত্তৰত বাবাতাই উদগাতাক কলে "তুমিও একেটাকে কৰা।" এজন পুৰুষক বাবাতাই কলে, " এই উদগাতাক ওপৰলৈ তোলা, পৰ্বতত যেনেকৈ গধুৰ বস্তু তোলা হয়। তাৰ পাচত উদগাতাৰ কঁকাল ভাঙি ভাঙি নাচ চলি থাকক। তাৰ পাচত তেওঁক হেচি ধৰিবা। যেনেকৈ কৃষকে শীতল বায়ুত যৱধান শুদ্ধ কৰি বপন কৰে......"

এই সংলাপত মৈথুনৰ লগতে পথাৰত শস্য সিচাৰ কথা একেলগে কৈছে। তাৰমানে সেই বৈদিক সাহিত্যতো লোকায়তৰ কৃষিবিদ্যা আৰু মৈথুনক তুলনা কৰিব পৰাকৈ একে পৰ্যায়ত ৰখা হৈছিল। তাৰমানে খেতিবাতি কৰি খাদ্য উৎপাদন আৰু সন্তান উৎপাদন , অৰ্থাৎ কৃষি আৰু মৈথুনক একে চকুৰে চাই একে গুৰুত্ব দিয়া হৈছিল।

অৱশ্যে পিচৰ যুগৰ বেদপন্থীসকলে এই মন্ত্ৰবোৰ উচ্চাৰণ কৰাও পাপ বুলি নিষিদ্ধ কৰিলে। কিন্তু যিসকলে এই মন্ত্ৰ যি কালত লিখিছিল, তেওঁলোকে ইয়াক একো বেয়া অৰ্থত লিখা নাছিল ; কাৰণ পাপ হ'ব পৰা কথা লিখিবলৈ পাঁচজন ঋষিক নাম ধৰি গোট খুউৱা কেতিয়াও হ'ব নোৱাৰে। সেই মন্ত্ৰ লিখোঁতা ঋষিসকলৰ কাৰণে এই গোটেই মৈথুন প্ৰক্ৰিয়াই বৈদিক যজ্ঞবিশেষ আছিল। প্ৰশ্ন উঠিব পাৰে যে বৈদিক যজ্ঞৰ লগত মৈথুনৰ সম্পৰ্ক কি? পোনপটীয়াকৈ কবলৈ হ'লে প্ৰাচীন পণ্ডিতসকলে মৈথুনকো যজ্ঞ হিচাপেই লৈছিল। তাৰ প্ৰমাণ আছে। এয়া, বৃহদাৰণ্যক উপনিষদতে আছে,-

প্ৰজাপতিয়ে (ব্ৰহ্মাই) মনে মনে চিন্তা কৰিলে, মই ইয়াৰ কাৰণে প্ৰতিষ্ঠা সৃষ্টি কৰোঁ। এইবুলি তেওঁ স্ত্ৰী সৃষ্টি কৰিলে। সৃষ্টি কৰি তেওঁ সেই স্ত্ৰীৰ অধোদেশত মিলিত হ'ল অৰ্থাৎ সেই কাৰণে স্ত্ৰীৰ অধোদেশত মিলিত হোৱা উচিত। প্ৰজাপতিয়ে নিজৰ উৰ্দ্ধ উত্থিত প্ৰাৱাণক প্ৰসাৰিত কৰি দিলে আৰু তাৰ দ্বাৰা সেই স্ত্ৰীক তেওঁ গৰ্ভৱতী কৰিলে।

স্ত্ৰী গৰাকীৰ নিম্নাংগ বেদি বা যজ্ঞবেদী ; তেওঁৰ ছাল হ'ল সোমৰস উলিওৱা যন্ত্ৰ ; তেওঁৰ মুষ্কদ্বয় অৰ্থাৎ জননাংগৰ দুই কাষ মধ্যস্থ অগ্নি। বাজপেয় যজ্ঞকাৰীৰ কাৰণে জগৎ যিমান বৃহৎ, এইকথা জানি যি মৈথুন কৰে তেওঁৰ কাৰণেও জগৎ সিমান বৃহৎ। তেওঁ স্ত্ৰীৰ দ্বাৰা নিজে শক্তিমান হয়।

এনেকুৱা বামাচাৰী চিন্তাতো উপনিষদত এইটোৱেই নহয়। এটাই হোৱা হ'লে কিবা ভুলত সোমোৱা বুলি বাদ দিব পৰা হ'লহেতেন।

আন এক উপনিষদত অৰ্থাৎ ছান্দোগ্যত ঋষিয়ে কৈছে-

হে গৌতম, স্ত্ৰীয়েই হ'ল যজ্ঞৰ অগ্নি, তেওঁৰ উপস্থই হ'ল সমিধ, আহ্বানেই হ'ল ধোৱা, যোনিয়েই হ'ল অগ্নিশিখা, প্ৰবেশ-ক্ৰিয়াই হ'ল অঙ্গাৰ, ৰতি সম্ভোগেই হ'ল বিস্ফুলিঙ্গ। এই অগ্নিতে দেৱতাই ৰেতৰ আহুতি দিয়ে। সেই আহুতিৰ পৰাই গৰ্ভসম্ভৱ হয়।

আকৌ এয়া বৃহদাৰণ্যক উপনিষদত আছে :.... 'এতএৱ মলোদ্বাসা যশস্বিনী স্ত্ৰীলোকৰ ওচৰলৈ গৈ তেওঁক আহ্বান কৰিবা। সেই স্ত্ৰী যদি ৰতিসম্ভোগৰ বাবে মান্তি নহয়, তেন্তে তেওঁক বশ কৰি ল'বা। সেই স্ত্ৰী যদি কাম দিবলৈ ৰাজি নহয়, তেন্তে তেওঁক লাঠি বা হাতেৰে প্ৰহাৰ কৰি অভিভূত কৰি কবা ' মোৰ ইন্দ্ৰিয়শক্তিৰে মোৰ যশেৰে তোমাৰ যশক কাঢ়ি লৈছো।' এইদৰে সেই স্ত্ৰী যশহীনা হয়।

কাম সম্বন্ধে উপনিষদত উল্লেখ থকা এই ধৰণৰ ধ্যান-ধাৰণা কিমানদিনলৈকে আছিল সেই কথা ঠিৰাংকৈ কোৱা টান। কিন্তু সেই ধ্যান ধাৰণাৰ পৰিবৰ্তন হোৱাৰ নজিৰ ভাৰতত আছে। মহাভাৰতৰ আদি পৰ্বত শেতকেতুৰ আখ্যানত পৰিষ্কাৰকৈ পোৱা যায় যে এক স্বামী এক স্ত্ৰীৰ মাজত সংগমৰ অধিকাৰ সীমাবদ্ধ কৰি দিয়া হৈছে। এই আখ্যানটিত সমাজৰ কাম সম্বন্ধে ধ্যান - ধাৰণাৰ পৰিবৰ্তনৰ স্পষ্ট ইংগিত পোৱা যায়। আখ্যানটো এয়া -

উদ্দালক নামেৰে এক মহৰ্ষি আছিল। তেওঁৰ পুতেকৰ নাম স্বেতকেতু। এদিন এজনে শ্বেতকেতুৰ মাকৰ হাতত ধৰি টানি কলে, 'আহা আমি যাওঁ।" বাপেকৰ আগতে মাকক বলেৰে টানি নিব খোজা দেখি ঋষি পুত্ৰৰ খং উঠিল। মহৰ্ষিয়ে পুতেকৰ খং দেখি ক'লে, " বৎস খং নকৰিবা, কাৰণ এইটো নিত্যধৰ্ম।" গাই-গৰুৰ দৰে স্ত্ৰীও শত সহস্ৰ পুৰুষত আসক্ত হলেও তেওঁলোকৰ অধৰ্ম নহয়। শ্বেতকেতুৰ বাপেকৰ কথা শুনি শান্ত নহ'ল, বৰঞ্চ আগতকৈয়ো বেছি খঙত অগ্নিশৰ্মা হৈ মানুহৰ মাজত তেওঁ এই নিয়ম স্থাপন কৰি দিলে যে আজিৰে পৰা যি নাৰীয়ে গিৰিয়েকৰ বাহিৰে আন পুৰুষৰ লগত সংসৰ্গ কৰিব আৰু যি পুৰুষে কৌমাৰ ব্ৰহ্মচাৰিণী বা পতিব্ৰতা স্ত্ৰীক পৰিত্যাগ কৰি অন্য স্ত্ৰীত আসক্ত হব, তেওঁলোক উভয়েই ভ্ৰূণহত্যাসদৃশ ঘোৰতৰ পাপপংকত লিপ্ত হ'ব।

ছান্দোগ্য উপনিষদত থকা বামদেব্য ব্ৰতটোনো কি? এই 'বামদেব্য' শব্দটোত বামাচাৰৰ অৰ্থও থকা সম্ভৱ নহয় নে? ব্ৰতটো কি ? উপনিষদৰ মন্ত্ৰৰ অৰ্থ শুনক :

: আহ্বান কৰাকে হিংকাৰ বোলে। প্ৰস্তাৱ কৰাকে প্ৰস্তাৱ বোলে। স্ত্ৰীৰ লগত শয়নকে উদগীথ বোলে। স্ত্ৰীৰ অভিমুখ হৈ শয়ন কৰাই হ'ল প্ৰতিহাৰ। সময় অতিবাহিত হোৱাই নিধন। এই বামদেব্য নামৰ সাম মিথুনত প্ৰতিষ্ঠিত। এইদৰে বামদেব্য সাম মিথুনত প্ৰতিষ্ঠিত বুলি যিজন মিথুনত লিপ্ত হয়, তেওঁৰ প্ৰতিটো মিথুনৰ পৰাই সন্তান উৎপন্ন হয়। তেওঁ পূৰ্ণজীবি হয়। সন্তান, পশু আৰু কীৰ্তি লাভ কৰি মহান হয়। কোনো স্ত্ৰীলোককে পৰিহাৰ নকৰিবা - এয়ে ব্ৰত।

উপনিষদৰ এই মন্ত্ৰত তেন্তে মিথুনৰপৰা কি কি পোৱা যায় বুলি কৈছে? সন্তান, পূৰ্ণজীৱন, পশু, মহান কীৰ্তি। আদিম মানুহৰ ইয়াতকৈ আৰু কি বেছি প্ৰয়োজন আছিল।? বংশ বা দলৰ সংখ্যা বৃদ্ধিৰ কাৰণে সন্তান, সম্পদৰ কাৰণে পশু, দীঘল জীৱন আৰু কীৰ্তিও। এই সকলোবোৰ যি মিথুনৰপৰা লাভ কৰিব পাৰি বুলি যি কালৰ মানুহে ধৰ্মগ্ৰন্থত লিখিব পাৰিছিল, সেই মানুহে মিথুনক কিবা অশ্লীল কাৰ্য বুলি কল্পনা কৰাও সম্ভৱ নে? সেই মিথুনক কিহৰ লগত তুলনা কৰিছে? সামগানৰ পাঁচোটা ভাগ-হুংকাৰ প্ৰস্তাৱ-উদ্‌গীথ আদিৰ লগত। গতিকে সেই দিনৰপৰা কাম শব্দৰ অৰ্থ বুজিবলৈ আমি আমাৰ আজিৰ লম্পট দৃষ্টিভঙ্গীৰে চালে নহব।

বৈদিক বামাচাৰ আৰু তান্ত্ৰিক বামাচাৰৰ মাজত এটা বিশেষ পাৰ্থক্য আছে। বৈদিক বামাচাৰ মূলতঃ পুৰুষপ্ৰধান। কোনো নাৰীকে পৰিহাৰ নকৰিবা, কোনোবা নাৰীৰ মৈথুনত সন্মত নহ'লে প্ৰহাৰ কৰিবা, আদি বৈদিক বামাচাৰত থকা মন্তব্য পুৰুষ প্ৰধান সমাজৰ চিন। কিন্তু তান্ত্ৰিক বামাচাৰ মূলতেই স্ত্ৰী-প্ৰধান।

তেন্তে তান্ত্ৰিক বামাচাৰী ধ্যানধাৰণাক অশ্লীল বুলি ক'বলৈ যাওঁতে মনত ৰখা উচিত যে সুসভ্য বুলি ভবা আৰ্যসকলৰ এনে এটা

স্তৰ এৰি আহিছে যেতিয়া তেওঁলোকৰ চিত্তচৰ্চাত একে ধৰণৰ ধ্যান ধাৰণাই ৰাজত্ব কৰিছিল। অৰ্থাৎ মানৱ-সমাজৰ এটা কালত এনেকুৱা এটা স্তৰ পাৰ হৈ আহিবই লাগিব।

কেৱল আমি মনত ৰখা উচিত যে এইবোৰ মানুহে অশ্লীল সাহিত্য ৰচনা কৰা নাছিল। তেওঁলোক লম্পট নাছিল। তেওঁলোকে তেতিয়া গোৱা জ্ঞানৰ বলেৰে যিটোকে উদ্দেশ্যমূলক হেন পাইছিল, তাকে লিখি গৈছিল। তেওঁলোকৰ ধাৰণাত মৈথুন আছিল যজ্ঞৰ সমান, সামগানৰ সমান, ব্ৰতৰ সমান। কিয়নো তেওঁলোকে ভাবিছিল যে সেই মৈথুনৰ ওপৰতে জগতত পাব পৰা সকলো সম্পদ লাভৰ উপায় আছে -'মিথুনান্মিথুনাৎ প্ৰজায়তে সৰ্বমায়ুৰেতি জ্যোগ্ জীৱতি মহান প্ৰজয়া পশুভিৰ্ৰ্ভবতি মহান কীৰ্ত্যা....।"

খাদ্যপ্ৰাপ্তি আৰু সন্তান উৎপাদন - এই দুটাই প্ৰধান কাম আছিল সেই যুগৰ মানুহৰ। তাৰ পিচতে আহিল সম্পদৰ আৱশ্যকতা। অন্নং নো ভগৱানাগায়ত্বনায়াম, অধ্যাত্মনেহনা আদ্যমা-গায়দাদ্ধি, তে দেৱা অত্ৰুৱনেতবদ্ধা ইদংসৰ্বং যদন্নং তদাত্মন আসাসীৰসু... আদি উপনিষদৰ মন্ত্ৰৰ অৰ্থ কি ? ভোক লাগিছে অন্ন দিয়া, অন্ন আদি গান গাই লাভ কৰিছিল, মানেই এই অন্ন গান গাই গাই লাভ কৰিছিল বুলি আদিয়েই অৰ্থ নহয় জানো ? তাৰ পৰাই বুজা যায় যে সেই কালত অন্ন বা আহাৰ সংগ্ৰহ আছিল প্ৰধান সমস্যা। সেই আহাৰ পাবৰ কাৰণে মানুহে গান গাইছিল্। গানৰ লগত আছিল নাচ। এফালৰ পৰা চাবলৈ গলে দেখোন গানৰ লগত নাচ থাকিবই লাগিব। সৰু লৰা-ছোৱালীয়ে সকলো কথা বুজাই কবলৈ ভাবা বিচাৰি নোপোৱাৰ কাৰণেই হাত-ভৰি- মুখেৰে বেছিকৈ অঙ্গি-ভঙ্গি কৰে। আমিও নিজ বক্তব্য ভালকৈ বুজাবলৈ অঙ্গি-ভঙ্গি কৰোঁহক। তেন্তে আদিম মানুহে ভাষাৰ সমৃদ্ধিৰ অভাৱত দুই-এটা কথাৰেই সকলো ভাব প্ৰকাশ কৰিব খোজোঁতে বেছিকৈ অঙ্গ-ভঙ্গী কৰাটো খুব স্বাভাৱিক নহয় জানো ? পিচলৈ তেওঁলোকে সেইবোৰ নিজৰ অঙ্গ-ভঙ্গীক কিছুমান অৰ্থ দি ল'লে। সেইদৰেই নাচৰ উৎপত্তি। হাতিয়াৰ আৱিষ্কাৰৰ লগতে এদল মানুহে একেলগে কাম কৰোতে ইজনে সিজনক মনৰ ভাব বুজাব লগা হওঁতেই ভাষাৰ আদিতম্ প্ৰগতি। আৰু সেই একেলগেই শস্যৰ কাৰণে যাদু বিশ্বাসৰ আচাৰ-অনুষ্ঠান কৰিবলৈকো নাচৰ উৎপত্তি। দেওধনি, বিহু আদি নৃত্যত সেই সত্যই লুকাই আছে। বিহু নাচ আৰু গীতত কাম-বাসনা চৰিতাৰ্থৰ মাজেদি সন্তান উৎপাদন আৰু খেতিত শস্য উৎপাদনৰ কামনাৰ উন্মাদনা একেলগেই নাই জানো ? তেনেহ'লে আদিম মানুহে জীৱন যুজত, খাদ্য আহৰণৰ যুদ্ধত নাচ-গান আৰু কামক সমানে ব্যৱহাৰ কৰিছিল। উৎপাদন কৌশলৰ একেবাৰে প্ৰাথমিক এনে অৱস্থা আছিল যে কেবাজনো মিলি কাম নকৰিলে একো কামেই নহৈছিল। কাৰণ কাম কৰাৰ হাতিয়াৰ ইমান স্থূল আছিল যে এজন মানুহে অকলে একো কামকে কৰা সম্ভৱ নাছিল। খেতিয়েই হওক বা চিকাৰেই হওক, সকলো খাদ্য-সংগ্ৰহ অভিযানতে পূৰা এটা দলৰ প্ৰয়োজন হৈছিল। সেই কাৰণেই সেই দিনত অকলে কোনো কাম কৰাৰ প্ৰশ্নই উঠা নাছিল।

কিন্তু প্ৰকৃতিৰ লগত সংগ্ৰাম কৰোঁতে কৰোঁতে মানুহৰ হাতিয়াৰ উন্নত হৈ আহিল। লগে লগে উন্নত হ'ল মানুহৰ উৎপাদন কৌশল। উন্নতি হৈ হৈ এনেকুৱা এটা পৰ্যায় পালেহি যে এজন মানুহে এটা কাম অকলে অকলে কৰিব পৰা হ'ল। কিন্তু সেই বুলি যৌথ বা দলবান্ধি কাম কৰাৰ প্ৰয়োজন শেষ নহ'ল। প্ৰত্যেকেই নিজে নিজে একোটা একোটা কাম কৰোতেও দলৰ ভিতৰত থাকিয়েই কৰে, দলৰ স্বাৰ্থতে কৰে । প্ৰতিজনে দলৰ পৰা নিজ নিজ কামৰ দায়িত্ব ললে। তেতিয়াই মানুহৰ সমাজত প্ৰতি ব্যক্তিৰ সাহসৰ আৰু বিশ্বাসৰ প্ৰয়োজন বেছি হ'ল। কাৰণ আনবোৰক বিশ্বাস নকৰিলে বেলেগ বেলেগ দায়িত্ব দি মানুহক সুখত থাকিব নোৱাৰে। কেনেকুৱা বিশ্বাস , কেনেকুৱা সাহ ? অকলে কাম কৰিব লগা হলেও সি অকলশৰীয়া নহয়, তাৰ লগতে দল আছে - এই সাহ। কি বিশ্বাসৰ ভেটিত এই সাহ ? যাদু বিশ্বাস। কামলৈ ওলোৱাৰ আগতে সকলোৱে কামনা কৰে। সকলোৱে একেলগে কামনা কৰে । সকলোৱে একেলগে একধৰণৰ কামনা সফল হোৱাৰ অনুষ্ঠান পাতি সফলতাক আগতীয়াকৈ সকলোৱে চাই লয়। কাম আৰম্ভ হোৱাৰ আগতে সেই কাম সফল হোৱাৰ ছবি কেনেকৈ চাব ? বাস্তৱত নিশ্চয় নহয়। তেন্তে? কল্পনাত ? কল্পনাত সেই ছবি চাবৰ কাৰণেই আদিম মানুহৰ নাচ-গানৰ প্ৰয়োজন। কামোদ্দীপক আৰু মৈথুনৰ প্ৰতীক বিহুগীতত সন্তান উৎপাদন পদ্ধতি সফল হোৱাৰ ছবি মানুহে চাইছিল।

তাৰ লগতে সফল হোৱাৰ ছবি ফুটি উঠে বাৰিষা আহি পৰা খেতিৰ। কাৰণ প্ৰজনন আৰু শস্য উৎপাদন তেওঁলোকৰ কাৰণে আছিল একে কথা। বিহু নাচ ঠিক যাদু বিশ্বাস নহয়, কিন্তু যাদু বিশ্বাসৰ ভেটিতে পিচলৈ আৱিষ্কৃত হোৱা সমূহ দলৰ উৎসব। সেই আদিম স্বৰূপ থকাৰ কাৰণেই বিহু আৰু বিহু নাচত জাতিভেদ আদি নাই। সেইদৰেই কোনোবা শত্ৰু দলৰ লগত যুদ্ধজয় কৰিবলৈ যাদু বিশ্বাসৰ উছৱ পতা হৈছিল। উছৱ মানে যুদ্ধজয়ৰ এক নকল দৃশ্যৰ সৃষ্টি কৰা, কামনা সফল হোৱাৰ অভিনয় কৰা। অৰ্থাৎ দুৰ্বলতাবোধ দূৰ কৰাৰ কৌশল এই যাদু বিশ্বাস। যাদু বিস্বাসৰ অবিহনে তেতিয়াৰ মানুহ জীয়াই থকাই টান।

অকল যাদু বিশ্বাসেইনে ? যি বেদ লৈ , যি উপনিষদ আৰু ব্ৰাহ্মণ শাস্ত্ৰ লৈ ব্ৰাহ্মণ্য ধৰ্মৰ গৰ্ব, সেইবোৰৰ মতে দেখোন যজ্ঞও এসময়ত আছিল অন্ন আহৰণৰ উপায় মাত্ৰ। এয়া ঐতৰেয় ব্ৰাহ্মণত আছে -

ঃ "মই তোমালোকৰ অন্ন নহওঁ, এই বুলি যজ্ঞ এবাৰ দেৱতা সকলৰ ওচৰৰ পৰা গুচি গৈছিল।"

বা

"এবাৰ যজ্ঞ অন্নসহদেৱতাৰ ওচৰৰপৰা গুচি গৈছিল। দেৱতাসকলে কলে, যজ্ঞ অন্নসহ গুচি গৈছে, আমি যজ্ঞৰ অনুসৰণ কৰি অন্নৰও অনুসৰণ কৰিম।"

একে গ্ৰন্থতে দেখা যায় কেনেকৈ ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ই যজ্ঞক অনুসৰণ কৰিছিল আৰু শেষত ব্ৰহ্মা বা ব্ৰাহ্মণেই যজ্ঞক ধৰেগৈ। মনত ৰখা উচিত যে এইবোৰ শাস্ত্ৰ অৰ্থাৎ ব্ৰাহ্মণ্য শাস্ত্ৰ লিখাৰ সময়তে আদিম শ্ৰেণীহীন সমাজৰ ঠাইত শ্ৰেণী বিভক্ত সমাজে জন্ম লৈছিল। যজ্ঞৰ আদি অৰ্থ আছিল দেৱতাৰ কাৰণে অন্ন আহৰণ। সেই কাৰণে যজ্ঞৰ লগত পৰলোকাদিৰ যি সংশ্ৰৱ , সেয়া নিশ্চয় পৰৱৰ্তী যুগৰ অৱদান। এই ব্ৰাহ্মণৰ মন্ত্ৰটোত ভালকৈ বুজা যায় যে দেৱতাৰ কাৰণে যজ্ঞই আছিল ভক্ষ্য অন্ন লাভৰ উপায়। তাৰ মানে একালত যজ্ঞ মানে উৎপাদন পদ্ধতিকে বুজাইছিল। অৰ্থাৎ ব্যক্তিগত সম্পত্তি শ্ৰেণী বিভাগ আৰু ৰাষ্ট্ৰশক্তিৰ আৰ্বিভাৱৰ আগলৈকে আৰ্যৰ আদিম অৱস্থাত যি উৎপাদন পদ্ধতি আছিল , তাকে যজ্ঞ বোলা হৈছিল। সেই উৎপাদন পদ্ধতিত পৌৰোহিত্য কৰা শ্ৰেণীয়েই দেৱতা আছিল আৰু দেৱতাসকলেই পিচলৈ ৰাষ্ট্ৰ শাসনৰ ক্ষমতা পোৱা ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়। বৈদিক সাতটা ছন্দৰ অৰ্থতো খেতি-বাতিৰ অৰ্থই বৰ্তমান। সেই সাতটা ছন্দ হ'ল ঃ গায়ত্ৰী, বৃহতী, জগতী, উষ্ণিক, পংক্তি, ত্ৰিষ্টুপ, অনুষ্টুপ। এই নামবোৰৰ অৰ্থত মানুহ বাচি থকা আৰু বাচি থাকিবলৈ খাদ্য উ ৎপাদন কৰা ৰ লগত সম্পৰ্ক থকা অৰ্থ আছে। গায়ত্ৰী মানে প্ৰাণ ৰক্ষাৰ উপায়, বৃহতী এবিধ শস্য, জগতী মানে গৰু, উষ্ণিকো বোলে এবিধ খাদ্য শস্য, পথাৰৰ আলি হ'ল পংক্তি। ত্ৰিষ্টুপ মানে বোলে ধান কটা।

ট্ৰাইবেল বা গণ সমাজভুক্ত মানুহকো একেদৰেই খাদ্য আহৰণ আৰু খাদ্য আৰু খাদ্য উৎপাদনৰ মৌলিক ব্যৱস্থাৰ ফালৰ পৰা তিনিভাগত ভগাব পাৰি। চিকাৰজীবি, পশুপালনজীবি আৰু কৃষিজীবি । আধুনিক পণ্ডিতে এই তিনি বিধৰ ভিতৰত চিকাৰজীবিৰ দুটা ভাগ কৰিছে। তল শ্ৰেণীৰ চিকাৰজীবিয়ে চিকাৰ আৰু ফল-মূল আহৰণ কৰে। ওপৰ শ্ৰেণীৰ চিকাৰজীবিয়ে চিকাৰৰ লগতে মাছ ধৰিবলৈও শিকিছে। পশুপালনজীবিয়ে পশুপালনৰ লগতে কিছু কিছু খেতি-বাতিও কৰে। কৃষিজীবিয়ে খেতিৰ লগতে পশুপালনো কৰে।

পৃথিৱীৰ সকলো আদিম মানুহ প্ৰথম পশুপালনজীবি হৈ তাৰ পাচত কৃষিজীবি হোৱা নাই। অৱশ্যে এই কথা ঠিক যে সকলোৱেই প্ৰথমতে চিকাৰজীবি আছিল। কিন্তু তাৰে কিছুমান পশুপালনজীবি আৰু আন কিছুমান কৃষিজীবি হ'ল কেনেকৈ? প্ৰাকৃতিক পৰিবেশৰ কাৰণে। য'ত পোহনীয়া জন্তু বেছিকৈ পোৱা গৈছিল, তাত মানুহ আগুৱালে পশুপালনৰ ফাল আৰু উৰ্বৰ বনৰীয়া শস্যপূৰ্ণ ঠাইৰ মানুহ আগবাঢ়িল খেতি-বাতিৰ ফালে। সেই আদিম সাম্য সমাজৰ ভাঙন আহিল পশুপালনৰ উন্নতি আৰু কৃষিকাৰ্যৰ উন্নতিৰ লগে লগে। উৎপাদনৰ উন্নতিৰ লগে লগে শ্ৰেণী সমাজ আৰম্ভ আৰু ৰাষ্ট্ৰৰ উৎপত্তি ; কাৰণ উৎপাদন বৃদ্ধিয়েই উদ্বৃত্ত শ্ৰেণীৰ জন্ম দিয়ে আৰু তাৰ পৰাই ৰাষ্ট্ৰৰ উৎপত্তি। পশুপালনৰ উন্নতিৰ ফলত আৰ্য সমাজত শ্ৰেণী বিভক্ত সমাজৰ সূচনা আৰু কৃষিকাৰ্যৰ উন্নতিৰ ফলত মহেঞ্জোদাৰোত আৱিস্কৃত সিন্ধু সভ্যতাই নগৰ আৰু

ৰাষ্ট্ৰৰ ভেটি স্থাপন কৰিলে। অৰ্থাৎ আৰ্য আৰু অনাৰ্য উভয় ক্ষেত্ৰতে শ্ৰেণী বিভক্ত সমাজ সৃষ্টি হৈছিল। বৰঞ্চ এনেকৈ ভবাৰো থল আছে যে শ্ৰেণী বিভক্ত সমাজৰ প্ৰাথমিক স্তৰত থকা সিন্ধু সভ্যতাৰ পৰাই শ্ৰেণী বিভাগৰ সুবিধাৰ আৰ্হি বুজি আৰ্যবোৰে দুগুণ উৎসাহেৰে শ্ৰেণী বিভাগত গুৰুত্ব আৰোপ কৰি একেবাৰে চতুৰ্বৰ্ণৰ জন্ম দিলেগৈ।

আমাৰ দেৱ-দেৱীবোৰৰ হাতত অস্ত্ৰ বা আন কিবা এটা বস্তু থাকে যিটোক আয়ুধ বুলা হয়। তেন্তে আমাৰ গণেশৰ হাতত থকা আয়ুধৰপৰা সেই আদিম সমাজৰ কিবা খবৰ পোৱা যায় নে? নিশ্চয় যায়। ভাৰতত মা[illegible]টাইত গণেশক নানা ৰূপত পোৱা যায়। প্ৰায়বোৰতে গণেশৰ হাতত আছে পাশ আৰু অংকুশ অৰ্থাৎ হাতী বন্ধা ফাঁই আৰু মাউতে হাতী খোচা লাংচিং। এই আয়ুধে প্ৰমাণ কৰে যে গণেশৰ সেইটো চিকাৰজীৱি পৰ্যায়। সেই চিকাৰজীৱি গণেশ আহি এদিন কৃষিজীৱি পৰ্যায় পালেহি। তেতিয়া গনেশৰ হাতত উঠিল ডালিম, নাৰিকল, আমৰ পাত, কল্পকলতা, ধান, ইত্যাদি। এটাইতকৈ আচৰিত গণেশৰ লগত ৰঙা ৰঙৰ সম্পৰ্কটো। বিভিন্ন শাস্ত্ৰৰ মতে গণেশৰ ৰং হ'ব ৰঙা, তান্ত্ৰিক ধ্যানত গণেশৰ মন্ত্ৰত আছে সিন্দূৰাভং, ৰক্তবস্ত্ৰোংগৰাগং ; গাণপত্যবোৰে অৰ্থাৎ গণেশৰ ভক্ত মানুহবোৰে কপালত ৰঙা ৰঙা ফোট লয়, ৰঙাজবা ফুলৰ নাম গণেশ কসুম সেন্দুৰৰ নাম গণেশভূষণ। লগতে ভাবি চাওক, পিচ পৰা জনজাতি ভীলবোৰে পথাৰত গুটি সিচাৰ আগতে শিলত সেন্দুৰ সানি সেই শিলক গণেশ বোলে এতিয়াও। আৰু সেই ৰঙা ৰঙৰ লগত গৰ্ভধাৰণক্ষম ৰজস্বলা তিৰোতাৰ প্ৰতীক ৰঙা ৰং - যি প্ৰতীক বহুত কৃষিকাৰ্যমূলক পূজাদিত এতিয়াও ব্যৱহাৰ হয়। আকৌ ইলোৰাৰ গুহাত পোৱা গণেশ মূৰ্তি অকলশৰীয়া নহয়, তেওঁৰ লগতে সাতটি মাতৃমূৰ্তিৰ যোগ হৈছে। নাম শক্তিগণপতি। এই নাৰীমূৰ্তিবোৰক বোলা হয় গণেশৰ শক্তি। তান্ত্ৰিকমতেও প্ৰতিজন গণেশৰ লগত নাৰীৰূপী শক্তি আছে। আকৌ, গণেশৰ লগত মাতৃতান্ত্ৰিক চিন্তা-ধাৰাৰ পৰা জন্ম হোৱা তান্ত্ৰিক পদ্ধতিৰ ইমান যোগাযোগ কিয়? গাণপত্য সম্প্ৰদায়ৰ উচ্ছিষ্ট গণপতিৰ উপাসকসকলৰ কথা আনন্দগিৰিৰ শংকৰবিজয়ত এইদৰে আছে,

"আমি দুইটা ধৰ্মৰে অনুসৰণ কৰা উচিত। বিভিন্ন জাতিৰ পুৰুষৰ এক জাতিৰ দৰে ব্যৱহাৰ - এই এটা ধৰ্ম। সকলো বৰ্ণৰ তিৰোতাৰ এক জাতিৰ দৰে ব্যৱহাৰ - ইয়ো এক ধৰ্ম। এই পুৰুষ বোৰ আৰু তিৰোতাবোৰৰ পৰস্পৰৰ মিলন আৰু বিচ্ছেদত কোনো দোষ নাই। এজন বিশেষ পুৰুষ এজনী বিশেষ তিৰোতাৰহে বোলাৰ কোনো নিয়ম নাই। ৰজঃ প্ৰকৃতি সিক্ত হ'লে উপযুক্ত মিলনজাত ৰুধিৰ বাহুল্যৰ বাবে আনন্দদাধিক্য উপজাত হয়। সকলো বৰ্ণই এক জাতীয়, তেওঁলোকৰ মাজত একো দাম্পত্য ব্যৱস্থা নাই। যিকোনো পুৰুষেই নিজক হেৰম্ব বুলি বিবেচনা কৰি যিকোনো তিৰোতাক শক্তিৰূপে বিবেচনা কৰি সুৰত কাৰ্যৰ দ্বাৰা সম্ভোগ কৰিব পাৰে। আনন্দ লাভেই ব্ৰহ্মপ্ৰাপ্তি - সেয়ে সচ্চিদানন্দৰ লক্ষণ। সেই কাৰণেই উচ্ছিষ্ট গণপতিৰ অখণ্ডানন্দ ৰূপ আৰু ব্ৰহ্মৰূপ একে আৰু অভিন্ন। ব্ৰহ্মাদি দেৱগণো একে। অংশ আৰু অংশীৰ প্ৰভেদ ৰুদ্ৰকাণ্ডত প্ৰতিপাদিত হৈছে। 'গণবোৰক আৰু গণপতিবৰ্গক মই নমস্কাৰ কৰোঁ। 'গণৰ ৰূপসমূহ, গণপতিৰ ৰূপসমূহক, ৰুদ্ৰসমূহক নমস্কাৰ কৰোঁ। ইয়াৰ দ্বাৰা গণত্ব আৰু গণপতি ৰূপত্ব একে ৰুদ্ৰতে আৰোপিত হয়'। ইয়াত দেখা গ'ল গাণপত্য সম্প্ৰদায়ৰ গণ আৰু গণপতিৰ মাজত অভেদ। আৰু অধ্যাপক ৰাভাৰ এটাইতকৈ ডাঙৰ প্ৰয়োজনটোও ইয়াত পূৰণ হ'ল, অৰ্থাৎ গণেশৰ লগত বামাচাৰী ধ্যান-ধাৰণাৰ সম্বন্ধ প্ৰমাণিত হ'ল। ইয়াৰ উপৰিও শংকৰ বিজয়ত পৰিষ্কাৰকৈ লিখা আছে যে এই গাণপত্য সম্প্ৰদায়টি বামমাৰ্গাবলম্বী, বামাচাৰী। তাৰমানেই কৃষিকাৰ্যৰ লগত বামাচাৰী আৰু গাণপত্য সম্প্ৰদায়ৰ সম্বন্ধ একে। তাৰ মানে বামাচাৰৰ দৰে গণেশো একালত কৃষিৰ দেৱতা আছিল। নাথাকিব কিয়? গণবোৰতো প্ৰধানকৈ কৃষিজীৱিয়েই আছিল।

আমাৰ গণেশ যে খেতিৰে দেৱতা সেই কথা জানিবলৈ ইমান পুৰাণ দিনলৈ দেখোন নগলেও হ'য়। আমাৰ দেশত এতিয়াও প্ৰচলিত গণেশ চতুৰ্থী ব্ৰত এটা ভালকৈ চালেই হ'ল দেখোন। এই ব্ৰতৰ নিয়ম-কানুন ভালকৈ চালেই প্ৰমাণ হয় যে কৃষিৰ মূলতঃ নাৰীৰ আৱিষ্কাৰ আৰু তাত গণেশ দেৱতাৰ পুৰুষ অস্তিত্ব প্ৰায় হেৰাই গৈছে।

এই ব্ৰত এতিয়া প্ৰধানকৈ দক্ষিণ ভাৰতত প্ৰচলিত। এই ব্ৰত সাত দিন ধৰি চলে। গণেশৰ নামেৰেই এই ব্ৰত। ব্ৰত

অনুষ্ঠানৰ আগতেও কেইদিনমান গণেশক লৈ ভালেমান সমাৰোহ, কিন্তু আচল ব্ৰতানুষ্ঠানত গণেশক প্ৰথম দুই এদিনহে পোৱা যায়। এনেকুৱা লাগে যেন দুই এদিনতে এইবোৰ একেবাৰে তিৰোতাৰ ব্ৰত বুলি জানি আৰু তাত তেওঁৰ স্থান নাই বুলি জানি গণেশ যেন নিজে আঁতৰি পৰে।

গণ-সমাজৰ কৃষিজীবি স্তৰত গণেশ মূৰ্তিৰ পৰিকল্পনা আকৌ বেলেগ হল। এইবাৰ গণেশৰ হাতত আয়ুধ হিচাপে উঠিল আম, কল, কুঁহিয়াৰ, কঠাল। এইবাৰ গণেশৰ ভক্তি বিঘ্নেশ্বৰ ৰূপত হাতত থাকিল নাৰিকল, আম, গুৰ আৰু পৰমান্ন। ডালিম হাতত লোৱাৰ মূলত থকা বামাচাৰী ৰঙা ৰঙৰ কথা অধ্যাপক ৰাভাই আগতেই পাইছিল। সেই কথা মনত পৰি ৰাভাৰ মনটো আনন্দত ভৰি উঠিল। গণেশ-সাগৰত যেন তেওঁ পাৰ পোৱাৰ সম্ভাৱনা দেখিলে। তেওঁৰ মনত পৰি গ'ল ঃ নাৰীৰ ঋতুৰজ ৰঙা, ৰজস্বলা নাৰী সন্তানধাৰণক্ষম, গণেশ ৰঙা, তিৰোতাৰ কপালত আৰু শিৰত লোৱা সেন্দুৰ ৰঙা, পূৰ্ণ ঘটৰ ডিঙিৰ কাপোৰকণ ৰঙা, কেউফালে কেৱল ৰঙা। এই ৰঙাৰ মাজতে মানুহে জীৱন-ধাৰণৰ কাৰণে অতি প্ৰয়োজনীয় উৎপাদানৰ হাতিয়াৰ আবিস্কাৰ কৰিছিল। এই ৰঙাক চিনি পোৱাই, বিশ্বাস কৰাই মানুহৰ সমাজজীৱনত প্ৰগতিৰ প্ৰথম খোজ। এই ৰঙা ৰং ঋতুৰজৰ ৰং আৰু সেই কাৰণেই নৱজন্মৰ প্ৰতিশ্ৰুতিৰ ৰং। সেই কাৰণেই আজিও বিবাহিত নাৰীয়ে কপালত - শিৰত সেন্দুৰ লৈ সন্তানৱতী হোৱাৰ কামনাক সফল কৰাৰ সম্ভাৱনাক সূচায়। ইয়াত লুকাই আছে সেই আদিম বিশ্বাস।

ৰঙা ৰঙৰ বিষয়ে অধ্যাপক টমচনৰ লিখা অধ্যাপক ৰাভাৰ মনত পৰি গ'ল।

ঃ মানুহৰ সন্তান উৎপাদন সংক্ৰান্ত যাদুবিদ্যা সংযুক্ত হৈ আছে ফলাফলতকৈ সেই ফল দিয়া পদ্ধতিটোৰ লগত, সন্তানতকৈ ঋতুস্ৰাৱ বা সেইজাতীয় স্ৰাৱৰ লগত। (অৰ্থাৎ বিহু নাচত খেতি কৰিবলৈ যোৱা আৰু সন্তান উৎপাদন কৰা মৈথুন ভঙ্গী আৰু পুজা পাতলত দিয়া ৰঙা ৰঙৰ লগতহে সেই বিশ্বাসৰ সম্বন্ধ।) গতিকে ঋতুস্ৰাৱ বা সেই জাতীয় সকলো স্ৰাৱতেই কল্পনা কৰা হয় নাৰীৰ মাজত থকা প্ৰাণদায়িনী শক্তিৰ বিকাশ ৰূপে। আদিম ধ্যান -ধাৰণা অনুসাৰে ঋতুস্ৰাৱ সন্তানৰ জন্মদানৰ সমতুল্য বুলি বিবেচিত। সেই যাদুবিশ্বাসৰ মাজত আত্মবিৰোধ আছে; তেজৰ সেই শক্তিয়েই তেজক ভয়াবহ কৰি তোলে। এফালৰ পৰা ঋতুমতী নাৰী ইমান পবিত্ৰ যে স্পৰ্শ কৰিব নোৱাৰি ; অন্যফালৰ পৰা তেওঁ কলুষিত আৰু ঘৃণিত। ফলস্বৰূপে পুৰুষপ্ৰধান সমাজত ধৰ্মাচাৰণৰ ক্ষেত্ৰত তিৰোতাৰ অধিকাৰ লুপ্ত হোৱাৰ পাচত এই যাদুবিশ্বাসৰ ঘৃণিত দিশটোকহে স্বীকৃতি দিয়া হ'ল। ঋতুমতী নাৰী কলুষিতা বুলিয়েই বিবেচিত হ'ল।

আধুনিক লাম্পট্যদুষ্ট সমাজত এইবোৰ কথা পূৰ্বপুৰুষৰ হলেও অসভ্য যেন লাগিব। যুক্তিহীন যেন লাগিব। কিন্তু এই আধুনিক সমাজতে কামাখ্যাৰ নিচিনা যোনি-পীঠ এতিয়াও সগৌৰবে পুৰণি ধ্যান-ধাৰণাৰ স্মাৰক হিচাপে বৰ্তি আছে। কালিকুপুৰাণৰ মতে কুব্জিকা নামৰ পীঠস্থানত দেবীৰ যোনি - মণ্ডল পতিত হ'ল। সেই যোনিমণ্ডল পৰিয়েই শিল হ'ল। এই যোনিমণ্ডলৰ পৰিমান দীঘলে একৈশ আঙুল বহল এবেগেত। তাত সেন্দুৰ আৰু কুম্‌কুম্ লেপন কৰা থাকে। এই সেন্দুৰ আৰু কুমকুম্ লেপাৰ ৰহস্যৰ ব্যাখ্যা তন্ত্ৰশাস্ত্ৰত আছে ঃ দেবী কামাখ্যা প্ৰতিমাহে এই ঠাইত ৰজস্বলা হয়। প্ৰতি মাহে নহলেও আহাৰ মাহৰ সাত বা অম্বুবাচীত অসমত সকলোৱে কাপোৰ কানি তিয়াই পৃথিবীৰ লগতে কামাখ্য ৰজস্বলা হোৱাৰ অশুচি গুছায়।

কিন্তু গণেশৰ হাতত ঋতুৰজৰ প্ৰতীক ডালিম ফল আৰু তিৰোতাৰ সেন্দূৰ গাত সনাৰ নিয়ম কিয়? আচলতে কৃষিকেন্দ্ৰিক সেই পৰিস্থিতিক পুৰুষ দেৱতা গণপতি মাতৃকেন্দ্ৰীক সমাজত অদৰ্কাৰি হৈ পৰিছিল। আৰু সেই বিষম পৰিস্থিতিকো গণেশক দেৱতা কৰি ৰখাৰ চেষ্টা কৰি এদলে তেওঁক কোনোমতে ডালিম ফল দি, সেন্দূৰ সানিও দেৱতা কৰি ৰাখিব খুজিছিল। আৰু এই ৰাখিব খোজা দলটো নিশ্চয় সংখ্যালঘু পিতৃ-কেন্দ্ৰিক সমাজৰ আছিল। নহলে এইটোও হ'ব পাৰে যে মাতৃকেন্দ্ৰিক সমাজত উৎপাদনৰ আহিলা হিচাপে পুৰুষে যি গুৰুত্বহীন স্থান পাব পাৰে, সেই স্থানত দুই-এক পুৰুষ দেৱতাক ৰখা হৈছিল। যাদু বিশ্বাসৰ আচাৰানুষ্ঠানত, সমাজৰ সেই অৱস্থাত গণেশৰ নিশ্চয় কাতি হৈ পৰাৰ অৱস্থা

হৈছিল। সেই কাৰণেই তেওঁক গণশক্তিপতি কৰি লগত একোজনী নাৰীক দিয়া হৈছিল।

গণেশ দেৱতাৰ লগত যাদুবিশ্বাসৰ কিবা সম্বন্ধ আছেনেকি? ধৰ্মৰ মূলতে যে স্থানীয় যাদু বিশ্বাসেই আছিল, এই কথা স্বীকৃত। খেতিৰ কথাকে ধৰা যাওক। আদিতে খেতিত তিৰোতাই লাগিছিল। পুৰুষ চিকাৰ বিচাৰি যাওঁতে তিৰোতাই ফল-মূল বিচাৰি গৈছিল। সেই ফল-মূল খাই গুটি পেলাই দিওঁতে সেই গুটিবিলাকৰ পৰাই হয়তো গছ হৈছিল, সেইদৰেই হয়তো প্ৰথম খেতিৰ আৰম্ভ হৈছিল। খেতি প্ৰধানকৈ তিৰোতাৰে আছিল কাৰণে মাটিৰ উৰ্বৰতা বৃদ্ধিৰ কাৰণে যাদু অনুষ্ঠানত তিৰোতাই প্ৰধান ঠাই লৈছিল। তিৰোতাৰ উৰ্বৰতা শক্তিৰ লগত পৃথিৱীৰ উৰ্বৰতা শক্তিৰ যোগাযোগ কল্পনা কৰা হৈছিল। গণেশ দেৱতাৰ লগত আন ধৰণেৰে যাদুবিশ্বাসৰ সম্বন্ধ থাকক বা নাথাওক, তেওঁৰ ৰঙা ৰং আৰু সম্ভৱত যে যাদু বিশ্বাসৰ প্ৰভাৱ আছে, তাক স্বীকাৰ কৰিবই লাগিব। আমাৰ আজিৰ সভ্য মানুহৰ কিছুমান কামতো যাদু-বিশ্বাসৰ প্ৰভাৱ আছে, তাক স্বীকাৰ কৰিবই লাগিব। আমাৰ আজিৰ সভ্য মানুহৰ কিছুমান কামতো যাদু-বিশ্বাসৰ প্ৰভাৱ আছে। যাদু-বিশ্বাসত কি কৰা হয়? কামনা সফল কৰাৰ এক কাল্পনিক কৌশল হিচাপে কামনা সফল হোৱাৰ উছৱ কৰা। আমি আজিও কোনোবা নেতৃস্থানীয় লোকৰ ধ্বংস বা অৱনতি কামনা কৰোঁতে সেই নেতাৰ নামত জুমুঠি সাজি বাজনাৰে তাত জুই লগাই শ্লোগান নিদিওঁনে? যাদু-বিশ্বাসতো যুদ্ধৰ আগতে শত্ৰুৰ কুশপুত্তলী দগ্ধ কৰি শত্ৰুৰ পৰাজয় আৰু ধ্বংস কামনা কৰা হয়।

প্ৰকৃতিৰ ফলপ্ৰসূতাৰ লগত তিৰোতাৰ ফলপ্ৰসূতাৰ এটা অন্তৰঙ্গ সম্পৰ্কৰ ভেটিতে যাদু বিশ্বাস প্ৰতিষ্ঠিত। ইয়াৰ মূল কথা হ'ল, এটাৰ সহায়েৰে আন এটা কামনাক সফল কৰাৰ চেষ্টা। সেনেকুৱা ধৰণৰ উৎপাদনৰ ভিতৰত মানুহৰ সকলোতকৈ প্ৰত্যক্ষ সম্পৰ্ক হ'ল সন্তান উৎপাদনৰ লগত। সেয়ে সেই উপমাৰ ওপৰত নিৰ্ভৰ কৰি তেতিয়াৰ মানুহে প্ৰকৃতিৰ উৎপাদন ৰহস্যকো একে চকুৰে চাইছিল।

কাৰণ আছে। মানৱ সমাজৰ সবাতোতকৈ পৰ্যায়ত জীৱন-মৰণ নিৰ্ভৰ কৰিছিল যৌথ শ্ৰমৰ ওপৰত। উৎপাদন কৌশলৰ অনুন্নত পৰ্যায়ত খাদ্য আহৰণ আৰু চিকাৰৰ কাৰণে একেলগে বহুত মানুহৰ প্ৰয়োজন হৈছিল। মানুহৰ সংখ্যা কম হোৱা মানেই গোটেই দল মৃত্যুৰ সন্মুখীন হোৱা। জীৱন ধাৰণৰ উপকৰণবোৰৰ উৎপাদন আৰু দলৰ সংখ্যাবৃদ্ধি অৰ্থাৎ প্ৰজনন বা সন্তান উৎপাদন - এই দুয়োটাৰ মাজত এৰাব নোৱাৰা সম্পৰ্ক আছিল। আৰু উৎপাদনৰ কৌশলৰ দৰে প্ৰজনন কৌশলো আছিল অনিশ্চিত আৰু দুৰ্বোধ্য। সন্তান জন্ম অনিশ্চিত আছিল, কাৰণ গৰ্ভ সঞ্চাৰ হোৱা বিষয়ৰ কোনো জ্ঞান নাছিল। সেইটো অলৌকিক কিবা ঘটনা যেন পাইছিল। আৰু আদিম মানুহৰ মাজত সন্তান-মৃত্যুৰ হাৰ অতি বেছি আছিল। সেই কাৰণে সন্তান কামনাটোৰ উৎস বিচাৰিলে মানুহে জননাংগক ইমান গুৰুত্ব আৰু প্ৰাধান্য দিয়াৰ গুৰিতে দেখা যায় নিতান্ত নগ্ন বাস্তৱ প্ৰয়োজন বাবে - যাৰ অভাৱত মানুহৰ জীয়াই থকা অসম্ভৱ বুলি মানুহৰ ধাৰণা হৈছিল।

তাৰ পৰিণতিস্বৰূপেই আমি দেখোঁ যে আমাৰ সন্তান জন্মৰ দেৱী হ'ল ষষ্ঠীক বা ব্ৰীহি ধান। আকৌ প্ৰত্নতত্ত্ববিদৰ অনুমান, আদিম নিড়নি পুৰুষ জননাংগৰ অনুকৰণত সজা; লিংগৰপৰাই নাঙলৰ উৎপত্তি বুলি ভাষাতত্ত্ববিদেও ভাবে। লিংগপূজা, যোনিপূজাৰ বিষয়ে নজনা মানুহ নাই। পূজাৰ কোষা-অৰ্ঘা স্ত্ৰী জননাংগৰ প্ৰতীক, ঘণ্টা পুৰুষ জননাংগৰ। পূজাত লগা অপৰাজিতা, জবা, পদুমফুল আদি দুয়োবিধ জননাংগৰ প্ৰতীকস্বৰূপ। সন্তান জন্মৰ ওপৰত তেতিয়াৰ মানুহে কিমান বেছি গুৰুত্ব দিছিল, সেই বিষয়ে এইবোৰতকৈ আৰু কিবা বেছি প্ৰমাণ লাগিব নেকি? আজিৰ দৰে তেতিয়াৰ মানুহেও এইবোৰৰ যোগেদি নিজৰ লম্পট চৰিত্ৰ প্ৰকাশ কৰিছিল বুলি ভৱা পণ্ডিতবোৰক ইয়াৰ পাচতো ক্ষমা কৰিব পাৰিনে?

এই নাৰীৰ প্ৰাধান্যৰ প্ৰভাৱ খৰ্ব কৰিবলৈ উত্তৰ যুগত পুৰুষ প্ৰধান সমাজৰ পণ্ডিতবোৰে নেৰানেপেৰা চেষ্টা কৰা চকুত পৰে। বৈদিক ঐতিহ্যৰ পুৰুষ-প্ৰধান চৰিত্ৰ পিচলৈ চূড়ান্ত নাৰী বিদ্বেষত পৰিণত হ'লগৈ। বৈদান্তিক শংকৰাচাৰ্যই কলে : নৰকৰ দ্বাৰ নাৰী। খৃষ্টান ধৰ্মত নাৰীক চয়তানৰ দ্বাৰা প্ৰলুব্ধ জীৱ আৰু নাৰীসংগ চয়তানৰ প্ৰৰোচনাত হোৱা বুলি কৈ দিলে। এতেকে তিৰোতা আৰু মৈথুন খৃষ্টান ধৰ্ম মতে মহাপাপ। বৌদ্ধধৰ্মৰ নাৰী বিদ্বেষ জনাজাত।

এনে প্ৰতিযোগিতাত তিষ্ঠি থাকিবলৈ তান্ত্ৰিক আদি আদিম স্ত্ৰী প্ৰধান অনুষ্ঠানবোৰৰ পিচলৈ কি ভয়ংকৰ বীভৎসতাত পৰিণত হ'লগৈ, তাৰ নজিৰ এতিয়াৰ বিভিন্ন তান্ত্ৰিক ক্ৰিয়াকাণ্ডত জিলিকি আছে। যোগিনীতন্ত্ৰ, কালিকাপুৰাণ আদি শেহতীয়া পুৰাণ আদিত তাৰ ৰূপ দেখি বহুতে ভয় খাব? আনকি সেইবোৰৰপৰা আদিম মানুহৰ সততা আৰু প্ৰয়োজনবোধ কল্পনা কৰাও অসম্ভৱ।

গণসমাজ তথা গণসাধাৰণ তথা বেদবিৰোধী অসুৰ বুলি নিন্দিত সেই জনজাতিসমূহৰ প্ৰতীক বুলি এসময়ত বহু নিন্দিত আৰু পিচলৈ সিদ্ধিদাতা বুলি গ্ৰহণ কৰা গণেশ - ইয়াৰ পাচতে জানো দুৰ্গা প্ৰতিমাত পুৰুষৰ অস্তিত্ব প্ৰমাণ কৰিবলৈকে ভায়েক কাৰ্ত্তিককো লৈ বহি আছেহি? নহলে সেইডাল পেট লৈ, সেইটো মূৰ লৈ, অবহেলিত স্থানত যুদ্ধৰতা দুৰ্গাৰ কাষত বহি থকাৰ দৰ্কাৰ কি? নহ'লে, বেদবিৰোধী গণ বা অসুৰৰ আন এক গণপতি মহিষাসুৰক গণ-দেৱী দুৰ্গাৰ হতুৱাই বধ কৰাওঁতে গণেশকো দৰ্শক কৰি বুজাব খুজিছে নেকি যে মাতৃকেন্দ্ৰিক গণ-সমাজৰ বহুত দুৰ্গা আৰু গণেশেই মাতৃকেন্দ্ৰিক গণসমাজৰ বিলুপ্তি সাধন কৰাত ব্যস্ত? গতিকে প্ৰাণ বচাব খুজিলে সকলো ক্ষমতাশালী অসুৰ আৰু গণপতিয়ে পুৰুষ প্ৰধান সমাজৰ ৰাষ্ট্ৰশক্তিক আত্মসমৰ্পণ কৰা উচিত?

ঘিটিৰা বেজ কেতিয়া আহি ৰৈ আছিল অধ্যাপক অৰবিন্দ ৰাভাই মনেই কৰা নাছিল। বিনোদৰ বকনি শুনিহে ৰাভাই ঘূৰি চালে। ঘূৰি চায়েই ঘিটিৰা বেজক বহি থকা দেখি ৰাভাৰ মনত হ'ল যেন তেওঁ শ্ৰেণীবিভক্ত সমাজৰ জীৱনকালৰ ক্ষয়ীষ্ণু পৰত নিস্পেষিত গণ বা গণেশৰ মূৰ্তি এটাহে আহিছে। সেই মূৰ্তিৰ সৌন্দৰ্য যেন কেতিয়াবাই শোষক শ্ৰেণীয়ে কাঢ়ি লৈ গৈছে। খন্তেকৰ ভিতৰতে মনত খেলাই যোৱা কথাবোৰ তল পেলাই বিনোদ গৰজি উঠিল -

ঃ এই অৰবিন, কি হৈছে তোৰ? এইদৰে কিবা কিছুমান ভাবি-চিতি কব নোৱাৰা হৈ থাকিলে তই দেখোন সঁচাকৈয়ে পাগল হবি। পঢ়ি - শুনি লোকে চাকৰি কৰি গাড়ী-মটৰ লৈ পকাঘৰ সাজি দপদপাই থাকে। আৰু তই চাকৰি কৰি ভাড়া ঘৰত থাকি দিনে দিনে পাগল হৈ গৈছ। ৰ বাপেৰে, এইবোৰ চব তোৰ কিতাপ-পত্ৰ মই পুৰি পেলাম। ইমান সময় চিঞৰি আছোঁ, তোৰ খবৰ নাই। বুঢ়া বয়সত তোৰ এইবোৰ কি পৰকিতি লৰিছে........

অধ্যাপক অৰবিন্দ ৰাভাই সঁচাকৈয়ে ভায়েকে মাতি থকা শুনা নাছিল। কিন্তু এই পৰিস্থিতিত ভায়েকক অন্ততঃ আশ্বাসতো দিব লাগে তেওঁ পাগল হোৱা নাই। গতিকে হাঁহি মাৰি ক'লে ঃ তই মাতি থাকোতে মই শুনা নাই বুলি তোক কোনে ক'লে ? হেৰ' শুনিছিলো। মনে মনে এটা মন্ত্ৰ মাতি আছিলোঁ ; মন্ত্ৰটো শেষ নোহোৱাকৈ মাতিব নোৱাৰি কাৰণে মতা নাছিলোঁ।

ঃ আকৌ এইবাৰ মন্ত্ৰই পালেনে তোক? সেইবোৰ বাদ দে। এওঁ ঘিটিৰা বেজ কেতিয়াবাৰ পৰাই ৰৈ আছে। ই ক'ত বহিলে ভাল হ'ব বেজ?

ঘিটিৰা বেজে লাহে লাহে বিশ্বাসযোগ্য সুৰত ক'লে ঃ এই বিহলঙনি পাতকিটাৰ ওপৰত মাটিত লেপেটা কাঢ়ি বহিব লাগিব। গাৰ কাপোৰ খুলিব লাগিব। কঁকালত থাকক।

অৰবিন্দ ৰাভাই কৌতুকেৰে ঘিটিৰা বেজলৈ চালে। বেজৰ এটা ভৰি চুটি ; লেঙেৰাই লেঙেৰাই খোজ কাঢ়ে। মুখত এসোপা কেঁচা পকা দাড়ি। গাৰ পুৰণি চোলাটো লেতেৰা আৰু ফটা। ভৰিৰ আঠুলৈকে মলি জিলিকি আছে। শুকান আৰু খীণোৱা মুখত উপযুক্ত খাদ্য নোপোৱাৰ চিন। আৰু অধ্যাপকৰ শিক্ষা-দীক্ষাৰ কথা জনা কাৰণে নিজৰ ওপৰত বিশ্বাস হেৰুৱাই ইতস্তত কৰা ব্যবহাৰ। ৰাভাই ঘিটিৰা বেজলৈ পুতৌৰ দৃষ্টিৰে চাই থাকিল। অসহ্য হৈ বিনোদে কলেঃ কি কৰিছ? খোল আকৌ তোৰ চোলা। এই বিহলঙনিখিনিৰ ওপৰত বহিব লাগিব বুলি কোৱা শুনা নাইনেকি?

অধ্যাপক অৰবিন্দ ৰাভাই একো কথা নকলে। কেবল চোলা খুলি পকা মজিয়াৰ ওপৰত বিহলঙনি পাৰি ঘিটিৰালৈ চালে। ঘিটিৰা বেজে ইতিমধ্যে শুদা গাত ৰঙা কানি এটুকুৰা লগুণৰ দৰে লৈ আঠু কাঢ়িছিল। পাতকেইটাত কেইবাৰমান ফুৰাই ওপৰলৈ মূৰকৈ চকু মুদি কাৰোবাৰ উদ্দেশ্য পাতকিটা জোকাৰি, হাতযোৰ কৰি ডাঙৰকৈ গালে-

সর্বদেৱ অগ্রে পূজা যাহাৰ চৰণ।
প্ৰথমে প্ৰণামো গণপতি গজানন।।
সিন্দুৰ শোভিত কলেৱৰ লম্বোদৰ।
সর্বাবিঘ্ন বিনাশক চতুৰ্ভূজধৰ।
মই অতি হীনমতি বেজৰ মিনতি।
নিজগুণে দয়া কৰা নমো বিঘ্নপতি।।

এই কথাকেইটা সুৰ লগাই গাই উঠাৰ পাচত ঘিটিৰা বেজৰ চকু ডাঙৰ হ'ল, ভয়ংকৰ হল, যেন অধ্যাপক ৰাভাক গিলিহে পেলাব। অধ্যাপক ৰাভাই একো ভাৱান্তৰ প্ৰকাশ নকৰি কোঠাটিৰ দুৱাৰৰ ফালে চাই থাকিল। দেখিলে দুৱাৰ মুখত বিনোদ আৰু লাহৰী থিয় হৈ আছে। ঘিটিৰা বেজে খঙেৰে চিঞৰি উঠিল -

ঃ কলৈ চাইছ? মোক দেখি পলাবলৈ দুৱাৰলৈ চাইছ? আজি কলৈ পলাবি তই? মোলৈ চা।

ঘিটিৰা বেজৰ চিঞৰৰ আওকাণ কৰি অধ্যাপক ৰাভাই ভাবিবলৈ ধৰিলে ঃ এইজনী মোৰ ছোৱালী লাহৰী, মোৰ ঘৰতে ডাঙৰ হৈ এম-এ- পাছ কৰি আহি মোক এটা বেজে জাৰিবলৈ অহাত তাই সহায় কৰি দি চাই আছেহি। ইমানৰ পাচতো তাইৰ মন অন্ধবিশ্বাসতে কিয় থাকিল বাৰু? নাই, এইক বিয়া দিয়াই ভাল, তাতকৈ বেছি তাইৰ পৰা একো আশা কৰিব নোৱাৰি। এই ভাবি অধ্যাপক ৰাভাই দুৱাৰমুখত লাহৰীৰ কাষতে থিয় হৈ থকা বিনোদক গলে ঃ তই এইবাৰ থাকোতেই লাহৰীৰ বিয়াখন ঠিক কৰি দি যাবি। বিয়া গাঁৱতে পাতিবি।

ঘিটিৰা বেজ গৰজি উঠিল -

ঃ কি কলি? বিয়াৰ নাম কৈ লাহৰীক লৈ যাব খুজিছ? মোৰ চকুৰ আগতে? বাপেকৰ মুখেদি কোৱাইছ? গজমূৰ্খ পিশাচ, ভাঙো তোৰ মুখ। এইবুলি বেজে অধ্যাপকৰ মুখত হাতত লোৱা জেতুকাপাত জোৰেৰে মৰাৰ নিচিনা কৰি লাহেকৈ লগাই দিলে। অধ্যাপকে একো আপত্তি নকৰিলে। ঘিটিৰাই অধ্যাপকক মূৰত বিহলঙনি আৰু জেতুকা পাতেৰে কোবাই মন্ত্ৰ গাই গ'ল ঃ

ঃ মই হাতীৰ দাঁত ভাঙো, মাথাত লাংচিং মাৰো, কাতিৰ বেলি খেদোঁ, জাতিৰ জাত কাঢ়ো, তাঁতীৰ তাত ছিঙো, নাতিৰ পেট ছিৰো, ভাতীৰ জুই খাওঁ, বাতিৰ ভূত খেদো ওঁ ওঁ ওঁ ওঁ ভূত জাৰো.................. তই অসুৰৰ প্ৰেত আহি গণেশৰ হাত ধৰি বহিছহি, তোক চিনো , তোৰ আদি পুৰুষ চিনো, তোৰ ৰূপ চিনো, পূৰ্বতে তয়ে সাপ আছিলি, বেজৰ কোবত আধা মৰা হৈ গৰু হ'লি, তাতো তোৰ শান্তি নহ'ল, তই দেৱতাৰ ভাও ললি, তাতো তোক মই চিনি পালো ওঁ ওঁ ওঁ ওঁ ওঁ ছিঃ থুই, থুই, থুই, তোৰ মূৰত মাৰো, দাঁতত মাৰো, শুড়ত মাৰো, দাঁতত মাৰো, কাণত মাৰো, পিঠিত মাৰো, শুড়ত লম্ভো, নেজত লম্ভো, ওঁ ওঁ ওঁ ওঁ ওঁ তই গণেশ হলে পাৰ্বতীৰ ওচৰলৈ যা, মাৰৰ ওচৰলৈ যা, তোৰ ভঙুৱা শিৱৰ ওচৰলৈ যা, স্বৰ্গলৈ যা, নৰকলৈ যা, আ আ আ ছিঃ থুই থুই ই ই ই ই ই ই তোক মই ঘিটিৰা বেজে, মই বুঢ়া বাপেৰে মই যমে, আজি খেদোঁ খেদোঁ খেদোঁ খেদোঁ........

ঘিটিৰা বেজৰ মুখত মন্ত্ৰৰ আখৈ ফুটিবলৈ ধৰিলে। কেতিয়াবা কিছুমান কথা বুজি, কেতিয়াবা একেবাৰে নুবুজি। মাজে মাজে ধমকি আৰু গালি-শপনি আছেই। আমনি লাগিছিল অধ্যাপক ৰাভাৰ। এবাৰ ঘিটিৰা বেজৰ অনুমতি লৈ ৰাভাই আৰাম কৰি আউজি লোৱাৰ ব্যৱস্থা কৰি ললে। তাৰ পাচত তেওঁ ঘিটিৰাক জৰা কাম কৰিবলৈ দি নিজে আদিম গণ সমাজৰ চিন্তাত আপোন পাহৰা হ'ল। অধ্যাপক ৰাভাই মনে মনে ভাবিলে ঃ গণেশক কেনেকৈ খেদিব ঘিটিৰা বেজ? গণেশ যে এতিয়া আমাৰ বহুত সত্য উদ্ধাৰৰ বাটত সিদ্ধিদাতা লাখুটি। সেই লাখুটিত ধৰিয়েই আমাৰ সমাজকনক মই বুজাৰ চেষ্টা কৰিছো। এই গণেশেই আজি আমাক ক'ব পাৰে যে আদিম সাম্যবাদী সমাজ ভাগিল উৎপাদনৰ কৌশল উন্নত

হোৱাৰ লগে লগে। সেই সমাজ ভগাৰ আগলৈকে আৰ্য-অনাৰ্যৰ প্ৰভেদ নোহোৱালৈকে সকলো একে গণতে বাস কৰিছিল। গতিকে তেতিয়া গণ আছিল প্ৰয়োজনীয় প্ৰশংসাৰ্হ সমাজ ব্যৱস্থা। তেতিয়া দেৱতা সকলৰ গুৰু বৃহস্পতিক গণপতি বুলিছিল। ঋকবেদত আছেঃ মই তোমাক প্ৰাৰ্থনা কৰো হে ব্ৰহ্মনপতি, তুমিয়েই গণসমূহৰ গণপতি, কবিৰো কবি, অফুৰন্ত খাদ্যৰ ভাণ্ডাৰ, তুমি দেৱপূজ্য ; এই যজ্ঞভূমিলৈ আহি তুমি অৱস্থান কৰাহি। এইদৰেই বিদ্বেষৰ সলনি শ্ৰদ্ধা সহকাৰে ঋকবেদত 'গণ' শব্দটো বহুবাৰ উল্লেখ কৰা হৈছে। তাৰ মানে তেতিয়া যাজ্ঞিক ঋষিবৰ্গও গণনিবাসী আছিল আৰু সেই কাৰণেই দেৱ-গুৰু বৃহস্পতিক গণপতি বুলি সন্মান জনাই সম্বোধন কৰিছিল। আকৌ একে ঋকবেদতে প্ৰাচীনতম দ্বিতীয় মণ্ডলত ঋষিয়ে ইন্দ্ৰক সম্বোধন কৰি আহ্বান কৰিছে এইবুলি ঃ হে গণপতি, গণসবৰ মাজত আপোনাসবৰ আসণ গ্ৰহণ কৰক। ঋষিসকলৰ মাজলৈ মাতোতে গণসবৰ মাজলৈ বুলি কৈছে। বৃহস্পতি আৰু ইন্দ্ৰক গণপতি বুলি সম্বোধন কৰাই প্ৰমাণ কৰে যে গণ হোৱাটো আৰু গণসবৰ দলপতি বা গণপতি বা গণেশ হোৱাটো অতি শ্ৰেষ্ঠত্বৰ প্ৰমাণ আছিল। তাৰমানে বৈদিক আৰ্যয়ো সেই সময়ত গণ, সংঘ বা গোষ্ঠীভুক্ত হৈ বাস কৰিছিল আৰু এই বিষয়ত তেওঁলোকৰ তথাকথিত অনাৰ্যৰ লগত কোনো প্ৰভেদ নাছিল। অৰ্থ্ববেদতো গণৰ জয়গান আছে ঃ গণসমাজলৈ এয়া অৰ্পণ, এয়া মহা-গণলৈ অৰ্পণ। অনিন্দনীয় দেৱ আৰু ইন্দ্ৰৰ প্ৰিয় গণসবৰ দ্বাৰা অনুষ্ঠিত হয় কাৰণেই যজ্ঞ সুকৃত আৰু শক্তিকৃত হয়।' অৰ্থাৎ তেতিয়ালৈকে গণসব ইন্দ্ৰৰ প্ৰিয়। এই মন্ত্ৰত কিন্তু এটা ইঙ্গিত আছে - গণ আৰু মহাগণ নামেৰে গণৰে এবিধক মাহাত্ম্য দি মহাগণ বোলা হৈছে। পিচলৈ গণবিলাকক বিদ্বেষেৰে উল্লেখ কৰোতে গণ-সমাজৰ পুৰুষ-নাৰীৰ যি স্বাধীন মিলা-প্ৰীতিৰ সম্পৰ্কত ঘৃণনীয় বুলি উল্লেখ কৰা হয়, সেই একে ধৰণৰ পুৰুষ-নাৰীৰ সম্পৰ্ক আৰ্যৰ মাজতো আছিল বুলি নিজৰ মাকক আন এজন ঋষিয়ে বাপেকৰ আগতে টানি নিয়া সহ্য কৰিব নোৱাৰি পৃথিৱীত এক স্বামী আৰু স্ত্ৰী বিবাহ ব্যৱস্থা প্ৰৱৰ্তন কৰা স্বেতকেতুৰ আখ্যানৰপৰাই বুজিব পাৰি। একেখন মহাভাৰততে তাৰ পৰিষ্কাৰ প্ৰমাণ দি পাণ্ডুৰাজে পত্নী কুন্তীক কৈছে ঃ

মই তোমাক এতিয়া পুৰুষ-নাৰীৰ সম্ভোগৰ পুৰণি ৰীতিৰ বিষয়ে কওঁ। সেই ৰীতি নৈতিক নীতি হিচাপে সৰ্বজ্ঞ ঋষিবৰ্গৰ দ্বাৰা অনুমোদিত। আগেয়ে নাৰীসকল ঘৰৰ ভিতৰতে আবদ্ধ হৈ থকা নাছিল আৰু স্বামী বা স্বজনৰ অধীনতো থকা নাছিল। তেওঁলোকে মুক্তভাৱে জীৱন উপভোগ কৰি ফুৰিছিল। তেওঁলোক স্বামীৰ বাহিৰে আন কাৰো ওচৰলৈ নোযোৱাকৈ থকা নাছিল।সেইদৰে যোৱাটো কেতিয়াও পাপ নাছিল। কাৰণ সেই সময়ত সেইটো প্ৰচলিত ৰীতি আছিল। সেই একে ৰীতিকে আজিলৈকে পশু-পক্ষী আদিয়ে ঈৰ্ষাবিহীনভাৱে মানি আহিছে। ঐতিহ্যপূৰ্ণ সেই ৰীতিনীতি মহান ঋষি-মুনিৰ অনুমোদিত। আৰু এতিয়াও সেই ৰীতিক উত্তৰাঞ্চলৰ কুৰুসকলে সন্মান কৰে। নাৰীৰ স্বাধীনতাৰ এই ৰীতি পুৰণি কালৰেপৰা চলি অহা। বৰ্তমানৰ বিবাহ্ প্ৰথা অৰ্থাৎ এজন স্বামীৰ স্ত্ৰী হোৱাটো সিদিনাৰ কথাহে।

মাতৃ-প্ৰধান সমাজৰ ঐতিহ্যপূৰ্ণ সেই ৰীতিকে মহান ঋষি-মুনিসকলে অনুমোদন কৰি আৰ্যৰ মাজতো চলিবলৈ দিছিল। তাৰ মানে আৰ্য নামৰ মানুহ এচামে অনাৰ্যৰ পৰা এই ৰীতি কৰোঁতে ঐতিহ্যমণ্ডিত বুলি গ্ৰহণ কৰিছিল, অনাৰ্যৰ ৰীতি বুলি ঘিণ কৰা নাছিল। যিসকল পণ্ডিতে অনাৰ্যৰ পাচত বাহিৰৰপৰা অহা আৰ্য জাতি বুলি অনাৰ্য আৰ্যক ভাগ কৰাৰ বিৰোধিতা কৰে, সেইসকলৰ এটা কথা ইয়াত প্ৰমাণিত হয় যে আমাক ইতিহাসৰ পাঠ্যপুঠিত অনাৰ্য বুলি চিনাকি দিয়া মানুহ চামৰ ৰীতিক তথাকথিত আৰ্যই নিজৰ ঐতিহ্য বুলি গ্ৰহণ কৰিছিল। বেলেগ এচাম মানুহে বেলেগ এচাম মানুহৰ ৰীতি-নীতিক গ্ৰহণ কৰিব নোৱাৰে। এই কথাই প্ৰমাণ কৰে যে আৰ্য-অনাৰ্য সকলোৱেই এসময়ত একে গণ সমাজত বাস কৰিছিল। সেই গণসমাজতে পুৰোহিত শ্ৰেণী আৰু ৰাষ্ট্ৰ শক্তিৰ উৎপত্তিয়ে এক উচ্চ শ্ৰেণীৰ জন্ম দিয়াত সেই উচ্চশ্ৰেণীয়ে তেতিয়া গণসমাজত বাস কৰা সাধাৰণ প্ৰজাক, গণ, ব্ৰাত্য, বাহ্যিক, জনজাতি আদি নাম দি নিজতকৈ নিম্নস্তৰৰ বুলি প্ৰমাণ কৰাৰ পথ বাচি ল'লে। আৰু সেইদৰেই শ্ৰেণী বিভক্তিৰ লগে লগে জাত-বিভক্তিৰ জন্ম হৈ সংখ্যাধিক মানুহ চামক শোষণ কৰি সুবিধা ভোগ কৰাৰ পথ বাছি ল'লে। শোষিতৰ বিদ্ৰোহ আৰু বিপ্লৱৰ পথ ৰোধ কৰিবলৈ ৰাষ্ট্ৰ শক্তিয়ে পুৰোহিত শ্ৰেণীৰ সহায়ত ধৰ্মৰ প্ৰৱৰ্তন কৰিলে। বৃটিছে কানি খুৱাই ভাৰতীয়ক চীনাক অকামিলা কৰি শোষণ কৰাৰ দৰে সেই সময়ৰ

ভাৰতৰ ৰাষ্ট্ৰশক্তিয়েও ধৰ্মৰ অনুশাসনক কানি হিচাপে প্ৰবৰ্তন কৰি পৌৰহিতক শোষণৰ বলি হ'বলৈ শিকাইছিল। সমাজত পৰিবৰ্তন কেতিয়াও শান্তিপূৰ্ণ উপায়েৰে নহয়। সকলো মানুহৰ সমান অধিকাৰৰ পৰা এমুঠি পুৰোহিতে বাকীবোৰৰ শ্ৰমৰ ফল আৰামেৰে উপভোগ কৰাৰ ফন্দি উলিয়াই লওঁতে দুই দলৰ মাজত নিশ্চয় তুমুল সংঘৰ্ষ লাগিছিল। সেই যুদ্ধত পুৰোহিত আৰু গণ বোৰৰ দলপতিবিলাক জয়ী হ'ল। কাৰণ তেওঁলোকে বহুত বুদ্ধি - কৌশলৰ সহায় ললে। সেই বুদ্ধি ফন্দিবোৰৰ ভিতৰতে ধৰ্মও এটা। তাৰ ভিতৰতে যিবোৰ গণপতি বা গণেশ সুবিধাভোগী শ্ৰেণীৰ বিৰুদ্ধে আৰু গণসমূহৰ সপক্ষে আছিল, সেইবোৰেই পিচৰ উপনিষদ সাহিত্য আদিত বিঘ্নৰাজ বুলি চিহ্নিত হ'ল। সেই যুদ্ধৰ বহুত উদাহৰণ শাস্ত্ৰবোৰতে আছে। চুৰি-ডকাইতি-পৰদ্ৰব্যহৰণ-হত্যা-গোধন হৰণ-কটাকাটি আদি সেই সময়ত ব্যাপকভাৱে চলাৰ উদাহৰণ পোৱা যায়। সেই বিপ্লৱত ব্ৰাহ্মণ্যধৰ্মই গণসবৰ ঐতিহ্যমণ্ডিত সকলো আচাৰ - অনুষ্ঠান নিৰ্মূল কৰিব নোৱাৰি সেইবোৰক তাত্বিক ব্যাখ্যা যি গ্ৰহণ কৰি আৰ্যসভ্যতাৰ ক্ষেত্ৰ প্ৰসাৰ কৰিলে। তাৰ ফলতে দুৰ্গা, লিংগ, আদি পূজা আৰ্যধৰ্মৰ ভিতৰত সোমাল। যুদ্ধত গণসবক ধ্বংস কৰিব নোৱাৰি এচাম বুদ্ধিমান উচ্চ শ্ৰেণীয়ে সমন্বয় সাধনৰ পথ ললে, মানুহৰ মনত শ্ৰেণী বিভক্ত সমাজৰ অৱস্থিতি আদিম আৰু অকৃত্ৰিম বুলি বিশ্বাস জন্মোৱাৰ পথ ললে। এনেকুৱা সমন্বয়ৰ চেষ্টা আমাৰ শাস্ত্ৰত আছে।

যেনে,

শিৱপুৰাণত আছে, শিৱ দেৱতাই পৃথিৱীত নৰৰূপ লৈ ভ্ৰমি ফুৰিছিল। ভ্ৰমি ভ্ৰমি তেওঁ দাৰুদেশত আহি উপস্থিত হ'লহি। তাত ঋষিসকলে যজ্ঞ আৰু তপ কৰি আছিল। যজ্ঞভূমিত প্ৰৱেশ কৰা নৰৰূপী শিৱক কিছুমান ঋষিয়ে অৱজ্ঞা কৰিলে, আন কিছুমানে সেই উলংগ অনাৰ্য নৰৰ লিঙ্গ ছিগি পৰিবলৈ শাও দিলে। ঋষিৰ শাপত শিৱৰ লিঙ্গ ছিগি পৰিল। ছিগি মাটিত পৰাৰ লগে লগে সেই লিংগ প্ৰজ্জ্বলিত অগ্নি হৈ বায়ুবেগে যাবলৈ ধৰিলে। সমুখত পোৱা সকলোকে সেই প্ৰজ্জ্বলিত লিংগই ভেদ কৰি, বিদ্ধ কৰি, জ্বলাই যাবলৈ ধৰিলে। দেৱতা আৰু ঋষিয়ে সেই লিঙ্গ-হুতাশনক বাধা দিব নোৱাৰি সৃষ্টি ধ্বংস হোৱাৰ ভয়ত ব্ৰহ্মাৰ ওচৰ পালেগৈ। ধ্যানমগ্ন ব্ৰহ্মাক এই বিপদৰ কথা কলত ব্ৰহ্মাই উত্তৰ দিলে, মই কি কৰিম? যাৰ কৃপাত তোমালোকে শস্যে-সম্পদে-ধনে-জনে সমৃদ্ধ আৰু সুখী, তেওঁক তুষ্ট নকৰি অসন্মান কৰাৰ ফলাফল এতিয়া তোমালোকে ভোগ কৰিবই লাগিব। এইবুলি ব্ৰহ্মা পুনৰ ধ্যানমগ্ন হ'ল। কিন্তু ভীত সন্ত্ৰস্ত দেৱতা-ঋষিৰ কাতৰ অনুৰোধ আৰু অগ্নিদগ্ধ পৃথিৱীৰ মানুহৰ হাঁহাকাৰ শুনি তেওঁ পুনৰ চকু মেলিবলৈ বাধ্য হ'ল। এইবাৰ দেৱতাসকলক বুদ্ধি দিলে যে, মই একো কৰিব নোৱাৰো। তোমালোক হিমালয় কন্যা পাৰ্বতীৰ ওচৰলৈ যোৱা। একমাত্ৰ পাৰ্বতীয়েহে ইচ্ছা কৰিলে নিজে যোনিলৈ ৰূপান্তৰিতা হৈ সেই সেই অশেষ শক্তিসম্পন্ন লিংগক ধাৰণ কৰি ত্ৰিভুৱন ৰক্ষা কৰিব পাৰিব। একামাত্ৰ পাৰ্বতীৰ যোনিয়েহে সেই লিংগ ধাৰণ কৰিব পাৰিব, বাকী সকলো ভেদ কৰি গুচি যাব।' দেৱতাসকল ততালিকে পাৰ্বতীৰ কাষ পালেগৈ। পাৰ্বতীয়ে দেৱতাৰ অনুৰোধ ৰাখি সেই লিংগক যোনিত ধাৰণ কৰিলে। তেতিয়া লিংগ ক্ষান্ত হ'ল, ক্ষীৰ ওলাল তাৰ পৰা সেই ক্ষীৰৰ শীতল ধাৰাই মৃত-দগ্ধ প্ৰাণীকুলক পুনৰ জনম দিলে। তেতিয়াৰপৰাই যোনি-লিংগ পূজাৰ প্ৰচলন।

শিৱকো গণপতি বোলে। গণসবৰ প্ৰতীকস্বৰূপ শিৱক অনাৰ্য বুলি বৈদিক পুৰোহিত শ্ৰেণীয়ে অংগচ্ছেদ কৰি মাৰিব খোজাৰ চেষ্টা এই আখ্যানত স্পষ্ট। কিন্তু তেনে প্ৰচেষ্টাৰ ফলত বিপ্লৱ উপস্থিত হ'ল। সেই বিপ্লৱত ঋষি আৰু দেৱতাই সৃষ্টি ধ্বংস হয় বুলি ভয় খালে। সৃষ্টি ধ্বংস হলে ভয় কিহৰ? নিম্ন শ্ৰেণীৰ মানুহবোৰ মৰি গলে দেখোন উচ্চ পুৰোহিত শ্ৰেণী নিষ্কণ্টক হয়? সেইখিনিতে পুৰোহিত শ্ৰেণীৰ মগজে কাম কৰাৰ প্ৰমাণ আছে। নিম্ন শ্ৰেণীৰ অবিহনে কাৰ শ্ৰমৰ বিনিময়ত তেওঁলোক উচ্চ সুবিধাভোগী শ্ৰেণী হৈ আৰামেৰে থাকিব? তেতিয়া দেখোন নিজে শ্ৰম কৰি মৰিব লাগিব। গতিকে সেই গণসবক ৰক্ষা কৰিবই লাগিব। ব্ৰহ্মাৰ উত্তৰো তাৎপৰ্যপূৰ্ণ; দেৱতাসকলক পৰিষ্কাৰকৈ কৈছে যে সেই অনাৰ্য গণ বোৰৰ জৰিয়তে আৰ্য ঋষি আৰু দেৱতাৰ শস্য-সম্পদ-ধন-জন লাভ। গতিকে সেই গণবোৰক সন্তুষ্ট কৰি অৰ্থাৎ ফুচুলাই ৰখাৰ প্ৰয়োজন। আৰু সেই বিদ্ৰোহী জনজাতিৰ দলপতিবোৰক ফুচুলাবলৈ মাতৃ ক্ৰমিক জনজাতিৰ উপাস্য প্ৰতীক

যোনিক মৰ্যাদা দান। সমন্বয়ৰ চেষ্টাৰ এনেকুৱা অলেখ দৃষ্টান্ত হিন্দু শাস্ত্ৰত অপৰ্যাপ্ত।

শিব বাৰু মাতৃক্ৰমিক গণসমাজৰ দেৱতা নে পিতৃক্ৰমিক গণসমাজৰ আদিম দেৱতা? কব নোৱাৰি। কিন্তু গণসমাজৰ যে দেৱতা, তেওঁক যে পিচতহে সমন্বয়ৰ চেষ্টাৰ চিন স্বৰূপে আৰ্য-ধৰ্মই গ্ৰহণ কৰিছে, তাৰ প্ৰমাণ আছে। আদি বেদত শিব নাই, তাত থকা ৰুদ্ৰকে পিচত শিব বোলা হৈছে। শিব কিন্তু মাতৃক্ৰমিক দেৱতা হোৱাৰো সম্ভাবনা আছে। সন্তান উৎপাদনত পুৰুষৰ সংগমৰ যে প্ৰয়োজন সেই কথা মাতৃক্ৰমিক সমাজৰ মানুহেও বুজিছিল ; কেৱল তাত পুৰুষৰ প্ৰাধান্য আছিল গৌণ। সেইফালৰ পৰা লক্ষ্য কৰিলে দেখা যায় যে শিৱৰ অন্তৰ্নিহিত আধ্যাত্মিকতাৰ উৎসস্থল হ'ল 'শক্তি' - শিৱৰ অন্তৰ্নিহিত নাৰীধৰ্ম। এই নাৰীধৰ্মবিহীন শিব ইকাৰবিহীন হৈ শব হৈ পৰে। - শব মানেই প্ৰাণহীন অপৰিবৰ্তনীয় পদাৰ্থৰ সমষ্টি। শক্তিৰ লগত বিৰোধ হৈ শক্তিৰহিত হৈ কালীপূজাত শিব শব ৰূপ লৈ পৰি আছে। এইফালৰপৰা চালে শিব, গণেশ আদি মাতৃক্ৰমিক গণৰ উপাস্যও হ'ব পাৰে।

ওপৰ শ্ৰেণীৰ আৰ্যধৰ্ম আৰু তেতিয়াও সবল হৈ বৰ্তি থকা আদিম সাম্যবাদী গণ-সমাজৰ মাজৰ ৰক্তক্ষয়ী যুদ্ধৰ বহুত চিন শিব আৰু শক্তিৰ পূজাৰ মাজতো লুকাই আছে। দেৱতাৰ ৰজা ইন্দ্ৰৰ আন নাম পুৰন্দৰ ; তেতিয়া পুৰ বা নগৰ সাজি বাস কৰা মাতৃক্ৰমিক সিন্ধু সভ্যতাৰ মানুহৰ বিৰুদ্ধে যুদ্ধ কৰিয়েই ইন্দ্ৰই পুৰন্দৰ বা পুৰ (অৰ্থাৎ নগৰ) ধ্বংসকাৰী নাম পালে।

বেদতো একেলগে কিছুমান বিজ্ঞ ঋষিমুনি বহি ৰচনা কৰা শাস্ত্ৰ নহয়। আদিম সমাজত যাদুবিদ্যা আৰু সমাজৰ আন আন প্ৰয়োজনত কিছুমান নিয়ম আদিৰ কথা মানুহৰ মুখে মুখে বাগৰি আহিছিল। সিন্ধু সভ্যতাৰ মাতৃকেন্দ্ৰিক মানুহে যেতিয়া নগৰ পাতি স্থায়ী বসবাস কৰি লিখিত ভাষা আবিষ্কাৰ কৰিছিল, তেতিয়া বৈদিক পিতৃপ্ৰধান পশুপালক জাতিয়ে নগৰ সাজিবও জনা নাছিল, লিখিত ভাষাও জনা নাছিল। পুৰন্দৰে নগৰ ধ্বংস কৰাৰ কথাহে শাস্ত্ৰত আছে, তেওঁ বা আন কোনো দেৱতাই নগৰ নিৰ্মাণ কৰাৰ নজিৰ বেদত নাই। আনকি মহাভাৰতত হস্তিনাপুৰ নগৰ নিৰ্মাণাৰ্থে ময়দানৱক, অৰ্থাৎ এজন দানৱ বা অনাৰ্যক অনা হৈছিল। গণ, বাহিক, ব্ৰাত্য দানৱ, যৱন আদি নামেৰে বৈদিক আৰ্যই গণ বা জনজাতীয় মানুহকে বুজাইছিল। সেই গণবিভক্ত সমাজৰ আদিম স্তৰৰপৰা অহা বহুত বিশ্বাস আৰু নীতিৰ নজিৰ বৈদিক সাহিত্যত পোৱা যায়। কাৰণ মুখ বাগৰি জীয়াই থকা সেইবোৰ বিশ্বাস আৰু ৰীতিকে সংগ্ৰহ কৰি একালত তাৰ নাম বেদ দিয়া হ'ল আৰু বৈদিক ধৰ্মক ৰাজধৰ্ম কৰিলত তাৰ শ্ৰেষ্ঠত্ব প্ৰমাণাৰ্থে বেদক অভ্ৰান্ত অপৌৰুষেয় বুলি প্ৰচাৰ কৰিলে।

উপাস্যক নিজৰে সমান বুলি ধৰা যাদুবিশ্বাসৰ ঠাইত স্বৰ্গনিবাসী দেৱলোকৰ সৃষ্টি কৰি অধ্যাত্মবাদ ৰাজানুগ্ৰহত প্ৰচাৰ হোৱাৰ পাচতো কিন্তু মানুহে নিজ সমাজৰ আদিম স্বৰপৰ কথা পাহৰা নাছিল। এটা অতি সুন্দৰ উদাহৰণ আছে ঃ পুৰাণৰ মতে প্ৰজাপতি ব্ৰহ্মাৰ নিজ কন্যা সৰস্বতীয়ে ব্ৰহ্মাপত্নী হৈ জন্ম দিলে মনুক। মনুৰে সন্ততি মানৱ। অৰ্থাৎ আদিম সমাজত যে পৰিয়ালৰ ভিতৰত বিবাহ হৈছিল, তাৰ প্ৰমাণস্বৰূপে আদিমতম স্ৰষ্টা দেৱতা ব্ৰহ্মাই নিজৰ জীয়েককে পত্নীৰূপে গ্ৰহণ কৰিছিল। প্ৰজননক প্ৰধান বুলি ভবা অসুৰ বা বেদ বিৰোধীবোৰক ধ্বংস কৰিবৰ কাৰণেই জন্ম লোৱা দেৱতা কাৰ্তিক অবিবাহিত, চিৰকুমাৰ ; অসুৰ নিধনত সেনাপতিত্বই তাৰ কাম, সেই ধ্বংসকাৰী দেৱতাক অসুৰ গণসমাজে বীৰ্যবান বুলি গ্ৰহণ নকৰাটো স্বাভাবিক। আজিও কাৰ্তিকক যিমানেই দুৰ্গা প্ৰতিমাত সুন্দৰকৈ দিয়ক, লোকচিত্তত কাৰ্তিকেই বেছি অবহেলিত দেৱতা।

আৰ্য ধৰ্মৰ সমন্বয়-প্ৰয়াসী ঋষিসকলৰ চেষ্টাৰ ফল একালত ধৰিলেগৈ। আৰ্য অনাৰ্য উভয়ৰে পুৰোহিত আৰু ৰাষ্ট্ৰশক্তিয়ে এক উচ্চ শ্ৰেণীত নিজক ওপৰত ৰাখি বাকী সাধাৰণ শ্ৰমিক প্ৰজাক শোষণ কৰিবলৈ ধৰিলে। আৰ্যধৰ্মৰ সীমাত নোসোমোৱাবোৰক ঘৃণিত বাহ্যিক, ব্ৰাত্য, গণ, অসুৰ, যৱন, দানৱ আদি নাম দিলে। সেই কাৰণেই আৰ্যধৰ্মক অকল পশুপালক মানৱদলৰে ধৰ্ম নুবুলি আৰ্য অনাৰ্য উভয়বিধৰে শ্ৰেণীবিভক্তি সৃষ্টিকাৰী পুৰোহিত তথা ৰাষ্ট্ৰ শক্তিৰ ধৰ্ম বুলিব লাগিব। স্বীকাৰ কৰিবই লাগিব যে নগৰ সভ্যতাৰ আৰু লিখিত ভাষাৰে উন্নত মাতৃক্ৰমিক সিন্ধু সভ্যতাৰ মানুহৰ পৰাই

কষ্ট সহিষ্ণু পশুপালক পিতৃক্ৰমিক মানুহ দলে লিখিত ভাষা, ৰাষ্ট্ৰৰ উৎপত্তি, পুৰোহিতালি আদিৰ প্ৰাথমিক শিক্ষা লৈ অঘৰী জীৱন এৰি স্থায়ী বসতি কৰাৰ পথ লৈছিল। শিকি লোৱা সেই ভাষাকে সংস্কৃত কৰি নতুন সম্ভাৱনাৰে উদ্যমী পশুপালক মানবদলে কৃষিকাৰ্যও শিকি ললে। সেয়ে বেদত কৃষিকাৰ্য বৰ্ণনাত ন- শিকাৰুৰ অত্যুৎসাহ বৰ্ত্তমান। শিক্ষি লৈ ন-উদ্যমেৰে নতুন সুবিধাভোগী শ্ৰেণী তৈয়াৰ কৰা পশুপালক পিতৃক্ৰমিক মানুহদলে মাতৃক্ৰমিক মানুহদলৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিছিল। ধৰ্মান্তৰ গ্ৰহণ কৰা মানুহৰ পুৰণি ধৰ্মৰ প্ৰতি বিদ্বেষৰ আধিক্য যেনেকৈ জনাজাত তেনেকৈয়ে নতুন বৈদিক আৰ্যধৰ্মই মাতৃক্ৰমিক সকলো বিশ্বাসকে ভাঙি নতুন ৰাষ্ট্ৰশক্তিসম্পন্ন সমাজব্যৱস্থা গঢ়াত আত্মনিয়োগ কৰিলে।

ৰাষ্ট্ৰশক্তিৰ উদ্ভৱৰ আভাস দি মহাভাৰতত ভীষ্মই কৈছে :

সৰ্বপ্ৰথমে পৃথিবীত ৰাজ্য, ৰজা, দণ্ড, দণ্ডাৰ্হ ব্যক্তি আদি একোৱেই নাছিল। ভীষ্মৰ মতে এনে অবস্থাৰপৰা মানুহক ৰক্ষা কৰিবলৈ ৰজা, ৰাজনীতি আৰু ৰাজধৰ্মৰ সৃষ্টি। আৰু পিচৰ যুগত উপনিষদ আদিত এই ৰাজধৰ্মকে দৈৱশক্তিসম্পন্ন শ্ৰেষ্ঠ সমাজ ব্যৱস্থা বুলি প্ৰতিপন্ন কৰি আদিম সাম্যবাদী সমাজৰ সকলো চিনকে ঘৃণনীয় বুলি প্ৰমাণ কৰাত লাগিল। ৰাজানুগ্ৰহ প্ৰাপ্ত আৰ্যধৰ্মই প্ৰমাণ কৰিব খুজিলে যে তেওঁলোকৰ অতীত অতীতৰ গণসমাজত নাই ; বৰঞ্চ তেওঁলোক দেৱতাৰ অনুগ্ৰহপ্ৰাপ্ত, দেৱৰ অংশস্বৰূপ ঋষি, মুনি আৰু ৰজা। আনকথাত তেওঁলোক পোনে পোনে স্বৰ্গৰপৰা অহা। এই অধৰ্মদুষিত গণসমাজ থকা পৃথিবীত ধৰ্মৰ আলোক দিবলৈকে তেওঁলোকৰ উৎপত্তি। এইদৰে নতুন ধৰ্ম প্ৰচাৰৰ সকলো উন্মাদনাৰে তেওঁলোক লাগি গ'ল।

: দেউতা, অ' দেউতা, দেউতা!

: ওঁ। অ' হ'লনে ঘিটিৰা বেজ? খেদাব পাৰিলানে? থকমকৈ সাৰ পাই উঠাদি উঠি অধ্যাপক ৰাভাই কলে। কৈ উঠি দেখে তেওঁ নিজে পকামজিয়াৰ ওপৰতে শুই আছে।

: দেউতা, মতা নাছিল কেলেই?

: মতা নাছিলোঁ?

: নাই মতা? আপুনি হাউলি যোৰা দেখি আমি ধৰিমেলি শুৱাই দিলোঁ। তেতিয়াও আপুনি ক'ব নোৱাৰে। মই ভয় খাই গৈছিলোঁ।

: ক'ব নোৱাৰা নহব? কেনেকুৱাটো অপদেৱতা? সি সিদ্ধিদাতাৰ ভাও দি সোমাইছিলহি। এইসোপা জেতুকা আৰু বিহলঙনি লেৰেলি গ'লগৈ। সফলতাৰ হাঁহি মাৰি ৰঙা চকুৰে চাই চাই ঘিটিৰা বেজে কলে।

: একেবাৰে গ'লনে বাৰু? মাটিতে বহি চোলা পিন্ধিবলৈ লৈ অধ্যাপক ৰাভাই কৌতুকেৰে সুধিলে।

সোঁহাতখন জোকাৰি ঘিটিৰা বেজে উত্তৰ দিলেঃ এইটো বৰ বেয়া অপদেৱতা। এতিয়া গৈছে, কিন্তু চিন ৰাখি গৈছে। আকৌ সোমাবহি। আকৌ আহিলে তাক এইবাৰ জলকীয়া পুৰি জাৰিব লাগিব। সি এবাৰতে এৰা ভকত নহয়। হেৰ' বিনোদ, অণ্ঠে কণ্ঠে শুকাই গ'ল। পানী এটোপা আৰু ভাং এচিলিমৰ যোগাৰ কৰচোন।

- হে অগ্নি, তুমি আমাক অন্নদান কৰা...
- হে ব্ৰহ্মাণস্পতি, সুনিয়ন্ত্ৰিত বিশ্বব্যাপি অনুযুক্ত ধনৰ আমি যেন অধিপতি

  হওঁ।
- একেলগে মিলিত হোবা, এককণ্ঠে ঘোষণা কৰা...
- তোমালোকৰ প্ৰচেষ্টা সমান হওক, হৃদয়সমূহ এক হওক, মন এক হওক, যাতে তোমালোকৰ মাজত ঐক্য স্থাপিত হয়।

ঋকবেদ

**তাৰ** পাচত হৰিপ্ৰসাদ , তুমি ৰাহুল সাংস্কৃতায়নৰ 'ভল্গা সে গংগা' মই কোৱা মতে আকৌ পঢ়িলানে বাৰু ?

ঃ হয় । আপুনি মোৰ বৰ উপকাৰ কৰিলে । সেইখন কিতাপ আজি প্ৰায় দহবছৰৰ আগতে পঢ়োঁতে গল্প পঢ়াদিয়েই পঢ়িছিলো। সেই গল্পবোৰৰ ভিতৰত যে ইমানবোৰ কথা সোমাই আছে , এইবাৰ পঢ়িহে বুজিলো।

ঃ "প্ৰবাহন" অধ্যায়তো পঢ়িলা ?

ঃ হয়, । কিন্তু তাত থকা কেইটামান মন্তব্যৰ বিষয়ে মোৰ সন্দেহ আছে।

ঃ যেনে ? অধ্যাপক ৰাভাই প্ৰশ্নসূচক দৃষ্টিৰে হৰিপ্ৰসাদ সেনলৈ চালে । ঃ তাত কোৱা আছে যে গৌতম বুদ্ধৰ জন্মৰ আগতেই হিন্দু ধৰ্মৰ দাৰ্শনিক তত্ত্ব সম্বলিত উপনিষদসমূহ লিখিবলৈ আৰম্ভ কৰা হৈছিল। মোৰ কিন্তু বিশ্বাস অন্য ধৰণৰ। মই ভাবোঁ, বৌদ্ধ ধৰ্মৰ পণ্ডিতবৰ্গৰ লগত তৰ্ক কৰি হিন্দুধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিব লগা হোৱাৰ আগলৈকে যজ্ঞাদি আচাৰ-অনুষ্ঠান-প্ৰধান বৈদিক ধৰ্মৰ দাৰ্শনিক তত্ত্ব উদ্ভৱ হোৱাৰ প্ৰয়োজন হোৱা নাছিল। গতিকে মই ভাবোঁ, উপনিষদৰ দৰ্শন বৌদ্ধধৰ্মৰ প্ৰচাৰৰ সমসাময়িকহে।

মূৰৰ কেঁকোৰা চুলিবোৰ দুই হাতেৰে আৰু বেছি জপৰা কৰি অধ্যাপক ৰাভাই কলে -

ঃ তুমি ঠিকেই কৈছা হৰিপ্ৰসাদ, প্ৰয়োজন অবিহনে একো আবিষ্কাৰ নহয়। কিন্তু এটা কথা তুমি ভুল বুজিছা। বৌদ্ধধৰ্মৰ আগতে হিন্দুধৰ্মৰ আত্মা আৰু ব্ৰহ্মাক শ্ৰেষ্ঠ বুলি প্ৰতিপন্ন কৰাৰ যে যথেষ্ট প্ৰয়োজন আছিল, সেই কথা তুমি ভাবি চোৱা নাই। আমাৰ দাৰ্শনিক পণ্ডিতবৰ্গই কোৱাৰ দৰে আমাৰ সকলো শাস্ত্ৰ আত্মা আৰু ব্ৰহ্মা বিচাৰি পাগল নহয়। বেদক কেন্দ্ৰ কৰি ধৰ্মৰ জন্ম হোৱাৰ লগে লগে সেই ধৰ্মক আক্ৰমণ কৰা পণ্ডিতৰো জন্ম হৈছিল। চাৰ্বাক আদি বস্তুবাদী মহান পণ্ডিতৰ আক্ৰমণত বেদৰ দেৱতা পলাবলৈ বাধ্য হৈছিল। এতিয়া ধৰাচোন, 'ভল্গা সে গঙ্গা' গ্ৰন্থত থকা 'প্ৰবাহন' অধ্যায়টোৱেই । ক্ষত্ৰিয় ৰজা প্ৰবাহনৰ কাহিনী ছান্দোগ্য উপনিষদত আছে। বাবু হৰিপ্ৰসাদ, তুমি বেদ, ব্ৰাহ্মণ, আৰণ্যক, উপনিষদ আদি কোনটোৰ পিচত কোনটো জানাই নহয় ?

ঃ জানো , মানে, জানো বুলিলে বৰ সঁচা কথা কোৱা নহব।

ঃ Good শুনা, বেদৰ যজ্ঞাদি ক্ৰিয়া কাণ্ডৰ বিস্তৃত বিৱৰণ থকা ঋক বা মন্ত্ৰৰ পিচৰ গদ্য অংশৰ নাম ব্ৰাহ্মণ ; ব্ৰাহ্মণৰ পিচত লিখা আৰণ্যক ; আৰু তাৰ পাচতহে অথবা আৰণ্যকৰ মোখনি স্বৰূপে লিখাখিনিয়েই উপনিষদ। ঋকবেদৰ ব্ৰাহ্মণ হ'ল ঐতৰেয় আৰু কৌশীতকী, আৰু তাৰ আৰণ্যক, উপনিষদতো এই দুই নামেৰেই জনাজাত। সেইদৰেই আমাৰ ছান্দোগ্য উপনিষদ পৰে সামবেদৰ ভিতৰত। উপনিষদৰ সংখ্যাৰ শেষ নাই। আনকি আকবৰৰ দিনত ইচলাম ধৰ্মৰ তত্ত্বৰ ভেটিত "আল্লা উপনিষদ" বুলিও এখন লিখা হৈছিল। ভবিষ্য উপনিষদ নামৰ আন এখনত খৃষ্টান ধৰ্ম আৰু খৃষ্টানসকল ভাৰতলৈ অহাৰ কথা আছে। এইবোৰ বেলেগ ; কিন্তু প্ৰধান উপনিষদ প্ৰায়খিনিয়েই বৌদ্ধধৰ্মৰ আগৰ ৰচনা।

নাস্তিকবোৰক চুপ্পা চাই সোপা দিয়াৰ উপৰিও উপনিষদে বেদৰ ক্ৰিয়াকাণ্ড বাদ দি দাৰ্শনিক তত্ত্বত মনোনিবেশ কৰাৰ আন কাৰণো আছে। যজ্ঞ আদি ক্ৰিয়া কাণ্ডবোৰৰ ওপৰত মানুহৰ বিশ্বাস লাহে লাহে কমি আহিছিল। সেই বিশ্বাস ঘূৰাই আনিবলৈ তাত্ত্বিক ব্যাখ্যাৰ প্ৰয়োজন হৈছিল। তদুপৰি বৈদিক যুগৰ পশুপালক অঘৰী আৰ্যবোৰ উপনিষদৰ দিনত ৰাজনৈতিক প্ৰতিষ্ঠা লাভ কৰা নগৰবাসী হৈ পৰিছিল। সেই প্ৰতিষ্ঠা আৰু উদাৰ ৰাজানুগ্ৰহে উচ্চশ্ৰেণীক দিছিল প্ৰচুৰ অৱসৰ। সেই অৱসৰেই উপনিষদৰ সৃষ্টি কৰিছিল। প্ৰবাহনৰ আখ্যান থকা এই ছান্দোগ্য উপনিষদতে উদ্দালক আৰুণি নামৰ ব্ৰাহ্মণৰ এটি

সুন্দৰ বস্তুবাদী উপাখ্যান আছে - যিটো উপাখ্যান বুদ্ধৰ উত্তৰ যুগত লিখা উপনিষদত নাথাকিলেহেতেন। কাৰণ বুদ্ধৰ উত্তৰ যুগত হিন্দু ধৰ্মৰ দৰ্শনে সংসাৰ অসাৰ বুলি প্ৰমাণ কৰাতহে মনোনিবেশ কৰিছিল - যাতে এই সংসাৰত সাংসাৰিক উন্নতি বিচাৰি মানুহে সুবিধাভোগী শ্ৰেণীক বিপদত নেপেলায়।

ঃ ছান্দোগ্য উপনিষদত থকা উদ্দালক আৰুণীৰ উপাখ্যানটোনো কি?

ঃ শুনা তেন্তে। তোমাক কবলৈ পালে মই ভালেই পাওঁ।

উদ্দালক আৰুণীয়ে শিক্ষা সাং কৰি অহা পুতেক স্বেতকেতুক অজ্ঞাত তত্ব বুজাইছে এইবুলি-

"খাদ্য খোৱাৰ পাচত তিনিভাগত বিভক্ত হয়। ইয়াৰ স্থূল অংশ মল হয়, তাতকৈ উন্নত অংশ মাংস হয়, সবাতোকৈ সূক্ষ্ম অংশ মন হয়।

পানী খোৱাৰ পাচত স্থূল অংশ পানী হয়, তাতকৈ উন্নত অংশ ৰক্ত হয়, তাতকৈ সূক্ষ্ম অংশ উশাহ-নিশাহ হয়।

অগ্নি (তেল, ঘি, আদি জুইত গৰম কৰাৰ পাচত) খালে তাৰ স্থূল অংশ হাড় হয়, তাতকৈ উন্নত অংশ মজ্জা আৰু সবাতোকৈ সূক্ষ্ম অংশ মাত বা কথা হয়।

হে পুত্ৰ, মনৰ জন্ম (পৃথিৱীৰ যোগেদি) খাদ্যৰ পৰা, উশাহ পানীৰ পৰা, মাত-কথা জুইৰ পৰা।

দৈৰ আটাইতকৈ ভাল অংশক মথি মাখন পোৱাৰ দৰে খাদ্যৰ পৰা মন হয়।.....

হে শ্বেতকেতু, মানুহ যোল্ল অংশৰ সমষ্টি। পোন্ধৰ দিন তুমি খাদ্য নোখোৱাকৈ থাকা ; কিন্তু যিমান ইচ্ছা সিমান পানী খাই যোৱা, কাৰণ পানীৰ পৰা উশাহ হয় কাৰণে পানী খালে উশাহ লৈ থাকিব পাৰিবা।"

শ্বেতকেতুৱে পোন্ধৰ দিন পানীৰ বাহিৰে একো নাখালে। তাৰ পাচত পিতাক উদ্দালকৰ ওচৰলৈ আহি সুধিলে, 'মই এতিয়া কি ক'ম?' বাপেকে কলে, 'ঋক, যজুঃ আৰু সাম বেদৰ মন্ত্ৰবোৰ গাই যোৱা।' পুতেক শ্বেতকেতুৱে উত্তৰত ক'লে, 'মোৰ মনত নপৰে দেখোন পিতা'।

বাপেক উদ্দালকে পুতেকক কলে 'যেনেকৈ ডাঙৰ একুৰা জুইৰ ইমানকণমান অঙঠা থাকিলে খুব সামান্য জ্বলি থাকিব, সেইদৰে কেৱল পানী খাই থকাৰ কাৰণে তোমাৰ শৰীৰৰ যোল্ল অংশৰ এটা অংশহে মাত্ৰ জ্বলি আছিল ; আৰু সেয়ে যোল্ল ভাগৰ এভাগে তোমাক বেদৰ মন্ত্ৰ মনত পেলাই দিব পৰা নাই। যোৱা, এতিয়া ভালকৈ আহাৰ কৰাগৈ। তেতিয়াহে মোৰ কথা বুজিবা"

শ্বেতকেতুৱে আহাৰ গ্ৰহণ কৰিলেগৈ আৰু তাৰ পাচত বাপেকৰ ওচৰলৈ আহিল। তেতিয়া বাপেকে সোধা সকলো প্ৰশ্নৰ উত্তৰ শ্বেতকেতুৱে দি যাব পাৰিলে। তাকে দেখি বাপেকে পুতেকক কলে,

"যেনেকৈ মাখিটোৰ সমান অঙঠা থাকিলেও তাৰ ওপৰত খেৰ-ঘাঁহ দি ডাঙৰকৈ জ্বলাই তুলিব পাৰি সেইদৰে তোমাৰ শৰীৰৰ যোল্ল ভাগৰ একভাগ জীয়াই আছিল। আৰু তাত খাদ্য যোগান দিয়াৰ লগে লগে তোমাৰ বেদৰ মন্ত্ৰ মনত পৰি গ'ল। গতিকে হে পুত্ৰ, মনটোহঁত খাদ্যৰ ওপৰত নিৰ্ভৰশীল.........।

ঃ বা অপূৰ্ব আখ্যান। মই দেখিছো পুৰণি ধৰ্মশাস্ত্ৰবোৰ পঢ়িবই লাগিব। - হৰিপ্ৰসাদ সেনে উল্লাসত আপোন পাহৰি জপিয়াই দিলে।

ঃ ৰবা, বাঃ বুলি কলেই নহয়। উদ্দালকৰ দিনৰ সমাজখন ভাবি চোৱা। আৰু তেতিয়া এনেকুৱা কথা পৰীক্ষা কৰি চোৱাৰে বা কি সা-সুবিধা আছিল? কিন্তু উদ্দালক আছিল যুক্তিবাদী মনৰ। গতিকে যুক্তিৰে ভাবি পাইছিল যে পানী খাই থাকিলে আন আহাৰ নোখোৱাকৈ মানুহ জীয়াই থাকিব পাৰে যেতিয়া পানীয়েই উশাহ ; কাৰণ উশাহ লোৱা মানেই জীয়াই থকা। খাদ্যৰ পৰাই মন হয়, মনেই চিন্তাৰ গৰাকী, চিন্তাৰেই শাস্ত্ৰাদিৰ ধৰ্ম; এনেকুৱা বস্তুবাদী চিন্তা অধ্যাত্মবাদী হিন্দু ধৰ্মত

আছে বুলি আমাক তথাকথিত পণ্ডিতবৰ্গই কয়নে?

ঃ কিয় কব?

ঃ ঠিক কৈছা, কিয় কব? কলেই সুবিধাভোগ কৰি থকা এটা শ্ৰেণীৰ অধ্যাত্মবাদী তাৰ ঘৰ তথা সকলো সুবিধাৰ পথস্বৰূপ অধ্যাত্মবাদ মৃতজাত বুলি প্ৰতিপন্ন হয়।

ঃ বেদ আৰু উপনিষদ লিখাৰ ভিতৰত বাৰু কিমান দিনৰ ব্যবধান?

ঃ বহুত। বেদৰে ঋকবেদখন কিমান দিন ধৰি লিখা হৈছিল কোৱা টান। এহেজাৰ বছৰো হব পাৰে, তাতকৈ বেছিও হ'ব পাৰে। কিছু অংশ বহুত পিচত লিখা বুলি ধৰিব পাৰি। বেদ আৰু উপ নিষদৰ মাজত সময়ৰ ব্যৱধানো এহেজাৰ বছৰ হ'ব; তাতকৈ বেছি হোৱাও অসম্ভৱ নহয়। ঋকবেদৰ ৰচনা অন্ততঃ ১৫০০ অথবা ২০০০ বছৰ খৃষ্টজন্মৰ আগৰ বুলি ধৰা হয়।

ঃ ঋকবেদৰ বঙালী অনুবাদৰ পাতনিত আজি হৰিপ্ৰসাদ শাস্ত্ৰীৰ লিখা বুলি উদ্ধৃত কৰা বেদৰ বিষয়ে এটা বৰ দামী মন্তব্য পাইছিলোঁ। লৈ আহিছোঁ।

ঃ কি লিখা আছে পঢ়াচোন।

হাতত অনা কিতাপখন মেলি হৰিপ্ৰসাদ সেনে যিখিনি পঢ়ি গ'ল তাৰ থুলমূল কথা হ'ল এয়া -

"বেদ বুলিলেই ভাৰতীয়ৰ মনত এক ভয়সনা ভক্তিয়ে আৱৰি ধৰে। বেদ পঢ়াটো দুষ্প্ৰাপ্য জীৱনৰ কথা, আৰু ইয়াক বুজাটো বিষ্ণু বা শিৱৰ অৱতাৰ স্বৰূপ জীৱনৰ কথা। বেদে মানুহক অসম্ভৱক সম্ভৱ কৰাৰ শক্তি দিয়ে। আৰু এই বৈদিক চিন্তা-চৰ্চাত অংশ গ্ৰহণ কৰোঁতাজন দেহে - মনে শুদ্ধ হোৱাটো বেদ পঢ়াৰ প্ৰথম চৰ্ত। বিশ্বামিত্ৰই এই বেদমন্ত্ৰ উচ্চাৰণ কৰাৰ লগে লগে বাৰ বছৰ খৰাং হোৱাৰ পাচত হঠাৎ বৰষুণ দিবলৈ ধৰিলে। মই ইয়াত এটা বৈদিক মন্ত্ৰ মাতি মোৰ দিল্লীত থকা শত্ৰুক নিপাত কৰিব পাৰোঁ। বৈদিক মন্ত্ৰই বন্ধ্যাক মাতৃত্ব দিয়ে, ৰোগীক সুস্থ কৰে, গৰীবক চহকী কৰে, মৃতুমুখীক জীৱন দিয়ে। তৰ্কত কিবা প্ৰমাণ দিয়াৰ প্ৰয়োজন হ'লে 'এই কথা বেদত আছে আছে বুলি কলেই বিৰুদ্ধ পক্ষ নিৰুত্তৰ হব। অজ্ঞ জনসাধাৰণৰ বেদৰ বিষয়ে ধাৰণা হ'ল এনেকুৱা ঃ বেদ নিজে অলৌকিক আৰু অলৌকিকতাৰ স্ৰষ্টা, বেদ দুৰ্জ্ঞয় আৰু ৰহস্যময়, পঢ়িব নোৱাৰা, বুজিব নোৱাৰা গ্ৰন্থ। বিদ্যাৰ অধিষ্ঠাত্ৰী দেৱীৰ কৰুণা আৰু পূৰ্বজন্মৰ পবিত্ৰ ধৰ্মৰ ফল অবিহনে কোনেও বেদ বুজিব নোৱাৰে।

কিন্তু প্ৰকৃততে বেদ কি? বিভিন্ন সময়ত, বিভিন্ন পৰিস্থিতিত বিভিন্ন উদ্দেশ্যেৰে বিভিন্ন কবিয়ে ৰচনা কৰা কিছুমান কবিতা আৰু গীতৰ সংকলন মাত্ৰ। এই কথা ব্যাখ্যা কৰিবলৈ যাওঁতে আশা কৰা হৈছে, বৃত্তি হিচাপে সংস্কৃতৰ বিষয়ে উচ্চ মন্তব্য কৰোঁতাসকলে যেন এই অংশ নপঢ়ি বাদ দি যায়; কাৰণ ভগবান ব্ৰহ্মাৰ ৰচনা বুলি জানিয়েই তেওঁলোকে কেতিয়াও বেদ পঢ়িবলৈ চেষ্টা নকৰাকৈ এতিয়াও থাকিব পাৰিছে যেতিয়া, এতিয়া আৰু বেদৰ বিষয়ে এইখিনি বিৰূপ মন্তব্য তেওঁলোকে নপঢ়িলেও চলিব। দৰাচলতে বেদ হ'ল ইংৰাজীত থকা বিভিন্ন সুখ্যাত কবিৰ কবিতাৰ সংকলন Golden Treasury of Songs and Lyrics গ্ৰন্থৰ দৰে। কিন্তু তেনেকুৱা এক বিভিন্ন কবিৰ ৰচনাৰ সংকলন হৈয়ো বেদে ধৰ্মৰ ওপৰত ইমান বিৰাট প্ৰভাৱ বিস্তাৰ কৰিছে কেনেকৈ? এই শ শ বছৰ জোৰা ভক্তি বেদে কিয় পাই আহিছে?

বেদৰ মহান প্ৰাচীনত্ব ইয়াৰ অন্যতম প্ৰধান কাৰণ; পৃথিৱীত সকলো গ্ৰন্থৰ ভিতৰত বেদ নিসন্দেহে প্ৰাচীনতম।... আৰু বেদ ৰচনা হোৱা যুগৰ কিবা কথা জানিবলৈ আমাৰ হাতত বেদৰ বাহিৰে সেই যুগত ৰচিত আন গ্ৰন্থ নাই। .... ধৰি লওক, প্ৰায় তিনি হেজাৰ বছৰৰ পাচত হঠাতে ইংৰাজীত লিখা সকলো গ্ৰন্থ নাইকিয়া হৈ গৈ কেৱল Golden Treasury of Songs and Lyrics নামৰ গ্ৰন্থখন থাকিল। তেতিয়া আমি এই "গোল্ডেন ট্ৰেজাৰি' গ্ৰন্থ পঢ়িয়েই ইংৰাজৰ চিন্তা-চৰ্চা, কাব্যিক সৌন্দৰ্য প্ৰকাশৰ দক্ষতা, সামাজিক ৰীতি-নীতি আদি সকলো বুজিবলৈ চেষ্টা নকৰিম জানো? আৰু

তেতিয়া এই 'গোল্ডেন ট্ৰেজাৰি' গ্ৰন্থৰ গুৰুত্ব প্ৰায় বেদৰ সমান নহবগৈনে?..

যি হওক, বেদ প্ৰধানকৈ ধৰ্মগ্ৰন্থ বুলি স্বীকৃত। কিয় বাৰু লাখ লাখ মানুহে হেজাৰ হেজাৰ বছৰ ধৰি ইয়াক পূজা কৰি আহিছে? কিছুমান কবিতা আৰু গানে কেনেকৈ এই ধৰ্মগ্ৰন্থৰ মৰ্যাদা পাব পাৰে? মানুহৰ মূৰ্খতাই ইয়াৰ কাৰণ বুলি ভাবিলে ভুল কৰা হ'ব। এনে স্থায়ী ভক্তিৰ মূলত এক মনস্তাত্বিক সত্য থকাৰ ইংগিত আছে। যিসকলে এইবোৰ ৰচনা কৰিছিল, সেই সকলে নিজে ভাবিছিল যে কিবা ঐশ্বৰিক শক্তিৰ বলতহে এইবোৰ ৰচনা কৰা সম্ভৱ। মোৰ লগৰ এজনে কবিতা লিখিব পাৰিলে আৰু মই নোৱাৰিলে আজি বুজো যে এই পাৰ্থক্য আমাৰ মানসিক প্ৰস্তুতিৰ পাৰ্থক্যৰ ফল। কিন্তু সেইদিনত মানুহে সেই কথা ইমান সহজকৈ বুজিব পৰাটো সম্ভৱ নাছিল। তেওঁলোকে একমাত্ৰ বুজিছিল যে গীত গাবৰ সময়ত কবিজনাই এক অসাধাৰণ দেৱত্ব অনুভৱ কৰিছিল, অথচ, শুনোতাবোৰে একেবাৰে অনুভৱ কৰা নাছিল। এই অস্থিৰতা, এই অশান্তভাৱ, কিহৰ কাৰনে হয়? সকলোফালেই অদৃশ্য দেৱতাৰ শক্তিকে দেখা কবিসকলে এই অশান্ত অৱস্থাৰ গুৰিতো দেৱতাৰ হাত বুলি ধৰি ল'লে। সেইকাৰণেই কবিয়ে আনসকলক কলে ঃ এইবোৰতো মই নিজে গোৱা নাই, মোৰ যোগেদি ঈশ্বৰে গোৱাইছে। কবিৰ দৰে আনসকলে গীত ৰচনা কৰি গাব নোৱাৰিছিল, গতিকে কবিয়ে দিয়া ব্যাখ্যা আনসকলে মানি লৈছিল। সময়ত গৈ যিসকল কবিয়ে সেইবোৰ গীত গাইছিল, সেই সকল কবিৰ নাম মানুহে পাহৰি পেলালে ; মানুহৰ কেৱল মনত থাকিল সেই সকল দেৱতাৰ নাম - যিসকলৰ প্ৰভাৱত কবিয়ে গীত ৰচি গাইছিল বুলি কৈছিল। আৰু এইদৰেই কবিক পাহৰি দেৱতাসকলেই বেদ সৃষ্টি কৰা বুলি মানুহে একালত মনত ৰাখিলেগৈ। এইকাৰণেই মাধৱাচাৰ্যই কয় যে ঋষিসকলে মন্ত্ৰক দেখিছিল, কাৰণ যি মূল ধাতুৰ পৰা ঋষি শব্দৰ উদ্ভৱ, সেই মূল ঋষ্ ধাতুৰ অৰ্থ হ'ল দেখা। ক্ৰমাৎ এইদৰেই গৈ ব্ৰাহ্মণ্য ধৰ্মই এক দেৱতা ব্ৰহ্মাক সকলোৰে আদি বুলি ধৰি লোৱা কালত বেদকো ব্ৰহ্মাৰে সৃষ্টি বুলি ব্যাখ্যা কৰিলে। ভগবান অনাদি অনন্ত, গতিকে বেদো। ভগৱানৰ সৃষ্টি কাৰণেই বেদত কোনো ভুল-ভ্ৰান্তি থাকিব নোৱাৰে, ই চিৰ সত্য, চিৰ পবিত্ৰ চিৰ উজ্জ্বল। এইদৰেই এই আদিম কবিতাৰ সংকলন বেদে ধৰ্মগ্ৰন্থৰ স্থান অধিকাৰ কৰিলে।

বৈদিক যুগত মানুহ বৰ সৰল আৰু পোনপতীয়া আছিল। আমি এতিয়াৰ জ্ঞানেৰে সেই যুগৰ মানুহৰ মনৰ জগত কল্পনা কৰা অসম্ভৱ।

ঃ হব হব হৰিপ্ৰসাদ। বঢ়িয়া লিখিছে। এইখিনি মই কেতিয়াও পঢ়া নাছিলো। তুলি দেখিছো মোৰ পাল্লাত পৰি কিছু কিছু পঢ়িবলৈ লৈছা। বাৰু, এতিয়া যদি তোমাক মই সোধো বেদৰ সুক্ত বা ঋকবোৰ কি, তুমি ধৰ্মত নেলেটিওৱাকৈ কি উত্তৰ দিবা?

ঃ মই এতিয়ালৈকে জনা মতে বেদৰ সুক্ত বা মন্ত্ৰবোৰ দেখ দেখকৈ এদল অশিক্ষিত পশুপালনজীৱি মানুহৰ পশু, খাদ্য, বৃষ্টি, নিৰাপত্তা, শত্ৰুবিজয়, সুস্বাস্থ্য আদি দৈনন্দিন জীৱনযাত্ৰাৰ অন্তৰ্গত প্ৰয়োজনীয় বস্তু কামনাৰ প্ৰকাশ। তাত দাৰ্শনিক তত্ব একো নাই।

ঃ ঠিক কৈছা। বেদত পুৰন্দৰ বা ইন্দ্ৰ দেৱতাই কিয় প্ৰশংসা পায়? অনাৰ্যৰ পুৰ ধ্বংস কৰি সম্পদ লুটপুত কৰি আনি আৰ্যৰ মাজত বিলাই দিয়াৰ কাৰণে নহয় জানো? তাৰ পাচত ঋষিৰ লগত একেলগে সেই দেৱতা বহেহি, কথা পাতে। সেই সময়ত দেৱতা স্বৰ্গত নাছিল, মানুহৰ মাজতে আছিল। আনকি, বেদত ধৰ্মৰ কথা আছে বুলি কোৱাতকৈ মেজিক বা যাদু বিশ্বাসৰ প্ৰভাৱেহে আছে বুলি কব পাৰি। কাৰণ যাদু বিশ্বাসতো আৰাধ্য শক্তি যাদুকৰৰ হাতৰ মুঠিত থাকে।

ঃ এটা কথা। যাদু বিশ্বাস ধৰ্মৰ আগৰ বুলি পঢ়িছোঁ। কিন্তু ঠিক যুক্তিপূৰ্ণভাৱে বুজিছোঁ বুলি কব পৰাকৈ ধৰ্ম আৰু যাদু-বিশ্বাসৰ মাজৰ পাৰ্থক্য মই নাজানো।

পঢ়িবা, হৰিপ্ৰসাদ, পঢ়িবা। যাদু, আমাৰ জৰা,ফুকা, এইবোৰ বৰ আমোদদায়ক বিষয়বস্তু। তোমাক পাই মোৰ বৰ ভাল হৈছে হৰিপ্ৰসাদ। অলপ বুজা মানুহ নহলে আলোচনা কৰি ভাল নালাগে।

প্ৰশংসা শুনাত অনভ্যস্ত হৰিপ্ৰসাদ সেন মনে মনে থাকিল। অধ্যাপক ৰাভাই যে তেওঁক ভালপায়, সেই কথা তেওঁ জানে। কেৱল হৰিপ্ৰসাদে বুজি নাপায়, অধ্যাপক ৰাভাৰ নিচিনা পণ্ডিতৰ ছোৱালী লাহৰী ৰাভা কেনেকৈ বাপেকৰ চিন্তা-চৰ্চাই চুব নোৱাৰা হৈ আছে। সঁচা কথা, লাহৰী ৰাভাই বাপেকৰ গৱেষণাৰ সকলো কথা টেপ ৰেকৰ্ডত ধৰি সেইবোৰ পিচত দিনৌ লিখি যায়। কিন্তু তেওঁ বুজি পায় যে লাহৰী ৰাভাৰ সেই বিষয়বস্তুৰ প্ৰতি বিশেষ কোনো আগ্ৰহ নাই; কেৱল বাপেকৰ প্ৰতি কৰিবলগীয় কৰ্তব্য হিচাপে কৰি যায়। বৰ উৎসাহেৰে হৰিপ্ৰসাদে প্ৰথম কেইদিনমান লাহৰী ৰাভাৰ লগত কথা পাতিছিল। ইমান এজন পণ্ডিত বাপেকৰ একমাত্ৰ জীয়েক বাপেকৰ সমান নহ'লেও আনতকৈ এই বিষয়ত বহুত শিক্ষিতা হ'ব বুলি ভাবিছিল। কিন্তু হৰিপ্ৰসাদৰ সেই সপোন নফলিয়ালে। এই বিফলতাৰ কাৰণেই বোধকৰো হৰিপ্ৰসাদ সেনৰ মনত লাহৰী ৰাভাৰ প্ৰতি থকাৰ ভিতৰত এটা অৱজ্ঞাহে আছে। সেই কাৰণেই অধ্যাপক ৰাভাই নিজে এদিন জীয়েকৰ লগত হৰিপ্ৰসাদক ভনীৰ দৰে তুমি-তামাকৈ কথা পাতিবলৈ কওঁতেও হৰিপ্ৰসাদে কৰুভাৱে উত্তৰ দিছিল: আপুনি তুমি, তই আদি তিনিবিধ সম্বোধন মনত ৰাখি কোৱা মোৰ কাৰণে অসম্ভৱ। গতিকে সকলোকে মই একেবাৰে আপুনি বুলিয়েই সম্বোধন কৰো। কোনেও বেয়া নাপায়, মোৰো সুবিধা হয়।

অধ্যাপক ৰাভাই টেবুলৰ ওপৰত ভৰি দুটা তুলি ললে। তাৰ পাচত হাঁহি এটা মাৰি চুপ হৈ থকা হৰিপ্ৰসাদলৈ চাই কলে: ৰবা, তোমাক মই যাদু -বিশ্বাসৰ কথা........

হঠাৎ দুৱাৰ মুখত আহি যামিনীৰ আবিৰ্ভাৱ। অধ্যাপকে আমনি পোৱাৰ সুৰত সুধিলে: কি অ' যামিনী, তোৰ কি হ'ল?

: দেউতা বাইদেৱে সুধিছে, আপুনি আজি ক্লাচ ল'বলৈ নাযায় নেকি?

: মই যাও চাৰ, মইহে আপোনাক দেৰি কৰি দিছোঁ। -হৰিপ্ৰসাদে দোষী দোষী ভাব প্ৰকাশ কৰি কলে।

: নাই, নাই, ক্লাচ লোৱাতকৈ তোমাৰ লগত কথা পতাৰ আৰাম আছে। আকৌ আহিবা তেন্তে; আমি যাদু-বিশ্বাস আৰু ধৰ্মৰ কথা পাতিম।

: আহিম।

ভিতৰৰ পৰা জুমি চাই হৰিপ্ৰসাদ সেন ওলাই যোৱা দেখি লাহৰী বাপেকৰ কাৰণে চাহ কৰাত ব্যস্ত হ'ল। হৰিপ্ৰসাদ সেনটোক লাহৰীৰ অকণো ভাল নালাগে। দেখিবলৈ কেনেকুৱা। টেলেকা চকু, জপৰা চুলি, চকিদাৰৰ দৰে একোচা গোফ, কাপোৰ পিন্ধাত জধলা, দেখিলে ভদ্ৰলোক যেন লগাতকৈ কোনোবা ডকাইত দলৰ চৰ্দাৰ যেন লগা হৰিপ্ৰসাদক লাহৰী ৰাভাই দেখিব নোৱাৰে। লাহৰীৰ মতে হৰিপ্ৰসাদে কথা-বাৰ্তাত দৰ্শাব লগা সাধাৰণ ভদ্ৰতাকণো নাজানে। তাক খুব তলখাপৰ মানুহ যেন লাগে। বাপেকৰ লগত আহি সি পণ্ডিতালি কৰি থকা দেখিলে তাইৰ আৰু খং উঠে। তাৰ এনেহে ভাব যেন বাপেকতকৈ তল খাপৰ মানুহক সি কথা পতাৰ যোগ্য বুলিয়েই নাভাবে। লাহৰীৰ হৰিপ্ৰসাদক কেতিয়াবা মাতাল, কেতিয়াবা খুনী, কেতিয়াবা পাগল যেন লাগে। আনকি তাক চাহ এপিয়লা দিবৰ মনো নাযায়। সেই কাৰণেই তাই হৰিপ্ৰসাদ যোৱাৰ পাচতহে বাপেকলৈ চাহ কৰিবলৈ আহিল। সি থাকোঁতেই কৰিলে তাকো দিব লাগিলহেঁতেন।

সৰুৰেপৰা দিল্লীৰ খৃষ্টান পাদুৰীৰ স্কুলত পঢ়ি লাহৰীয়ে ইংৰাজী ভাষা আৰু যীশুখ্ৰীষ্টৰ প্ৰতি শ্ৰদ্ধা শিকিছিল। তাৰ লগতে দেখিছিল, মাকৰ গণেশ দেৱতা, আৰু আন দেৱ-দেৱীৰ প্ৰতি ভক্তি। সৰুতে বাপেকৰ বিষয়ে তাই কোনো ধাৰণাকে কৰিব পৰা নাছিল। কেৱল জানিছিল যে বাপেকৰ কিতাপ পত্ৰ চুলে বাপেকৰ বৰ খং উঠিছিল। মাকৰ মৃত্যুৰ পাচতহে লাহৰী ৰাভা বাপেকৰ ওচৰ চাপিছে, জীৱনত একমাত্ৰ নিৰ্ভৰযোগ্য আশ্ৰয় হিচপে। বাপেকৰ ওচৰ চপাৰ পাচত ধৰ্ম সম্বন্ধে বাপেকৰ অভিমতে লাহৰীক বিপদত পেলাইছে। মাক আৰু খৃষ্টান স্কুলে দিয়া ভক্তিৰ শিক্ষা লাহৰীয়ে সহজতে এৰিব পৰা নাই। অথচ বাপেকৰ আদৰ্শকো তাই একেবাৰে পাগলামি, বুলি বাদ দিব পৰা নাই। প্ৰথমে প্ৰথমে কিন্তু বাপেকৰ কথা-

বাৰ্তবোৰ বলিয়ালি যেনেই লাগিছিল। কিন্তু ক্ৰমাৎ লাহৰীয়ে লক্ষ্য কৰিলে যে এনেকুৱা বিশেষ চিন্তা-চৰ্চা আৰু গৱেষণাই বাপেকক বৈশিষ্ট্য দিছে, বিখ্যাত কৰিছে। বাপেকৰ সুনাম অৰ্জাৰ আহিলা হিচাপেই লাহৰীয়ে প্ৰথম বাপেকৰ অদ্ভুত চিন্তা-চচাৰ্ক সহ্য কৰিবলৈ লৈছিল। এতিয়াও লাহৰীয়ে বাপেকৰ আদৰ্শক মুকলি মনেৰে ভালকৈ গ্ৰহণ কৰিব পৰা নাই। আচৰিত কথা যে অধ্যাপক ৰাভায়ো জীয়েকক নিজ আদৰ্শৰ প্ৰতি আকৃষ্ট কৰিবলৈ কেতিয়াও চেষ্টা কৰা নাই। অধ্যাপক ৰাভা এই বিষয়ত বৰ আত্মকেন্দ্ৰীক। নিজে কেতিয়াও আগবাঢ়ি নুবুজা কাৰোবাক বুজাবলৈ যোৱা নাই। এই বিষয়ত অধ্যাপক ৰাভাৰ পুতেক ধৰণীৰ লগত সদায় তৰ্ক লাগে। ধৰণীয়ে বাপেকক পৰিষ্কাৰকৈ কয় যে বাপেকৰ গৱেষণাৰ গতি আদিম ঋষিমুনিৰ নিচিনাই, কেৱল চিন্তাৰে পৃথিৱী জয় কৰিব খোজে। ধৰণীৰ মতে যি মানসিক শ্ৰম আৰু শাৰীৰিক শ্ৰমৰ মাজত উচ্চ-নীচ ভাৱেই শ্ৰেণী বিভক্ত সমাজৰ আদি, সেই শ্ৰম বিভাগকে মানি কেৱল চিন্তাৰে জগত জয় কৰিব খোজা মানুহবোৰ কেৱল ভণ্ড বস্তুবাদী। পুতেকৰ উৎসাহ বাপেকে প্ৰশংসা কৰে। কয় ঃ মানুহৰ মনৰ পৰিবৰ্তন সমাজৰ অৱস্থাৰ ওপৰত নিৰ্ভৰশীল। মই পোৱা আমাৰখন সমাজত মই ইমানলৈকে কৰিব পাৰিছোঁ। তই পোৱা পৰিবৰ্তিত সমাজত তই মোতকৈ আগুৱাই যাবি। বাপেকৰ এনে উত্তৰক পুতেক ধৰণীয়ে সুবিধাবাদীৰ তৈয়াৰী উত্তৰ বুলি অভিহিত কৰে। লাহৰীক দুই এটা কথা বুজাবলৈ ধৰণীয়েই চেষ্টা কৰে - সি যেতিয়া দিল্লীৰ পৰা আহে। কিন্তু সি ইমান ব্যস্ত আৰু ঘৰত ইমান কম থাকে। তাৰ উপৰি বুজাবলৈ লৈ সি ইমান খং কৰে যে সি যিহকে কয় তাকে "হয়" বুলি কৈ লাহৰীয়ে আপদ আঁতৰি যোৱালৈ বাট চায়।

আজি বহুত দিন ধৰণী অহা নাই। এবাৰ সি এখন চিঠিত লিখিছিল ঃ ঘৰৰ আৰাম বিচাৰি যোৱাৰ কথা ভাবিবলৈকো সময় নাপাওঁ। ঘৰ বাদ দে লাহৰী। আমাৰ ঘৰ বুলিবলৈ কিনো আছে? দেউতাক বুজাবিচোন, অকল চিন্তা কৰি থাকিলে মনলৈ বহুত আজুগুৰি চিন্তা আহে। হৰিপ্ৰসাদ সেনটো বৰ ভাল মানুহ ; তাৰ আন্তৰিকতা আছে, আৰু সি কৰ্মবিমুখো নহয়। তাৰ লগত আলোচনা কৰি লাভবান হবি। কিন্তু, হৰিপ্ৰসাদ কিয়, আমাৰ সকলোৰে কিছুমান মধ্যবিত্তজীৱীৰ ভণ্ডামি আছে। সেইখিনিৰ বিষয়ে সদায় সজাগ হৈ থাকিবি।........... ইত্যাদি।

এইবোৰ কথা লাহৰীয়ে বুজি নাপায়। তথাপি তাই একমাত্ৰ ককায়েকটোৰ পৰা অহা চিঠি বৰ আগ্ৰহেৰে পঢ়ে। এবাৰ তাই ককায়েকক চিঠিৰে সুধিছিল - তায়ো দিল্লীলৈ গলে তাৰ লগত থাকিবলৈ সুবিধা হব নেকি? ককায়েকে উত্তৰ দিছিল ঃ ওলাব খুজিছ যদি ওলাই আহ। তোক আকৌ দিল্লীত থাকিবলৈ ককায়েৰ এটাৰ আশ্ৰয় কিয়? আৰু আশ্ৰয় নোহোৱাকে যদি ওলাই আহিব পৰা হোৱা নাই, তেন্তে নাহিবি। কাৰণ তোৰ কাৰণে মই সময় খৰছ কৰিবলৈ সুবিধা নাপাবও পাৰো। কিন্তু লাহৰী, জীৱনটোক কামত লগাব খুজিলে গুৱাহাটীও বেয়া ঠাই নহয়।

তাৰ পিচত আৰু লাহৰীয়ে ককায়েকলৈ দিল্লীলৈ যোৱাৰ কথা লিখা নাই। দিল্লীখন লাহৰীৰ বৰ আপোন আপোন লাগে। আজি কিয় জানো লাহৰীৰ ককায়েকলৈ বৰ মনত পৰিছে। দীপক বৰঠাকুৰেই যদি আহিলহেঁতেন। ভাল লাগিলহেঁতেন নিশ্চয়।

অ' আজি দেউতাৰ ইউনিৱাৰ্চিটিত মিটিং আছে নহয়। মনত পৰাৰ লগে লগে লাহৰী লৰালৰিকৈ বাপেকৰ ওচৰলৈ গ'ল।

ঃ এচিলিম ভাঙকে যোগাৰ কৰা হওক তেন্তে। ইণ্ডিয়ান কাৰবাৰ হ'ব। আমাৰ দেৱতায়ো খায় যেতিয়া কি আপত্তি। সেই যে দেৱতাটো, মানে সেই দেৱতাৰ ভিতৰত গান্ধীটো - কি নাম অ' তাৰ হামিদ?

ঃ মোক সুধিছ কেলেই? মইতো হিন্দু নহয় যে হিন্দু দেৱতাৰভিতৰত গান্ধী কোন জানিবই লাগিব।

ঃ শিব শিব, ভোলানাথ। ভোলানাথক কেনেকৈ পাহৰিম ভাই। তই পিচে এটা গৰু, হামিদ, তই একদম গৰু। হেৰ' ভাং নাখালেও ভণ্ডুৰাৰ নাম জানিব নাপায় বুলি ভৰা মানুহ আজিৰ পৃথিৱীত কিন্তু তয়ে আছ। নহয়নে অ' দীপক? মিছ ৰাভা

ৰব্জাৰ ককায়েক ডি.এচ.পি অৰূন বৰুৱাই হাঁহি হাঁহি সুধিলে।

ঃ হামিদ গৰু কেতিয়াও নহয়। এই ক্ষেত্ৰত মোৰ অধ্যাপক ৰাভাৰ দৰেই যুক্তি আছে।

ঃ মই কৈছো গৰু হয়েই । মোৰও যুক্তি আছে

ঃ মই কৈছোঁ গৰু নহয় হামিদ। এতিয়া তোৰ যুক্তি দে অৰুন।

ঃ মোৰ আৰু ভাবিবলৈ কি আছে? চুৰি কৰাত সহায় কৰা মানুহক Abettor বুলি গ্ৰেপ্তাৰ কৰি আমি শাস্তি দিওঁ। আৰু কথা পাতোতে গৰুৰ দৰে উত্তৰ দিয়া মানুহক আমি গৰু বুলি কওঁ। এতিয়া তোৰ বিজ্ঞ যুক্তি কি দি প্ৰমাণ কৰিবি যে হামিদ গৰু নহয়?

ঃ মোৰ যুক্তি সহজ ভাই। মই শাক্ত : মদ খোৱাৰ পাচত মাংস বিচাৰোঁতে কিহৰ মাংস দিছে কেতিয়াও নোসোধোঁ। সি গৰু হোৱা হলে তাক কোনোবা এদিন ময়ে মাংসৰ অভাৱত মাৰি খাই পেলালোহেতেন।

অৰুন, হামিদ আৰু দীপকে প্ৰাণখুলি হাঁহিলে। হাঁহিত অশোকেও যোগ দিলে। কিন্তু প্ৰাণখোলা হাঁহি সি মাৰিব নোৱাৰিলে। অলপ হাঁহি লৈ অশোকে বাকীকিটাই হাহি থকাৰ মাজতে ক'লে ঃ এইটোৱেই যদি যুক্তি হয় তেন্তে তইতৰ নিচিনা ছাগলীকো লগৰবোৰে কেতিয়াবাই খাব লাগিছিল।

হাঁহি হাঁহি হামিদে অশোকক কলে ঃ লাভ নাই তুমি চেষ্টা কৰাৰ। দীপকৰ যুক্তি মোক্ষম - বাজী মাৎ কৰা যুক্তি। তোমাৰটো নুফুটিল ভাই।

অশোক অপ্ৰস্তুত হ'ল। প্ৰসংগ সলাবলৈকে কলে ঃ কিন্তু সেই যুক্তিত অধ্যাপক ৰাভাৰ যুক্তি বোলাৰ মানে কি?

দীপক অভিনয়ৰ ভংগীৰে অশোকৰ ওচৰ পালেগৈ। গহীনাই সুধিলে, তোৰ হ'ব পায় ওফোন্দেই লাগিল শহুৰেৰৰ নাম লোৱাৰ কাৰণে?

ঃধেৎ, শহুৰ শহুৰ কৰি নাথাকিবি। তয়োতো গৈ লাহৰী ৰাভাৰ সৈতে কথা পাতগৈ। সেইকাৰণে তোকো মই ৰাভাৰ জোঁৱায়েক বুলি জোকামনে? আনৰ ছোৱালী এজনীৰ চৰিত্ৰ লৈ এনেকৈ লঘু কথা কব নাপায়।

অৰুনে সঁচাকৈ গহীন হৈ মাত লগালে, দীপক , তই বেয়া কাম কৰিছ। তই জানই যে লাহৰী ৰাভা আৰু অশোক এংগেজড্। বিয়া হবই। এনেকুৱা কথাত ঠাট্টা - তমাচা নচলে। ঠাট্টা-তামাচা কৰিব পাৰি যিবোৰ ক্ষেত্ৰত খেলিমেলি থাকে বা এৰি দিয়াৰ উদ্দেশ্য থাকে।

অৰুনে নিজৰ ভনীয়েক ৰাকা বৰুৱা আৰু দীপকৰ বিষয়ে কোনো পাতল মন্তব্য শুনিব নোখোজে কাৰণে তেনেকুৱা মন্তব্য ওলোৱাৰ বাট বন্ধ কৰিবলৈকে এইদৰে কলে। লগতে আৰু এটা কথা আছে- যিটোৰ বিষয়ে দীপকে একেবাৰে একো নাজানে। সেই কথাটোৰ কিবা ইংগিতো কথা-প্ৰসংগত ওলাই পৰিলে বেয়া হ'ব।

ঃ তোমাৰ সেইকণ জ্ঞান যে দীপকতকৈ বেছি, তাৰ বহুত প্ৰমাণ মই পাইছো। দীপকক বিশ্বাস কৰি একো কথা কব নোৱাৰি। সকলো কথাতে তাৰ পেংলাই। অশোকে সুবিধা পাই কৈ পেলালে।

Now to be serious - মানে মই সঁচাকৈ গুৰুত্ব দি সুধিছো - তোমালোকৰ, মানে মিচ লাহৰী ৰাভা আৰু তোমাৰ বিয়া সঁচাকৈয়ে ফাইনেল হৈ আছে নেকি? নিজৰ ভনীয়েকৰ স্বাৰ্থতে এই সুযোগতে কথাটো উলিয়াই লবলৈ অৰুন বৰুৱাই সুধিলে।

অশোক শৰ্মা গহীন হ'ল। আন এফালে চাই লাহে লাহে কলে ঃ এই বিষয়ত লুকাবলৈ একো নাই। অধ্যাপক ৰাভা মোৰ কিছুদিনৰ কাৰণে শিক্ষক আছিল দিল্লী য়ুনিবাৰ্চিটিত। সেইদৰেই লাহৰী ৰাভাৰ লগত মোৰ চিনাকি। স্বীকাৰ কৰো, আমাৰ মাজত বহু ৰুচি - অভিৰুচিৰ মিল আছে। কিন্তু বহুতত নায়ো। সঁচা কথা কবলৈ গলে, এই বিষয়ত কিবা এটা

ফাইনেল কৰিবলৈকে আজি কিছুদিনৰ আগতে এই দীপককে কৈছিলোঁ। অধ্যাপক ৰাভাক সুধি এই বিষয়ত তেখেতৰ মতামতটো মোৰ হৈ জানি আহিবলৈ। ই পিচে নোৱাৰিলে বা নকৰিলে। মই নিজে খুজি বিয়া কৰাব নোখোজোঁ। গতিকে কথাটো এৰি দিয়াৰ নিচিনা হোৱা নাই যদিও, ঠিক ধৰি আছো বুলিও কব নোৱাৰি। ঘৰৰ ডাঙৰ ল'ৰা কাৰণে মোৰ বিয়াও বেছি পলম কৰা টান।

ঃ কিয় মিচ ৰাভাই নিজে বাপেকক নোসোধে কিয়? অৰুন বৰুৱাৰ পুলিচ মাফিক প্ৰশ্ন।

ঃ সেইখিনিতে বিপদ হৈছে। তেওঁ নিজে সুধিব নোখোজে। সেই কাৰণেই মোৰ সন্দেহ হৈছে, তেওঁ হয়টো এই বিষয়ত সিমান চিৰিয়াচ নহয়। আৰু মই কৈয়েই পেলাওঁ, মই এনেকুৱা টাইপৰ মানুহ যে প্ৰেম - চুমা আদিৰে ছোৱালীৰ মন বগৰাই লবলৈ কোনোদিনে চেষ্টা কৰা নাই। সেইবিধত মোৰ বিস্বাস নাই।

ঃ দেটচ্ ট্ৰু। তুমি ডিফ্ৰেণ্ট টাইপ।

ঃ মিলিছে দেখিছোঁ। সিদিনা তুমি যে মোক তোমাৰ ঘৰলৈ লৈ গলা। চাহ খাওঁতে মিচ ৰাকাইও ঠিক একেটা কথাকে কলে।

ঃ কাহানি গৈছিলি? মইতো নাজানো। দীপকে আচৰিত হৈ সুধিলে। দীপকৰ বিশ্বাস যে ৰাকাই প্ৰতিদিনে প্ৰতিটো সৰুসৰু কথা দীপকক কয়। অশোক যে কেতিয়াবা গৈ অৰুনহঁতৰ ঘৰ পাবগৈ, ৰাকাৰ নিচিনা ছোৱালী এজনীয়ে যে অশোকৰ নিচিনা বেঙা এটাৰ লগত কথা পাতিব, সেই কথা দীপকৰ কল্পনাৰ অগোচৰ আছিল। অশোকৰ কথা শুনি, সেইকাৰণেই আচৰিত হল।

অৰুন বৰুৱা টেঙৰ মানুহ। এই কথাটোকে নোলাবৰ কাৰণে অৰুনে প্ৰথমেই এই আলোচনাৰ গতি ঘূৰাব খুজিছিল। কিন্তু ওলাল যি ওলালেই। আচলতে শান্ত-শিষ্ট অশোকৰ কথা দীপকৰ পৰা শুনি শুনি, এই শান্ত-শিষ্ট মানুহটোক ৰাকাৰ বৰ চাবৰ মন গৈছিল। মদ নোখোৱা, কোনো বেয়া অভ্যাস নথকা, অকলে বিৰাট ঘৰত থকা, বাহিৰা পইচাৰে এই বয়সতে ভাল ধনী হোৱা ডাঙৰ অফিচাৰ অশোক শৰ্মা লাহৰী ৰাভাৰ কাৰণে বৈ বৈ অতীষ্ঠ হৈ পৰিছে বুলি ৰাকাৰ বিশ্বাস। আৰু এনেকুৱা ল'ৰাক ৰাকাই নিজৰ সম্পত্তি বুলি গৰ্ব কৰাৰ সুবিধাকণ এৰি দিয়াটো যেন ৰাকাৰ কাৰণে নিজক দুৰ্বল বুলি পৰিচয় দিয়াৰে নামান্তৰ। ৰাকাই কোৱাৰ আগতেও অৰুনে ভাৱিছিল যে অশোকক এদিন সি ঘৰলৈ আনিব। দীপকৰ নিচিনা ডাংকোপ মৰা ফটুৱা মাতাল এটাতকৈ অশোকৰ নিচিনা ল'ৰা এটা ভনীয়েকলৈ ভাল হব বুলি তাৰ মনে ধৰিছিল। অৰুন বৰুৱাই নিজেও মদ খায়; গতিকে নিজৰ লগতে মদ খোৱা দীপকলৈ নিজৰ ভনীকেক সি বাৰু কেনেকৈ দিয়ে?

দীপকৰ প্ৰশ্নৰ উত্তৰ অশোকে দিবলৈ অৰুন নৰ'ল। লৰালৰিকৈ চিঞৰি দিলে ঃ ধেৎতেৰিকা। তহঁতৰ কি হৈছে? অশোক মোৰ ঘৰলৈ যোৱাৰ কথাটো তই গম নোপোৱাটো কিবা ডাঙৰ কাণ্ড হ'ল নেকি? নে অশোক এনেকুৱা এক পুৰুষ যে তেওঁৰ গতিবিধিৰ বিষয়ে সকলো খবৰ তই পাবই লাগিব? তাতকৈ দীপক তই এটা কাম কৰ। মোৰ ডি.এচ.পি. ৰ চাকৰিটোকে ল। তোৰ ৰুচিৰ লগত মিলিব দেখিছোঁ।

হামিদ থিয় হ'ল, মই যাওঁ ভাই। তহঁতে ব্যক্তিগত কথা পাতিবি আৰু মই বুৰ্বকৰ দৰে শুনি থাকিম? সেইটো নহব ভাই। চিয়েৰচ বুলি গিলাচৰ বাকীকণ মুখত ঢালি হামিদ যাবলৈ ওলাল।

ঃ ধেৎ ভাই ৰবা। সেইবোৰ কথা এৰিলো আমি। বহা বহা। অৰুনে জোৰকৈ হামিদক বহুৱাই দিলে।

ইনকমটেক্স অফিচাৰ হামিদ, পদাৰ্থবিদ্যাৰ শিক্ষক দীপক, ডি-এচ-পি অৰুন, এক্‌জিকিউটিভ ইঞ্জীনিয়াৰ অশোক, চাৰিওটাই অশোকৰ ঘৰতে দেওবাৰে আবেলি তাচ খেলে সাধাৰণতে। নামতহে তাচ খেলা হয়। আচলতে মদ খোৱা আৰু কথা পতা হয়। মদ সাধাৰণতে সন্ধিয়াৰ পিচত খোৱাৰে প্ৰায়বোৰ মানুহৰ অভ্যাস। অৰুনহঁতে কিন্তু আবেলিতে আৰম্ভ

কৰে। কাৰণ হামিদ আৰু অৰন ঘৰলৈ যাওঁতে মদ নোখোৱাৰ নিচিনা হৈ যোৱাৰ প্ৰয়োজন আছে। বাপেকৰ বয়সী বুঢ়া লগত থকা হামিদৰ ঘৰত 'মদ' শব্দটোৱেই নিষিদ্ধ। অৰন বৰুৱাই ও আজিলৈকে ঘৰত নিজে মদ খোৱাৰ কথা বাকাৰ বাহিৰে কাকো জানিবলৈ দিব পৰা নাই। অৰনৰ মাকক ধৰি অৰনহঁতৰ ঘৰখনত বাপেক এক আচৰিত প্ৰাণী। চাহাবী পৰিবেশৰ সেই ঘৰখনত অৰনৰ বাপেক এতিয়াও চুৰিয়া পিন্ধা হজুৰা, মদ বুলিলে ভয় খোৱা 'গাৱঁলীয়া' মুৰ্গী নোখোৱা 'অন্ধবিশ্বাসী' বামুণ। সিঁহতৰ ঘৰখনৰ চাহাবী পৰিবেশটো অৰনৰ মাকৰ কীৰ্তি ; মাক [illegible] চাহাবী [illegible] কাওঁতে [illegible] ধনেৰে ধনী বৰকেৰেণীৰ জীয়েক। অৰনৰ বাপেক আগেয়ে কেৰেণী আছিল; কিন্তু অৱসৰ লওঁতে ডেপুটি চেক্ৰেটেৰী হৈ হে লৈছে। বোধকৰো আগেয়ে কেৰেণী থকা কাৰণেই মানুহজনৰ বহুত "গাৱঁলীয়া" বুলি অৰনহতে ইহা দোষ থাকি গ'ল। সেই কথাই অৱশ্যে অৰনহঁতক বৰ দিগদাৰ নকৰে ; কাৰণ সিঁহতৰ ঘৰখন মাকক কেন্দ্ৰ কৰিহে চলে, বাপেকক কেন্দ্ৰ কৰি নহয়। সকলোতে মাকৰ কথাই ৰজে । তথাপি সেই নিৰীহ বাপেকটোৰ আগত মদ খাই ওলাবলৈ অৰনৰ লাজ লাগে। গতিকে সিহঁতে আবেলিতে আৰম্ভ কৰি সন্ধিয়া সাত-আঠ বজাত শেষ কৰে আৰু তিনিঘণ্টামান আড্ডা মাৰি বা ফুৰি - চাকি গোন্ধ মাৰি দহ এঘাৰ বজাত ঘৰ সোমায়গৈ। ইয়াৰ যে ব্যতিক্ৰম হোৱা না[illegible] নহয়। হৈছে। কিন্তু নিয়ম সিহঁতৰ আবেলিতে আৰম্ভ কৰাহে। অশোক চাকৰি পাই গুৱাহাটীলৈ অহাৰ আগলৈকে [illegible] হতৰ আড্ডাৰ সুবিধা থকা ঠাই এটুকুৰা পোৱাৰ বৰ অসুবিধা হৈছিল। এতিয়া সেই অসুবিধা গুচিল। এটা কথাত [illegible] দিগদা[illegible] লাগে। অশোকে মদ নাখায়, নোচোৱেই। সেই মানুহটোৰ ঘৰত সদায় অত্যাচাৰ কৰি বেয়া লাগে। [illegible] চাহ খাই খাই তিনিটা মদপীৰ লগত কথা পাতে। মদ নাখালে কি হ'ল ? অৰনৰমতে অশোক সঁচাকৈয়ে ভাল ল'ৰা। সি নিজে মদ নাখায়। কিন্তু খোৱা বন্ধুকো সি ঘিণ নকৰে। কেৱল কৈ থৈছে যে তাৰ মাক আহিলে কিন্তু তাৰ ঘৰত খোৱা নচলিব। সেইটো স্বাভাৱিক কথা। তেতিয়া আকৌ নৈৰ পাৰত গাড়ী ৰাখি খাব লাগিব। বিপদ হৈছে, চাকৰিটোৰ কাৰণে অৰন বৰুৱাই যতে-ততে মদ খাব নোৱাৰে। গতিকে, তাৰ কাৰণে অশোকৰ ঘৰতকৈ ভাল ঠাই গুৱাহাটীত নাই।

হামিদৰ আচলতে মনটোও ভাল লগা নাই। মদ শেষ হ'ল। চাৰিটা মানুহৰ ভিতৰত বটল এটা কিমান সময় খাব পাৰি ? নিচাৰ ইপিনে নটোও হোৱা নাই। লৰালৰিকৈ খাই দিয়া হ'লে অলপ হ'লহেতেন কিন্তু মাল কম বুলি লাহে লাহে খাই থকা হ'ল। ইপিনে ইহঁতে ইমান চিৰিয়াচ কথা পাতিবলৈ ললে যে ইমান পৰে চেচাপানী খাই থকাৰ নিচিনাহে হ'ল। হামিদে আপত্তিৰ সুৰত সুধিলে ঃ আৰু মাল নাহিব নেকি আজি, অৰন ?

আজি মদ অনাৰ পাল আছিল অৰন বৰুৱাৰ। অৰনে কলেঃ আজি মোৰ কাম আছে ভাই। সোনকালে যাব লাগিব কাৰণেই কমকৈ আনিলো। বৰ কম হৈ গল পিচে।

ঃ আজি আৰু নালাগে খাব। ময়ো অলপ ওলাই যাম বুলি ভাবিছোঁ। অৱশ্যে মই ওলাই যোৱাৰ পাচত তঁহতে খাব পাৰিবিহঁক। অৰনে একো নভবাকৈ আকৌ কলে।

ঃ তই কলৈ যাবি অৰন ? অফিচলৈ ? - দীপকৰ জানিবৰ মন গ'ল।

ঃ নহয় অ', ইউনিৱাৰ্চিটিত ডিউটি আছে। বলহঁত নহ'লে মোৰ তাত বেছি সময় নহয়। তাৰ পৰা আহি আজি আকৌ এবাৰ বহা যাব।

ঃ ইউনিবাৰ্চিটিত কি কৰিমগৈ ? লোকৰ ডেকা ডেকা ল'ৰা-ছোৱালীৰ মাজত প্ৰেমানিভয় চাই মনটো বেয়া লগালেহে হ'ব। বল নহলে, তঁহতৰ ভাল লগা কাম এটাকে কৰো। এটাইকিটা অধ্যাপক ৰাভাৰ ঘৰলৈকে যাও। ইউনিবাৰ্চিটিৰ পৰা ঘূৰি আহোতে অৰনে আমাক লৈ আহিবি।

দীপকে হঠাৎ মনত পৰি কলে ঃ আজিতো অধ্যাপক ৰাভাক পোৱা নাযাব। ইউনিবাৰ্চিটিত ভাৰতৰ ঐতিহ্য সম্পৰ্কে হোৱা বক্তৃতাৰ শেষৰটো তেখেতে আজি দিব - ৰবা', মোৰ জেপতে আছে কাগজখন - এয়া ভাৰতৰ বিভিন্ন ঠাইৰ

**পণ্ডিতবোৰৰ নাম। আৰু এয়া আজি আমাৰ ৰাভাই কব এই বিষয়ে - "বেদিক স্পিৰিচ্যুবেলিজম ইজ দি গ্রেটেষ্ট ইণ্ডিয়ান কন্ট্রিবিউশ্যন টু মেনকাইণ্ড।"**

**ঃ "বৈদিক অধ্যাত্মবাদ মানব সমাজলৈ ভাৰতৰ শ্রেষ্ঠতম অৱদান " বুলি অধ্যাপক ৰাভাই কেনেকৈ কব মই বুজি পোৱা নাই। তেখেতে দেখোন সদায় অধ্যাত্মবাদৰ বিৰুদ্ধেই কৈ থাকে। অধ্যাপক ৰাভাক দেখিছো এই গুৱাহাটীৰে মানুহবোৰে পাগল কৰিব। ল'ৰাবোৰেই অধ্যাপক ৰাভাক মাতে অধ্যাত্মবাদৰ সপক্ষে কবলৈ, আৰু ইউনিবাৰ্চিটিৰ ডেকা শিক্ষকসোপায়ো একেটাকে কৰে। তাত গৈ অধ্যাপক ৰাভাই আৰম্ভ কৰে অধ্যাত্মবাদৰ বিপক্ষে আৰু পিচৰ পৰা বদমাইচবোৰে মেকুৰী চিএঞৰ মাৰি জোকায়।** অশোকৰ কথাত সমবেদনাৰ সুৰ আৰু ক্ষোভ মিহলি হৈ আছিল।

ঃ গ্ৰেণ্ড আইডিয়া। আজি অধ্যাপক ৰাভাৰ লেকচাৰকে শুনোগৈ আমি । ভাল ফূৰ্তি হব। লাহৰী ৰাভাতো যাবই বাপেকৰ লগত........। দীপক থিয় হলেই।

ঃ ধেৎ ভাই, আমনি লাগিব। লাহৰী ৰাভা মোৰ কাৰণে আগদিনা খোলা চৌদাপানীৰ বটল। কামত নহা বস্তু হামিদৰ আপত্তি।

ঃ আমনি লাগিলে গুচি আহিম । আৰু ভালকৈ জমে যদি থাকিম অলপ সময়। বলহঁক।

ঃ বলহঁক। মোৰ পলম হৈ যাব। অৱনে লৰালৰি কৰিলে।

ঃ বল অশোক। দীপকে অশোকক হাতত ধৰি থিয় কৰাই দি কলেঃ তোক অশোক আজিকালি অধ্যাপকে দেখিবই নোৱাৰে যেন পাইছো? দীপকে মিছাকৈ ৰগৰ কৰিবলৈ কলে।

ঃ কিয়?

ঃ সিদিনা তোৰ কথা সোধোতে মোক কলে ' সেই স্কাউণ্ড্ৰেলটোৰ কথা মোক নকবা।' এনেয়ে সাজি কলে দীপকে।

হঠাৎ অশোক শৰ্মা খঙত ৰঙা পৰিল। দীপকলৈ চাই খঙেৰে কলে ঃ অধ্যাপক চধ্যাপক মই নাজানো। কাটি নৈত উটুৱাই দিম বাপেকে। হি ডাজ নট হেভ্ এনি ৰাইট টু কল মি এ স্কাউনড্ৰেল। মইতো তেওঁৰ চাকৰ নহয়। আচল কথাটো কি জান? আচলতে সিদিনা মোক কৈছিল ক'ৰবাৰপৰা কিবা পুৰণি পুথি এখন আনিবলৈ মোৰ গাড়ীতে তেওঁক লৈ যাবলৈ। মই কাম আছে বুলি কলো। জীয়েকে আকৌ মোক কয়হি মই হেনো দেউতাকৰ খং উঠা কথা কোৱা অনুচিত। এইবোৰ বহিবলৈ পালে শুবলৈ বিচৰা মানুহ। শিলভঙা মেচিনত গুৰি কৰি পেলাম বাপেকে। মোৰ খং চিনি পোৱা নাই। মই যথেষ্ট সহ্য কৰিছো সিহঁত বাপেক-জীয়েকক। জানা অৱন, লাহৰী ৰাভাই মোক কয় মই বোলে ৰাকা বৰুৱাৰ নিচিনা সস্তীয়া ছোৱালীৰ ঘৰলৈ যোৱাটো মোৰ অধঃপতনৰ চিন। কিয় শুনিম মই সিঁহতৰ কথা। সিঁহতক মই..............। খঙত অশোকৰ মুখৰ পৰা কথা নোলোৱা হ'ল।

হামিদে চিএঞৰি দিলে ঃ আকৌ তহঁত ব্যক্তিগত কথালৈ নামিলিহঁক।

এটাইকিটা গৈ অৱনৰ জীপগাড়ীত উঠালৈকে কোনেও একো কথা নকলে। অশোকে খঙতে কোৱা কথাখিনি শুনি অৱনে ভাল পালে। এতিয়া সি ভনীয়েক ৰাকাক গ্ৰীন চিগণেল দিব পাৰে। ৰাকাৰ কাৰণে ভাল হ'ব অশোক। সঁচাকৈয়ে ভাল ল'ৰাটো।

অশোকৰ খং এনেয়ে উঠা নাছিল। আজি প্ৰায় দহ দিন সি অধ্যাপক ৰাভাৰ ঘৰলৈ যোৱা নাই ; সেই কথা দীপকহঁতে নাজানে। দীপকে এনেয়ে অশোকক জোকাবলৈহে তাক ৰাভাই স্কাউণ্ড্ৰেল বোলা বুলি কৈছিল। কিন্তু অশোকৰ নিজৰ মনত সন্দেহ হয় যে অধ্যাপক ৰাভাৰ ঘৰৰ লগত তাৰ সম্বন্ধ শেষ। কথাটো মনত পৰিলেও তাৰ দুখ লাগে। বহুত দিনৰ চিনাকি এটা, বহুত আশা, বহুত আশাৰ কাৰেং চুৰমাৰ হৈ গ'ল। অশোকে কাকো আচল কথাটো কোৱা নাই। আনকি মাকৰ চকুৰ পানীকো

উপেক্ষা কৰি সি লাহৰীক বিয়া কৰাব খুজিছিল। সেইজনী লাহৰীৰ বিৰুদ্ধে কাক কি ক'ব সি? তাৰ নাকটো ক'ত থাকিব?

ঘটনাটো আছিল এনেকুৱা। আজি পূৰা দহদিনৰ আগতে, ১৯৭১ চনৰ জুলাই মাহৰ দুই তাৰিখে সি সাধাৰণতে যোৱাদি অধ্যাপক ৰাভাৰ ঘৰলৈ গৈছিল। অধ্যাপকৰ সৈতে কথা পতাৰ প্ৰশ্নই নুঠে, সেই মানুহটোক অশোকৰ আগনি লাগি আহিছিল। অশোকে গৈ লাহৰীৰ লগতে কথা পাতি আছিল, দদায়েক বিনোদ ৰাভাৰ ঘৰ সুধিছিল, ঘিটিৰা বেজৰ কথা সুধিছিল। কেতিয়া বিনোদ ৰাভাই গৈ ককায়েকক কি লগালেগৈ অশোকে নাজানে। লাহৰীৰ বাৰত যোৱা পৰৰা এ সৰু মাৰি অশোকে এৰুৱাই দিওঁতেই কিবা যমদূতৰ দৰে হাজিৰ হ'লহি অধ্যাপক ৰাভা আৰু বিনোদ ৰাভা। ইমান শিক্ষিত মানুহ এজনে কি হৈছে বুলি কথাটো বুজি লোৱাৰ প্ৰশ্নও নকৰিলে। কেৱল মাথো অশোকক বকি গ'ল ঃ কি দৰকাৰ তুমি লাহৰীৰ লগত অনবৰত ফিচ্ ফিচ্কৈ কথা পাতি থকাৰ? মোৰ আজলী ছোৱালীজনীক তুমি এক্সপ্লইট কৰিব খুজিছা। মই চব দেখি আছো। তুমি এতিয়াই ওলাই যোৱা ......ইত্যাদি। অশোকে অবাক হৈ দেখুৱাবলৈও সময় নাপালে। বিনোদ ৰাভাই কলে যে গাভৰু ছোৱালীৰ লগত এনেকৈ কথা পাতি থকাটো বেয়া দেখি। আপোনাৰ দৰকাৰ আছে ককাইদেউৰ ওচৰত বহিব। ভিতৰলৈ কিয় আহে? ঘিটিৰা বেজে চকু ৰঙা কৰি কলে যে এইবোৰ বদমাইচ মানুহৰ যোগেদিয়েই অপদেৱতাই ঘৰত বাহ লয়হি। বাহিৰ কৰি দিব লাগে এইবোৰ। পেন্ট-কোট পিন্ধি চাহাব হৈ ছলিবলৈ আহিছে? ঠেং ভাঙি দিব লাগে। বিনোদ ৰাভাই ভটিজাকক অশোকৰ আগতে খঙেৰে সুধিলে ঃ তই এনেকুৱা মানুহক কিয় আসে দিয় লাহৰী? তইতো নিজে এজনী পঢ়া - শুনা গাভৰু ছোৱালী। তাৰ উত্তৰত লাহৰী ৰাভাই অকণো নোৰোৱাকৈ কলেঃ মই কি কৰিম? দেউতাই এইবোৰ মানুহ গোটাই লৈ মোক অভ্যৰ্থনা কৰিবলৈ দি নিজে পঢ়া কোঠাত সোমাই থাকে। সকলোকে আহিলেই কথা পাতিবলৈ লগ দিয়াৰ ভাৰ পৰে মোৰ ওপৰত। মইতো কাকো বিচাৰি অনা নাই। কাকো নিবিচাৰোও মই। কৈ কৈ লাহৰীয়ে কান্দি দিলে। তাৰ পাচত আৰু তাত ৰৈ থাকিব নোৱাৰি। শৰীৰত শক্তি থকা মতগজ মানুহ অশোক। ইচ্ছা হৈছিল এটাইকিটাকে কাপোৰ থোকোচাদি থুকুচি পেলাওঁ। হাতৰ মুঠি টান হৈ আহিছিল। কিন্তু এটা কেলেংকাৰীৰ ভয়ত সি সেইদিনা মেকুৰী অহাদি গুচি আহিছিল। তাৰ পাচতে সি গৈছিল অৰুনহঁতৰ ঘৰলৈ। ৰাকাক ভাল লাগিছিল। ৰাকাই প্ৰথম দিনাই তাক কৈছিল - ৰাকাক লগ পোৱাৰ কথা দীপকক নকবলৈ। কৈছিল - দীপক বোলে বৰ বেছি চাছ্ পিচাচ -সন্দেহবাদী। ৰাকাৰ কথা অশোকে ৰাখিছে। আৰু সঁচা কথা ক'বলৈ হ'লে. অশোকৰ এটা সন্দেহ আছে যে দীপকে অধ্যাপকৰ ঘৰলৈ অহা-যোৱা কৰাৰ পাচৰপৰাই তাৰ ওপৰত অধ্যাপক আৰু লাহৰী উভয়ৰে মনোভাৱ সলনি হৈছে। লাহৰীয়ে কেৱাদিনো অশোকৰ আগত দীপকক প্ৰশংসা কৰিছিল। সঁচা কথা যে অশোকেই দীপকক তালৈ পঠাইছিল। কিন্তু কি কাৰণে পঠাইছিল? বন্ধুক প্ৰতাৰণা কৰিবলৈ? অশোকে কেতিয়াবা কিবা হোৰ তুলিলেও অধ্যাপক ৰাভা আৰু লাহৰীৰ ওপৰত তোলাৰ কথাই ভাবি আছে। কিন্তু কেতিয়াবা যদি সি বিশ্বাসযোগ্য হিচাপে গম পায় যে দীপকে লাহৰীৰ লগত দুদিনমান খেলিবলৈ তাৰ পথ নিষ্কণ্টক কৰি লৈছিল, তেন্তে সি সেইদিনা সকলোকে বাদ দি দীপকক শেষ কৰি দিব।

দীপক বৰঠাকুৰৰ বিষয়ে একমাত্ৰ অৰুন বৰুৱাৰ বাহিৰে বাকীকিটাই একো নাজানে বুলি কব পাৰি। আজি তিনি বছৰৰ কটন কলেজৰ লেক্‌চাৰাৰ হোৱাৰ আগলৈকে ভদ্ৰ সমাজত যে দীপক বৰঠাকুৰৰ স্থান নাছিল, এই কথা গুৱাহাটীৰ পুৰণি বাসিন্দা প্ৰায় সকলোৱে জানে। দীপকৰ বাপেক প্ৰতাপ বৰ ঠাকুৰো কম আচৰিত মানুহ নহয়। বি-এ পাছ কৰাৰ পিচত মহাহিন্দু সংঘ নামৰ এচা সৰ্বভাৰতীয় অনুষ্ঠানত সোমাই প্ৰতাপ বৰঠাকুৰ চাহ বাগিচাৰ সমবায় সমিতি খুলি তাৰ চেক্ৰেটাৰী হ'ল। এবছৰৰ ভিতৰতে তিনিলাখ টকা সমবায় সমিতিৰ লোকচান হ'ল। মোকৰ্দমা চলিল। মানুহে কোৱা মতে এজন প্ৰধান সাক্ষীক বিহ খুৱাই হত্যা কৰি পুলিচ আদিক একলাখ মান টকা খুৱাই প্ৰতাপ বৰঠাকুৰ নিদোষী বুলি কাছাৰীত প্ৰমাণিত হ'ল। তাৰ পাচত কাশীত এম-এ পাছ কৰি আহি প্ৰতাপ বৰঠাকুৰ অধ্যাপক হ'ল আৰু চাৰি বছৰমানৰ ভিতৰতে থিচিচ লিখি ডক্টৰেট হ'ল। তাৰ পাচৰপৰাই ডঃ প্ৰতাপ বৰঠাকুৰ গুৱাহাটীত প্ৰতিষ্ঠিত হ'ল। মানুহে কোৱা মতে প্ৰতাপ বৰঠাকুৰৰ মন্ত্ৰীৰ লগত ভাল আৰু সেই মন্ত্ৰীৰ গুৰিলৈ ব্যৱসায়ীক নি কাম আদায় কৰি দিও বৰঠাকুৰে টকা ঘটে। এটা কথা

সঁচা যে বাৰীয়ে , গাড়ীয়ে-মটৰে , বৰঠাকুৰ তেওঁৰ স্তৰৰ আন অধ্যপকতৈ বহুত চহকী।

দীপক হ'ল প্ৰতাপ বৰঠাকুৰৰ বৰ ল'ৰা। পঢ়া-শুনাত দীপক সৰুতে বৰ বেয়া আছিল। কলেজত মূৰ সুমাইছিলি উনৈশ বছৰমান বয়সতহে। কলেজত নাম লগোৱাৰ আগলৈকে দীপকক স্থানীয় মানুহে গুণ্ডা বুলি জানিছিল। মাৰ-পিট, মদ-ভাং, মানুহৰ পৰা জোৰ কৰি পইচা নি গালি পৰা, আদি সকলোতে দীপক পাকৈত আছিল। কলেজৰ ছাত্ৰ হৈয়ো সি কিবা এক সুবিধাত 'স্বাধীন অসম' নামেৰে সক্ৰিয় এটা গুপ্ত দলৰ সদস্য হ'ল। এবাৰ অনাঅসমীয়া বহিষ্কাৰৰ কাৰণে এই দলে মনে মনে কৰা অভিযানত দীপকে বোলে সৰু শিশুকে ধৰি প্ৰায় ত্ৰিশটা জীৱন নিজ হাতেৰে শেষ কৰিলে। দীপকক পুলিচে ধৰিলে। জামিনত এৰি দিবলৈ পুলিচ অমান্তি হ'ল। পুলিচে খবৰ কৰি খেদি খেদি উলিয়ালেগৈ যে উত্তৰ গুৱাহাটীৰ এটা পাহাৰৰ গুহাত থকা কালী মূৰ্তিৰ আগত শপত খাই এই স্বাধীন অসম দলৰ সভ্য হ'ব লাগে। কালী গোসানীয়ে সময়ে সময়ে দিয়া নিৰ্দেশ মতে এই দলটোৱে অনা-অসমীয়াক হত্যা কৰি ভগৱতীৰ তৃষ্ণা নিবাৰণ কৰে। এই দেৱীক ফাকি দিলে বা প্ৰতাৰণা কৰিলে যি কোনো সদস্য ততালিকে দেৱীৰ বলি হৈ পৰে। এবাৰ এটা ডকাইতিত পোৱা ধন ফাকি দি দলপতিয়ে বেছিকৈ লোৱাটো ধৰা পৰাৰ পাচত বোলে দীপকে নিজে সেই দলপতিক কালী গোসানীৰ আগত বলি দি নিজে দলপতি হ'ল। সেই কালী গোসানীৰ গুহালৈ পুলিচে দীপকক হাত-কেৰেয়া লগাই লৈ গৈছিল। তাত থকা কালী মূৰ্তিক এটা পুলিচে লাঠিৰে টুকুৰীয়াই চাব খোজা দেখি হাত-কেৰেয়া লগোৱা অৱস্থাতে দীপকে সিংহমূৰ্তি ধৰি গৰজি কৈছিলঃ খবৰদাৰ, বন্ধা হাতেৰেই তোৰ মূৰ ছিঙি দিম। ইন্সপেক্টৰে ধমক দিলত দীপকে একেদৰে গৰজি কৈছিল ঃ মোক তহঁতে মাৰ-কাট যি কৰিব খুজিছ কৰহঁক, কিন্তু মোৰ উপাস্য দেৱী ভগৱতীক মোৰ আগতে তহঁতে অসন্মান কৰিলে মই এই অৱস্থাৰে তহঁতৰ মূৰ ছিঙিম। মোৰ ভগৱতী কালী, কালীৰ পীঠস্থান এই অসম দেশ, কালীৰ নিৰ্দেশত এই পীঠস্থানক পবিত্ৰ ৰখাৰ কাৰণে আমাৰ যিকাম এই সকলোবোৰৰ বিষয়ে তহঁতৰ আগত মই একো কৰি লুকুৱা নাই। কালীয়ে আদেশ দিছে নুলুকাবলৈ। তহঁতে সমাজতন্ত্ৰৰ নাম লৈ ভাৰতৰ পৰা ধৰ্ম আৰু দেৱ-দেৱী আঁতৰাই কমিউনিষ্ট কৰি, এই পবিত্ৰ দেশক অপবিত্ৰ কৰিব খুজিছহঁক। ভাৰতক তহঁতে যি কৰিব খোজ কৰি থাক। অসমত কিন্তু হাত নিদিবি। এনেকুৱা আবেগময়ী, ধৰ্মপ্ৰাণ, কালীভক্তিপূৰ্ণ, অসম-প্ৰেমী বক্তৃতা দীপকে কাছাৰীতো দিলে। আচৰিত কথা যে পুলিচ বিভাগ, বিচাৰ বিভাগ আৰু সংবাদপত্ৰতো দীপকক সমৰ্থন কৰা বহুত মানুহ ওলাল। সংবাদপত্ৰৰ খবৰত অসমপ্ৰাণ দীপক ববৰঠাকুৰ বীৰ দীপক হৈ পৰিল। ডঃ প্ৰতাপ বৰঠাকুৰৰ অৱশ্যে বহুত পইচা খৰচ হ'ল। কিন্তু প্ৰায় ছমাহৰ মূৰত দীপকে নিৰ্দোষী বুলি খালাচ পোৱাৰ উপৰিও অসম - প্ৰেমী ধৰ্মপ্ৰাণ বীৰ বুলি নামো কিনিলে। ইয়াৰ পাচতো বিদেশী খেদোৱা অভিযানত দীপকে দুবাৰ বহুত মানুহক আহত আৰু নিহত কৰা বুলি মানুহে কুৱা-কুই কৰে। কিন্তু তাৰ প্ৰমাণ একো নাই। প্ৰমাণ নাথাকিলেও দীপক অসমত জনাজাত। দীপকে খং কৰিলে একে চৰে মূৰ ছিঙি দিব পাৰে। দীপকৰ আশ্ৰয়ত থাকিলে গুৱাহাটীত কাকো ভয় কৰাৰ প্ৰয়োজন নাই। দীপকে মাজবাটত চিটিবাছ ৰখায় ড্ৰাইভাৰক চৰিয়ায়, চিনেমা-খেলা আদি ক'তো টিকট কিনিব নালাগে। দীপকৰ এটা বৈশিষ্ট্যৰ কথা দীপকৰ লগত ফুৰাবোৰে জানে। কোনোবা মন্দিৰৰ ওচৰেদি যাওঁতে, বিশেষকৈ কামাখ্যা বা আন কালী মন্দিৰৰ ওচৰেদি যাওঁতে, দীপকে গাড়ীত গলেও গাড়ীৰপৰা নামি প্ৰণাম কৰি মন্ত্ৰ মাতিহে পুনৰ যায়। তাৰ এনেকুৱা ভক্তিক কোনো বন্ধু বা আন মানুহে তিৰস্কাৰ বা উপলুঙা কৰিবলৈ সাহ নকৰে।

জেলৰপৰা ওলোৱাৰ পাচত দীপকে বোম্বেত গৈ পুনৰ কলেজত নাম লগালে আৰু দীপকৰ মতে, সি তেতিয়াই চাকৰিত নোসোমাই ভগৱতীৰ নিৰ্দেশ মতেই আমেৰিকাত এবছৰ ফুৰি আহিলগৈ। বাপেকৰ খৰচত। দীপকৰ ভগৱতীৰ প্ৰতি ভক্তি অদ্ভুত ধৰণৰ। ভাগৱতীৰ নিৰ্দেশ মতেই সি মদ খায়, যিকোনো মাংস খায় আৰু সকলো কাম কৰে। সি ভগৱতীক বিচাৰিয়েই পদাৰ্থবিদ্যা পঢ়িছিল আৰু তাৰ বিশ্বাস যে সকলো পদাৰ্থৰ মাজত থকা বিদ্যুৎ- শক্তি ভগৱতীৰে প্ৰকাশ। তাৰ মতে Matter without motion যেনেকৈ অসম্ভৱ, সেইদৰেই Creation without Goddess Kali

অসম্ভৱ। সেইকাৰণেই সি অধ্যাপক ৰাভাই কালী গোসানীৰ পূজাৰ বিপক্ষে কওঁতে সহ্য কৰিব পৰা নাছিল। তাৰ মতে, সেই কথা উচ্চাৰণ কৰাৰ লগে লগে অধ্যাপক ৰাভাৰ মূৰটো ছিগি পৰিব লাগিছিল। সেই দিনা সি কালী গোসানীৰ আগত আঠু লৈ অধ্যাপকক অক্ষত অৱস্থাত এৰি অহা দোষৰ কাৰণে ক্ষমা প্ৰাৰ্থনা কৰিছিল।

দীপকৰ কোঠাটোত বিছনাৰ মূৰৰ ফালে ফুলে-প্ৰদীপে শোভিত কালীৰ মূৰ্তি এটা বহু বোলে ৰাখিছে। এই কালী মূৰ্তিয়েই আগেয়ে উত্তৰ গুৱাহাটীৰ পৰ্বতৰ গুহাত আছিল। আৰু জেলৰপৰা অহাৰ পাচতে সি সেই মূৰ্তি আনি ঘৰত স্থাপন কৰিছিল। কমিউনিষ্ট বিৰোধী মনোভাৱৰ কাৰণেও দীপক বহুতৰ প্ৰিয়।

আজিৰ দিনত পদাৰ্থ বিজ্ঞানত এম-এ পাছ কৰা আৰু আমেৰিকা যুক্তৰাষ্ট্ৰতো এবছৰ থাকি অহা দীপক বৰঠাকুৰৰ এই কালীভক্তি বহুত বন্ধুৰ আচহুৱা লাগে। কিন্তু সেই বিষয়ে কিবা কথা তুলিলেই দীপক ইমান আঘাট পোৱাৰ নিচিনা হয় আৰু বিৰক্ত হয় যে সেই বিষয়ে তাৰ কোনো বন্ধু-বান্ধৱে তাক একো নোসোধে।

ওৰে বাটটো কেতিয়া শেষ হ'ল অশোকে নাজানে। যেতিয়া সি কব পাৰে, তেতিয়া সি দীপকহঁতৰ লগত বক্তৃতাৰ শ্ৰোতাবোৰৰ একেবাৰে শেষত আছিল। সকলো শ্ৰোতাকে এফালৰপৰা চাই অশোকে বুজিলে যে লাহৰী ৰাভা অহা নাই। দীপকে অৱনক এবাৰ কলে ঃ আজি বোলে অধ্যাপক ৰাভাক বহুবা তুলিবলৈকে লেকচাৰ শুনিবলৈ বহুত ল'ৰা আহিছে। পাপাই কলে বোলে কেবাজনো প্ৰফেচাৰে পিচত থাকি ৰং চাবলৈ লগাই দিছে। সেই আলোচনাত অৱনহঁতৰ লগত যোগ দিয়াৰ ইচ্ছা অশোকৰ নাছিল। তাৰ আগ্ৰহো নাছিল সেইবোৰ কথালৈ।

অধ্যাপক ৰাভাৰ মাতটো মানুহটোৰ দৰেই ডাঙৰ, পৰিষ্কাৰ আৰু গৰ্গৰীয়া। গুৰু-গম্ভীৰ স্বৰেৰে অধ্যাপকে যেতিয়া কবলৈ আৰম্ভ কৰে তেতিয়া অশোকহঁত বাহিৰতে আছিল। তাৰ পিচতহে বহিছিলগৈ। অধ্যাপক ৰাভাই কৈ গৈছিল —

ঃ বৈদিক অধ্যাত্মবাদ মানৱজাতিলৈ ভাৰতৰ শ্ৰেষ্ঠতম অৱদান নামৰ এটা বিষয়ত মোক কবলৈ নিমন্ত্ৰণ কৰাটোৱে নিশ্চয় নুবুজায় যে সেই বিষয়ৰ সপক্ষেই মই কব লাগিব। কাৰণ মোক নিমন্ত্ৰণ কৰা সকলৰ মই ভাৰাতীয়া সাক্ষী নহয় যে মই তেওঁলোকৰ সপক্ষে কবই লাগিব। অৱশ্যে বিপক্ষে কবলৈহে আহিছোঁ বুলি ধৰি ললেও ভুল হব। কাৰণ, মই আজি কম ভাৰতত অধ্যাত্মবাদৰ ক্ৰমবিকাশ সম্বন্ধে আৰু সমাজৰ কোনটো স্তৰত ইয়াৰ জন্ম হৈ সেই সময়ৰ ৰাজশক্তিৰ পৃষ্ঠপোষকতা পাই ঠন ধৰি উঠিল - তাৰ বিষয়ে।

ভাৰতীয় অধ্যাত্মবাদ সম্বন্ধে ভাৰতত যেনেকৈ এটা অকাৰণ, অবুজ মোহ দেখা যায়, ভাৰতৰ বাহিৰতো তেনেকৈ এই দেশৰ অধ্যাত্মবাদক খুব উচ্চ আসন দিয়া দেখা যায়। আমাৰ পণ্ডিতসকলে যদি আগতেই মন কৰিলেহেঁতেন যে ভাৰতক শোষণ কৰাত আত্ম নিয়োগ কৰা বৃটিছবোৰেই ভাৰতীয় অধ্যাত্মবাদৰ আগৰণুৱা পুৰোহিত তেন্তে সহজেই বুজিব পাৰিলেহেঁতেন যে শোষণত সুবিধা হোৱাৰ কিবা সন্ধান পায়েই বৃটিছে ভাৰতীয় অধ্যাত্মবাদক প্ৰশংসা কৰিছে। কিন্তু সেই দৃষ্টিভংগী থকা ভাৰতীয় প্ৰায় নোলালেই। আজিও, এই ভাৰতত কোটিপতিয়ে সজা ধৰ্মমন্দিৰত ভগৱানক ভাগ্য ভিক্ষা কৰা দুখীয়াই কোটিপতিৰ মন্দিৰ সজাৰ ধন বিচাৰি মূৰ নঘমায়। ফলস্বৰূপে বিদেশী বিদগ্ধ পণ্ডিত আৰু সেইবিলাকৰ চিন্তাকে কুকিয়াই পণ্ডিত হোৱা ভাৰতীয়ই আজিও অধ্যাত্মবাদৰ জয়ঢোলকে বান্দৰৰ দৰে কোবাই আছে। ইয়াৰ মাজৰ পৰা সত্যক উদ্ধাৰ কৰিবলৈ যাওঁতে কিছু অপ্ৰিয় কথা কব লগা হব পাৰে। কোনোবাই আঘাত পালে মই নিৰুপায়।

বৈদিক যুগৰ অৱদানৰ আলোচনাত নমাৰ আগতে কেইটামান সাধাৰণ কথা মনত ৰখা প্ৰয়োজন। যেনে ঃ-

(ক) আধা- জন্তু অৱস্থাৰপৰা মানুহে কেইলাখমান বছৰৰ প্ৰচেষ্টাৰ মূলত সভ্যতাৰ সীমা ছুলেহি। সকলো মানুহৰে আদি সম্বন্ধে এই কথা সত্য। আৰ্যসকলো তাৰ বাহিৰত নহয়।

(খ) মানৱ সমাজৰ বিকাশৰ ধাৰাক বহলকৈ তিনি ভাগত ভগাব পাৰি। ঃ (১)আদিম প্ৰাক্-বিভক্ত সমাজ, (২) বৰ্তমানৰ শ্ৰেণীবিভক্ত সমাজ; (৩) সমাজগত শ্ৰেণীহীন সমাজ। প্ৰায় দুহেজাৰ বা ততোধিক বছৰ ধৰি মুখে মুখে ৰচিত

হোৱা বৈদিক সাহিত্যত প্ৰাক্‌বিভক্ত সমাজৰ শেষকাল আৰু শ্ৰেণী বিভক্ত আদিম সমাজৰ আদি ৰূপৰ তথ্য পোৱা যায়।

(গ) আমাৰ বৈদিক সাহিত্য গৱেষণাত প্ৰধানকৈ বিভ্ৰান্তিকৰ হৈছে এটা সমস্যাঃ ট্ৰাইবেল বা গণসমাজ কি সেই বিষয়ে ব্যাখ্যা নকৰাকৈয়ে বৈদিক যুগৰ বিচাৰ কৰিবলৈ যোৱাটো। কাৰণ বৈদিক যুগত প্ৰাক্ বিভক্তৰ সমাজৰ গণ বা জনজাতিগত সমাজৰ সমাজ ব্যৱস্থাৰ শেষ স্তৰ আছিল।

(ঘ) বিশাল বৈদিক সাহিত্য দুই-চাৰি বছৰৰ ৰচনা নহয়। আধুনিক বিদ্বানৰ মতেই কেৱল ঋকবেদৰ প্ৰাচীনতম আৰু আধুনিকতম অংশ ৰচনাকালৰ ব্যৱধান দুহেজাৰ বছৰমান হ'ব। এই সুদীৰ্ঘ কালত বৈদিক যুগৰ সমাজ নিশ্চয় একে অৱস্থাতে বৈ থকা নাছিল। সেই কাৰণে বেদতে প্ৰমাণ ওলায় যে প্ৰাক-অধ্যাত্মবাদী ধ্যানধাৰণাৰ ধ্বংস স্তূপৰ ওপৰতে পিচৰ কালৰ অধ্যাত্মবাদী ধ্যান-ধাৰণাৰ জন্ম হৈছিল।

(ঙ) শেষত আমি মনত ৰখা উচিত যে আমাৰ ভাব প্ৰকাশৰ সুবোধ্য বাহন নহয় কাৰণেই আমি ইংৰাজী উদ্ধৃতি এটাও অসমীয়া লিখাৰ মাজত সহ্য কৰিব নোৱাৰো। অথচ আমিয়েই বিনা প্ৰতিবাদে যুগ যুগ ধৰি দুৰ্বোধ্য সংস্কৃত ভাষাৰে আমাৰ মৰিশালিৰ পৰা ৰভাঘৰলৈকে পুৰোহিতে কৰা সকলো ক্ৰিয়া কাণ্ড নুবুজাকৈয়ে মানি আহিছো। কোনো দিন আমি প্ৰশ্ন কৰা নাই সেইবোৰ আমি নজনা ভাষাত থকা অবুজ মন্ত্ৰ আমি কিয় ব্যৱহাৰ কৰিব লাগে। বিনা প্ৰতিবাদে ধৰ্ম বুলি গ্ৰহণ কৰা এই মনোবৃত্তিয়ে আমাক সংস্কাৰৰ দাস কৰি পেলাইছে। নুবুজিলেও সংস্কৃততে সেইবোৰ কৰিব লাগিব বুলি ক'তো লিখা নথকাকৈ আমি সেই ব্যৱস্থাকে মানি আহিছো। ফলস্বৰূপে বেদক আমি চিৰসত্য বেদবাক্য বুলি মানি আহিছোঁ। কিন্তু সেই বেদত কি সত্য লুকাই আছে আমি একো নাজানো।

ইয়াৰ পাচত আহিল মূল কথা কেইটামান। আমি বৰ্তমান ইমানকে পাঠ্যপুথিত পাওঁ যে আৰ্যবোৰে ভাৰতলৈ অহাৰ আগতে ইয়াত অনাৰ্য বা দ্ৰাবিড়বিলাক আছিল। দ্ৰাবিড়বিলাক অসভ্য আছিল আৰু সেই অসভ্যবোৰক খেদি সুসভ্য আৰ্যই সভ্যতাৰ পাতনি মেলে। আচলতে এই ধাৰণা ভুল বুলি মহেঞ্জোদাৰো আৰু হৰপ্পাৰ আৱিষ্কাৰে ভালকৈ প্ৰমাণ কৰিলে। আজি আমি জানো যে এই ভাৰতত মাতৃক্ৰমিক আৰ্যপূৰ্ব মানুহ চামে নগৰ সভ্যতা পাতিছিল পিতৃক্ৰমিক আৰ্যৰ আগতে। গতিকে আৰ্যপূৰ্ব সেইচাম মানুহৰ মাজতে নগৰ স্থাপন, লিখিত ভাষা, উদ্‌বৃত্তজীবি পুৰোহিত শ্ৰেণী আৰু তাৰ পৰাই শাসক শ্ৰেণীৰ আৰ্বিভাৱ হৈছিল - আৰ্যৰ আগতে। আৰ্যই লিখিত ভাষা, শ্ৰেণী-শাসন, পুৰোহিতৰ আধিপত্য আদি বহুত ব্যৱস্থাৰে ইংগিত গ্ৰহণ কৰিছিল আৰ্যপূৰ্ব মাতৃ-ক্ৰমিক মানুহবোৰৰ পৰাই। স্থায়ী বসতিত অভ্যস্ত, শোষিত-শোষকৰ শ্ৰেণী পাৰ্থক্যত জৰ্জৰিত সেই মানুহ চামক অঘৰী পশুপালক আৰ্য নামৰ মানুহচামে যুদ্ধত হৰুৱালে। হৰুৱাই কিন্তু আৰ্যপূৰ্ব মানুহৰ পুৰোহিত আৰু ৰজাৰ আৰাম লোভনীয় যেন পোৱা আৰ্য দলপতি বোৰে সেই আদৰ্শ ৰাখি সমাজ পাতিবলৈ ধৰিলে। কালক্ৰমত আৰ্য আৰু আৰ্যপূৰ্ব সমাজৰ উচ্চ শ্ৰেণীৰ মানুহে দুয়োবিধ সমাজৰ নিম্ন শ্ৰেণীৰ আৰু সৰ্বহাৰাক শোষণ কৰাৰ বাট স্থায়ী কৰাত মনোনিবেশ কৰিলে। গতিকে শ্ৰেণী বিভক্ত সমাজত উচ্চ শ্ৰেণীত অকল আৰ্যই নাই, আৰ্যপূৰ্ব মানুহ চামৰ পুৰোহিত আৰু শাসকো আছে। এনেদৰেই নিম্ন শ্ৰেণীৰ দুখীয়াৰ ভিতৰত আৰ্য আৰু আৰ্যপূৰ্ব উভয়বিধ মানুহেই আছে।

বাৰু, বেদৰ আদিম ৰচনাত কিমান অধ্যাত্মবাদ আছে তাক আমি বেদৰ পৰাই উদ্ধৃতি আনি বিচাৰ কৰি চাওঁ। ঋক্‌বেদত ঋষিয়ে ইন্দ্ৰক কৈছে, তুমি প্ৰকৃততে অন্নই। আৰুৌ শুনক ঃ

(১) হে অগ্নি, অতিশয় কাম্য ধনসমূহ আমাৰ ওচৰত প্ৰতিদিন সিচি দিয়া। অন্নই আমাক কাৰ্যৰ প্ৰেৰণা দিয়ক।

(২) হে অগ্নি, তুমি আমাক অন্ন দান কৰা। হে অগ্নি, তুমি আমাক মহৎ ধন দান কৰা। - প্ৰ যসিং হোতৰ্বৃহতীৰিযো নোহগ্নে মহি দ্ৰবিণমা যজস্ব।

(৩) হে ব্ৰহ্মণস্পতি, সুনিয়ন্ত্ৰিত বিশ্বব্যাপি অন্নযুক্ত ধনৰ আমি যেন অধিপতি হওঁ। আমাৰ বীৰসকলৰ সন্তান হিচাপে বীৰপুত্ৰ উৎপাদন কৰা। তুমি সকলোৰে শ্ৰেষ্ঠ আৰু আমাৰ অন্নযুক্ত স্তুতিৰ অভিলাষী।

(৪) হে সোম, তুমি বৰ্ধিত হোৱা, তোমাৰ বীৰ্যৰদ্বাৰা সকলো ... হওঁক, তুমি আমাৰ অন্ন ...গা হোৱা।

(৫) অৰ্থাৎ আমাৰ গৰু বোৰ যেন নষ্ট নহয়, সিহঁত যেন হিংসিত নহয়, সিহঁত যেন গাতত পৰি নাযায়ঃ এনেকুৱা অমঙ্গলহীন গৰুবোৰৰ লগতে তুমি আগমন কৰিবা।

এনেকুৱাবোৰেই আছিল বৈদিক ঋষিৰ প্ৰাৰ্থনা - ভাত, গৰু আদি খাদ্য আৰু পাৰ্থিৱ সম্পদৰ কামনা তাৰ কাৰণেই গান বা মন্ত্ৰ ৰচিছিল। দেৱতাক উদ্দেশ্য কৰিয়েই সেইবোৰ ৰচনা কৰাটো সঁচা। কিন্তু আধুনিক অৰ্থত পূজা দেৱতাতকৈ সেই দেৱতা বেলেগ আছিল। তেতিয়া টোটেমৰ দৰেই দেৱতা আছিল দলৰে এজন - সখা বা বন্ধু। অলপ আগতে দি অহা উদ্ধৃত্তিৰ বাহিৰেও আনকেইটামান কওঁ, ঋক্‌বেদৰ পৰাই -

(১) হে বিশ্বদেবগণ, তোমালোক আমাৰেই বন্ধু।.... .........তোমালোকৰ নিচিনা বন্ধু পাই আমি যেন শ্ৰান্ত নহওঁ।

(২) হে ইন্দ্ৰ, আমি তোমাৰ সখা আৰু ঈপ্সিত ধনৰ ভাগী।

অকল সিমানেই নহয়। বৈদিক সাহিত্যত এই ধন - অন্ন- পশু- পুত্ৰ-নিৰাপত্তা আদিৰ যি কামনা , সেই কামনা শ্ৰেণীবিভক্ত সমাজৰ ব্যক্তিগত কামনা নহয়, প্ৰাক-শ্ৰেণী বিভক্তসমাজৰ সমষ্টিগত কামনাহে। কোনেও নিজৰ কাৰণে বিচৰা নাই, দলৰ কাৰণে বিচাৰিছিল। বৈদিক যুগৰ পিচৰ চোৱাতহে 'আমি' ৰ ঠাইত 'মই' ব্যৱহাৰ কৰিছে। প্ৰাচীন ঋকবেদত কেৱল আমাৰ ধন বৰ্ধিত হওক, আমাৰ পশু বাঢ়ক, আমাৰ অন্ন বৰ্ধিত হওক, আমাৰ শত্ৰু বিনাশ হওক, আমাৰ নিৰাপত্তাৰ আয়োজন হওক, আনকি পুত্ৰৰ বাবে কামনাতো 'আমাৰ বীৰপুত্ৰ উৎপন্ন হওক।"

আকৌ, প্ৰাক্- বিভক্ত সমাজৰ সকলো সমান ভাব ঋকবেদত ভৰ্তি হৈ আছে।

(১) সৎ গুচ্ছধ্বং সংবদধ্বং সংবো মনাংসি জানতম।

দেৱা ভাগঃ যথাপূৰ্বে সংজানানা উপাসতে।।

অৰ্থাৎ, তোমালোক একত্ৰে মিলিত হোৱা, এককণ্ঠে ঘোষণা কৰা ; যেনেকৈ অতীতৰ দেৱতাসকলে সচেতন ভাৱে একেলগে তেওঁলোকৰ ভাগ গ্ৰহণ কৰিছিল।

(২) মন্ত্ৰ সমান হওক, সমিতি সমান হওক, মন সমান হওঁক, বিচাৰ একে হওক, তোমালোকৰ লগত একে মন্ত্ৰকে মই উচ্চাৰণ কৰো, তোমালোকৰ লগত একে হবিৰে মই হোম কৰোঁ।

(৩) তোমালোকৰ প্ৰচেষ্টা সমান হওক, হৃদয়বোৰ একে হওক, মন একে হওক, যাতে তোমালোকৰ মাজত ঐক্য স্থাপিত হয়।

এইখিনি হ'ল ঋকবেদৰ সৰ্বশেষ মন্ত্ৰ। ঋকবেদৰ সৰ্বশেষ বা দশম মণ্ডল বহুত পিচৰ ৰচনা। তাৰেপৰা উদ্ধৃত কৰা ইয়াৰ প্ৰথমটো মন্ত্ৰত আছে যে অতীতত দেৱতাসকলে সচেতনভাৱে একেলগে তেওঁলোকৰ ভাগ গ্ৰহণ কৰাৰ দৰে এতিয়াও কৰিব লাগে। তাৰ মানে অতীতত একেলগে ভাগ গ্ৰহণ কৰিছিল, কিন্তু এই মন্ত্ৰ লিখাৰ সময়ত সেই ব্যৱস্থা অচল হৈ আহিছিল, অৰ্থাৎ শ্ৰেণীবিভক্ত সমাজে মূৰ দাঙিছিল। তাৰ প্ৰমাণ দি ঋকবেদতে কোৱা আছে : জিত ধনত অৰ্থাৎ জয় কৰি পোৱা ধনত ইন্দ্ৰৰ অংশ আনতকৈ অধিক উদিন্নবস্য ৰিচ্যাতেহংশো ধনং ন জিগ্যষঃ।

এই "ভাগ" "অংশ" বা " ভগ" শব্দৰ অৰ্থ মন কৰিবলগীয়া। প্ৰথমতে "ভগ" মানে দিওঁতাজন। দিওঁতা মানে কি দিওঁতাজন ? - প্ৰাচুৰ্য ধন-সৌভাগ্য। এই দ্বিতীয় অৰ্থ মতে আমাৰ 'ভগবান' শব্দৰ অৰ্থ হ'ল ঐশ্বৰ্যবান, ধনবান, প্ৰাচুৰ্যবান, সৌভাগ্যবান। তুলনা কৰি চাওক্‌ - দেৱৰাজ, ইন্দ্ৰৰ বিশেষণ 'মঘবান' মঘ মানে ধন, ঐশ্বৰ্য, মঘবান মানে ধনবান, ঐশ্বৰ্যবান। আকৌ ভগ মানে ধন বা অংশ। আকৌ 'ভগ' মানে স্ত্ৰীৰ জননাংগ। অৰ্থাৎ ভগৱানে মানে ঐশ্বৰ্য দিওঁতা,ঐশ্বৰ্যবান, অংশীদাৰ, স্ত্ৰীসদযুক্ত। এই অংশবান শব্দটোৱে কিন্তু বিশেষ এক অৰ্থ উলিয়ায়। পুৰণি সমাজত ব্যক্তিগত সম্পত্তি নাছিল।

দলৰ সকলো সম্পত্তিত দলৰ সকলোৰে সমান অংশ। সেয়ে, সেই সমাজত এটা প্ৰধান কাম আছিল সম্পদ আদি ভাগ কৰাটো। সকলোকে সমান ভাগ দিব লাগে। সেই ভাগ কৰিছিল দলৰ নেতাই আৰু পাশাখেলৰ নিচিনা খেলাৰে যাৰ ভাগ্যত যি পৰিছিল তাকে দিছিল। সেই ভাগ কৰোতাজনেই পিচলৈ পুৰোহিত, ৰাষ্ট্ৰপ্ৰধান আৰু দেৱতা হ'লগৈ। এইকালৰ পৰা 'ভগ' আৰু ভাগ্য আদিতে একে অৰ্থ বুজোৱা শব্দ। অৰ্থাৎ বিলাওঁতে পাশাত যি দান পৰে সেই অংশ বুজোৱা শব্দ। অৰ্থাৎ বিলাওতে পাশাত যি দান পৰে সেই অংশ বা ভগকে পোৱাই ভাগ্য। আৰু ইন্দ্ৰ দেৱতা আছিল ধনৰ বিভক্তা - ইন্দ্ৰ একো বিভক্তা তৰণিমঘানাম, অৰ্থাৎ ইন্দ্ৰ ত্ৰাণকৰ্ত্তা আৰু ধনসমূহৰ একমাত্ৰ বিভক্তা।

যি গণ, ব্ৰাত বা সংঘবোৰক আমাৰ আজিৰ পণ্ডিতবৰ্গই অনাৰ্য বুলি হাঁহে, সেইবোৰকে ঋকবেদত দেখিলে আচৰিত হ'বলৈ একো নাই। আমি এতিয়া বৃটিছ ঐতিহাসিকক অনুকৰণ কৰি যিমানেই আৰ্য -অনাৰ্য বুলি জাতি-গত বিভাগ নকৰো কিয়, আদিতে কিন্তু এই ভাৰতত সকলো মানুহ গণ বা সংঘতে বা আদিম সমাজতে বাস কৰি আছিল। ঋক্‌বেদতে আছে -

প্ৰতি ব্ৰাত আৰু প্ৰতি গণত অগ্নি আৰু মৰুৎগণৰ ওজঃ আৰু বিচিত্ৰবৰ্ণ অশ্বসমূহ আৰু ত্ৰুটিবিহীন ধনসমূহৰ যজ্ঞ অভিমুখে গমন কৰাবোৰক আমি শোভন স্তুতিৰে এই স ভাত যাঞ্চা কৰো।

আমাৰ ঐতিহ্যহাসিকসকলে কয় যে গণ বা সংঘ বা ব্ৰাত আছিল অনাৰ্যৰ সমাজত। কিন্তু আৰ্যৰ বেদত ই সোমাল কেনেকৈ? কিয় আৰ্যবোৰো গণত আছিল? আচলতে সেই স্তৰত সকলো সাধাৰণ মানুহে গণ বা সমাজ পাতি বাস কৰিছিল। সেই কাৰণেই আৰ্যৰ বেদতো আমি গণ শব্দৰ উল্লেখ পাওঁ। উল্লেখযোগ্য যে দেৱতাৰ গুৰু বৃহস্পতিৰ আন নাম গ ণপতি।

এই গণনিবাসী মানুহবোৰকে ঋকবেদৰ উত্তৰ কালত লোকায়ত, ব্ৰাত, ভূত-চৈতন্যবাদী আদি বুলি উপলুঙা কৰা হৈছিল। "দেহত যি আছে ব্ৰহ্মাণ্ডতো সেয়ে আছে" - বুলি ভৱা এইবোৰ মানুহে দেহাতিৰিক্ত আত্মা অসম্ভৱ বুলি ভাৱিছিল। সেই স্তৰৰ সমাজৰ স্বৰূপ বুজিবলৈ মই এজন দেৱতাকে আহিলা হিচাপে লৈছোঁ। সেইজন গণেশ দেৱতা। গণেশ দেৱতাক লোৱাৰ প্ৰধান কাৰণ হৈছে, এই দেৱতাৰ নাম বৈদিক গণ আৰু গণপতি সমাৰ্থকবোধক। প্ৰাচীন ঋকবেদত গণেশ বুজোৱা গণপতি নামৰ শব্দটোৰ প্ৰতি কোনো বিদ্বেষ নাই। অৰ্থাৎ সেই ঋকবেদবোৰ মুখে মুখে ৰচিত হোৱা কালত গণপতি এবিধ দেৱতুল্য মানৱ আছিল। উল্লেখযোগ্য যে ঋকবেদৰ দেৱতাবোৰ মানুহ - দেৱতাহে, উপনিষদৰ কালৰ দৰে স্বৰ্গত থকা অদৃশ্য অলৌকিক দেৱতা নহয়। গণেশ দেৱতাৰ উত্থান-পতন এনেকুৱা ধৰণৰ আছিল-

ভাৰতত আদিম বস্তুবাদী সমাজত প্ৰথমেই ৰাষ্ট্ৰৰ জন্ম হৈছিল তথাকথিত অনাৰ্যসকলৰ মাজত। তাৰ প্ৰমাণ অনাৰ্যবোৰেই প্ৰথম ৰাষ্ট্ৰ পাতি নগৰ নিৰ্মাণ কৰিছিল। ৰাষ্ট্ৰৰ জন্ম হোৱা মানেই প্ৰচুৰ অৱসৰ পোৱ সুবিধাভোগী শ্ৰেণীৰ জন্ম হৈছিল। এইদৰে তেতিয়া শ্ৰেণী বিভাগ আৰম্ভ হলেও শ্ৰেণী সংঘৰ্ষ উপস্থিত হোৱা নাছিল। তেতিয়া গণপতি নামৰ দেৱৰ বা মানুহৰ প্ৰতি বিদ্বেষ নাই। হয়তো সেই সময়তে নগৰস্থাপনকাৰী অনাৰ্যৰ কাষত উপস্থিত হৈছিলহি অৰ্থাৎ তথাকথিত পশুপালনজীৱি আৰ্যবোৰ। দুয়ো দল মানুহৰ আচাৰ - নীতিৰ আৰু গাৰ ৰঙৰ পাৰ্থক্য আছিল। স্থায়ীভাৱে বসবাস আৰু নগৰ স্থাপন কৰি আৰামেৰে থকা কৃষিজীৱি অনাৰ্যই নিশ্চয় কিছু সংখ্যক পশুপালনজীৱিক আকৰ্ষণ কৰিছিল কিন্তু সেই সংমিশ্ৰণক উভয় দল মানুহৰ ওপৰ শ্ৰেণীয়ে ভাল চকুৰে চোৱা নাছিল। ইতিমধ্যে দুই দল মানুহৰ দলপতিৰ মাজত নিশ্চয় সংমিশ্ৰণ উপস্থিত হৈছিল। সেই সংমিশ্ৰণ বন্ধ কৰিবলৈ আৰ্যদলে নিশ্চয় তেতিয়া সেই গণ বোৰক ঘৃণনীয় ৰূপত বৰ্ণনা কৰিছিল। তেতিয়াই গণেশ বিঘ্নকৰ্তা হৈছিল। তাৰ পাচত সংখ্যাগৰিষ্ঠ অনাৰ্যক বশ বা শান্ত কৰিবৰ কাৰণেই সংখ্যালঘু আৰ্যই তোষামোদৰ পথ লৈছিল। তেতিয়াই সংখ্যাগৰিষ্ঠ অনাৰ্যই দেৱতা বোলা গণেশক আৰ্য ধৰ্মগ্ৰন্থই পুনৰ সিদ্ধিদাতা বুলি নতুনকৈ গ্ৰহণ কৰি গণেশক স্বৰ্গৰ দেৱতাৰ সন্তান বুলি বৰ্ণনা কৰি নতুন মৰ্যাদা দান কৰিলে। সেই কাৰণেই ইতিহাসৰ ছাত্ৰৰ কাৰণে গণেশ দেৱতাৰ দেৱত্বতকৈ সেই দেৱতাৰ উত্থান-পতন বেছি আকৰ্ষণীয়। কাৰণ সেই অন্ধকাৰ

যুগক বুজিবলৈ গণেশে কিছুদূৰ কণাৰ লাখুটিৰ কাম কৰিব পাৰে।

এইখিনিতে মই গণেশ দেৱতাৰ বিষয়ে আৰু অলপ সৈ নাবঁ ......।

অধ্যাপক ৰাভাই বক্তৃতা আৰম্ভ কৰাৰপৰাই দৰ্শকমণ্ডলীৰ শেষৰ ফালে গুণ-গুণনি এটা চলি আছিল। বক্তৃতা আহি এইখিনি পাওঁতেই পিচৰপৰা চিএৰ-বাখৰ ডাঙৰকৈ আৰম্ভ হৈ গ'ল। প্ৰথম চিএৰটো শুনা গ'ল "এই গণেশ।" তাৰ পাচত হুলস্থূল। অধ্যাপক ৰাভাক ধৰ্মদ্ৰোহী, দগাবাজ, ভণ্ড আদি বুলি গালি পাৰি এগাল ডেকা ল'ৰা বাহু হৈ বক্তৃতা দিয়া ঠাইলৈ আগবাঢ়িল। কিছুমানে চকি দলিয়াবলৈ ধৰিলে। অধ্যাপক ৰাভা অবাক হৈ বৈ থাকিল। কেবাজনো বয়সিয়াল অধ্যাপক ৰাভাৰ ওচৰলৈ আগুবাই গ'ল আৰু তেখেতক টানি লৈ যাব খুজিলে। অধ্যাপক ৰাভা গুজৰি উঠিল ঃ মইতো মেকুৰী নহয় পলাবলৈ।

গণ্ডগোল ক্ৰমাৎ বেছি হ'ল। এটা ডেকাই ওচৰৰপৰা এখন কাঠৰ চকী ৰাভালৈ দলিয়াই দিয়া দেখা গ'ল। চকীখনৰ এটা অংশ ৰাভাৰ মূৰত লাগিল। খণ্ডত বাভাৰ চকু অগ্নিৰ দৰে জ্বলিবলৈ ধৰিলে। অধ্যাপক ৰাভাক কোনোবাই মাৰিব খোজাটো অশোকে সহ্য কৰিব নোৱাৰিলে। পুলিচৰ পোচাকত নথকা অৰুনলৈ চাই "আহাহে বেগেতে" বুলি অশোক মানুহ ফালি অধ্যাপকৰ ফাললৈ আগুবাই গ'ল। পিচে পিচে অৰুন, হামিদ, আৰু দীপক। বয়সস্থ অধ্যাপকসকলৰ বাধা নামানি অধ্যাপকক মাৰিবলৈ আগুবাই অহা ল'ৰাবোৰৰ পৰা আতৰাই নিবলৈ অশোকে মাৰিবলৈ আগুবাই অহা ল'ৰাবোৰৰপৰা আঁতৰাই নিবলৈ অশোকে অধ্যাপকক টানি নিবলৈ হাত মেলিলে। অধ্যাপক ৰাভাৰ খঙে তেতিয়া সীমা পাৰ হৈ গৈছিল। অশোকক দেখি ভাৱিলে, সিও তেওঁক আক্ৰমণ কৰাবোৰৰে এটা। হাত মেলা দেখি সেই সন্দেহ দৃঢ় হ'ল। অশোক আহি ঢুকি পোৱা সান্নিধ্য পাওঁতেই, অধ্যাপক ৰাভাই সেই জেৰেঙা লোহা যেন হাতেৰে এটা পূৰ্ণহতীয়া ঘোচা লগাই দিলে। অশোকৰ তিনিটা আগদাঁত জখম হৈ মানুহটো পৰি গ'ল। ধৰধৰ মাৰ মাৰ লাগিল। অধ্যাপকে তাৰ পাচত হাতত ডাঙৰ চকী এখন লৈ বাকীবোৰ ডেকালৈ খেদি গ'ল। কিছুমান দৰ্শক অশোকক লৈ ব্যস্ত হৈ পৰিল। বাকীবোৰ ৰাভাৰ মূৰ্তি দেখি পলাল। পুলিচ আহি ঘটনাস্থলীত উপস্থিত হওঁতে তাত কোনো নাছিল। অধ্যাপক ৰাভাৰ ঘৰত তৎক্ষণাৎ ৰাতি পুলিচ পহৰা দিয়া হ'ল। কাৰণ মেডিকেল কলেজত প্ৰাথমিক চিকিৎসা লোৱা অশোক শৰ্মাই সেই অৱস্থাতো চিঞৰি চিঞৰি কৈ আছিল যে কুকুৰ ৰাভাৰ এটাইকিটা দাঁত সৰুৱাই দিব নোৱাৰিলে সি বাপেকৰ পুতেক নহয়।

কিন্তু পৰিস্থিতি বেয়া হ'ল আধাঘণ্টামানৰ পাচত। বিশ্ববিদ্যালয়ত এনে কিছুমান ল'ৰা ওলাল যিবোৰ ৰাভাৰ সপক্ষে। হঠাৎ বিশ্ববিদ্যালয়ৰ চৌহদত শ্লোগান শুনা গ'লঃ ৰাভাক কৰা আক্ৰমণ, দুখীয়া ৰাইজক কৰা আক্ৰমণ, ৰাভাক মাৰিলে আমিও মাৰিম; কুসংস্কাৰৰ ধ্বংস হওক, অন্ধবিশ্বাসৰ অন্ত হওক, বৈদিক সংস্কৃতি শোষকৰ সংস্কৃতি ; গণবন্ধু অৰবিন্দ ৰাভা- জিন্দাবাদ। ❑

"The basis of religious criticism is : Man makes religion, religion does not make man.... Religious distress is at the same time the expression of real distress and the protest against real distress. Religion is the sigh of the oppressed creature, the heart of a heartless world, just as it is opium of the people. মানুহে হে ধৰ্ম আৰু ধৰ্মত থকা দেৱ-দেৱতা উলিয়ালে, ধৰ্মই আৰু ধৰ্মত থকা দেৱ-দেৱতাই মানুহ সৃষ্টি কৰা নাই।...... প্ৰকৃত দুখ-দুৰ্দশাৰ প্ৰকাশ আৰু সেই প্ৰকৃত দুখ-দুৰ্দশাৰ বিৰুদ্ধে প্ৰতিবাদ এই উভয়েই ধাৰ্মিক পাপবোধত বৰ্তমান। ধৰ্ম হ'ল নিষ্পেষিত, অৱদমিত প্ৰাণীৰ হুমুনিয়াহ, এখন হৃদয়হীন পৃথিৱীৰ অনুকম্পা, আৰু একেদৰেই ই এক হৃদয়হীনৰ হৃদয়। ধৰ্ম জনসাধাৰণ "কানি বা আফিং, বৰবিহ।"

**পুৱাৰেপৰা** অধ্যাপক অৰবিন্দ ৰাভাৰ ঘৰ মানুহেৰে ভৰি পৰিল। আনকি আগদিনা ৰাতিও বহুত মানুহ অধ্যাপক ৰাভাৰ ঘৰতে পহৰা দি থকাদি থাকি গ'ল। বিশ্ববিদ্যালয়ত এই ঘটনাই গোটেই গুৱাহাটী চহৰক উত্তেজিত কৰি তুলিলে। মানুহৰ মাজত দুদল ওলাল। এদল ৰাভাৰ সপক্ষে আৰু আনদল ৰাভাৰ বিপক্ষে। ৰাভাৰ বিপক্ষে থকা দলে মন্তব্য কৰিলে যে এইবাৰ ছাত্ৰবোৰ লাগিল যেতিয়া, অধ্যাপকৰ আৰু ৰক্ষা নাই। অধ্যাপক ৰাভাক বহুতে কালাপাহাৰৰ হিন্দু- বিদ্বেষৰ লগত তুলনা কৰিলে। মুখ্যমন্ত্ৰীলৈ টেলিগ্ৰাম কৰা হ'ল, ৰাভাৰ নিচিনা মানুহক বিশ্ববিদ্যালয়ত নাৰাখিবলৈ।

অধ্যাপক ৰাভাৰ সপক্ষে থকা দলে গুৱাহাটী চহৰ গৰম কৰি তুলিলে। ৰক্ষণশীলতাৰ বন্ধন ছিঙি ওলাই আহিবলৈ যেন গুৱাহাটী ব্যাকুল হৈ পৰিল। বিশ্ববিদ্যালয়ত ৰাভাৰ বিপক্ষে থকা ছাত্ৰ নোহোৱাই হৈ পৰিল। যিবোৰে বিভিন্ন প্ৰৰোচনাত পৰি ৰাভাই বক্তৃতা দিয়াত বাধাৰ সৃষ্টি কৰিছিল, সেইবোৰে সংখ্যা-গৰিষ্ঠ ৰাভাপক্ষীয় ছাত্ৰৰ ওচৰত ক্ষমা প্ৰাৰ্থনা খুজিলে। কথা গৈ গৈ এনেকুৱা পৰ্যায় পালেগৈ যে ৰক্ষণশীল বিচাৰি বিচাৰি ছাত্ৰহঁতে অপমান কৰিবলৈ আৰম্ভ কৰিলে। এনেকুৱাতে ক'ৰবাত ওলাই পৰিল যে গুৱাহাটীৰ ৰক্ষণশীল মানুহ প্ৰধান গুণ্ডা, পাণ্ডা হ'ল কটন কলেজৰ পদাৰ্থবিদ্যাৰ ডেকা লেক্‌চাৰাৰ দীপক বৰঠাকুৰ। ল'ৰাহঁতক আৰু কোনে ৰাখে? প্ৰায় চাৰিশ ছাত্ৰই গৈ পুৱাতে দীপক বৰঠাকুৰৰ ঘৰ ঘেৰাও কৰিলগৈ। দীপক ঘৰত নাছিল। দীপকৰ বাপেক ডঃ প্ৰতাপ বৰঠাকুৰে নিজৰ ছাত্ৰবোৰক বুজোৱাৰ চেষ্টা কৰিছিল। সিহঁতে কিন্তু শুনি আহিছিল দীপকৰ নিজৰ কোঠাটো এটা দেৱী দেৱতাৰ মন্দিৰৰ দৰেই সজোৱা।

সেই কথাৰ সত্যতাৰ প্ৰমাণ চাবলৈ ল'ৰাহঁত জোৰকৈ দীপকৰ কোঠাত সোমাল। সুন্দৰকৈ সজাই বিছনাৰ মূৰৰ ফালে থোৱা কালী গোসানীৰ মূৰ্তিৰ উপৰিও কোঠাটোৰ বেৰ সজোৱাৰ নামত বহুত দেৱ-দেৱতাৰ সুন্দৰকৈ ফ্ৰেম কৰা ছবি দেখি ল'ৰাহঁতৰ ধৈৰ্যই ভেটা ভাঙিলে। ভীষণ চিঞৰ - বাখৰ কৰি সিঁহতে সকলোবোৰ ছবি ভাঙি গুৰি কৰি পেলালে। দেৱী-দেৱতাক আৰু ভগৱানক মান কৰা বহুত ল'ৰাও আছিল সেই দলত। সিঁহতে কিন্তু ছবিবোৰ ভাঙোতে দেৱতাৰ ওপৰত খং কৰি ভঙা নাছিল। ভাঙিছিল দীপক বৰঠাকুৰৰ ওপৰত খং প্ৰকাশ কৰিবলৈ। সিঁহতে বিশ্বাস কৰিছিল যে অধ্যাপক ৰাভাক অপমান কৰাৰ মূলতে এই দীপক বৰঠাকুৰেই আছিল।

প্ৰতাপ বৰঠাকুৰে লৰালৰিকৈ পুলিচলৈ ফোন কৰিলে। কিন্তু পুলিচ আহি ঘটনাস্থলীত উপস্থিত হোৱাৰ সময়ত তাত ছাত্ৰদলৰ কোনো নাছিল।

চহৰৰ আন দুই-এঠাইতো এনেকুৱা সুৰুসুৰা ঘটনা ঘটিবলৈ ধৰিলে। জিলা কৰ্তপক্ষই উপায় নাপায় বিশ্ববিদ্যালয় আৰু গুৱাহাটী চহৰত ১৪৪ ধাৰা বলবৎ কৰিলে।

ৰাতিপুৱা এই ঘটনা ঘটাৰ সময়ত দীপক বৰঠাকুৰ গৈছিল অৰুন বৰুৱাহঁতৰ ঘৰলৈ। উদ্দেশ্য আছিল, আগদিনাৰ ঘটনা সম্পৰ্কে ৰাকাৰ লগত কথা পাতি, অধ্যাপক ৰাভা যে এনেকুৱা অপমান পোৱাৰ যোগ্য সেই কথা বুজাই দি, অৰুনৰ লগত অশোক শৰ্মাৰ খবৰ লবলৈ যাব। মেডিকেল কলেজ হস্পিটালত ডক্টৰে আগৰ দিনাই কৈছিল যে অশোক শৰ্মাৰ দাঁত এৰাই যোৱা নাই; এটা দাঁত সামান্য লৰাৰ নিচিনা হৈছে। ৰাতি দীপকেই আশোকক ঘৰত থৈ আহিছিলগৈ। আৰু ৰাতি অশোকৰ সৈতে কথা পাতিয়েই ঠিক কৰিছিল যে ছাত্ৰবোৰক লৈ ৰাভাৰ নিচিনা সমাজবিৰোধী মতৰ্লবী মানুহবোৰক শাসন কৰাৰ এটা সংগঠন গঢ়ি তুলিব লাগিব। ঠিক হৈছিল যে পিছদিনা দীপকহঁতৰ নীলাচল আয়ুৰ্বেদিক ৰসশালাতে সিহঁত

কেইজনমানে গোট খাই এই বিষয়ে আলোচনা কৰিব। দীপকে বাপেকৰ লগতো এই বিষয়ে কথা পাতিছিল। বাপেকে হাঁহি হাঁহি কৈছিল ঃ মোক ল'ৰাবোৰে বৰ ভাল পায়। মই কিবা এটা কলে গোটেই বিশ্ববিদ্যালয়ৰ ছাত্ৰ উবুৰি খাই পৰিবহি। আজি দেখিলি নহয়।

কেৱল ভালকৈ কথা পতা নহ'ল অৱন বৰুৱাৰ লগতহে। অৱনৰ ওপৰত এনেয়েও দীপকৰ বৰ বিশ্বাস নাই। সেইবাৰ পুলিচৰ প্ৰতি এটা ঘোৰ অবিশ্বাসৰ ভাব সোমাল। বিশ্ববিদ্যালয়ত ৰাভাই বক্তৃতা দিওঁতে গণ্ডগোল লাগোতেও অৱন বৰুৱাই সিঁহতৰ লগ এৰি পুলিচ অফিচাৰৰ দৰে গণ্ডগোল দমোৱাত লাগি গৈছিল। আনকি দীপক আৰু অশোকে চিঞৰি মাতিলতো সি নুশুনাৰ দৰে নিজৰ কাম কৰি গৈছিল। পুলিচত সোমালে মানুহৰ মনত বোধকৰোঁ ধৰ্মৰ ভাবো নাইকিয়া হয়। নহলে অৱনৰ নিচিনা ডেকা এটাই ৰাভাই দেৱতাক অপমান কৰি কোৱা কথা শুনি আছিল কেনেকৈ? দীপকে অৱন বৰুৱাক বাধা দিব খুজিছিল। কাৰণ অধ্যাপক ৰাভাই তাত ল'ৰাৰ হাতত এখুন্দা খোৱা হলে পিচলৈ ধৰ্ম-বিৰোধী পাগলামিবোৰ এৰাৰ আশা আছিল।

আবেলি নীলাচল আৰ্য্যুবেদ ৰসশালাত বহিব লগা আলোচনালৈ কেইজনমান বছা বছা মানুহক মাতিবৰ কাৰণেই দীপক ৰাতিপুৱাই ওলাই গৈছিল। অৱন বৰুৱাৰ ঘৰত ৰাকা বৰুৱাই দীপকৰ অধ্যাপক ৰাভাৰ বিৰুদ্ধে কোৱা কথাবোৰ বৰ উপভোগ কৰিছিল। অৱন বৰুৱা ঘৰত নাছিল। ৰাকাই দীপকক জোকাবলৈ সুধিছিল -

ঃ অধ্যাপক ৰাভা বাৰু তেনেকুৱা বুলি বুজিলোঁ। কিন্তু জীয়েক লাহৰী ৰাভা নিশ্চয় এতিয়াও দীপক বৰঠাকুৰৰ কাৰণে একমপ্লিশ্‌ড্‌ গ্লাৰ্ল। নহয় জানো?

দীপকে বিৰক্ত হৈ উত্তৰ দিছিল ঃ মই যি পুখুৰীত পানী নাখাওঁ, তাৰ পাৰতো ভৰি নিদিওঁ।

ঃ মনত থাকিলে ভাল পাম। - ৰাকাই আশ্বাস বিচাৰিছিল।

অৱন বৰুৱাক ঘৰত নাপাই দীপক বৰঠাকুৰ পাণবজাৰৰ পুলিচ থানালৈকে আহিল। কিজানি তাতে পায় অৱনক। বেছি সময় ঘূৰি ফুৰিবলৈয়ো সময় নাই। ৰসশালাত এটা বিশেষ ঔষধৰ বিষয়ে গৱেষণা আৰম্ভ কৰা হৈছে। সেই ঔষধটো দি থলে কেৰ্কেটুৱা, বান্দৰ আদিয়ে শস্য নষ্ট কৰিব নোৱাৰিব। ঔষধটো এটা সুগন্ধ থকা দেখিবলৈ ধুনীয়া ৰঙা বড়ি ; কিন্তু ডাঙৰ বিহ। শস্য নষ্ট কৰিবলৈ অহা বান্দৰ , কেৰ্কেটুৱা, আদিয়ে সেই বড়িক পকি থকা সৰু কিবা জেতুলী পকাৰ নিচিনা ফল বুলি ভাবিব; সেই আশাৰে তাত জিভা লগোৱাৰ লগে লগে সিহঁতৰ মৃত্যু হ'ব। কুকুৰক খুৱাই পৰীক্ষা কৰি চোৱা হৈছে। ঔষধটো ইমান ধুনীয়াকৈ আৰু মিঠাকৈ কৰা হৈছে যে দেখিলেই খাবৰ মন যায়। আৰু এবাৰ জিভা লগালেই আকৌ চেলেকিবৰ মন যায়। ঔষধটোৰ নমুনাসহ এখন চিঠি কেন্দ্ৰীয় চৰকাৰৰ কৃষি বিভাগলৈ পঠাব লাগে আৰু তাক ক'ত কেনেকৈ ব্যৱহাৰ কৰিব পৰা যাব, সেই বিষয়ে এটা টোকা লিখি দিব লাগে। থানাত অৱনক নাপালে দীপকে ৰসশালালৈ পোনে পোনে যোৱাৰ কথাকে ভাবিলে।

কিন্তু থানাত গৈ নিজৰ ঘৰত ছাত্ৰই গণ্ডগোল কৰাৰ খবৰ পাই দীপক খণ্ডত জ্বলি উঠিল। খবৰ দিয়া পুলিচ চাব-ইন্সপেক্টৰজনকে দীপক বৰঠাকুৰে শিক্ষকৰ ভদ্ৰতা এৰি খঙেৰে দাঁত কামুৰি কলে ঃ আৰে, এই গুৱাহাটী চহৰত মোৰ ঘৰত গণ্ডগোল। শ্যালাহতঁক যমে মাতিছে নেকি? একে গুলিতে গোষ্ঠৰ বিছটাকৈ পৰিবিহঁক। এইবুলি দীপক বৰঠাকুৰ বেগাবেগিকৈ ঘৰ পালেগৈ।

তেতিয়া দীপকৰ ঘৰৰ ওচৰত কোনো ছাত্ৰ নাছিল। বাপেক প্ৰতাপ বৰঠাকুৰ ঘৰৰ আগফালে বেতৰ চকি এখনত মূৰে - কপালে হাত দি বহি আছিল। দীপক গৈ ওচৰ পালতে বাপেকে পুতেকৰ মুখলৈ নোচোৱাকৈ কলে ঃ তোমাৰ কোঠাটো চাই আহাগৈ। দীপকে কথা বা সময় খৰচ নকৰি নিজৰ কোঠাৰ ফালে বেগ দিলে। কোঠাত সোমাই দীপক অবাক হ'ল। প্ৰথমতে সি একো ভাবিব নোৱাৰা হৈ বৈ আছিল। তাৰ পাচত তাৰ আৰাধ্যা দেৱী কালীৰ মূৰ্তিটো মাটিত লুটি

খাই পৰি থকা দেখি সি হুকহুককৈ কান্দি পেলালে। পুতেকৰ কান্দোন শুনি মাক আৰু বাপেক আহি সেইখিনি পালেহি। সন্মুখত বাপেকক দেখি দীপকৰ খং দুগুণে চৰিল। সি চিঞৰি সুধিলে-

ঃ গুলী কৰি নিদিলি কেলেই?

ঃ প্ৰায় চাৰি-পাঁচশ ছাত্ৰ।

ঃ চাৰি-পাঁচশ ছাত্ৰক গুলী কৰিব নাপায় নেকি? আপুনি মতা মানুহ হৈ ভেড়াৰ দৰে চাই থাকিল কিয়? কলৈ গ'ল সিঁহত?

ঃ কেনেকৈ জানিবা? চাৰি পাঁচশ ল'ৰা।

ঃসেৰা এটা কৰি দীপকে কান্দি কান্দি কালীৰ মূৰ্তিটো দাঙি নি আগৰ ঠাইত থলে। তাৰ চকুৰেদি ধাৰাষাৰে পানী বৈ আছিল। তাৰ পাচত দীপক বৰঠাকুৰ বহুত পৰ মনে মনে থিয় হৈ থাকিল। হঠাৎ সি মূৰ দাঙি দাঁত কামুৰি বাপেকক কলে ঃ মই বুজিছো, বুজিছোঁ। এইবোৰ সকলো কাণ্ড সেই দগাবাজ অৰবিন্দ ৰাভাৰ প্ৰৰোচনাৰ ফল। মই তাৰ প্ৰতিশোধ লম, লম, লমেই।

এইবুলি সাউতকৰে বাপেকৰ শোৱা-কোঠাৰপৰা দুনলীয়া বন্দুকটো আৰু গুলীৰ বেগটো হাতত লৈ ধুমুহাৰ দৰে দীপক ওলাই আহিল। তাক আগভেটি ধৰিব খোজা বাপেক আৰু মাক ছিটিকি উফৰি পৰিল। দুয়ো পুতেকক পিচৰপৰাই চিঞৰি বলৈ ধৰিলে। দীপকে কিন্তু ঘূৰি নাচালে। ঘৰৰ খটখটীৰপৰা নামিয়েই দীপকে ঘৰৰ চকিদাৰটোক লগ পালে। প্ৰতাপ বৰঠাকুৰ আৰু বৰঠাকুৰনীৰ চিঞৰ শুনি সি ক'ৰবাৰ পৰা দৌৰি আহিছিল। চকুৰ আগতে দীপকে চকিদাৰক পাই খঙেৰে সুধিলে ঃ গুণ্ডা ল'ৰাবোৰে মোৰ কোঠাত সোমাই উৎপাত কৰোঁতে তই ক'ত আছিলি?

ঃ চাহাব, হামাৰ বাত নাশুনিলে।

দীপকৰ খং দুগুনে চৰিল। 'তোক এনেয়ে চকীদাৰ পুহিছোনে' বুলি কৈ চকীদাৰটোক পেটতে এগোৰ মাৰি দিলে। একে গোৰে বাগৰি পৰি চকিদাৰটোৱে কেঁকাবলৈ ধৰিলে। সেইফালে এবাৰো নাচাই দীপক গেটৰ ফালে বেগাবেগিকৈ গৈ থাকিল। হঠাৎ সেই সময়ত পুলিচৰ জীপতে তিনিটা পুলিচ আৰু এটা চাব্-ইন্সপেক্টৰ লৈ গেটৰ মুখত অৰুন বৰুৱা হাজিৰ হ'লহি। দীপকক দেখি জীপৰপৰা নামি অৰুন বৰুৱাই সুধিলে -

ঃকলৈ ওলালি ?

ঃ নামাতিবি। ওচৰো নাচাপিবি। নহ'লে গুলি কৰি দিম।

দীপকৰ মনৰ অৱস্থা নাজানে কাৰণেই অৰুন বৰুৱাই ভয় নাখালে। কেৱল কলে ঃ ধেৎ তোৰ, তয়েই ঘৰত কৈ আহিলি আবেলিকৈ আয়ুৰ্বেদ ফেক্টৰীত আলোচনা কৰাৰ বিষয়ে কিম্বা ঠিকঠাক কৰিবলৈ মই আহিব লাগে বুলি। আকৌ মই অহা দেখিও এতিয়া ক'ৰবালৈ ফোঁফোৱাই ওলাইছ।

ঃ দীপক অলপ শান্ত হ'ল। কলে ঃ মই আগতে কুকুৰ অৰবিন্দ ৰাভাৰ মূৰটো ঠেতালি থৈ আহোঁগৈ।

ঃ তাকে যদি অকলে কৰিব পাৰই, তেন্তে আবেলিকৈ আলোচনা কৰাৰ এইবোৰ যোগাৰ কৰিছিলি কেলেই?

ঃ ৰাভাই লগাই দিয়া এই গুণ্ডা ল'ৰাবোৰে মোৰ কোঠাত সোমাই উৎপাত কৰাৰ পাচত আলোচনা - বিলোচনা কৰিবলৈ ধৈৰ্য নোহোৱা হৈছে।

বিৰক্ত হৈ অৰুনে কলে ঃ যা তেন্তে। তাৰ পাচত পুলিচ লক্-আপত সোমাই থাকিবিহি।

পুলিচ লক্-আপৰ কথা কওঁতে দীপক বৰঠাকুৰৰ খঙৰ মাজতে এবাৰ পুলিচৰ হাতত পৰি জেললৈ যোৱাৰ কথা মনত পৰি গ'ল। হয়তো, মিছা নহয়। বুদ্ধিৰে কৰিব পৰা কাম মূৰ্খৰ দৰে বলেৰে কৰিবলৈ চেষ্টা কৰিবলৈ যোৱা উচিত নহয়। তাৰ মনত হ'ল, তাক যেন এই কথা কালী গোসানীয়ে মনত পেলাই দিলে। মনে মনে কিবা এটা মন্ত্ৰ মাতি দীপকে

দুই হাতৰ সৈতে বন্দুক আৰু গুলি দাঙি কালী ভগৱতীৰ উদ্দেশ্যে প্ৰণাম কৰিলে। তাৰ পাচত অৱন বৰুৱাক কলে -

ঃ ক'ত বহিবি ক।

ঃ তোৰ ইচ্ছা।

ঃ তোৰ ঘৰলৈকে বল অৱন। মোৰ কোঠাত সোমালেই মোৰ মূৰটো গৰম হৈ আহিব।

ঃ পুলিচে আজি কিছু ছাত্ৰ গ্ৰেপ্তাৰ কৰিব।

ঃ সিঁহতক থানাত আনি ভালকৈ খুন্দি দিবি অ' অৱন। নহলে মোক মাতিবি।

অৱনে একো উত্তৰ নিদি গাড়ী চলাই দিলে। ঘৰ পাই অৱনে প্ৰতাপ বৰঠাকুৰৰ ফোন পাই উত্তৰত কলে যে দীপক তাৰ লগতে আছে আৰু সিঁহত দুয়োটা আবেলি আৰ্য্যুবেদ ফেক্টৰীলৈ যাব। প্ৰতাপ বৰঠাকুৰে ফোন কৰাৰ কাৰণ আছিল। পুলিচৰ গাড়ীত তুলি দীপকক কিজানিবা থানালৈকে লৈ গ'ল। কিন্তু সেই সন্দেহ টেলিফোনত অৱন বৰুৱাৰ আগত প্ৰকাশ নকৰিলে।

ঘৰলৈ অহা প্ৰতিদল মানুহ আৰু ছাত্ৰকে অধ্যাপক অৰবিন্দ ৰাভাই হাতযোৰ কৰি কলে ঃ নাই মোৰ একো হোৱা নাই। আচলতে মোক কোনেও আক্ৰমণ কৰিবও খোজা নাছিল । আক্ৰমণকাৰীহঁতৰ লক্ষ্য আছিল মোৰ চিন্তাধাৰাটোহে। পিচে এনেকৈয়ে ব্যক্তিক আক্ৰমণ কৰি পৃথিৱীত গভীৰলৈ শিপোৱা এটা চিন্তাধাৰা কোনেও বন্ধ কৰিব নোৱাৰে। মোৰ একমাত্ৰ অনুৰোধ, এনেকুৱা সন্ধিক্ষণতে মানুহক প্ৰকৃত চিন্তাৰ পথ দেখুৱাই দিবলৈ ভাল হয়। গতিকে আপোনালোক যিসকলে পাৰে সেই কাৰ্য্যত ব্ৰতী হওক।

এইবোৰ কথা বহুতে বুজিলে, বহুতে নুবুজিলে। কিন্তু ৰাভাক কেতিয়াও নেদেখা বহুত মানুহ আহিছিল ৰাভাক চাবলৈ। সেইবোৰ মানুহ বহুত পৰ এনেয়েও ৰৈ ৰৈ থাকিল।

ৰাতিপুৱাৰেপৰা মানুহৰ উৎপাতত ৰাভাৰ একো কাম হোৱা নাছিল। তেওঁ মাজে মাজে মানুহক মাত লগোৱাৰ বাহিৰে বাকী সময়খিনি নিজৰ গবেষণাগাৰৰ ভিতৰত ইটো সিটো চাই ফুৰিছিল। তেনেতে আহি উপস্থিত হ'লহি হৰিপ্ৰসাদ সেন। মিষ্টাৰ সেন আগদিনা নিশা প্ৰায় এঘাৰ বজালৈ অধ্যাপক ৰাভাৰ ঘৰত আছিল। হৰিপ্ৰসাদ সেনক দেখি ৰাভাই বৰ ভাল পালে ঃ আহা আহা হৰিপ্ৰসাদ, এনেয়ে থাকি বৰ আমনি লাগিছে, একো কামো কৰিব পৰা নাই ; তুমি আহিলা যেতিয়া অলপ আলোচনাকে কৰিব পৰা হব।

হৰিপ্ৰসাদ সেন গবেষণাগাৰলৈ সোমাই গ'ল। সোমায়ে কলে -

ঃ মই আপোনাক এটা কথা কবলৈ আহিলোঁ।

অধ্যাপকে আগ্ৰহেৰে কলে ঃ কোৱা

ঃ আপোনাৰ ঘোচাটো কালি ইঞ্জিনিয়াৰ অশোক শৰ্মাই মিছাকৈ খালে।

অধ্যাপক আচৰিত হ'ল। কলে ঃ কিয় সেইদৰে কৈছা? আচলতে সেইটো ঘোচা খোৱাৰ পাচতহে সকলোবোৰ পলাল। বুজিছা, একোটা সময় আহে যেতিয়া আত্মৰক্ষাৰ প্ৰধান উপায় হ'ল অতৰ্কিত আক্ৰমণ। বিশ্ববিদ্যালয়ৰ ভব্যগব্য আধা-বুঢ়া অধ্যাপক ৰাভাই বক্তৃতা মঞ্চৰপৰা চৰ-ঘোচাও চলাব পাৰে বুলি সিঁহতে ভবাই নাছিল। আৰু, মোৰ প্ৰিয় ছাত্ৰদলেও মোৰ সেই কাৰ্য দেখিহে বেছিকৈ সাহ পাই গুণ্ডাবোৰক খেদি নিলে।

ঃসকলো বুজিছো চাৰ । আচলতে কিন্তু অশোক শৰ্মাই আপোনাক আক্ৰমণ কৰিবলৈ যোৱা নাছিল। তেওঁ আপোনাক তাৰপৰা আতঁৰাই নিৰাপদ ঠাইলৈ নিবলৈহে হাত মেলিছিল।

ঃ কোনে কলে তোমাক?

ঃ মই অশোক শৰ্মাক লগ পাইছোঁ। আৰু শৰ্মাৰ ওচৰত থকা বাকীবোৰ মানুহেও কৈছে যে কিছুমান মানুহে

আপোনাক আক্ৰমণ কৰিবলৈ যোৱা দেখি শৰ্মায়ে প্ৰথম খবৰদাৰ বুলি চিঞৰ মাৰি আপোনাক ৰক্ষা কৰিবলৈ আগবাঢ়ি গৈছিল।

কথা শুনি অধ্যাপক ৰাভা বৰ বিচলিত হৈ পৰিল। বিপদত পৰা মানুহৰ দৰে বিতত হৈ কবলৈ ধৰিলে ; ছেঃ ছেঃ ছেঃ বৰ বেয়া হ'ল, বৰ ভুল হ'ল ; কোবাচোন হৰিপ্ৰসাদ , লাহৰী আৰু যামিনীক কথাটো বুজাই কোবাচোন, দুয়োটাই অশোক শৰ্মাক ভুল বুজি আছে। ছেঃ বৰ বেয়া কথাটো হ'ল্। হেৰা হৰিপ্ৰসাদ, ব'লা অশোকৰ ওচৰলৈ যাওঁ এতিয়া। তাৰ মই নিজে গৈ ক্ষমা প্ৰাৰ্থনা কৰি আহো। নহলে বৰ বেয়া কথা হ'ব। নহয়নে হৰিপ্ৰসাদ ?

ঃ মই ভাবো আপুনি এতিয়াই যাব নালাগে।

ঃ কিয় তুমি ভাবিছা তেনেকৈ ? মই এটা ভুল কৰি এজন মানুহক আঘাতকৰিছোঁ। সেই কথা জনাৰ পাচত নিজে ক্ষমা খুজিবলৈ যোৱাৰ বাহিৰে ভাবিবলৈ কিটো আছে? এইবোৰ কি কথা কৈছা তুমি ?

ঃ কথাটো মই অশোক শৰ্মাক নিজে বুজাই কৈ আহিছোঁৱেই।

ঃ ভাল কৰিছা। কিন্তু মই দোষীটো নিজে এবাৰ যোৱাত বাধা দিছা কিয় ? তুমি গাড়ী আনিছানে নাই ?

ঃ আনিছো। মানে...............

ঃ বাদ দিয়া তোমাৰ মানে চানে। অ' লাহৰী, লাহৰী

লাহৰীক লৈ অধ্যাপক ৰাভা গৈ হঠাৎ যেতিয়া অশোক শৰ্মাৰ একেবাৰে শোৱা কোঠাত উপস্থিত হ'লগৈ, তেতিয়া অশোক শৰ্মাই অকলে অকলে ৰেডিঅ' বজাই বিছনাত বহি আগদিনাৰ কথাকে ভাবি আছিল। 'হেৰা অশোক, অশোক' বুলি অধ্যাপক ৰাভা যেতিয়া অশোকৰ শোৱা কোঠাত সোমাল, তেতিয়া লাহৰী আৰু হৰিপ্ৰসাদ দাস বহুত পিচত আছিল। হৰিপ্ৰসাদ দাসে পুৱাই অশোকৰ খণ্ডটো দেখি গৈছিল। গতিকে কিবা অঘটন ঘটাৰ ভয়ত মিষ্টাৰ সেনে লাহৰীক এৰি অশোকৰ কোঠালৈ বুলি দৌৰ মাৰিলে। সেন দৌৰা দেখি পিচে পিচে লাহৰী ৰাভাও প্ৰায় দৌৰাৰ দৰেই বেগাই গ'ল। সেন আৰু লাহৰীয়ে গৈ যিটো দৃশ্য দেখিলে সেইটো বৰ্ণনাৰ অতীত। অশোকক সাৱট মাৰি ধৰি চকুত চকুপানীৰে অধ্যাপক ৰাভাই অনৰ্গল অশোকক ক্ষমা ভিক্ষা কৰি নিজৰ ভুল স্বীকাৰ কৰি আছে ; আৰু একেদৰেই অভিভূত হৈ চকুত চকুপানীৰে অশোক অধ্যাপক ৰাভাৰ সবল বাহুৰ মাজত থাকি 'আপুনি চাৰ মোক ক্ষমা খুজিব নালাগে, মই বুজিছোঁ" বুলি অনৰ্গল কৈ আছে। সেন আৰু লাহৰী সেই দৃশ্য দেখি দুৱাৰমুখতে দুয়ো থৰ হৈ অলপ পৰ ৰ'ল। ইতিমধ্যে অধ্যাপক ৰাভাই অশোকক এৰি দিলে, কিন্তু নিজৰ অন্তৰত দুখ প্ৰকাশ কৰি ইস্-আস্ কৰি থাকিল। অধ্যাপক ৰাভাৰ বাহু বন্ধনৰপৰা মুক্ত হৈ অশোকে লৰালৰিকৈ অধ্যাপকক বহিবলৈ চকী এখন আগবঢ়াই দিয়াৰ পাচতহে লাহৰী আৰু সেনক দেখিলে। দুয়োকে দেখি চাকৰক চকী আনিবলৈ চিঞৰাৰ লগে লগে লাহৰী আৰু মিষ্টাৰ সেন দুয়ো গৈ অশোকৰ বিছনাতে বহিল। জীৱনত প্ৰথমবাৰৰ বাবে লাহৰী তাৰ ঘৰলৈ আহি তাৰ বিচনাত বহাৰ পাচত অশোকে গোটেই পৃথিৱীখনকে যেন নতুনকৈ ধুনীয়া দেখিলে।

অশোক শৰ্মাৰ ঘৰত প্ৰায় এঘণ্টা বহি অধ্যাপক ৰাভা আৰু লাহৰী হৰিপ্ৰসাদ সেনৰ গাড়ীৰে আহি নিজৰ ঘৰ পাওঁতে অধ্যাপকৰ ঘৰৰ আগত বিশেষ মানুহ নাছিল। যি দুই - এজন আছিল, সেইকিজনেও ৰাভাৰ কুশলবাৰ্তা সুধি বিদায় ললে। ৰাভাই জোৰ কৰি হৰিপ্ৰসাদক ভাত খাবলৈ ৰাখিলে। অগত্যা অধ্যাপকৰ অনুৰোধ এৰি যোৱাৰ উপায় নাই যেন দেখি হৰিপ্ৰসাদে দাবী কৰিলে - সিদিনা যাদু-বিশ্বাস আৰু ধৰ্মৰ তুলনা কৰি দেখুৱাব খুজিও শেষ পৰ্যন্ত সেই বিষয়ে নোকোৱা কথাখিনি যদি আজি অধ্যাপকে কয় তেন্তে হৰিপ্ৰসাদে ভাত খাব। আগদিনা বিশ্ববিদ্যালয়ত ঘটা সাধাৰণ ঘটনাকে কেন্দ্ৰ কৰি সময়বোৰ নষ্ট হোৱাত অধ্যাপকে নিজেও মনে মনে বৰ বেয়া পাই আছিল। সেইবোৰ কথা পাহৰিবৰ কাৰণে নিজ চিন্তা চৰ্চালৈ ঘূৰি যোৱাই ভাল বুলি অধ্যাপকে ভাবিছিল। নিজ চিন্তা-চৰ্চালৈ ঘূৰি যাবলৈ হৰিপ্ৰসাদ সেনেই এটা পথ উলিয়াই দিয়াত অধ্যাপকে ভাল পালে। হাঁহি হাঁহি কলে ঃ ঠিক আছে ; ধৰ্ম আৰু যাদুবিশ্বাসৰ কথা বৰ বেছি নহয়। এতিয়াই সেই কথা কওঁ আহা।

ঃ এতিয়াই ? ভাত ?

লাহৰীয়ে মাত লগালে ঃ ভাতত মই এতিয়া লাগিলেগৈহে হ'ব। গতিকে আপোনালোকে কথা অন্ততঃ এফন্টা পাতিব পাৰে।

আজি হৰিপ্ৰসাদক লাহৰীৰ বেয়া লগা নাছিল। বিশেষকৈ হৰিপ্ৰসাদৰ কাৰণেই অশোকৰ প্ৰতি অধ্যাপকৰ থকা ভুল ধাৰণা ভগা কাৰণে আৰু কালি বিশ্ববিদ্যালয়ত ঘটা ঘটনাই অস্থিৰ কৰি ৰখা বাপেকক মিষ্টাৰ সেনেই শান্ত কৰাৰ কাৰণে, লাহৰীয়ে মনে মনে ইতিমধ্যেই হৰিপ্ৰসাদ সেনক প্ৰশংসো কৰিছিল। কথা পাতি বাপেকৰ মনটো মুকলি হবৰ কাৰণেই লাহৰীয়ে ভাত দেৰি হ'ব বুলি কৈ বাপেকক হৰি প্ৰসাদৰ লগত কথা পতাৰ সুযোগ উলিয়াই দিলে।

গবেষণাগাৰৰ আৰামী চকীত গা এৰি দি সমুখত থকা হৰিপ্ৰসাদ সেনক অধ্যাপক বাভাই সুধিলে ঃ তুমি ফ্ৰেজাৰৰ 'গোল্ডেন বাও' নামৰ কিতাপখন পঢ়িছানে ?

পঢ়িবলগীয়া কিতাপ বুলি বহুত দিনৰেপৰা শুনিছোঁ। কিন্তু আজিও পঢ়া হোৱা নাই। আপুনিতো জানেই, নিতান্ত বাধ্য নহলে মই কোনো কিতাপকে নপঢ়ো।

ঃ এইখন পঢ়িবা। তাত থকা এটা কাহিনী কওঁ শুনা। 'নেমিৰ পুৰোহিত' এই কাহিনীটোৰ নাম। নেমি নামৰ হ্ৰদৰ দাঁতিত থকা অৰণ্য ডায়না বা অৰণ্য দেবীৰ মন্দিৰ বা অৰণ্যকুঞ্জ। সেই অৰণ্যকুঞ্জত এজোপা ডাঙৰ গছ, আৰু তাৰ দাতিয়েদি কোনোবা গলেই দেখে যে গছজোপাৰ গাতে এজন সজাগ চকুৰা মানুহ খোলা তৰোৱাল হাতত লৈ অনবৰত ৰৈ থাকে। এইজনেই সেই কুঞ্জৰ পুৰোহিত। এওঁৰ উপাধি ৰজা। এওঁ খোলা তৰোৱাল লৈ ৰৈ থকাৰ কাৰণ আছে। এই অৰণ্যকুঞ্জৰ নিয়ম মতে যি মানুহে তাত থকা পুৰোহিত জনক হত্যা কৰিব তেৱেঁই সেই কুঞ্জৰ নতুন পুৰোহিত হ'ব। গতিকে তাত থকা পুৰোহিত প্ৰত্যেকজনেই কাৰোবাৰ দ্বাৰা আক্ৰান্ত হৈ মৰাৰ ভয়ত সদায় সজাগ হৈ থাকে। চকু সোমাই যায়, টোপনি নাই, অৱসৰ নাই, কেবল সজাগ পহৰা। তাৰ মাজতে কোনোবা সুৰুঙাত কোনোবাই আহি হত্যা কৰি নিজে পুৰোহিত হৈ পুনৰ নিজেও একে শংকাত সজাগ হৈ মৃত্যুলৈকে জীৱন-যাপন কৰে।

এই ব্যৱস্থা যি সময়ত আছিল, সেইটো নিশ্চয় বৰ্বৰ যুগ আৰু সেই বৰ্বৰতাৰ চিন আমি দুৰ সভ্য হোৱা লৈকে চলি আছিল। এই মন্দিৰ থকা দেশ ইটালীৰে এইটো বিশেষত্ব নহয়; প্ৰায়বোৰ দেশতে এনেকুৱা কিবা নহয় কিবা একোটা প্ৰথা সভ্য যুগলৈকে চলি থকাৰ নজিৰ আছে। পুৰোহিতজনে পোৱা ৰজা উপাধিও মন কৰিবলগীয়া। এনেকুৱা পুৰোহিত ৰজাৰ উদাহৰণ আমাৰ ধৰ্মশাস্ত্ৰবোৰত নাই জানো? সেই দিনত পুৰোহিত ৰজা হৈছিল বুলি কলেই কিন্তু শেষ নহয়। ৰজাৰ ঐশ্বৰিক শক্তিক মানুহে সৰলভাৱে বিশ্বাসো কৰিছিল। পুৰোহিত আছিল মানুহ আৰু দেৱতাৰ মাজত যোগসূত্ৰ। দেৱতাই পুৰোহিতৰ কথাহে শুনে, পুৰোহিতে বাছি দিয়া বস্তুহে গ্ৰহণ কৰে। ৰজা কিন্তু ভগবানেই। ৰজায়ে ভগবানৰ দৰে প্ৰজাৰ ভাল বেয়া কৰিব পাৰে। আনকি ৰ'দ আৰু বৰষুণ পাবলৈয়ো মানুহে ৰজাক প্ৰাৰ্থনা কৰিছিল। মানুহে তেতিয়া প্ৰাকৃতিক আৰু অতি প্ৰাকৃতিকৰ মাজত ব্যৱধান কৰিব পৰা নাছিল। মানুহে ভাবিছিল, মানুহৰে নিচিনা কোনোবা অতিমানৱে এই পৃথিৱী শাসন কৰে আৰু সেই অতিমানৱো মানুহৰ দৰেই প্ৰাৰ্থনা, কৰুণা, ভিক্ষা, দয়া আদিৰ দ্বাৰা সন্তুষ্ট হয়। প্ৰাৰ্থনা, প্ৰতিজ্ঞা আৰু ভীতি-প্ৰদৰ্শনেৰে দেৱতাকো বশ কৰি কামনাৰ বস্তু আদায় কৰিব পাৰি বুলি ভাবিছিল। আৰু, সেই ভগবান যদি কেতিয়াবা কোনোবা মানুহৰ যোগেদি আৰ্বিভাৱ হয় বা কোনোবা মানুহৰ গাত লম্ভে, তেন্তে সেই মানুহজনে নিজৰ আৰু সমাজৰ ভালৰ কাৰণে নিজেই ভগবানৰ সমানেই সকলো কৰিব পাৰে ভগৱানক প্ৰাৰ্থনা নকৰাকৈ। এই বিশ্বাসৰপৰাই মানৱৰূপী দেৱতাৰ আৱিৰ্ভাৱ।

ইয়াৰ লগতে মানুহৰ আন এবিধ বিশ্বাসো আছিল আৰু এই দ্বিতীয়বিধ বিশ্বাস প্ৰথম বিধতকৈ পুৰণি বুলিহে অনুমান হয়। এই বিধ বিশ্বাসতেই আজিৰ প্ৰকৃতি-বিজ্ঞানৰ বীজ থকা যেন লাগে। এই বিধ বিশ্বাসমতে, প্ৰকৃতিৰ এনে এক নিয়ম যে সকলো ঘটনা পৰ্যায়ক্ৰমে নিজে নিজে ইটোৰ পিচত সিটোকৈ ঘটি যায় আৰু তাত আন কাৰো হাত নাই। যেনে, ভাল গুটি

মাটিত গুজিলে পুলি হ'বই, পুলিৰপৰা গছ হ'বই, গছত ফুল আৰু ফুলৰপৰা গুটি লাগিবই। এইবোৰ ঘটনা পৰ্যায়ক্ৰমে প্ৰকৃতিত আন কাৰো আদেশ বা সহায় নোহোৱাকৈ ঘটিয়ে থাকে। আৰু এই বিশ্বাসেই আমাক যাদু -বিশ্বাসৰ ওচৰলৈ লৈ যাব পাৰে।

যাদু বিদ্যা কি? যাদু-বিশ্বাস নুবুলি যাদু বিদ্যা বুলিছোঁ। কাৰণ বিশ্বাস বুলিলেই ই অন্ধবিশ্বাসৰ পৰ্যায়ত পৰিব। দুটা চিন্তা-ৰীতিৰ ওপৰত যাদু-বিদ্যা বা মেজিক প্ৰতিষ্ঠিত তাক দুভাগত ভগাব পাৰি। যেনে, প্ৰথমটো হ'ল, একে কাৰ্যকাৰণ একেই হ'ব বা একে কাৰ্যৰ একে ফল। আৰু দ্বিতীয়টো হ'ল - যিবোৰ বস্তু এসময়ত সংযুক্ত হৈ আছিল, সেইবোৰ বস্তু আঁতৰা আঁতৰি হলেও ইটোৱে সিটোৰ ওপৰত আগৰ দৰে প্ৰভাৱ বিস্তাৰ কৰিয়ে থাকে। প্ৰথম ৰীতি অনুসৰি যাদুকৰে বিশ্বাস কৰে যে এবিধ কাৰ্যৰ অনুকৰণ কৰি তেওঁ সেইবিধ কাৰ্যৰ ফল ফলাব পাৰে। দ্বিতীয় বিধ অনুসৰি যাদুকৰে ধৰি লয় যে এজন মানুহৰ শৰীৰৰ লগত সম্বন্ধ থকা বস্তুৰ ওপৰত কিবা এটা কৰিও যাদুকৰে মানুহজনৰ ওপৰত সেই কাৰ্যৰ ফলৰ প্ৰভাৱ পেলাব পাৰে। প্ৰথম বিধৰ মতে যাদুকৰ বা বাজীকৰে কোনোবা মানুহৰ প্ৰতিকৃতি দাহ কৰি ভাবে যে জুই লাগি প্ৰতিকৃতি শেষ হোৱাৰ দৰে মানুহজনো পুৰি শেষ হ'ব। সেই যাদু বিশ্বাসৰ ভেটিতে আজিও আমি শত্ৰুস্থানীয় বুলি ভবা নেতা আদিৰ জুমুঠি বা প্ৰতিকৃতি দাহ কৰোঁ। আমাৰ যে ইটো কৰিব নাপায়, সিটো কৰিব নাপায় বুলি কোৱা হয়, তেনেকুৱা বহুত 'নাপায়' ৰ গুৰিতে আছে এনেকুৱা যাদু বিশ্বাস। মানুহৰ ঘৰত পূজা সেৱাৰ বাহিৰে একমাত্ৰ মানুহ মৰিলে শঙ্খ বজোৱা হয়। গতিকে শঙ্খ বজোৱা কাৰ্যই ঘৰত কাৰোবাৰ মৃত্যু মাতিব পাৰে।

আনবিধ যাদুবিদ্যাৰ সুন্দৰ উদাহৰণ হ'ল কাটি পেলাই দিয়া নখ বা চুলিৰ ব্যৱহাৰ। আমাৰ তিৰোতাই কেতিয়াও য'তে - ত'তে আনে পোৱাকৈ সৰা চুলি নথয়। কিয়? যাদুকৰ বা বাজীকৰৰ মতে সেই সৰা চুলি বা কটা নখ নি তাত জুই লগালে বা আন কিবা অপকাৰ কৰিলে, সেই চুলি বা নখৰ মালিকজনৰ গাত জুই লাগিব বা নখ-চুলিক যি অপকাৰ কৰে মানুহজনৰো সেইবোৰ অপকাৰ হব।

মুঠতে, একে কাৰ্যৰ একে ফল হয় - প্ৰকৃতিৰ এই নীতিক যুক্তিসিদ্ধভাৱে কামত লগালে বিজ্ঞান হয় আৰু অবৈধভাৱে ব্যৱহাৰ কৰিলে বিজ্ঞানৰ জাৰজ ভনী স্বৰূপ যাদুবিশ্বাস হয়।

এতিয়া ধৰ্ম কি? ধৰ্মৰ ব্যাখ্যা বহুতে বহুত ধৰণেৰে দিব পাৰে। সকলো মতামতৰ মাজত কিন্তু এই কথা থাকিব যে দেৱতাক বা স্ৰষ্টাক সন্তুষ্ট কৰিব লাগে, পূজা কৰিব লাগে। গতিকে ধৰ্মৰ মতে এই বিশ্ব চৰাচৰ আৰু মানুহৰ জীৱনৰ নিয়ন্ত্ৰণৰ গুৰিত থকা মানুহতকৈ শ্ৰেষ্ঠ এক শক্তিৰ অস্তিত্ব স্বীকাৰ কৰিব লাগে। গতিকে ধৰ্মত এক অতি মানৱ শক্তিৰ ওপৰত বিশ্বাস আৰু সেই শক্তিক সন্তুষ্ট কৰিবলৈ পূজা-প্ৰাৰ্থনা থাকিবই লাগে। প্ৰথমে সেই শক্তিক বিশ্বাস, তাৰ পাচত পূজা-প্ৰাৰ্থনা। বেজ - বাজীকৰৰো যখিনী প্ৰেত,অপদেৱতা আদি আছে; কিন্তু সেইবোৰক বেজে নিজে শাসন কৰিব পাৰে। ধৰ্মত কিন্তু দেৱতা মানুহৰদ্বাৰা শাসিত নহয়, মানুহহে দেৱতাৰ দাস। আমাৰ দেশত বেজে জাৰোঁতে ব্ৰহ্মা-বিষ্ণু-শিৱক গালি পাৰি ভয় খুৱাই কাম কৰায়, অন্ততঃ তেনেকুৱা গালি আৰু কীৰ্তি - প্ৰদৰ্শনৰ মন্ত্ৰ গায়। বেজ-জাদী বাজীকৰ আদিৰ প্ৰভাৱত আমাৰ দেশত এটা কথা প্ৰচলিত এইবুলি : বিশ্বব্ৰহ্মাণ্ড ভগৱানৰ অধীন, ভগৱান মন্ত্ৰৰ অধীন, মন্ত্ৰ বেজৰ অধীন, গতিকে বেজে মন্ত্ৰেৰে ভগৱান তথা বিশ্ব-ব্ৰহ্মাণ্ডক বশ কৰিব পাৰে।

এতিয়া ৰজা উপাধিটোৰ বা শ্ৰেণীটোৰ বিষয়ে ভাবি চোৱা। ৰজা পুৰোহিত, ৰজাৰ যোগেদি ভগৱানক তুষ্ট কৰিব পাৰি। ইপিনে ৰজা নিজে ভগৱানৰ অংশ যি ভগৱানৰ দৰেই ভক্তৰ ওপৰত তুষ্ট হয় আৰু কষ্ট হলে সকলো প্ৰকাৰৰ হানি-বিঘিনি কৰাৰ শক্তি ভগৱানৰ দৰেই আছে। আকৌ ৰজাই বেজ বা বাজীকৰৰ দৰে মন্ত্ৰেৰে ভগৱান তথা সমগ্ৰ সৃষ্টিক বশ কৰি ৰাখিব পাৰে। ইমানবিলাক শক্তিৰ অধিকাৰ বুলি নিজক প্ৰতিষ্ঠিত কৰা ৰজাৰ সাধাৰণ মানুহৰ ওপৰত প্ৰভাৱ কৌটিকলীয়া। আৰু সেই প্ৰভাৱৰ প্ৰয়োজন এতিয়া নাই বুলি মানুহক বুজাত সহায় কৰি দিবলৈকে আমি এইবোৰ জানিব লাগে। এই দাবিৰ অবহেলা কৰা বুদ্ধিজীৱি মানৱ প্ৰগতিৰ, শোষিত জনতাৰ ঘোৰ শত্ৰু। বহুত বকিলোহে। বুজিলানে বাৰু ?

হৰিপ্ৰসাদ সেনে দীঘলকৈ উশাহ লৈ কলে : বুজাত অকণো অসুবিধা হোৱা নাই। বৰঞ্চ নিজৰ অতীত সম্বন্ধে আপোনাৰ আবামত মোহিত হৈ পৰিছোঁ। মই কেৱল ভাবিছো, ধৰ্মৰ নামত মানুহ সহজতে উত্তেজিত হোৱা এই ভাৰতত আপোনাৰ নিচিনা ধৰ্ম-বিৰোধীক কোনোবাই উচিত সম্মান আৰু প্ৰচাৰ দিবনে?

অধ্যাপক ৰাভা জাপ মাৰি উঠিল : নকবা , সেইদৰে নকবা, মই ধৰ্ম-বিৰোধীও নহয়, ধৰ্ম-বিদ্বেষীও নহয়। সমাজৰ এক অতীত কালত শ্ৰেণী স্বাৰ্থত আৰু অসহায় মানুহক পতিয়ন নিয়াবলৈ ধৰ্মৰ প্ৰয়োজন হৈছিল। সকলো কথাৰে ভাল-বেয়া দুটা দিশ আছে। সমসাময়িক প্ৰয়োজন পূৰোৱাত ধৰ্মৰ অতীতত বহুতো ভাল বৰঙণিও আছে, মই মাত্ৰ কব খুজিছোঁ, ধৰ্মৰ ইতিহাস পঢ়ি আমি বুজিবৰ হ'ল যে মানৱসমাজৰ অগ্ৰগতিয়ে ধৰ্মৰ প্ৰয়োজন এতিয়া নোহোৱা কৰিছে - এই সত্য আমি উপলব্ধি কৰিবৰ হ'ল। ধৰ্ম মানুহৰ সৃষ্টি , ধৰ্মৰ প্ৰয়োজনো মানুহেই এতিয়া ইতি কৰিছে। সেইটো মানৱ সমাজে কেঁচুৱাতে খোৱা দুধদানী। এতিয়াও ব্যৱহাৰ কৰিলে বহুবালি হব।

হঠাৎ কোবা বন্ধ কৰি অধ্যাপক ৰাভা বৈ গ'ল। হৰিপ্ৰসাদ সেনৰ কাণত অধ্যাপক ৰাভাৰ কথাবোৰ এনেকৈ বাজি আছিল যে ৰাভাই কথা বন্ধ কৰাৰ পাচতো সেনৰ এনেকুৱা লাগিল যেন তেতিয়াও ৰাভাৰ কথা শুনিয়ে আছে। লাহৰী ৰাভাই আহি ' ভাত দিছো' বুলি কোৱাৰ আগলৈকে ৰাভা আৰু সেন কোনো শব্দ নকৰাকৈ দুয়ো মুখামুখিকৈ বহি থাকিল।

: দেউতা,ভাত দিছোঁ।

: অ' ! ভাত দিছনেকি? ইমান সোনকালে হ'লনে?

: সোনকালে হোৱা নাই। দুই বাজিল।

: পিচে এওঁ হৰিপ্ৰসাদ ? তুমি ভাত ..............

: তেখেতকো দিছোঁ।

: ভালেই হ'ল তেন্তে। ব'লা ভাত খাই খাই গল্প কৰিব পৰা হব। তোমাৰ কিবা বিশেষ কাম আছে নেকি এতিয়া?

: নাই, বিশেষ কাম একো নাই।

: ঘৰত তোমাৰ চাকৰ - ল'ৰাটো বৈ থাকিব নেকি?

: নাই নাথাকে।

: মোৰ আকৌ সেইটো এটা মহা বিপদ। এয়ো বৈ থাকে, যামিনীও বৈ থাকে।

: আপোনাৰ কথা বেলেগ। এখেতসকল বৈ থাকে বুলি জানে কাৰণেই আপুনি ভাত খাবলৈ আহে। নহ'লে ভাত খোৱাৰ কথা আপোনাৰ মনত নথকাই স্বাভাবিক।

: মোৰ কথাবোৰ তুমি বাৰু কেনেকুৱা পাইছা?

: বেয়া পোৱা হ'লে শুনি নাথাকোৱেই। অদৰকাৰী কথা শুনি থকাৰ ভদ্ৰতা মোৰ নাই।

: দেউতা, ভাত চেচা হৈ যাব।

: মিছা নহয়। ব'লা হৰিপ্ৰসাদ, আমি খাই খাই কথা পাতিথাকিম। ভাল লাগিব।

লাহৰী ৰাভাৰ মাতত যেন দুয়ো সাৰ পোৱাদি পালে। ভাত খাবলৈ বুলি যাওঁতে অধ্যাপক ৰাভাই কৈ গ'ল : বুইছা হৰিপ্ৰসাদ, বৈদান্তিকসকলো অসামান্য পণ্ডিত আৰু মহৰ্ষি বুলি স্বীকাৰ কৰি যোৱা বস্তুবাদী পণ্ডিত চাৰ্বাক আমাৰ ঋষিয়েই। সেই চাৰ্বাকে ভগবানৰ অস্তিত্ব এখুদো স্বীকাৰ নকৰিলে। সাংখ্য শাস্ত্ৰৰ মতেও আদিম প্ৰকৃতিৰপৰাই পৃথিৱীৰ বিকাশ, তাত ভগবানৰ অস্তিত্ব নাই।

পিচত কোনো মতে 'পুৰুষ' সুমাই ভগবানক লুকাই-চুৰকৈ সাংখ্যত সুমুৱাৰ চেষ্টা কৰাৰ প্ৰমাণ আছে ; সেইটো প্ৰয়োজনত পৰি বহুত পিচৰ যুগৰ পণ্ডিতে কৰা দুৰভিসন্ধি। পূৰ্ব মীমাংসা শাস্ত্ৰই ভাববাদী দৰ্শনৰ দোষোৰে বিৰোধিতা কৰি

আদিম যাদু - বিশ্বাসব ধাবা অনুসৰণ কৰিছিল - অৰ্থাৎ ভগবানক স্বীকাৰ কৰা নাছিল। আমাৰ শাস্ত্ৰবোৰতে বহুত বিজ্ঞ ঋষি - মুনিয়ে প্ৰমাণ কৰি গৈছে যে চিন্তাৰ বিভ্ৰান্তিকৰ কবলত পৰিলেহে ভগবানৰ অস্তিত্ব স্বীকাৰ কৰিব পাৰি।

ইমানবোৰ বিজ্ঞ পণ্ডিতৰ সমৰ্থন পায়ো নিৰীশ্বৰবাদ, অথবা, বস্তু বাদী চিন্তাধাৰাই ভাৰতত গা কৰিব নোৱাৰিলে কেলেই? তাৰ প্ৰধান কাৰণ হ'ল বস্তুবাদে কেতিয়াও ৰাজকীয় সমৰ্থন পোৱা নাছিল - পাব নোৱাৰে। গতিকে ৰাজ-বোৰৰ লক্ষ্য বস্তুবাদক নিৰ্মূল কৰিবলৈ ৰাজানুগ্ৰহ লাভ কৰা ধৰ্মমূলক ভাববাদী দৰ্শনে সকলো সুবিধা পালে। কিন্তু সেয়া হ'ল শিক্ষিতৰ মাজত। অশিক্ষিত হোজা জনসাধাৰণে সেই বস্তুবাদী চিন্তাৰ চিন এতিয়াও মনে মনে বিভিন্ন ৰূপত থাই পিহি ৰাখি থৈছে। গতিকে বস্তুবাদী চিন্তাধাৰাৰ তথা শিক্ষিতৰ মগজুতকৈ এতিয়াও হোজা গাঁৱলীয়াৰ মগজে সহজে ঢুকি পায়। খেতিয়ক ৰাইজে ভাল ফচল পাবলৈ ভাল ধানৰ কঠীয়া বিচাৰে; যি কোনো কঠীয়াকে বেজে শিকোৱা মন্ত্ৰ মাতি ৰই ভাল ফল পাব বুলি আশা নকৰে।

ভাত খাই থাকোতেও অধ্যাপক ৰাভাই হৰিপ্ৰসাদ সেনক এনেকৈ কথা কৈ গ'ল যে তাত যে বেচেৰী লাহৰী ৰাভাও বহি আছে সেই কথা যেন ৰাভা আৰু সেন উভয়েই জনাই নাছিল। এই উপেক্ষাই লাহৰীৰ চকুলৈ পানী আনিছিল। লাহৰীয়ে মনে মনে চকু মোহাৰি পেলাইছিল। লাহৰীৰ এই কাৰ্যও কোনো এজনে লক্ষ্য কৰা নাছিল। জীৱনত প্ৰথম বাৰৰ কাৰণে লাহৰীৰ মনক বাপেকৰ উপেক্ষাই তীব্ৰ আঘাত হানিছিল।

অধ্যাপক ৰাভাই আপোন মনে কৈছিল: বুজিছা হৰিপ্ৰসাদ, ধাৰ্মিকসকলকো মই এই বুলি কব পাৰো যে হিন্দু ধৰ্মৰ শাস্ত্ৰৰ সীমাৰ ভিতৰতে বস্তুবাদী চিন্তাৰ নজিৰ অসংখ্য আছে। যিসকল ধাৰ্মিক হৈ থাকিব খোজে, সেইসকলেও ধৰ্মৰ শাস্ত্ৰ-গ্ৰন্থৰ ভিতৰতে ভাববাদী চিন্তা এৰি বৈজ্ঞানিক বস্তুবাদী চিন্তাৰ পথ বিচাৰি পাব পাৰে।

লাহৰী ৰাভাৰ কাণত কিন্তু বাপেকৰ এইবোৰ কথা সোমোৱা নাছিল। কেৱল ভাবিছিল, যিজন বাপেকৰ বাবে তাই ইমান ভাবে ,সেইজন বা পেকে কিয় তাইক ইমান উপেক্ষা কৰে? কিয়? ❑

" The abolition of religion as the illusory happiness of the people is required for their real happi ness. The demand to give up the illusions about its condition is the demand to give up to the condition which needs illusions. The criticism of religion is therfore in embryo the criticism of the vale of woe, the halo of which is religion."

মানুহৰ সুখৰ মিছা মোহ স্বৰূপ ধৰ্মক বৰ্জন কৰাটো মানুহৰ আচল সুখৰ কাৰণেই প্ৰয়োজন। সেই মোহ বা বিভ্ৰম এৰা মানেই এটা মোহজনক আৰু বিভ্ৰমাত্মক অৱস্থাৰ হাত সৰা।

**হৰিপ্ৰসাদ** সেন নগাঁৱৰ মানুহ। নামটো শুনি বঙালী যেন লাগিলেও আচলতে অসমীয়া। কেইবা পুৰুষৰো আগতে সেনহঁত শ্ৰীহট্টৰ পৰা অসমলৈ আহিছিল। তেতিয়া ব্যৱসায় আছিল খেতি কৰা আৰু বেপাৰ কৰা। এই দুয়োটা কাৰ্যতে স্থানীয় মানুহক অসন্তুষ্ট কৰি নিজৰ বেলেগ ঐতিহ্য আৰু সংস্কৃতি প্ৰমাণ কৰিব খুজিলে ক্ষতিগ্ৰস্ত হ'ব লাগে। বিশেষকৈ সাধাৰণ শাক-পাচলিৰ খেতি আৰু বেপাৰত। নিজৰ অৱস্থা টনকিয়াল কৰি লবলৈ অহোপুৰুষাৰ্থ কৰোতে সাম্প্ৰদায়িক চিন্তা আন বহুতৰ দৰে তেওঁলোকৰ মনটো সোমোৱা নাছিল। লাহে লাহে চাকৰি বিচৰা তথাকথিত ভদ্ৰলোক বা নিম্ন মধ্যবিত্ত শ্ৰেণীৰ মানুহ অসমলৈ বেছিকৈ আহিবলৈ ধৰিলে। বিশেষকৈ চুবুৰীয়া ৰাজ্য বঙ্গদেশৰ পৰা। চাকৰি বিচৰা মানুহৰ মাজত অসমীয়া - বাঙালী বুলি বিৰোধ উপস্থিত হ'ল। অসমতে থকা থলুৱা লোকে অসমৰে চাকৰিত বেছি সুবিধা বিচৰাটো স্বাভাৱিক কথা। গতিকে সংঘৰ্ষ উপস্থিত হ'ল। কিন্তু হৰিপ্ৰসাদ সেনৰ পৰিয়ালৰ নিচিনা মানুহবোৰ সেই সংঘৰ্ষত অসমীয়া চাকৰি প্ৰাৰ্থীৰ সপক্ষে হ'ল; কাৰণ তেওঁলোকৰ দাবী থলুৱা বুলি।

বিশ্ববিদ্যালয়ত অধ্যাপক ৰাভাক লৈ হোৱা ঘটনাৰ পাচত এসপ্তাহ বাগৰি গ'ল। ইতিমধ্যে গুৱাহাটীৰ বুকুত ঘটা ঘটনাই মিষ্টাৰ সেনক ব্যস্ত কৰি ৰাখিছে। সংবাদদাতা হিচাপে হৰিপ্ৰসাদ সেনৰ আজি ১৯৭১ চনৰ জুলাই মাহৰ ১৫ তাৰিখে মুৰটো সমস্যাটোত সোমাই পৰিছে। গুৱাহাটীত আজি প্ৰায় তিনিমাহ ধৰি এটা বিৰাট প্ৰাসাদোপম অট্টালিকাৰ তিনি মহল জুৰি এটা প্ৰতিষ্ঠানৰ প্ৰধান কেন্দ্ৰ স্থাপিত হৈছে। ঘৰটোৰ সন্মুখত লিখা আছে -

শ্ৰীমহাভাৰ্যাশ্ৰমম্

মহান ভাৰত আৰ্য অধ্যাত্মবাদী আশ্ৰম

শ্ৰী১০৮ × ১০ কৃষ্ণস্বামী ব্ৰহ্মচাৰী মহাৰাজৰ

পূৰ্বাঞ্চলাশ্ৰম

প্ৰৱেশানুমতি কেৱল ভক্তবৃন্দৰ কাৰণেহে

( মহাৰাজৰ দৰ্শন : প্ৰতি সন্ধিয়া সাত বজাত)

এনেকুৱা বহুত ব্ৰহ্মচাৰী আৰু মহাৰাজৰ আশ্ৰম হৰিপ্ৰসাদ সেনে দেখিছে আৰু সেইবোৰৰ প্ৰায়বোৰেই যে নিৰীহ পেটৰ দায়ত উলিওৱা উপাৰ্জনৰ পথ - সেই কথা হৰিপ্ৰসাদে জানে। কিন্তু তাৰ ত্ৰিশ বছৰীয়া জীৱনত এইবিধ মহাৰাজক লৈ কেতিয়াও ইয়াৰ আগতে চিন্তাত সি পৰা নাছিল। গুণ্ডাৰ দৰে মতগজ চেহেৰাৰ হৰিপ্ৰসাদে সাধাৰণতে সকলো খবৰ সংগ্ৰহতে নিজৰ নিৰাসক্তিৰ পৰিচয় দিয়ে। কিন্তু এই কৃষ্ণস্বামী মহাৰাজৰ কাণ্ড-কাৰখানাই তাক বিপদত পেলাইছে। কালি সন্ধিয়া এজন বিশিষ্ট বয়োবৃদ্ধ মন্ত্ৰীয়ে এই আধ্যাত্মিক পূৰ্বাঞ্চলাশ্ৰম আনুষ্ঠানিকভাৱে মুকলি কৰিলে। পৃথিৱীৰ উদবৃত্তজীৱিৰ মাজত ৰাষ্ট্ৰশক্তি আৰু দেৱতাৰ জন্ম, মানুহৰ মাজত উদবৃত্তজীৱি শ্ৰেণী আৰু নৈবেদ্যজীৱী দেৱ-দেৱীৰ জন্ম, সমসাময়িক আৰু পৰস্পৰৰ পৰিপূৰক আৰু সহায়ক বুলি জনা হৰিপ্ৰসাদে আশ্ৰম মন্দিৰাদি আজিও ভাৰতত মন্ত্ৰী আদি ৰাষ্ট্ৰশক্তিৰ গুৰিয়ালে উদ্বোধন কৰি ফুৰাটো একো আচৰিত কথা বুলি নাভাবে। বৰঞ্চ সুবিধাভোগী শ্ৰেণীৰ প্ৰতিনিধি হিচাপে মন্ত্ৰী আদিয়ে নিজ শ্ৰেণীৰ স্বাৰ্থতে সেইবোৰৰ পৃষ্ঠপোষকতা কৰা উচিত। কিন্তু এই মহান ভাৰত আৰ্য আশ্ৰমৰ বিষয়ে পুলিচৰ গুপ্তচৰ বিভাগৰ হতুৱাই অনুসন্ধান নকৰাকৈ এজনা মন্ত্ৰীয়ে সেই আশ্ৰম উদ্বোধন কৰি নিজ পৃষ্ঠপোষকতা আগবঢ়াব পাৰে কেনেকৈ? চৰকাৰী প্ৰচাৰ বিভাগৰপৰা আগতীয়াকৈ আশ্ৰমলৈ মন্ত্ৰীৰ আগমনৰ খবৰ পাইছিল হৰিপ্ৰসাদে। মন্ত্ৰী অহাৰ

কথা আবেলি ; কিন্তু কিবা কৌতূহলৰ কাৰণে হৰিপ্ৰসাদে আগদিনা সন্ধ্যাই গ'ল সেই আশ্ৰমলৈ। সাধাৰণ ভক্তসকল যোৱাৰ পাচতে নিজকে বিশিষ্ট ভক্তৰূপে চিনাকি দি হৰিপ্ৰসাদে সন্নাসী প্ৰধানৰ লগত আধাঘণ্টা বাক্যলাপ কৰাৰ উপৰিও নিশা প্ৰায় এঘাৰ বজালৈকে আশ্ৰমৰ কাৰ্যধ্যক্ষ, প্ৰচাৰ সচিব আদি বিশিষ্ট শিষ্য বৰ্গক লগ ধৰিলে। হৰিপ্ৰসাদে খবৰ উলিয়াব জানে। মহাৰাজকে ধৰি সকলোকে কলে যে এই আশ্ৰমৰ কাৰ্যাৱলীৰ প্ৰতি অনুৰক্ত হৈ নিজে সেই বিষয়ে জানি এক সৰ্বভাৰতীয় আৰু আন্তৰ্জাতিক প্ৰচাৰৰ কাৰণে সমল গোটাবলৈ তেওঁৰ আগমন। তেওঁৰ মতে এনেকুৱা অসমীয়া প্ৰতিষ্ঠানে প্ৰচাৰ পোৱা প্ৰয়োজন বুলি তেওঁ বিবেচনা কৰে। তাত বিশিষ্ট ভক্তসকলৰ ভিতৰত কলেজ বিশ্ববিদ্যালয়ৰ অধ্যাপক, ধনী ব্যৱসায়ী,কোটিপতি-শিল্পপতি, আদিৰ সমাগম দেখি হৰিপ্ৰসাদ সেন অকণো আচৰিত হোৱা নাছিল। কিন্তু দীপক বৰঠাকুৰ, অৰুন বৰুৱা, অশোক শৰ্মা আদিৰ নিচিনা উচ্চ শিক্ষিত ডেকা তালৈ কিয় যাব লাগে? অধিকাৰ প্ৰভু মহাৰাজৰ জন্ম বোলে শিৱসাগৰত। অধিকাৰ প্ৰভু যে বিশেষ কোনো বিষয়তে - আধ্যাত্মিক বা ভৌতিক কোনো বিষয়তে পৰিষ্কাৰ জ্ঞান থকা পণ্ডিত নহয় সেই কথা হৰিপ্ৰসাদে কিছুপৰ কথা পাতোতেই বুজিলে। মহাৰাজৰ মতে মানুহৰ আধ্যাত্মিক মুক্তিৰ কাৰণে, নৈতিক উন্নতিৰ প্ৰধান প্ৰয়োজন। হৰিপ্ৰসাদে লগে লগেই সুধি পেলালে ঃ সকলো মানুহৰ আধ্যাত্মিক উন্নতিৰ কাৰণে চেষ্টা কৰিবলৈকে আপোনাক যদি পৰমেশ্বৰে নিৰ্দেশ দিছে, তেন্তে সেই মানুহৰ মাজত অসমীয়া বুলি মানুহৰ ক্ষুদ্ৰ ভাগ এটাৰ প্ৰতি আপুনি ইমান পক্ষপাত কিয়? ভগবানেতো তেনেকুৱা একো নিৰ্দেশ দিয়া নাছিল চাগৈ। নহলে আপুনি কব খোজে নেকি যে অসমতহে ইয়াৰ প্ৰয়োজন বেছি?

মহাৰাজে খিলখিলকৈ হাঁহি হাঁহি কলে ঃ বুজিবা বুজিবা, সময়ত বুজিবা। বাচাধন, ভগবানৰ আদেশত কাম কৰিলে মানুহক সন্তুষ্ট কৰা উত্তৰ দিব নোৱাৰি।

মহাৰাজে আৰু কলে যে সৃষ্টি ৰক্ষাৰ্থে সংহাৰৰ প্ৰয়োজন অনাদি যুগৰেপৰা সত্য। ৰামায়ণৰ লংকা ধ্বংস, মহাভাৰতত কৌৰৱ ধ্বংস , তাৰো আগত অসুৰ ধ্বংস , যৱন ধ্বংস, - এই সকলোবোৰ ধ্বং স বা সংহাৰৰ মাজেদিয়ে সৃষ্টি ৰক্ষা পৰিছে। বৰ্তমানো একেদৰেই অসুৰ - শক্তিৰ ধ্বংস সাধিত হৈ আছে - আমি বহুতে মন নকৰাকৈয়ে। সাধাৰণতে ৰাজশক্তিবিৰোধী আৰু ধৰ্ম-বিৰোধী মানুহৰ মাজতে অসুৰ-শক্তিয়ে গা কৰি উঠিছে।

এয়াতো দেখ দেখকৈ ৰাজনৈতিক প্ৰচাৰ, চৰকাৰৰ মুখপাত্ৰৰ কথা ! এই কথা কোৱা সন্নাসীৰ জ্ঞান আকৌ পুনৰ জোখাৰ প্ৰয়োজন হৰিপ্ৰসাদৰ নোহোৱা হ'ল। বৰঞ্চ তেওঁ এই আশ্ৰমৰ প্ৰকৃত উদ্দেশ্য আলেঙে আলেঙে উলিয়াবলৈ শিষ্যবোৰৰ লগত কথা পাতি অনুসন্ধান কৰি ফুৰিবলৈ ধৰিলে।

সেই অনুসন্ধান কৰি ফুৰোঁতেই তেওঁক আশ্ৰমৰ আগতে লগ পালে ফুকন নামৰ এজন শিৱসাগৰীয়া মানুহে। ফুকন ওলাই আহিছিল আশ্ৰমৰপৰা মিচিক মাচাক হাঁহি হাঁহি। সোমাই যোৱাৰ খন্তেক পাচতে মানুহজন হাঁহি হাঁহি ওলাই অহা দেখি হৰিপ্ৰসাদে আগচি ধৰি কথা পাতিছিল। ফুকনৰ মতে, এইজন কৃষ্ণস্বামী মহাৰাজৰ ঘৰ শিৱসাগৰৰ চেৰেপা গাঁৱত। আচল নাম কৃষ্ণকান্ত ভাগৱতী। বৰ দুখীয়া মানুহ। পঢ়া-শুনা কৰিছিল দশম মান শ্ৰেণীলৈকে। ঘৈণীয়েক বৰ চোকা তিৰোতা। ভাগৱতীয়ে সৰাধবিধি কৰা পইচাৰে ঘৰ চলাব নোৱাৰা হ'ল। শুদা হাতে ঘৰলৈ ঘূৰিলে ঘৈণীয়েকে বোলে ৰণুৱনী সৈ খেদি যায়। উপায় নাপাই কেৰাবাৰো কৃষ্ণ ভাগৱতী ঘৰৰ পলাই গৈ বৰনৈৰ চাপৰিত খেতি-খোলা কৰা মানুহৰ লগত আছিলগৈ। সেই চাপৰিতে তেওঁৰ নাম কৃষ্ণস্বামী ব্ৰহ্মচাৰী হ'ল। চাপৰিৰপৰা আহোঁতে বোলে ঘৰৰ আগত পদূলিমুখৰ পৰাই ঘৈণীয়েকক কৈ আহিছিল যে সেইজনী কেদেলী ঘৈণীয়েকৰ ঠাইত এশজনী সুন্দৰী যুৱতী পৰিবেষ্টিত হৈ দিনো থকাৰ ক্ষমতা তেওঁৰ আছে। সঁচাকৈয়ে তাকে কৰিছেও। নগাঁও আৰু যোৰহাটত কৃষ্ণস্বামী মহাৰাজক ফুকনে দেখিছিল। তিৰোতাৰ সোঁত বোৱাদি বয়। ভক্তৰ শেষ নাই। কেৱল লামডিক্ত বোলে তেওঁ খেদা খাই পলাই আহিব লগা হ'ল।

ইয়াৰ পাচত তাত লগ পোৱা আনসকলৰ কথা মতে কৃষ্ণস্বামী মহাৰাজ অলৌকিক পুৰুষ। এজন মুখ্যমন্ত্ৰী প্ৰথম দৰ্শনৰ দিনাই শিষ্য হ'ল। মহাৰাজৰ মতে, অসমত অসুৰ শক্তিৰ অনুপ্ৰৱেশ ঘটিছে। তেওঁৰ মতে গুৱাহাটীৰ প্ৰধান শিক্ষানুষ্ঠানত

সেই অসুৰ শক্তিৰ প্ৰধান ঘাটি। তেওঁ সপোনত দেখিছে যে অসমক ৰক্ষা কৰিবলৈ হলে অসুৰ শক্তিক গুৱাহাটীতে নিৰ্মূল কৰিব লাগিব। নহলে পশ্চিমত পাকিস্তানত থকা যবন শক্তিয়ে এই অসুৰ শক্তিৰ লগ লাগি এই কামাখ্যাধাম অসমক নৰকলৈ ৰূপান্তৰিত কৰিব।

দীপকক কৃষ্ণস্বামী মহাৰাজে খুব প্ৰশংসা কৰিছে। দীপকৰ কালী ভক্তি বোলে ... শ্ৰেষ্ঠ। মহাৰাজে বুজাইছিল যে কৃষ্ণই বিষ্ণু, বিষ্ণুৱেই অৰ্দ্ধনাৰীশ্বৰ শিৱ, শিৱৰ শক্তিয়েই শক্তি বা কালী। আজি হিন্দুধৰ্মৰ বিভিন্ন দেৱতাৰ উপাসকৰ মাজত প্ৰভেদ নাই। প্ৰভেদ মাত্ৰ এটাই আছে। - আৰ্য আৰু অনাৰ্য। বেদবিৰোধী অনাৰ্য শক্তিয়েই অসুৰ শক্তি।

প্ৰতিজন ভক্তই মহাৰাজক নিজৰ দৈনন্দিন সমস্যাৰ কথা কব লাগে। দৈনিক কাৰ্যাবলীৰ বিৱৰণ দিব লাগে। দীপকে এদিন কৈছিল অধ্যাপক ৰাভাই তাক কেনেকৈ কালী পূজালৈ নিমন্ত্ৰণ কৰিবলৈ যোৱাৰ কাৰণেই তিৰস্কাৰ কৰিলে। মহাৰাজে হাঁহি কলে ঃ সেয়া অসুৰ শক্তি প্ৰভাৱ ; কালীৰ নাম শুনিয়েই জিকাৰ খাই উঠে। এজন ভক্তই সুধিলে - সেইবিধ অসুৰ শক্তিক বিনাশ কৰাৰ পন্থা কি? মহাৰাজে হাঁহি দিলে - বিনাশ মানে বিনাশ কৰাই। তাত আৰু মন্থৰ বিনাশ বা দ্ৰুত বিনাশ কৰা মানে . মানে হত্যা কৰাকে বুজাব। কিন্তু হত্যাৰ বিৰুদ্ধেতো দেশত আইন আছে। ফাঁচি দিব। মহাৰাজে আকৌ হাঁহি দিলে - যুদ্ধত মানুহ মাৰিবলৈ আইনেই দিছে, দুষ্টশক্তিক দমন কৰিবলৈ আইনমতে বিধান আছে; আইন মানেনো কি? ধৰ্মযুদ্ধত আইনে বাট এৰি দিয়ে। হাঃ হাঃ হাঃ আজি ইয়াত উপস্থিত থকা আইনজ্ঞ আৰু বিচাৰপতিসকলক আৰু আইন প্ৰণয়ণকাৰীসকলক জানো আইনে ইয়ালৈ পঠাইছে? অন্তৰত জন্মা ধৰ্মভাৱে আইনক ডিঙিত ধৰি ইয়ালৈ লৈ আহিছে। আইন ধৰ্মৰে সৃষ্টি,. ৰজা ধৰ্মৰে সৃষ্টি, ধৰ্মই প্ৰয়োজনমতে নতুন আইন কৰি লয়।

দীপকে বোলে সৈ কাঢ়িছিল যে সি অন্তৰৰ পৰা কালীভক্ত। সি কালীৰ নামতে মদ খায়। কালী পূজা নমনা মানুহক তাৰ খুন কৰিবৰ মন যায়।

মহাৰাজে গম্ভীৰ হৈ কলে ঃ প্ৰকৃত ভক্তই মদেই খায় নে কানিকে খায় সেইটো বিচাৰ্য বিষয় নহয়। সেই ফালৰপৰা চাবলৈ গলে আমাৰ ভাং খোৱা শিৱ, গোপিনী-প্ৰেমত মচগুল শ্ৰীকৃষ্ণ, আদি দেৱতাসকলেই পৰিত্যজ্য হ'লহেতেন। কালীপূজাক অসন্মান কৰা মানুহৰ প্ৰতি প্ৰকৃত ভক্তৰ মনত ওপজা ক্ৰোধ খুব স্বাভাৱিক। কিন্তু এটা কথা মনত ৰখা উচিত যে আসুৰিক শক্তিয়ে সদায় বিৰোধিতা কৰিয়েই দৈৱশক্তিৰ হাতত নিজৰ বিনাশৰ পথ পৰিষ্কাৰ কৰে। ক্ৰোধ সদায় উদ্দেশ্য সিদ্ধিৰ অস্ত্ৰ হ'ব লাগে। নহলে, নপুংসক ক্ৰোধ ঘৃণিত, নিন্দিত।

মহাৰাজে এনেকৈ কোৱাৰ পাচত এই বিষয়ে বিষদ ব্যাখ্যা কৰিবলৈ ভক্তসকলে অনুৰোধ কৰাতো মহাৰাজে হাঁহি মাৰি প্ৰসঙ্গ সলাই আন প্ৰশ্ন কৰিবলৈ আদেশ দিলে।

এইবোৰ কথা শুনাৰ পাচৰ পৰা হৰিপ্ৰসাদ সেনৰ বৰ কিবা লাগি আছিল। এয়াতো দেখদেখকৈ নৰহত্যা কৰিবলৈ নিৰ্দেশ দিয়াৰ নিচিনা কথা। অবশ্যে এটা কথা ঠিক যে ধৰ্মৰ ভাষাত 'বিনাশ' শব্দৰ বহুত অৰ্থ হ'ব পাৰে। ইমানখিনি খবৰ সংগ্ৰহ কৰাৰ পাচতসন্ধিয়া মন্ত্ৰী মহোদয় মহাৰাজৰ আশ্ৰম আহি পোৱাৰ কেইমিনিটমান আগতে হৰিপ্ৰসাদ গৈ সেইখিনি পাইছিলগৈ। আশ্ৰমত বাটলৈকে মানুহ ভৰি আছিল। মহাৰাজ নিজৰ সুকোমল আসনৰ ওপৰত পদ্মাসন কৰি ধ্যানস্থ হৈ আছিল। সন্মুখত মন্ত্ৰীৰ কাৰণে আসন, ধূপ-ধুনা, প্ৰদীপ আৰু নৈবেদ্যাদি । মন্ত্ৰী আহিল ; মন্ত্ৰীৰ লগতে আন কেবাজানো ওখ চৰকাৰী বিষয়া। মন্ত্ৰীক ভগৱৎ সম্বৰ্ধনা জনোৱা হ'ল। মন্ত্ৰীয়ে মহাৰাজক অকলে আধা ঘণ্টা লগ ধৰিলে। শিষ্যসকলৰ লগতে হৰিপ্ৰসাদেও জুমি চাই দেখিলে যে মন্ত্ৰীয়ে প্ৰথমে মহাৰাজক সেৱা কৰিলে। মহাৰাজে মন্ত্ৰীক শিৰত ধৰি তুলি দি নিজ হাতে প্ৰসাদ দিলে, পদ্মাসনত উপবিষ্ট হৈ আশীৰ্বাদ দিলে। মন্ত্ৰীৰ হাত আৰু কপাল চালে আৰু আশ্ৰমৰ বিশিষ্ট মহাৰাজ মূৰ্তি-অঙ্কিত পাঁচশ টকীয়া সুবৰ্ণ-মাদুলি মন্ত্ৰীৰ বাহুত বান্ধি দিলে।

উদ্বোধনী উৎসৱত ভাষণ দি মন্ত্ৰীয়ে কলে ঃ আজিৰ মানুহৰ নৈতিক অধঃপতন ঘটিছে। তাৰ ফলতে দেশত দুশ্চৰিত্ৰৰ মানুহৰ উদ্ভৱগালি বৃদ্ধি পাইছে। এফালৰ পৰা চাবলৈ গলে আমাৰ নৈতিক অধঃপতনেই আমাৰ দাৰিদ্ৰ্য, আমাৰ

জনসংখ্যা বৃদ্ধি, আমাৰ খাদ্যাভাৱ, আমাৰ মূল্য বৃদ্ধি, আদি সকলো সমস্যাৰ বাবেই দায়ী। দেশৰ ঠিক এনে এটা পৰিস্থিতিত ৰাইজৰ নৈতিক মান উন্নয়নৰ কাৰণে চেষ্টা কৰাটো সকলোৰে কৰ্তব্য । ধৰ্মৰ কথা বাদ দিও, শ্ৰীকৃষ্ণ স্বামী ব্ৰহ্মচাৰী মহাৰাজৰ আশ্ৰমৰ দৰে জাতি-ধৰ্ম-নিৰ্বিশেষে মানুহৰ নৈতিক মান উন্নয়নত আত্মনিয়োগ কৰা প্ৰতিষ্ঠানে সকলোৰে সহাযোগ পোৱা উচিত। মনত ৰাখিব লাগিব যে আমি আজি আমাৰ চুবুৰীয়া ৰাষ্ট্ৰ পাকিস্তানত হোৱা গৃহযুদ্ধৰ ফলত লাখ লাখ শৰণাৰ্থীক আমি আশ্ৰয় দিবলগীয়া হৈছে, পাকিস্তানৰ আমাৰ বিপক্ষে যুদ্ধ ঘোষণাৰ মতলব বেছি প্ৰকট হৈছে, উত্তৰ ফালে কমিউনিষ্ট চীন দেশে আমাৰ সামৰিক বাহিনীক সদায় ব্যস্ত কৰি ৰাখিছে। দেশৰ এনেকুৱা দুৰ্দিনত দেশক শান্তিপূৰ্ণ কৰি ৰাখি ভিতৰৰ আৰু বাহিৰৰ উভয়বিধ শত্ৰুক বিপৰ্যস্ত কৰাৰ বাবে দেশৰ জনসাধাৰণৰ নৈতিক মানৰ উন্নয়ন অতি প্ৰয়োজন। সেই প্ৰয়োজন পূৰোৱাত আগভাগ লোৱা বুলি জানিয়েই এই আশ্ৰমৰ উদ্দেশ্য সিদ্ধি কামনা কৰি মই আজি এই এশ আঠ পূৰণ দহগুণ শ্ৰীসম্বলিত (শ্ৰী ১০৮×১০) কৃষ্ণস্বামী ব্ৰহ্মচাৰী মহাৰাজৰ শ্ৰীমহাভাৰ্যাশ্ৰম উদ্বোধন কৰিবলৈ পাই ভাল পাইছো।

ইয়াৰ পাচত আশ্ৰমত হোৱা বিৰাট ভোজ-মেল, তাত চুৰট, তামোল, মদ, মাংসৰ উভৈনদী, খোৱা-মেলাত মহাৰাজৰ ইমান আপত্তি নাই যে মহাৰাজৰ আগত দীপকইঁতে মদ খাওঁতে মহাৰাজে মন্তব্য কৰিলে, "তুমি দীপক শুদ্ধচিত্ত সন্নাসী, তুমি পদাৰ্থ বিদ্যাৰ যুক্তিৰে , বিজ্ঞানসন্মত যুক্তিৰে মা কালীৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছা, তোমাক খাদ্যই , পানীয়ই একো অনিষ্ট কৰিব নোৱাৰে। এইবোৰ সকলো চাই আহি এই খবৰ কাকতলৈ পঠোৱা বিষয়ে হৰিপ্ৰসাদে ভাবিবলগীয়া হৈছে।

হৰিপ্ৰসাদৰ পৰিষ্কাৰ ধাৰণা হৈ আহিছে আৰু অনুসন্ধান কৰি সেই ধাৰণা যুক্তিৰে প্ৰতিষ্ঠিত কৰি লৈছে যে আমেৰিকাৰ কুখ্যাত বৰ্ণবিদ্বেষৰ ভিত্তিত সংগঠিত 'কু-ক্লুক্স-ক্লান'ৰ দৰে এই মহাভাৰ্যাশ্ৰমো এক বিদ্বেষ প্ৰচাৰৰ প্ৰতিষ্ঠান। এই প্ৰতিষ্ঠানৰ সংগঠনৰ গুৰিত এনে কিছুমান মানুহ আছে যি ইয়াক দেখাত চৰকাৰী নীতিৰ ধাৰক-বাহক বুলি পতিয়ন নিয়াব পৰাকৈ নীতি নিয়ম ৰচনা কৰি লৈছে। এই আশ্ৰমৰ একমাত্ৰ উদ্দেশ্য হৈছে সকলো নতুন ধ্যানধাৰণাকে আৰ্যধৰ্ম বিৰোধী ৰাষ্ট্ৰবিৰোধী আসুৰিক ধ্যান-ধাৰণা বুলি প্ৰচাৰ কৰি তাৰ বিৰুদ্ধে জনমত গঢ়ি তুলি, অত্যাচাৰ কৰি, নিৰ্মূল কৰি সমাজত পুৰণি স্থিতাৱস্থা বাহাল ৰখা। আৰু হৰিপ্ৰসাদৰ সন্দেহ হয় যে ধৰ্মৰ এই আঁৰকাপোৰৰ ভিতৰফালে নৃশংস হত্যা পৰ্যন্ত কৰাৰ গুপ্তদল এই আশ্ৰমৰ আশ্ৰয়তে গঠন কৰা হৈছে। কাৰণ মহাৰাজৰ কিছুমান কথা বৰ তাৎপৰ্যপূৰ্ণ। যেনেঃ অসুৰ সংহাৰ কৰিবলৈ ভগৱান কিবা নিজে আহেনে? আমাৰ যোগেদিয়েই ভগৱানে কাম কৰে, আমিয়েই সিজনাৰ প্ৰতিনিধি।

এক বিৰাট গুপ্ত অভিসন্ধিমূলক ৰাজনৈতিক স্থিতাৱস্থা বাহাল ৰখাত বিশ্বাসী, এই সন্দেহজনক আৰ্যধৰ্মৰক্ষাকাৰী বুলি পৰিচিত আশ্ৰম আৰু তাৰ কৰ্মকৰ্তাৰ বিষয়ে চৰকাৰে অবিলম্বে অনুসন্ধান আৰম্ভ নকৰিলে অসমত অপৰাধমূলক বহু কাৰ্য এই আশ্ৰমৰ জৰিয়তে সমাধা হোৱাৰ সম্ভাৱনা বুলি হৰিপ্ৰসাদৰ লিখাৰ ইচ্ছা। কিন্তু তাত মন্ত্ৰীৰ এই লেটি-পেটিয়ে তাক বিপাঙত পেলাইছে। দুটা বেলেগ খবৰ কৰি দুদিন পঠিয়াব নেকি? এদিন আশ্ৰমৰ বিষয়ে অনুসন্ধান কৰি পোৱা খবৰ; আৰু পাচদিনা মন্ত্ৰীয়ে এখন আশ্ৰম উদ্ধোধন কৰাৰ খবৰ। একো সিদ্ধান্ত কৰিব নোৱাৰি হৰিপ্ৰসাদে এটা চিগাৰেট মুখত লৈ আকাশত ডাৱৰে ছবি আঁকা চোৱাত মন দিলে। অসমত বানপানীৰ সংহাৰলীলাক উপেক্ষা কৰিবলৈ চৰকাৰে নানান পৰিকল্পনাৰ বানপানী তোলে। বান-বিধ্বস্ত অঞ্চলত গোট খোৱা ৰাইজক এজন মন্ত্ৰীয়ে কোৱা কথা তাৰ এতিয়া মনত পৰিলেও হাঁহি উঠে। মন্ত্ৰী গৰাকীয়ে কৈছিল — শোকত থুকাথুকি হোৱা মাতেৰে লাহে লাহে কৈছিল ঃ আপোনালোকক মই কি কম? আপোনালোকৰ এই অঞ্চলৰ দুৰ্দশাৰ খবৰ পাই কালি গোটেই নিশা মই শিচলঙত ভাবিছো — ৰাইজক সদায় এইদৰে বানপানীৰ বলি হ'বলৈ যদি দিবই লাগে- তেন্তে মই মন্ত্ৰী হৈ সেই পাপৰ বোজা লবলৈ কিয় আহিছোঁ। কিয় মই আজিয়েই মন্ত্ৰীত্ব এৰি কব পৰা নাই যে মন্ত্ৰী হৈ থকাতকৈ ৰাইজৰ লগতে দুৰ্দশা ভুগিলে অন্তৰাত্মাত শান্তি পাম, মোৰ বিবেকে কষ্ট ভোগ নকৰে। ৰাইজ, আমাৰ আত্মা, আমাৰ বিবেকে যিমানেই কষ্ট পাওক, আমি জানো ব্যক্তিগত শান্তিৰ কাৰণে ৰাজহুৱা দায়িত্ব এৰি পলাব পাৰো? তেতিয়া জানো আমি বেছি অপৰাধী নহম? ৰাইজ, মই আপোনালোকক সুধিবলৈ আহিছোঁ, মই কি কৰিম তাৰ পন্থা আপোনালোকেই ঠিক কৰি দিয়ক।

তাৰ পাচত শোকত আৰু মাত নোলোৱা হ'ল। ৰাইজে নিজৰ দুৰ্দশাৰ কথা পাহৰি মন্ত্ৰীক সান্ত্বনা দিবলৈ ধৰিলে। আহিবৰ সময়ত মন্ত্ৰীক জয়ধ্বনি দি বহুত আগুৱাই দিলে। গাড়ীখনৰ যোৱাৰ পাচত মন্ত্ৰীয়ে সন্তোষৰ চিন মুখত ফুটাই কৈছিল ঃ এই সৰল মানুহখিনিৰ মহত্ব সেইখিনিতে; তেওঁলোকে লোকৰ দুখত নিজৰ দুখ পাহৰি যায়।

ৰাজনীতিত এনেকুৱা ধূৰ্ত বুদ্ধিৰ প্ৰয়োজন হয়েই বোলে। হওক। কিন্তু সেইদিনা অভিনয় মনত পৰিলে হৰিপ্ৰসাদৰ আজিও হাঁহি উঠে।

হঠাৎ হৰিপ্ৰসাদৰ অধ্যাপক অৰবিন্দ ৰাভাৰ ওচৰলৈ যাবৰ মন গ'ল। গুৱাহাটীত এজন মানুহৰে পৰিষ্কাৰ বিচাৰ-বুদ্ধি, সজাগ বিবেক আৰু যুক্তিপূৰ্ণ সাহসেৰে উচিত কথা কোৱাৰ অভ্যাস আছে বুলি হৰিপ্ৰসাদৰ বিশ্বাস। আৰু সেইজন মানুহ হ'ল অধ্যাপক অৰবিন্দ ৰাভা। অধ্যাপক ৰাভাক সিদিনা বিশ্ববিদ্যালয়ত অপদস্থ কৰিবলৈ পৰিকল্পনা অনুযায়ী আক্ৰমণ কৰোতে হৰিপ্ৰসাদ তাত উপস্থিত নাছিল। কিন্তু সেই ঘটনাৰ সুন্দৰ বিৱৰণ হৰিপ্ৰসাদে কাকতলৈ পঠাইছিল। ৰিপোৰ্টত হৰিপ্ৰসাদে লিখিছিল ঃ দাঁতে-ওঠে থকাদি শাসক কংগ্ৰেছৰ লগত একেলগে থকা তথাকথিত বিৰোধী ৰাজনৈতিক দল - যাৰ বিৰোধিতা কেৱল নিৰ্বাচনত ভোট কাঢ়ি আনিবৰ কাৰণে দিয়া বক্তৃতাতে সীমাবদ্ধ, - আৰু অন্ধবিশ্বাসীৰ দৰে চৰকাৰে বেয়া বোলাটোকে বেয়া বুলি গৰ্গৰাই থকা এশ্ৰেণী মানুহৰ প্ৰৰোচনাত বিশ্ববিদ্যালয় তথা অসমৰ স্বাধীন চিন্তাৰ প্ৰতীক স্বৰূপ অধ্যাপক ৰাভাক নিৰ্মমভাৱে আক্ৰমণ কৰা হৈছিল। সুখৰ বিষয় যে বিশ্ববিদ্যালয়তে থকা সুস্থ ছাত্ৰদলৰ সাহসৰ আগত সেই পলৰীয়া গোপন চক্ৰৰ আক্ৰোশ ফলৱতী নহয়। অসমৰ বিভিন্ন জনজাতীয় অনুষ্ঠানৰপৰা অধ্যাপক ৰাভাৰ শাৰীৰিক সুস্থতা কামনা কৰি অহা টেলিগ্ৰামে টেলিগ্ৰাফ অফিচ ব্যস্ত কৰি ৰাখিছে। অধ্যাপক ৰাভাৰ এই জনপ্ৰিয়তাক ভয় কৰা ৰাজনৈতিক সুবিধাবাদীয়ে অধ্যাপকক বৰ্তমান সন্ত্ৰাসবাদী বুলি বিশ্ববিদ্যালয়ৰ পৰা আঁতৰোৱাৰ চেষ্টাও কৰিছিল। কিন্তু সুখৰ বিষয় যে চৰকাৰে সেই অভিযোগক একেবাৰে গুৰুত্ব নিদিলে।

অধ্যাপক ৰাভাৰ জীয়েক লাহৰী ৰাভাক হৰিপ্ৰসাদৰ আচৰিত যেন লাগে। সেইটো বাপেকৰ লগত থাকি সেইজনী জীয়েক কিয় এনেকুৱা হৰিপ্ৰসাদে বুজিব নোৱাৰে। কথা পাতি তেওঁ বুজিছে, লাহৰী ৰাভা বাপেকৰ বস্তুবাদী ধ্যানধাৰণাৰ সমৰ্থক নহয়। কিন্তু বাপেকক অসীম শ্ৰদ্ধা কৰে কাৰণেই বাপেকৰ অবিহনে নিঠৰুৱা হ'বলগীয়া ছোৱালী এজনীয়ে বাপেকক মুঠতে ভাল পাই থকা স্বাভাৱিক। কিন্তু ছোৱালীজনীৰ দীপক, অশোক আদিৰ নিচিনা সংগ হৰিপ্ৰসাদে কোনোমতে সমৰ্থন কৰিব নোৱাৰে। অশোকহঁতৰ নিচিনা ডাঙৰ চাকৰিৰ মৰ্যাদা আৰু ধন পাই সমাজৰ মূৰৰ ওপৰত খোজ কাঢ়ি যুৱা শিক্ষিত ডেকা এইখন অসুস্থ সমাজৰে অসুস্থ সৃষ্টি। সেই কথা অন্ততঃ লাহৰী ৰাভাই বুজা উচিত আছিল।

হৰিপ্ৰসাদ সেনৰ চিন্তাৰ সোঁতত বাধা দি টেলিফোনটো বাজি উঠিল। অভ্যাসবশতঃ বাঁওহাতত ৰিচিভাৰটো লৈ হৰিপ্ৰসাদে সোঁহাতৰ গালত লগাই দি বুজিলে যে দাড়ি খুৰোৱাই নাই। লগে লগে ঘড়ীটো চালে। পুৱা আঠ বাজি ছয় মিনিট গৈছে। টেলিফোনৰ ৰিচিভাৰটো কাণত দি কলে ঃ হৰিপ্ৰসাদ সেনে কৈছোঁ. সুপ্ৰভাত। তাৰ পাচত সিফালৰ কথাৰ উত্তৰত হৰি প্ৰসাদ দাড়ি নুখৰুৱাকৈয়ে লৰালৰিকৈ ওলাই গ'ল। জীৱনত এটাইতকৈ অভাৱনীয় খবৰ এটাই যে হৰিপ্ৰসাদ সেনৰ কাৰণে অপেক্ষা কৰিছিল, সেই কথা বিশ্বাস কৰিবলৈ হৰিপ্ৰসাদৰ মন একেবাৰে ৰাজি হোৱা নাছিল। হৰিপ্ৰসাদে সেনে তেতিয়া জনা নাছিল যে খবৰটো শুনি নীলাচল আয়ুৰ্বেদিক ৰসশালালৈ পুৱাতে যোৱা অধ্যাপক ৰবঠাকুৰৰ হাতৰপৰা ফাইল সৰি পৰিল। দীপক বিচনাতে থৰ হৈ বহি থাকিল। সমুখত তাৰ পুৱাৰ পালেং চাহ পিয়লা চেচা হৈ গ'ল। খবৰটো টেলিফোনত শুনি ৰিচিভাৰটো হাততে লৈ থিয় হৈ থাকিল অশোক - যেন শেষ খবৰ অহাৰ পাচত আৰু খবৰ অহাৰ আৱশ্যক নাই কাৰণেই সি ৰিচিভাৰটো থব খোজা নাছিল। অবাক হৈয়ো ওলাই যাবলগীয়া হল কেৱল অৱন বৰুৱা ; কাৰণ পুলিচৰ চাকৰিত অবাক হৈ সময় খৰচ কৰাৰ নিয়ম নাই।

গোটেই গুৱাহাটী কাঁহ পৰি জীন যোৱা যেন হ'ল। বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী-অধ্যাপক সকলো আহি অৰবিন্দ ৰাভাৰ ঘৰ পালেহি। জিলা শাসনৰ আৰু পুলিচৰ বৰমূৰীয়া বিষয়া অহাটো হয়টো চৰকাৰী কৰ্তব্যও ; কিন্তু তেওঁলোক আহি বিচুৰ্তি

হোৱা ৰাইজৰ লগতে বৈ থাকিল। চিটি-বাছ কামাখ্যাত ৰাভাৰ ঘৰলৈ যোৱা বাটৰ সমুখতে ৰ'ল। পাগুলৈ আৰু নগ'ল। কামাখ্যা-দৰ্শনাৰ্থী বহুতেই কামাখ্যালৈ নগৈ মানুহৰ সোঁতৰ লগতে ৰাভাৰ ঘৰৰ ফালে যোৱা দেখি কামাখ্যামন্দিৰৰ বহুত পাণ্ডাও নামি আহিল। কামাখ্যাতকৈ জনপ্ৰিয় কিবা নতুন দেৱদেৱতাৰ মন্দিৰ যদি ওলাইছে তেন্তে তাত উপাৰ্জন ভাল হোৱাৰ সম্ভাৱনা দেখি।

হৰিপ্ৰসাদ সেন অধ্যাপক অৰবিন্দ ৰাভাৰ ঘৰ গৈ পাওঁতে পুৱা চাৰে আঠ বাজিল। পদূলিৰেপৰা ঠাহ খাই থকা মানুহৰ মাজেদি সৰকি অধ্যাপক ৰাভাৰ গৱেষণা কক্ষৰ ওচৰ পাই সি আছুটীয়াকৈ বৈ গোট খোৱা মানুহবোৰৰ মূৰৰ ওপৰেদি এবাৰ হিচাবী চকু দুটা মুভি কেমেৰা ঘূৰোৱাদি ঘূৰাই দিলে। গোট খোৱা মানুহ তিনি হেজাৰৰ কম নহব। তাৰে প্ৰায় দুহেজাৰ ছাত্ৰ, হয়তো প্ৰায় পোন্ধৰশ বিশ্ববিদ্যালয়ৰে ; বাকীবোৰ অধ্যাপক , দোকানী , উকীল, মহৰী, গুৱাহাটীৰ বিশিষ্ট নাগৰিক, কংগ্ৰেছী, আৰু বাওপন্থী দলবোৰৰ নেতৃস্থানীয় লোক, পুলিচৰ মানুহ আদি। মহিলাও বহুত আছিল . হয়তো সেইসকল আহিছিল অকলশৰীয়া মাউৰা জীয়েক লাহৰী ৰাভাক সান্ত্বনা দিবলৈ।

এইবাৰ ওপৰে ওপৰে খবৰ লোৱাৰ পাল্লা। নাই লাহৰী নাই। আগদিনা ৰাতিৰ ট্ৰেনত খুড়া ক বিনোদ ৰাভা আৰু ঘিটিৰা বেজৰ লগতে গোৱালপাৰাৰ গাঁৱত থকা নিজৰ ঘৰলৈ বুলি গ'ল। পুৱা সাত বজাতে টেক্সি লৈ ৰাভাৰ এজন দূৰ সম্পৰ্কীয় ভায়েক আৰু ভায়েকৰ ঘৈণীয়েক গৈছে, কোনোবা ষ্টেচনতে ট্ৰেইনৰ পৰা নমাই লাহৰী আৰু বিনোদ ৰাভাক লৈ আহিবলৈ। এই পৰামৰ্শ বোলে পুলিচে দিলে, টেক্সীও বোলে পুলিচে দিছে। পুলিচৰ মতে হেনো কোনো আপোন মানুহৰ অবিহনে ৰাভাৰ শৱ-সৎকাৰ কৰাটো বে-আইনী হ'ব। পুলিচে যামিনীৰপৰা খবৰ লৈ গুৱাহাটী ৰেলষ্টেচনত খবৰ কৰিলে ৰাতি চাৰে বাৰ বজাত যাবলগীয়া ট্ৰেন বোলে পুৱা পাঁচ বাজি পাঁচ মিনিট যাওঁতেহে গৈছে। ৰঙিয়া ষ্টেচনত থকা পুলিচলৈ ফোন কৰি তাতে ট্ৰেন দৰকাৰ হ'লে বেছি পৰ ৰখাই হলেও লাহৰী আৰু বিনোদ ৰাভাক ট্ৰেইনৰপৰা বিশেষ দৰকাৰত নমাই ৰাখিবলৈ নিৰ্দেশ দি গুৱাহাটীৰ পুলিচে টেক্সিত মানুহ পঠিয়াই দিছে।

সাধাৰণ ছাত্ৰ আৰু আন মানুহৰপৰা আঁতৰি ৰাভাৰ ঘৰৰ আগত থকা ডাঙৰ চোতালৰ এচুকত বয়সিয়াল অধ্যাপক আৰু আন বিশিষ্ট নাগৰিকসকলে গহীনাই দুই এষাৰ কথা পাতি অপেক্ষা কৰি আছে। ছাত্ৰবোৰেও জুম বান্ধি বান্ধি আছে . একোটা জুমত ডাঙৰ ডাঙৰকৈ তৰ্কও হৈছে। ৰাভাৰ মৃত্যু আৰু কাৰ্যাৱলীকে বিষয়বস্তু কৰি। বিশিষ্ট লোক সকলৰপৰা অলপ দূৰত অশোক শৰ্মা আৰু দীপক বৰঠাকুৰে তললৈ মূৰকৈ বৈ থাকি মাজে মাজে কিবা একোষাৰ কথা বিনিময় কৰিছে। পুলিচ ডি্ এচ্ পি্ৰ খাকী পোছাকত অৱন বৰুৱা পুলিচ চাহাব আৰু জিলাৰ উপায়ুক্তৰ লগত কিবা এটা ডাঙৰ আলোচনাত ব্যস্ত। ওচৰতে আদেশৰ অপেক্ষাত দহ-বাৰটা পুলিচ আৰু দুজন চাব্ ইন্সপেক্টৰ। চাব্ ইন্সপেক্টৰ, আন দুজন আছে গৱেষণা কক্ষৰ বহলকৈ খুলি থোৱা দুৱাৰৰ মুখত। সকলো মানুহে, বিশেষকৈ নতুনকৈ অহা সকলে, পুলিচৰ মূৰৰ ওপৰেদি বা পুলিচৰ মাজেদি ৰাভাৰ মৃতদেহ অনবৰত জুমি চাই আছে।

কোনোবা খৰতকীয়া মানুহে বাহিৰৰ চোতালত ঠাই আজৰাই, এজোপা তুলসী পুতি মৃতদেহ বাহিৰলৈ অনাৰ যোগাৰ কৰিছিল। তাকে দেখি পুলিচৰ গুৰিয়ালে সমবেত ৰাইজক সম্বোধন কৰি, হাত দুখনকে মুখৰ আগত লাউডস্পিকাৰৰ দৰে ধৰি কলেঃ ৰাইজসকল, ঘৰত আন কোনো আপোন মানুহ নথকা অৱস্থাত অসুখ-বিসুখ নোহোৱাকৈ অধ্যাপক অৰবিন্দ ৰাভাৰ মৃত্যু হৈছে। গতিকে আইনৰ দৃষ্টিত অপমৃত্যু বা হত্যাৰ সন্দেহ আঁতৰাবলৈ তেখেতৰ দেহাৰ মৰণোত্তৰ পৰীক্ষা কৰাৰ পাচতহে মৃতদেহ সৎকাৰৰ কাৰণে দিয়া হব। তেখেত গৱেষণাকক্ষতে মৃত অৱস্থাত পুৱা পৰি থকাটো প্ৰথম আৱিষ্কাৰ কৰে তেখেতৰ লগুৱা যামিনীয়ে। এতিয়া আমাৰ যামিনীক আৰু ৰাভাৰ মৃত স্থানক পৰীক্ষা কৰা শেষ হৈছে। ৰাভাৰ জীয়েক লাহৰী ৰাভাক আনিবলৈ গাড়ী পঠোৱা হৈছে। তেখেত আহি পালেই মৃতদেহটোক মৰণোত্তৰ পৰীক্ষাৰ কাৰণে নিয়া হ'ব। তাৰ পাচতে , মই আপোনালোকক সৎকাৰৰ কাৰণে ঘূৰাই দিয়া হ'ব। বিশিষ্ট ব্যক্তি অধ্যাপক অৰবিন্দ ৰাভাৰ মৃত্যুত কাৰো সন্দেহ নাথাকিবৰ কাৰণে আইনৰ ফালৰপৰা লবলগীয়া এই ব্যৱস্থা লৰালৰিকৈ সমাধা কৰিবলৈ দি

ৰাইজে সৎকাৰৰ কাৰণে অপেক্ষা কৰে যেন।

পুলিচ চাহাবৰ কথা সকলোৱে কাণ পাতি শুনিলে। দূৰত থকা বাবে ভালকৈ নুশুনা মানুহে কি হ'ল কি হ'ল বুলি ওচৰত থকা সকলক সুধিবলৈ কাষ চাপি আহিল। পুলিচ চাহাবৰ কথাৰ পাচতে মানুহে বেছিকৈ ৰাভাৰ মৃতদেহ জুমি চাবলৈ ধৰিলে। কিন্তু চাওঁতে সকলো মানুহৰে চকু পৰিল যামিনীৰ ওপৰত। ৰাভাৰ মৃতদেহৰ কাষতে অনবৰত চকুপানী বোৱাই শিলৰ মূৰ্তিৰ দৰে বহি থকা, ৰাভাৰ বিশ্বাসী লগুৱা যামিনীৰ ওপৰত। লাহৰী ৰাভাহঁতে আহি নোপোৱালৈকে অধ্যাপক ৰাভাৰ ঘৰৰ ভিতৰলৈ পুলিচে কাকো সোমাবলৈ দিয়া নাছিল। ৰাভাক য'ত মৃত অৱস্থাত পোৱা গৈছিল, সেই গৱেষণা - কক্ষতেহে পুলিচো সোমাইছিল।

এজন-দুজনকৈ মানুহ যাবলৈ ধৰিছে। অহা মানুহ আহিয়ে আছে। ঠিক তেনেতে লাহৰী, বিনোদ ৰাভা আৰু ঘিটিবা বেজক লৈ টেক্সিখন চোতাল পালেহি। সমবেত মানুহৰ মাজত অস্থিৰতা আৰম্ভ হ'ল। ডঃ প্ৰতাপ বৰঠাকুৰ গাড়ীৰ ওচৰলৈ আগুৱাই আহিল। গাড়ীৰ দুৱাৰখন এটা পুলিচে খুলি দিয়াৰ লগে লগে অবাক হৈ লাহৰী ৰাভা নামি আহিল। ডঃ প্ৰতাপ বৰঠাকুৰ আৰু পুলিচ বিষয়াই লাহৰীক শোকৰ খবৰটো দিয়াৰ পাচত ' দেউতা নিজে নমৰেও' বুলি লাহৰীয়ে চিঞৰা হৰিপ্ৰসাদ সেনে মাত্ৰ শুনিছিল ; কিন্তু সেইফালে নাচাই আঁতৰি গৈছিল। সেইফালে চাই থকা মানুহৰ মুখত ইস্ আস্ শুনি হৰিপ্ৰসাদ সেনে মাত্ৰ বুজিছিল যে লাহৰী ৰাভাৰ অৱস্থা চাব নোৱাৰা হৈছিল। কেবাটাও ছাত্ৰই আহি তলমূৰ কৰি তাৰ ওচৰতে চকুপানী টোকা সি দেখিছিল। লাহৰী আৰু বিনোদ ৰাভাক চিঞৰ বাখৰবোৰ নুশুনিবৰ বাবে হৰিপ্ৰসাদ সেনে তলমূৰ কৰি গুণগুণাবলৈ ধৰিলে। সেইদৰে তলমূৰ কৰি গৈ থাকোঁতে কেতিয়া সি গৈ দীপক বৰঠাকুৰ আৰু অশোক শৰ্মা থিয় হৈ থকাৰ ওচৰ পালেগৈ কব নোৱাৰে। অশোক শৰ্মাৰ মাত শুনিহে সেনে মূৰ তুলি চালে। অশোকে হৰিপ্ৰসাদ সেনক কলে -

ঃ বৰ আচৰিত কাণ্ড মিষ্টাৰ সেন।

ঃ কব নালাগে আৰু। মিষ্টাৰ সেনে সমিধান দিলে।

ঃ পুলিচে কি ভাবিছে বাৰু? দীপক বৰঠাকুৰে এই প্ৰশ্ন কৰিলত হৰিপ্ৰসাদ সেনে ওভোতাই সুধিলে ঃ মই ভাবিছিলো আপোনালোকেহে জানে ; কাৰণ আপোনালোক ড়ি এচ্ পি অৱন বৰুৱাই কিবা খবৰ দিব পাৰে।

ঃ অৱনে ক'ত খবৰ দিব? সি ইমান ব্যস্ত হৈ ফুৰিছে যে তাক কথা এটা সুধিবলৈকে লগ পোৱা নাই। ফোনত খবৰটো সি মোক আৰু অশোকক পুৱা ছয় বজাতে দিলে। তাৰ পাছত আৰু একো নাই।

ঃ মৰণোত্তৰ পৰীক্ষা যে পুলিচে কৰিব খুজিছে, মৃত্যু সন্দেহজনক বুলি ভবাৰ কিবা প্ৰমাণ পাইছে জানা?

ঃ মোৰ বোধেৰে অকলে গৱেষণা কক্ষতে মৰা দেখি মানুহৰ সন্দেহ দূৰ কৰিবলৈকে কৰিব খুজিছে। তাতে মুখ্যমন্ত্ৰীয়েও উপায়ুক্তক ফোন কৰি কৈছে।

হৰিপ্ৰসাদ সেনে অশোকহঁতৰ লগত কথা পাতি থাকোঁতেই কেবাগৰাকীও মহিলা চকুপানী টুকি টুকি লাহৰীৰ ওচৰৰপৰা আঁতৰি আহিল। তেনেকুৱা এগৰাকী মহিলাই অশোকহঁতৰ ওচৰতে কৈ গ'ল যে লাহৰী যেনেকৈ মৰা বাপেকৰ গাৰ ওপৰত পৰি আছে, তাইক আঁতৰাই মৃতদেহ মৰণোত্তৰ পৰীক্ষাৰ কাৰণে কেতিয়া নিব পাৰিব কোৱা টান।

আন এগৰাকীয়ে কৈ গ'ল ঃ লাহৰী আৰু লাহৰীৰ দদায়েকে যেনেকৈ কোনে মাৰিলি ঐ, কোনে মাৰিলি ঐ বুলি চিঞৰিছে, তাৰপৰা বুজা যায় যে সিঁহতে ৰাভাক কোনোবাই হত্যা কৰা বুলি সন্দেহ কৰিছে।

এটা ছাত্ৰই আহি এজুম ছাত্ৰক ফুচ্ ফুচাই কলেঃ পুলিচৰ চাহাবৰোৱে সৌ কলা পুলিচ ইন্সপেক্টৰজনক কৈছে যে ঘিটিবা বেজ নামৰ সেই লেণ্ডেৰা মানুহটো আৰু ৰাভাৰ ভায়েক বিনোদ ৰাভাক চকুৰ আঁতৰ হ'বলৈ দিব নালাগে। খুব সম্ভৱ পুলিচে সন্দেহ কৰিছে যে সিঁহতৰ দুটাৰে কোনোবা এটাই অধ্যাপকক হত্যা কৰিলে আৰু বাতিয়েই ভাগিল। শ্যালা দুইটাকে বুচিয়াই দাঁতবোৰ সৰাই দিওঁ নেকি?

## এই গতি নিৰবধি

হৰিপ্ৰসাদ সেন এইবোৰ কথা শুনি ব্যস্ত হৈ থাকোঁতেই পুলিচে লাহৰী ৰাভা, বিনোদ ৰাভা আৰু ঘিটিৰা বেজক প্ৰাথমিক প্ৰশ্নাদি কৰা কাম শেষ কৰিলে। আৰু তাৰ পাচত ৰাভাৰ মৃতদেহ মৰণোত্তৰ পৰীক্ষাৰ কাৰণে গাড়ীত তুলিলেহি। পুলিচ চুপাৰে এটুকুৰা ওখ ঠাইত থিয় হৈ কলেঃ ৰাইজসকল, অধ্যাপক ৰাভাৰ মৃতদেহ এতিয়া মৰণোত্তৰ পৰীক্ষাৰ কাৰণে নিয়া হ'ব। কিছু সংখ্যক ছাত্ৰই অধ্যাপকৰ মৃতদেহ পৰীক্ষা নকৰাকৈয়ে সৎকাৰ কৰিবলৈ দাবী কৰিছে। আমি তেখেতসকলক সবিনয়ে কওঁ যে চৰকাৰ আৰু ৰাইজ সকলোৰ সন্দেহ আঁতৰাবলৈ এই পৰীক্ষাৰ প্ৰয়োজন। আপোনালোকে আমাক ৰাজহুৱা দায়িত্ব পালনত সহায় কৰক। মৃতদেহ পুনৰ আপোনালোকক তিনি ঘণ্টাৰ ভিতৰত ইয়াতে ঘূৰাই দিমহি। ছাত্ৰ সকলৰ ভিতৰত কোনোবাই ইচ্ছা কৰিলে আমাৰ লগতে অন্ততঃ দুজন আহিব পাৰে।

দুজন ছাত্ৰ জাপ মাৰি মৃতদেহৰ লগত উঠিল। হৰিপ্ৰসাদ সেন আৰু অশোক-দীপক মৃতদেহ নিয়া গাড়ীখনৰ ওচৰলৈ আগুৱাই গ'ল। তেনেতে কোনোবা এফালৰ পৰা কেবাগৰাকী মহিলাক আছাৰ খুৱাই পেলাই অসংযত কাপোৰেৰে লাহৰী ৰাভা গাড়ীৰ ওচৰ পালেহি। এগৰাকী মহিলাৰ হাতত লাহৰীৰ গাৰ চাদৰখন থাকি আহিল। গাড়ীৰ ওচৰ পাই লাহৰীয়ে দীপক, অশোক আৰু হৰিপ্ৰসাদৰ ফালে বলিয়াই চোৱাদি চালে। তাৰ পিছত হঠাৎ অশোক আৰু দীপকৰ চোলাৰ বুকুত খামুচি ধৰি জোকাৰি চিঞৰিবলৈ ধৰিলে ঃ আপোনালোকে কোনে মোৰ দেউতাক হত্যা কৰিলে? কিয় হত্যা কৰিলে? কেতিয়া হত্যা কৰিলে? কৈ কৈ লাহৰী ৰাভাই যেন ধৰিবৰ কাৰণেই হৰিপ্ৰসাদ সেনলৈ চালে। এনেকুৱা অৱস্থাত আৰু পিচহুহকি লাভ নাই। হৰিপ্ৰসাদ সেনে সাউতকৰে মহিলাগৰাকীৰ হাতৰপৰা চাদৰখন আনি লাহৰীৰ গাত মেৰিয়াই দুই হাতেৰে লাহৰীৰ বাহুত জোৰেৰে ধৰি জোকাৰি কলে ঃ মিচ্ ৰাভা, একো নজনা অকৰা মানুহৰ নিচিনা কৰিছে কেলেই? আহক।

লাহৰীৰ খং যেন হৰিপ্ৰসাদৰ ওপৰত বেছিহে হ'ল। দুগুণ জ্বলি কলে ঃ আপুনি কোন? কিয় মোক চুইছে? মোৰ দেউতা মৰোঁতে মোৰ কি অৱস্থা হয় সেই কথা আপুনি কেনেকৈ বুজিব?

ঃ সেই বুলি এইটো পাগলামিৰ সময় নহয়। গাড়ীখন যাবলৈ দিয়ক।— হৰি প্ৰসাদে কলে।

হৰিপ্ৰসাদ গম্ভীৰ। কলে ঃ কৰ্তব্য সোঁৱৰাই দিছো। অৰ্ডাৰ নহয়। লাহৰীক আৰু একো কোৱাৰ সুবিধা হৰিপ্ৰসাদে নিদিলে। লাহৰীক দুই বাহুত জোৰেৰে ধৰি গাড়ীখনৰ আগৰপৰা আতঁৰাই দিলে। তাৰ পাচত মহিলাসকলে লাহৰীক ধৰি লৈ গ'ল।

মৰণোত্তৰ পৰীক্ষাৰ বাবে অধ্যাপক ৰাভাৰ দেহা লৈ গ'ল। কিন্তু তাত উপস্থিত থকা ছাত্ৰবোৰৰ মাজত হঠাৎ এক উৎকণ্ঠা দেখা গ'ল। বাধ্য হৈ পুলিচ চুপাৰে পুলিচ চাব্ ইন্সপেক্টৰ দুজন আৰু দহজন পুলিচ থৈ গ'ল। ছাত্ৰ দলৰ মাজত গুণ গুণনি পুলিচচুপাৰ আৰু জিলাৰ উপায়ুক্ত যোৱাৰ পাছত বেছি হ'ল। ক্ৰমাৎ সেই গুণ-গুণনি লাহে লাহে ডাঙৰকৈ পতা কথা হ'ল। বহুত ছাত্ৰই দাঁত কামুৰি ইফালে সিফালে চোৱা দেখা গ'ল। ছাত্ৰবোৰৰ মাজত কথা-বাৰ্তাৰপৰা বুজা গ'ল যে লাহৰী ৰাভাৰ দৰে ছাত্ৰবোৰেও দীপক আৰু তাৰ লগত থকা অশোক নামৰ মানুহটোৰ ৰাভাৰ মৃত্যুৰ লগত সম্বন্ধ আছে বুলি সন্দেহ কৰে। এনেয়েও সিদিনা বিশ্ববিদ্যালয়ত ৰাভাৰ মিটিঙত কৰা গণ্ডগোলৰ গুৰি বুলি ভবা দিপক বৰঠাকুৰৰ ওপৰত ছাত্ৰবোৰৰ খং আছিলেই। হৰিপ্ৰসাদে পৰিস্থিতিৰ গুৰুত্ব বুজি ল'ৰালৰিকৈ গৱেষণাকক্ষৰ ওচৰত অকলে বৈ থকা অৱন বৰুৱাৰ ওচৰলৈ গৈ কলেঃ ছাত্ৰবোৰৰ দীপকৰ ওপৰত বৰ খং। তাৰ লগতে থকা কাৰণে অশোকৰ ওপৰতো। ছাত্ৰবোৰক শান্ত কৰিবৰ কাৰণে মই ৰাভাৰ টেপ-ৰেকৰ্ড কৰা কথাবোৰ বজাই দি মৃতকৰ আত্মাৰ শান্তিৰ কাৰণে সকলোকে শান্তভাৱে শুনিবলৈ অনুৰোধ কৰোঁ। তেতিয়াও পৰিস্থিতিৰ সলনি নহ'লে আপুনি দুইটাকে পুলিচৰ গাড়ীত তুলি পঠাই দিব। হাৰিপ্ৰসাদ সেনৰ বুদ্ধিৰ প্ৰশংসা কৰিলে অৱন বৰুৱাই। পুলিচৰ এটাইবোৰ গাড়ী ৰাভাৰ ঘৰলৈকে অনা নাছিল। ৰাস্তাটো বৰ বেয়া। কোনো মতে কাটিকুটি গাড়ী আনিব পৰা হৈছে। যি হওক, হৰি প্ৰসাদক টেপৰেকৰ্ড বজাবলৈ সম্মতি দি অৱন বৰুৱাই আৰু এখন পুলিচৰ গাড়ী বাটৰপৰা ৰাভাৰ ঘৰলৈকে আনিবলৈ পুলিচ এটাক পঠাই দিলে। যাতে দৰকাৰ হ'লে

দীপক - অশোকক গাড়ীত তুলিব পৰাকৈ গাড়ী ওচৰতে থাকে।

ল'ৰালৰিকৈ টেপ-ৰেকৰ্ডাৰ এটা গৱেষণা কক্ষৰপৰা আনি এখন টেবুলৰ ওপৰত ৰাখিবলৈ যে ছাত্ৰবোৰৰ উত্তেজিত কণ্ঠস্বৰ উপক্ষো কৰি হৰিপ্ৰসাদ সেনে গম্ভীৰ মাতেৰে আৰম্ভ কৰিলে।

ঃ সদ্যমৃত সুস্থ চিন্তাবিদ , লোকবন্ধু অধ্যাপক অৰবিন্দ ৰাভাৰ প্ৰতি শ্ৰদ্ধাশীল সমবেত ৰাইজ আৰু বিশেষকৈ ছাত্ৰ বৰ্গ আমাৰ ইমান আপোন এজন মানুহৰ মৃত্যুত আমাৰ প্ৰথম কৰ্তব্য হ'ল সেই মৃতকৰ প্ৰতি আমাৰ শ্ৰদ্ধা নিবেদন কৰাটো। সমবেত ৰাইজৰ মাজত নানা ধৰ্ম আৰু বিশ্বাসৰ মানুহ থকা স্বাভাৱিক; গতিকে সকলোৱে একে ধৰণৰ এটা প্ৰাৰ্থনা মনে-প্ৰাণে গোৱাটো সম্ভৱ নহয়। তাতে অধ্যাপক ৰাভা আছিল ধাৰ্মিক আচাৰ-অনুষ্ঠানত সম্পূৰ্ণ অবিশ্বাসী। ৰাভাই চৰ্চা কৰা বহুত কথা থকা টেপ বহুত আছে; মই ভাবো, অধ্যাপক ৰাভাৰ নিজ কণ্ঠস্বৰ থকা টেপ বজাই তেখেতৰ আমাৰ প্ৰতি বক্তব্য শুনি আমি তেখেতৰ মৃতদেহ মৰণোত্তৰ পৰীক্ষা শেষ কৰি নহালৈকে কটাব পাৰো। মোৰ বিশ্বাস, তেতিয়া আমি তেওঁৰ নিচিনা উৎকৃষ্ট পুৰুষৰ প্ৰতি সমুচিত শ্ৰদ্ধা প্ৰদৰ্শন কৰা হ'ব। এয়া মই টেপ লৈ আহিছো! ইয়াত কি আছে মই নাজানো। যিহকে থাওক, অধ্যাপক ৰাভাৰ মাতইয়াত আছে। মই আশা কৰো তেখেতৰ প্ৰতি শ্ৰদ্ধাশীল ইয়াত সমবেত ৰাইজে নিৰৱে আৰু শান্তিপূৰ্ণভাৱে অধ্যাপক ৰাভাৰ টেপ ৰেকৰ্ডত থকা কথা এতিয়া শুনি যাব। মই বিশেষকৈ ছাত্ৰ শক্তিক অনুৰোধ কৰোঁ; কাৰণ অধ্যাপক ৰাভাই সদায় কৈছিল যে তেখেতে মানৱ জাতিৰ ভৱিষ্যত উন্নতিৰ কাৰণে ছাত্ৰসকলৰে দায়িত্ব বেছি বুলি ভাবে আৰু সেয়ে তেখেতে সদায় ছাত্ৰসকলক উদ্দেশ্যিয়েই সকলো কথা লিখিছিল আৰু কৈছিল।

উত্তেজিত ছাত্ৰবোৰ হঠাৎ শান্ত হৈ পৰিল। প্ৰায়বোৰ ঘাঁহনিতে বহি পৰিল। হৰিপ্ৰসাদ সেনে টেপ বজাই দিলে। অধ্যাপক ৰাভাৰ গম্ভীৰ কণ্ঠস্বৰ টেপ-ৰেকৰ্ডত শুনাৰ লগে লগে পৰিবেশ যেন বেলেগ হৈ পৰিল। টেপ ৰেকড বাজি গ'লচঃ

ঃ বুজিছা অশোক, বস্তুবাদী দৰ্শনৰ আগলৈকে বাকী সকলো দৰ্শন আছিল সমগ্ৰ জগতক ব্যাখ্যা কৰাত ব্যস্ত। জগতক ব্যাখ্যাতে সন্তুষ্ট। আন সকলোবোৰ দৰ্শন আছিল নিঃ সঙ্গ ব্যক্তিৰ সময় কটোবাৰ উপায়। বিভিন্ন দাৰ্শনিক দলৰ নিজস্ব সম্পত্তি। একমাত্ৰ বস্তুবাদী দৰ্শনেই আন সকলোবোৰ দৰ্শনক বাওনা কৰি নিজে যুক্তি বাদী বিজ্ঞান হৈ উঠিল। সকলো ধৰ্মৰ সকলো দৰ্শনেই জগতক ব্যাখ্যা কৰাৰ দৰ্শন, জগতক গঢ়াৰ দৰ্শন নহয়। আমাৰ হিন্দু ধৰ্মৰ বিভিন্ন ঋষি-মুণিৰ গোষ্ঠীবোৰৰো একে কথা। আন ধৰ্মৰ দৰেই হিন্দুধৰ্মৰ দৰ্শন চিন্তা কৰা দিনত চিন্তা - নায়কসকলে ৰাজশক্তিৰ ফলীয়া হৈ শ্ৰেণী স্বাৰ্থত দাবী কৰিছিল যে তেওঁলোকেহে চূড়ান্ত সত্য আয়ত্ব কৰিছে। লগে লগে তেওঁলোকে দাবী কৰিছিল যে বাকীসকলোবোৰ ধৰ্ম-দৰ্শন মূৰ্খৰ প্ৰলাপ। নিজৰ বিশেষ বিশ্বাসৰ দাবীৰ খাতিৰত তেওঁলোকৰ নিৰ্দিষ্ট সিদ্ধান্ত তেওঁলোকে জনসাধাৰণৰ কান্ধত বোজাৰ দৰে জাপি দিছিল। বাস্তৱ অভিজ্ঞতাৰ ওচৰপাজৰলৈও তেওঁলোকৰ দৰ্শন অহা নাছিল। এনেকুৱা অৱস্থাত দৰ্শন শাস্ত্ৰ এটা যাদুঘৰত পৰিণত হৈছিল; সেই দৰ্শনৰ যাদুঘৰত নানা তথ্য, নানা সিদ্ধান্ত, বিচিত্ৰ কল্পনা আৰু দিবাস্বপ্ন গোট খাইছিল। সেই কাৰণেই একমাত্ৰ হিন্দু ধৰ্মতে বহুত ধৰণৰ চিন্তাধাৰাৰ হেজাৰ শাস্ত্ৰ স্তূপীকৃত হ'ল।

সেইবুলি সেই যুগতো যুক্তিবাদী চিন্তা কৰা মানুহ একেবাৰে নথকা নহয়। শ্ৰম কৰি খোৱা মানুহৰ কাৰণে যুক্তিবাদী চিন্তা বেছি আপোন। সেইকাৰণে সেই আদিম যুগতে চাৰ্বাকৰ নিচিনা বস্তুবাদী চিন্তাবিদ থকাৰ পৰিচয় আমি পাওঁ। কিন্তু ভাৰতীয় চাৰ্বাকৰ আৰু গ্ৰীক এপিকিউৰাচে সেই সময়ত উচ্চ শ্ৰেণীৰপৰা কেৱল উপেক্ষা আৰু তিৰস্কাৰ ভোগ কৰিছিল। শ্ৰেণী বিভক্ত সমাজত বস্তুবাদী দৰ্শনৰ এই দুৰ্ভোগ স্বাভাৱিক। যি বস্তুবাদী দৰ্শনে পাৰলৌকিকক অস্বীকাৰ কৰে, ভূত-ভগবান-পুৰোহিতক অস্বীকাৰ কৰে, ঐতিহ্যকেই জীৱনৰ আদি মধ্য অন্ত বুলি স্বীকাৰ কৰে, সেই দৰ্শন শ্ৰেণীবিভক্ত সমাজত ৰাজৰোষত পৰা আৰু হৰিজন হোৱা স্বাভাৱিক।

আমাৰ ধৰ্মৰ বাণী কি? বস্তু জগৎ কেৱল মায়া। একমাত্ৰ সত্য হল ব্ৰহ্ম। ব্ৰহ্ম সত্য, জগৎ মিথ্যা। বেদ হ'ল ব্ৰহ্মাৰ মুখনিসৃত বাণী; গতিকে বেদ চিৰসত্য।

তাৰ উত্তৰত সেই যুগৰ বস্তুবাদীয়ে কলেঃ লোকায়তেই একমাত্র শাস্ত্র। প্রত্যক্ষই একমাত্র প্রমাণ। মাটি-পানী-বায়ু হ'ল বস্তুৰ উপাদান।

ধৰ্মত বিশ্বাসেই একমাত্র পথ। মানুহৰ মূৰৰ সকলো যুক্তি বিচাৰ বুদ্ধি আদি সামৰি থৈ মাটিকে দেৱতা জ্ঞান কৰি বিশ্বাস কৰাই ধৰ্মৰ পথ। ধৰ্ম-বিশ্বাসৰ কথাবোৰক যুক্তিৰে প্ৰমাণ কৰাৰ পথ বন্ধ। তেতিয়া তুমি বিধৰ্মী বা ধৰ্মবিৰোধী হবা। কিন্তু বস্তুবাদে কয় যে মানুহৰ মূৰটো কামত লগাব লাগে। সকলো কথা যুক্তিৰেই ফঁহিয়াই পৰীক্ষা কৰি লব লাগে। নকলেও হ'ব যে বিজ্ঞানৰ দৰে পৰীক্ষা কৰিবলৈ গলে ধৰ্মৰ পলোৱাৰ বাহিৰে আন পথ নাই।

সেইকালত ধৰ্মৰ গুৰিয়ালসকলে কলে ঃ লোকায়তিকবোৰ দৈত্য , পাষণ্ড। বস্তুবাদীয়েও উত্তৰ দিলে ঃ ধাৰ্মিক ব্ৰাহ্মণ ভণ্ড, ধূৰ্ত আৰু নিশাচৰ।

ধাৰ্মিকে কলে ঃ বস্তুবাদী ৰিপুৰ সেৱক। বস্তুবাদীয়ে উত্তৰ দিলে, জীৱিকা অৰ্জনৰ বাবে মূৰ্খই বেদ আৱিস্কাৰ কৰি তাক ধৰ্মগ্ৰন্থ বুলি স্বীকাৰ কৰিলে। লোকায়ত বস্তুবাদীয়ে আৰু ক'লেঃ বেদৰ তিনিটা দোষ, ই অসত্য, পৰস্পৰ-বিৰোধী আৰু অনুমানসৰ্বস্ব।

ধাৰ্মিক দৰ্শনৰপৰা উদ্ভূত ভাৱবাদীয়ে কলে ঃ আমাৰ মনত বস্তুৰ এটা ধাৰণা আছে কাৰণেই আমি ভাবো বস্তু আছে।কিন্তু বস্তুৰ কোনো অস্তিত্ব নাই। বস্তু-জগত মনৰ ভ্ৰম বা মায়া; ব্ৰহ্মাৰপৰাই উৎপত্তি আৰু ব্ৰহ্মাতে লয়।

লোকায়তিক বস্তুবাদীয়ে কলে ঃ এইটো একো যুক্তি হ'ব নোৱাৰে। ই কেৱল এটা আন্দাজ আৰু এটা উদ্ভট সিদ্ধান্ত ; এনেকুৱা অনুমানেৰে কৰা সিদ্ধান্ত অসিদ্ধ আৰু অসত্য।

অতি আধুনিক ধৰ্ম-পণ্ডিতে দাবী কৰিলে যে চালুকীয়া বিজ্ঞানে নতুনকৈ সকলো পদাৰ্থতে বিদ্যুৎ আছে বুলি প্ৰমাণ কৰিছে। অনু-পৰমাণুত থকা বিদ্যুৎ শক্তি বিজ্ঞানে ধৰিব পাৰিছে লেবৰেটৰিত। আমাৰ শাস্ত্ৰইটো তাকে ব্ৰহ্ম বা ঐশ্বৰিক শক্তি বুলি কৈ আহিছে।

আধুনিক বস্তুবাদীয়ে উত্তৰ দিলে যে গতিহীন পৰ্দাথ থাকিব নোৱাৰে বুলি বস্তুবাদে কেতিয়াবাই কৈছে। আৰু , যি শক্তি বিজ্ঞানীৰ লেবৰেটৰিত ধৰা পৰিল, সেই বিদ্যুৎ শক্তি ব্ৰহ্মা হলেও তাৰ ব্ৰহ্মাত্ব লেবৰেটৰিত ধৰা পৰাৰ লগে লগে নোহোৱা হ'ল।

ভাৰতত বৃটিছৰ বিৰুদ্ধে কৰা জাতীয় মুক্তি আন্দোলনত আৰু এটা কথা হ'ল। গান্ধীয়ে মানুহৰ চকুৰ আগত ৰাম ৰাজ্যৰ সপোন দাঙি ধৰিলে। যেন ৰামে শাসন কৰা ৰাজ্যই পৃথিৱীত শ্ৰেষ্ঠ আৰু সুখৰ ৰাজ্য। মানুহৰ মন অতীতমুখী হ'ল। লগতে, ভাৰতৰ মানুহবোৰ মানসিক আৰু শাৰীৰিক সকলো ফালৰপৰাই হীন বুলি বৃটিছে কৰা মনোভাৱৰ উত্তৰ দিবলৈ গংগাধৰ তিলক আদিয়ে স্বাধীনতা আন্দোলনৰ প্ৰয়োজনত এই জগতক মায়া বুলি কোৱা শংকৰাচাৰ্য আদিক পাশ্চাত্যৰ আন যিকোনো দাৰ্শনিকতকৈ শ্ৰেষ্ঠ বুলি প্ৰতিপন্ন কৰিবলৈ ধৰিলে। বেদ সকলো জ্ঞানৰ ভাণ্ডাৰ বুলি প্ৰমাণ কৰিবলৈ ধৰিলে। গীতাক জগতৰ শ্ৰেষ্ঠ সাহিত্য বুলি কলে। এইবোৰৰ মূল্য সেই সময়ত ইমান বাঢ়িছিল যে কংগ্ৰেছী আন্দোলনকাৰীয়ে হাতত গীতা লৈ ফাঁচী কাঠত থিয় হোৱাটো এক বীৰত্বৰ কাম যেন হৈছিল।

কিন্তু সেই প্ৰয়োজন এতিয়া আঁতৰিল। এতিয়া আমি অতীতক মহান কৰি দেখুৱাই নিজকহে ফাঁকি দিব লাগিব। এতিয়া আৰু আমাৰ তেনেকুৱা কোনো জাতীয়তাবাদীৰ প্ৰয়োজন নাই যি আমাক ব্ৰহ্ম সত্য জগৎ মিথ্যা মতবাদ পৃথিৱীৰ শ্ৰেষ্ঠ মতবাদ বুলি কব লাগিব, অথবা এই জগৎ কেৱল মায়া বোলাই সত্য, পৃথিৱীৰপৰা মোক্ষ লাভ কৰাই জীৱনৰ একমাত্র লক্ষ্য, যুক্তি আৰু পৰীক্ষা বাদ দি বিশ্বাস কৰাই জীৱনৰ সৰ্বোত্তম পথ বুলিব লাগিব। সেই কাৰণে আমি এতিয়া সুস্থ ভাৱে চালি-জাৰি চাই অতীতৰ যুক্তিপূৰ্ণ ভাল কথাখিনি বৰ্তমানৰ পাথেয় হিচাপে লৈ বাকী এনেকুৱা চিন্তাবোৰক আমাৰ অতীতৰ শ্ৰেণীবিভক্ত সমাজৰ স্মাৰক হিচাপে ভৰালত থৈ দিয়া দৰ্কাৰ।

গীতা আদি শাস্ত্ৰৰ কৰ্মবাদে আমাৰ দুখীয়া খেতিয়ক সকলক যুগে যুগে শিকাই আহিছে যে তেওঁলোকৰ দাৰিদ্ৰ্য পূৰ্বজন্মৰ কৰ্মফল। কৰ্মফলত বিশ্বাসী এই দুখীয়া খেতিয়কবোৰক বৈজ্ঞানিক যন্ত্ৰপাতিৰে খেতি কৰিবলৈ দিলেই তেওঁলোক আধুনিক যুক্তিবাদী হৈ পৰিবনে? বৰঞ্চ যন্ত্ৰপাতিৰ লগতে বিশেষকৈ প্ৰয়োজন তেওঁলোকৰ মগজুৰ পৰা এইবোৰ অন্ধবিশ্বাসী চিন্তা-চৰ্চা দূৰ কৰাৰ চেষ্টা। সঁচা কথা যে উৎপাদনৰ আহিলাৰ উন্নতি হলেই মনবো পৰিবৰ্তন হ'ব। সামন্তযুগীয় সমাজৰ পৰিবৰ্তন আনিবলৈ হ'লে সেই যুগীয়া বাস্তৱ অৱস্থা গুচাব লাগিব। কিন্তু কেৱল যন্ত্ৰেৰে তাক কৰি গ'লে যথেষ্ট নহ'ব কিয়নো হ'ব; কাৰণ সামন্তযুগীয় ধ্যান-ধাৰণা আমাৰ চেতনাত নিগাজি হৈ বহি আছে।

আমাৰ শাস্ত্ৰবোৰ অন্ততঃ দুবাৰ সময়ৰ প্ৰয়োজন পূৰাবলৈ সংশোধন আৰু পৰিবৰ্তন কৰা হৈছিল। বৌদ্ধ আৰু জৈন ধৰ্মৰ লগত প্ৰতিযোগিতাত নামোতে এবাৰ আৰু ইচলাম আৰু খৃষ্টান ধৰ্মৰ হেঁচাৰ বিপক্ষে টিকি থাকিবলৈ এবাৰ। প্ৰথমবাৰত, অৰ্থাৎ বৌদ্ধ আৰু জৈন ধৰ্মৰ প্ৰভাৱ তল পেলাবলৈ আমাৰ ৰচিত হ'ল উপনিষদ সমূহ। বেদক ক্ৰিয়া-কাণ্ড আৰু জ্ঞান কাণ্ড নামে দুভাগত ভাগ কৰা হ'ল। যজ্ঞ আদিক ক্ৰিয়া কাণ্ড আৰু জ্ঞান-কাণ্ড নামে দুভাগত ভাগ কৰা হ'ল। তাৰ পাচতে দ্বিতীয় বাৰ বৈদান্তিক সকলে খৃষ্টান আৰু ইচলামৰ এক ঈশ্বৰৰ লগত ফেৰ মাৰিবলৈ এক দেৱ বিষ্ণু আৰু ভক্তিযুগৰ উদ্ভাৱন কৰোতে তাৰ লগত মিলাবলৈ উপনিষদ-পুৰাণ আদি সংস্কাৰ কৰা হ'ল। প্ৰতিবাৰেই কিন্তু বেদৰ ঐতিহ্য স্বীকাৰ কৰা হ'ল অৰ্থাৎ পুৰণি গৌৰৱৰ উত্তৰাধিকাৰী হিচাপে হিন্দু ধৰ্মৰ প্ৰতি মানুহৰ আকৰ্ষণ দৃঢ় কৰা হ'ল। সেই কাৰণেই বেদ আদি আদিম ধৰ্মগ্ৰন্থতো পিচত লেখা বহুত অংশ আনকি ভাষাতত্ত্ববিদসকলেই আৱিষ্কাৰ কৰিছে। এসময়ত গাড়ীৰে নিব লগা হোৱাত মহাভাৰতখন এনেকুৱা সংস্কাৰৰ ফলতহে এখন হাতত নিব পৰা গ্ৰন্থৰ সমান সৰু হ'লগৈ।

আমাৰ সমাজৰ আজিৰ শ্ৰেণী বিভাগতো এটা মন কৰিব লগা পৰিবৰ্তন হৈছে। আগৰদৰেই ক্ষত্ৰিয় আৰু ব্ৰাহ্মণেই এতিয়া ৰাজশক্তি নহয়। গতিকে জনসাধাৰণৰ সমাজত খোৱা-বোৱা বিষয়ত কিছু মানুহৰ জাতিভেদ বাচি থকাৰ বাহিৰে শোষণৰ ক্ষেত্ৰত আগৰ জাত-বিভাগ আৰু নাই। আগৰদৰেই সমাজত খোৱা-বোৱা বিষয়ত জাতিভেদ বাচি থকাৰ বাহিৰে শোষণৰ ক্ষেত্ৰত আগৰ জাত-বিভাগ আৰু নাই। এতিয়া দৰিদ্ৰ খুজি খোৱা বামুণটো আৰু শোষক শ্ৰেণী নহয়। অথবা এতিয়াৰ কোটিপতি শূদ্ৰ ব্যৱসায়ীও আগৰ দৰে শোষিত নহয়। এতিয়াৰ শোষক হ'ল ৰাজশক্তি হাতত ৰখা সকল, তাৰ অনুগ্ৰহ পোৱা বিৰাট ব্যৱসায়ীসকল, উচ্চ চৰকাৰী চাকৰি কৰা সকল। বাকী সকলো শোষিত। পথাৰত খেতি কৰা খেতিয়ক, ফটা চোলা পিন্ধি এসাজৰ পইচা গোটাবলৈ গছৰ তলত লোকৰ ভাগ্য চাবলৈ বহি থকা ভাগ্য গণনাকাৰী, মানুহ মৰিলেই দুসাজ আয়ৰ আশাত দৌৰ মৰা নিশকতীয়া বামুণ - সকলো আজি শোষিত শ্ৰেণীৰ লোক। আৰু খাবলৈ নোপোৱা হোৱাৰ পাচতো ব্ৰাহ্মণ-ক্ষত্ৰিয় জাত বিচাৰ কৰি মৰ কামোৰ দি ধৰি থকাবোৰ গজমূৰ্খ আৰু দুগুণে শোষিত। কাৰণ তেওঁলোকক সৰ্বহাৰা শ্ৰেণীয়েও নিজৰ বুলি সাৱটি নলয়।

সমাজ-সংকটে ধাত্ৰীৰ দৰে সহায় কৰি নিদিলে চিন্তাৰ নৱযুগ কেতিয়াও আলাসতে ভূমিষ্ঠ হব নোৱাৰে। চিন্তাৰ নতুন ধাৰা সামাজিক জীৱনত বাস্তৱৰে প্ৰতিচ্ছবি। বৈদিক ক্ৰিয়াকাণ্ডৰ পৰা মুক্তি বিচাৰি বৌদ্ধধৰ্মই বস্তুবাদী চিন্তাৰ পথ ললে। কিন্তু আমাৰ পাঠ্যপুথিত আজিও ছাত্ৰই বুজাকৈ লিখা হোৱা নাই যে বৌদ্ধধৰ্ম নিৰীশ্বৰবাদী, বৌদ্ধধৰ্মত ঈশ্বৰ নাই। অকল সেয়ে নহয়, বুদ্ধক ভগৱানৰ অৱতাৰ বুলি আমাৰ ধৰ্মত সুমাই থোৱা হ'ল। কিয়? বস্তুবাদক ৰাজশক্তিয়ে ভয় কৰে কাৰণেই। বৌদ্ধধৰ্মও কিন্তু ভাৰতীয় ধাৰ্মিক ঐতিহ্যৰ পৰা একেবাৰে মুক্ত নহ'ল। বস্তুজগতেই যদি চৰম সত্য হয়, তেন্তে মোক্ষ বা নিৰ্বাণ কেলেই, এই প্ৰশ্ন সেইদিনত কোনেও নকৰিলে।

আলেকজেণ্ডাৰৰ ভাৰত আক্ৰমণ, তাৰ পাচত মৌৰ্য যুগ, আৰু তাৰ পাচত অহা গুপ্ত যুগে ভাৰতত বহুত পৰিবৰ্তন সাধন কৰিলে। খৃষ্টপূৰ্ব ২০০ আৰু ৫৫০ খৃষ্টাব্দৰ ভিতৰত ৰাজত্ব কৰি সাম্ৰাজ্য বিস্তাৰ কৰা গুপ্তযুগে বৈদিক শিক্ষাৰ অন্ধবিশ্বাসৰ দেৱালত যুক্তিবাদৰ ৰং লগালে। হেজাৰ বছৰৰ সংস্কাৰৰ অভাৱতে মামৰে ধৰা যাগ-যজ্ঞ আৰু উপাসনাক ঘঁহি-মাজি নতুন কৰা হল, শাস্ত্ৰক ধূলি-বালি আঁতৰাই পৰিষ্কাৰ কৰা হ'ল। এই আয়োজনৰ উখল মাখলত লোকায়ত আৰু

বৌদ্ধধৰ্মৰ সাম্যবাদ চকুত নপৰিলেগৈ; গীতাৰ বিশ্বৰূপৰ জাকজমকত বিমুগ্ধ সমাজে বস্তুবাদৰ সবল ৰূপলৈ চকু নুঘুৰালে। এই যুগতে ষড়দৰ্শন ৰচিত আৰু সংশোধিত হয়, মহাভাৰত ৰচনা সম্পূৰ্ণ হয়, ভক্তিতত্ত্বই গা কৰি উঠে। এই যুগেই স্মৃতি-শাস্ত্ৰৰ যুগ। জাতিভেদ, বাল্য-বিবাহ আৰু ধৰ্মৰ বিধিনিয়ম কঠোৰভাৱে প্ৰৱৰ্তন কৰি লোকায়ত আৰু বৌদ্ধধৰ্মৰ আভাসো মানুহৰ মনৰ পৰা মচি পেলোৱা হ'ল। এই যুগতে ঘোষণা কৰিলে ঃ অহিংসাৰ ক্লীবত্ব বৰ্জন কৰা, যুদ্ধবিগ্ৰহক ভয় নকৰিবা। পাপ-পুণ্যৰ কথা নাভাবি কৰ্মফল ভগৱানৰ হাতত এৰি দিয়া। ধৰ্মৰাষ্ট্ৰৰ এক নতুন আদৰ্শই জন্ম ল'লে প্ৰতিবিপ্লৱৰূপে..... ।....

ইতিমধ্যে অধ্যাপক অৰবিন্দ ৰাভাৰ গৱেষণাকক্ষত থকা মূৰ্তি , শিলৰ ফলি, ছবি, নক্সা আদিৰ তালিকা শেষ কৰি পুলিচে তেখেতৰ কিতাপবোৰ তালিকা কৰি যাবলৈ ধৰিলে।

| | | |
|---|---|---|
| ১। | ভাৰতৰ ইতিহাসৰ পৰ্যালোচনা - | কে, এম, পাণিকৰ |
| ২। | এণ্টি-ডুৰিং - | এঙ্গেলচ্ |
| ৩। | গোল্ডেন বাও - | ফ্ৰেজাৰ |
| ৪। | লেলিনৰ সম্পূৰ্ণ গ্ৰন্থাৱলী | (৪৩ খণ্ড) |
| ৫। | ফ্ৰম দি প্ৰিমিটিভ কমিউনিজিম টু শ্লেৰাৰি | ডাঙ্গে |
| ৬। | লোকায়ত | দেৱী প্ৰসাদ চট্টোপাধ্যায় |
| ৭। | ধৰ্ম সম্বন্ধে | মাৰ্ক্স আৰু এঙ্গেলচ্ |
| ৮। | পৰিয়াল, ব্যক্তিগত সম্পত্তি আৰু ৰাষ্ট্ৰ | এঙ্গেলচ |
| ৯। | হিন্দু স্ক্ৰিপ্চ | মেকনিকল |
| ১০। | ইণ্ডিয়ান এথিজিম | ডি চট্টোপাধ্যায় |
| ১১। | ঋকবেদ সংহিতা, ১২। সামবেদ ১৩। যজুৰ্বেদ ১৪। অথৰ্ববেদ | |
| ১৫। | ছান্দোগ্য উপনিষদ ১৬। মীমাংশা আৰু ন্যায় শাস্ত্ৰ, ১৭। ব্ৰহ্মবৈবৰ্তপুৰাণ | |
| ১৮। | চাৰ্বাক দৰ্শন ১৯। সাংখ্য ২০। বৃহস্পতি সুত্ৰ... | |

পুলিচৰ কিতাপৰ তালিকা যেতিয়া পাচঁশৰো ওপৰ হৈছে তেতিয়াও অধ্যাপক ৰাভাৰ কণ্ঠস্বৰ টেপ-ৰেকৰ্ড যোগে বাজি আছিল, লাহৰী ৰাভা তেতিয়া কান্দি কান্দি ভাগৰি পৰিছিল। মৰণোত্তৰ পৰীক্ষাৰ পাচত ৰাভাৰ মৃতদেহ তেতিয়াও ঘূৰি অহা নাছিল।

..... once the earthly family is discovered to be the secret of the holy family, the former must then itself be criticized in theory and revolutionized in practice.....

the most important things is to know how to awaken in the still undeveloped masses an intelligent attitiude towards religious questions and an intelligent ciriticism of religion.

মুঠ কথাত , স্বৰ্গৰ দেৱতাৰ গুপ্ত ৰহস্যৰ গুৰিত যদি মানুহেই , তেন্তে সেই মানুহকে তাত্ত্বিক আলোচনাৰে সমালোচনা কৰি মানুহৰ অভ্যাসত বিপ্লৱ আনিব লাগিব।

.......ধাৰ্মিক প্ৰশ্নৰ প্ৰতি আৰু ধৰ্মৰ প্ৰতি বৌদ্ধিক সমালোচনাৰ এক দৃষ্টিভংগী জনসাধাৰণৰ মাজত জগাই তোলাটো অতীব প্ৰয়োজন।

**পিচদিনা পুৱাৰ কাকতত অধ্যাপক ৰাভাৰ মৃত্যুৰ খবৰ ওলাল :**

**অধ্যাপক অৰবিন্দ ৰাভাৰ জীৱনাৱসান**

এক যুগশ্ৰেষ্ঠ চিন্তানায়কৰ হঠাৎ মৃত্যু

মৃত্যু ৰহস্যাবৃত্ত বুলি পুলিচৰ ধাৰণা

অধ্যাপক ৰাভাৰ মৃত্যুৰ খবৰ অসমৰ আৰু বাহিৰৰো কাকতত ডাঙৰ ডাঙৰকৈ দিয়া আখৰত ওলাল। দৈনিক এখন কাকতৰ নিজস্ব সংবাদাতাই দিয়া বিৱৰণ মতে-

খোৱা-বোৱাৰ পিচত নিশা প্ৰায় দহ বজাত অধ্যাপক ৰাভা নিজ অধ্যয়ন কক্ষত আছিল। নিশা দহ বজাৰ ট্ৰেইনত গাঁৱৰ ঘৰলৈ যাবলৈ অধ্যাপকৰ ভায়েক বিনোদ ৰাভা আৰু একমাত্ৰ জীয়েক লাহৰী ৰাভা ন বজাত অধ্যাপকৰ সৈতে একেলগে খোৱা-বোৱা কৰি ষ্টেচনলৈ গৈছিল। যাবলৈ ওলোৱাসকলক ৰিক্সাত তুলি দি অধ্যাপকৰ অধ্যয়ন কক্ষতে কিবা লাগিবনেকি সুধি যামিনী শুবলৈ গৈছিল। পুৱা পাঁচ বজালৈকে নুঠা দেখি যামিনীয়ে জগাবলৈ গৈছিল। গৈ দেখিছিল, বিছনাত অধ্যাপক নাই। তাৰ পাচত অধ্যয়ন কক্ষলৈ গৈ দেখিছিল , ৰাভা বহা ঠাইত মূৰটো টেবুলত থৈ পৰি আছে ; সম্পূৰ্ণ শৰীৰ শিল যেন চেঁচা। যামিনীয়ে ভয়তে দৌৰ মাৰি পুলিচত খবৰ দিলে।

অধ্যাপক ৰাভাৰ ঘৰৰ একো বস্তু চুৰি হোৱা নাই। ইতিমধ্যে অধ্যাপক ৰাভাৰ দিল্লীত থকা পুতেক ধৰণীলৈ পুলিচে খবৰ দিছে। পুলিচে কৰোৱা মৰণোত্তৰ পৰীক্ষাৰ পিচত অধ্যাপক ৰাভাক ৰাভাদে ৰৰ ইচ্ছামতেই কোনো ধাৰ্মিক ক্ৰিয়া কাণ্ড নকৰাকৈয়ে সংকাৰ কৰা হয়। শৱযাত্ৰাত প্ৰায় পাঁচ হেজাৰ মানুহৰ সমাগম হৈছিল।

স্থানীয় স্কুল-কলেজ-অফিচ আদি স্বৰ্গীয় ৰাভাৰ প্ৰতি শ্ৰদ্ধা দৰ্শাই ছুটী দিয়া হ'ল। জীয়েক লাহৰী ৰাভালৈ দিয়া এটা তাঁৰ বাৰ্তাত মুখ্যমন্ত্ৰীয়ে ৰাভাক অসমৰ শ্ৰেষ্ঠ চিন্তাবিদ বুলি সন্মান কৰিছে আৰু কৈছে ৰাভাৰ অভাৱত অসম দুখীয়া হ'ল।

হৰিপ্ৰসাদ সেনে আলোচনা প্ৰসংগত এদিন অধ্যাপক ৰাভাক কৈছিল : উৎপাদন পদ্ধতিৰ পৰিবৰ্তনৰ লগে লগে ধৰ্ম সম্বন্ধীয় চিন্তা-চৰ্চাৰ পৰিবৰ্তন অহাটো নিশ্চিত। তেন্তে আমি ধৰ্মৰ সমালোচনা আৰম্ভ কৰাতকৈ উৎপাদন পদ্ধতিৰ পৰিবৰ্তনাৰ্থে ৰাষ্ট্ৰ শক্তিক হাত কৰিবলৈ চেষ্টা কৰাটো বেছি প্ৰয়োজন নহয় জানো? ধৰ্মৰ বিষয়ে মানুহক বুজাবলৈ গৈ সময় নষ্ট কৰাৰ কি দৰকাৰ?

অধ্যাপক ৰাভাই হৰিপ্ৰসাদক কৈছিল : তুমি কথা কিটা অলপ খেলিমেলি কৰিছা? ধৰ্মৰ সমালোচনাৰ কোনো প্ৰয়োজন নথকা বুলি নাভাবিবা। ভাৰতৰ কথাই ধৰাচোন। অধ্যাত্মবাদৰ উৎস বেদ; বেদৰ আদি অংশকে ধৰি সাংখ্য, মীমাংশা, ন্যায়, বৈশেষিক বৌদ্ধ-জৈন ধৰ্মমত, আদি সকলোবোৰেই কম-বেছি নিৰীশ্বৰবাদী। আৰৌ জনসাধাৰণৰ মাজত পৰিব্যাপ্ত লোকায়ত মত দেখোন একেবাৰে বস্তুবাদী। আন কথাত কবলৈ গলে বেছিভাগ তাৎপৰ্যপূৰ্ণ ভাৰতীয় দাৰ্শনিকেই পুৰামাত্ৰাই নাস্তিক বা অধ্যাত্মবাদ-বিৰোধী বা বস্তুবাদী আছিল। সেই দাৰ্শনিকসকলৰ হেজাৰ যুক্তিতৰ্ক সত্বেও ভাৰতত দেৱতাসকলৰ প্ৰাধান্য থাকি গ'ল কেনেকৈ? কাৰণ আছে। কাৰণটো অতি প্ৰকট; দাৰ্শনিক তাত্ত্বিক আলোচনাৰ আক্ৰমণে ছুব নোৱাৰা আন ক'ৰবাত আছিল সেই পৰমাৰ্থিক তত্ব আৰু সেয়ে কেবল দাৰ্শনিক যুক্তিয়ে তাক নিৰ্মূল কৰিব নোৱাৰিলে। ক'ত আছিল? মানৱ সমাজত — য'ত দাৰ্শনিক তত্ব নোসোমায়গৈ। উৎপাদনৰ এটা বিশেষ স্তৰত শ্ৰেণীবিভক্ত সমাজত দেৱতাৰ উৎপত্তি। সেই দেৱতাক আক্ৰমণ কৰি দীঘলীয়া বক্তৃতা দিলে দেৱতা আঁতৰি যাব নোৱাৰে। কাৰণ দেৱতাসকল হ'ল ৰাষ্ট্ৰ আৰু পুৰোহিত শ্ৰেণীৰ সুখৰ কাৰণে সম্পদশালী হবলৈ সাধাৰণ ৰাইজৰ আগত দেখুউৱা নাচৰ পুতলা।

সেইসকলে দৰকাৰমতে পুতলাক নচুৱায়,মাৰে, সৃষ্টি কৰে। গতিকে দেৱতা আঁতৰাবলৈ হলে দেৱতাৰ আমদানী কৰা শ্ৰেণীৰ শক্তি খতম কৰিব লাগিব। ৰাষ্ট্ৰশক্তি নিজৰ হাতলৈ আনিবলৈ সৰ্বহাৰাবোৰে বিপ্লৱ কৰিব লাগিব। সেই নতুন ৰাষ্ট্ৰতহে দেৱতাৰ প্ৰয়োজন নোহোৱা হ'ব। কিন্তু আমাৰ আগৰ দাৰ্শনিক ঋষিবৰ্গ দেৱতাৰ অস্তিত্বৰ বিৰুদ্ধে ওপৰ মহলত যুক্তি দৰ্শায়ে ক্ষান্ত থাকিল। তেওঁলোকে সেই যুক্তিৰে পৃথিৱীত বস্তুবাদী সমাজৰ হাতলৈ ৰাষ্ট্ৰশক্তি অনাৰ চেষ্টা নকৰিলে। এতিয়া আমি ধৰ্ম-বিষয়ক বাক্-বিতণ্ডাত মাত্ৰ এটা উদ্দেশ্য লৈ নামিব পাৰো। যেনে, আদিম সমাজৰেপৰা আমাৰ নিৰীশ্বৰবাদী সাহিত্যদিৰ নিদৰ্শন দাঙি ধৰি আমি জনসাধাৰণক বিপ্লৱী পথৰ ঐতিহাসিক সত্য আঙুলি দি দেখুৱাই সমাজত সামাজিক পৰিবৰ্তন আগুৱাই আনিব পাৰোঁ। মনত ৰখা উচিত যে ধৰ্ম সম্বন্ধে বস্তুবাদী ধ্যান-ধাৰণা কেৱল যুক্তিৰ জালেই নহয়, তাত এটা ঐতিহাসিক সত্যৰ ভেটি আছে। সত্যটো হৈছে এই — ধৰ্ম মানুহৰ সৃষ্টি ; গতিকে ধৰ্মমতৰ দেৱ-দেৱতাও মানুহৰে সৃষ্টি, দেৱ-দেৱতাই মানুহ সৃষ্টি কৰা নাছিল।................ আৰু বহুত কৈছিল অধ্যাপক ৰাভাই , সেইবোৰ কথা আজি হৰিপ্ৰসাদ সেনৰ মনত নাই। মিষ্টাৰ সেনে এটা চিগাৰেট উলিয়াই জ্বলাই ল'লে। সেনৰ মতে অকণো নোৰোৱাকৈ মূৰটোৱে কিবা এটা বিষয়ৰ চিন্তা কৰি থাকিলে, চিন্তাৰ গতি লেহেমীয়া হয়। গতিকে মাজতে চিগাৰেট বা চাহ খাই ইফাল-সিফাল কৰি ল'ব লাগে।

অধ্যাপক ৰাভাৰ মৃত্যুৰ পিচত বিশটা দিন, হৰি প্ৰসাদ সেনৰ চিন্তাৰ লিকত কৰ্ফাল খাই গ'ল। ইতিমধ্যে সেই মৃত্যুক পুলিচে হত্যা বুলি ঠাৱৰ কৰি পেলাইছে। মৰণোত্তৰ পৰীক্ষাৰ মতে অধ্যাপক ৰাভাৰ নেলু চেপি ধৰাৰ চিন পোৱা গৈছে আৰু তেওঁ তাৰ ফলত শ্বাসৰুদ্ধ হৈ মৰা বুলি ডাক্তৰে মন্তব্য কৰিছে। পুলিচে সন্দেহ কৰি বিনোদ ৰাভা , ঘিটিৰা বেজ, যামিনী, অশোক শৰ্মা আৰু দীপক বৰঠাকুৰকো গ্ৰেপ্তাৰ কৰিছিল। গ্ৰেপ্তাৰৰ লগে লগে অশোক আৰু দীপকক জামিনত মুক্তি দিয়া হৈছে। কিন্তু লাহৰী নিজে গৈও বিনোদ আদিক জামিনত আনিব পৰা নাই। পুলিচৰ মতে, বিনোদ ৰাভাই সম্পত্তিৰ লোভত আৰু ককায়েকেক বলিয়া বুলি অপদস্থ হোৱাৰ পৰা হাত সৰুৱাবলৈ অধ্যাপক ৰাভাক হত্যা কৰাৰ সম্ভাৱনা আছে। কিন্তু তাৰ প্ৰমাণ এতিয়া পোৱা নাই। অশোক আৰু দীপকক গ্ৰেপ্তাৰ কৰা হৈছিল, দুয়োটাকে বেলেগ বেলেগ কাৰণত অধ্যাপক ৰাভাৰ ওপৰত খং থকাৰ প্ৰমাণ পোৱাৰ কাৰণে। কিন্তু হত্যাৰ প্ৰমাণ পোৱা হোৱা নাই।

দিল্লীত থকা একমাত্ৰ ককায়েকলৈ লাহৰীয়ে নিজে খবৰ দিছিল। কিন্তু ককাইয়েকে উত্তৰত কোনোবা অজান ঠিকনাৰপৰা জনালে যে নিজৰ বাপেক হ'লেও এজনৰ মৃত্যুৱে, বা এজনৰ হত্যাই সময়ৰ গতিক সলাব নোৱাৰে। বা তাৰ কাৰণে সমাজৰ পৰিবৰ্তনৰ প্ৰচেষ্টা বৈ যাব নোৱাৰে। লিখিছিল : দেউতাৰ এটা ডাঙৰ ভুল হৈছিল। নিজে শ্ৰমিক শ্ৰেণীৰ মতাদৰ্শত বিশ্বাস কৰি নিজৰ শ্ৰেণী চৰিত্ৰ ত্যাগ নকৰাকৈ, অকলে, কেৱল চিন্তাৰ জগতত নতুন কিবা কৰিব খুজিছিল। কিন্তু সামাজিক পৰিবৰ্তন অনা বস্তুটোৰ নাম বিপ্লৱ আৰু সেইটো অকলৈ কৰা বস্তু নহয়। কেৱল তাত্ত্বিক আলোচনাৰেতো নহয়েই। গতিকে দেউতা অকলশৰীয়া আছিল আৰু অসতৰ্ক আছিল। সেই একেদৰেই অসতৰ্ক হৈ দেউতাৰ শোকত গৈ মই পুলিচৰ হাতত ধৰা পৰা মানে মোৰ বৈপ্লৱিক আদৰ্শক প্ৰতাৰণা কৰা। তুমিতো জানাই যে মই বিপ্লৱৰ আদৰ্শত কাৰ্যক্ষেত্ৰত ইতিমধ্যে নামি পৰিছো। মোৰ দলগত নিয়মানুবৰ্তিতাই দেউতাৰ কাৰণে শোক কৰিবলৈ যাবলৈ চুটি নিদিয়ে। তুমি তাতে আছা যেতিয়া এটা কাম কৰিবা। হত্যাকাৰীক চিনাক্ত কৰাৰ চেষ্টা কৰিবা। মোৰ বিশ্বাস আদৰ্শগত কাৰণত দেউতাক হত্যা কৰা হৈছে।

হৰিপ্ৰসাদ সেন এই হত্যা মামলাত ভিতৰলৈ সোমাই পৰিছিল। হৰিপ্ৰসাদৰ বিশ্বাস যে শ্ৰীকৃষ্ণস্বামী ব্ৰহ্মচাৰী মহাৰাজৰ আশ্ৰম আৰু অধ্যাপক ৰাভাৰ হত্যাৰ মাজত কিবা সম্পৰ্ক আছেই। আৰু সেই গুপ্ত তথ্য অশোক, দীপক বা আন তেনেকুৱা মানুহৰ পৰাই উলিয়াব লাগিব। হৰিপ্ৰসাদে ভাবে যে বিনোদ ৰাভাতকৈ অশোক বা দীপকক সন্দেহ কৰাৰ বেছি থল আছে ; কাৰণ অধ্যাপক ৰাভাৰ প্ৰতি অশোক আৰু দীপকৰ তীব্ৰ ঘৃণা সৰ্বজনবিহিত। সেই মানুহকেইটাক ডাঙৰ চাকৰিয়াল বুলি জামিনত পুলিচে এৰি দিছে কিয় ? তেওঁবিলাকক সন্দেহ কৰিব পৰা কিবা চিন-মোকাম থাকিলে নোহোৱা কৰাৰ সুবিধা

দিবলৈ ? নিজৰ মতটো বুজাবলৈ পুলিচৰ লগত কোনো ফল নোহোৱাকৈ তৰ্ক কৰি হৰিপ্ৰসাদে সিদ্ধান্ত কৰিলে যে এই বিষয়ে সি নিজে এক প্ৰাইভেট তদন্ত কৰিব। অন্ততঃ নিজৰ আত্মসন্তুষ্টিৰ কাৰণে - যাতে সি নিজকে কব পাৰে যে নিজে ভালপোৱা মানুহজনৰ কাৰণেই এক কুৎসিৎ আৰু জঘণ্য অপৰ্কমৰ প্ৰকৃত দোষীক উলিয়াই আইনৰ হাতত তুলি দি সমাজক সামান্য সহায় কৰা বুলি নিজে নিজক বুজাব পাৰে। কিন্তু তাৰ এই মতলবৰ কথা সি কাকো নজনালে ; খবৰ কাকতৰ সাংবাদিক হিচাপেই সি ঘটনাৰ শুং বিচাৰি পম খেদি ফুৰিবলৈ ধৰিলে।

অধ্যাপক ৰাভাৰ বিষয়ে জানিবলৈ হৰিপ্ৰসাদ সেনে বিশ্ববিদ্যালয়ৰ সৰু-বৰ প্ৰায় সকলো শিক্ষকক লগ ধৰিলে, কথা পাতিলে। বিশ্ববিদ্যালয়ৰ শিক্ষকৰ বিষয়ে সাধাৰণতে আগেয়ে সেনৰ এটা ভাল ধাৰণাই আছিল। কিন্তু অধ্যাপক ৰাভা সংক্ৰান্তত ধৰ্মৰ পৰা ৰাজনীতিলৈকে সকলো তৰপৰ আলোচনা বিলোচনা বুদ্ধি কৰি কৰিব লগীয়া হোৱাত সেনে আগৰ ধাৰণা সলালে। সেনৰ নতুন ধাৰণা মতে বৃটিছ ভাৰতত সৰু সৰু দেশীয় ৰাজ্য থকাৰ দৰে বিশ্ববিদ্যালয়ো শোষণৰ এক বেলেগ যন্ত্ৰ। বিশ্ববিদ্যালয়ৰ শিক্ষাটো টকাৰ মামলাই। শিক্ষক মহলৰ মাজত হিংসা-হিংসি, প্ৰতিশোধ, প্ৰতাৰণা , পদবী-সন্মান, ধন-সম্পতি, আদি লৈ যিমান, শ্ৰুতিকটু অপবাদ শুনা যায় আৰু পোৱা যায়, বিশ্ববিদ্যালযৰ বাহিৰত সিমান পোৱা নাযায়। বোধকৰো অতি ক্ষুদ্ৰ ৰাজ্যত বহুত চিন্তাবিদৰ সমাগম কাৰণে তাত জ্ঞানৰ দৰে মানুহবো দোষবোৰো ঘণীভূত হৈ আছে। বিশ্ববিদ্যালয়ৰ ছাত্ৰৰ মাজত অধ্যাপক ৰাভাৰ জনপ্ৰিয়তা কিন্তু আচৰিত। যিকিটা ছাত্ৰই এদিন আনৰ প্ৰৰোচনাত পৰি অধ্যাপকক অপমান কৰিছিল, সেইকিটা ছাত্ৰৰ এনেকুৱা অবস্থা হ'ল যে সিঁহত বিশ্ববিদ্যালয় এৰি যাবলৈ বাধ্য হ'ল। সেই ল'ৰাবোৰক উচটাই দিয়া অধ্যাপক কিজনক জনাই দিয়া হ'ল যে তেওঁলোক গুপ্ত প্ৰৰোচক বুলি ছাত্ৰই জানিছে।

অশোক শৰ্মাক কেবাদিনো লগ পাইছে হৰিপ্ৰসাদ সেনে। মানুহটো একেবাৰে পাগল হোৱাদি হৈছে। তাৰ এতিয়া চাকৰি যোৱা অবস্থা। নৰহত্যাৰ অপৰাধত অভিযুক্ত মানুহএটাৰ চাকৰি থাকে কেনেকৈ? তৃতীয় দিনা লগ পাওঁতে শৰ্মাই হৰিপ্ৰসাদক অন্তৰ খুলি কলে ঃ মই নিগমে মৰিলো। অৱন বৰুৱাই মোক জানে কাৰণে সি অন্ততঃ মোক হত্যাত লেটিয়াব বুলি ভবা নাছিলো। কিন্তু শ্যালা পুলিচৰ একো বিশ্বাস নাই। মই আপোনক কওঁ মিষ্টাৰ সেন, আপুনি ইনফ্লুৱেনচিয়েল মানুহ, আপোনাৰ প্ৰভাৱ আছে। আপুনি মোৰ জীৱন বচোৱাৰ চেষ্টা কৰক। যদি অৱশ্যে এই বিষয়ত মই একেবাৰে নিৰ্দোষ বুলি আপোনাৰ বিশ্বাস আছে। তাৰ কাৰণে মই দহ-বিশ-ত্ৰিশ-চল্লিশ-পঞ্চাশ হেজাৰলৈকে টকা খৰচ কৰিবলৈ প্ৰস্তুত। সুযোগ বুজি হৰিপ্ৰসাদে সুধিছিল, ইতিমধে কিমান টকা খৰচ হৈছে। অশোক শমাই সৈ কাঢ়িছিল, থানা বা কাছাৰিলৈ নোযোৱাকৈয়ে ঘৰতে গ্ৰেপ্তাৰৰ লগে লগে জামিনত দিয়াৰ ব্যৱস্থা কৰিবলৈ কোনোবা ওখ পুলিচ বিষয়া আৰু কাছাৰিত দিবলৈ অৱনে মাত্ৰ দহহেজাৰ টকা নিছিল। তাৰে কিমান খৰচ হ'ল অশোকে নাজানে।

অশোকৰ বিশ্বাস , ৰাভাক কোনেও হত্যা কৰা নাই। ৰাভাক বহুতে বেয়া পায়। ৰাভাৰ ওপৰত হয়তো বহুতৰে খং , কিন্তু কোনেও ৰাভাক সেইদৰে হত্যা কৰিব বুলি অশোকে ভাবিব নোৱাৰে। অশোকৰ মতে ৰাভাৰ ব্যক্তিত্ব এনেকুৱা যে অতি নীচ অপৰাধীও ৰাভাৰ ওচৰ পাই ঘূৰি আহিবলৈ বাধ্য হ'ব। মজাৰ কথা হ'ল- একমাত্ৰ শিক্ষিত মানুহৰ লগত আদৰ্শগত বিৰোধ থকাত সৰুসুৰা কোনো মানুহৰ লগত ৰাভাৰ শত্ৰুতা নাই। কাৰণ তেওঁ বহুতে বিশ্ববিদ্যালয়ৰ জ্ঞানৰ গৰাকীতকৈ অজ্ঞ ঘিটিৱা বেজক বেছি ভাল ব্যৱহাৰ কৰে। অশোক শমহি স্বীকাৰ কৰিলে যে তেওঁৰ লগত লাহবী ৰাভাৰ আগৰ আন্তৰিকতা নাই। কিন্তু লাহবী ৰাভাই এতিয়াও তেওঁৰ ওচৰত একে মৰমকে পাব। সঁচা কথা, ৰাকা বৰুৱাক তেওঁ বিয়া কৰাব বুলি কথা দিছে; কিন্তু সেই কথা দিয়াৰ পাচত আছে লাহবী ৰাভাৰ ওপৰত প্ৰতিশোধ লোৱাৰ মনোবৃত্তি। বা, তই তেনেকুৱা কৰিলে মই এনেকুৱা কৰিম জাতীয় লাহবী ৰাভাক ভয় খুৱাই আকৰ্ষণ কৰাৰ বুদ্ধি।

অশোক শৰ্মা মহাভাৰ্য্যশ্ৰমলৈ যোৱাটো হয়। প্ৰথমতে জোৰ কৰি লৈ গৈছিল দীপকে। অশোক শৰ্মাৰ বিশ্বাস, সেই কৃষ্ণস্বামী মহাৰাজে আন কিবা জানক-নাজানক, কিবা মোহিনী মন্ত্ৰ জানে। আৰু মানুহজনে কোৱা বহুত কথা মিলি যায়। মহাৰাজে গুপ্তসাধনা কৰে নিশা ন বজাত নিৰাননব্বৈ মিনিটত। আগতে দীক্ষা দিয়া ভক্তইহে সেই প্ৰাৰ্থনাত যোগ দিব পাৰে।

অশোকে শুনামতে সেই সময়ত ব্ৰহ্মচাৰীয়ে উলংগ হৈ সাধনা কৰে আৰু সেই ধ্যানমগ্ন ব্ৰহ্মচাৰীৰ বিভিন্ন অংশ স্পৰ্শ কৰিলে ফল পোৱা যায়। বহুত দিন সন্তান নোহোৱা দুগৰাকী ভদ্ৰ মহিলা বোলে মহাৰাজৰ বিশেষ অংগ স্পৰ্শ কৰি ইতিমধ্যে গৰ্ভৱতী হৈছে। অশোকক এতিয়ালৈকে দীক্ষা দিয়া নাই; অশোকৰ পৰিচিতৰ ভিতৰত একমাত্ৰ দীপকক দিছে। দিক্ষা লোৱাৰ পাচত দীপক একেবাৰে বেলেগ হৈ গ'ল। এতিয়া সি মহাৰাজৰ বিষয়ে একো কথাকে নাপাতে। সুধিলেও একো নকয়।

দীপকে প্ৰথমতে হৰিপ্ৰসাদ সেনৰ সৈতে একো কথাকে পাতিব খোজা নাছিল। কিন্তু হৰিপ্ৰসাদে দুদিন লগ পায়েই বুজাই দিলে যে হৰিপ্ৰসাদৰ দৰে কোনোবাই সহায় নকৰিলে দীপকৰ নিস্তাৰ নাই ; কাৰণ দীপকৰ ওপৰতে পুলিচৰ সন্দেহ এটাইতকৈ বেছি। তাৰ পাচতে দীপকে লাহে লাহে মুখ খুলিলে। সি স্বীকাৰ কৰিলে যে লাহৰীৰ প্ৰতি তাৰ আকৰ্ষণ প্ৰতিদানমূলক, অৰ্থাৎ লাহৰী প্ৰথম আকৰ্ষিত হোৱাৰ কাৰণেহে দীপকে প্ৰতিদান দিছিল। নাই, সি কেতিয়াও লাহৰীক বিয়া কৰোৱাৰ কথা ভবা নাই। যিমানেই আধুনিক নহওক, তাৰ মনত জাত-বিভাগৰ বৈশিষ্ট্য এতিয়াও আছে। সি ভগৱতীক বিশ্বাস কৰে আৰু সেই শক্তিক সি মানে। ভগবানৰ বিৰোধিতা কৰাক সি মূৰ্খামি আৰু অধঃপতনৰ চিন বুলি ভাবে। অধ্যাপক ৰাভাক সি বেয়া পায়; মানুহজনৰ ধ্যানধাৰণাবোৰ একেবাৰে আদিম যুগৰ। এইবিধ মানুহক শিক্ষকৰ বাব দিব নাপায়। সেইবুলি সি অধ্যাপক ৰাভাৰ নিচিনাবোৰক হত্যা কৰি আঁতৰোৱাৰ কথা কল্পনাও কৰিব নোৱাৰে। কি লাভ হব? এনেকুৱা অজ্ঞান আন্ধাৰত পৰি বহুত মানুহ আছে। সকলোকে এতিয়া মাৰি পেলাবনে? দীপকৰ সন্দেহ হয়, অধ্যাপক ৰাভাক কোনেও মৰা নাই। একেবাৰে পাগল মানুহ। কিবা প্ৰমাণ চাবলৈ নিজে নিজৰ ডিঙি চেপি ধৰিব পাৰে। তাৰ বাহিৰে আন কাকো সি সন্দেহ কৰিব নোৱাৰে। অৱশ্যে সঁচা কথা যে অসমতো তথাকথিত বিপ্লৱী চিন্তাৰ নামত সন্ত্ৰাসবাদীৰ কাম আৰম্ভ হৈছে। তেনেকুৱা কোনোবা সন্ত্ৰাসবাদী যদি অধ্যাপকৰ ওচৰলৈ গৈছিল, তেন্তে সেইবোৰে অধ্যাপকক হত্যা কৰা একো আচৰিত নহয়। কাৰণ, অধ্যাপকে নিজৰ নিচিনা নোহোৱা আন সকলো মানুহকে মানুহ যেন জ্ঞান নকৰেই। আৰু সন্ত্ৰাসবাদীয়ে তেনেকুৱা মানুহক সহ্য নকৰে।

হয়, দীপকেই অশোকক লৈ গৈছিল মহাৰাজৰ ওচৰলৈ। কিন্তু অশোক বৰ নিম্নস্তৰৰ মানুহ। তাৰদ্বাৰা ধৰ্ম-কৰ্ম নহয়। আনকি মহাৰাজে তাক আজিলৈকে দিক্ষা দিয়া নাই। মহাৰাজে গুপ্ত সাধনা কৰে ; কিন্তু সেই বিষয়ে একো কথা কোৱা নিষেধ। গতিকে উলংগ হৈ সাধনা কৰাৰ বিষয়ে সি একো মন্তব্য কৰিব নোৱাৰে।

পদাৰ্থবিদ্যাৰ লগত ভগবানক একেলগে ভবা অন্যায়। ভগবানৰ বাস হৃদয়ত ; আৰু পদাৰ্থবিদ্যা আধুনিক জগতত জীয়াই থকাৰ উপায়, উপাৰ্জনৰ পথ।

ৰাকা বৰুৱাই এইবোৰ বিষয়ত একো কব নোখোজে। সঁচা কথা, অশোক আৰু দীপকৰ লগত তাইৰ হলিগলি আছে। কিন্তু হলিগলি থকা মানেই প্ৰেম থকা নুবুজায়।

দুয়োটাৰ কোনো এটাৰ ওপৰতে ৰাকা বৰুৱাৰ উচ্চ ধাৰণা নাই। ৰাকা বৰুৱাৰ মতে দীপক বুৰ্বক আৰু অশোক বেঙা। দীপকে ভাবে যে ছোৱালী তাক দেখিলে মুগ্ধ হয় ; অশোকে ভাবে মডাৰ্ণ ছোৱালীবোৰ বিয়া কৰাবৰ কাৰণে উপযুক্ত নহয়, প্ৰেম কৰিবলৈহে ভাল।

লাহৰী ৰাভাৰ সৈতে বৰ্তমান অকলে কথা পতাৰ উপায় নাই। লাহৰীৰ খুড়ীয়েক, মোমায়েক, পেহীয়েক , আদি কৰি ঘৰখন ভৰি আছে। লাহৰীৰ বাপেকৰ মৃত্যুৰ কাৰণে কাকো সঠিককৈ দায়ী নকৰে। তাইৰ সন্দেহ ঘিটিৱা বেজে কিবা মন্ত্ৰ কৰি বাপেকৰ মৃত্যু ঘটালে। ডিঙি চেপাৰ চিনটো কোনোবা ভূতৰো হ'ব পাৰে। এই কথা কিন্তু তাই কবলৈ সাহ নকৰে; কাৰণ ঘিটিৱা বেজলৈ তাইৰ বৰ ভয় লাগে। অশোক বা দীপকে বাপেকক মৰাৰ কথা তাই কল্পনাও কৰিব নোৱাৰে। যামিনী অসম্ভৱ।

জেলতে গৈ হৰিপ্ৰসাদে ঘিটিৱা বেজক লগ ধৰিছিল। সি কান্দিকাটি হায়ৰান। তাৰ মাত্ৰ এটা কথা : মই জীৱনত

পাৰ চৰাই এটাও নিজে মাৰি নোখোৱা মানুহ, ছাগলী কটা তেজ দেখিলে অজ্ঞান হওঁ। মোকনো বাবু এইহেন শ্যপুৰুষ এজন বধ কৰা অপৰাধত ধৰিব পায়নে? মোক প্ৰভু যেয়ে এই নৰকৰূপধা সকলোবাই নিয়ে, মই তাবে নিকিনা গোলাম হ'ম/ নাই নাই, মন্ত্ৰ-তন্ত্ৰ দেউতা সকলো ফাঁকি, সেইবোৰে ইয়াত কি কাম দিব? লেণ্ডেৰা মানুহ মই; আন কাম কৰিব নোৱাৰো কাৰণেই এইবোৰ কৰিয়েই দুপইচা আৰ্জো। পেটটোতো পূৰাব লাগিব দেউতা ঈশ্বৰ।

বিনোদ ৰাভাই পাগলৰ দৰে মাত্ৰ এটা কথাকে কয়: কিবা মহাপাপত পৰিছো মই, মোৰ উদ্ধাৰ নাই।

লাহৰী ৰাভাই বাৰে বাৰে প্ৰতিদিনাই হৰিপ্ৰসাদক অনুৰোধ কৰে দদায়েকক যেনে তেনে জামিনত আনিবলৈ। হৰিপ্ৰসাদে আশ্বাস দি কয়যে নিৰ্দোষ হলেই খালাচ পাবই। গতিকে সেইটো খুব চিন্তাৰ বিষয় নহয়।

অৱন বৰুৱাই কেইটামান নতুবা কথা ক'লে। তেওঁৰ মতে, তেওঁ পুলিচৰ মানুহ, গতিকে অশোক আৰু দীপকে তেওঁৰ আগত সদায় অধ্যাপক ৰাভাক গালি পাৰি থকা দেখিয়েই তেওঁৰ সিহঁতৰ ওপৰত অলপ সন্দেহ আছিল। আচলতে কোনে হত্যা কৰিব পাৰে, সেই বিষয়ে পুলিচ এতিয়াও নিশ্চিত নহয়। ইমান বিখ্যাত মানুহ এজনক গুৱাহাটী চহৰত ঘৰতে হত্যা কৰি যোৱাৰ পাচত পুলিচে কিবা কৰা উচিত কাৰণেই কিছু গ্ৰেপ্তাৰ কৰিছে। কেচটোৰ ভাৰ অৱন বৰুৱাৰ ওপৰতে পৰিছে। নাই, নাই, অশোক, দীপকক আচলতে এৰেষ্ট কৰা নাই। সিঁহতক ভয় খুৱাবলৈ এৰেষ্ট কৰি জামিনত এৰি থোৱা বুলি কোৱা হৈছে।

এতিয়ালৈকে লগ পোৱা কাকো পুলিচ বা হৰিপ্ৰসাদে সন্দেহ কৰিব পৰা নাই। কাৰণ, অধ্যাপক ৰাভাক হত্যা কৰি কোনো ফালৰপৰা লাভবান হোৱাৰ প্ৰশ্নই নুঠে। বিনোদ ৰাভাকো মিছাকৈ জেলত থোৱা হৈছে। কাৰণ গাঁৱত থকা সকলো সম্পত্তি অধ্যাপকে ভায়েককে দিছে। তাৰ বাহিৰে চহৰত তেওঁৰ মাটি সম্পতি ধন একো নাই। প্ৰতি মাহৰ দৰ্মহাৰে মাহটো চলি যায়। প্ৰতি মাহেই তেওঁ তিনিশ টকা ক'ৰবালৈ দান দিয়ে।

হৰিপ্ৰসাদ ৰাভাই আজি তিনি দিন ধৰি লাহৰী ৰাভাৰ ঘৰতে বহি অধ্যাপকৰ টেপ-ৰেকৰ্ডত ধৰি থোৱা কথাবোৰ শুনি গৈছে। অধ্যাপক ৰাভাৰ টেপ ৰেকৰ্ডাৰ তিনিটা - তিনিওটা উপহাৰ পোৱা। প্ৰথমতে তেওঁ জীয়েকৰ সৈতে শাক-ভাত খোৱাৰ কথা পাতোঁতেও ৰেকৰ্ড কৰিছিল। কিছুদিনলৈ ৰাভাৰ এইটোৱেই একমাত্ৰ চখ হৈছিল। ৰেকৰ্ড কৰা বহুত টেপ্ পৰি আছিল। কিছুমান বৰ আমোদদায়ক। এদিন ভাত খাওঁতে খৰিচা খাই কৈছে: লাহৰী, এই খৰিচা, কাৰ্হদি, খাৰলি নোখোৱা মানুহক অসমীয়া তই কেনেকৈ বুলিবি? মই সেই কাৰণেহে কওঁ, তহঁতৰ চাহাব হোৱা বৰ মানুহবোৰক অসমৰপৰা খেদিব লাগিব। সিহঁতে প্ৰকৃত অসমীয়া চৰিত্ৰ হেৰুৱাই পেলাইছে। বাঃ এইকণ খৰিচা বৰ বঢ়িয়া টেঙা হৈছে।

আকৌ এদিন কৈছে: বহুত দিন গাহৰিৰ মঙহ খোৱা নাই অ'। তোৰ মন যোৱা নাইনে?

মৰাৰ আগতে ঘৈণীয়েকে শেষৰ তিনিদিনত কোৱা কথাবোৰ ৰেকৰ্ড কৰা আছে। এদিন ঘৈণীয়েকে কৈছে: আপুনি আচল মানুহটো কি? মোৰ বাহিৰে কোনেও নুবুজে। সকলোৱে ভাবে আৰু ধৰি লয় যে আপোনাৰ ভিতৰখন শৰীৰটোৰ দৰেই লোহা হেন কঠিন। আপোনাক মানুহে ভুল বুজিবই।

বহুত মানুহৰ সৈতে পতা কথাও কেতিয়াবা ৰেকৰ্ড কৰা আছে। অশোক, দিলীপ, ঘিটিৱা বেজ আদি কহুতৰ মাত টেপ ৰেকৰ্ডত আছে। কিন্তু সেই দুই-এটা শব্দহে। কাৰণ অধ্যাপক ৰাভাই কাকো কথা কবলৈ নিদিয়ে, মাথো নিজে কৈ যায়। এটা নতুন টেপত পৰহি হৰিপ্ৰসাদে অধ্যাপক ৰাভাৰ বিপ্লৱৰ স্তৰ সম্বন্ধে দিয়া মতামত শুনি আছিল। সেইখিনি কথা শেষ হোৱাৰ পাচত কিছুপৰ একো নাই। তাৰ পাচতে ঘিটিৱা বেজৰ মাত: শ্যালা কুকুৰ, অপদেৱতা ওলাইছিহি। বাপেৰক চিনি পোৱা নাই। আজি তোক বাপেকে ডিঙি টেপি মাৰিম। তাৰ পাচতে ভিতিৰ পৰা ওলোৱা গোঁ গোঁ শব্দ আৰু ঘিটিৱা বেজৰ ফোঁপনি। হঠাৎ বিনোদ ৰাভাৰ মাত: এৰি দিয়াহে বেজ, সি দুখ পাইছে। ঘিটিৱা বেজৰ দপদপনি: এৰি দিম? তাক আজি হয় পঠিয়াম, নহলে ডিঙিত চেপি মাৰিম। তাৰ পাচত হৰমুৰ শব্দ আৰু ৰাভাৰ মাত: উস, মৰিলোহেঁতেন আজি। (খঙেৰে) ঘিটিৱা, তই মোৰ ডিঙিত সেইদৰে কিয় চেপি ধৰিছিলি? আন বিকোনো মানুহ হোৱা হ'লে আজি মৰি গলহেঁতেন।

কিয় ধৰিছিলি? ছল পাই গৈছে?

ঃ তাক গালি নাপাৰিবি। সি তাৰ বিদ্যাই ঢুকি পোৱা কৰ্তব্য কৰিছে। - বিনোদ ৰাভাৰ মাত।

ঃ মোৰ গাত দেউতা দোষ নাই। অপদেৱতা এইটো এনেয়ে নাযায়। আপুনি জলকীয়া পুৰি নাকত দিবলৈয়ো নিদিয়ে। সেয়ে ডিঙি টেপিয়েই ধৰিছিলো তাক। - ঘিটিৰা বেজৰ মাত।

ঃ তোৰ সৰল বিশ্বাসক মোৰ পুতৌ কৰাৰ বাহিৰে উপায় নাই। ডিঙিটোতো বৰ দুখ পালোঁ। বিনোদ, অকণমান মালিচ কৰি দেচোন।

ঃ ভাল হৈ যাব দেউতা ঈশ্বৰ। হুলেহে হুল কাঢ়ে।

ঃ বিনোদ, জৰা-ফুকা হ'ল আৰু। তই আজিয়ে ঘিটিৰাক লৈ যা। ঘিটিৰাক টকা এশ দিবি। তই দুশ টকা লৈ যাবি গৰু কিনিবলৈ। লাহৰীৰ হাতৰপৰা তিনিশ টকা লৈ যাবি।

ঃ আজি বুলি কিয় কৈছ?

ঃ আজিয়েই। মোৰ আৰু ভাল লগা নাই।.....

ইয়াৰ পাচত আকৌ অন্য কথা। লাহৰী ৰাভাক মাতি আনি হৰিপ্ৰসাদে সেই অংশ টেপ শুনাই লৈ সুধিলে ঃ আপুনি মোক এই কথা কোৱা নাছিল কিয়? এইটো সাংঘাতিক কথা আপুনি লুকাই ৰাখিছে। আৰু যে আন কথা লুকাই ৰখা নাই তাৰ প্ৰমাণ কি?

লাহৰীয়ে কান্দোঁ কান্দো হৈ স্বীকাৰ কৰিলে যে বহুত কথা চিন্তা কৰি, তাই সেই কথা প্ৰকাশ কৰা নাছিল। আচলতে কথাটো সঁচা। জলকীয়া পুৰি ঘিটিৰা বেজে অধ্যাপকৰ নাকত দি জাৰিব খুজিছিল। অধ্যাপকে ভেকাহি মাৰি দিলে। তাৰ পাচত অধ্যাপকক হাত-ভৰি বান্ধি জাৰিব খুজিলে। সেইটোত অধ্যাপকে আপত্তি নকৰিলে। ঘিটিৰা বেজৰ মতে এইটো অপদেৱতা বৰ টেঙৰ। যিটো মানুহৰ গাত লম্ভে, সেইটো মানুহকে বান্ধি নল'লে ভূতটো জাৰিবলৈ লওঁতেই পলায়। কিন্তু মন্ত্ৰ বন্ধা বগা খনিয়া কাপোৰেৰে মঙ্গলবাৰে হাত-ভৰি বান্ধি ল'লে সি আৰু পলাব নোৱাৰে। খেলাটো চোৱাৰ মতলবেৰে অধ্যাপক ৰাজি হৈছিল। কিন্তু বিহলঙনিৰে হাত-ভৰি বন্ধা অধ্যাপকক জাৰি থাকোঁতে ঘিটিৰা বেজৰ কিবা জক উঠি উঠিল। ওপৰলৈ মূৰ কৰি শুই থকা, হাত-ভৰি খনিয়া কাপোৰেৰে বন্ধা অধ্যাপকক ঘিটিৰা বেজে জোৰেৰে নেলুত চেপি ধৰি গালি পাৰিবলৈ ধৰিলে। বিনোদ ৰাভাই ঘিটিৰাক জোৰ কৰিও এৰুৱাব নোৱাৰা হ'ল। দূৰৈত বৈ লাহৰীয়ে ভয়তে কঁপি কঁপি কান্দি দিলে। কিন্তু ইতিমধ্যে অধ্যাপকে খনিয়া কাপোৰেৰে হাতত দিয়া বান্ধ দুবাৰমান পিছলাই এৰুৱাই পেলালে আৰু তাৰ পাচত ঘিটিৰা বেজক কাণতলীয়া চৰ এটা শোধাই দিলে। সেই ঘটনাৰ পাচত অধ্যাপকে লাহৰীক মাতি কৈছিল যে সিঁহতক টকা তিনিশ দি সেইদিনাই পঠাই দিব লাগে। কৈছিল যে ঘিটিৰাৰ একো বদ মতলব নাই। সি হয়তো আন্তৰিকতাৰে বিশ্বাস কৰে যে তেওঁৰ ডিঙিত চেপি ধৰিলেই ভূতটো মৰিব। কিন্তু এইবোৰ অত্যাচাৰ বেছি দিন সহ্য কৰি থাকিব নোৱাৰি। সেই কথা মতেই সেইদিনা নিশাৰ ট্ৰেইনত ঘিটিৰা বেজ আৰু বিনোদ ৰাভা যাবলৈ ওলাইছিল। সেইদিনা লাহৰীয়ে কোনোমতে ৰাখিলে আৰু পিচদিনা বাপেকৰ অনুমতি লৈ লাহৰীও গাঁৱলৈ খুড়াকৰ লগতে যাবলৈ ওলাল। লাহৰীৰ একমাত্ৰ উদ্দেশ্য আছিল, যাতে ঘিটিৰাক ঘৰলৈকে থৈ আহি বাপেকৰ একো অনিষ্ট নকৰিবলৈ অনুৰোধ কৰিব পাৰে। আৰু যাতে গাঁও পোৱালৈকে একো মন্ত্ৰ-তন্ত্ৰ মাতি বাপেকৰ একো অহিত কৰাৰ সুবিধা নাপায়, তাৰ কাৰণে ঘিটিৰা বেজৰ লগে লগে থকাটো। কাৰণ লাহৰীয়ে জানে যে গাঁৱলৈকে যাওঁতে তিনিখনৰো বেছি নদী পাৰ হোৱাৰ পাছত ঘিটিৰাৰ মন্ত্ৰই বাপেকৰ একো অনিষ্ট কৰিব নোৱাৰে। ঘটনাৰ দিনা ৰাতিও ঘিটিৰাক নিজে লগে লগে থাকি ভাং খুৱাই এনেকুৱা অৱস্থাত শুৱাই থলে যে ঘিটিৰাই নিশাটো কোন ফালে গম্ভ কৰই নোৱাৰে। পিচদিনা দিনটোও ঘিটিৰাক লাহৰীয়ে লগ এৰিবলৈ দিয়া নাছিল। সেইদৰেই চকুৰ আগে আগে ৰাখি ঘিটিৰাক লাহৰীয়ে গাঁৱলৈকে নিবলৈ ট্ৰেইনত তুলিছিল

লাহৰীৰ পৰা এইখিনি কথা লোৱাৰ পাচত হৰিপ্ৰসাদে একেখিনি কথাকে জেলত গৈ বিনোদ ৰাভা আৰু ঘিটিৰা বেজক সুধিছিলগৈ। দুয়ো অবিকল একে কথাকে একেদৰে বৰ্ণাইছিল। কেৱল ঘিটিৰাই কৈছিল যে সি সিমান জোৰেৰে ধৰা নাছিল ; অধ্যাপক, লাহৰী আৰু বিনোদে মিছাকৈ ভয় খাইছিল।

তাৰ পাচত আজি দুদিন ধৰি হৰিপ্ৰসাদে কেৱল অধ্যাপক ৰাভাৰ টেপকে শুনি আছে। সেইবোৰ শুনি শুনি হৰিপ্ৰসাদৰ জ্ঞান বহুত বাঢ়িছে। কিন্তু হত্যাৰ একো উবাদিহ পোৱা নাই। অৱন বৰুৱাৰ কথাই ঠিক হ'ব পাৰে ঃ পোষ্টমৰ্টেম কৰাও [illegible] একো বিশ্বাস নাই। লৰালৰি কৰা বাবে একো নোপোৱাকৈ কিবা এটা পোৱা বুলি কব পাৰে। অৱন বৰুৱাৰ মতে বহুত সময়তে পুলিচে পোষ্টমৰ্টেম পৰীক্ষাৰ ওপৰত নিৰ্ভৰ কৰি তদন্ত কৰিবলৈ সাহ নকৰে। অৱন বৰুৱাৰ মতে খুব সম্ভৱ অধ্যাপক ৰাভাৰ স্বাভাৱিকভাৱে হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ মৃত্যু হৈছে। হৰিপ্ৰসাদৰ সন্দেহ হয় যে অৱন বৰুৱাৰ কথা সঁচা হ'বও পাৰে। হয়তো ডাক্তৰে অধ্যাপক ৰাভাৰ ডিঙিত চিন পালে ঘিটিৰা বেজৰ চেপাৰ। আৰু সেইকাৰণেই কৈ থলে যে ডিঙিত চেপা খাই শ্বাসৰোধ হৈ মৰিছে। কিন্তু ঘিটিৰা বেজে অধ্যাপকৰ ডিঙিত চেপা কথাটো হৰিপ্ৰসাদেও পুলিচৰ আগত নকলে। কোৱাৰ প্ৰয়োজন অনুভৱ নকৰিলে।

ইটোৰ পাচত সিটোকৈ দুটা চিগাৰেট খাই হৰিপ্ৰসাদে পুনৰ টেপ প্লেয়াৰ চলাই দিলে। হৰিপ্ৰসাদৰ সন্দেহ হৈছে এইবোৰ টেপৰেকৰ্ডত অধ্যাপক ৰাভাৰ মনৰ পৰিচয় পোৱা যাব, কিন্তু মৃত্যুৰ বিষয়ে কোনো খবৰ পোৱা নাযাব। তথাপি এবাৰ আৰম্ভ কৰা হ'ল যেতিয়া সেইবাৰ শেষ নকৰাকে হৰিপ্ৰসাদে আৰু একো কৰিব নুখুজিলে। আননো কি কৰিব কি? এবাৰ মহাভাৰ্যাশ্ৰমলৈ যোৱাৰ ইচ্ছা আছে। কিন্তু তাত কথাটো কেনেকৈ উলিয়াব? সেই বিষয়ে একো ঠিক কৰিব পৰা নাই। ইতিমধ্যে অৱশ্যে অসমৰ কাকতপত্ৰত ওলাইছে যে অধ্যাপক ৰাভাৰ দৰে কেবাটাও সন্দেহজনক মৃত্যু গুৱাহাটীৰ আশে-পাশে আজি কিছুদিনৰ ভিতৰত হৈছে। সেই কাৰণে সন্দেহ হয় যে এইবোৰ কোনোবা গুপ্ত দলৰ পৰিকল্পিত কাম। হৰিপ্ৰসাদে কিন্তু সেইবোৰ নাভাৱে। টেপত অধ্যাপক ৰাভাৰ কৈ যোৱা কথা বাজি গ'ল -

ঃ গণেশ দেৱতাৰ পূজা সম্বন্ধে মই বহুত দিন ধৰি যে তোক কৈ আহিছো অৰ্থাৎ গণেশ দেৱতাৰ পূজা আৰ্যধৰ্মই গ্ৰহণ কৰাৰ গুৰিতে কোনোবা গণপতি বা সাধাৰণ দলপতিক আৰ্যই হাত কৰি নিজৰ পক্ষলৈ আনিবৰ কাৰণে চেষ্টা কৰিলে কথাটো মনত আছে নহয় তোৰ? কিন্তু এতিয়া মই বুজি পাইছো যে সেই ধাৰণা ভ্ৰান্তিমূলক। আচলতে সমাজ বিৰ্বতনৰ ফলত আদিম কালত থকা গণেশ পূজাই পৰিবৰ্তিত ৰূপ লৈছিল আৰু শ্ৰেণী বিভক্ত সমাজত সাধাৰণ গণ বা ট্ৰাইববোৰৰ টোটেম হাতীয়েই গণেশ ৰূপ লৈ বিঘ্নকৰ্তা হৈছিল। আৰু তাৰ পাচত প্ৰয়োজনবোধ কৰি সেই দেৱতাক সিদ্ধিদাতা বুলি গ্ৰহণ কৰি থলে। আৰ্যধৰ্মই দেৱতাবোৰক আধ্যাত্মিক ৰূপলৈ ৰূপান্তৰিত কৰোঁতে সাধাৰণতে সমাজৰ নিম্নস্তৰত পোৱা টোটেম বা দেৱতাবোৰকে গ্ৰহণ কৰি স্বৰ্গীয় মহত্ব দান কৰি নতুন দেৱতা কৰিছিল। আৰু গণেশকো সেইদৰেই লোৱা। মোৰ ধাৰণাত গণেশক কেন্দ্ৰ কৰি লোৱাৰ মোৰ প্ৰধান উদ্দেশ্য হ'ল - এই সিদ্ধিদাতা দেৱতাৰ লগে লগে আদিম যুগৰ পৰা আহি থাকিলে সমাজ বিৰ্বতনৰ ধাৰাটো স্পষ্টকৈ ধৰিব পাৰি।

ঃ কিন্তু চাৰ, এইবিলাক চালি-জাৰি চাই অতীতৰ সমাজখনৰ ছবি চাই আমাৰ কি লাভ হব?

ঃ তুমি ইতিহাসৰ ছাত্ৰ হৈ সেই কথা জনা উচিত আছিল।

ঃ ঠিক নজনা নহয় চাৰ। কিন্তু আপোনাৰপৰা শুনিম বুলিয়েই আজি আহিছিলোঁ। মানে.......

ঃ বুজিছোঁ, বুজিছোঁ। লাহৰী, এওঁক এপিয়লা চাহ খুৱাই দিয়াৰ যোগাৰ কৰিবি। এস্ কি কথাটো আছিল?

ঃ অতীতৰ এইবিলাক চালি-জাৰি তাৰ ছবি চাই আমাৰ ভৱিষ্যতৰ কি লাভ হ'ব? অৰ্থাৎ আপোনাৰ গণেশ আদি দেৱতাৰ বিষয়ে গৱেষণা আমাৰ কিবা ভৱিষ্যতৰ কামত আহিব জানো? নে এইবোৰো কিছুমান ডিগ্ৰী লবৰ কাৰণে খিচিচ লিখাৰ দৰে মানুহৰ কামত নহা গৱেষণা হব?

ঃ মোৰ কামবোৰ তুমি গৱেষণা বুলি নকবা। মই একো গৱেষণা কৰা নাই। মাটিত সিঁচৰতি হৈ সৰু সৰু শিলগুটিৰ লগত পৰি থকাৰপৰা মই ধান বোটলাদি বুটলি কিছুমান কথাকহে একেলগ কৰিছো মাত্র। ইয়াত মোৰ নতুন কথা কবলৈ একো নাই। মই কেৱল সংগ্রহ কৰোঁতাহে; তাকে যেনিবা এক বস্তুবাদী দৃষ্টিভংগীৰে চাই সংগ্রহ কৰিছোঁ। ভাৰতত মানুহৰ মাজত শ্রেণীবিভাগৰ উৎপত্তি আৰু শ্রেণী সংগ্রামৰ আদি অংশৰ ইতিহাস গোটাব খুজিছোঁ মই। এতিয়া আমাৰ দৰে প্রায়বোৰ বহতীয়া আৰু উপকৰা দার্শনিকে বুজাব খোজাৰ দৰে যে মানব-সমাজত শ্রণীবিভক্ত সমাজেই সমাজত থকা দ্বন্দৰ মাজেদি বিবর্তনৰ হে এটা স্তৰ সেই স্তৰৰ আয়ুকাল যে বর্তমান শেষ হৈ আহিছে, তাকে মই ইতিহাসৰ ধাৰা উল্লেখ কৰি নিজে বুজিব খুজিছোঁ। কাৰণ, এই সময়তে শ্রেণী বিভক্ত সমাজৰপৰা শ্রেণীহীন সমাজলৈ পৰিবর্তনৰ সময়তে আমি আমাৰ শক্তি প্রয়োগ কৰি সেই পৰিবর্তনক ক্ষিপ্র আৰু সম্ভৱ কৰি তুলিব লাগিব। ইতিহাসৰ সাক্ষ্য পালে সেই কাম কৰিবলৈ আমি সাহ পাম।

ভাৰতত আমি আদিম সাহিত্যবোৰ পঢ়ি চোৱাৰ বিশেষ প্রয়োজন। কাৰণ সেইবোৰকে পঢ়ি ৰাষ্ট্র-শক্তি তথা বুর্জোৱা শ্রেণীৰ বহতীয়া স্বৰূপ দার্শনিকবোৰে ভাৰতৰ অধ্যাত্মবাদক ইমান উচ্চ স্তৰৰ বুলি মত প্রকাশ কৰি আহিছে আৰু তাকে পঢ়ি বিদেশী বুর্জোৱা দার্শনিক কিছুমানে ভাৰতৰ অধ্যাত্মবাদক ইমান উচ্চ আসন দি আহিছে যে তাৰ মোহত পৰি আমি সেই আধ্যাত্মিকতাকে আমাৰ গৌৰৱৰ সমল বুলি বুকুতে বান্ধি বহি আছোঁ। ভাৰতৰ আধ্যাত্মিকাতাক উচ্চ প্রশংসা কৰা বিদেশী দার্শনিকসকল হৈছে সাম্রাজ্যবাদৰ সমর্থক ; তেওঁলোকে জানে যে ভাৰতৰ মানুহ এনেকৈ অধ্যাত্মবাদত মজি থাকিলে সাম্রাজ্যবাদৰ শোষণ ভাৰতত নির্বিবাদে চলাই থাকিব পৰা হ'ব। বৈদিক যুগৰে পৰা এইচাম ৰাষ্ট্র-শক্তিৰ বহতীয়া দার্শনিকে ভাৰতীয়ক কানীয়া কৰি ৰখাৰ চেষ্টা কৰি আহিছে। তেওঁলোক পদ্ধতি ব্যবহাৰত ইমান পাকৈত যে লোকায়তৰ নিচিনা প্রাক্-বৈদিক সংস্কৃতি এটাৰ লিখিত নথি-পত্র পর্যন্ত নিশ্চিহ্ন কৰি তাৰ ওপৰত অধ্যাত্মবাদী শোষক সংস্কৃতি গজগজীয়াকৈ স্থাপন কৰিলে। এনে এক শক্তিক ওফৰাবলৈ আমাৰ আদিম যুগৰে পৰা ঐতিহাসিক তথ্যৰ অতি আৱশ্যক যাতে সেই ইতিহাস জানি নিজে শক্তিশালী হোৱাৰ উপৰিও আজি শত্রু পক্ষৰ দুর্বলতাৰ উমান ল'ব পাৰো।

ভাৰতীয় দর্শনৰ বিতর্কত এটা বৰ পাকৈত খেলোৱাৰৰ বুদ্ধি ব্যৱহাৰ কৰা হয়। কথাৰ মেৰপাক তৈয়াৰ কৰি একোটাইঁত কথিত বাক্য বা লিখিত সাহিত্যৰ নতুন অর্থ এটা ব্যাখ্যা কৰি দিয়া হয়। উদাহৰণস্বৰূপে কব পাৰি, ঋষি উদয়নে ন্যায়কুসুমাঞ্জলিত কপিলৰ সাংখ্য দর্শনক , বৌদ্ধ, জৈন, মীমাংসা পন্থীসকলক আৰু আনকি চার্বাকপন্থী লোকায়তসকলকো ভগবানত বিশ্বাসী বুলি অভিহিত কৰিছে। যেনে ঃ ধৰা, উদয়নৰ সেইবক্তব্য মুকলি অনুবাদ কৰিলে এনেকুৱা হ'ব -

"উপনিষদ পন্থীয়ে যাক একমাত্র দেব বুলি , কপিল-পন্থীসকলে যাক আমি জ্ঞানী বুলি, ......বৌদ্ধসকলে যাক সর্বদর্শী বুলি, দিগম্বৰ(জৈন')সকলে যাগ দিগম্বৰ বুলি, মীমাংসা পন্থীসকলে যাক বৈদিক মতানুসাৰে পূজ্য বুলি , ন্যায়িকসকলে সর্বগুণী বুলি, চার্বাকসকলে যাক লোক-ব্যবসাৰসিদ্ধ অর্থাৎ জাগতিক বুলি,সকলো মানুহে যাক ভগৱান বুলি পূজা কৰে".... ইত্যাদি

অর্থাৎ কপিল পন্থী সাংখ্য দার্শনিক, বৌদ্ধ, দিগম্বৰ, জৈন, মীমাংসাপন্থী, আৰু আনকি চার্বাকপন্থী লোকায়তকো একেকোবে ভগবানত বিশ্বাসী বুলি কৈ থৈ গুচি গ'ল। এনেকুৱা বক্তব্যৰে সাধাৰণ মানুহৰ মাজত ভ্রম আৰু মোহ সৃষ্টি কৰিবলৈ সহজ। আমাৰ দিনতো এনেকুৱা দার্শনিক কেৰামতালিৰ নিদর্শন নোহোৱা নহয়। আমাৰ দার্শনিক ৰাধাকৃষ্ণণে কি কয় শুনা-

'কমিউনিজিম হ'ল নতুন ধর্ম ; লেনিন এই ধর্মৰ প্রেৰিত পুৰুষ আৰু বিজ্ঞান হ'ল ইয়াৰ ধর্মীয় প্রতীক।..... মস্কোৰ ক্লাব হাউচৰ দেৱালত এনেকুৱা কথা লিখা থকা পোৱা যায় - "কোনেও নাজানে পৃথিৱীৰ কেতিয়া স্রজন হল, কিন্তু সকলোৱে জানে যে ১৯১৮ চনত এক নতুন পৃথিৱীৰ জন্ম হ'ল', আকাশৰপৰা দেৱতাবোৰ উলিয়াই পে লোৱা আৰু পৃথিৱীৰ পৰা ধনতন্ত্রবাদ আঁতৰাই পঠোৱা'। কার্লমাক্সৰ কমিউনিজিমৰ তত্ব ৰুচ দেশৰ আধ্যাত্মিক মাটিত ৰোপিত হৈ এটা ধর্ম হৈ পৰিল আৰু সেই ধর্মই এতিয়া প্রচাৰৰ পবিত্র পদ্ধতি প্রয়োগ কৰিছে। ৰেড় আমি স্কুল, সংবাদ পত্র আৰু বক্তৃতা - কমিউনিষ্ট পার্টিৰ এইবোৰ সক্রিয় বিভাগে দেশৰপৰা সকলো ধর্ম বাহিৰ কৰি দিবলৈ যুঁজিছে। বলছেভিজিমিৰ চালিকা

শক্তি হ'ল বিশ্বাস, মিষ্টিচিজম আৰু মৃত্যু পৰ্যন্ত ত্যাগ কৰিবলৈ পৰান্মুখ নোহোৱাটো। ইহুদী এপকেলিপসত বিশ্বাসী সকলৰ দৰে ইয়ো নতুন স্বৰ্গ আৰু নতুন পৃথিবীৰ সপোনৰ দ্বাৰা পৰিচালিত। 'আমি ধৰ্ম বিৰোধী নহয়, আমি ধৰ্মক সেইবুলি সমৰ্থনো নকৰো। আমি কেৱল ধৰ্মক উলিয়াই পেলাইছো। আমাৰ বিশ্ব-ভাতৃত্বৰ সমাজতান্ত্ৰিক ধাৰণা ভগবান, যীশুখ্ৰীষ্ট বা যিকোনো ধৰ্মতকৈ বেছি গুৰুত্বপূৰ্ণ ' - এইবুলি যদি সমাজবাদীয়ে ঘোষণা কৰে তেন্তে আমি স্বীকাৰ কৰিব লাগিব যে সেই সমাজবাদী ভগবান বা খৃষ্টক পূজা কৰা সকলতকৈ বেছি সম্যকভাৱে ধাৰ্মিক। "চোৱা এতিয়া, মাৰ্ক্স, লেনিন আৰু কমিউনিজম যিবোৰৰ ধৰ্ম সম্বন্ধে মতামতত এখুদো প্ৰশংসা নাই, সেইবোৰকে আমাৰ দাৰ্শনিকে ধাৰ্মিক বুলি আবিষ্কাৰ কৰিলে। কমিউনিজমত ধৰ্মৰ আবিস্কাৰ একমাত্ৰ ভাৰতীয় দাৰ্শনিকৰ পক্ষেই সম্ভৱ। কাৰণ কৈ কৈ মানুহৰ মনত সুমাই দি সঁচাক মিছা আৰু মিছাক সঁচা কৰাৰ ঐতিহ্য আমাৰ আছে। এনেকুৱা সাংঘাতিক পণ্ডিতবৰ্গৰ উদ্দেশ্যমূলক ভুল ব্যাখ্যাক উদঙাই দেখুৱাবলৈকে আমি অতীত সাহিত্যত লুকাই থকা সত্য বোৰ জানিব লাগে। মনত ৰাখিব লাগিব যে হেজাৰ বছৰ ধৰি উদ্দেশ্যপ্ৰণোদিত ভুল ব্যাখ্যাকে সত্য বুলি ধৰি থকা মানুহক প্ৰকৃত সত্যবোৰ উদঙাই দেখুৱাবলৈ কিছু কষ্ট কৰিব লাগিব।

অধ্যাত্মবাদৰ আগৰ পৰাই লোকায়তিক তথা চাৰ্বাকৰ বস্তুবাদ তথা আদিম বস্তুবাদী সাংস্কৃতিক ধাৰা এটা, ৰমকজমক আধ্যাত্মিক তত্ত্বৰ তলে তলে বেছি কোবাল আৰু শক্তিশালী গতিত যে বৈ আছে, সেই কথা চৰ্চা কৰাৰ বিশেষ প্ৰয়োজন আছে। তাৰ মানে প্ৰশ্নটো একেবাৰে পোনপতীয়াকৈ কৰিলে এনেকুৱা হয়। আজি আমাৰ অতীত লৈ ইমান মূৰ ঘমোৱাৰ প্ৰয়োজন কি?

মূল কথা- আজিৰ আমাৰ দেশৰ লোকায়তিক বা সাধাৰণ মানুহৰ কথালৈ আহোঁ। আমাৰ দেশৰ শ্ৰমিক সমাজেই আজি লোকায়তিক সমাজ, কাৰণ তেওঁলোকৰ শ্ৰমৰ উদবৃত্তখিনি কাঢ়ি নিয়েই আমাৰ দেশৰ ধনী শ্ৰেণীৰ যতমানে সুখ-সম্ভোগ। এই শ্ৰমিক শ্ৰেণীয়ে আজি ভগবান আদি দেৱতাক অচল পইচাৰ দৰে পেলাই দি সমাজবাদী সমাজ স্থাপনৰ চেষ্টা কৰিছে। সেয়ে তেওঁলোকে বৰ মানুহৰ চৌখিন আধ্যাত্মি ক আৰু ভাববাদী বিলাপ বাদ দি বস্তুবাদী পথ গ্ৰহণ কৰিছে। ইতিহাসৰ অৱধাৰিত গতিত তেওঁলোক আজি সমাগত নতুন সমাজক গঢ় দিওঁতাৰ দায়িত্বৰে সন্মানিত। কিন্তু তেওঁলোকৰ এই প্ৰচেষ্টাক বাধা দিবলৈ এদলে চিঞৰ-বাখৰ কৰিছে, বস্তুবাদ বিদেশী বস্তু, ভাৰতৰ মাটিত নিটিকিব।

ভাৰতৰ মাটিত বস্তুবাদ নিটিকে বুলি কোৱা এইচাম পণ্ডিতৰ বক্তব্যক সমাজ গঢ়াৰ প্ৰয়োজনীয় পাথেয় হিচাপেই বিচাৰ কৰি চোৱা প্ৰয়োজন।

আদিম সাম্যবাদী সমাজ থকা স্তৰটো পাৰ হৈ নহা কোনো মানৱজাতিৰ থাকিব নোৱাৰে এই কথা ঐতিহাসিক সত্য। কাৰণ পশুৰ ৰাজ্যৰ পৰা মানুহ বেলেগ হৈ আহি ক্ৰমাৎ আদিম সাম্যবাদী সমাজ পতাৰ স্তৰটো সকলো মানুহৰ কাৰণেই সঁচা। আমাৰ দেশত দুটা প্ৰমাণ এতিয়াও পোৱা যায়। আদিম সাম্যসমাজৰ অসম্পূৰ্ণ বিলোপৰ কাৰণে অনুন্নত গণ বা ট্ৰাইববিলাকৰ মাজত আদিম সাম্যসমাজৰ ৰীতি-নীতি এতিয়াও বৰ্তি আছে। আৰু, আমাৰ বেদ আদি সাহিত্যত সেইবোৰৰ বৰ্ণনা এতিয়াও টিকি আছে।

আমাৰ ঐতিহ্য জানো আজিকালিৰ পণ্ডিতসকলে কোৱাৰ দৰে কেৱল অধ্যাত্মবাদীয়েই? যদি দেশৰ গণশক্তিৰ চিন্তা-চেতনাক ঐতিহ্য বোলা হয়, তেন্তে কবই লাগিব যে আমাৰ দেশৰ ঐতিহ্য দেখদেখকৈ বস্তুবাদী ; কেৱল শাসক শ্ৰেণীৰ হাতে তাত মাজে মাজে অধ্যাত্মবাদৰ প্ৰলেপ সানিছে। যেনে, আমাৰ বিয়াত বৈদিক অনুষ্ঠান এজন ব্ৰাহ্মণে একুৰা জুই আগত লৈ কৰি শেষ কৰে, কিন্তু বাকী সকলো লোকাচাৰহে বিয়াৰ আকৰ্ষণীয় কথা আৰু সেই লোকাচাৰবোৰ আধ্যাত্মিক নহয়। আমাৰ প্ৰধান উৎসৱ বিহুত আধ্যাত্মিকতা নাই। সাধাৰণ মানুহে মূৰ ঘাম পেলাই কাম কৰি আহি ভাববাদত বিলাস কৰিবলৈ সময় নাপায়। সাধাৰণ মানুহে সদায় বিশ্বাস কৰি আহিছে দেহাত্মবাদকেই, বস্তুবাদকেই। প্ৰাচীন পুথিত বাৰে বাৰে কোৱা আছে, লোকায়ত মানে হ'ল সাধাৰণ মানুহৰ দৰ্শন আৰু এই দৰ্শন অনুযায়ী মূৰ্ত জড় জগতেই একমাত্ৰ সত্য। আত্মা নাই, ঈশ্বৰ নাই, পৰলোক নাই লোকায়ত দৰ্শনত।

গতিকে ভৱিষ্যত সমাজ গঢ়িবলৈ ওলোৱা আমাৰ শ্ৰমিক সমাজে নিজ ঐতিহ্যৰ পৰা সাহস গোটাব খুজিলে নিজৰ লোকায়ত ঐতিহ্য জানিবই লাগিব। কাৰণ, তেতিয়াহে অতীতৰ নিজ সংকীৰ্ণতাক বৰ্তমানত দূৰ কৰাৰ প্ৰয়াসো আমি কৰিব পাৰিম। আদিম সাম্যবাদী সমাজত যদি বহুত সংকীৰ্ণতাই আছিল, আজি তেন্তে তাক জানিবলৈ ইমান কষ্ট কৰাৰ দৰকাৰ কি আছে? আমি যুক্তিৰে ঐতিহ্যৰে প্ৰমাণ কৰিব লাগিব , বিৰুদ্ধ প্ৰচাৰক খণ্ডন কৰি কব লাগিব যে ব্যক্তিগত সম্পত্তি, ৰাষ্ট্ৰ ব্যৱস্থা মানৱ-সমাজত সনাতন নহয়।

অতীতৰ দৰে ভৱিষ্যতো যদি প্ৰগতিৰ নিয়মেই সত্য হয় তেন্তে ব্যক্তিগত সম্পত্তিয়েই মানুহৰ চৰম নিয়তি হ'ব নোৱাৰে। যি সমাজৰ একমাত্ৰ উদ্দেশ্য কেৱল সম্পত্তিয়েই তাৰ আয়ুস শেষ হৈ আহিছে। কিয়নো, তাৰ উদ্দেশ্যৰ ভিতৰতে লুকাই আছে আত্মনাশৰ বীজ।

ব্যক্তিগত সম্পত্তি যে সনাতন নহয়, সেই কথা আদিম সমাজৰ ফালে চাই আমাৰ বুজাৰ প্ৰয়োজন আছে, প্ৰয়োজনটো আদিম সমাজলৈ উভটি যাবৰ বাবে নহয়, ভৱিষ্যতৰ সমাজ গঢ়িবৰ কাৰণেহে।

এইদৰেই এটাৰ পাচত এটাকৈ টেপ বজাই হৰিপ্ৰসাদে শুনি যাবলৈ ধৰিলে। টেপবোৰ যেন আৰু শেষ নহ'ব হৰিপ্ৰসাদে টেপ বন্ধ কৰি অধ্যাপক ৰাভাৰ অধ্যয়ন কক্ষটোত এনেয়ে ঘূৰিবলৈ ধৰিলে। পুলিচে গোটেই কক্ষটো পৰীক্ষা কৰি থানবান অৱস্থাত এৰি থৈ গৈছে। অধ্যাপক বহা চকীখন ঠিক ঠাইতে আছে - আৰু আছে গণেশৰ মূৰ্তিবোৰ। আৰু আছে কিতাপবোৰ। অধ্যাপক ৰাভা বহা চকীখনৰ ওচৰত বেৰৰ চুকত বহুত পুৰণা কিতাপৰ ওপৰতে আৰু এটা টেপ-ৰেকৰ্ডাৰ পেলাই থোৱা আছে। হৰিপ্ৰসাদে এনেয়ে টেপৰেকৰ্ডাৰটো টিপা মাৰি চালে। চলিল। টেপডালৰ আধামান ৰেকৰ্ড কৰা আছে। এনেয়ে চলাই দিলে হৰিপ্ৰসাদে অধ্যাপকৰ মাত শুনা গ'ল। চকু ডাঙৰ কৰি অকলৈ হৰিপ্ৰসাদে শুনি থাকিল। আকৌ শুনিলে, আকৌ শুনিলে। তাৰ পাচত সন্ধিয়া ছয় বজাত লাহৰীক মই এতিয়াই আহিম বুলি কৈ হৰিপ্ৰসাদে লাহৰীৰ উত্তৰলৈ অপেক্ষা নকৰি দৌৰ মাৰিলে। লাহৰী ৰাভা অবাক হৈ ৰৈ থাকিল। বাপেকৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰশীল হৈ থকা লাহৰী ৰাভাই বাপেক ঢুকাল কথাটোকে আজিলৈকে হজম কৰিব পৰা নাই। তাতে বাপেকে ঢুকুৱাৰ পাচত দিল্লীত থকা কাকয়েকে দিয়া চিঠিখনে মিচ্ ৰাভাক আৰু অ কলশৰীয়া কৰি দিলে। সঁচা কথা, দুদিনলৈ অধ্যাপক ৰাভাৰ ঘৰখন আপোন মানুহেৰে ভৰি আছে। কিন্তু সদায়তো নাথাকে; বাপেক ঢুকুৱাৰ আচল শোকটোৱে লাহৰীক হয়তো তেতিয়াহে পাব। এতিয়া দদায়েক বিনোদ ৰাভাক জামিনত অনা, বাপেকৰ মৃত্যুক হত্যা বুলি সন্দেহ কৰা, আদি সমস্যাই লাহৰী ৰাভাক অনবৰত ব্যস্ত কৰি ৰাখিছে। অনবৰত পুলিচৰ অহা-যোৱা, মাত লগাবলৈ অহা বিভিন্ন মানুহৰ সমাগম, লাহৰীৰ আৰু ভাল নলগা হৈছে। আহিছে অশোক, দীপক আহিছে, অৰুন বৰুৱা আহিছে, ৰাকা বৰুৱা আহিছে। অশোকৰ ব্যৱহাৰ আজিকালি আচৰিত ; সি যেন বিনা প্ৰতিবাদে দীপকৰ কাৰণে ঠাই এৰি আঁতৰি পৰিছে। দীপকক বিয়া কৰাবলৈ পালে ভালেই পালেহেতেঁন লাহৰী ৰাভাই। কিন্তু বাপেক মৰাৰ পাচত এতিয়া আশা আছে জানো? ছিঃ তাই নিজৰ ওপৰতে ঘিণ লাগি গ'ল। সিদিনা বাপেক ঢুকুৱাৰ পাচত তাইৰ মনলৈ বাৰু কেনেকৈ নিজৰ বিয়াৰ কথা আহিছে? লাহৰী ৰাভাই অনুভৱ কৰিলে যে জীয়াই থকাৰ বাসনাই মানুহক শোক-দুখৰ পৰা আঁতৰাই লৈ যায়। সমাজত জীয়াই থকাৰ সাধাৰণ দায়িত্ববোৰ বৰঞ্চ ঘৰৰ মূল মানুহজন ঢুকুৱাৰ লগে লগে বেছি প্ৰকট হৈ দেখা দিয়ে। বিশেষকৈ লাহৰী ৰাভাৰ নিচিনা অকলশৰীয়া জীৱনৰ ক্ষেত্ৰত।

পুলিচবোৰ লাহৰী ৰাভাৰ ভাল নল'গা হৈছে। সিহঁতে একো উৱাদিহ নাপায়, উৱাদিহ উলিয়াবও নোৱাৰে, অথচ এনেয়ে এটা অশান্তি কৰেহি। একেবোৰ কথাকে পাগলৰ দৰে ঘূৰাই-পকাই সুধি থাকে। উত্তৰ দিবৰ মন নোযোৱা হয়। লাহৰী ৰাভাৰ এতিয়া দৃঢ় বিশ্বাস যে বাপেকক কোনেও মৰা নাই। স্বাভাবিক ভাৱে হৃদযন্ত্ৰৰ ক্ৰিয়া বন্ধ হৈ মৰিছে। মৰাৰ আগতেও কেবাদিনো বাপেকৰ মূৰ ঘূৰোৱা তাইৰ মনত আছে। এটা বৰ আচৰিত কথা লাহৰী ৰাভাৰ মনত খেলাই গ'ল। বাপেকৰ প্ৰতি তাইৰ যিমান আৰ্কষণ আছে বুলি তাই ভাবিছিল, সিমান আকৰ্ষণ নাছিল বুলি এতিয়া যেন তাই গম পাইছে।

নহলে তাই বাপেকৰ কাৰণে বলিয়া হৈ যোৱা নাই কিয়? বলিয়া হৈ যাব পৰা হলে কিমান ভাল হ'লহেতেন? তেতিয়া জীৱনত আৰু কোনো সমস্যাৰ কথা ভবাৰ প্ৰশ্ন নুঠিলহেঁতেন।

অধ্যাপক ৰাভাৰ অধ্যয়ন কক্ষটো মূল ঘৰটোৰপৰা বেলেগ। মূল ঘৰৰপৰা সন্মুখৰ ফালে চৈধ্য-পোন্ধৰ খোজমান আহি অলপ সোঁফাললৈ সেই ঘৰটো পুলিচে তলা মাৰি থৈছে। হৰিপ্ৰসাদেহে পুলিচৰপৰা চাবি আনি আজি তিনিদিনে তাত বহি বহি বাপেকৰ টেপবোৰ শুনিছে। ইয়ো এক পাগল। আজি সি দুৱাৰখন খুলি থৈয়ে দৌৰ মাৰিলে। ঘৰ, কক্ষ কোঠাটোত বাপেক সদায় আছে যেন লাগে লাহৰীৰ। কিবা এটা শব্দ শুনি চক খাই ঘূৰি চালে। দুৱোৰে যেন যামিনীক যোৱা যেন দেখিলে। লাহৰীয়ে যামিনীকদুৱাৰখন বন্ধ কৰিবলৈ মাতিব খোজোতেই কেবাজনো পুলিচ বিষয়া আৰু হৰিপ্ৰসাদ এখন পুলিচৰ গাড়ীত আহি লাহৰী ৰাভাৰ ওচৰতে নামিলহি। কিন্তু যামিনী জেলতহে আছে; লাহৰীয়ে সপোন দেখিছে নেকি? পুলিচৰ উপস্থিতিয়ে লাহৰীৰ সপোন ভাঙিলে।

তেওঁবিলাক গপ্ গপ্ কৈ অধ্যাপক ৰাভাৰ অধ্যয়ন কক্ষলৈ সোমাই গ'ল। লাহৰী ৰাভাৰ তেওঁবিলাকক একো সোধাৰ ইচ্ছা নহ'ল কাৰণে তেওঁ মুখ ঘূৰাই ঘৰৰফালে খোজ পেলালে লাহে লাহে। অধ্যয়ন কক্ষৰ ভিতৰত পুলিচে কি কৰিছে তেওঁৰ চোৱাৰ ইচ্ছা নহ'ল।

এজন পুলিচ অফিচাৰে লাহৰী ৰাভাৰ নিচেই কাষতে থিয় হৈ লাহেকৈ ক'লে ঃ মাফ কৰিব, আপুনি অকণমান দেউতাৰ ষ্টাডি ৰুমলৈ আহিব পাৰিবনে?

ঃ কিয়? - ৰুক্ষভাৱে লাহৰীয়ে সুধিলে।

ঃ কিবা এটা বস্তু চিনি পায়নে নেপায় কব লাগে। তাৰ পাচতে আপুনি গুচি আহিব পাৰিব।

লাহৰী ৰাভাৰ সেইটো কোঠালৈ যোৱাৰ অকণো ইচ্ছা নাই। তথাপি ইহঁতৰ লগত তৰ্ক কৰি থকাতকৈ যোৱাই ভাল বুলি যাবলৈ ধৰি সুধিলে ঃ মোৰ দদাই দেউ বিনোদ ৰাভাক আপোনালোকে কেতিয়া এৰি দিব?

ঃ বোধকৰো কাইলৈ।

ঃ কাইলৈ ? - লাহৰী আচৰিত।

অধ্যয়ন কক্ষত অতি সাধাৰণ প্ৰশ্ন কেইটামান কৰিলে পুলিচ চপাৰে। উত্তৰত লাহৰী ৰাভাই কলে ঃ হয় সেইটো দেউতাৰ টেপৰেকৰ্ডাৰ। এজন আমেৰিকান অধ্যাপকে দেউতাক উপহাৰ দিছিল। ৰেকৰ্ডাৰটো ব্যৱহাৰ কৰিবলৈ বৰ সহজ। বাহিৰৰ চুইচ টিপি দিলেই চলে। হয়, নিজে নিজে টেপ শেষ হ'লে বন্ধ হৈ যায়।

..... নাই, লাহৰী ৰাভাৰ কোনো টেপ ৰেকৰ্ড শুনিবৰ ইচ্ছা নাই।

ঃ কি কলে? দেউতাৰ শেষ কথাবোৰৰ ৰেকৰ্ড সেইটো মেচিনতে থাকিব পাৰে? থাওক, পিচত অকলে শুনিব লাহৰীয়ে। অধ্যয়ন কক্ষটোৰ চাবি কেতিয়া দিব লাহৰীক? আজিয়েই? ভাল, ধন্যবাদ।

লাহৰী ৰাভা ওলাই আহিল।

লাহৰী ৰাভাৰ কথাবোৰ কেনেবা কেনেবা লাগিছিল। বাপেকৰ অধ্যয়ন কক্ষটোৰ চাবি কাঢ়ি পুলিচে হৰিপ্ৰসাদ সেনক কিয় দিছে? হৰিপ্ৰসাদ সেনে সদায় তাত বহি বাপেকৰ টেপ কিয় শুনি আছে? শুনি থকাৰ মাজতে আজি হঠাৎ কিছু সময় আগতে খৰধৰকৈ মিষ্টাৰ সেন কিয় ওলাই গৈছিল? যাওঁতে অধ্যয়ন কক্ষটোৰ তলা কিয় আগৰদৰে মাৰি থৈ যোৱা নাছিল? জেলত থকা যামিনীক তাই কিয় দেখা যেন কৰিলে? হৰিপ্ৰসাদ সেন কিয় পুলিচক লৈ আকৌ আহিল? পুলিচ আৰু হৰিপ্ৰসাদ আজি ইমান ব্যস্ত কিয়? কি কৰিব খুজিছে ইহঁতে? লাহৰীয়ে একো বুজা নাই। আৰু, সঁচা কথা কবলৈ গলে এই ডকাইতৰ দৰে চেহেৰাৰ হৰিপ্ৰসাদক তাইৰ বিশ্বাস কৰিবৰ মন নাযায়। হৰিপ্ৰসাদেই দেউতাকক কিবা বুদ্ধি কৰি হত্যা কৰাটো অসম্ভৱ জানো? আৰু এতিয়া নিজৰ ওপৰতে সন্দেহ নপৰিবৰ বাবে খুব ব্যস্ত হৈ দেউতাকৰ টেপ শুনাৰ বুদ্ধি

উলিওৱাটো অসম্ভৱ জানো? ভাবি ভাবি লাহৰী ৰাভা নিজৰ শোৱা কোঠাত সোমালেগৈ। আমন জিমনকৈ বহি থকা খুড়ীয়েক আদি আপোন মানুহবোৰক দেখিও তাই মুখেৰে নামাতিলে।

অতি ব্যস্তভাৱে পুলিচক লৰালৰিকৈ লৈ গৈ হৰিপ্ৰসাদ সেন উত্তেজনাত কঁপি আছিল। লাহৰী ৰাভালৈ ঘূৰি চোৱাৰ সময়ো সি পোৱা নাছিল। পুলিচ বিষয়াক লৰালৰিকৈ সি বিচাৰি পোৱা টেপ ৰেকৰ্ডাৰটোৰ ওচৰলৈ লৈ গ'ল।

উত্তেজনাত কঁপা হাতেৰে হৰিপ্ৰসাদে টেপৰেকৰ্ডাৰটো বজাই দিলে। আৰে ! একো কথা নোলায় দেখোন ! কি হ'ল? নাই একো হোৱা নাই। লৰালৰিত আৰু উত্তেজনাত হৰিপ্ৰসাদে টেপডালৰ একো ৰেকৰ্ড নকৰা অংশটো বজাইছিল। এইবাৰ ঠিক কৰি লগাই দিলে। কিছুপৰ ঘূৰাৰ পাচত অধ্যাপক ৰাভাৰ মাত শুনা গ'ল।-

: নোবাৰি , নোবাৰি ; এটা এশটা বা এহেজাৰটা মানুহ হত্যা কৰি সময়ৰ গতিক সলাব নোৱৰি। আজি যিখিনি মানুহ বিঘ্নকৰ্তা বুলি ঘৃণিত , সেইখিনিয়েই ভৱিষ্যতৰ গৰাকী। ... উস , কি হৈছে মোৰ? তামোলখন খোৱাৰ পাচৰ পৰা মোৰ দেখোন কিবাখন লাগি আহিছে। লাহৰীজনীও আজিহে গ'লগৈ। অ' যামিনী, যামিনী? ... নাই, সেইটোৰ চাগৈ মৰ টোপনি। উস................

ইয়াৰ পাচত টেপ ৰেকৰ্ডত যিখিনি কথা শুনা হ'ল, সেইখিনি কথাই পুলিচ বিষয়াক চমক খুৱাই দিলে। হৰিপ্ৰসাদ সেনক আৰু টেপ ৰেকৰ্ডাৰটোক লৈ পুলিচ বিষয়া থানা পালেগৈ। কথাটো ঘুনুক-ঘানাককৈ ওলোৱাৰ লগে লগে খবৰ-কাগজৰ সংবাদদাতা আদি থানা ভৰি পৰিলহি। নিশাৰ ভিতৰতে অৰবিন্দ ৰাভাৰ মৃত্যুৰ আকস্মিকতা সম্বন্ধে মানুহে পুনৰ কথা পাতিবলৈ ধৰিলে। পুলিচে অতি ব্যস্তভাৱে ৰাভাৰ মৃত্যুৰ কাৰণে নতুনকৈ এজনক গ্ৰেপ্তাৰ কৰি আনিব লগা হ'ল। সেই নতুন ব্যক্তি হ'ল পদাৰ্থ বিদ্যাৰ কলজে শিক্ষক দীপক বৰঠাকুৰ।

খবৰটো প্ৰথম শুনি লাহৰী ৰাভাৰ ধাৰণা হল যে কিবা গুপুত আক্ৰোশ আৰু প্ৰতিহিংসাৰ মতলবেৰে এইবোৰ টেপ ৰেকৰ্ড শুনাৰ অভিনয় কৰি হৰিপ্ৰসাদ সেনেই বুদ্ধি কৰি দীপকক হত্যাকাৰী বুলি পুলিচক লগাইছে। মনে মনে লাহৰী ৰাভাই ঠিক কৰিলে যে দীপকতকৈ হৰিপ্ৰসাদেহে ৰাভাক হত্যা কৰিব পাৰে যেন লাগে বুলি তাই পুলিচক কৈ দিব।

তেতিয়া বহুত ৰাতি।

পিচদিনা খবৰটো ওলোৱাৰ পাচত গোটেই গুৱাহাটীত হুলস্থূল। বিভিন্ন ধৰণৰ মন্তব্য উফৰি ফুৰিল -

: পঢ়া-শুনা কৰিলি বুলিয়েই ভালনে? সি এই গুৱাহাটীত কমেও চাৰিটা হত্যা কৰিছে। কেলেই, কটন কলেজত পঢ়ি থাকোতেই সি ৰিক্সাবালা এটাক মাৰ মাৰি শেষ কৰা নাছিল? বাপেকে কমবোৰ টকা ঢালিলেনে সেইবাৰ?

: এতিয়াও। লেকচাৰাৰ হোৱাৰ পাচতো সি চকীদাৰ এটাক গোৰ মাৰি হস্পিটাল পোওৱাগৈ নাছিল? চকীদাৰবোৰে যে তাক ঘেৰি ধৰিছিল মাৰিবলৈ?

: সেই ৰসশাল নে কি কবিৰাজী ঔষধৰ ফেক্টৰীটোত বোলে এতিয়ালৈকে তিনিটামান মানুহ মৰিছে। এটাইবোৰ এক্চিডেন্ট হৈ মৰা বোলে। মানুহে পিচে কয় সেই সকলোবোৰ এওঁৰে কীৰ্ত্তি।

: তাক দেখিলেই ধৰিব পাৰি নহয়! তাৰ গুণ্ডাৰ দৰে পোচাক, চুলি, দাড়ি, ৰঙা চকু দুটা, কথা কোৱাৰ ভংগী চাই কোনোবাই তাক শিক্ষক বুলিবনে?

: তাহাঁতৰ ঘৰখনেই তেনেকুৱা। বাপেকেও বোলে প্ৰথমজনী ঘৈণীয়েকক মৰিয়াই মাৰিছিল।

: ই পাষণ্ড বোলে মদ খালে একেবাৰে কৰ নোৱাৰা হয়। মদো খায় প্ৰায় সদায়েই।

কাছাৰীত দীপক বৰঠাকুৰে স্বীকাৰ কৰিলে যে সি সেইদিনা সন্ধিয়া অধ্যাপকৰে ঘৰত গৈ লগ পাওঁতে সৰু বটল

এটাত কেইটামান তামোলৰ লগত খোৱা সুগন্ধী বড়ি দিয়াটো সঁচা। টেপৰেকৰ্ডত অধ্যাপকে তাক কোৱা কথাকে ৰেকৰ্ড হৈ আছে। সেই সুগন্ধী বড়ি দীপকহঁতৰ নীলাচল আয়ুৰ্বেদিক ৰসশালাত প্ৰস্তুত কৰা। বজাৰতো বিক্ৰী হয়। হৰিপ্ৰসাদ সেনে দেখুৱাই দিয়া আৰু অধ্যাপকৰ টেবুলৰপৰা পুলিচৰ হতুৱাই অনোৱা সেই সুগন্ধী বড়িৰ চিচাঁটো পৰীক্ষা কৰি পোৱা গ'ল - কিছুমান সুগন্ধী বস্তুৰ লগত মাৰাত্মক বিহ মিহলোৱা আছে আৰু তাৰ এটা বড়ি খুৱাই দিয়াৰ তিনি ঘণ্টাৰ পাচত এটা কুকুৰ শ্বাসৰুদ্ধ হৈ মৰি থাকিল। খবৰ কৰি জনা হ'ল যে সেই বড়ি প্ৰস্তুত কৰা হৈছিল পথাৰত শস্য নষ্ট কৰা বাদৰ কেৰেটুৱা আদিক মাৰিবলৈ। এইবোৰ খবৰ ওলাই পৰিলত দীপকে বীৰৰ দৰে এটা বিবৃত্তি লিখি বিচাৰকক দি মৌনতা অৱলম্বন কৰিলে।

বিবৃত্তিত দীপকে লিখিলে ঃ অধ্যাপক অৰবিন্দ ৰাভা দেশৰ শত্ৰু, ধৰ্মৰ শত্ৰু মানব সমাজৰ শত্ৰু। অধ্যাপকৰ প্ৰতিষ্ঠা লৈ এই ঘৃণনীয় মানুহটোৱে দেশৰ সন্ত্ৰাসবাদী গুণ্ডাবোৰক বিভিন্ন শাস্ত্ৰৰ ভুল ব্যাখ্যাৰে প্ৰৰোচনা যোগাইছিল, হিন্দুৰ সকলো দেব-দেৱতাক হাঁহিছিল। মই নিজে কালীভক্ত ; কিন্তু মোৰ আগতে কালীগোঁসানীক অসন্মান কৰি এই পাপীয়ে হাঁহিছিল। জগৎগুৰু কৃষ্ণস্বামী ব্ৰহ্মাচাৰীক সৌকাৰে কোবাৰ লাগে বুলি দম্ভ কৰি কৈছিল। মোৰ সহ্য হোৱা নাছিল। তথাপি মই ধৈৰ্য ধৰি তাৰ ঘৰলৈ সেইদিনা শেষ যাত্ৰা হিচাপে গৈছিলোঁ- মই তাক বুজাত কিবা ভুল হৈছে নেকি প্ৰমাণ চাবলৈ। গৈ পোৱাৰ লগে লগে সি মোক কালীভক্ত বুলি তিৰস্কাৰ কৰিলে। শ্ৰীকৃষ্ণস্বামী মহাৰাজক গুৱাহাটীৰ ডেকাবোৰে নাঙঠ কৰি দৌৰাব বুলি খঙেৰে কলে। মই প্ৰতিবাদ কৰিব খোজোতেই মোৰ মুখৰ কথা কাঢ়ি নি সি মোক কুকুৰ - মেকুৰী কৰি গালি পাৰি খেদি আহিল। মই জেপত দুটা সৰুবটল লৈ গৈছিলোঁ। তাৰ মূৰ্তি দেখি বুজিলোঁ সি ক্ষমাৰ যোগ্য হৈ থকা নাই। আমাৰ ৰসশালাত মই এলোপেথিক মাৰাত্মক ঔষধ মিহলাই এটা মিঠা বড়ি প্ৰস্তুত কৰিছিলোঁ বান্দৰ মাৰিবলৈ। তাকে প্ৰায় পঞ্চাশ গুণ শক্তিশালী বড়ি তৈয়াৰ কৰিছিলো নিজে। তাৰ এটা বড়ি খালে যে জন্তু-জানোৱাৰ চাৰি-পাঁচ ঘণ্টাৰ ভিতৰত লাহে লাহে মৰে। তাৰ প্ৰমাণ মই পাই থৈছিলো। খঙতে সেই মাৰাত্মক বড়ি ভৰোৱা বটলটো অধ্যাপকক দি মই সেইদিনা কলো, " মোক মাৰক বাৰু চাৰ।" পিচে মোৰ ৰসশালাত তৈয়াৰ কৰা তামোলৰ মচলা এটা আপোনালৈ লৈ আহিছিলো - আপুনি ভাল পায় বুলি জানো কাৰণেই।" মোক ধন্যবাদ দি ওচৰৰ বটাটোৰপৰা তামোল এখন লৈ তাৰ লগতে বড়ি এটাও খোৱা চাই মই গুচি আহিলো। কিন্তু মই কল্পনাও কৰা নাছিলোঁ যে সেই মহাপাপীয়ে টেপ্‌ৰেকৰ্ডাৰ চলাই থৈ আমাৰ মাজত হোৱা কথাবোৰ শেষলৈকে ৰেকৰ্ড কৰি থৈছিল। আনকি মৰিবৰ সময়তো সি সেহাই সেহাই মোৰ নামটোকে ভগবানৰ নাম লোৱাদি লৈছে।

লৈ থাকক। মোৰ দুখ নাই। মই সুখী যে বেদ-বিৰোধী, ধৰ্ম-বিৰোধী , মহাপাপী অসুৰ, ৰাষ্ট্ৰবিৰোধী এটা শক্তিক মই আৰ্যধৰ্মৰ হকে কালীৰ আগত বলি দিলোঁ।.... আন আন বহুত কথাৰ শেষত দীপকে নিজক গান্ধীহত্যাকাৰী নাথুৰাম গড্‌ছেৰ লগৰ বুলি দাবী কৰি ভাৰতৰ উন্নত ভৱিষ্যতৰ হকে দেশৰ সকলো অনাৰ্য শক্তিক নিষ্ঠুৰ দমনৰ পৰামৰ্শ চৰকাৰক দিছে। শেষত দীপকে লিখিছে ঃ দেৱতা আৰু গোসানীৰ বাহিৰে আন য'তে ৰঙা ৰঙ দেখিবা, তাতেই মানৱ-সভ্যতাৰ, আৰ্য সভ্যতাৰ শত্ৰু শিবিৰ। ধৰ্ম-বিৰোধী অৰবিন্দ ৰাভাৰ মূৰৰ ৰঙা টুপিটো মহাপাপী, অনাৰ্য, বেদবিৰোধী অসুৰশক্তিৰ প্ৰতীক।

দীপকৰ এই বিবৃতি কাগজত পঢ়ি হৰিপ্ৰসাদ সেনে একে উশাহতে অধ্যাপক ৰাভাৰ টেপৰেকৰ্ডত শুনা কথা মনত পেলালে-

ঃ এটা, এশটা বা এহেজাৰটা মানুহ হত্যা কৰি সময়ৰ গতিক সলাব নোৱাৰি।

খঙতে চিঞৰি দিলে হৰিপ্ৰসাদ সেনেঃ নোৱাৰি নোৱাৰি, কেতিয়াও পৰা নাই, আজিও নোৱাৰে। মানুহৰ তেজেৰে পৃথিৱী ৰঙা হৈ যোৱাৰ পাচতো গণশক্তি আজিলৈকে হৰা নাই, হাৰিব নোৱাৰে।

Not criticism but revolution is the motive force of history as well as of religion, philosophy and all other forms of theory.

বিপ্লৱহে ইতিহাসৰ চালিকা শক্তি

**স্কুল-কলেজ** বিশ্ববিদ্যালয়ৰ ছাত্ৰ সমদলে 'তেজৰ বদলি তেজ লাগে' ৰাভা হত্যাৰ প্ৰতিশোধ লাগে' - আদি শ্লোগান দি দি আহি পোৱাৰ আগতেই শ্ৰী ১০৮ × ১০ কৃষ্ণস্বামী ব্ৰহ্মচাৰী মহাৰাজৰ মহা ভাৰ্যাশ্ৰমৰ সকলো বাসিন্দা টালি-টোপোলা লৈ পলাল। অধ্যাপক ৰাভাৰ হত্যাই যেন সমাজৰ মূল অংশ ডেকাশক্তিক নিজ কৰ্তব্য মনত পেলাই দিলে। ৰাভাৰ প্ৰতি সন্মানাৰ্থে সকলোৰে মূৰত আজি ৰাভা-ৰঙী ৰঙা টুপী। সমগ্ৰ গুৱাহাটী যেন মানুহৰ সোঁত হৈ আগুৱাই গৈছে-

সেই সোঁতৰ মূৰে মূৰে ৰঙা ৰঙা ৰং।

শোভাযাত্ৰাৰ হুলস্থূল গম নোপোৱাকৈয়ে আপোন মনে নিজৰ বিছনাতে বহি হৰিপ্ৰসাদ সেনে নিজৰ বাতৰি-কাকতৰ কাৰণে সংবাদ টাইপ কৰি আছিল। ঠিক সংবাদ নহয়; অধ্যাপক ৰাভাৰ সম্বন্ধে এটা প্ৰবন্ধহে। কালি সি দিল্লীত থকা ধৰণী ৰাভাৰ পৰা এখন চিঠি পাইছে। চিঠিত ধৰণীয়ে লিখিছে ঃ দেউতাৰ মৃত্যুৰ খবৰ বৰ আকস্মিক আৰু শোকাবহ। মোৰ বিশেষকৈ দুখ লাগিছে লাহৰীলৈ। গুৱাহাটীত তাইৰ কাৰণে একমাত্ৰ আপোন দেউতা। আৰু মা-দেউতাই তাইক ডাঙৰ হোৱালৈকে সৰু ছোৱালীৰ দৰে ব্যৱহাৰ কৰি, মিছনাৰী স্কুল-কলেজত পঢ়াই, আমাৰ বৰ্তমানৰ অৱস্থাত একেবাৰে খাপ খাব নোৱাৰা কৰি তুলিলে। তাইৰ গাত দোষ নাই; দোষ আমাৰ। বিশেষকৈ দেউতাৰ; কাৰণ, দেউতা সাম্যবাদী চিন্তাধাৰাৰ সমৰ্থক হৈয়ো ইমান আত্মকেন্দ্ৰিক আছিল যে নিজৰ পুতেক-জীয়েকহঁতকো সেই বিষয়ে একো কোৱাৰ বা বুজুৱাৰ প্ৰয়োজন অনুভৱ নকৰিছিল। নিজৰ গৱেষণাত পোৱা নতুন তথ্যৰ আনন্দতে দেউতা সদায় আত্মহাৰা আছিল আৰু সেই গৱেষণাৰ স্বীকৃতি বিচাৰি আত্মপ্ৰচাৰ কৰি ফুৰিছিল। তথাপি, দেউতাই কৰা গৱেষণা আমাৰ কামত লাগিব বুলি জানো। বন্ধ ঘৰত কৰা গৱেষণা হলেও দেউতাৰ উদ্দেশ্য সৎ আছিল।

লাহৰীলৈ মই এখন ৰুক্ষ চিঠি দিছো। কাৰণ আছে। এতিয়া ৰুক্ষতা প্ৰকাশ নকৰিলে তাই সৰু ছোৱালীৰ দৰে মোৰপৰা আদৰ বিচাৰিব, পুতৌ বিচাৰিব - ঠিক দেউতাৰ পৰা বিচৰাৰ দৰে। আমাৰ গাঁৱৰ খুড়ী আদি এতিয়া নিশ্চয় গুৱাহাটীত আছে। তুমি প্ৰায়ে গৈ থাকিবা। আৰু লাহৰীক কি ধৰণেৰে বুজাব পাৰি, সংসাৰক গ্ৰহণ কৰিবলৈ শিকাব পাৰি, সেই দায়িত্ব মই তোমাৰ হাতত এৰি দিলো। এইটোৱেই আমাৰ ইয়াত থকা সহকৰ্মীসকলৰ মত।

মোৰ যোৱাৰ খুব ইচ্ছা আছিল। কিন্তু ইয়াত থকা দায়িত্বখিনিৰপৰা মোক ছুটী দিয়া নাই। ভাৰতত বিপ্লৱৰ নামত হোৱা বহুত সৰু-ডাঙৰ, প্ৰচেষ্টাৰ বিফলতাৰ কাৰণ, বাস্তৱ পৰিস্থিতি বুজাত ভুল হোৱাৰ কাৰণ, আদিৰ বিষয়ে অনুসন্ধান আৰু বিচাৰ কৰাত আমি এতিয়া ব্যস্ত। বিদ্ৰোহ, বিশৃঙ্খলতা, মৰামৰি, গুপ্ত হত্যা আদি বিপ্লৱত হ'ব পাৰে। কিন্তু সেইবোৰেই বিপ্লৱ নহয়। আমি তাৰে এক ৰিপোৰ্ট তৈয়াৰত ব্যস্ত। জোৰ কৰিলে মই যাব পাৰো কিন্তু প্ৰয়োজন অনুভৱ কৰা নাই। গতিকে মই গলেই পুলিচে ধৰিব বুলি লাহৰীলৈ লিখি মই নোযোৱাৰ যুক্তি দিছো। পুলিচে মোক ধৰাৰ কোনো কথা নাই।

বিপ্লৱৰ নামত হোৱা কোনো গণ্ডগোলতে মই ধৰা পৰা নাই। কিন্তু সেইদৰে নিলিখি এনেয়ে কিবা আলোচনাত সময় কটাই তাইৰ ওচৰলৈ যাব পৰা নাই বুলি লিখিলে তাই বৰ দুখ পাব। গতিকে অৱস্থা চাই ব্যৱস্থা কৰিছোঁ।

চিন্তা কৰিবলৈ মানুহক শিকোৱাটো আমাৰ এটা বৰ্তমানৰ প্ৰধান সমস্যা। অমুক বিপ্লৱ ধ্বংসে হল, তমুক বিপ্লৱ গা কৰি উঠিব নোৱাৰিলে আদি কথা এনেকুৱাকৈ শোষক চক্ৰৰ ভাৰতীয় ঐতিহাসিকে আৰু পণ্ডিতে লিখে যে চিন্তাৰ সেই গতিৰপৰা আমি এতিয়াও মূৰ উলিয়াব পৰা নাই। আচলতে ব্যৱসায়িক জগতৰ দৃষ্টিভঙ্গীৰে চালে এইবোৰ সকলো ভুল মন্তব্য। গুটিৰ গাঁজালি ওলোৱাৰ পাচত গুটিটো মৰিল বুলি আমি কওঁ জানো? সন্তান ওপজাৰ পাচত মাকজনীৰ অস্তিত্ব নোহোৱা হ'ল বুলি আমি কওঁ জানো? নকওঁ। কিয় নকওঁ? আমি সাধাৰণ জ্ঞানেৰে জানো যে উৎপাদনত কিছু পেলনীয়া বস্তু ওলায়েই। যিবোৰ মানুহে উৎপাদিত বস্তুতকৈ পেলনীয়াখিনিৰ ওপৰত চকু ৰাখে, সেইবোৰে পৃথিৱীখন পেলনীয়া বস্তুৰে ভৰি থকা দেখে। এই সাধাৰণ কথাটো কিন্তু আমাৰ চিন্তাবিদ সকলে বুজিব নোখোজে। মানুহক এইদৰে নতুনকৈ চিন্তা কৰিবলৈ শিকাব নোৱাৰিলে আমাৰ অমুক-তমুক বিপ্লৱ-বিদ্ৰোহ বিফল হ'ল বুলি মানুহৰ মনত হতাশাৰ ভাব আহিবই বুৰ্জোৱা পণ্ডিতৰ উদ্দেশ্যও সেইটোৱেই; আৰু সেই উদ্দেশ্য বিফল কৰি প্ৰকৃত চিন্তাৰ পথ দেখুৱাই দিয়াটো এতিয়া আমাৰ প্ৰধান কৰ্তব্য হৈছে। সেইকাৰণে আমি কিছু লিখাত ব্যস্ত হৈ পৰিছো। এই দৃষ্টিকোণৰপৰাই মই কওঁ যে দেউতাৰ কথাবোৰ একেবাৰে বিফল নহয়। সেইবোৰ চিন্তাই নতুন এচাম বিপ্লৱীক সমল যোগাব।

ধৰণীৰ চিঠিখন পঢ়ি উঠিহে হৰিপ্ৰসাদে ঠিক কৰিছিল যে অধ্যাপক ৰাভাৰ পজিটিভ্ দিশবোৰৰ প্ৰতি মানুহক আকৰ্ষণ কৰা উচিত। আৰু সেয়ে সি বাভাৰ বিষয়ে লিখিবলৈ বহিছিল।

মই আহিছোঁ বুলি হঠাতে কাষতে কোনোবাই কোৱা শুনি হৰিপ্ৰসাদ উচপ খাই উঠিল। মূৰ দাঙি দেখিলে কাষতে লাহৰী ৰাভা থিয় হৈ আছে। বিছনাৰ পৰাই লৰালৰিকৈ ভৰিৰে চকীখন ঠেলামাৰি আগুৱাই দি হৰিপ্ৰসাদে কলে : বহক।

: মই এতিয়া নবহোঁ।

: কিবা দৰকাৰ আছিল নেকি?

: বিশেষ একো দৰকাৰ নাই। দিল্লীৰপৰা ককাইদেৱে চিঠি দিছে আপোনাৰ লগত আলোচনা কৰি সকলো কাম কৰিবলৈ

: মোলৈও দিছে।

: আপুনি ককাইদেউক ভালকৈ চিনি পায়?

: ভালকৈ । এতিয়াই কিবা আলোচনা কৰিব লগা আছিল নেকি?

: বিশেষ নাই। এইখন চিঠি আহিছে গুৱাহাটীৰ ব্যৱসায়ী মহলৰপৰা। তেওঁলোকে দেউতাৰ নামত গণেশপূজা পাতিছে। তাত উপস্থিত থাকিবলৈ মোক মাতিছে।

হৰিপ্ৰসাদে ডাঙৰকৈ হাঁহি দিলে। কলে : কালি মোকো খবৰ দিবলৈ আহিছিল। মই খুব গালি পাৰি পঠিয়াই দিছোঁ সিঁহত কুকুৰহঁতে অধ্যাপক ৰাভাৰ কেৱল গণেশটোহে পালে। সিঁহতৰ মতলব আছে; গণেশৰ পূজাৰ আঁৰত অধ্যাপকৰ সকলো গৱেষণা অৰ্থহীন কৰি পেলাব খুজিছে। কেতিয়াও নাযাব।

: আৰু এইখন জনজাতীয় সভাৰ চিঠি। তাত জনজাতীৰ অবিসম্বাদী নেতা হিচাপে দেউতাৰ নামত স্মৃতি ৰক্ষাৰ ব্যৱস্থা কৰা হৈছে।

: ধেৎ; অধ্যাপক আকৌ অকল জনজাতিৰ নেতা হ'ব কেনেকৈ? আজিকালিৰ ৰাজনৈতিক ভাগ মতে হোৱা জনজাতিৰ কোঠাত ৰাভা থাকিব নোৱাৰে। তেওঁ চিন্তা কৰিছিল সমগ্ৰ মানৱজাতিৰ সৰ্বহাৰাৰ স্বাৰ্থত। কেৱল জনজাতিৰ স্বাৰ্থত নহয়।

: দেউতাৰ কাৰণে গুৱাহাটীৰ ছাত্ৰবোৰে আজি এটা ডাঙৰ শোভাযাত্ৰা কৰিছে। ছাত্ৰবোৰে দেউতাক বৰ ভাল পাইছিল। মই এতিয়াই আপোনাৰ ওচৰলৈ অহাৰ কথা নাছিল। মনৰ আনন্দতে শোভাযাত্ৰা চাই চাই আহি থাকিলো। সেয়া, বাহিৰতো চিএৰ শুনা নাই।

হৰিপ্ৰসাদে কাণপাতি শুনিলে। হয়, ডাঙৰ শোভাযাত্ৰা, বহুত মানুহৰ চিএৰ। হৰিপ্ৰসাদ [illegible] নাছিল আৰু লাহৰীৰ লগতে ঘৰৰ আগফালে থীহনিত থিয় হৈ শোভাযাত্ৰা চাবলৈ ধৰিলে। ছাত্ৰবোৰে চিএৰিছিল : ৰাভা [illegible] প্ৰতিশোধ লাগে, তেজৰ বদলি তেজ লাগে।

হৰিপ্ৰসাদ ধৰফৰাই উঠিল। উত্তেজনাত ৰব নোৱাৰি সি নিজে নিজক কবলৈ ধৰিলে : ইস্ ইস্, বৰ বেয়া কথা হৈছে। ৰাভাই কেতিয়াও প্ৰতিশোধ লবলৈ শিকোৱা নাছিল। বিপ্লৱ প্ৰতিশোধ নহয়, বদলা লোৱাৰ যজ্ঞও নহয়? মিচ্ ৰাভা, শৰণী ইয়াত থকা হলে এই শোভাযাত্ৰা বন্ধ কৰি দিলেহেঁতেন। বৰ মুৰ্খামি হৈছে।

লাহৰী ৰাভা আচৰিত হ'ল। আচৰিত হৈয়ে সুধিলেঃ আপুনি ইমান বিৰক্ত হৈছে কিয়? ছাত্ৰবোৰে দেউতাক ভাল পায় কাৰণেই সিহঁতৰ খংৰ প্ৰকাশ কৰিছে।

: লঘু চেতনা, মিচ্ ৰাভা, এইবোৰ লঘু চেতনা। অধ্যাপক ৰাভা কেতিয়াও লঘু চেতনাৰ পুতৌপ্ৰাৰ্থী নাছিল। এয়া ৰাভাক অপমান কৰা হৈছে।

: কিন্তু ................

: ইয়াত একো কিন্তু নাই। ইহঁতে কাক শত্ৰু বুলি ভাবিছে? কাৰ তেজ বিচাৰিছে? যিবোৰৰ তেজ বিচাৰিছে, সেইবোৰ প্ৰকৃততে শত্ৰু নহয়। ৰাভা-বিৰোধী মানুহবোৰ লঘু চেতনাৰ মানুহহে। নুবুজাকৈ, প্ৰৰোচনাত পৰি সিহঁত বিৰোধী। আৰু শত্ৰু হ'লেও সেইবোৰ শত্ৰুৰ নিস্ক্ৰিয় শক্তিহে -পেচিভ ফোৰ্চ; সিহঁতক আক্ৰমণ কৰি শত্ৰুৰ সক্ৰিয় শক্তিক বেছি সক্ৰিয় আৰু শক্তিশালী কৰাহে হব। একেবাৰে সৰ্বনাশ হ'ব। মিচ্ ৰাভা, আপুনি কিবা এটা কৰক।

: মই ? - মই অকলে কি কৰিম?

: অকলে? মই আছো নহয়?

: আপুনি? - মিচ্ ৰাভা আচৰিত হৈ অথচ সহায় বিচাৰি হৰিপ্ৰসাদৰ ওচৰ চাপি আহিল?

: আমি, আমি, আমি, আন নহলে আমি দুটায়ে যেনেতেনে অধ্যাপক ৰাভাৰ আদৰ্শক হত্যা কৰিব খোজা এইবোৰ উদভগুলি বন্ধ কৰিব লাগিব মিচ্ ৰাভা।

মিচ্ ৰাভাৰ চকুত জিলিকা পানীত হৰিপ্ৰসাদে অসহায় বেদনা জিলিকা দেখিলে। ধৰণীলৈ তাৰ মনত পৰিল। ধৰণীয়ে সকলো দায়িত্ব তাক দিছে।

: আমাৰ ঘৰত থকা খুড়ীহঁতো আজি যাবগৈ। মোক নিব খুজিছিল। মই দেউতাৰ ঘৰটো এৰি যাব খোজা নাই। কিন্তু মই অকলে কেনেকৈ থাকিম?

দায়িত্ব তেন্তে হৰিপ্ৰসাদৰ ওপৰতে বুলি লাহৰীয়েও ধৰি লৈছে। হৰিপ্ৰসাদৰ মনে দুৰ্বলতা নেদেখুৱায়। পৰিস্কাৰ কণ্ঠস্বৰেৰে হৰিপ্ৰসাদ সেনে নিজৰ হাত আগবঢ়াই দি লাহৰী ৰাভাক কলে : আমি দুয়ো অধ্যাপক অৰবিন্দ ৰাভাৰ পজিটিভ চিন্তক কামত লগোৱাৰ দায়িত্ব লব লাগিব। যদি আপুনি প্ৰস্তুত তেন্তে হাত মিলাওক মিচ্ ৰাভা।

লাহৰী ৰাভাই দ্বিধাহীনভাবে নিজৰ হাত আগবঢ়াই দিলে : শোভাযাত্ৰাৰ চিএৰ তেতিয়া নুশুনা হৈ আহিছিল। ওচৰত থকা আম গছৰ পাত কোনোবা চৰায়ে হুলস্থুল কৰি সৰাইছিল; আকাশত ডাৱৰৰ ৰঙা।

ডকাইতৰ দৰে চেহেৰাৰ হৰিপ্ৰসাদৰ জেবেঙা মুঠিত লুকাই পৰা লাহৰীৰ লাহী হাতখন লাহৰীয়ে টানি নিনিলে। হৰিপ্ৰসাদে সেইখন লাহী হাতক জগতত অকলে থাকিবলৈ এৰি দিব নোৱাৰিলে।

ৰঙা ৰঙা ৰং - আবেলিৰ বেলি আৰু সমদল যাত্ৰীৰ টুপীত ; আৰু সাম্যবাদী হৰিপ্ৰসাদ সেনৰ মনত ; আৰু আশ্ৰয় বিচাৰি পোৱা লাহৰী ৰাভাৰ আবেগত।

পোন্ধৰ আগষ্ট। ১৯৭১

০০০ ০০০ ০০০